# ভগৱান বুদ্ধ আৰু তেওঁৰ ধৰ্ম

"The Budha and His Dhamma" মূল ইংৰাজী লিখক ড° ভীমৰাৱ আম্বেডকাৰ ।

ইংৰাজীৰ পৰা হিন্দী অনুবাদক ড ভদন্ত আনন্দ কৌসল্যান ।

প্ৰথম প্ৰকাশ ২০০০ চন ফেব্ৰুৱাৰী ।

মূল্য ১৬৫ ০০ (এশ পযষষ্ঠি টকা)

ডি টি পি —
শ্ৰী ৰেজা মাহমুদ
এক্সেল ইনফটেক
( যোৰহাট থিয়েটাৰৰ বিপৰীতে )

মুদ্ৰণ ঃ পূৰ্বশ্ৰী অফছেট প্ৰিণ্টাৰ্ছ
তৰাজান জি জি ৰোড
যোৰহাট-৭৮৫০০১
ফোন-(০৩৭৬) ৩২১৭১৮

হিন্দীৰ পৰা অসমীয়া অনুবাদক
শ্ৰী ফণীধৰ বৰা এম, এ বিশাৰদ, ৰাষ্ট্ৰভাষা ৰত্ন,
হিন্দী শিক্ষণ পাৰঙ্গত (আগ্ৰা) ।

# নিবেদন

'The Budha and his Dhamma বুদ্ধ আৰু তেওঁৰ ধৰ্ম নামৰ এই অমূল্য গ্ৰন্থখন ড ভীমৰাও আম্বেডকাৰৰ দ্বাৰা ইংৰাজী ভাষাত ৰচিত অনুপম গ্ৰন্থ । এই গ্ৰন্থখনিয়ে বিশ্বত আজি বিপুল সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছে । এই মনোমোহা গ্ৰন্থখনিৰ মহত্ব হৈছে মেঘৰ পৰা মুক্ত চন্দ্ৰৰ স্নিগ্ধ কোমল পোহৰৰ দ্বাৰা সংসাৰখন আমোল মোলাই তোলাৰ দৰে এই গ্ৰন্থই মানব হৃদয়ত ৰেখাপাত কৰিবলৈ সক্ষম হৈছে । এনে এখন্ সুপাঠ্য গ্ৰন্থ ড ভদন্ত আনন্দ কৌসল্যান দেবৰ দৃষ্টিত পৰিল । তেখেত থাইলেণ্ড যাবৰ কাৰণে বম্বেৰ পৰা কলিকতালৈ গৈ আছিল । হঠাতে ষ্টেচনত 'The Budha and His Dhamma গ্ৰন্থখনি তেখেতৰ হাতত পৰিল । কলিকতা পাঁওতে পাঁওতে তেখেতে গ্ৰন্থখনি পঢ়ি পেলালে । গ্ৰন্থখনি অধ্যয়ণ কৰাৰ পিচত তেখেতে এই তত্বগধুৰ মহত্বপূৰ্ণ গ্ৰন্থখনি ইংৰাজী ভাষাৰ পৰা হিন্দীভাষাত অনুবাদ কৰি মানব সমুদ্ৰত বিতৰণ কৰাৰ লোভ সামৰিব নোৱাৰিলে । সেয়ে থাইলেণ্ডত দুমাহ কাল থাকি থাইলেণ্ডবাসীৰ সহায় সহযোগত গ্ৰন্থখনি হিন্দীভাষাত অনুবাদ কৰি পাঠক সমাজৰ মাজত এৰি দিলে । এই মহত্বপূৰ্ণ গ্ৰন্থখনিযে মানব সমুদ্ৰলৈ কি বাৰ্ত্তানো বাৰু কঢ়িয়াই আনিছে

তথাগত বুদ্ধদেবৰ জীৱনাৰ্দশ সমগ্ৰ মানব জাতিৰ বাবেই কল্যাণকৰ তথা অনুকৰণীয় । ধৰ্মৰ দিশত ইযাৰ পালনীয় ৰীতি নীতিৰ মাজত প্ৰভেদ থাকিলেও মূল আৰ্দশ আৰু লক্ষ্যৰ ক্ষেত্ৰত মহাপুৰুষসকলৰ মতাদৰ্শৰ কোনো প্ৰভেদ নাই । সকলোৰে এটাই উদ্দেশ্য অমৃতপুত্ৰ মানবক প্ৰকৃতাৰ্থত 'মানুহ' কৰিব লাগে মানৱীয় গুণৰ অধিকাৰী কৰি অন্য ইতৰ জীৱ সমূহৰ পৰা পৃথক কৰিব লাগে । এনে হ'লেই এই মৰ্ত্ত্যতে সৰগ ৰচনা হ'ব মানব জাতিয়ে সুখে শান্তিৰে জীৱন অতিবাহিত কৰিব পাৰিব ।

এই দিশৰ বিষয়ে চিন্তা কৰিয়েই 'ভগবান বুদ্ধ আৰু তেওৰ ধৰ্ম নামৰ গ্ৰন্থখনি অনেুবাদ কৰাৰ কাম হাতত লোৱা হ'ল । অসমীয়া ভাষাত বুদ্ধদেব আৰু তেওঁৰ ধৰ্মৰ ওপৰত লিখা তেনে গ্ৰন্থ নাই । ভাবিলো পৃথিৱীৰ বহু ভাষালৈ অনুদিত হোৱাৰ (লেখক) এই গ্ৰন্থখনি অসমীয়া ভাষী পঢ়ুৱৈ সকলেও পঢ়ি মহাপুৰুষ জনাৰ আৰ্দশ অনুকৰণ কৰক । প্ৰতিজন মহাপুৰুষৰ এনে কিছুমান উপদেশ আছে যিবোৰে ধৰ্মৰ সীমা চেৰাই গৈ সমগ্ৰ মানব জাতিৰ মঙ্গলৰ সংকেত বহন কৰে । সেইখিনি জানিবলৈ আমি সেইজন মহাপুৰুষৰ প্ৰবৰ্ত্তিত ধৰ্মৰ অনুগামী নহলেও চলে । অৰ্থাৎ আমি বৌদ্ধ নহলেও অহিংসু হ ব পাৰো শাৰীৰিক পবিত্ৰতা মানসিক নৈতিকতা বজাই ৰাখিব পাৰো । এনেহ'লে আমি যি ধৰ্মৰে অনুগামী নহও কিয় আমাৰ কল্যাণ হ'ব ।

বুদ্ধ আৰু তেওৰ ধৰ্ম " গ্ৰন্থখনি মই কেনেকৈ পালো ? যোৰহাট টোকোলাইত অবস্থিত বৌদ্ধ বিহাৰলৈ গৈছিলো । সেই বিহাৰত থকা মাননীয় বিমলাংকুৰ ভিক্ষু দেবৰ

লগত বিভিন্ন ধৰ্ম সম্বন্ধে আলোচনা কৰিছিলো । সেই সুযোগতে তেখেতে মোক The corporate Body of the Budha Educational foundation taiwan এ এই বিহাৰলৈ পঠোৱা হিন্দী ভাষাত লিখা 'বুদ্ধ আৰু তেওঁৰ ধৰ্ম ' নামৰ গ্ৰন্থখনি দেখুৱাই মোক ক'লে যে এই গ্ৰন্থখনি ইংৰাজী হিন্দী পাঞ্জাবী আৰু অনান্য ভাষাতো অনুবাদ হৈ জনমানসত বিশেষ খ্যাতি অৰ্জন কৰিছে । অসমীয়া ভাষাতো অনুবাদ হৈ গ'লে বৰ ভাল হ'ব বুলি মন্তব্য কৰিলে । অৱশ্যে গ্ৰন্থখনি দেখি মই প্ৰথমতে ভয়ো খাইছিলো কাৰণ ইমান এখন ডাঙৰ কিতাপ মোৰ দ্বাৰা সম্ভৱ হ'ব জানো ? অৱশ্যে কিতাপখন নপঢ়াকৈ মন্তব্য দিয়াতো সমীচিন নহব বুলি ভাবিলো । সেয়ে গ্ৰন্থখনি লৈ আনি পঢ়িবলৈ আৰম্ভ কৰিলো । ড ভদন্ত আনন্দ কৌসল্যান দেৱৰ দৰে কিতাপখন খুলি জপাবলৈ মোৰ মন নাযায় । এইদৰেই যোৰহাট টোকোলাইৰ বৌদ্ধ বিহাৰত ভিক্ষু সংঘৰ পৰামৰ্শ অনুসৰি গ্ৰন্থখনি অসমীয়া ভাষাত অনুবাদ কৰিবলৈ আৰম্ভ কৰিলো । পাণ্ডুলিপি প্ৰস্তুত কৰিলো । পাণ্ডুলিপিটো ভিক্ষু বিমলাংকুৰ ভন্তে দেৱক চাবলৈ দিলো । তেখেতে পাণ্ডুলিপিটো পৰীক্ষণ কৰি মন্তব্য কৰিলে যে গ্ৰন্থখনি ছপা হৈ ওলাব লাগিব । ইয়াৰ কাৰণে আমি সহায় সহযোগ কৰিম। এইজনা ধাৰ্মিষ্ঠ জ্ঞান পিপাসু ভিক্ষুৰ অদম্য উৎসাহ আৰু প্ৰেৰণাই আমাক আগবাঢ়ি যোৱাত সহায় কৰাত তেখেতলৈ মই মোৰ আন্তৰিক কৃতজ্ঞতা ও শ্ৰদ্ধা নিবেদন জনালো।

যোৰহাট টোকোলাই বৌদ্ধবিহাৰ ভাৰতী পালি বিদ্যালয়ৰ প্ৰধান অধ্যাপক শাসন শ্ৰীভিক্ষু ত্ৰিপিটক বিশাৰদ 'স্বৰ্ণ পদক প্ৰাপ্ত দেৱক পাণ্ডু লিপিটো ছপাশাললৈ যোৱাৰ আগতে দেখুৱালো। বয়োজেষ্ঠ পণ্ডিত প্ৰবৰে কেইবাখনো গ্ৰন্থ প্ৰণযণ কৰি মানৱ সমাজৰ অশেষ কল্যাণ সাধন কৰিছে। সেযে ভিক্ষু পণ্ডিত প্ৰবৰ জনাই 'বুদ্ধ আৰু তেওৰ ধৰ্ম গ্ৰন্থখনিৰ পাণ্ডুলিপিটো নিজৰ দৈনন্দিন কৰ্ম ব্যস্ততাৰ মাজতো তন্ন তন্ন কৰি চাই দিলে । লগতে গ্ৰন্থখনি প্ৰকাশ কৰি উলিয়াবলৈ পৰামৰ্শ আগবঢ়ালে আৰু সহায় সহযোগিতাৰ প্ৰতিশ্ৰুতি দি আমাক কৃৰ্তাথ কৰাত স্বনামধন্য ভিক্ষু দেৱলৈ মই মোৰ আন্তৰিক কৃতজ্ঞতা আৰু শ্ৰদ্ধা জনালো।

শিৱসাগৰ জিলাৰ চলা জ্ঞানোদয পালি বিদ্যালয়ৰ অধক্ষ্য স্বৰ্ণপদক প্ৰাপ্ত শ্ৰী মৎ শাসন বংশ ভিক্ষুদেৱ এম এ আচাৰ্য্য ত্ৰিপিটক বিশাৰদ তথা সদৌ অসম ভিক্ষু সংঘৰ সভাপতি ভালেখিনি গ্ৰন্থৰ প্ৰণেতা জ্ঞান গৰিমাৰে বিভূষিত সাম্য সৌম্য মৈত্ৰীৰ প্ৰতীক মাননীয় শ্ৰীমৎ শাসন বংশ ভিক্ষুদেৱৰ লগত সংযোগবশত সাক্ষাৎ হৈছিল । 'ভগৱান বুদ্ধ আৰু তেওৰ ধৰ্ম' নামৰ পাণ্ডুলিপিটোৰ মাজত সোমাই মুগ্ধ হৈ কৈ উঠিছিল যে এই গ্ৰন্থখনিযে নিশ্চয় কৰি বৌদ্ধ আৰু অসমীয়া সাহিত্যৰ ভড়াল যে সমৃদ্ধ কৰিব তেনে এক বিশ্বাসতে নিজৰ এক সাব্বা অভিমত ব্যক্ত কৰি আমাক সাৰ্থক কৰাৰ উপৰিও এনে কাৰ্যত আগবাঢ়ি যাবলৈ উদ্গনি যোগায় সেয়ে বৌদ্ধ দাৰ্শনিক পণ্ডিত গৰাকীৰ প্ৰতি মই মোৰ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জনালো ।

'ভগৱান বুদ্ধ আৰু তেওৰ ধৰ্ম গ্ৰন্থখনিৰ মূল ইংৰাজী লিখক বাবাচাহেব ড ভীমৰাও আম্বেডকাৰ আৰু ইয়াৰ হিন্দী অনুবাদক ড' ভদন্ত আনন্দ কৌসল্যান । এটা ভাষাৰ পৰা আন এটা ভাষালৈ ভাবানুবাদ কৰিবলৈ হ'লে মূল লিখকৰ পৰা অনুমতি লোৱাতো নীতিসম্মত

কথা । নতুবা নীতি বৰ্হিভূত কথা হ ব । সেয়ে গ্ৰন্থখনি অধ্যয়নৰ পিছত বুদ্ধভূমি নাগপুৰলৈ ২৩/০২/৯৯ তাৰিখে অনুমতি বিচাৰি পত্ৰ প্ৰেৰণ কৰিলো । ১০/০৩/৯৯ তাৰিখে গ্ৰন্থখনি প্ৰকাশ কৰি উলিয়াবলৈকে উৎসাহ আৰু প্ৰেৰণা যোগালে । সেয়ে অনুমতি প্ৰেৰক হিতচিন্তক ভ ভদন্ত মেধংকৰ ভিক্ষুদেৱৰ প্ৰতি শ্ৰদ্ধা জনালো ।

সৰ্বশেষত গ্ৰন্থখনি সজাই পৰাই পাণ্ডুলিপিটো প্ৰস্তুত কৰোতে মোৰ সহধৰ্মিনী শ্ৰী মতী ৰেণু বৰাই অনেক প্ৰকাৰে সহায় সহযোগিতা আগবঢ়োৱাৰ উপৰিও আমাৰ পুত্ৰী নিলাক্ষী বৰা আৰু পুত্ৰ আদিত্য ৰঞ্জন বৰাই পাণ্ডুলিপিটো লিখি সৰ্বতোপ্ৰকাৰে উপকৃত কৰিছে সেয়ে তেওঁবিলাকলৈ মোৰ হিয়া ভৰা আশীষ থাকিল ।

পাণ্ডুলিপিটো প্ৰণয়ণ কৰোতে কৰ্মঠ উদ্যোগী আমাৰ প্ৰতিবেশী শ্ৰী মান দাদু বৰাই গ্ৰন্থখনি প্ৰেসলৈ যোৱাৰ আগমুহূৰ্তত আমাক পৰিশ্ৰমৰ মৰ্যাদা দি সহায় সহযোগ আগবঢ়ালে। সেয়ে তেওঁলৈও মোৰ স্নেহ আৰু আশীৰ্বাদ থাকিল ।

'ভঁগৱান বুদ্ধ আৰু তেওঁৰ ধৰ্ম' নামৰ গ্ৰন্থখনিৰ প্ৰতি সন্মান প্ৰদৰ্শন জনাই আমাক উৎসাহ আৰু প্ৰেৰণা যাচি যি সকল ব্যক্তিয়ে মুক্তকণ্ঠে দান বৰঙনি আগবঢ়াই প্ৰেছলৈ নিয়াত সহায় সহযোগ আগবঢ়ালে তেখেত সকললৈ মই মোৰ আন্তৰিক কৃতজ্ঞতা ও ধন্যবাদ জ্ঞাপন কৰিলো ।

দাতা সকলৰ নাম যথাক্ৰমে ——

সৰ্বশ্ৰী দুৰ্গেশ্বৰ শইকীয়া ( সাত হেজাৰ টকা ) ভালুকমৰা গাওঁ পো ৰাজগড ডিব্ৰুগড অসম ।

শ্ৰী মৎ বিমলাঙ্কুৰ ভিক্ষু ( এহেজাৰ টকা ) টোকোলাই বৌদ্ধ বিহাৰ যোৰহাট।

শ্ৰী যুত ৰেৱতী বৰুৱা ( দুশ টকা ) ডিমাপুৰ ।

চন্দ্ৰশ্যাম আৰু শ্ৰীমতী অনিমা শ্যামৰ পৰিয়ালবৰ্গ (এহেজাৰ টকা) যোৰহাট।

খগেন বৰবৰা (এহেজাৰ টকা ) কলাখোৱা যোৰহাট ।

শ্ৰী মতী ৰেণু শ্যাম (ত্ৰিশ টকা ) বোকাখাট ।

শ্ৰী যুত সিংহেশ্বৰ শ্যাম ( পাচঁশ টকা ) টিপমীয়া তিতাবৰ ।

ৰজনী শ্যাম ( পাচঁশ টকা ) দিচাংপানী শিৱসাগৰ ।

কামেশ্বৰ শ্যাম (পাচঁশ টকা ) হাবিচুক যোৰহাট ।

চুৰেণ গগৈ ( পাচঁশ টকা ) দহাবৰাচুক যোৰহাট ।

হেমকান্ত শ্যাম ( বাৰুন টকা ) দুলীয়াজান অসম ।

ৰাহুল শ্যাম ( বাৰুন টকা ) ন - শ্যাম গাওঁ তিতাবৰ ।

প্ৰভাত শ্যাম ( এশ সাতাইশ টকা ) ন শ্যাম গাওঁ তিতাবৰ ।

শ্ৰী মতী পূণ্যলতা শ্যাম (পঞ্চাছ টকা ) ।

শ্ৰী যুত গুণকান্ত শ্যাম (এশ টকা ) ।

বংশীধৰ শ্যাম ( পঁচিছ টকা ) ।

বুদ্ধেশ্বৰ শ্যাম ( ) ।

শ্ৰী যুত প্ৰশান্ত শ্যাম (পচিছ টকা ) ন শ্যাম গাও তিতাবৰ ।

বিকাশ শ্যাম ( ) ।

বেণুধৰ শ্যাম ( ) ।

খগেন শ্যাম ( ) ।

হৰেণ শ্যাম ( ) ।

পূৰ্ণকান্ত শ্যাম (বিশ টকা) ।

পৰশ কুমাৰ শ্যাম (দুশ টকা) ।

নৰেন শ্যাম (পঁচিছ টকা ) ।

সুনন্দা শ্ৰমণ ( ত্ৰিশ টকা ) । নৱজ্যোতি বৌদ্ধবিহাৰ।

বুদ্ধপ্ৰিয় শ্ৰমণ (এশবাৰ টকা) ।

বীৰেন শ্যাম (পঁচিছ টকা ) ।

পাপু চৌলেক (পাঁচ টকা ) ।

শিৱন কুমাৰ শ্যাম ( এশ এটকা) অ গুৰি শ্যাম গাঁৱ শিৱসাগৰ ।

শ্ৰী ফণীধৰ বৰা এম এ
ধেনুচোচা বাসুদেৱ নগৰ
যোৰহাট ।

## "NAMO TIRATNAYA"

ESTD 1948 A D — ESTD 2492 B E

THE CHALA JNANODAYA UP GRADE PALI VIDYALAYA

Chala Jnanodaya Library Estd 1948
PO & Vill Chalapathar Pin 785688
Dist Sibsagar Assam ( INDIA )

---

ATTAHI ATTANO NATHO KOHINATHO PAROSIYA

---

PRINCIPAL & SECY
SASANABANGSHA BHIKSHU M A
ACHARIYA TRIPITAK VISARAD
(GOLD MEDALIST)

REF NO CJPV / Dtd

একাষাৰ

শ্ৰী যুত ফণীশ্বৰ বৰা এম এ দেৱক লগ পাইছো যদিও পৰিচিত হোৱা নাছিলো। তেওঁৰ দ্বাৰা লিখিত গৌতম বুদ্ধ আৰু তেওঁৰ বাণী । কিতাপ খনি প্ৰথম দেখাতেই মোক আপোন কৰি পেলালে। কিতাপ খনি তেওঁ হিয়া উবুৰীযাই ৰাইজক বুদ্ধৰ সম্পৰ্কে বুজাবলৈ যিচাৰিছে তাত অকনো সন্দেহ নাই।

আজি ই ২৪/৭/৯৯ দিনা পুৱা ১০ বজাত মোৰ পালি বিদ্যালযত ভগৱান বুদ্ধ আৰু তেওঁৰ ধৰ্ম্ম। বৃহৎ কায পাণ্ডুলিপি খনি আগবঢায দিযাত তেওঁৰ প্ৰতি মোৰ অসীম বিশ্বাস আৰু তেওঁ যে এজন সুদক্ষ লিখক সেই কথা ভাবিবলৈ মোক অকনো অৱকাশ নেৰাখিলে।

গ্ৰন্থখনি ভদন্ত আনন্দ কৌসল্যান মহাপণ্ডিত দেৱে বাবাচাহেব আম্বেডকাৰ দেৱৰ লিখা ই ৰাজী গ্ৰন্থ খনি হিন্দীত অনুবাদ কৰে। সেই অনুবাদ গ্ৰন্থ খনিকে শ্ৰীযুত বৰাদেৱে অসমীয়া ভাঙনী কৰে।

শ্ৰীযুত বৰাদেৱৰ অসমীয়া ভাঙনী হিন্দী অনুৰূপ নহ লেও অসমীয়া মাধুৰ্য্যৰে পৰিপূৰ্ণ তাক কোৱা নিশ্চয় ভুল নহব।

মই পাণ্ডুলিপি খনিত দৃষ্টি নিক্ষেপ কৰি ক্ষন্তেকৰ ভিতৰতে মাজত সোমায মুগ্ধ হ লো। গ্ৰন্থ খনি ছপা হৈ ওলালে জনসাধৰনৰ যে মহৎ উপকাৰ হব সেইযা নকলেও হ ব। অন্যহাতে অসমীয়া সাহিত্যৰ ভৰাঁল যে চহকী কৰিব সেই কথা মই ন দি কব পাৰো।

শ্ৰী শাসনবংশ ভিক্ষু
২৮/৭/৯৯
সভাপতি
সদৌ অসম ভিক্ষু সংঘ সমিতি
পোঃআঃ চলাপথাৰ শিৱসাগৰ
অসম, ভাৰত

# সমৰ্পণ

*যো হবে দহৰো ভিকখু যুঞ্জাতি বুদ্ধ সাসনে*
*সো মং লোকং পভা'সেতি অবভামুত্তোৱ চন্দিমা*

*যেতিয়া কোনো তৰুণ ভিক্ষু বুদ্ধ শাসনৰ*
*সেবাত নিমগ্ন হৈ থাকে তেতিয়া তেওঁ মেঘৰ*
*পৰা মুক্ত হৈ চন্দ্ৰৰ দৰে এই সংসাৰক*
*প্ৰকাশিত কৰি থাকে ।*

## ——ঃ উছৰ্গা ঃ——

পিতা স্বৰ্গ পিতা ধৰ্ম্ম পিতাহি পৰমং তপঃ ।
পিতৰি প্ৰীতিমাপন্নে প্ৰীযন্তে সৰ্ব্ব দেৱতা ।।

যাৰ কৃপাত এই বিনন্দীয়া ধৰাত উপস্থিত হলো
যাৰ স্নেহ আৰু অমূল্য উপদেশত জীৱনৰ পাতনি
মেলিলো সেই স্বৰ্গগত পিতৃ-মাতৃৰ পবিত্ৰ স্মৃতিত
এই গ্ৰন্থখনি অৰ্পন কৰিলো । তেখেত সকলৰ পূণ্যাত্মাই
চিৰশান্তি লাভ কৰে যেন এযে মঙ্গলময় ভগৱানৰ ওচৰত
এযে পুত্ৰৰ প্ৰাৰ্থনা ।

ইতি
অভাজন পুত্ৰ
শ্ৰী ফণীধৰ বৰা ।

# এই সংস্কৰণ

এই মহৎ গ্ৰন্থৰ অনুবাদক পূ ড ভদন্ত আনন্দ কৌসল্যান (০৫ ০১ ১৯০৫ ২২ ৬ ১৯৮৮) ৫৮ চনত থাইলেণ্ড যাবৰ কাৰণে বম্বেৰ পৰা কলিকতালৈ গৈ আছিল । সেইচনত তেওঁ 'The Budha and His Dhamma নামৰ এখন গ্ৰন্থ পালে । কলিকতালৈ গৈ থকা অৱস্থাতে গ্ৰন্থখনি পঢ়ি শেষ কৰিলে । লগে লগে হিন্দী ভাষাত অনুবাদৰ কাম আৰম্ভ কৰিলে ।

বিশ্ব বৌদ্ধ সম্মিলনৰ উৎসৱৰ শেষত থাইলেণ্ডত তেওঁ দুমাহ থাকি এই গ্ৰন্থ অনুবাদ কৰি শেষ কৰাৰ সিদ্ধান্ত কৰিলে । বটমহাঘাট বেঙ্ককৰ স্নেহাস্পদ ভিক্ষু আৰু সংগৃহস্থ সকলে তেওঁৰ থকা খোৱাৰ সু বন্দবস্ত কৰি গ্ৰন্থখনিৰ অনুবাদ কাৰ্য্য সমাপন কৰিবৰ কাৰণে সহায়তা কৰিলে ।

অনুবাদ কাম সমাপ্ত কৰি তেঁও বেঙ্ককৰ জাপান আৰু বৰ্মালৈ গ'ল । তাত গৈ তেওঁ গম পালে যে বিদ্যালংকাৰ পৰিবেণ কেলানিয়াই শ্ৰীলংকাত ২৮ চনৰ ৫ ফেব্ৰুৱাৰীত পৰিবেনাধিপতি লুনু পোকুনে ধৰ্ম্মানন্দ মহাস্থবিৰৰ পৰা প্ৰবজ্যা উপসম্পদা গ্ৰহণ কৰি পালি বৌদ্ধ ধৰ্মৰ ওপৰত অধ্যয়ণ কৰিছিল আৰু বিশ্ববিদ্যালয়ৰ সন্মান আগবঢোৱাৰ লগতে হিন্দী বিভাগৰ অধ্যক্ষ পদত নিযুক্ত কৰিলে । ইয়াৰ পিচত তেঁও বৰ্মাৰ পৰা ভাৰতলৈ আহিল আৰু ৫৯ চনৰ জুন মাহত পুনৰ শ্ৰী লংকালৈ ৰাওনা হ'ল । এই খিনি কথা কবলৈ যাওতে লেখকো তেওঁৰ লগত গৈছিল ।

যেতিয়া ৫৭ চনত The Budha and His Dhamma গ্ৰন্থখনি সৰ্বপ্ৰথম প্ৰকাশিত হ'ল তেতিয়া ভাৰততে নহয় বৌদ্ধ দেশ সমূহতো এই বিষয়ে কঠোৰ সমালোচনা হ'ল । মানুহে এই পৰ্য্যন্ত কবলৈ ধৰিলে যে এই কিতাপত বুদ্ধিঝিম নাই আম্বেডকাৰীঝিমহে আছে । বোদ্ধিসত্ব ড আম্বেডকাৰ বাবা চাহাবৰ মূল ইংৰাজী গ্ৰন্থত কোনো প্ৰকাৰৰ (ফুট নোটছ ) উদ্ধৰণ দিয়া নাছিল । সমালোচকৰ মুখ বন্ধ কৰিবৰ কাৰণে প্ৰাচীন গ্ৰন্থসমূহৰ পৰাও আধাৰ বিচাৰিছিল । ভান্তে দেৱে শ্ৰীলংকাত মূল পালি সংস্কৃত গ্ৰন্থসমূহ দেখি ফুটনোটচ প্ৰস্তুত কৰিলে । তাক ইংৰাজীত অনুবাদ কৰি ইংৰাজী সংস্কৰণত পুনৰ যোগ দিলে । এইদৰে এই মহৎ গ্ৰন্থৰ প্ৰমানিকতা সিদ্ধ কৰিলে ।

৬০ চনত বিশ্ববিদ্যালয় ছুটীত ভন্তে ভাৰতলৈ আহিলে । 'ভগবান বুদ্ধ আৰু তেওঁৰ ধৰ্ম 'ৰ পাণ্ডুলিপিটো তেওঁৰ লগত আছিল । তেঁও মুম্বাইলৈ গ'ল আৰু সেই সময়ৰ পিপুল এজুকেশ্যান চচাইটিৰ আধ্যক্ষ তথা ন্যায় মূৰ্তি আৰ আৰ ভোলে দেৱক কলে মই বাবা চাহাবৰ গ্ৰন্থৰ অনুবাদ কৰিলো । আপুনি গ্ৰন্থখন ছপোৱাৰ ব্যৱস্থা কৰে যেন ।

ভোলেদেৱে ক'লে — অনুবাদ গ্ৰন্থখনি চাব লাগিব ।

ভন্তেই ক'লে 'বাবা চাহাবৰ গ্ৰন্থ আৰু আনন্দ কৌশল্যান দেৱ হৈছে এই গ্ৰন্থৰ অনুবাদক গতিকে তৃতীয় ব্যক্তি কোনে চাব ।

ভোলো চাহাবে কেৱল ভন্তেৰ ফালে চালে আৰু মূল ইংৰাজী গ্ৰন্থখনি খুলি চাই ক'লে যে এই পৃষ্ঠাটো পঢ়ক । এইদৰে দুই তিনি ঠাইৰ অনুবাদ পঢ়ি শুনালে আৰু ক'লে যে মই এতিয়া সন্তুষ্ট । গ্ৰন্থখনি সোনকালে ছপোৱা হ'ব।

ইয়াৰ প্ৰথম সংস্কৰণ ৬১ চনত প্ৰকাশ হ'ল । তেতিয়াৰ পৰা আজি পৰ্য্যন্ত কেইবাটাও সংস্কৰণ হৈ গৈছে । এই গ্ৰন্থৰ দাম অধিক হোৱা বাবে সৰ্ব সাধাৰণ মানুহে কিনি পঢ়াতো টান ।

ভন্তেদেৱে এই গ্ৰন্থখনি পঞ্জাবী ভাষালৈও অনুবাদ কৰিলে । যোৱা বছৰ যেতিয়া মই তাইৱানলৈ গৈছিলো তেতিয়া The Corporate Body of the Budha Educational Fundamental Taiwan ৰ পদাধিকাৰীয়ে ইয়াৰ হিন্দী আৰু ইংৰাজী সংস্কৰণ ছপাই বিনামূল্যে বিতৰণ কৰাৰ ইচ্ছা প্ৰকাশ কৰিলে । এইবাৰ মই জুলাই মাহত তাইপেইলৈ গৈছিলো আৰু তাতেই এই দুয়োখন গ্ৰন্থ তেওঁৰ হাতত অৰ্পন কৰিলো।

মই ভাৰতীয় বৌদ্ধ সকলৰ ফালৰ পৰা "The Corporate Body of the Budha Educational Fundamental Taiwan ৰ ওচৰত তেও বিলাকৰ এই পূণ্যময় কৰ্মৰ কাৰণে অত্যন্ত কৃতজ্ঞ হ'লো ।

সৰ্ব্বে সত্তা সুখী হোংতু ।


*অধ্যক্ষ*

*বৌদ্ধ প্ৰশিক্ষণ সংস্থান , বুদ্ধভূমি /*
*জী এন ৰোড, কামঠী, নাগপুৰ*
*(ভাৰত)*
*ফোননং* : ০৭১০৯-৮৮৭৩২

*ভিক্ষু মেধংকৰ*
১০৭১৯৯৬

# নম্র নিবেদন

যেনেদৰে ড° ভীমৰাও আম্বেডকাৰৰ নিৰ্দ্বিধী জীৱন অনেক অসমৰ্থ আৰু অশান্তমস্তিষ্কৰ কাৰণে বোধহীন আৰু চৰ্চাৰ বিষয় হৈ পৰিছে, অন্তিম অনুপম তথা সৰ্বসাধাৰণৰ কাৰণে হিতকামী ৰচনা। বহুতৰ কাৰণে বোধহীন আৰু 'কিন্তু তথাপি'ৰ বিষয় হৈ পৰিছে।

এনেধৰণৰ কামৰ কাৰণে কিমান যে অবিচ্ছিন্ন পৰিশ্ৰম কিমান যে ভাবুকতা আৰু বোধগাম্যতা কিমান যে তীক্ষ্ণদৃষ্টিৰ আৱশ্যক ইয়াৰ অনুভৱ সেইজনেহে কৰিব পাৰে যি জনে এনে কৰ্ম কৰিবৰ কাৰণে ব্ৰতী হয়। আপুনি কল্পনা কৰকচোন ——

(১) আপোনাৰ সন্মুখতে গোটেই ত্ৰিপিটক খিনি আছে। ত্ৰিপিটকৰ অভিপ্ৰায় হৈছে সুত্তপিতক বিনয় পিটক তথা অভিধৰ্ম্ম পিটক। সুত্তপিতকত পাঁচোটা নিকায় আছে —— (১) দীৰ্ঘ নিকায় (২) মাজ্ঝিম নিকায় (৩) সংযুক্ত নিকায় (৪) অঙ্গুত্তৰ নিকায় (৫) খুদ্দক নিকায়। অকল খুদ্দক নিকায়তেই ধম্মপদ সুত্তনিপাতৰ দৰে পোন্ধৰখন কিতাপ আছে। বিনয় পিটকতো মহাবগ্গ চুল্লবগ্গ আদি পাঁচখন গ্ৰন্থতকৈ কম নাই আৰু অভিধম্ম পিটকত ও সম্পূৰ্ণ সাতখন গ্ৰন্থ আছে।

এই সকলোবিলাক গ্ৰন্থতে পৃথকে পৃথকে অৰ্থ কথা বিলাক আছে যি নিজ নিজ মূল গ্ৰন্থতকৈ প্ৰায় বহু গুণে বেছি।

ত্ৰিপিটক বাহ্য কিন্তু ত্ৰিপিটকৰ সমানেই আদৃত মিলিন্দ প্ৰশ্ন তথা বিশুদ্ধিমগ্গো সদৃশ গ্ৰন্থ আছে। ইয়াত বুদ্ধচৰিত্ৰ তথা অনান্য সাহিত্যও বিদ্যমান।

অনেক সমানতা থকা সত্ত্বেও কিছুমান বিষয়ত বৈসাদৃশ্যও নথকা নহয়। আপুনি এই বিশাল সাহিত্য সমূহৰ ভিতৰত এনে এখন গ্ৰন্থ চয়ণ কৰিছে যি নেকি সহজে বোধগম্য হয় ভগবান বুদ্ধ আৰু তেওঁৰ শিক্ষা সমূহৰ মাজত সম্পূৰ্ণ ৰূপৰেখা আহি পৰে আৰু যাতে পুনৰুক্তি কম হয় আৰু যি বুদ্ধিপ্ৰধান মস্তিস্কই বৰং ভাৱনা প্ৰধান প্ৰবৃত্তিসমূহক কল্যাণৰ পথত অগ্ৰসৰ হ'বলৈ সমৰ্থ হ'ব পাৰে — এইয়া কি সহজ কাৰ্যনে ?

বোধকৰো এই কাৰ্য ও ড° আম্বেডকাৰৰ কাৰণে সহজ সাধ্য নাছিল। এই কঠোৰতাৰ প্ৰতিধ্বনি তেওঁৰ এই কথাত স্পষ্ট উল্লেখ হৈছে ——

বৌদ্ধ ত্ৰিপিটক আৰু তাৰ অটঠ কথা সমূহ সমুদ্ৰৰ দৰে বিশাল। সেই বিলাক মুখস্থ কৰাতো সচাঁয়ে সাধাৰণ কথা নাছিল।

একাধিকবাৰ এনেও হৈছে যে ভগবান বুদ্ধই যি কৈছে, তাৰ ৰিপৰ্ট তেওঁবিলাকৰ ওচৰত পৰিছিলহি। উদাহৰণ স্বৰূপে তাৰ পাঁচোটা সুযোগৰ কথা উল্লেখ কৰিব পাৰি।

ভগবান বুদ্ধই যি কৈছে, তাৰ ৰিপৰ্ট স্পষ্টৰূপে ধৰিব পৰা নাই। ভগবান বুদ্ধৰ জীৱণ কালতেই কেইবাবাৰো তেওঁৰ বচন সমূহৰ 'ভুল ৰিপৰ্ট' তেওঁবিলাকৰ

ওচৰত পৰিছিলাহ।

এনেধৰণৰ সম্ভৱ অনেক সুযোগ আহিছে যেতিয়ানেকি তথাগতৰ বাণীসমূহৰ উচিত ৰিপর্ট দিয়া হোৱা নাই । এনে পৰিপেক্ষিতত আমি দেখো যে ভিক্ষুসকলো ভগৱান বুদ্ধৰ ওচৰলৈ গৈছে আৰু প্ৰশ্ন কৰিছে যে এনে পৰিস্থিতিত তেওঁবিলাকে কি কৰা উচিত ?

'কৰ্ম আৰু পূৰ্ণজন্ম (পৰ্য্যন্ত) যিয়ে যেতিয়ানেকি ভুল 'ৰিপর্ট দাখিল কৰিছে তাৰো অনেক তথ্য পোৱা গৈছে । এইকাৰণে ত্ৰিপিটকত যি 'বুদ্ধবচন বুলি মানি লোৱা হৈছে সিয়ো সেই বিলাকো 'বুদ্ধ বচন বুলি স্বীকাৰ কৰাতখুব সাৱধান হোৱা দৰকাৰ । (পৃ০ ২৭৮)

পৰিস্থিতি সচাকৈয়ে বিকট । কিন্তু ড° আম্বেডকাৰৰ ভাষাতেই সৌভাগ্যবশত। ত্ৰিপিটকতেই এটা পৰীক্ষা বিদ্যমান হৈ আছে, যাৰ দ্বাৰা যি কোনো বাণীৰ সম্বন্ধে বাস্তৱিক সিদ্ধান্তত উপনীত হোৱাৰ সহায়তা লব পাৰি। সেই পৰীক্ষাটো হৈছে —

ভগৱান বুদ্ধৰ বিষযে এটা কথা বিশেষ বিশ্বাসেৰে কব পাৰি সেইয়া আন একো নাছিল যদি তেওৰ কথা বুদ্ধিসংগত তৰ্কসংগত নহলহেতেন । দ্বিতীয়তো কথা যথাসাধ্যে মূল্যাংকণ কৰি এই কথা কব পাৰি যে যি কথা বুদ্ধিসংগত যি কথা তৰ্কসংগত সেয়েই হৈছে 'বুদ্ধ বচন ।

দ্বিতীয় কথা হৈছে যে ভগৱান বুদ্ধই কেতিয়াও অদৰকাৰী চৰ্চাত নিবৃত্ত হ'ব নিবিচাৰিছিল যাৰ মানুহৰ কল্যাণৰ লগত কোনো সম্বন্ধ নাই । এইকাৰণে যি কোনো এনে কথা যি নেকি মানুহৰ কোনো কল্যানৰ লগত সম্বন্ধ নাথাকে যদি কোনোৰে তাক ভগৱান বুদ্ধৰ কথা বুলি প্ৰতিপন্ন কৰিবলৈ যায় তেনে তাক ভগৱান 'বুদ্ধৰ বচন বুলি স্বীকাৰ কৰিব নালাগে । (পৃ০ ২৭৮-২৭৯)

এই পৰীক্ষাৰ ওপৰত পৰীক্ষা কৰি এনে লাগিছে যে ড° আম্বেডকাৰে পৰম্পৰাগত 'বুদ্ধ বচন ক 'বুদ্ধ বচন বুলি স্বীকাৰ কৰা বা নকৰাৰ ৰাস্তা গ্ৰহন কৰিছে ।

প্ৰথমতে তেওঁ নিজৰ এই গ্ৰন্থত পৰম্পৰাগত মান্যতাৰ বিৰুদ্ধে লিখিছে অথবা তাতকৈ ভিন্নৰূপে লিখিছে, সেইয়া তথাগতৰ প্ৰব্ৰজ্যা অথবা তেওঁৰ 'অভিনিষ্ক্ৰমণ'ৰ কথাকলৈ । সিদ্ধাৰ্থ কুমাৰ প্ৰব্ৰজিত হৈছিল এইটো সত্য কথা কিন্তু প্ৰশ্ন হৈছে যে তেওঁ কিয় প্ৰব্ৰজিত হৈছিল ? পৰম্পৰাগত মান্যতা হৈছে যে এজন বুঢ়া এজন ৰোগী এজন মৃতক তথা এজন সাধুক দেখিছে । যদি তেওঁ সংসাৰথনকদুখময় জীৱনৰ প্ৰতীকবুলি ভাবি এইসাৰাংশক এটা অলংকাৰযুক্ত ৰূপক মাত্ৰ বুলি স্বীকাৰ কৰি লোৱা যায়, তেনে সেইটো বেলেগ কথা কিন্তু যদি তেওঁৰ ২৯ বছৰ বয়স হোৱা পৰ্যন্তসিদ্ধাৰ্থৰ দ্বাৰা এজনবুঢ়া এজন ৰোগী, এজন মৃতব্যক্তিক নেদেখাৰ কথাটোক' ঐতিহাসিক সত্য' বুলি মানি লোৱা যায় তেনে ই ঐতিহাসিক সত্য এনেদৰেই সত্য হ'ব যাৰ ওপৰত প্ৰত্যেকজন

বিসুৰকৰৰ প্ৰশ্ন চিকু লাগিল আৰু অৱশেষত লাগিল । অৱশেষত এই ঐতিহাসিক সত্যৰ প্ৰাচীনতম সাহিত্যিক সাক্ষ্য কি ? ইয়াৰ সাহিত্যিক সাক্ষী কেৱল সেইবিলাক অটঠকথাহে যিবিলাকক বুদ্ধঘোষ তথা অন্য আচাৰ্য্য সকলে ভগৱান বুদ্ধৰ এক হেজাৰ বছৰৰ পিছত পৰম্পৰাগত সিংহল অটঠকথা বিলাকৰ আশ্ৰয় গ্ৰহণ কৰি পালি ভাষাত লিখা হৈছিল ত্ৰিপিটকৰ অন্তৰ্গত লেখত লবলগীয়া গ্ৰন্থসমূহৰ ভিতৰত কোনো এখন গ্ৰন্থতো এই বুঢা ৰোগী মৃত সাধু ক দেখি অভিনিষ্ক্ৰমণ কৰিবলৈ ওলোৱাৰ সাৰাংশ ক'তো নাইনেকি ? আমাৰ সীমিত জ্ঞানৰ আধাৰত হ'লে ক'তো নাই । খুদ্দক নিকায়ৰ সুত্তনিপাতৰ অটঠকথাৰ ভিতৰত অত্তদণ্ডসুত আছে । তাত প্ৰব্ৰজ্যাৰ উপযুক্ত কাৰণ ব্যক্ত হোৱাতো পৰিলক্ষিত হৈছে । সেই সুত্তত আছে——

> অত্তদণ্ডা ভযং জাতং, জনং পস্সথ মেধকং ।
> সংবেগং কিত্তযিস্সামি যথা সংবিজিতং মযা ।। ১ ।।
> ফন্দ মানং পজং দিস্বা মচ্ছেঅপ্পোদকে যথা ।
> অঞ্ঞমঞ্ঞেহি ব্যাৰুদ্ধে দিস্বা মং ভয মাবিসি ।। ২ ।।
> সমন্তসাৰো লোকো দিসা সব্বা সমেৰিতা ।
> ইচ্ছং ভৱনমত্তনী নাদ্দ সাসিং অনোসিতং ।
> ওসানে ত্বেৱ ব্যাৰুদ্ধেং দিস্বা মে অৰতি অহু ।।৩ ।।

(অৰ্থ — অস্ত্ৰ ধাৰণ কৰাতো ভযজনক লাগিল । (ইয়াৰ দ্বাৰা) জনতাই কেনেদৰে কাজিয়া কৰিব ধৰিছে চোৱা । মোৰ সংবেগ (বৈৰাগ্য) কেনেকৈ উৎপন্ন হ'ল এই বিষয়ে মই কৈছো । (২) সামান্য পানীত যেনেকৈ মাছে ছটফটাই থাকে তেনেকৈ পৰস্পৰে পৰস্পৰক বিৰোধিতা কৰি ছটফটাই থকা প্ৰজাক দেখি মোৰ মনত ভয় উৎপন্ন হ'ল । (৩) জগত খন চাৰিওফালে অসাৰ দেখিবলৈ ধৰিলো সকলো দিশেই কঁপিব উঠিছে এনেহেন লাগিল যেন মই ক'তো আশ্ৰয়স্থান বিচাৰি নোপোৱা হ'লো । অৱশেষত সমস্ত জনতাই পাৰস্পৰিক বিৰোধিতা কৰি থকা দেখি মোৰ মন একেবাৰে ভাগি পৰিল) ।

পুনৰ সুত্ত নিপাতৰ পব্বজা সুত্তৰ আৰম্ভনিতেই নিম্নলিখিত গাথাখিনি আছে —

> পব্বজ্জং কিত্তযিস্সামি যথা পব্বজি চক্খুমা ।
> যথাযীমং সমানো সো পব্বজ্জং সমৰোচযি ।। ১ ।।
> সংবা ধোৎ যং ধৰাবাসো ৰজসসাযতনং ইতি ।
> অব্ভোকাসো চ পব্বজ্জা ইতি দিস্বান পব্বজি ।। ২ ।

১ প্ৰোঃ ধৰ্ম্মানন্দ কোসম্বীকৃত 'ভগৱান বুদ্ধ'ৰ হিন্দী অনুবাদ দ্ৰষ্টব্য ।

( অৰ্থ— চক্ষুস্মন্তই প্ৰব্ৰজ্যা কিয় ল'লে আৰু তেওঁ তাক কি বিচাৰৰ দ্বাৰাই প্ৰিয় অনুভৱ কৰিলে ইয়াকে কৈ মই তেওঁৰ প্ৰব্ৰজ্যাৰ বিষয়ে বৰ্ণনা কৰো । ( ২ ) গৃহস্থাশ্ৰম হৈছে বাধা আৰু জাবৰ জোঁটৰ ভৰা ঠাই তথা প্ৰব্ৰজ্যা হৈছে মুক্ত বায়ু সেই কাৰণে তেওঁ পৰিব্ৰাজক হ'ল ) ।

প্ৰো০ ধৰ্মানন্দ কোসম্বীৰ মান্যতাৰ সমৰ্থন কৰি ড আম্বেডকাৰে সিদ্ধাৰ্থৰ প্ৰব্ৰজ্যা বা অভিনিষ্ক্ৰমণৰ যি মনোমোহা ৰূপক বৰ্ণনা কৰিছে, আমি নাজানো যে এইয়া কিমান দূৰ প্ৰকৃত ইতিহাসৰ সমীপ কিন্তু আমি এইটো নিশ্চয় অনুভৱ কৰো যে ত্ৰিপিটকত তেওঁ প্ৰব্ৰজিত হোৱাৰ কাৰণৰ ফালেও যি সকলোৰা সংকেত পোৱা হৈছে সেইয়া হৈছে বুঢ়া ৰোগী মৃত সাধুৰ বিষয় বস্তুটোক এইযে এজনে আনজনক বিৰোধী কৰি ধৰযথাই থকা প্ৰজাক দেখি বিষয় বস্তুত্ব পাছত খাপ খাইছে । গতিকে ইয়াত কম সম্ভাৱনা দেখা নাযায় যে সিদ্ধাৰ্থ কুমাৰৰ অভিনিষ্ক্ৰমণৰ মূল কাৰণ হৈছে 'প্ৰজাই ধৰযথোৱা । এইদৰে দুখৰ মূল ৰহস্য উদঘাটন কৰাটো বেই হৈছে ইয়াৰ প্ৰধান লক্ষ্য । ইয়াত জানো আচৰিত হ'ব লগীয়া কিবা কথা আছে যাক নেবি প্ৰজাই এইদৰে তেওঁক মনত ৰাখিব —— তেওঁ উচ্চ কুলত জন্ম শ্ৰেষ্ঠ মাতা-পিতাৰ সন্তান সৰ্বতো প্ৰকাৰে সম্পন্ন ভৰ যৌৱন প্ৰাপ্ত, বুদ্ধি সম্পন্ন সুন্দৰ শৰীৰ যুক্ত আছিল সুখভোগৰ মাজত পালিত হৈছিল আৰু নিজৰ ইষ্ট কুটুম্বৰ লগত এই কাৰণেই যুদ্ধ বিগ্ৰহ কৰিছিল যাতে পৃথিৱীত শান্তিবৰ্তি থাকে আৰু প্ৰজাৰ মাজত যাতে কল্যাণ হয় । (পৃ০ ৩৩ ) মানুহ বিলাকে কৈ উঠিছিল এইয়া তেওঁ স্বইচ্ছাৰে কৰা মহান ত্যাগ । এইয়া হৈছে বিশেষ বিশেষ বীৰতা আৰু সহযোগিতাৰ কাম । সংসাৰ ইতিহাসত ইয়াৰ উপমা নহয় । সেয়ে তেওঁক শাক্যমুনি বা শাক্যসিংহ বুলি কোৱাৰ সকলোৰে অধিকাৰ আছে । (পৃ ৩৩)

যেনেকৈ শিকলিৰ এটা বেডিয়ে আনটো বেডিৰ লগত মুক্ত হৈ থাকে ঠিক সেইদৰে ভগৱান বুদ্ধৰ গৃহত্যাগৰ উদ্দেশ্য আৰু মনোবাঞ্চা পূৰণ কৰা পূণ্যগাথাৰ নামেই হেছে 'ভগৱান বুদ্ধৰ ধৰ্ম । এইটো স্বীকাৰ্য্য যে ভগৱান বুদ্ধই জনতাৰ দুখৰ কাৰণ হৃদয়ঙ্গম কৰি দুখৰ কাৰণ সমূহ বিনষ্ট কৰাৰ উপায় উপলব্ধি কৰি জনতাক সেই বিষয়ে অৱগত কৰি দুখ বিনাশৰ হেতুকে দুখৰ মূল উচ্ছেদ কৰাৰ অভিপ্ৰায়েৰে তেওঁ গৃহত্যাগ কৰিলে । এই দুখ দুই প্ৰকাৰৰ – ( ১ ) সম্পৰায়িক দুঃখ আৰু ( ২ ) সাংদিটিক দুঃখ ।

( ১ ) সেই দুখ যি কোনোৱে নৰক বা পাপৰহিত ৰূপে জন্ম গ্ৰহণ কৰিলেও ভুগিব লগাত পৰে তথা সেই দুখ যি কোনোৱে বাৰে বাৰে জন্ম গ্ৰহণ কৰিলেও ভুগিব লগাত পৰে তথা সেই দুখ যি জন্ম লোৱাৰ লগে লগে অৱশ্যম্ভাৱী পৰিণাম অৰ্থাৎ যি দুখ জন্ম গ্ৰহণ কৰাৰ দ্বিতীয় পৰ্য্যায় । ( ২ ) সেই দুখ যি ৰাগ দ্বেষ তথা মোহৰ কাৰণে উৎপন্ন হয় আৰু ৰাগ দ্বেষ তথা মোহ ক্ষয় কৰিব পাৰিলেই এই ছয়ফুটীয়া শৰীৰতেই যাক অন্ত কৰিব পাৰি ।

বৌদ্ধ সাহিত্যত এই দুই প্ৰকাৰৰ দুখৰ চৰ্চা আছে । মানি লোৱাতো বেলেগ কথা কিন্তু সম্পৰায়িক দুখৰ চিন্তাত পৰাৰ পিছত মানুহে নৰকৰ অস্তিত্ব

লাগিলে ভালেই হওক বা বেযাই হওক — তাৰ স্বীকাৰ কৰিবইলাগিব মন্তৰ পিচত জন্ম গ্ৰহণ কৰিলেও লাগিলে সেইয়া ভালেই হওক বা বেযাই হওক — স্বীকাৰ কৰিবই লাগিব তথা জীৱনটোক স্বাভাবিকতে দুখ বুলিযেইমানিব লাগিব । এইসকলো বিলাক মান্যতা হয়তো কাৰোবাৰ ভিত্তিত ওলমিব পাৰে বা নোলমিবও পাৰে । কিন্তু সাংদিটিঠিক দুখৰ যি ৰূপ তাৰ যি অনুভূতি আৰু তাৰ ক্ষয় কৰাৰ যি সম্পূৰ্ণ সম্ভাৱনা তাৰ কাৰণে উক্ত যি কোনো মান্যতাৰ আশ্ৰয়ৰ তুলনা নহয় । ভগবান বুদ্ধই নিজৰ ধৰ্মক সাংদিটিঠিক ধৰ্ম' বুলি কৈছে । আমাৰ দৈনন্দিন ধৰ্মানুস্মৰণ এইধৰণৰ —

'স্বাকখাতো ভগৱতা ধম্মো সংদিটিঠকো অকালিকো এহি পস্সিকো ওপনযিকো পচ্চত্তং বেদিত ব্বো বিঞঞূহিতি

(ভিক্ষুসকল। এই ধৰ্মৰ বিষযে ভালদৰে বুজুৱা হৈছে এইযা সাংদৃটঠক এইয়া অকালিক ইযাৰ বিষয়ে কব পাৰিযে আহা আৰু নিজে চোৱা ই ওপৰলৈ উঠাওতো আৰু প্ৰত্যেকজন বিজ্ঞ (পুৰুষে) নিজে সাক্ষাৎ কৰিব পাৰে ।)

আমাৰ দৃষ্টিত ড আম্বেদকাৰৰ এই গ্ৰন্থখনিৰ এইযা ডাঙৰ বিশেষতা যে তেও বৌদ্ধ সাহিত্যত ধৰ্মৰ যি সাংদৃটঠক অংশ তাক নিজৰ গ্ৰন্থত প্ৰাধ্যানতা দিছে ।

প্ৰত্যেক ধাৰ্মিক সম্প্ৰদাযৰ সাম্প্ৰদায়িক শিক্ষা সমূহৰ এযেই বিশেষতা যে যদি কোনোৱে তাক সিদ্ধ কৰিব নোৱাৰিলেও তাক অসিদ্ধও কৰিব নোৱাৰে।

পক্ষপাত কৰোতাই একধৰণৰ তৰ্ক দাঙি ধৰে বিৰোধী বিলাকে বেলেগ ধৰণে । তেওঁবিলাকৰ তৰ্কৰ দ্বাৰাই নাই প্ৰমাণিক কৰিব পাৰিছে নাই তাক তৰ্কৰ দ্বাৰা খণ্ডন কৰিব পাৰিছে । লাভ ইমানেই হৈছে যে জিভাৰ তীব্ৰতা অথবা এনে ধৰণৰ শাস্ত্ৰ চৰ্চা যুগ যুগান্তৰ পৰ্যন্ত চলি থাকিব ।

আমি সাম্প্ৰদায়িক মান্যতা সমূহক খণ্ডন মণ্ডন কৰি ফুৰাৰ আৱশ্যকতা বোধ কৰানাই কিন্তু যদি তেওঁ বিলাকে আমাৰ সাংদৃটঠক ধৰ্ম পালনৰ ৰাস্তাত বাধা প্ৰদান কৰিবলৈ থিয হয় তেনে তেওঁ বিলাকৰো কেতিযাবা ব্যঙ্গবাণেৰে থকা সৰকা কৰিব লগা হ'ব পাৰে ।

ইয়াত ভাৰতীয বিচাৰ ধাৰা আৰু ইয়াৰ সাম্প্ৰদাযিক মান্যতাসমূহৰ সিমান পৰিচয নাই য'ত পূৰ্ণজন্ম কৰ্ম মোক্ষ আদি ভাৰতীয সংস্কৃতিৰ সুপৰিচিত শিক্ষাৰ কথা দেখিবলৈ পোৱা যায । তেওঁবিলাকে নিজৰ ইচ্ছানুসৰি অৰ্থ কৰি দেখুৱাতো তেওঁবিলাকৰ জন্ম সিদ্ধ অধিকাৰ বুলি ভাবে । এইটো স্বাভাবিক কথা যিহেতু সকলো ধাৰ্মিক পৰম্পৰাৰ ভিতৰত এনেবিলাক শিক্ষাৰ নিজা নিজা অৰ্থ বৈশিষ্ট সুৰক্ষিত থকা স্বত্তেও শব্দৰ এই সমানতাই হৈছে সেই ৰচী যাকনে কি তেওঁবিলাকে একেটা সূত্ৰতে বান্ধি ৰাখিছে । ড' আম্বেডকাৰে নিজৰ এইগ্ৰন্থৰ দ্বাৰা পূৰ্ণজন্ম, কৰ্ম, মোক্ষ আদি সৰ্বজন পৰিচিত শিক্ষা সমূহৰ বৌদ্ধ অৰ্থ বিশেষতাক মুক্ত কৰিবৰ কাৰণে প্ৰযাস কৰিছে । কোনোৱে হয়তো তেওঁ কৰা অৰ্থলাত সহমতপ্ৰকাশ নকৰিব পাৰে কিন্তু ড' আম্বেডকাৰৰ এইপ্ৰচেষ্টা সকলো ফালৰ পৰাই মহত্বপূৰ্ণ বুলি ধৰিব পাৰি ।

ইমানখিনি আমিও কব বিচাৰো যে বৌদ্ধৰ পূৰ্ণজন্ম আৰু অবৌদ্ধৰ পূৰ্ণজন্মৰ মাজত

যদি কোনো প্ৰাৰ্থক্য নাই তেনে বৌদ্ধ কৰ্ম আৰু অবৌদ্ধ কৰ্মতো কোনো পাৰ্থক্য নাই আৰু যদি বৌদ্ধই মোক্ষ বা নিৰ্বাণ তথা অ বৌদ্ধৰ মোক্ষত কোনো প্ৰভেদ নাই তেনে বৌদ্ধ ধৰ্মৰ কোনো বিশেষত্বই নাই । এই বিষয়ে শব্দৰ লগত সমানতা যিমানেই নাথাকক লাগে অৰ্থৰ সমানতা থাকিবই নোবাৰে । বৌদ্ধ পৰম্পৰা সম্পূৰ্ণভাৱে অনাত্মবাদী আৰু অবৌদ্ধ 'সময়' প্ৰায়ে আত্মবাদী

অনীশ্বৰবাদ তথা অনাত্মবাদ বৌদ্ধধৰ্মৰ এনে দুখন কুঠাৰ যাৰ বিনা সহায়তাত অবৌদ্ধৰ মান্যতাখিনিৰ জাবৰ জোঠৰ বিলাক পৰিস্কাৰ নকৰাকৈ বৌদ্ধ ধৰ্মৰ ভৱনৰ আধাৰ শিলা ঠিয় কৰিব পৰা নাযায় ।

এনেযেও আমি সকলোৱেই জানো যে মানুহ সামাজিক প্ৰাণী আৰু এইটোও আমি জানো যে মনুষ্য নামৰ প্ৰাণীসমূহৰ নিজা নিজা সমাজ আছে । কিন্তু ধৰিব নোৱাৰি যে যেতিয়া আমি কোনো মানুহৰ ধাৰ্মিক ৰূপটো অধ্যয়ণ কৰিব বিচাৰো তেতিয়া তেওঁক কিয় অকলশৰীয়া বুলি ভবা যায় ? প্ৰত্যেৰ 'আত্মা' আছে বুলি ধৰি লোৱা যায় আৰু সকলো মানুহৰ ওপৰত এজন পৰমাত্মা আছে বুলি মানি লোৱা যায় সেই 'আত্মা' সেই পৰমাত্মা'ত বিলীন হৈ যোৱাৰ জীৱনৰ পৰম উদ্দেশ্য বুলি ঘোষণা কৰা যায় । মানুহ যিমানে পৰমাত্মা'ৰ কায চাপি যায় সিমানেই নিজৰ ওচৰ সম্বন্ধীয়ৰ পৰা দূৰ হৈ গৈ থাকে । এনে কিয় নহব যেতিয়ানেকি গৃঢতীৰ লগতে এই শিক্ষা দিয়া যায়

জাকে হৃদয় ন ৰাম বৈদেহী
তজো তাহি কোটি বৈৰীসম সদ্যপি পৰং সনেহী
তজৌ পিতা প্ৰহ্লাদ বিভীষণ বন্ধু ভৰত মহতাৰী

কিন্তু ভগৱান বুদ্ধৰ ধৰ্মৰ আধাৰশিলা হৈছে মানুহে মানুহৰ লগত পৰস্পৰ যোগ্য সম্বন্ধ ৰখা ।

এইটো সচাকৈয়ে দুখৰ বিষয় যে বৌদ্ধ ধৰ্মৰ বিষয়ে মানুহৰ মনত সৰ্বথাই ভুল ধাৰণা সমূহে বাহ লৈছে । প্ৰথমতে কেৱল এই কাৰণেই বুদ্ধই যি কলে সেইয়া প্ৰায় 'ভিক্ষুসকল'ক সম্বোধন কৰি ক'লে আন বিলাক সম্ভৱ এই কাৰণেই সংগীতিকাৰক ভিক্ষু আছিল আৰু তেও বিলাকে স্বভাৱতে সেই কথা বিলাকক অধিক মহত্ব দিছিল যি বিলাকক নেকি তেওঁ বিলাকৰ লগত সম্বন্ধিত আছিল মানুহে বুদ্ধ ধৰ্মক ভিক্ষু সকলৰ ধৰ্ম বুলি ধৰি ললে ।

ভিক্ষুৰ সংখ্যা লাগিলে যিমানেই নহওঁক কিন্তু ভগৱান বুদ্ধৰ গৃহস্থী উপাসকৰ সংখ্যাই অতকৈ অধিক । এইকাৰণে বৌদ্ধ ধৰ্ম যিমানেই ভিক্ষুসকলৰ ধৰ্মৰূপে পৰিগণিত হৈছিল সিমানেই গৃহস্থী সকলৰো ধৰ্ম । এনে স্থিতিত ভিক্ষুসকলৰ চীৱৰ পিণ্ডপাত, শয়ন শয্যা তথা ৰোগী হ'লে ঔষধ পাতি যোগান ধৰোতা কেৱল গৃহস্থই আছিল । এইটো ঠিক কথা যে ভিক্ষুৱে গৃহস্থক শিক্ষা দান কৰিছিল কিন্তু ভিক্ষুক ভিক্ষাদান কেৱল গৃহস্থই হে দিব লাগে । এইকাৰণে বুদ্ধ শাসন যিমান মাত্ৰাত ভিক্ষুৰ ওপৰত নিৰ্ভৰশীল অতকৈ কম মাত্ৰাত গৃহস্থীত নাছিল ।

ড আম্বেডকৰৰ বক্তব্য হৈছে যে বৌদ্ধসকলৰ এখন পৃথক সমাজ নোহোৱাতো বৌদ্ধ ধৰ্ম ভাৰতৰ পৰা লুপ্ত হোৱাৰ মূলতে ইয়ো এক কাৰণ ( পৃ ৩৫৩) বুলি ভবাটো প্ৰকৃততে বিচাৰ কৰিব লগা কিন্তু ইবৰ্তমান যুগৰ এইটো ধাৰণা হ'ব নালাগে যে দেশত যিমান বিলাক ধৰ্ম আছে সেই বিলাকৰ প্ৰত্যেকৰে পৃথক পৃথক সমাজ হওঁক ।

প্ৰাচীন কালৰ পৰাই বৌদ্ধসমাজৰ এইখিনি বিশেষত্ব বিদ্যমান হৈ আছে -

---

(১) বৌদ্ধসমাজৰ সকলো সদস্যাই পৰস্পৰে পৰস্পৰক সমান বুলি মানে।

(২) বৌদ্ধ সমাজৰ সকলো সদস্যাৰে শিক্ষা প্ৰাপ্ত কৰিবৰ কাৰণে সমান স্বাধীনতা আছে ।

(৩) বৌদ্ধ সমাজৰ সকলো সদস্যাৰে স্বতন্ত্ৰভাৱে ব্যৱসায় কৰাৰ ব্যৱস্থা আছে ।

(৪) বৌদ্ধ সমাজৰ স্ত্ৰী সকলৰো পুৰুষৰ সমানেই অধিকাৰ আছে ।

সংক্ষেপতে ইয়াকেই কব পাৰি যে বৌদ্ধসমাজ বৰ্ণাশ্ৰমী ধৰ্মৰূপী কবলৰ পৰা সদায় স্বাধীন ।

ড° আম্বেদকাৰে নিজৰ এইগ্ৰন্থত বৌদ্ধ ধৰ্মৰ জনতান্ত্ৰিক ৰূপটো স্পষ্ট কৰিবৰ কাৰণে এজন 'ভিক্ষু' আৰু এজন 'ব্ৰাহ্মণ'ৰ ভেদৰ তথা এজন 'ভিক্ষু' আৰু এজন 'উপাসক'ৰ ভেদক যি স্পষ্টভাৱে বৰ্ণনা কৰিছে, সেইয়া অত্যন্ত দুৰ্লভ ।(চাওঁক পৃ ৩৪৪-৩৪৬)।

মহত্বপূৰ্ণ প্ৰশ্ন হৈছে যে এজন ভিক্ষুৰ জীৱন কাৰ্য্য কি ? ভিক্ষুৰ জীৱন ব্যক্তিগত সাধনাৰ কাৰণে অথবা তেওঁবিলাকে জনসাধাৰণৰ সেৱা কৰা তথা তেওঁবিলাকক মাৰ্গদৰ্শন কৰাইনে কি ? ইয়াৰ উত্তৰ হৈছে— এইদুয়োটাই তেওঁ বিলাকৰ জীৱন কাৰ্য্য । বিনা ব্যক্তিগত সাধনাৰে তেওঁ নেতৃত্ব দিব নোৱাৰে । এই কাৰণে তেওঁ নিজে নিজে সম্পূৰ্ণ শ্ৰেষ্ঠ ধাৰ্মিক আৰু জ্ঞান সম্পন্ন ব্যক্তি হব লাগিব । ইয়াৰ কাৰণে তেওঁ ব্যক্তিগত সাধনা কৰিব লাগিব ।(পৃ ৩৪৭) ।

এজন ভিক্ষুৱে গৃহ ত্যাগ কৰে । তেওঁ সংসাৰ ত্যাগ নকৰে । তেওঁ নিজৰ ঘৰখন এইকাৰণেই এৰি দিয়ে যাতে তেওঁ সেইসকলৰ নিমিত্তে সেৱা আগবঢ়োৱাৰ সুবিধা পাইযি নিজৰ ঘৰখনত বেযাধৰণে আসক্ত হৈ থাকে আৰু যি দুখত পৰি থাকে আৰু যি চিন্তাত নিমগ্ন হৈ থাকে যাৰ শান্তিনাই আৰু সহায়তা বিচাৰে ।(পৃ ৩৪৭)

যদি ভিক্ষু সংঘত এনে ধৰণৰ বহুসংখ্যক ভিক্ষুনাথাকে তেনে এইটো কোৱা টান যে তেনে স্থিতিত ভিক্ষুসংঘৰ সামাজিক উপযোগিতা স্থায়ী হৈ থাকিবনে ? আৰু যদি সামাজিক উপযোগিতা বৰ্ত্তিনাথাকে তেনে ইয়াকো কোৱা কঠিন হব যে নিজেও বৰ্তি থাকিব পাৰিবনে নাই ?

এই গ্ৰন্থত যি দৰে সংকলন কৰা হৈছে ইয়াৰ দ্বাৰাই পাঠক বৃন্দৰ মনত এটা ভ্ৰম উৎপন্ন হব পাৰে । আমি এইটো স্পষ্ট ৰূপে জানি লোৱা ভাল হব যে এই গ্ৰন্থত যেনেদৰে ঐতিহাসিক ঘটনা সমূহৰ যি ক্ৰমত উল্লেখ কৰা হৈছে,

সেইয়া কোনো পূব পশ্চিমকুলি কোৱা কথা নহয় । আৰম্ভণি অংশৰ পিচৰ সংকলনতো একপ্ৰকাৰ ঐতিহাসিক সংকলন নহৈ বিষয়ানুকুল সংকলনহে হৈছে।

যেতিয়া এই গ্ৰন্থখন মূল ইংৰাজীত প্ৰকাশ হ'ল তেতিয়া ইয়াৰ কিছু সমালোচনাও পঢ়িবলৈ শুনিবলৈ পোৱা গৈছিল । ৰেঙ্গুনৰ পৰা প্ৰকাশিত Light of the Dhamma নামৰ পত্ৰিকাত এজন অষ্ট্ৰেলিয়ান ভদ্ৰলোকৰ দ্বাৰা কৰা সমালোচনা হ'ল আৰু ইংৰাজীত Mahabodhi ত এজন ইংৰাজ ভদ্ৰলোকৰ দ্বাৰা কৰা সমালোচনাও পোৱা গৈছিল । এইবিলাক সমালোচনা পঢ়াৰ পিচত নিউটনৰ বিষয়ে পঢ়া এটা ঘটনা মনত পৰিল । নিউটনে বিশেষ পৰিশ্ৰম কৰি এটা গণিতৰ প্ৰশ্ন সমাধান কৰি ৰাখিছিল । ওচৰতে বহি থকা কুকুৰটোৱে চিয়াঁহীৰ দোৱাতটো পেলাই দি সমাধানটো নষ্ট কৰি পেলালে । নিউটনে কেৱল ইমানকে ক'লে — 'তই কি জান তইযে কিমান ডাঙৰ হানি কৰিলি ?

এই গ্ৰন্থৰ আদৰ যোগ্যতাৰ আৰু ক্ৰটিৰ প্ৰতি অনেক মিত্ৰই ধ্যাণ আকৰ্ষণ কৰিছিল যে যদি মূল গ্ৰন্থত সেই সকলোবিলাক স্থলৰ সংকেত বা প্ৰতীক দি দিয়া যায় আৰু যাৰ দ্বাৰা এই সমস্ত সামগ্ৰী চয়ন কৰা হোৱা হ'লে ভাল হলহেতেন। ড° আম্বেডকাৰে নিজৰ আন গ্ৰন্থসমূহত নিজৰ প্ৰতিটো কথা সমৰ্থনত ইমানখিনি পাদটিপন্নী (ফুটনোট) দিছে তেওঁ নিজৰ এই গ্ৰন্থখনিত কোনো পাদটিপন্নী বা সংকেতৰ দ্বাৰা গধুৰ কৰা নাই । এইটো স্পষ্ট যে তেওঁ ইয়াক জানি বুজিয়েই কৰিছে ।

ফুটনোটচ বিলাকৰো নিজা মূল্য আছে কিন্তু এইবিলাক পাঠকৰ প্ৰতি চিন্তা ৰাখি এই কিতাপখন লিখা হৈছে তাৰ কাৰণে ড° আম্বেডকাৰৰ লিখনি ইমান প্ৰমানিত হৈছে যে আৰু অন্য প্ৰমাণৰ কোনো প্ৰয়োজন নাই ।

যদি তুলসীদাসৰ 'ৰামচৰিত মানস বিনা কোনো প্ৰমাণে বা পাদটিপন্নীৰে উত্তৰ ভাৰতৰ ঘৰে ঘৰে সুৰক্ষিত কৰি ৰাখিব পাৰিছে ড° আম্বেডকাৰৰ দ্বাৰা লিখিত 'ভগৱান বুদ্ধ আৰু তেওঁৰ ধৰ্ম' এই গ্ৰন্থখনক ভাৰতীয় বৌদ্ধসকলে সম্মানিত গ্ৰন্থ হোৱাৰ পৰা বঞ্চিত কৰি ৰাখিব পাৰিব জানো ?

তথাপি অনেক জিজ্ঞাসু পাঠক বৃন্দৰ কাৰণে গ্ৰন্থৰ উপাদেয়তা বঢ়োৱাৰ দৃষ্টিৰে অনুবাদকে নিজৰ এই অনুবাদত বৌদ্ধ বাঙ্ময়ৰ সকলো সুত্তৰে প্ৰতীক সামৰি লৈছে য'ত য'ত ড° আম্বেডকাৰে স্পষ্টভাবে নিজৰ গোটেইখিনি সামগ্ৰী সামৰি দিছে ।

গ্ৰন্থখনি সু পাঠ্য কৰিবৰ নিমিত্তে অনুবাদকে সম্পূৰ্ণ নকল কৰিবলৈ যোৱা নাই । অবিকল নকল কৰিবলৈ গ'লে গ্ৰন্থৰ ভাষা ইমান সুন্দৰ আৰু সজীৱ হ'ব নোৱাৰে । সেই কাৰণে তেওঁ বৰ সাবধানেৰে গ্ৰন্থখনি শ্ৰুতি মধুৰ কৰিবৰ কাৰণে যত্ন কৰিছে ।

কোনো কোনো ঠাইত বিষয়বস্তু স্পষ্ট কৰিবৰ কাৰণে নিজৰ ফালৰ পৰাও কোনো কোনো কথা যোগ দিছে। কিন্তু ক'তো এনে ঠাইনাইয'ত ধৰ্মৰ অপঘাত হৈছে।

এনে স্থানৰো অভাৱ হোৱা নাইয'ত ড° আম্বেডকাৰে নিজৰ স্বতন্ত্ৰ মতব্যক্ত কৰিছে। সকলোবিলাক কথাইযুক্তি সংগত হওঁবেইবা নহওঁবেই, এটা কথাৰো এনে অৱস্থা হোৱা নাইযাক গভীৰ ভাবে বিচাৰ কৰাৰ যোগ্য হোৱা নাই।

নিজৰ লাখ লাখ শিষ্য সমন্বিতে বোদ্ধিসত্ব চৰিত সহিত ড° আম্বেডকাৰে যেতিয়া নাগপুৰত ধৰ্মদীক্ষা গ্ৰহণ কৰিছিল তেতিয়া মহাপণ্ডিত ৰাহুল সাংকৃত্যানে কৈছিল যে আম্বেডকাৰে ভাৰতত নবীন ৰূপত বৌদ্ধ ধৰ্মৰ এনে এটা খুটা পুতিলে যাকসনেকি কোনেও লৰাব নোৱাৰে।

বৌদ্ধধৰ্ম আৰু বৌদ্ধ সমাজৰ পক্ষে যিমানখিনি মহৎ কাৰ্যনাগপুৰত হৈছিল তাতোতকৈ অধিক গুৰুত্বপূৰ্ণ কাৰ্য্য ড° ভীমৰাৱে অধিক পৃষ্যৰ ক্ষম এইগ্ৰন্থ ৰত্নৰ দ্বাৰাইকৰিলে।

কোনোখন গ্ৰন্থকেপৃষ্ঠা সংখ্যাৰে ডাঙৰ বা সৰুবুলি মানিব নোৱাৰি। প্ৰজ্ঞাৰ অনুবীক্ষণ যন্ত্ৰৰ দ্বাৰা পৰ্য্যবেক্ষণ কৰিলে আৰু জনহিতকৰ মাপদণ্ডেৰে জোখমাখ কৰিলে যি গ্ৰন্থ যিমান খিনি বিশুদ্ধ হ'য সি সিমানেই মহান বা সৰু ডাঙৰ হয়।

এই গ্ৰন্থৰ মূল ইংৰাজীৰ কপিটো মই People s Education Society ৰ বৰ্তমান অধ্যক্ষৰ কৃপাতেই বম্বেৰ পৰা থাইলেণ্ডলৈ যাওঁতে বম্বেৰ ষ্টেচনত পালো। মই ৰাস্তাতে এইগ্ৰন্থৰ অধিকাংশ পঢ়ি পেলালো আৰু কলিকতা পাওতে পাওঁতে অনুবাদ কৰিবলৈ আৰম্ভ কৰি দিলো।

বিশ্ব বৌদ্ধ সম্মিলনৰ উৎসবৰ ওচৰা ওচৰিত মই থাইলেণ্ডত দুমাহ থাকি এই গ্ৰন্থৰ অনুবাদ সমাপ্ত কৰাৰ কামনাৰে থাকিলো। বটমহাধাতু বেঙ্ককৰ সেই পৰম দয়ালু ভিক্ষু সকল তথা সদগৃহস্থ সকলৰ ওচৰত কৃতজ্ঞ যি সকলে মোক বেঙ্ককত থকাৰ সময়ত মোৰ থকা মেলা তথা ভোজন আদিৰ সমুচিত ব্যৱস্থা কৰি এই গ্ৰন্থৰ অনুবাদ কাৰ্য্যত সকলো প্ৰকাৰে সহাযতা আগবঢ়ালে।

থাইলেণ্ডৰ পৰাই বৰ্মা জাপান আৰু পুনৰ সিংহল দ্বীপলৈ গুছি অহাৰ কাৰণে গ্ৰন্থৰ মুদ্ৰণ তথা প্ৰকাশন বহুত পলম কৰি হৈছে।

ইয়াৰ প্ৰেছ কপিৰ প্ৰস্তুতিৰ সমযত ভিক্ষু সুমেধ ভিক্ষু প্ৰজ্ঞানন্দ তথা ভিক্ষু মেধংকৰ দেৱৰো বিপুল সহাযতা পালো। এনেয়েও নিজকে ধন্যবাদ দিযাতো কেনে লাগে কব নোৱাৰি।

People s Education Society ৰ ওচৰত মই বিশেষ ভাৱে ঋণী যে মই ইংৰাজীৰ মূল গ্ৰন্থৰ দৰেই তাৰ হিন্দী অনুবাদৰ গ্ৰন্থখনি প্ৰকাশ কৰি উলিযাবলৈ সহৃদয়তাৰ পৰিচয় দিলে।

বিদ্যালঙ্কাৰ বিশ্ববিদ্যালয়
কৈলনিয়

আনন্দ কৌসল্যান

## পৰিচয়

ভাৰতীয় জনতাৰ ভিতৰত এটা শ্ৰেণীৰ বৌদ্ধ ধৰ্মৰ প্ৰতি অনুৰাগ ক্ৰমান্বয়ে বাঢ়ি গৈ আছে —— স্পষ্ট ভাৱে ইয়াৰ লক্ষণ দৃষ্টি গোচৰ হৈছে। ইয়াৰ লগে লগে আৰু এটা স্বাভাৱিক দাবী উত্তৰোত্তৰ বাঢ়ি যাব ধৰিছে সেইয়া হৈছে ভগবান বুদ্ধৰ চৰিত্ৰ আৰু তেওঁৰ শিক্ষা সমূহৰ সম্বন্ধে। এনে স্থিতিত স্পষ্ট তথা উপযুক্ত গ্ৰন্থৰ আবশ্যকতা হৈ পৰিছে।

যি কোনো অ বৌদ্ধ ধৰ্মাৱলম্বীৰ কাৰণে এই কাৰ্য্য অত্যন্ত কঠিন কাম যে ভগবান বুদ্ধৰ চৰিত্ৰ আৰু তেওঁৰ শিক্ষা সমূহক এনে এক ৰূপত উপস্থিত কৰিব লাগে যাতে তাত সম্পূৰ্ণতা লভাৰ লগে লগে আন অসংগতি পূৰ্ণ কথাই যাতে তাত স্থান নাপাই। যেতিয়া দীৰ্ঘনিকায় আদি পালি গ্ৰন্থসমূহৰ আধাৰত ভগবান বুদ্ধৰ জীৱন চৰিত্ৰ লিখিবৰ কাৰণে যত্ন কৰা যায় তেতিয়া ইয়াক সহজ কাৰ্য্য যেন ধাৰণা কৰা নাযায় আৰু তেওঁৰ শিক্ষা সমূহৰ সু সংগতি পূৰ্ণ অভিব্যক্তি খিনি আৰু জটিল হৈ যায়। বাস্তৱসম্মত কথা হৈছে যে এনেদৰে কোৱাত কোনো অতি শয়োক্তি নহয় যে সংসাৰত যিমানবিলাক ধৰ্মৰ সংস্থাপক আছে সেই বিলাকৰ ভিতৰত ভগৱান বুদ্ধৰ চৰ্য্যা সমূহৰ লেখা জোখাৰ কাৰণে আমাৰ সম্মুখত কিছুমান সমস্যাই জুমুৰি দি ধৰে যে যাৰ নিবাকৰণ অসম্ভৱ নহলেও ই অৱশ্যে অত্যন্ত জটিল। এইটো আৱশ্যক নহয়যে এই সমস্যা সমূহৰ নিৰাকৰণ হব নালাগে আৰু বৌদ্ধ ধৰ্মৰ মাৰ্গ সমূহ বুজা আৰু বুজুৱাত নিষ্কণ্টক কৰিব পৰা নাযায়নে ? এতিয়া সেই সময় সমাগত হোৱা নাইনেকি যে বৌদ্ধসকলে সেই সমস্যা সমূহ বিচাৰি উলিয়াই তাৰ ওপৰত বিচাৰ বিমৰ্শ কৰিব লাগে আৰু সেই বিলাকৰ ওপৰত যিমানখিনি প্ৰভাৱ পেলাব পাৰি তাৰ কাৰণে প্ৰয়াস কৰিব নোৱাৰিনে ?

এই সমস্যা সমূহৰ চৰ্চাক উত্তেজিত কৰিবৰ কাৰণে মই সেই (বিলাকৰ ভিতৰত) বিলাকৰ কিছু সমস্যা ইয়াত উল্লেখ কৰিছো।

প্ৰথম সমস্যা হৈছে ভগৱান বুদ্ধৰ জীৱনৰ প্ৰধান ঘটনা প্ৰব্ৰজ্যা সম্বন্ধে। বুদ্ধইনো প্ৰব্ৰজ্যা কিয় গ্ৰহন কৰিলে ? পৰম্পৰাগত উত্তৰ হৈছে যে তেও প্ৰব্ৰজ্যা এই কাৰণেই গ্ৰহন কৰিলে যিহেতু তেঁও এজন বৃদ্ধ পুৰুষ এজন ৰোগী ব্যক্তি তথা এজন মৰা মানুহৰ শ দেখিছিল। এইটো প্ৰকৃততে স্পষ্ট উত্তৰ বুলি কব নোৱাৰি। সিদ্ধাৰ্থই যি সময়ত (বুদ্ধ) প্ৰব্ৰজ্যা গ্ৰহণ কৰিছিল সেই সময়ত তেওঁৰ বয়স ঊণত্ৰিশ বছৰ আছিল। যদি সিদ্ধাৰ্থই এই তিনিটা দৃশ্যকে দেখি প্ৰব্ৰজ্যা গ্ৰহন কৰিছিল তেনে এইটো কেনেকৈ সম্ভৱ হ'ব পাৰে যে ঊণত্ৰিশ বছৰ বয়সলৈকে সিদ্ধাৰ্থই কেতিয়াও বুঢ়া ৰোগী তথা মৃত ব্যক্তিক দেখা নাছিল বুলি ? এইটো জীৱনৰ এনে ঘটনা যি সদায় শ শ হেজাৰ হেজাৰ ঘটনা ঘটি আছে আৰু সিদ্ধাৰ্থই ঊণত্ৰিশ বছৰ হোৱাৰ আগতেই সেই বিলাক দেখিছিল বোধ হয়।

এই পৰম্পৰাগত মান্যতাক স্বীকাৰ কৰি লোৱাতো অসম্ভৱ যে ঊণত্ৰিশ বছৰ বয়স হোৱালৈকে সিদ্ধাৰ্থই এজন বৃদ্ধ এজন ৰোগী আৰু এজন মৃত ব্যক্তিক দেখা পোৱা নাছিল আৰু ঊণত্ৰিশ বছৰ হোৱাতহে দেখিছিলনে কি ? তেনে প্ৰশ্ন উঠিব পাৰে যদি এই ব্যাখ্যা যুক্তিসংগত নহয় তেনে এই প্ৰশ্নৰ যথোচিত উত্তৰনো কি ?

দ্বিতীয় সমস্যা হৈছে চাৰিওটাই আৰ্য্য সত্যৰ দ্বাৰাই উৎপন্ন হৈছে । প্ৰথম সত্য হৈছে, দু খ আৰ্য্য সত্যনে ? তেনেহ'লে মই চাৰিওটা সত্যকে ভগবান বুদ্ধৰ মূল শিক্ষা সমূহৰ মাজত সমাবিষ্ট হৈছে বুলি কমনে কি ? জীৱনটোৱেই হৈছে স্বাভাবিকতে দঃখ, এই সিদ্ধান্ত যেন বুদ্ধ ধৰ্মৰ জড়তাৰ ওপৰতহে কুঠাৰাঘাত কৰা বুলি মোৰ ধাৰণা হৈছে । যদি জীৱনেই দুঃখ মৰণেই দুঃখ তেনে উৎপত্তিতও দুঃখ , তেনে সকলো সমাপ্ত বুলিয়েই ধৰিব লাগিব । ধৰ্মই নাই কোনো মানুহক সুখী কৰিব পাৰে নাই ইয়াৰ দৰ্শন কৰিব পাৰে । যদি দুঃখৰ পৰা মুক্তি পোৱা নাযায় তেনে ধৰ্মইনো কি কৰিব পাৰে বা বুদ্ধই মানুহক দুঃখৰ পৰা মুক্তি কেনেদৰে কৰিব পাৰে ? কাৰণ জন্মই হৈছে স্বাভাবিক দুঃখ । এই চাৰিওটা আৰ্য্য সত্যৰ ভিতৰত প্ৰথম আৰ্য্য সত্যই হৈছে দুঃখ সত্যই অ বৌদ্ধ সকলৰ দ্বাৰা বৌদ্ধ ধৰ্ম গ্ৰহণ কৰাত বাধাৰ সৃষ্টি কৰিছে । ই তেও বিলাকৰ ওপৰত প্ৰভাব বিস্তাৰ কৰিব নোৱাৰে । এনেহেন লাগিছে যেন এই বিলাক সত্যই মানুহক নিৰাশাবাদৰ ফালে ঢালখুৱাই লৈ যায় । এই বিলাক সত্যই ভগবান বুদ্ধৰ ধৰ্মক এক নিৰাশাবাদী ধৰ্মৰূপে উপস্থিত কৰিছে । প্ৰশ্ন উঠিব পাৰে যে এই চাৰিওটা আৰ্য্য সত্যই ভগবান বুদ্ধৰ মূল শিক্ষাৰ অন্তৰ্গতনে কি ? অথবা ই ভগবান বুদ্ধৰ পিচত ভিক্ষু সকলৰ দ্বাৰা দলিয়াই পেলোৱা অংশ নেকি ?

তৃতীয়টো সমস্যা হৈছে আত্মা কৰ্ম তথা পূৰ্ণজন্মৰ সিদ্ধান্তক লৈ । ভগবান বুদ্ধই 'আত্মা'ৰ অস্তিত্বক অস্বীকাৰ কৰিছে । লগতে কোৱা হৈছে যে তেও 'কৰ্ম' তথা পূৰ্ণজন্ম'ৰ সিদ্ধান্তক সমৰ্থন কৰে । প্ৰশ্ন উঠিব পাৰে যদি আত্মাই নাথাকে তেনে 'কৰ্ম' কেনেকৈ হব ? 'আত্মা'ই যদি নাই তেনে পূৰ্ণজন্ম কেনেকৈ সম্ভব ? এই বিলাক হৈছে আচলতে বেকাবেকি প্ৰশ্ন । ভগবান বুদ্ধই 'কৰ্ম' তথা পূৰ্ণজন্ম শব্দৰ প্ৰয়োগ তেনে কি বিশিষ্ট অৰ্থত কৰিছেনে ? ভগবান বুদ্ধই এই বিলাক অৰ্থ বিশিষ্ট অৰ্থত প্ৰয়োগ কৰিছেনে কি ? যি বিলাক অৰ্থ সেই বিলাক অৰ্থতকৈ বহুত ভিন্ন আছিল এইবিলাক অৰ্থ ভগবান বুদ্ধৰ সমসাময়িক ব্ৰাহ্মণ সকলে প্ৰয়োগ কৰিছিলনে কি ? অথবা তেওঁ সেই বিলাক অৰ্থত এই বিলাক শব্দৰ প্ৰয়োগ কৰিছিলনে যি বিলাক অৰ্থত ব্ৰহ্মণ সকলে এই বিলাক অৰ্থত প্ৰয়োগ কৰিছিল ? যদি কৰিছিল তেনে কি 'আত্মা'ৰ অস্তিত্বক অস্বীকাৰ কৰা তথা 'কৰ্ম' আৰু পূৰ্ণজৰ্ম্ম'ৰ সিদ্ধান্তক মানি লোৱাতো ভয়ানক আপত্তি নহবনে ?

চতুৰ্থতো সমস্যা হৈছে ভিক্ষুক লৈ । ভগবান বুদ্ধই কি উদ্দেশ্য ভিক্ষু সংঘ প্ৰতিষ্ঠা কৰিছিল ? তেওঁৰ উদ্দেশ্য (সমাজ নিৰপেক্ষ) আৰ্দশ মনুষ্য নিৰ্মাণ কৰাতো নাছিল জানো ? অথবা তেওঁৰ উদ্দেশ্য এখন আদৰ্শ সমাজ সেৱকৰ সৃষ্টি কৰাটো আছিল যি জন সহায়কৰ মিত্ৰ মাৰ্গ দৰ্শক তথা দাৰ্শনিক একেলগে ।

এইয়া এটা মহত্বপূৰ্ণ প্ৰশ্ন । ইয়াৰ ওপৰত বৌদ্ধ ধৰ্মৰ ভবিষ্যত পৰ্য্যন্ত নিৰ্ভৰ কৰে । যদি এজন ভিক্ষু সম্পূৰ্ণ মনুষ্য ৰূপে থাকে তেনে তেওঁৰ ধৰ্ম প্ৰচাৰ কাৰ্য্যত কোনো সহায়ক নহব । কিয়নো তেওঁ এজন সম্পূৰ্ণ মনুষ্য হোৱা স্বতেও এজন 'স্বাৰ্থী' মনুষ্য ৰূপেহে পৰিগণিত হব । অন্যহাতে যদি তেওঁ এজন সমাজ সেৱকো হয় তেনে তেওঁৰ দ্বাৰা বৌদ্ধ ধৰ্মই ও কিবা আশা কৰিব পাৰে । এই প্ৰশ্নৰ ওপৰত গভীৰ ভাবে বিচাৰ কৰাটো সমীচিন হ'ব । সৈদ্ধান্তিক সংগতি প্ৰতিষ্ঠাৰ কাৰণেই নহয় ভবিষ্যত বৌদ্ধ ধৰ্মৰ হিতাহিতৰ দৃষ্টিকোণ ও বজাই ৰাখিব লাগিব ।

মই ভাবো যে মোৰ দ্বাৰা প্ৰস্তুত কৰা গ্ৰন্থ সমূহ ( যি বিলাকৰ উত্তৰ এই গ্ৰন্থতে পাব ) পাঠক বৃন্দক কিছু ভবা চিন্তা কৰিবলৈ বাধ্য কৰাব আ ৰু তেওও যথা সময়ত নিজৰ মত ব্যক্ত কৰিবই । ◻

## প্ৰথম অধ্যায়

## সিদ্ধাৰ্থ গৌতম - বোধিসত্ত্ব কেনেকৈ বুদ্ধ হ'ল

### প্ৰথম ভাগ

### জন্মৰ দ্বাৰা প্ৰব্ৰজ্যা



### দ্বিতীয় ভাগ

### চিৰ দিনৰ কাৰণে অভিনিষ্ক্ৰমণ

## তৃতীয় ভাগ

### নতুন ৰীতিৰ সন্ধানত

১। ভৃগু আশ্ৰমত থকা
২। সাংখ্য পৰম্পৰাৰ অধ্যয়ন
৩। সমাধি মাৰ্গৰ অভ্যাস
৪। তপস্যাৰ পৰীক্ষণ
৫। তপশ্চৰ্য্য ত্যাগ

## চতুৰ্থ ভাগ

### জ্ঞান লাভ আৰু নবীন মাৰ্গৰ দৰ্শন

১। নতুন পোহৰৰ নিমিত্তে ধ্যান সাধনা
২। জ্ঞান লাভ
৩। নতুন ধৰ্মৰ আবিস্কাৰ
৪। সম্যক সম্বোধি লাভ কৰি বোদ্ধিসত্ব গৌতম সম্যক সম্বুদ্ধ হৈ গ'ল।

## পঞ্চম ভাগ

### বুদ্ধ আৰু তেওঁৰ পূৰ্ব পুৰুষ

১। বুদ্ধ আৰু বৈদিক ঋষি
২। কপিল দাৰ্শনিক
৩। ব্ৰাহ্মণ গ্ৰন্থ
৪। উপনিষদ তথা তেওৰ শিক্ষা

## ষষ্ঠ ভাগ

### বুদ্ধ তথা তেওঁৰ সমসাময়িক সকল

১। তেওঁৰ সমসাময়িক সকল
২। নিজ সমসাময়িক সকলৰ প্ৰতি তেওঁৰ ভাব

## সপ্তম ভাগ

### সমানতা তথা বিষমতা

১। সেই বিলাক কথা যি বিলাক বুদ্ধই সদায় ত্যাগ কৰিছিল
২। সেই বিলাক কথা যি বিলাক বুদ্ধই পৰিবৰ্ত্তন কৰিলে
৩। সেই বিলাক কথা যি বিলাক বুদ্ধই স্বীকাৰ কৰিলে

## দ্বিতীয অধ্যায

### ধৰ্ম দীক্ষা সমূহৰ আন্দোলন

#### প্ৰথম ভাগ

#### বুদ্ধ আৰু তেওঁৰ বিষাদ যোগ



#### দ্বিতীয ভাগ

#### পৰিব্ৰাজক সকলক দীক্ষা



#### তৃতীয ভাগ

#### উচ্চ কুলত জন্ম হোৱা তথা ধাৰ্মিক সকলৰ ধৰ্ম দীক্ষা



#### চতুৰ্থ ভাগ

#### জন্ম ভূমিৰ আহ্বান

## পঞ্চম ভাগ

### ধৰ্ম দীক্ষাৰ পুনৰ আৰম্ভ



## ষষ্ঠ ভাগ

### নিম্নস্তৰৰ মানুহ বিলাকক ধৰ্ম দীক্ষা



## সপ্তম ভাগ

### স্ত্ৰী সকলৰ ধৰ্ম দীক্ষা



## অষ্টম ভাগ

### পতিত তথা অপৰাধী সকলৰ ধৰ্ম দীক্ষা



# তৃতীয় অধ্যায়

## বুদ্ধইনো কি শিকালে

### প্ৰথম

#### ধৰ্মত ভগৱান বুদ্ধৰ নিজা স্থান

নাছিল।

## দ্বিতীয় ভাগ

### ভগবান বুদ্ধৰ ধৰ্মৰ বিষয়ে বিভিন্ন মত

১। আনে তেওঁৰ ধৰ্মক কেনেদৰে বুজিছিল?

২। ভগবান বুদ্ধৰ নিজা বৰ্গীকৰণ

## তৃতীয় ভাগ

### ধৰ্ম কি ?

১। জীৱনৰ পবিত্ৰতা স্থিৰ ৰখাই হৈছে ধৰ্ম

২। জীৱনত পূৰ্ণতা লাভ কৰাতো হৈছে ধৰ্ম

৩। নিৰ্বাণ প্ৰাপ্ত কৰাতো হৈছে ধৰ্ম

৪। তৃষ্ণাৰ ত্যাগেই হৈছে ধৰ্ম

৫। এইটো মানিব লাগিব যে সকলো সংস্কাৰেই অনিত্য ধৰ্ম

৬। 'কৰ্ম'ক মানব জীৱনৰ নৈতিক সংস্কাৰৰ আধাৰ মনাই হৈছে ধৰ্ম

## চতুৰ্থ ভাগ

### অ-ধৰ্ম কি ?

১। পৰা প্ৰাকৃতিকত বিশ্বাস কৰাতো অ-ধৰ্ম

২। ঈশ্বৰত বিশ্বাস ৰখাতো অ-ধৰ্ম

৩। ব্ৰহ্ম সাযুজ্যৰ ওপৰত আধাৰিত ধৰ্ম মিথ্যা ধৰ্ম

৪। আত্মাত বিশ্বাস অ-ধৰ্ম

৫। যজ্ঞত (= বলি কৰ্ম) বিশ্বাস অ ধৰ্ম

৬। কল্পনাশ্ৰিত বিশ্বাস অ-ধৰ্ম

৭। ধৰ্ম শাস্ত্ৰ অধ্যয়ন মাত্ৰ অ-ধৰ্ম

৮। ধৰ্ম'ৰ কিতাপ সমূহ ভুলৰ সম্ভাবনা কম বুলি ভবাতো অ-ধৰ্ম

## পঞ্চম ভাগ

### সৎ ধৰ্ম কি?

(ক) সৎ ধৰ্মৰ কাৰ্য

১। মনৰ মলি দূৰ কৰি মনক নিৰ্মল কৰা

২। সংসাৰ খনক ধৰ্ম ৰাজ্য কৰিব লাগে

(খ) ধৰ্মক তেতিয়াই সৎধৰ্ম বুলি ক'ব পাৰি যেতিয়া ই প্ৰজ্ঞা বৃদ্ধি কৰে

১। ধৰ্ম তেতিয়াই সৎধৰ্ম হয় যেতিয়া ই সকলোৰে কাৰণে জ্ঞানৰ দ্বাৰ খুলি দিয়ে

২। ধৰ্ম তেতিয়াই সৎধৰ্ম হয় যেতিয়া ই এইটোও শিক্ষাদিয়ে যে কেৱল 'বিদ্বান হলেই

যথেষ্ট নহয় ইয়াৰ দ্বাৰাই মানুহ পণ্ডিত'ৰ ফালে অগ্ৰসৰ হ'ব পাৰে ।
৩। ধৰ্ম তেতিয়াই সৎ ধৰ্মত পৰিণত হয় যেতিয়াই শিকাই যে যি বস্তুৰ আৱশ্যক হয় সেয়ে প্ৰজ্ঞা

(গ) ধৰ্মৰ তেতিয়াই সংধৰ্ম বুলি ক'ব পাৰি যেতিয়া ই মৈত্ৰী বৃদ্ধি কৰে
১। ধৰ্মক তেতিয়াই সংধৰ্ম বুলি ক'ব পাৰি যেতিয়া ই শিক্ষা দিয়ে যে কেৱল প্ৰজ্ঞা ই যথেষ্ট নহয় ইয়াৰ লগত শীল আনিবাৰ্য্য
২। ধৰ্ম তেতিয়াই সংধৰ্ম হয় যেতিয়া ই শিক্ষা দিয়ে যে প্ৰজ্ঞা আৰু শীলৰ লগে লগে করুণাৰ স্থান হোৱাতো অনিবাৰ্য্য
৩। ধৰ্ম তেতিয়াই সংধৰ্মত পৰিণত হ'ব পাৰে যেতিযা ই শিক্ষা দিযে যে করুণাত কৈ ও অধিক মৈত্ৰীৰ আৱশ্যাক হয

ধৰ্মক তেতিয়াহে সংধৰ্ম বুলি ক'ব পাৰি যেতিয়া ই সমস্ত সামাজিক ভেদ-ভাৱক সম্পূৰ্ণৰূপে নিৰ্মূল কৰি দিয়ে।
১। ধৰ্মক তেতিয়াই সৎ ধৰ্ম বুলি স্বীকৃতি দিব পাৰি যেতিয়া এজন মানুহ আৰু আন মানুহৰ মাজৰ সমস্ত প্ৰাচীৰ খহাই দিব পাৰে
২। ধৰ্ম তেতিয়াই সংধৰ্মত পৰিণত হয় যেতিয়া ই এই শিক্ষা দিয়ে যে ই কোনো মানুহৰ 'জন্ম'ৰ দ্বাৰা নহয় কেৱল তেওৰ 'কৰ্ম'ৰ দ্বাৰাহে তাৰ মূল্যাংকণ কৰা হয
৩। ধৰ্ম তেতিয়াই সংধৰ্মত পৰিণত হয় যেতিয়া ই মানুহ আৰু মানুহৰ মাজত সমান তাৰ ভাৱৰ যাতে অভি বৃদ্ধি কৰে।

# চতুৰ্থ অধ্যায়

## সম্প্ৰদায় আৰু ধৰ্ম

### প্ৰথম ভাগ

#### সম্প্ৰদায় আৰু ধৰ্ম

১। 'সম্প্ৰদায় কি ?
২। ধৰ্ম' 'সম্প্ৰদায'ৰ পৰা কেনেকৈ ভিন্ন ?
৩। 'সম্প্ৰদায়'ৰ উদ্দেশ্য আৰু ধৰ্মৰ উদ্দেশ্য
৪। সম্প্ৰদায় আৰু নৈতিকতা
৫। কেৱল ভাল ব্যৱহাৰেই যথেষ্ট নহয় ই পবিত্ৰ আৰু ব্যাপক হোৱা দৰ্কাৰ

### দ্বিতীয় ভাগ

#### কেনেদৰে শব্দৰ সমানতাই তাত্ত্বিক ভেদক লুকাই ৰাখে

#### পুনৰ্জন্ম

১। প্ৰস্তাৱনা
২। পুনৰ্জন্ম কি (বস্তুৰ) ?

### কৰ্ম



### অহিংসা



### সংসৰণ (পাৰ্থিৱ জীৱন)



## তৃতীয ভাগ

## বৌদ্ধ জীৱন মাৰ্গ



## চতুৰ্থ ভাগ

## বুদ্ধ-প্ৰৱচন (উপদেশ, বাণী)

### গৃহস্থী সকলৰ কাৰণে প্ৰৱচন (বাণী)

২। পুত্ৰী পুত্ৰতকৈ ভাল হ'ব পাৰে
৩। পতি আৰু পত্নী

## সৎচৰিত্ৰ বজাই ৰখাৰ উপদেশ

১। মানুহৰ পতন কেনেকৈ হয়?
২। বেয়া মানুহ
৩। সৰ্বশ্ৰেষ্ঠ মানুহ
৪। জ্ঞানী মানুহ
৫। ন্যায় পৰায়ণ মানুহ আৰু ভাল মানুহ
৬। শুভ কৰ্ম কৰাৰ আৱশ্যকতা
৭। শুভ সংকল্প কৰাৰ আৱশ্যকতা

## ভাল ব্যৱহাৰ সম্বন্ধে উপদেশ

১। ভাল ব্যৱহাৰ কি ?
২। ভাল ব্যৱহাৰৰ আৱশ্যকতা
৩। ভাল ব্যৱহাৰ আৰু সংসাৰৰ দায়িত্ব
৪। ভাল ব্যৱহাৰত পূৰ্ণতা কেনেকৈ লাভ কৰিব পৰা যায়?
৫। সৎ পথত চলিবৰ কাৰণে বন্ধুৰ কাৰণে প্ৰতীক্ষা কৰাতো অনাবশ্যক

## নিৰ্বাণ সম্বন্ধে উপদেশ

১। নিৰ্বাণ কি ?
২। নিৰ্বাণৰ মূল

## সৎ ধৰ্ম সম্বন্ধে উপদেশ

১। সম্যক্ (উচিত) দৃষ্টিৰ প্ৰথম স্থান কিয় ?
২। মৃত্যুৰ পিচত জীৱনৰ চিন্তা ব্যৰ্থ
৩। 'ঈশ্বৰ'ৰ প্ৰতি প্ৰাৰ্থনা কৰা আৰু কিবা বিচাৰতো অসমৰ্থক
৪। মানুহৰ ভোজনে মানুহক পবিত্ৰ নকৰে
৫। ভোজনৰ দ্বাৰা নহয় পবিত্ৰ কৰ্মৰ হে মহত্ব
৬। বাহ্যিক শুদ্ধিয়েই যথেষ্ট নহয়
৭। পবিত্ৰ জীৱন নো কি ?

## সামাজিক- ৰাজনীতিক প্ৰশ্নৰ ওপৰত উপদেশ

১। ৰজাৰ অনুগ্ৰহৰ ওপৰত ভৰষা নকৰিবা
২। ৰজা ধাৰ্মিক হ'লে প্ৰজাও ধাৰ্মিক হ'ব
৩। ৰাজনৈতিক তথা সামৰিক শক্তি সামাজিক ব্যৱস্থাৰ ওপৰত নিৰ্ভৰ কৰে
৪। যুদ্ধ নিষিদ্ধ
৫। যুদ্ধ বিজেতাৰ কৰ্তব্য

# পঞ্চম অধ্যায়

## সংঘ

### প্ৰথম ভাগ

#### সংঘ

১। স‌ংঘৰ স‌ংগঠন
২। সংঘত প্ৰবেশ
৩। ভিক্ষুৰ ব্ৰত
৪। সাংঘিক নিয়ম সম্বন্ধে দোষ
৫। ভিক্ষু আৰু প্ৰতিবন্ধক
৬। ভিক্ষু আৰু শিষ্টাচাৰৰ নিয়ম
৭। ভিক্ষু আৰু অপৰাধীৰ বিচাৰ
৮। ভিক্ষু আৰু অপৰাধী স্বীকৃতি

### দ্বিতীয় ভাগ

#### ভগবান বুদ্ধৰ ভিক্ষু কল্পনা

১। ভগবান বুদ্ধৰ আৰ্দশ আৰু ভিক্ষু কল্পনা
২। ভিক্ষু আৰু 'তপস্বী ।
৩। ভিক্ষু তথা ব্ৰাহ্মণ।
৪। ভিক্ষু আৰু উপাসক।

### তৃতীয় ভাগ

#### ভিক্ষুৰ কৰ্ত্তব্য

১। আনক ধৰ্ম দীক্ষা দিয়াতো ভিক্ষুৰ কৰ্ত্তব্য
২। অদ্ভুত কথাৰ (চমৎকাৰ) (= প্ৰাতিহাৰ্য্য) দ্বাৰা ধৰ্ম দীক্ষা নহয়।
৩। জোৰ জুলুমৰ দ্বাৰা ধৰ্ম পৰিবৰ্ত্তন নহয়।
৪। ভিক্ষুৱে ধৰ্ম প্ৰচাৰৰ কাৰণে সংঘৰ্ষ কৰিব লাগে।

### চতুৰ্থ ভাগ

#### ভিক্ষু আৰু গৃহস্থ

১। ভিক্ষাৰ বন্ধন।
২। পৰস্পৰ প্ৰভাৱ।
৩। ভিক্ষুৰ ধৰ্ম তথা উপাসকৰ ধৰ্ম'।

## পঞ্চম ভাগ

### গৃহস্থৰ কাৰণে জীৱন নিযম (বিনয়)



## ষষ্ঠ অধ্যায

### ভগৱান বুদ্ধ আৰু তেওৰ সমসামযিক

### প্ৰথম ভাগ

### তেওৰ সমৰ্থক



### দ্বিতীয ভাগ

### ভগৱান বুদ্ধৰ বিৰোধী সকল



### তৃতীয ভাগ

### তেওৰ ধৰ্মৰ সমালোচক

(২)

'অনিত্যতা'ক- অন্ধকাৰৰ কাৰণ বুলি ভবা

(৩)

বৌদ্ধ ধৰ্ম কি নিৰাশাবাদী নে ?



## চতুৰ্থ ভাগ

## সমৰ্থক আৰু প্ৰশংসক



# সপ্তম অধ্যায়

## মহান পৰিব্ৰাজকৰ অন্তিম চাৰিকা (খবৰ)

## প্ৰথম ভাগ

## ওচৰ সম্বন্ধীয়ৰ সৈতে সাক্ষাৎ



## দ্বিতীয় ভাগ

## বৈশালীৰ পৰা বিদায়



## তৃতীয় ভাগ

## মহা পৰি নিৰ্বাণ

## অষ্টম অধ্যায়

## মহামানৱ সিদ্ধাৰ্থ গৌতম

### প্ৰথম ভাগ

### মহামানৱ সিদ্ধাৰ্থ গৌতম



### দ্বিতীয় ভাগ

### তেওঁৰ মানৱতা



### তৃতীয় ভাগ

### তেওঁ কি অপচন্দ কৰিছিল আৰু কি নকৰিছিল।



### সমাপ্তি

# নমো তস্স ভগৱতো অৰহতো সম্মাসম্বুদ্ধস্স

## প্ৰথম ভাগ

## ভগৱান বুদ্ধ আৰু তেওঁৰ ধৰ্ম্ম

### ১ বংশ

খৃষ্টীয় পূৰ্ব ছয় শতাব্দীত উত্তৰ ভাৰত সৰ্বতো প্ৰকাৰে প্ৰভুত্ব সম্পন্ন ৰাজ্য নাছিল। দেশখন সৰু বৰ একোখন ৰাজ্যাত বিভক্ত আছিল। এই ৰাজ্য বিলাকৰ ভিতৰত কোনো ৰাজ্যত ৰাজকীয় শাসন প্ৰচলিত আছিল কোনো কোনো ৰাজ্যত আকৌ ৰজাৰ অধিকাৰ নাছিল। যি ৰাজ্য কোনো ৰজাৰ অধীনত তাত তেওঁবিলাকৰ সংখ্যা ষোল আছিল। তেওঁ বিলাকৰ নাম আছিল এনে ধৰণৰ -অংগ মগধ কাশী কোসল বজ্জি (বৃজ্জি) মল্ল চৌদি বৎস কুৰু পঞ্চাল মৎস্য সৌৰসেন অশ্মক অৱন্তি, গান্ধাৰ ত া কম্বোজ।[১]

যি বিলাক ৰাজ্যত কোনো ৰজাৰ অধিকাৰ নাছিল। সেই বিলাক ৰাজ্য হ'ল কপিলাবস্তুৰ শাক্য পাৱা তথাকুসীনাৰাৰ মল্ল বৈশালীৰ লিচ্ছবি মিথিলাৰ বিদেহ ৰামগামৰ কোলিয অল্লকপ্পৰ কেসপুত্তৰ কালাম কলি গ পিপ্পলবনৰ মৌৰ্য্য তথা ভগ্গ (ভৰ্গ) যি বিলাকৰ ৰাজধানী সিংসুমাৰগিৰি আছিল।

যি বিলাক ৰাজ্য ৰজাৰ দ্বাৰা শাসিত সেই বিলাক জনপদ বুলি কোৱা হ'য় আৰু যি বিলাব ৰজাৰ দ্বাৰা শাসিত নহয় সেই বিলাকক 'সংঘ বা গণ বুলি কোৱা হৈছিল।

কপিলবস্তুৰ শাক্য সকলৰ শাসন পদ্ধতিৰ বিষয়ে বিশেষ জনা নাযায। তাত প্ৰজাতন্ত্ৰই আছিল নে নাই কিছুলোকৰ শাসন চলিছিল সেই বিষয়ে জনা নাযায়। এই সম্পৰ্কে এটা কথাই ক'ব পাৰি যে শাক্যৰ জনতন্ত্ৰত কেইবাটাও ৰাজপৰিয়াল আছিল সেই কাৰণে এজনৰ পিছত আন জনে শাসন চলাইছিল। ৰাজ পৰিযালৰ মুখীয়াল জনক ৰজা বুলি কোৱা হৈছিল। সিদ্ধাৰ্থ গৌতমৰ জন্মৰ সময়ত শুদ্ধোদন ৰজা হোৱাৰ পাল পৰিছিল। শাক্য ৰাজ্য ভাৰতৰ উত্তৰ পূৰ্ব কোণত আছিল। ই এখন স্বতন্ত্ৰ ৰাজ্য আছিল। কিন্তু পিচত কোশল ৰজাই নিজ ৰাজ্যৰ অধীন কৰি ললে। এই অধি ৰাজ্যিক প্ৰভাৱ ক্ষেত্ৰত থকাৰ পৰিণাম স্বৰূপে কোশল ৰজাৰ বিনা অনুমতিত শাক্য ৰাজাই স্বতন্ত্ৰ ভাৱে কোনো কাম কৰিব নোৱাৰিছিল। সেই সময়ত কোশল ৰাজ্য এখন শক্তিশালী ৰাজ্য আছিল। মগধ ৰাজ্যও তেনেকুৱাই আছিল। কোশল ৰজা প্ৰসেনজিত আৰু মগধ ৰজা বিম্বিসাৰ সিদ্ধাৰ্থ গৌতমৰ সমসাময়িক আছিল।

### ২ বংশ

শাক্য ৰাজ্য বিলাকৰ ৰাজধানী কপিলবস্তু আছিল। এই নগৰৰ নাম হয়তো মহান বুদ্ধিবাদী মুনি কপিলৰ নামানুসাৰেই কপিল বস্তু হ'ল।

কপিলাবস্তুত জয়সেন নামেৰে এজন শাক্য আছিল। সিংহহনু তেওঁৰ পুত্ৰ আছিল। সিংহহনুৰ বিবাহ কচ্চানাৰ লগত হৈছিল। তেওঁৰ পাঁচজন পুত্ৰ আছিল। শুদ্ধোদন ধৌতোদন

শুক্লোদন শাক্যোদন তথা অমিতোদন।[১] পাঁচজন পুত্ৰৰ উপৰিও সিংহহনুৰ দুজনী কন্যা আছিল অমিতা আৰু প্ৰমিতা পৰিয়ালৰ গোত্ৰ আদিত্য আছিল। শুদ্ধোদনৰ বিবাহ মহামায়াৰ লগত হৈছিল। তেওঁৰ পিতাকৰ নাম অঞ্জন আৰু মাকৰ নাম সুলক্ষণা আছিল। অঞ্জন কোলীয় কুলৰ আৰু দেৱদহ নামে ঠাইত বাস কৰিছিল।

শুদ্ধোদন মহাপৰাক্ৰমী আৰু যোদ্ধা আছিল। তেওঁ নিজৰ বীৰত্বৰ পৰিচয় প্ৰদান কৰাত আৰু এজনী বিবাহ কৰাবলৈ অনুমতি পালে। সেয়েহে বিবাহৰ কাৰণে মহা প্ৰজাপতিক নিৰ্বাচন কৰিলে। মহাপ্ৰজাপতি মহামায়াৰ ডাঙৰ ভনীয়েক আছিল।

শুদ্ধোদন প্ৰভাৱশালী ধনী আছিল। খেতিপথাৰ ধনে-ধানে লগুৱালিগিৰীয়ে পৰিপূৰ্ণ অৱস্থা। খেতি পথাৰত একহেজাৰ হালোৱাৰ দ্বাৰাই হাল বোৱাইছিল। সুখে-শান্তিৰে দিন অতিবাহিত কৰিছিল আৰু তেওঁৰ কেইবাটাও মহল আছিল।

### ৩ জন্ম

সিদ্ধাৰ্থ গৌতমে শুদ্ধোদনৰ ঘৰত জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ জন্মকথা এনে ধৰণৰ।

শাক্য ৰাজ্যৰ জনসাধাৰণে আষাড় মাহত এটা মহোৎসৱ পালন কৰিছিল। তাত ৰজা প্ৰজা সকলোৱেই অংশ গ্ৰহণ কৰিছিল। এই উৎসৱসৰ্ব সাধাৰণতে সাতদিন পৰ্য্যন্ত পালন কৰা হৈছিল। মহামায়াই বিশেষআনন্দ উল্লাসেৰে ফলে-ফুলে সজায় পৰাই উৎসৱত যোগদান কৰাৰ মানসকৰিলে। অৱশ্যে সেই উৎসৱত মদ-মদিৰা ৰাগিয়াল সম্ভাৰ সম্পূৰ্ণ ৰূপে পৰিত্যাগ কৰিছিল। সপ্তমদিনা তেওঁ প্ৰাত কালতে শুই উঠিল। সুগন্ধিত জলেৰে স্নান কৰিলে। চাৰিলাখ গেৰুৱা বস্ত্ৰ ধাৰীক দান দক্ষিণা কৰিলে। ভাল ভাল অলংকাৰ কাপোৰ পিন্ধিলে। ভাল ভাল খাদ্য খালে। ব্ৰত পালন কৰিলে। তাৰ পিচত সুন্দৰকৈ সজায় ৰখা শয়ন কক্ষলৈ শয়নৰ কাৰণে গ'ল। সেই ৰাতি শুদ্ধোদনে মহামায়াৰ লগত সহবাস কৰাত মহামায়াই গৰ্ভধাৰণ কৰিলে। ৰাজকীয় শৰ্য্যাত শয়নৰ লগে লগে তেওঁৰ গভীৰ নিদ্ৰা আহিল। নিদ্ৰাৱস্থাত মহামায়াই এটা সপোন দেখিলে। মহামায়াই দেখিবলৈ পালে যে, চতুৰ্দিক মহাৰাজিক দেৱতাই তেওঁৰ শৰ্য্যাখন উঠাই লৈ গ'ল। এই দৰে তেওঁক দাঙি নি হিমৱন্ত প্ৰদেশৰ এজোপা শাল গছৰ তলত ৰাখি দিলে। দেৱতা সকল তেওঁৰ চাৰিওফালে থিয় দি থাকিল ইয়াৰ পিচতে চতুৰ্দিক মহাৰাজিকৰ দেৱী সকলত্ৰলৈ আহিল আৰু তেওঁক তাৰ পৰা উঠাই মানসৰোবৰ-লৈ লৈ গ'ল। তাত তেওঁক স্নান কৰালে, ভাল কাপোৰ পিন্ধালে, সুগন্ধিত তেল সানিলে।

ফুলেৰে সজালে পৰালে যাতে কোনো দিব্য আত্মাক স্বাগত জনাব পাৰে।

তেনেতে সুমেধ নামৰ এজন বোধিসত্ব তেওঁৰ ওচৰলৈ আহিল আৰু তেওঁক প্ৰশ্ন কৰিলে 'মই মোৰ অন্তিম জন্ম পৃথিৱীত ধাৰণ কৰিবৰ কাৰণে নিশ্চয় কৰিছো তুমি কি মোৰ জননী হ'বলৈ স্বীকাৰ কৰিবা? তেওঁৰ উত্তৰ আছিল -"বৰ আনন্দেৰে তেওঁ মা হ'বৰ কাৰণে স্বীকাৰ কৰিলে।" সেই সময়তে মহামায়া দেৱীয়ে সাৰ পালে। দ্বিতীয় দিনা মহামায়াই তেওঁ দেখা সপোনৰ বিষয়ে শুদ্ধোদনৰ লগত আলোচনা কৰিলে। এই সপোনৰ ব্যাখ্যা কৰিবলৈ অসমৰ্থ ৰজাই স্বপ্নবিদ্যাত প্ৰসিদ্ধ ব্ৰাহ্মণক মাতি পঠালে। তেওঁ বিলাকৰ নাম ক্ৰমে ৰাম ধ্বজ লক্ষ্মণ, মন্ত্ৰী কোডঞ, ভোজ সুযাম আৰু সুদত্ত। ৰজাই তেওঁৰ

ব্ৰাহ্মণ সকলক স্বাগত জনোৱাৰ ব্যৱস্থা কৰিলে। ফুলেৰে সজোৱা আসনত তেওঁ বিলাকক বহুৱাই সন্মানিত কৰিব বিচাৰিলে। ব্ৰাহ্মণ সকলৰ পাত্ৰ সমূহ সোণ ৰূপেৰে ভৰাই তাত ঘিউ মধু, চেনি উৎকৃষ্ট চাউল আৰু গাখীৰত তৈয়াৰ কৰা ভোজন আগবঢ়ালে। ব্ৰাহ্মণে যেতিয়া খাই বৈ প্ৰসন্ন হ'ল শুদ্ধোদনে তেওঁলোকক মহামায়াৰ সপোনতো কৈ শুনালে আৰু সুধিলে - মোক ইয়াৰ অৰ্থ কোৱা ।" ব্ৰাহ্মণৰ উত্তৰ আছিল, "মহাৰাজ! নিশ্চিন্ত থাকক। আপোনাৰ ঘৰত এটা বালকৰ জন্ম হ'ব। যদি তেওঁ ঘৰতে থাকে তেন্তে চক্ৰৱৰ্ত্তী ৰজা হ'ব যদি গৃহ ত্যাগ কৰে সন্যাসী হ'ব অৰ্থাৎ বুদ্ধ হ'ব - সংসাৰত অন্ধকাৰ বিনাশ কৰোতা ৰূপে পৰিগণিত হ'ব।

পাত্ৰত তেল ধাৰণ কৰাৰ দৰে মহামায়া দেৱীয়ে বোধিসত্ত্বক দহ মাহ ধৰি গৰ্ভত ধাৰণ কৰিয়েই থাকিল। সময় চমু চপাৰ লগে লগে তেওঁ নিজ মাতৃৰ ঘৰলৈ যাবলৈ ইচ্ছা কৰিলে। নিজৰ স্বামীক সম্বোধন কৰি ক'লে -"মই মোৰ মাতৃ গৃহ দেৱদহলৈ যাবলৈ ইচ্ছা কৰিছো। শুদ্ধোদনে ক'লে জানা তোমাৰ ইচ্ছা পূৰ্ণ হ'ব।" সোণৰ পাল্কীত উঠাই অনেক লিগিৰা লিগিৰীৰ সৈতে মহামায়াক মাকৰ ঘৰলৈ ৰজাই পঠাই দিলে।

দেৱদহৰ ৰাস্তাত যাওঁতে শালবৃক্ষৰ এখন উদ্যান পাৰ হ'ব লগাত পৰিছিল। সেই শাল গছ বিলাক কিছুমান ফুলিছিল আৰু কিছুমান ফুলা নাছিল। সেই স্থানক লুম্বিনী বুলি কোৱা হৈছিল। যি সময়ত মহামায়াৰ পাল্কী লুম্বিনী হৈ গৈ আছিল সেই সময়ত লুম্বিনীৰ প্ৰাকৃতিক মনোমোহা সৌন্দৰ্য্যই এনেদৰে বিৰাজ কৰিছিল যেন কোনো প্ৰতাপী ৰজাৰ সুবিশাল বজাৰহে গছ বিলাকত ডাল ভৰি ফলে-ফুলে নধৰা হৈ লাগিছিল। বিভিন্ন ৰঙৰ ভোমোৰাই তাত বিচৰণ কৰিব লাগিছিল। পক্ষী বিলাকে আনন্দত আত্মহাৰা হৈ আছিল। এনে অপৰূপ সৌন্দৰ্য্যই মহামায়াৰ মন একেবাৰে আকৰ্ষিত কৰি পেলাইছিল। তেওঁ মনে এনে ধাৰণা কৰিছিল যেন তাত কিছু সময় বিশ্ৰাম কৰিব আৰু খেলিব। তেওঁ পাল্কী কঢ়িয়াই নিওঁতাক নিৰ্দ্দেশ দিলে যে শাল বৃক্ষৰ উদ্যানলৈ লৈ যাব লাগে। মহামায়াই পাল্কীৰ পৰা নামি শাল বৃক্ষৰ ফালে গ'ল। সুগন্ধিত মলয়া পৱন ৰিব্ৰিব কৰি বলি আছিল। বতাহত গছ বিৰিখ বিলাক হালি জালি গৈছিল। মহামায়াই এটা শাল বৃক্ষৰ ডাল ধৰিব বিচাৰিলে বতাহৰ কোবত এটা ডাল মাটিৰ ফালে হালি আহিল। মহামায়াই সেই ডালটো ধৰি ললে। পুনৰ ডালটো ওপৰলৈ উঠোতে মহামায়াই সামান্য জোকাৰ খালে। লগে লগে মহামায়াৰ প্ৰসববেদনা আৰম্ভ হ'ল। সেই শাল বৃক্ষৰ ডালটো ধৰি থাকোতে হঠাতে মহামায়াই এটি পুত্ৰ সন্তান জন্ম দিলে।[৩]

খৃঃপূৰ্ব ৫৬৩ ৰ বহাগী পূৰ্ণিমাত ল'ৰাটোৱে জন্ম গ্ৰহণ কৰিলে। ইফালে শুদ্ধোদনৰ মহামায়াৰ বিবাহ হোৱাৰ বহুত দিন হ'ল। কিন্তু কোনো সন্তান হোৱা নাছিল। শেষত পুত্ৰ লাভ হোৱাত কেৱল শুদ্ধোদন আৰু মহামায়াই নহ'য় সমস্ত শাক্য বংশৰ লোকে উৎসাহ-উদ্দীপনাৰে পুত্ৰ জন্মোৎসৱ বৰ উল্লাসেৰে পালন কৰিলে। বালকৰ জন্মৰ সময়তে শুদ্ধোদনে কপিল বস্তুৰ শাসনৰ অধিকাৰ পাইছিল। গতিকে তেওঁ ৰজাৰ সন্মান লাভ কৰাত তেওঁৰ পুত্ৰই ও ৰাজকুমাৰ ৰূপে খ্যাত হ'ল।

## ৪ অসিতৰ আগমন

যি সময়ত এই বালকৰ জন্ম হৈছিল সেই সময়ত হিমালয়ত অসিত নামেৰে এজন ডাঙৰ ঋষি আছিল । তেওঁ শুনিবলৈ পালে যে স্বৰ্গৰ 'বুদ্ধ'ই মৰ্ত্যত জন্ম গ্ৰহণ কৰিছে। গতিকে তেওঁ আনন্দত অধীৰ হৈ ক'ব ধৰিলে যে মই তালৈ কিয় নাযাম য'ত বুদ্ধই জন্ম গ্ৰহন কৰিছে।যেতিয়া অসিতে নিজৰ দিব্য দৃষ্টিৰে সমস্ত জম্বু দ্বীপলৈ দৃষ্টি নিক্ষেপ কৰিলে তেতিয়া তেও দেখিবলৈ পালে যে শুদ্ধোধনৰ ঘৰত এটা দিব্য সম্পন্ন বালকে জন্ম গ্ৰহন কৰিছে । সেই কাৰণে দেৱতা বিলাক ইমান প্ৰসন্ন হৈছে । সেই কাৰণে মহান ঋষি অসিতে তেওৰ ভাতিজা নালক লগত লৈ শুদ্ধোধন ৰজাৰ মহলৰ দুৱাৰ মুখত উপস্থিত হ'ল । তেওং দেখিলে যে শুদ্ধোধন ৰজাৰ মহলত লাখ লাখ মানুহৰ ভীৰ ঋষি দ্বাৰপালৰ ওচৰলৈ গ'ল আৰু ক'লে যোৱা ৰজাক কোৱাগৈ যে দৰ্জামুখত ঋষি ৰজাৰ প্ৰতীক্ষাত আছে ।

দ্বাৰপালে বিনয়ভাৱে ৰজাক গৈ ক'লে যে হে ৰাজন ! দুৱাৰ মুখত এজন বৃদ্ধ ঋষি আহি আপোনাক লগ পাব বিচাৰিছে । ৰজাই ঋষিৰ কাৰণে আসনৰ ব্যৱস্থা কৰিলে আৰু দ্বাৰপালক ক'লে – ঋষিক ভিতৰলৈ লৈ আনা । মহলৰ বাহিৰলৈ আহি ঋষিৰ প্ৰতি ক'লে -- 'অনুগ্ৰহ কৰি ভিতৰলৈ আহক । অসিত ঋষিয়ে থিয়ৈ থিয়ৈ ৰজাক আৰ্শিব্বাদ দিলে -- 'ৰাজন ! আপোনাৰ জয় হওক ! ৰাজন! আপোনাৰ জয় হওক । আপুনি চিৰদিন চিৰঞ্জীৱী হওক আৰু আপোনাৰ ৰাজ্য শাসন ধৰ্মানুসাৰ হওক ।

তেতিয়া ৰজাই ঋষিক সাষ্টাঙ্গ প্ৰনাম জনালে আৰু ঋষিক বহিবৰ কাৰণে আহ্বান জনালে । যেতিয়া ঋষিয়ে আসন গ্ৰহন কৰিলে তেতিয়া ৰজাই ঋষিৰ প্ৰতি সম্বোধন কৰিলে ঋষিবৰ ! মোৰ অৱশ্যে মনত নাই ইয়াৰ আগতে আপোনাক লগ পাইছিলোনে নাই? আপোনাৰ ইয়ালৈ অহাৰ অভিপ্ৰায় কি ? তেতিয়া অসিত ঋষিয়ে ক'লে হে ৰাজন ! আপোনাৰ পুত্ৰ লাভ হৈছে । মই তেওক চাবৰ কাৰণে আহিলোঁ ।

শুদ্ধোধনে ক'লে ঋষিবৰ ! বালক শুই আছে । আপুনি অনুগ্ৰহ কৰি কিছু দেৰি প্ৰতীক্ষা কৰিবনে ? ঋষিয়ে ক'লে ৰাজন ! এই ধৰমৰ দিব্য বিভূতিয়ে বেছি দেৰি শুই নাথাকে । তেও বিলাক স্বভাৱতে জাগি থাকে । তেতিয়া বালকে ঋষিৰ প্ৰতি অনুকম্পা হৈ সাৰ পাই থকাৰ সংকেত কৰিলে । এনে অৱস্থাত শুদ্ধোদনে দৃঢতাৰে দুযোহাতেৰে বালকক উঠাই অসিত ঋষিৰ ওচৰলৈ লৈ আনিলে ।

অসিত ঋষিয়ে দেখিলে যে বালক সম্পূৰ্ণ বত্ৰিশ মহাপুৰুষ লক্ষণেৰে আৰু আশীটা অনুব্যঞ্জনেৰে যুক্ত । তেওঁ দেখিলে যে তেওঁৰ শৰীৰ শুক্ৰ আৰু ব্ৰহ্মাৰ শৰীৰতকৈও অধিক দীপ্[illegible]ন আৰু তেজোমণ্ডল লাখগুনে প্ৰদীপ্ত । তেওঁৰ মুখৰ পৰা সাউৎকৰে বাণী ওলাল [illegible]সন্দেহে এইয়া অদ্ভূত পুৰুষ । এইদৰে তেওঁ আসনৰ পৰা থিয় হ'ল আৰু হাতজোৰ [illegible] তেওৰ ভৰিত পৰি প্ৰণাম জনালে । তেওঁ বালকৰ চাৰিওফালে পৰিক্ৰমা কৰিলে আৰু [illegible] তুলিলৈ বিচাৰ মগ্ন হৈ গ'ল ।

অসিত ঋষি পুৰনি ভবিষ্যত বাণীৰ প্ৰতি পৰিচিত আছিল যে যদু শৰীৰত গৌতমৰ

দৰেই বত্রিশ মহাপুৰুষৰ লক্ষণ হ'ব স্বভাৱতে তেওঁয়েই নিশ্চয় এই গুণ লাভ কৰিব । তৃতীয় জনে কৰিব নোৱাৰে । " যদি তেওঁ গৃহস্থ হৈ থাকে তেন্তে তেওঁ চক্রবৰ্ত্তী ৰজা হ'ব । কিন্তু যদি তেওঁ গৃহত্যাগ কৰি প্রব্রজিত হয় তেতিয়া তেওং সম্যক সমুদ্ধ হ'ব । "

অসিত ঋষিয়ে অনুভব কৰিছিল যে এই বালক কদাপি গৃহস্থী নহব । তেওঁ বালকৰ প্রতি নিৰীক্ষণ কৰি ফেঁকুৰি ফেঁকুৰি কান্দিব ধৰিলে । শুদ্ধোধন ৰজাই দেখিলে যে ঋষিয়ে কান্দি আছে । ঋষিক কন্দা দেখি শুদ্ধোধন ৰজাৰ শৰীৰৰ নোম শিহৰি উঠিল । তেওঁ অসিত ঋষিৰ প্রতি নিবেদন কৰিলে – 'ঋষিবৰ ! আপুনি এইদৰে কিয় কান্দি আছে ? চকুৰ পানী কিয় বোৱাইছে ? মই ভাবো বালকৰ ভৱিষ্যত নিৰ্বিঘ্নে ?

অসিত ঋষিয়ে ৰজাক ক'লে – 'ৰাজন ! মই সেই বালকৰ কাৰণে কন্দা নাই । ইয়াৰ ভবিষ্যত নিৰ্বিঘ্ন । মই মোৰ কাৰণেহে কান্দি আছো ।" " নিজৰ কাৰণে কিয় ? শুদ্ধোধনে সুধিলে । অসিত ঋষিৰ উত্তৰ আছিল মই বৰ্ত্তমান জৰাজীৰ্ণ বয়স হ'ল আৰু এই বালকে নিশ্চিতৰূপে বোদ্ধি লাভ কৰিব সম্যক সমুদ্ধ হ'ব । শেষত তেওঁলোক কল্যাণৰ কাৰণে নিজ ধৰ্ম চক্র প্রবৰ্ত্তন কৰিব যি নেকি ইয়াৰ আগতে এা সংসাৰত প্রবৰ্ত্তন হোৱা নাই ।

'যি শ্রেষ্ঠ জীৱনৰ সৎ ধৰ্মৰ বাণী গোষন । কৰিব তেঁও আদিতে কল্যাণ কাৰক হ ব । মধ্যত কল্যাণ কাৰক হ'ব আৰু শেষতো কল্যাণ কাৰক হ'ব । সি অৰ্থ তথা ব্যঞ্জনৰ দৃষ্টিৰে নিদ্দোষ হ'ব । সি পৰিশুদ্ধ হ'ব । সি পৰিপূৰ্ণ হ'ব ।

যি দৰে ৰাজন । কেতিয়াবা এই সংসাৰত ইদুম্বৰ(গুলৰ) ফুলি উঠে থিক সেই দৰে অনন্ত যুগৰ অনন্ত এই সংসাৰত কেতিয়াবা বুদ্ধোৎপাদ হয়। ৰাজন! এইদৰে নিশ্চয় এই বালকে বোদ্ধি লাভ কৰিব সম্যক সমুদ্ধ হ'ব আৰু সেই অনুপাতে অনন্ত প্রাণী সমূহক এই দুখময় সাগৰ পাৰ কৰি সুখী কৰিব ।

কিন্তু ৰাজন ! মই সেই বুদ্ধক দেখিবলৈ নাপাম । এই কাৰণে ৰাজন! মই এই দুখতে দুখী আৰু ক্রন্দন কৰি আছো । মোৰ ভাগৰত সেই 'বুদ্ধ'ৰ পূজা কৰাটো কপালত লিখা নাই ।

ইয়াৰ পিচতে অসিত ঋষি আৰু তেওৰ ভতিজাক নালনক (নৰদত্ত) শ্রেষ্ঠ ভোজন কৰালে আৰু বস্ত্রদান দি তেওক প্রাৰ্থনা জনালে ।

লগে লগে অসিত ঋষিয়ে নিজ ভতিজাকক ক'লে 'নৰদত্ত । যেতিয়া তুমি জানিবা যে এওঁ 'বুদ্ধ হ'ল তেতিয়া তেওৰ ওচৰত গৈ শৰণ ল'বা । এইয়া তোমাৰ সুখ কল্যাণ আৰু প্রসন্নতা হ'ব । ইমানকে কৈ অসিত ঋষিয়ে ৰজাৰ পৰা বিদায় ল'লে আৰু নিজ আশ্রমলৈ গমন কৰিলে ।

## ৫ মহামাযাৰ মৃত্যু

পঞ্চমদিনা নামাকৰণ সংস্কাৰ কৰিলে । বালকৰ নাম সিদ্ধাৰ্থ ৰাখিলে । তেওঁৰ গোত্র গৌতম । এই কাৰণে জনসাধাৰণৰ মাজত তেওঁ সিদ্ধাৰ্থ গৌতম নামেৰে প্রসিদ্ধ হ'ল।

বালকৰ জন্মৰ আনন্দ আৰু নামাকৰণৰ বিধি বিধানৰ পৰ্ব সমাপ্ত নৌ হওঁতেই মহামায়া হঠাতে বেমাৰত পৰিল আৰু সেই ৰোগে অৱশেষত গম্ভীৰ ৰূপ ধাৰণ কৰিলে । নিজৰ অন্তিম সময় আহি পৰাৰ অনুমান কৰি শুদ্ধোধন আৰু প্ৰজাপতিক মহামায়াই নিজ শয্যাৰ ওচৰলৈ মাতিলে — মোৰ বিশ্বাস অসিতে মোৰ লৰাৰ বিষয়ে ভবিষ্যত বাণী কৰিছে, সেইয়া নিশ্চয় ফলিয়াব । মোৰ মনত দুখ যে মই তেওঁৰ বাণী পুৰ হোৱা দেখিবলৈ নাপাম । গতিকে প্ৰজাপতি । মই মোৰ বালকক তোমাৰ কোলাত তুলি দিলো ।

মোৰ বিশ্বাস যে মোৰ ল'ৰ ৰ কাৰণে তুমি মোতকৈ বেছি মাঁ ৰূপে উপযোগী হ'বা। মোৰ বালক অতি শীঘ্ৰে মাতৃহীনা হৈ যাব । কিন্তু মই সেই বিষয়ে তিলমানো চিন্তা কৰা নাই যে মোৰ পিছত তাৰ যে যথাযোগ্য পালন পোষণ নহ'ব । এতিয়া আৰু দুখ নকৰিবা। মোক মৰিবলৈ দিয়া । মোৰ অন্তিম সময় আহি পৰিল । যমদুত আহি মোৰ কাৰণে প্ৰতীক্ষা কৰি আছে । এইদৰেই মহামায়াই নিজ মনৰ অভিব্যক্তি ব্যক্ত কৰি শেষ নিশ্বাস ত্যাগ কৰিলে । শুদ্ধোধন আৰু প্ৰজাপতি দুয়ো শোক সাগৰত নিমগ্ন হ'ল । দুয়ো এনে পৰিস্থিতিত কান্দিবলৈ ধৰিলে ।

যেঁতিয়া সিদ্ধাৰ্থৰ মাকৰ স্বৰ্গবাস হ'ল তেতিয়া তেওঁৰ বয়স মাত্ৰ সাত দিন হৈছিল। সিদ্ধাৰ্থৰ এজন সৰু ভায়েকো আছিল । তেওৰ নাম আনন্দ । তেও শুদ্ধোধনৰ পত্নী মহাপ্ৰজাপতিৰ গৰ্ভত জন্ম হৈছিল । তেওৰ খুৰাকৰো কেইবাজনো সন্তান আছিল । মহানাম আৰু অনুৰুদ্ধ শুক্ৰোদনৰ পুত্ৰ আছিল তথা আনন্দ অমিতোদনৰ । দেৱদত্ত তেওৰ পেহীয়েক অমিতাৰ পুত্ৰ আছিল । মহানাম সিদ্ধাৰ্থৰ তুলনাত ডাঙৰ আছিল আৰু আনন্দ সৰু । ৭ সিদ্ধাৰ্থই তেওঁৰ লগতে খেলা ধুলা কৰি ডাঙৰ হৈছিল ।

## ৬ শৈশৱ আৰু শিক্ষা

যেতিয়া সিদ্ধাৰ্থই অলপ অচৰপ খোজ কাঢ়িব পৰা হ'ল শাক্য বংশৰ সকলো মুখিয়াল একত্ৰিত হ'ল আৰু তেওঁ শুদ্ধোধনৰ প্ৰতি ক'লে যে বালকক গ্ৰামদেৱী অভয়া মন্দিৰলৈ লৈ যাব লাগে । শুদ্ধোধনে সেই পৰামৰ্শত সম্মতি প্ৰদান কৰি মহাপ্ৰজাপতিক কাপোৰ পিন্ধাই দিবলৈ ক'লে । মাহীমাকে যেতিয়া কাপোৰ পিন্ধাই আছিল তেতিয়া সিদ্ধাৰ্থই মাহীমাকক মধুৰ বানীৰে সুধিলে তুমি মোক ক'লৈ লৈ যাবা ? যেতিয়া মন্দিৰলৈ লৈ যোৱা বুলি জানিব পাৰিলে তেতিয়া তেও মাত্ৰ হাহিঁলে । কিন্তু শাক্য বংশৰ ৰীতি নীতিক সম্মান জনাই মন্দিৰলৈ গ'ল ।

আঠ বছৰত ভৰি দিলে । সিদ্ধাৰ্থই নিজৰ শিক্ষা আৰম্ভ কৰিলে । যি সকল পণ্ডিতক শুদ্ধোধনে মহামায়াৰ সপোনৰ কথা দৃষ্টিগোচৰ কৰিছিল আৰু যি সিদ্ধাৰ্থৰ বিষয়ে ভৱিষ্যত বাণী কৰিছিল সেই আহুজন ব্ৰাহ্মনেই তেওঁৰ প্ৰথম আচাৰ্য্য হ'ল ।

যিখিনি তেও জানিছিল যেতিয়া তেও সকলো শিকি উঠিল তেতিয়া শুদ্ধোধনে উচ্চিদ দেশৰ উচ্চকুলোৎপন্ন প্ৰতম শ্ৰেণীৰ ভাষাবিদ্ তথা বৈয়াকৰণীক বেদ বেদাঙ্গ তথা উপনিষদৰ সম্পূৰ্ণ জ্ঞাতা সবৃমিত্ৰক নিমন্ত্ৰন কৰিলে । তেওৰ হাতত সমৰ্পনৰ জলসিঞ্চন কৰি শুদ্ধোধনে সবৃমিত্ৰকেই তেওঁৰ শিক্ষণৰ নিমিত্তে সিদ্ধাৰ্থক অৰ্পন কৰিলে । সেইয়া

তেওঁৰ দ্বিতীয় আচাৰ্য্য আছিল ।

এইদৰেই সিদ্ধাৰ্থই তেওঁৰ অধীনত সকলো দৰ্শন শাস্ত্ৰৰ ওপৰত অধিকাৰ লাভ কৰিলে। ইয়াৰ উপৰিও তেও ভাৰদ্বাজৰ পৰা নিজৰ মনক সুস্থিৰ কৰি ৰাখিবৰ কাৰণে সমাধিষ্ঠ হৈ থকাৰ মাৰ্গশিকি ল'লে। ভাৰদ্বাজ আলামৰ শিষ্য আছিল। তেওঁৰ নিজা আশ্ৰম কপিল বস্তুতেই আছিল।

## ৭ আৰম্ভণি প্ৰবৃত্তি সমূহ

যেতিয়া তেওঁৰ পিতাকৰ জমিদাৰী কামতো সহায় কৰিছিল আৰু কৃষি সম্বন্ধীয় কোনো কাম নাথাকিলে একান্ত ঠাইত বহি ধ্যানমগ্ন হৈ যায়। নিসন্দেহে তেওঁ সকলো প্ৰকাৰৰ শিক্ষা লাভ কৰিছিল। ক্ষত্ৰিয় ৰূপেও উদাসীন হোৱা নাছিল। শুদ্ধোদনে ও এই কথাৰ প্ৰতি লক্ষ্য ৰাখিছিল যে সিদ্ধাৰ্থই কেৱল মানসিক গুনবহে অধিকাৰী হওঁক ক্ষত্ৰিয় ৰূপে পিচ পৰি থকাতো কামনা নকৰিছিল। সিদ্ধাৰ্থৰ স্বভাৱ করুণাৰে ভৰা। তেওঁ এইটো ভালনাপাইছিল যে মানুহে মানুহক শোষণ কৰাতো। এদিন তেওঁ নিজ বন্ধুবৰ্গৰ লগত পিতাকৰ খেতিলৈ গৈছিল। তেও দেখিবলৈ পালে মজদুৰে কোৰ মাৰিছে, খেতি চপাইছে, কিন্তু তেওঁ বিলাকৰ গাত উপযুক্ত কাপোৰৰ অভাৱ। সূৰ্য্যৰ তাপত তেও বিলাক জ্বলিব ধৰিছে। সেই ছবি বিলাকে তেওৰ অন্তৰত গভীৰ ৰেখাপাত কৰিছিল। তেওৰ এজন বন্ধুক সুধিলে এজন মানুহে আনজনক শোষণ কৰাঁতো জানো উচিত হৈছে? মজদুৰে হাডভঙা পৰিশ্ৰম কৰিব মালিকে সিহঁতৰ ওপৰত মোজ কৰিব এইটো জানো ঠিক কথা। এনে ধৰণৰ প্ৰশ্নৰ উত্তৰ সিদ্ধাৰ্থৰ বন্ধুৰ হাতত নাই। যিহেতু কৃষক আৰু মজদুৰে মালিকৰ অধীনত কাম কৰিবই লাগিব মালিকৰ সেৱা কৰিবই লাগিব। এনেদৰে কৰিব পৰাটোৱেই হৈছে তেওঁ বিলাকৰ ধৰ্ম। শাক্য বিলাকৰ মাজত 'বপমঙ্গল' নামেৰে এটা উৎসৱ আছে। এইয়া ধান সিচাঁৰ প্ৰথম দিন ৰূপে গাঁৱত প্ৰচলিত আছিল। শাক্যৰ প্ৰথানুসৰি এই দিনটোত প্ৰত্যেকজন শাক্যই হাল বাব লাগে। সিদ্ধাৰ্থই ও এই প্ৰথা মানি চলিছিল তেওঁ নিজ হাতেৰে হাল বাইছিল এজন বিদ্ধান লোক তথাপি শাৰিৰীক শ্ৰমৰ প্ৰতি তেওঁৰ ঘৃণা নাছিল।

তেওৰ জন্ম ক্ষত্ৰিয় কুলত হৈছিল সেয়ে তেও ধনুবিদ্যা অস্ত্ৰ-শস্ত্ৰ াদিৰ জ্ঞানো তেওঁৰ পৰ্য্যাপ্ত মাত্ৰাত আছিল। তেও চিকাৰীৰ দলৰ লগত যাবলৈ সম্মত নহৈছিল। তেওঁৰ বন্ধুৱে ক'য় কি তুমি 'বাঘ আৰু সিংহলৈ ভয় কৰানে কি? তেওঁৰ উত্তৰ আছিল তোমালোকে তো সিংহ বাঘক নামাৰা কেৱল হৰিণ তথা খৰগোশৰ দৰে নিৰীহ প্ৰাণীকহে মাৰাইক। চিকাৰ নকৰিলেও তোমালোকৰ বন্ধুৰ হাতৰ নিচানতো চাব পাৰা? কিন্তু এনে নিমন্ত্ৰনো তেও প্ৰত্যাখান কৰে। "মই নিৰ্দ্দোষী প্ৰাণী হত্যাৰ সাক্ষী হ'ব নিবিচাৰো।"

সিদ্ধাৰ্থৰ এনে বিলাক প্ৰবৃত্তিক লৈ গৌতমী ভীষণ চিন্তাত পৰিল। মাহীমাকে তেওঁৰ লগত তৰ্ক কৰে যে 'তুমি এজন ক্ষত্ৰিয় কুমাৰ বুলি পাহৰি গৈছানে কি? যুদ্ধ কৰাতো তোমাৰ ধৰ্ম' চিকাৰৰ মাধ্যমেদিহে যুদ্ধ বিদ্যাত পাৰ্গত হ'ব পাৰে কাৰণ চিকাৰৰ যোগেদিহে তুমি তোমাৰ লক্ষ্য স্থিৰ কৰিব পাৰা। চিকাৰৰ ভূমিয়েই হৈছে যুদ্ধক্ষেত্ৰৰ অভ্যাসৰ ক্ষেত্ৰ।" গৌতমে বাৰে বাৰে প্ৰশ্ন কৰে যে 'মাঁ। এজন ক্ষত্ৰিয়ই কিয় যুদ্ধ কৰিব লাগে?" গৌতমীৰ

উত্তৰ হ'ল কিয়নো এইয়া তেওঁৰ ধৰ্ম।"

মাকৰ প্ৰশ্নৰ উত্তৰত হ'লে গৌতম সন্তুষ্ট নহ'য়। গৌতমীক তেওঁ সোধে 'মাঁ। কোৱাচোন বাৰু মানুহে মানুহক মৰাতো মানুহৰ ধৰ্ম কেনেকৈ হ'ব পাৰে?' "এই তৰ্ক এজন সন্যাসীৰ ক্ষেত্ৰতহে প্ৰযোজ্য। গৌতমীয়ে উত্তৰ দিয়ে যে ক্ষত্ৰিয়ৰ ধৰ্ম' কেৱল যুদ্ধ কৰাতোহে যদিহে ক্ষত্ৰিয়ই যুদ্ধ নকৰে ৰাষ্ট্ৰৰ সংৰক্ষণ কেনেকৈ সম্ভৱ হ'ব। 'কিন্তু মাঁ' যদিহে সকলো ক্ষত্ৰিয়ই পৰস্পৰে পৰস্পৰৰ প্ৰতি মৰম চেনেহ ৰাখে তেতিয়া কটা-মৰা নোহোৱাকৈ ৰাষ্ট্ৰৰ সংৰক্ষণ কৰিব নোৱাৰিব জানো? গৌতমীৰ মাত নাই।

তেও তেওঁৰ বন্ধুবৰ্গক তেওঁৰ দৰে ধ্যান কৰিবলৈ পৰামৰ্শ দিয়ে। বহুৰ কৌশলো শিকায়। কোনো বিষয়ৰ ওপৰত মনৰ স্থিৰতাৰ ওপৰত শিক্ষা দিয়ে। এনে কিছুমান ভাব পোষণ কৰিব লাগে যাতে মই সুখী মোৰ সম্বন্ধীয় সকলসুখী আৰু সকলো প্ৰাণীয়েই সুখী হৈ থাকে। তেওঁৰ বন্ধু বিলাকে তেওঁৰ পৰামৰ্শ মানি লোৱাৰ পৰিবৰ্ত্তে হাঁহিবলৈ ধৰে। তেওঁলোকে চকুমুদি ধ্যান কৰিব বিচাৰে যদিও মনক স্থিৰ কৰিব নোৱাৰে। তেওঁবিলাকৰ মানসপটত কেৱল চিকাৰত পোৱা হৰিণাৰ নাচোনহে যাক নেকি চিকাৰৰ আহিলা ৰূপে লব বিচাৰে, নতুবা যি বিলাকে মিঠাই খাব বিচাৰে তাৰহে সপোন দেখি থাকে। তেও বিলাকৰ মাক বাপেকেও তেও বিলাকৰ ল'ৰা ছোৱালীয়ে এনে দৰে ধ্যান ধাৰণা কৰাতো কামনা নকৰে। কাৰণ এই বিলাক ক্ষত্ৰিয় কুলৰ পৰিপন্থী নহয়।

সিদ্ধাৰ্থৰ বিশ্বাস আছিল যে উপযুক্ত ভাৱৰ ওপৰত মনৰ একাগ্ৰতা স্থিৰ কৰিলে আমি নিজ মৈত্ৰী ভাৱক বহুত ব্যাপক কৰি তুলিব পাৰো। তেও ক'ব বিচাৰে যে সামান্য ভাৱে আমি যেতিয়া কোনো প্ৰাণীৰ বিষয়ে বিচাৰ কৰিব পাৰো। আমাৰ মনতো ভেদ ভাব আহি যাব পাৰে। আমি বন্ধুক শত্ৰুৰ পৰা ভিন্ন কৰি লওঁ। আমি আমাৰ পোহনীয়া জন্তুক মানুহতকৈ ভিন্ন কৰি দেখো। আমি আমাৰ বন্ধুৰ প্ৰতি ভাল পোৱা ভাব ৰাখো আৰু প্ৰেমভাব নিজৰ পোহনীয়া জন্তুৰ প্ৰতিও আমি আমাৰ পশুৰ প্ৰতি ঘৃণা কৰো আৰু সামান্য জন্তুৰ প্ৰতিও ঘৃণা কৰো। আমি এই বিভাজন মুখী সীমাৰেখাৰ পৰা সিপাৰলৈ যোৱা উচিত। আমি এই কাম তেতিয়াই কৰিব পাৰো যেতিয়া আমি নিজ সাধনাৰ দ্বাৰা এই ব্যৱহাৰিক জগতৰ সীমা পাৰ কৰিব পাৰো। তেওঁৰ জীৱনটো কৰুণাৰে ভৰা আছিল। এদিন তেওঁ পিতাকৰ খেতি পথাৰলৈ গৈছিল। বিশ্ৰাম কৰাৰ মানসেৰে তেওঁ এজোপা গছৰ তলত শুই প্ৰাকৃতিক সৌন্দৰ্য্য আৰু শান্তি উপভোগ কৰি আছিল। থিক সেই সময়তে আকাশৰ পৰা এটা চৰাই তেওঁৰ সন্মুখত পৰিলহি। চৰাইটোৰ গাত এডাল তীৰ সোমাই আছিল। সেই কাৰণে চৰাইটোৱে ঢপঢপাই আছিল। সিদ্ধাৰ্থই চৰাইটোৰ সহায়ৰ কাৰণে গ'ল। পক্ষীৰ শৰীৰৰ পৰা তীৰ ডাল উলিয়ালে। পট্টী বান্ধি দিলে আৰু পানী খুৱাই দিলে। পক্ষীটো তেওঁ কোলাত ল'লে আৰু কাপোৰৰ উমদি সতেজ কৰিলে।

সিদ্ধাৰ্থই আশ্চৰ্য্য প্ৰকাশ কৰিলে যে এই অসহায় পক্ষীটোক কোনে শৰ বিদ্ধ কৰিলে? তৎমুহুৰ্ত্ততে তেওঁৰ মোমায়েকৰ পুতেক দেৱদত্ত আহি তাত উপস্থিত হ'ল। তেওঁ চিকাৰৰ সকলো কৌশলতে নিপুন আছিল। তেও সিদ্ধাৰ্থক ক'লে যে তেৱেঁই সেই উৰিফুৰা চৰাইটোক

শৰ বিদ্ধ কৰিলে। পক্ষীটো ঘাইল হ'ল। কিছুদূৰ উৰি গৈ সি ইয়াতেই পৰিল বোধ হয়। সিদ্ধাৰ্থক সুধিলে 'তুমি কি পক্ষীটো দেখিছিলানে? সিদ্ধাৰ্থই ক'লে হ'য় দেখিছিলো। তেওঁ পক্ষীটো দেখুৱালে সি এতিয়া সুস্থ হৈ উঠিল। দেৱদত্তই ক'লে মোৰ পক্ষীটো মোক দি দিব লাগে। ঘোৰ তৰ্কবাদ হ'ল। দেৱদত্তই যুক্তি প্ৰদৰ্শন কৰিলে যে যি চিকাৰৰ নিয়মানু সৰি পক্ষীটো মাৰে তেৱেঁই তাৰ গৰাকী। গতিকে পক্ষীটোৰ মালিক তেৱেঁই।

সিদ্ধাৰ্থই কলে যে এই যুক্তি একেবাৰে ভুল। যি আনক ৰক্ষা কৰে, তেওঁহে তাৰ গৰাকী হ'ব পাৰে। হত্যাকাৰী অধিকাৰী কেনেকৈ হ'ব পাৰে? এনেদৰে দুয়োপক্ষৰ মাজত হোৱা তৰ্কা-তৰ্কিত কোনো সেও মান নহ'ল। কাজিয়া গৈ ন্যায়ালয় পালেগৈ। ন্যায়ালয়ে সিদ্ধাৰ্থৰ পক্ষে ৰায়দিলে।

দেৱদত্ত এইদৰে সিদ্ধাৰ্থৰ ঘোৰ শত্ৰু হ'ল। কিন্তু সিদ্ধাৰ্থৰকৰুণা ইমান প্ৰবল আছিল যে মোমাযেকৰ পুতেক ভায়েকক প্ৰসন্ন কৰাৰ পৰিবৰ্ত্তে এটা পক্ষীৰ প্ৰাণদান দিয়াতো অধিক উত্তম বুলি গণ্য কৰিলে। গতিকে সিদ্ধাৰ্থৰ আৰম্ভণি জীৱন এনেকুৱাই আছিল।

## ৮ বিবাহ

দণ্ড পাণি নামেৰে এজন শাক্য আছিল। যশোধৰা তেওৰ কন্যা আছিল। নিজৰ সৌন্দৰ্য্য আৰু পবিত্ৰতাত তাই প্ৰসিদ্ধ আছিল। যশোধৰাই যোল্ল বছৰত ভৰি দিলে। দণ্ড পাণিৰ তাইৰ বিবাহৰ নিমিত্তে চিন্তা হ'ল। নিয়মানুসাৰে দণ্ডপাণিয়ে ৰাজ্যৰ সকলো যুৱকক 'সয়ম্বৰ'ত উপস্থিত থাকিবৰ কাৰণে নিমন্ত্ৰণ জনালে। সিদ্ধাৰ্থ গৌতমলৈও নিমন্ত্ৰণ পঠালে। সিদ্ধাৰ্থৰো যোল্ল বছৰ সম্পূৰ্ণ হৈছিল। তেওৰ বিবাহৰ কাৰণেও মাক-বাপেক চিন্তিত হ'ল। তেও বিলাকে সিদ্ধাৰ্থক 'সয়ম্বৰ'ত উপস্থিত হ'বলৈ ক'লে আৰু 'যশোধৰা'ক পাণি গ্ৰহণ কৰাৰ কাৰণে প্ৰস্তাৱ দিলে। তেও ও নিজৰ মাক-বাপেকৰ আদেশ পালন কৰিলে । যুৱক সকলৰ ভিতৰত সয়ম্বৰ সভাত যশোধৰাই সিদ্ধাৰ্থকে স্বামী ৰূপে বৰণ কৰিলে। কিন্তু দণ্ড পাণিৰ হ'লে এওলোকৰ যুগ্ম জীৱনৰ প্ৰতি সন্দেহাতীত হ'ল। এও বিলাকৰ দাম্পত্য জীৱনৰ সফলতাত শঙ্কা হ'ল কাৰণ সিদ্ধাৰ্থই সাধু সন্তৰ সংগহে বেছি ভাল পায়। তেওঁ সদায় একান্তপ্ৰিয়। এনে ধৰণৰ এজন যুৱক প্ৰকৃত গৃহস্থী কেনেকৈ হ'ব? ইফালে যশোধৰাইয়ো সিদ্ধাৰ্থ গৌতমৰ-বাহিৰে আনৰ লগত বিবাহ পাশত সোমাব নিবিচাৰিছিল। যশোধৰাই পিতাকক প্ৰশ্ন কৰিলে যে সাধু-সন্তৰ লগত নিৰ্বাহ কৰাতো অপৰাধনে কি? যশোধৰাৰ হ'লে এনে ধাৰণা নাছিল। যশোধৰাৰ মাকে যেতিয়া গম পালে যে যশোধৰাই সিদ্ধাৰ্থ-গৌতমৰ বাহিৰে আনৰ লগত দাম্পত্য জীৱন কটাব নিবিচাৰে গতিকে তেও বিলাকৰ ইচ্ছাত বাধাদান নকৰি সন্মতি জনোৱাতোহে উচিত হ'ব বুলি ক'লে। এতেকে দণ্ড পাণি সন্মত হ'ল। এনে পৰিস্থিতিত সিদ্ধাৰ্থৰ প্ৰতিদণ্ডী সকলে অপমান বোধ কৰিলে। তেও বিলাকে যুক্তি প্ৰদৰ্শন কৰিলে যে 'ন্যায়'ৰ নামত যশোধৰাই ক্ৰমেও 'নিৰ্বাচন'ৰ আগতে প্ৰত্যেকযুৱকৰ পৰীক্ষা লোৱাতো উচিত আছিল। তেওঁ বিলাকে সিদ্ধান্ত কৰিলে যে দণ্ডপাণিক হেচাঁ প্ৰয়োগ কৰিব যাতে গৌতমক যশোধৰাই স্বামীবৰণ কৰিব নোৱাৰে। তেতিয়া তেও বিলাকৰ উদ্দেশ্য সফল হ'ব। ইমান বিলাক কৌশল প্ৰয়োগ কৰিও যেতিয়া দণ্ডপাণি সফল নহ'ল তেতিয়া 'লক্ষ্যভেদ'ৰ পৰীক্ষা লবলৈ দণ্ডপাণিক বাধ্য কৰালে। প্ৰথমতে গৌতমে এনে কাৰ্য্যত ব্ৰতী হ'বলৈ সন্মত নাইছিল

কিন্তু পৰিয়াল তথা যশোধৰাৰ সন্মানৰ কাৰণে ছন্দকে সেইকামত ব্ৰতী হ'বলৈ গৌতমক সন্মত কৰালে।

এই তৰ্কই গৌতমৰ মনত ৰেখাপাত কৰিলে আৰু এই 'পৰীক্ষা'ত অৱতীৰ্ণ হ'বৰ কাৰণে তেওঁ সন্মত হ'ল। পৰীক্ষা আৰম্ভ হ'ল। প্ৰত্যেক যুৱকেই নিজৰ নিজৰ কৌশল প্ৰযোগ কৰিলে। সৰ্বশেষত গৌতমৰ পাল পৰিল। 'লক্ষ্যভেদ'ত গৌতম জয়ী হ'ল।

ইয়াৰ পিচতে গৌতম আৰু যশোধৰাৰ বিবাহ হ'ল। এই বিবাহত যশোধৰা আৰু মহাপ্ৰজাপতি আনন্দিত হ'ল। বিবাহৰ কিছুদিনৰ পিচত যশোধৰাই এটা পুত্ৰ জন্ম দিলে। তেওঁৰ নাম ৰাহুল ৰখা হ'ল।

## ৯ পুত্ৰৰ সংৰক্ষণৰ নিমিত্তে পিতাকৰ পৰিকল্পনা

ৰজাই মনে মনে সন্তোষ প্ৰকাশ কৰিলে যে পুত্ৰৰ বিবাহখন হৈ গ'ল। এতিয়া গৃহস্থী হ'ল কিন্তু অসিত ঋৰ্ষিৰ ভৱিষ্যত বাণীয়ে তেওক ভূতৰ দৰে পিছনেৰা হ'ল। ভৱিষ্যত বাণীৰ প্ৰভাব যাতে তেওঁৰ ওপৰত পৰিব নোৱাৰে। তাৰ কাৰণে কাম-ভোগত এই উদ্দেশ্যে ৰজাই সিদ্ধাৰ্থৰ কাৰণে তিনি মহলীয়া এটা ভৱন বনালে। এটা মহল গ্ৰীষ্ম ঋতুত বাস কৰিবৰ কাৰণে দ্বিতীয় মহল বৰ্ষা ঋতুত থাকিবৰ কাৰণে তৃতীয় মহল শীতকালত থাকিবৰ কাৰণে। তেওঁ এই মহল কেইটাত সকলোধৰণৰ ভোগ বিলাসৰ সাধনাৰে সজাই পৰাই তুলিছিল। প্ৰত্যেক মহলতে একোখন সুন্দৰ বাগিচা পাতি দিছিল। য'ত বিভিন্ন ফুলে ৰমক জমক কৰি আছিল।

তেওৰ পুৰোহিত উদায়ীৰ পৰামৰ্শ অনুসৰি কুমাৰৰ কাৰণে এটা 'অন্তঃপুৰ'ৰ ব্যৱস্থা কৰিলে য'ত সুন্দৰী বিলাকৰ যাতে অভাৱ অনুভৱ নকৰে। শুদ্ধোদনে উদায়ীক নিৰ্দ্দেশ দিলে যে তেওঁ ষোডশী যুৱতী বিলাকক যাতে সংকেত কৰে তেও বিলাকে কুমাৰৰ মন আকৰ্ষিত কৰি থাকে। উদায়ী য়ে এইদৰে সুন্দৰী বিলাকক গোটাই কুমাৰক সৰ্বতো প্ৰকাৰে আকৰ্ষিত কৰি তুলিবৰ কাৰণে বিভিন্ন প্ৰকাৰৰ বিধি বিধান দেখুৱালে। এইদৰে যুৱতী সকলক সম্বোধন কৰি তেও ক'লে যে- 'আপোনালোক সকলোৱেই এনে ধৰণৰ কলা কৌশলত নিপুন আপোনালোকক সকলোৱে বিভিন্ন কলাৰ দ্বাৰাই, ভাষাৰ দ্বাৰাই আৰ্কৰ্ষিত কৰিব পৰা ক্ষমতা আছে। আপোনালোক সুন্দৰ আকৰ্ষণীয় নিজৰ নিজৰ কৰ্মত সকলোৱেই অদ্বিতীয়। "নিজৰ কলা কৌশলৰ দ্বাৰা ঋষি মুনিকো জিনিব পাৰে দেৱতা সকলকো মুহিব পাৰে, এইয়া কেৱল দিবালোকৰ অপ্সৰাৰ দ্বাৰাহে সম্ভৱ। 'নিজৰ কলা কৌশল, নিজৰ চতুৰালি আকৰ্ষনৰ দ্বাৰা পুৰুষৰতো কথাই নাই স্ত্ৰী সকলকো মুহিব পাৰে। নিজৰ নিজৰ কৰ্মক্ষেত্ৰত নিজে নিজে অপাৰ গতিকে এনে অৱস্থাত কুমাৰক কামৰূপী ৰচীৰে বান্ধি নিজৰ বশলৈ অনাতো কোনো টান কাম নহ'য়। নব বিবাহিতা বোৱাৰীৰ চকুত লাজ অপমানৰ পৰ্দা থাকে, শঙ্কাৰে কাম কৰে। কিন্তু আপোনালোক তেনে নহ'য়। এই বীৰো নিসন্দেহে মহান। কিন্তু তাঁলৈ তোমালোকে কেৰেপ কৰিব নালাগে। স্ত্ৰীৰ বলো মহান। গতিকে দৃঢ়তাৰে সৈতে সংকল্পবদ্ধ হোৱাতো বাঞ্ছনীয়। পুৰণি কালত কাশীৰ এজনী বেশ্যাই এজন ঋষিক পথ ভ্ৰষ্ট কৰি দিছিল আৰু তেওক তেওঁৰ বশলৈ লৈ আনিছিল। আৰু মহান তপস্বী প্ৰসিদ্ধ বিশ্বামিত্ৰকো

'ঘৃতাচী' নামেৰে এজনী অপ্সৰাই দহ বছৰ কাল ধৰি অৰণ্যলত বন্দী কৰি ৰাখিছিল। এনেদৰে ঋষি মুনি বিলাকক স্ত্ৰী সকলে আকৰ্ষিত কৰি বান্ধি ৰাখিছিল। এই তৰুণ যুৱকে যৌৱনৰ দুৱাৰ দলিত ভৰি দিছেহি। এওঁৰ কাৰণে কিহৰ চিন্তা? " গতিকে তোমালোকে এনে ধৰণে তেওঁক জয় কৰিবৰ কাৰণে চাবাইক যাতে ৰাজ্য পৰিয়ালৰ পৰম্পৰা ৰক্ষা পৰে।" সামান্য স্ত্ৰীয়েও সামান্য মানুহক বশীভূত কৰে, কিন্তু তেওঁ বিলাক ধন্যবাদৰ পাত্ৰী যি নেকি অসাধাৰণ মানুহকো বশীভূত কৰে।

## ১০ নাৰীয়ে ৰাজকুমাৰক নিজৰ বশলৈ আনিব নোৱাৰিলে।

উদায়ীৰ ভাৱ-ভাবাই স্ত্ৰী সকলৰ হৃদয় স্পৰ্শ কৰিলে। তেওঁবিলাকে কুমাৰক বশীভূত কৰিবৰ কাৰণে সৰ্বশক্তি প্ৰয়োগ কৰিবৰ কাৰণে দৃঢ় প্ৰতিজ্ঞ হ'ল।

কিন্তু তেওঁবিলাকৰ চালাক চাতুৰি আৰু চকুৰ মোচন, মিঠা হাঁহি তথা কোমল অঙ্গ পতঙ্গৰ দ্বাৰাই যে কুমাৰক জয় কৰিব পাৰিব এই কথা ষোড়শী কন্যাৰ যাদুৰে যে কুমাৰক জয় কৰিব পাৰিব বিশ্বাস কৰিবলৈ টান পাইছিল। কিন্তু পুৰোহিত উদায়ীৰ প্ৰেৰণাৰ কাৰণ কুমাৰৰ কোমল স্বভাৱৰ কাৰণ তথা সুৰা আৰু প্ৰেমৰ যোগেদি মন গলাব পাৰিব বুলি ভাবিছিল । স্ত্ৰী বিলাকে নিজৰ কাম আৰম্ভ কৰি দিলে। কিন্তু কি হ'ব কুমাৰৰ স্থিতি এনে হৈছিল যেন- হিমালয়ৰ অৰণ্যত বিচৰণ কৰি থকা হস্তী ৰাজকহে মাইকী হাতী বিলাকে ঘেৰি ৰাখিছে। সেই স্ত্ৰী বিলাকৰ দ্বাৰা ঘেৰি থকা ৰাজকুমাৰ এনেদৰে সুশোভিত হৈ পাৰছিল যেন - সূৰ্য্য দেৱতা নিজৰ দিব্য ভৱনত অপ্সৰাৰ দ্বাৰা তেওঁ বিলাকৰ ভিতৰত কোনোবাই যেন প্ৰেমত আতুৰ হৈ নিজ বুকুৰ মাজত সুমুৱাই লৈছে। যি যেনেদৰে পাৰে আকৃষ্ট কৰিবৰ কাৰণে চেষ্টা কৰিছে। লতা সদৃশ কোমল হাতৰ পৰশ তেওঁৰ কান্ধত তুলি দি নিজৰ ভাৰ তেওঁৰ ওপৰত জাপি দিছে। কিছুমানে সুৰাৰ গন্ধ ৰক্তবৰ্ণ ওঠৰ দ্বাৰাই তেওঁৰ কাণত ফুচ ফুচাই কয় মোৰ ৰহস্যময় কথা বিলাক শুনা। কিছুমান স্ত্ৰীৰ কাপোৰ ভিজি গৈছিল তেওক আজ্ঞাৰ সুৰত কলে 'আমাৰ পূজা ইয়াত কৰা। আন এজনীয়ে নীলাম্বৰ সুৰাত মগ্নহোৱাৰ দৰে দেখুৱাই নিজৰ জিভাখন বাহিৰলৈ উলিয়াই এনেদৰে তেওঁৰ কাষত থিয় দিলে যেন ৰাতি বিজুলীহে মাৰিছে। কোনোবাজনীয়ে নুপুৰৰ শব্দ দি ইফালে-সিফালে ঘূৰি আছিল আৰু নিজৰ অৰ্দ্ধ আচ্ছাদিত শৰীৰৰ প্ৰদৰ্শন কৰি দেখুৱাইছিল। কোনো আকৌ পদ্ম সৰোবৰৰ পৰা আহিছিল। হাতত পদুম ফুল লৈ আছিল। তেওঁবিলাকে পদ্ম পানীৰ দৰে সেই কমল ৰূপী মুখ খন ৰাজকুমাৰৰ ওচৰত প্ৰদৰ্শন কৰিছিল আন এজনী স্ত্ৰীয়ে প্ৰকৃত অঙ্গী-ভঙ্গ ৰে এটা গীত গালে যাতে তেওঁ ধ্যান স্থ হৈয়ো উত্তেজিত হৈউঠিব পাৰে। তেওঁ কৈ উঠিছিল হেৰা। তুমি কি ভ্ৰমত পৰি আছা। কোনো স্ত্ৰীয়ে আকৌ ৰাজকুমাৰৰ দৰে মুখমণ্ডল বনাই প্ৰদৰ্শন কৰিলে। এজনী স্ত্ৰীৰ বুকুখন ওলমি গৈছিল কাণৰ লটি দুটা বতাহত উৰিব ধৰিছে, জোৰেৰে হাঁহি হাঁহি কয় "যদি পাৰা মোক ধৰা ।' কিছুমানে আকৌ ফুলৰ মালাৰ মাজত বান্ধখুৱাই ৰাখিবৰ কাৰণে যত্ন কৰিছে। কিছুমানে মধুৰ অৰ্থাৎ কৰ্কশ শব্দৰ বান মাৰি মন জিনিবলৈ যত্ন কৰিছে। আন এজনীয়ে তেওঁক মাতিবৰ কাৰণে আম গছৰ ডাল এটা হাতত লৈ এপাহ ফুল দেখুৱালে আৰু প্ৰশ্ন কৰিলে - এইটো কি ফুল?" এজনী স্ত্ৰীয়ে

মতা মানুহৰ দৰে ভেকচন কৰি কলে হে স্ত্ৰী জয় কৰা এই পৃথিৱীক জয় কৰা।" আন এজনী স্ত্ৰীয়ে নীল পদ্মৰ গোন্ধলৈ নিজৰ ডাঙৰ ডাঙৰ চকু কেইটা পকাই পকাই অস্পষ্ট শব্দত ৰাজকুমাৰক সম্বোধন কৰিলে স্বামী। মধুৰ গন্ধ পুষ্প সুশোভিত এই আম্ৰ ফললৈ চোৱা স্বৰ্ণী পিঞ্জৰাত বন্দীৰ দৰে কুলিয়ে ইয়াত গাই। ইয়ালৈ আহাঁ আৰু এই অশোক বৃক্ষ জোপা চোৱা। যিনেকি প্ৰেমী সকলৰ শোকবৰ্দ্ধক। য'ত মৌ-মাখিয়ে গুঞ্জন কৰে যেন তাত অগ্নি দগ্ধহে হৈছে। ইয়ালৈ আঁহা আৰু আম্ৰ লতিকা আবৃত্ত এই তিলক বৃক্ষলৈ চোৱা যেন কোনো পীতবস্ত্ৰ ধাৰিণীয়ে কোনো শ্বেত বস্ত্ৰ ধাৰণ কৰিযেন পুৰুষক হে সাৱতি আছে। আঙুৰৰ ৰসৰ দৰে প্ৰকাশমান পুষ্পিত কুৰবক বৃক্ষচোৱা যি এনেদৰে ওলমি আছে যেন স্ত্ৰীৰ নখৰ লালিমাৰ দ্বাৰা আহত হোৱা যেন লাগে। এই তৰুণ অশোক জোপালৈ চোৱা যাৰ নতুন নতুন ডাল বিলাক চাৰিওফালে হালি আছে। এনে হেন অনুমান হয় যে আমাৰ হাতৰ সৌন্দৰ্য্য দেখি লাজতে যেন তলমুৰ কৰি আছে। এই সৰোবৰটো চোৱা যাৰ পাৰত সিন্দবাৰৰ জন্ম হৈছে, যেন শুভ্ৰ বস্ত্ৰৰ ওপৰত কোনো ৰমণী শুই আছে। স্ত্ৰী জাতিৰ সমৰ্থা চোৱা। পানীত চাকৈ চকোৱা আগে আগে যায় আৰু তাইৰ পতি পিছে পিছে যায় যেন তেও তাইৰ দাসহে। মদমত্ত কুলিৰ গীত শুনা আৰু আৰো অবিকল আক্ষৰীক অনুকৰণ কৰা। অতি উত্তম হ'ল হেতেন যদি বসন্ত ঋতুত পক্ষী বিলাকৰ ভিতৰত জন্ম হোৱা উন্মাদৰ কিছু অংশ তোমাৰ লগতো হ'ল হেতেন আৰু তেও নিজকে সদায় বুদ্ধিমান বুলি ভাৱি থকাতো পণ্ডিতৰ বিচাৰ নহলেহেতেঁন।

এইদৰে প্ৰেমাসক্ত স্ত্ৰী বিলাকে ৰাজকুমাৰৰ বিৰুদ্ধে সকলো ধৰণৰ যুদ্ধ নীতি কৰি দেখুৱালে। ইমান আক্ৰমণ কৰা সত্বেও তেওৰ সংযত ইন্দ্ৰিযক প্ৰসন্ন কৰিব নোৱাৰিলে অকনমানহস্থৱাব পাৰিলেনে?

তেও নিজৰ বাস্তৱিক অৱস্থাৰ লগত পৰিচয় প্ৰাপ্ত কৰাৰ কাৰণে ৰাজকুমাৰ স্থিৰ একাগ্ৰচিত্তে নিজৰ কৰ্ত্তব্যত অটল হৈ থাকিল। এই বিলাক স্ত্ৰীৰ মাজত কি শক্তিৰনো অভাৱ আছিল এইটোও অনুভৱ কৰিব নোৱাৰ্ৰিছিল যে যৌৱন চঞ্চল বাৰ্দ্ধক্যই সমস্ত সৌন্দৰ্য্য নাশ কৰি দিব। এইদৰে নিমিলা অঙ্কই মাহ বছৰ ধৰি চলি থাকিল। কিন্তু ইয়াৰ কোনো ফল নধৰিলে।

## ১১ কুমাৰৰ প্ৰতি প্ৰধান মন্ত্ৰীৰ বুজনি

উদায়ীয়ে বুজিলে যে অপ্সৰা বিলাকে তেও বিলাকৰ কায্য- কলাপত ৰাজকুমাৰৰ মনত কোনো সাঁচ বহুৱাব নোৱাৰিলে।

নীতি আৰু বুদ্ধিত বৃহস্পতি উদায়ীয়ে নিজে কুমাৰৰ লগত কথা পতাৰ সিদ্ধান্ত কৰিলে। একান্ত অৱস্থাত উদায়ীয়ে ৰাজকুমাৰৰ প্ৰতি ক'লে- 'ৰজাই মোক এটা উচ্চ পদৰ অধিপতি কৰি ৰাখিছে। গতিকে বন্ধুৰূপে মই আপোনাৰ লগত কথা পাতিব বিচাৰো। কোনো অহিত কামৰ পৰা বাচি থাকিব লাগে হিতকাৰী কামত লাগি থাকিব লাগে বিপদত লগ এৰা দিব নালাগে বন্ধুৰ এই তিনিটা লক্ষণ। যদি মই নিজ মৈত্ৰী ঘোষণা কৰাৰ পিচতে নিজ স্বাৰ্থবশতঃ আপোনাক প্ৰবোধ নিদিও তেতিয়া মই মোৰ মৈত্ৰী ধমৰ পৰা বিৰত

থাকিব লাগিব।

'উপৰুৰা মনেৰে স্ত্ৰীৰ প্ৰতি সম্বন্ধ ৰখাটো ভাল। ইয়াৰ দ্বাৰাই মানুহৰ সংকোচ নাইকিয়া হ'য় আৰু মন আনন্দিত হ'য়।

গতিকে তুমি নিৰাদৰ নকৰিবা তেওকোৱা কথা মানা এই দুটা কথাতহে নাৰী প্ৰেমবন্ধনত বান্ধ খাই থাকে। নিঃসন্দেহে সৎ গুনো হৈছে প্ৰেমৰে একমাত্ৰ আভূষণ। নাৰীয়ে আদৰ বিচাৰে। হে বিশালাক্ষ! আপুনি কি উপৰুৰা এটা মন লৈয়ো,তেওঁৰ অপৰূপ সৌন্দৰ্য্যৰ শালীনতা দেখুৱাবৰ কাৰণে তেওক অকনমান আনন্দিত কৰি ৰাখিবৰ কাৰণে অকনো প্ৰয়াস নকৰিবনে?

'দক্ষিণাই হৈছে নাৰীৰ ঔষধ। দক্ষিণাই হৈছে নাৰীৰ অলংকাৰ। বিনা দক্ষিণাৰে সৌন্দৰ্য্য পুষ্পহীন উদ্যানৰ সমান।

'কিন্তু অকল দক্ষিণা দিলেইতো নহ'ব। দক্ষিণাৰ লগত হৃদযৰ অনুভূতিৰ সংযোগ হোৱা দৰ্কাৰ। বৰ কষ্টেৰে সৈতে লাভ হোৱা কামভোগ যেতিয়া আপোনাৰ হাতৰ অধীনত থাকে আপুনি নিশ্চয় তাক তিৰস্কাৰ নকৰে।

'কামকে সৰ্বপ্ৰথম পুৰুষাৰ্থ বুলি জানি প্ৰাচীন কালত ইন্দ্ৰই ও গৌতম ঋষিৰ পত্নী অহল্যাক আলিঙ্গন কৰিছিল। এইদৰে অগস্ত্য ঋষিয়েও সোম ভাৰ্য্যা ৰোহিনীৰ লগত ৰমন কৰিলে আৰু শ্ৰুতি অনুসৰি সোপ মুদ্ৰাৰ লগতো সেয়ে হ'ল। ঔতথ্য পত্নী মৰুতৰ পুত্ৰী মমতাৰ লগত ঋষি বৃহস্পতিয়ে সম্ভোগ কৰিলে আৰু ভৰদ্বাজক জন্ম দিলে। 'অৰ্ঘ্য অৰ্প কৰি বৃহস্পতিৰ পত্নীক চন্দ্ৰমাই গ্ৰহণ কৰিলে আৰু দিব্যস্বৰূপ বুধক জন্ম দিলে।

এইদৰে পুৰণি কালত অতি ক্ৰোধবশত পৰাশৰ ঋষিয়ে যমুনাৰ পাৰত বৰুণ পুত্ৰৰ পুত্ৰী কালীৰ লগত সহবাস কৰিলে।

'বশিষ্ঠ ঋষিয়ে অক্ষমালা নামৰ এটা নীচ জাতিৰ স্ত্ৰীৰ লগত সহবাস কৰি কপিজলাদ নামেৰে পুত্ৰৰ জন্ম দিলে। বেছি বয়স হোৱাৰ কাৰণে ৰাজৰ্ষি যযাতিয়ে চৈত্ৰৰথ বনত অপ্সৰা বিশ্বাচীৰ লগত সম্ভোগ কৰিলে। যদিও তেও জানিছিল যে পত্নীৰ লগত সহবাস কৰিলে তেওৰ যে মৃত্যুৰ কাৰণ হ'ব তথাপিতো কৌৰৱ ৰজা পাণ্ডুৱে মাদ্ৰীৰ ৰূপ আৰু গুণৰ ওপৰতমুগ্ধ হৈ প্ৰেমৰ বশীভূত হ'ল। এইদৰে মহান পুৰুষ সকলেও (জুগুপ্সিত) ঘৃণণীয় কাম ভোগৰ প্ৰতি লালায়িত হৈছিল। তেনেস্থলত প্ৰশংসনীয় কাম ভোগ চৰিতাৰ্থ কৰাত কি দোষ? ইমান বিলাক হোৱা সত্বেও আচৰিত কথা যে আপুনি এনে শক্তি তাৰুণ্য আৰু সৌন্দৰ্যক উপেক্ষা কৰি আছে। য'ত ন্যায় পূৰ্বক আপোনাৰ অধিকাৰ আছে আৰু য'ত গোটেই পৃথিৱীখন আসক্ত হৈ আছে। ১২

## ১২ ৰাজকুমাৰৰ প্ৰধান মন্ত্ৰীৰ প্ৰতি উত্তৰ

পবিত্ৰ পৰম্পৰাৰ দ্বাৰা সমৰ্থন যোগ্য যোগ্য উচিত বুলি বিবেচিত এই কথা বিলাক শুনি ৰাজকুমাৰে মেঘৰ গৰ্জনৰ দৰে উত্তৰ দিলে –

'আপোনাৰ এই স্নেহসিক্ত ভাষা আপোনাৰ কাৰণেহে যোগ্য, কিন্তু মই আপোনাক এতিয়া ক'ম আপোনাৰ ভুল বিলাক ক'ত। 'মই সাংসাৰিক বিষয় বাসনাক অৱজ্ঞা কৰা

নাই। মই জানো গোটেই জগতখনেই ইয়াতেই আসক্ত হৈ আছে। কিয়নো মই জানো যে এই জগত অনিত্য এই কাৰণে মোৰ মন তাত নবহে। আৰু তুমি এইটোও ক'ব বিচাৰিছা যে মহাত্মা সকলো বিষয়-বাসনাত বশীভূত হৈছে, এই বিষয়ে কোনো প্ৰমাণ নাই কিয়নো অৱশেষত সকলোৱেই তো ক্ষয় হৈ যায়। য'ত ক্ষয় আছে তাত কোনো বাস্তৱিকতা নাই য'ত বিষয়-বাসনাই ঘেৰি আছে, তাতো কোনো বাস্তৱিক মহানতা নাই য'ত সংযম নাই তাতো বাস্তৱিকমহানতাৰ অভাব। আৰু আপুনি এইটো ক'ব বিচাৰে যে স্ত্ৰীকব্যাহ্যিক মনেৰেহে স্নেহ শ্ৰদ্ধা ৰাখিব লাগে কিন্তু এই বিষয়ে মোৰ দক্ষতা থাকিলেও ই মোৰ কাৰণে গ্ৰহণ যোগ্য নহ'য়। যদিইয়াত কোনো বাস্তৱিকতা নাই। তেতিয়া হ'লে মই স্ত্ৰী সকলৰ ইচ্ছা অনুসৰি অনুসৰণ কৰাটো মোৰ কাৰণে প্ৰিয় নহয়। যদি মানুহৰ মন তাত ব্যাপ্ত নাথাকিলে এনে অনুসৰণক মই ধিককাৰ দিও। 'য'ত ৰাগৰ অধিকতা আছে, য'ত মিথ্যাৰ ওপৰত বিশ্বাস আছে, য'ত অসীম আসক্তিৰে ভৰি আছে, য'ত বিষয় বাসনাৰ নিৰ্দোষিৰ বাস্তৱিক দাৰ্শনিকতা নাই। এনে ছলনাত জানো পৃথিৱী বৰ্তী থাকিব? আৰু যদি ৰাগৰ বশীভূত হৈ প্ৰাণীয়ে পৰম্পৰ প্ৰতি ঠগ প্ৰবঞ্চনা কৰি থাকে। তেনে অৱস্থাত পুৰুষৰ যোগ্যতা নাইনে কি যে স্ত্ৰীয়ে তেও বিলাকৰ প্ৰতি নাচাব আৰু স্ত্ৰী সকলো যোগ্য নহয়নে কি যে পুৰুষেও তেও বিলাকৰ প্ৰতি নাচাব। 'কিয়নো এই সকলোবিলাক এনেকুৱাই গতিকে মোৰ বিশ্বাস যে তুমি মোক এনে বিষয় ভোগৰ অশোভন কু পথৰ ফালে লৈ যাব নোৱাৰা। ১৩

এনেদৰে ৰাজকুমাৰৰ সুনিশ্চিত দৃঢ় সংকল্পই উদায়ীক নিৰুত্তৰ কৰি দিলে। তেওঁও গৈ ৰাজকুমাৰৰ মনৰ গতিবিধিখিনি ৰজাৰ ওচৰত গৈ শুনালে।

যেতিয়া ৰজাই গম পালে যে তেওৰ পুত্ৰ ৰাজকুমাৰ বিষয় সুখৰ পৰা বিমুখ হৈ গৈছে এনে স্থিতিত ৰজাৰ ৰাতিটোপনি নহা হ'ল। তেওঁ অন্তৰত এনে ধৰণৰ জ্বালা যন্ত্ৰনাই ঠাই পালে যে যেনেকৈ কোনো হাতীৰ বুকুত যেন শৰ বিদ্ধ হ'ল এইদৰে ৰজাই নিজ মন্ত্ৰী পৰিষদৰ বহুত সময় ৰাজকুমাৰ সিদ্ধাৰ্থক সাংসাৰিক বিষয় বাসনাৰ প্ৰতি লালায়িত কৰিব পাৰে আৰু বৈৰাগ্য জীৱনৰ পৰা মুক্তি দিব পাৰে যাৰ কাৰণে সকলো চেষ্টা কৰি প্ৰকৃত ৰাস্তালৈ অনাৰ সম্ভাৱনা আছিল। কিন্তু সেই বিলাক উপায়ৰ বাহিৰে তেওঁৰ কোনো গত্যন্তৰ নাছিল আৰু অন্য কোনো উপায় পোৱাৰ কোনো অৱকাশ নাছিল। তেওঁৰ কাৰণে পুষ্পমালা আৰু সকলো অলংকাৰ ব্যৰ্থ হৈ গৈছিল। তেওঁৰ কাৰণে যি বিলাক বিলাস চেষ্টা অক্ষ আকৰ্ষণ কৌশলৰ ব্যৱস্থা কৰিছিল সেই সকলো বিলাক নিষ্প্ৰয়োজন হৈ গ'ল হৃদয়ত আছিলমচিব নোৱাৰা প্ৰেম সেই প্ৰেমেও হাৰমনাত আকৰ্ষণীয় তৰুণী মণ্ডলীকো বিদায় দিলে।

## ১৩ শাক্য সংঘত দীক্ষা

শাক্য সকলৰ নিজা সংঘ আছিল । বিশ বছৰ হোৱাৰ লগে লগে শাক্য যুবক সকলক সংঘত দীক্ষিতহৈ শাক্য সংঘৰ সদস্য হব লগা হৈছিল। সিদ্ধাৰ্থ গৌতমৰ বিশ বছৰ পুৰা হল। তেবোঁ এতিয়া সংঘত দীক্ষিত হৈ সংঘৰ সদস্য হ'ব লাগে। শাক্য সকলৰ নিজা এটা সংঘ আছিল যাক তেওঁ বিলাকে সংথাগাৰ বুলি কৈছিল। এই সংঘ কপিলবস্তুত আছিল। সংঘৰ সভা সমিতি সংথাগাৰতেই হৈছিল। সিদ্ধাৰ্থক সংঘত দীক্ষিত কৰাৰ কাৰণে শুদ্ধোদনে

এজন শাক্য পুৰোহিতক সংঘৰ এখন সভা আহবান কৰিবলৈ ক'লে। সেই অনুসৰি কপিলবস্তুৰ শাক্য সংথাগাৰত সংঘ একত্ৰিত হ'ল। সভাত পুৰোহিতে প্ৰস্তাৱ দাঙি ধৰিলে যে সংঘত সিদ্ধাৰ্থক সদস্য অন্তভূক্ত কৰিব লাগে। শাক্য সেনাপতি নিজ স্থানত থিয় হৈ সংঘৰ প্ৰতি সম্বোধন কৰিলে যে 'শাক্য কুলৰ শুদ্ধোদনৰ পৰিয়ালত জন্ম গৌতমক সংঘৰ সদস্য কৰিব লাগে। তেওঁৰ এতিয়া সম্পূৰ্ণ বিশবছৰ আৰু সংঘৰ সদস্য হোৱাৰ যোগ্য হৈছে। গতিকে মই প্ৰস্তাৱ কৰো যে তেওক সংঘৰ সদস্য মনোনীত কৰিব লাগে। যদি এই প্ৰস্তাৱৰ ওপৰত কোনোবাই যদি বিৰোধিতা কৰিব বিচাৰে তেনে কৰিব পাৰে।

কোনেও প্ৰস্তাৱটোৰ বিৰুদ্ধে মাত নামাতিলে। পুনৰ সেনাপতিয়ে ক'লে 'মই পুনৰ কৈছো কাৰোবাৰ আপত্তি থাকিলে ক'ব পাৰে। প্ৰস্তাৱৰ বিৰুদ্ধে ক'বলৈ কোনো থিয় নহ'ল। সেনাপতিয়ে পুনৰ ক'লে 'মই তৃতীয় বাৰো কৈছো কোনোবাই কিবা ক'লে ক'ব পাৰে। তৃতীয় বাৰো কোনো আপত্তি নুঠিল।

শাক্য কুলৰ এইটো নিয়ম আছিল যে বিনা প্ৰস্তাৱে কোনো কামেই হাতত লোৱা নহয়। যেতিয়ালৈকে প্ৰস্তাৱ তিনিবাৰ পাঁচ নহ'য তেতিয়ালৈকে কোনো কাৰ্য্য গ্ৰহণ কৰা নহৈছিল। যিহেতু সেনাপতিৰ প্ৰস্তাৱ বিনাদ্বিধাই তিনিবাৰ পাচ হৈ গৈছিল। গতিকে বিধি অনুসৰি সিদ্ধাৰ্থক সংঘৰ স্থায়ী সদস্য ৰূপে ঘোষণা কৰিলে। তেতিয়া শাক্যৰ পুৰোহিতে সিদ্ধাৰ্থক নিজস্থানত থিয হ'বলৈ ক'লে। সিদ্ধাৰ্থক সম্বোধন কৰি তেও সুধিলে আপুনি অনুভৱ কৰিছেনে সংঘই যে আপোনাক সংঘৰ সদস্য ৰূপে সম্মানিত কৰিছে? সিদ্ধাৰ্থৰ উত্তৰ 'মই অনুভৱ কৰিছো। আপুনি এই সংঘৰ সদস্যৰ কৰ্ত্তব্যৰ বিষয়ে জানেনে? 'মই দুখিত যে মই সেই নিয়মৰ লগত অপৰিচিত। যদি মই সেই বিলাক কৰ্ত্তব্য জানি লও তেতিয়া মই বৰ সুখী হ'ম।

পুৰোহিতে ক'লে - 'মই সৰ্ব প্ৰথমে আপোনাক জনাব খোজো যে সংঘৰ সদস্য হোৱাৰ অধিকাৰী ৰূপে আপোনাৰ কৰণীয় কৰ্ত্তব্য কি ? তেও ক্ৰমশ নিয়ম বিলাক ক'বলৈ ধৰিলে –

(১) 'আপুনি শৰীৰ মন আৰু বাক্যে শাক্য কুলৰ স্বাৰ্থ ৰক্ষা কৰিব লাগিব।

(২) আপুনি সংঘৰ সভা-সমিতিত উপস্থিত থাকিব লাগিব।

(৩) আপুনি বিনা সংকোচ আৰু কোনো পক্ষপাত নোলোৱাকৈ শাক্যকুলৰ দোষ বিলাক মুক্ত ভাৱে কৈ দিব লাগিব।

(৪) যদি কিবা প্ৰকাৰে কোনো দোষ আপোনাৰ ওপৰত আহি পৰে তেতিয়া আপুনি দোষী হ'ব নালাগিব দোষী সাব্যস্ত হ'লে আপুনি দোষী বুলি মানি ল'ব লাগিব নিৰ্দোষ হ'লেও তেনেকৈয়ে মানিব লাগিব।

ইয়াৰ পিচত পুৰোহিতে ক'লে - 'মই ইয়াকো আপোনাক জনাব খোজো যে আপুনি কি কৰিলে সংঘৰ সদস্য পদত থাকিব নোৱাৰিব ———

(১) ব্যভিচাৰ কৰিলে আপুনি সংঘৰ সদস্য হৈ থাকিব নোৱাৰিব।

(২) কাৰোবাক হত্যা কৰিলে আপুনি সংঘৰ সদস্য হৈ থাকিব নোৱাৰিব।

(৩) চুৰি কৰিলে আপুনি সংঘৰ সদস্য হৈ থাকিব নোৱাৰিব।

(৪) মিছা সাক্ষী দিলে আপুনি সংঘৰ সদস্য পদত থাকিব নোৱাৰিব।

সিদ্ধাৰ্থই তেতিয়া উত্তৰ দিলে - 'মান্যবৰ। মই আপোনাৰ ওচৰত কৃতজ্ঞ যে আপুনি মোক সংঘৰ নীতি নিয়মৰ লগত পৰিচয় কৰি দিলে। মই আপোনাক কথা দিছো যে মই তাৰ অৰ্থ আৰু আক্ষৰিকতা ৰক্ষাৰ কাৰণে প্ৰয়াস কৰিম।'

## ১৪ সংঘৰ প্ৰতি সংঘৰ্ষ

সিদ্ধাৰ্থই শাক্য সংঘত অন্তৰ্ভুক্ত হোৱা আঠ বছৰ সম্পূৰ্ণ হৈ গৈছিল। তেওঁ সংঘৰ প্ৰতি বিশ্বাসী সদস্য আছিল। নিজক যেনে অনুমান কৰিছিল সংঘৰ খাতিৰতো তেনে কৰিছিল। সংঘৰ স্থায়ীসদস্য ৰূপে তেওঁৰ ব্যৱহাৰিক দিশ আদৰ্শনীয় আছিল। তেওঁ সকলোৰে প্ৰিয়ভাজন আছিল।

সংঘৰ সদস্য ৰূপে আঠ বছৰ পূৰ্ণ হওঁতে তেওঁৰ পৰিয়ালত এনে এটা দুৰ্ঘটনা ঘটিল যি যেকি সিদ্ধাৰ্থৰ পৰিয়ালৰ কাৰণেডাঙৰ দুৰ্ঘটনা। যিনেকি তেওঁৰ কাৰণে জীৱন মৰণৰ প্ৰশ্ন হ'ল।

এই দুখজনক ঘটনাটো এনে ধৰণৰ –

শাক্য ৰাজ্যৰ প্ৰতিবেশী ৰাজ্য কোলিয় ৰাজ্য আছিল। ৰোহিনী নদীয়ে দুয়োখন ৰাজ্যৰ বিভাজনৰ সীমা আছিল। শাক্য আৰু কোলিয় দুয়োখন ৰাজ্যই ৰোহিনী নদীৰ পানীৰে খেতিপথাৰৰ সহায়ক আছিল। তেওঁ বিলাকৰ মাজত ফচল বেচি উৎপন্ন কৰাৰ কাৰণে কোনে কিমান বেচি পানী ব্যৱহাৰ কৰিব পাৰে সেইলৈ প্ৰতিযোগিতা চলিল। সেইলৈ দুয়োপক্ষৰ মাজত কাজিয়াবা বাঢ়িল। আৰু সেই কাজিয়াই যুদ্ধ বিগ্ৰহতপৰিণত হ'ল।

যি বছৰত সিদ্ধাৰ্থই ২৮ বছৰ পুৰা কৰিছিল। সেই বছৰতেৰোহিনী নদীৰ পানীক কেন্দ্ৰ কৰি শাক্য ৰাজ্যৰ চাকৰৰ লগত কোলিয় ৰাজ্যৰ চাকৰৰ মাজত কাজিয়া আৰম্ভ হ'ল। দুয়োপক্ষৰ লোকেই আহত হৈছিল। এনে পৰিস্থিতিত দুয়োপক্ষই যুদ্ধৰ মাধ্যমেদি এই বিবাদ নিষ্পত্তি হোৱাৰ কামনা কৰিছিল।

শাক্যৰ সেনাপতিয়ে কোলিয়ৰ বিৰুদ্ধে যুদ্ধ কৰাৰ বিষয়লৈ এখন সভাৰ আয়োজন কৰিলে সংঘৰ সদস্য সকলক সম্বোধন কৰি সেনাপতিয়ে ক'লে- কোলিয় সকলে আমাৰ প্ৰজাৰ ওপৰত আক্ৰমণ কৰিছে। আমাৰ প্ৰজা সকলক খেদি পঠালে। কোলিয় বিলাকে আগতো এনেদৰে মজামজি কৰি আক্ৰমণ কৰি থাকে। আমি ইমান দিনে সহ্য কৰি আছো। কিন্তু এতিয়া আৰু এনেদৰে নচলিব। এও বিলাকক হতাবলাগিব হতোৱাৰ একমাত্ৰ উপায় হৈছে, কোলিয় বিলাকৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰা। মোৰ প্ৰস্তাৱ, হৈছে কোলিয়ৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি দিব লাগে। কোনোবাই ইয়াৰ বিৰুদ্ধিতা কৰিব বিচাৰিলে কৰিব পাৰে।" সিদ্ধাৰ্থ গৌতমে নিজ আসনৰ পৰা থিয় হৈ ক'লে 'মই এই প্ৰস্তাৱৰ বিৰুদ্ধিতকৰো। যুদ্ধৰ দ্বাৰাই কাৰো সমস্যা সমাধান নহ'য়। যুদ্ধ ঘোষণা কৰিলে আমাৰ উদ্দেশ্য কেতিয়াও সফল নহ'ব। ইয়াৰ দ্বাৰাই অন্য যুদ্ধৰহেঅৱতাৰনা হ'ব। যি আনক হত্যা কৰে তেওঁকো আনে হত্যা কৰিব। যি কাৰোবাৰ ওপৰত জয়ী হ'ব তেওঁৰ ওপৰত আন জয়ী হ'বলৈ আগবাঢি আহিব। যি

আনক অন্যায় কৰে তেওঁকো আনে অন্যায় কৰিব।"

সিদ্ধাৰ্থ গৌতমে নিজৰ বক্তব্য ৰাখিলে যে - ' মোৰ ধাৰণা মতে শাক্য বিলাকক কোলিয়ৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ এৰি দিয়াটো ঠিক কথা নহ'ব। প্ৰথমতে অতি সৰ্তকতাৰে এই কথা পৰীক্ষা কৰি চাব লাগিব যে প্ৰকৃততে দোষী পক্ষ কোন? মই শুনিবলৈ পাইছো যে আমাৰ পক্ষইহে এই ক্ষেত্ৰত বেছি কৰিবলৈ গৈছে। যদি এনেকুৱাই হয় তেতিয়া হ'লে আমিও কম দোষী নহওঁ।"

সেনাপতিয়ে উত্তৰ দিলে - এইটো কথা ঠিকেই যে প্ৰথমতে আমাৰ মানুহেই এই ক্ষেত্ৰত হকা-বাধা কৰিছিল। কিন্তু এই কথা মনত ৰাখিব লাগিব যে, প্ৰথমতে আমিহে পানী লোৱাৰ অগ্ৰাধিকাৰ আছিল।

সিদ্ধাৰ্থ গৌতমে ক'লে - ইয়াৰ দ্বাৰাই এই কথা স্পষ্ট যে আমিও নিৰ্দোষী বুলি ক'ব নোৱাৰো। গতিকে মোৰ প্ৰস্তাৱএয়েই আমাৰ সভাৰ পৰা দুজন ব্যক্তি বাচি ল'ব লাগে আৰু কোলিয়ৰ মাজৰ পৰাও দুজন ব্যক্তি বাচি ল'ব লাগে। এই চাৰিজন ব্যক্তিয়ে এজন পঞ্চম ব্যক্তিক বাচি ল'ব লাগে। এই পাচোঁজনে কাজিয়াখন মিতমাত কৰি দিব লাগে।

সিদ্ধাৰ্থ গৌতমে আগবঢ়োৱা প্ৰস্তাৱক সকলোৱে সমৰ্থন জনালে। কিন্তু সেনাপতিয়ে হ'লে বিৰুদ্ধিতা কৰিলে আৰু ক'লে- মোৰ বিশ্বাস যেতিয়ালৈকে কোলিয় বিলাকক কঠোৰ শাস্তি প্ৰদান কৰা নাযায় তেতিয়ালৈকে তেও বিলাকৰ মেজাজ-ঠাণ্ডা নহ'ব।"

সিদ্ধাৰ্থই আগবঢ়োৱা প্ৰস্তাৱৰ ওপৰত সকলোৱে মতলোৱাৰ আৱশ্যক হ'ল। প্ৰথমতে সিদ্ধাৰ্থই আগবঢ়োৱা প্ৰস্তাৱৰওপৰত মত দান ল'লে। বহমতৰ দ্বাৰা সিদ্ধাৰ্থৰ প্ৰস্তাব অমান্য হ'ল।

ইয়াৰ পিচত সেনাপতিৰ প্ৰস্তাৱৰ ওপৰত মত বিচাৰিলে। তেতিয়া সিদ্ধাৰ্থ গৌতমে তাৰ বিৰুদ্ধিতা কৰিলে। তেও ক'লে- মোৰ প্ৰাৰ্থনা যে সংঘই যাতে এই প্ৰস্তাব গ্ৰহণ নকৰে। শাক্য আৰু কোলিয় এই দুই ৰাজ্য ওচৰ সম্বন্ধীয়। পৰস্পৰে-পৰস্পৰক নাশ কৰিবলৈ যোৱাতো বুদ্ধিমানৰ কাম নহ'য়।

সেনাপতিয়ে সিদ্ধাৰ্থ গৌতমৰ এই প্ৰস্তাৱো বিৰোধ্ কৰিলে। তেওঁ এই কথাৰ ওপৰত বিশেষ জোৰ দিলে যে যুদ্ধ ক্ষেত্ৰত ক্ষত্ৰিয়ৰ কাৰণে কোনো আপোন পৰ নাই। ৰাজ্যৰ কাৰণেক্ষত্ৰিয়ই নিজৰ সম্বন্ধীয় ককাই-ভাইৰ লগতো যুদ্ধ কৰিব লাগিব।

ব্ৰাহ্মণৰ ধৰ্ম হৈছে যজ্ঞ কৰা, ক্ষত্ৰিয়ৰ ধৰ্ম যুদ্ধ কৰা,বৈশ্যৰ ধৰ্ম বেপাৰ কৰা আৰু শূদ্ৰৰ ধৰ্ম হৈছে সেৱা কৰা। প্ৰত্যেকেই নিজৰ নিজৰ ধৰ্ম পালন কৰাতোহে পুণ্যৰ কাম। এইয়া শাস্ত্ৰৰ বিধান আৰু আজ্ঞা।

সিদ্ধাৰ্থৰ উত্তৰ আছিল - যিমান দূৰ মই অনুভৱ কৰো ধৰ্মই এই কথাৰ ওপৰতহে বেছি হৃদয়ঙ্গম কৰিব বিচাৰে যে শত্ৰুতাই শত্ৰুতাক কেতিয়াও শান্ত কৰিব নোৱাৰে। কেৱলবিনা শত্ৰুতাই হে শান্ত কৰিব পৰা যায়।

সেনাপতিয়ে এনে কথাত ঘোৰ প্ৰতিবাদ কৰিলে। ক'লে- "এনে কথা দৰ্শন শাস্ত্ৰত পৰাৰ কোনো কাম নাই। মোৰ স্পষ্ট কথা মই সিদ্ধাৰ্থৰ প্ৰস্তাব মানি ল'ব নিবিচাৰো। আমি

এতিয়া সংঘৰ মত লোৱাটোহে উচিত হ'ব আৰু সংঘই কি নিৰ্ণয় কৰে?"

সেই অনুসৰি সেনাপতিয়ে নিজৰ প্ৰস্তাৱৰ ওপৰত সংঘৰ পৰা মত বিচাৰে। কিন্তু বহুত বহুমতৰ দ্বাৰাই প্ৰস্তাৱ গৃহীতহ'ল।

## ১৫ দেশ এৰি যোৱাৰ মন্ত্ৰণা

দ্বিতীয় দিনা সেনাপতিয়ে শাক্য সংঘৰ দ্বিতীয় খন সভা আহ্বান কৰিলে। উদ্দেশ্য অনিবাৰ্য্য সৈনিক নিয়োজনৰ প্ৰস্তাৱৰ ওপৰত বিচাৰ-বিমৰ্শ হ'ব লাগে সংঘৰ সদস্য বৰ্গ যেতিয়া একত্ৰিত হ'ল তেতিয়া তেওঁ প্ৰস্তাৱ দিলে যে তেওঁক এতিয়া আজ্ঞাদিব লাগে যে বিশ বছৰীয়া আৰু পঞ্চাশ বছৰীয়া বয়সৰ মাজৰ সকলোৱেই শাক্যৰ -সুৰক্ষাৰ কাৰণে কোলিয়ৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ সেনা বিভাগত ভৰ্ত্তি হোৱাৰ অনিবাৰ্য্য হুকুম ঘোষণা কৰিব লাগে। সভাত দুয়োপক্ষৰ সদস্য উপস্থিত আছিল - যি বিলাকে সংঘৰ প্ৰথম সভাত যুদ্ধ ঘোষণা কৰাৰ পক্ষত মত দিছিল আৰু তেওঁ বিলাকেই যুদ্ধৰ বিৰুদ্ধে মত দান কৰিছিল। যি বিলাকে ইয়াৰ সপক্ষে মতদান দিছিল তাৰ কাৰণে সেনাপতিৰ প্ৰস্তাৱ স্বীকাৰ কৰাত কোনো কঠিন নহৈছিল। এইয়া পূৰ্ব সিদ্ধান্তৰ স্বাভাৱিক পৰিণাম আছিল।

কিন্তু যি কাম মতদাতাই উক্ত নিৰ্ণয়ৰ বিৰুদ্ধে মত দান কৰিছিল, তেওঁ বিলাকৰ সন্মুখত সমস্যা থিয় দিছিল। তেওঁ বিলাকৰ সমস্যা হ'ল- বহুমতৰ সন্মুখত নটী স্বীকাৰ কৰিবনে নাই কি কৰিব?

কম মতদাতাৰ সিদ্ধান্ত আছিল যে তেওঁ বিলাকে কেতিয়াওঁবশ্যতা স্বীকাৰ নকৰে। তেওঁ বিলাকে সভাত উপস্থিত থাকিবৰ কাৰণেও সিদ্ধান্ত লৈছিল। কিন্তু দুৰ্ভাৰ্গ্য যে কোনেও নিজৰ মনৰ কথা খুলি কবলৈ সাহস গোটাব নোৱাৰিছিল। ইফালে তেওঁ বিলাকৰবহুমতৰ বিৰুদ্ধিতা কৰাৰ পৰিণামৰ পৰাও পৰিচিত আছিল।

যেতিয়াই সিদ্ধাৰ্থই দেখিলে যে তেওঁৰ সমৰ্থক সকল মৌনহৈ আছে। তেতিয়া তেওঁ তেওঁৰ বক্তব্য দাঙি ধৰিবলৈ থিয়হ'ল। তেতিয়া তেওঁ সংঘৰ প্ৰতি সম্বোধন কৰি ক'লে - 'বন্ধুসকল। আপোনালোকে যি ইচ্ছা কৰে কৰিব পাৰে আপোনালোকৰ ওচৰত বহুমত আছে। কিন্তু মই দুখেৰে ক'ব বিচাৰো যে সৈনিকভৰ্ত্তিৰ কাৰণে অনিবাৰ্য্য বিৰোধিতা কৰো। মই আপোনালোকৰ সৈন্য বিভাগত যোগদান নকৰো। মই যুদ্ধত অংশ গ্ৰহণ নকৰো।"

সিদ্ধাৰ্থ গৌতমৰ উত্তৰ দি সেনাপতিয়ে ক'লে- "তুমি মনত পেলোৱাচোন যেতিয়া তুমি সংঘৰ সদস্য ৰূপে দীক্ষিত হৈছিলা তেতিয়া কি শপত লৈছিলা? যদি তুমি লোৱা শপতৰ বচনৰ কোনো কথাকেই পালন নকৰা তেতিয়া তুমি সকলোৰে নিন্দা পৰিহণাৰ পাত্ৰ হ'বা।"

সিদ্ধাৰ্থৰ উত্তৰ আছিল - " নিঃ সন্দেহে মই কায়মন বাক্যে শাক্য বিলাকৰ হিত সাধন কৰাৰ বচন দিছিলো। কিন্তু মই বুজা নাই যে এই যুদ্ধযে শাক্যৰ হিতৰ পক্ষত হ'ব। শাক্য সকলৰ হিতৰ তুলনাত সাৰ্বজনীন নিন্দা মোৰ কাৰণে কোনো দাম নাই।"

সিদ্ধাৰ্থই সংঘক এই কথা স্মৰণ কৰি দিয়ে, সাৱধান বাণী শুনায়-যে কোলিয়সকলে একাদিক্ৰমে কাজিয়া কৰি থকা কাৰণে শাক্য সংঘে প্ৰায়ে কোশল ৰজাৰ হাতৰ পুতলাত

পৰিণত হৈছে। কল্পনা কৰাতো সহজ নহ'ব এই যুদ্ধই শাক্যসংঘক আৰু অধিক দুৰ্বল কৰি দিব আৰু বিনিময়ে কোশল ৰজাই একালে এনেকুৱা সুবিধা পাব যে শাক্য সংঘৰ স্বতন্ত্ৰতাক আৰু অধিক অৱনমিত কৰিব।

এনে কথাত সেনাপতিৰ খং উঠিল। তেওঁ ক'লে - " তোমাৰ এনে ভাৱণে কোশলৰ কোনো কামত নাহিব। তুমি সংঘৰ সদস্যতৰ ওচৰত মুখ খোলাৰ লাগিব। সম্ভৱ তুমি এনে কথাৰ ওপৰত নিৰ্ভৰ কৰিছা যে কোশল ৰজাৰ অনুমতি অবিহনে সংঘই নিজ আজ্ঞাৰ অৱহেলা কৰোতাক ফাঁচি বা দেশৰ পৰা ওলাই যোৱাৰ শাস্তি দিব নোৱাৰে। আৰু এই কেইটা শাস্তিৰ ভিতৰত যদি কোনো এটা শাস্তি তোমাক দিয়া যায় তেতিয়া হ'লে কোশল ৰজাই ইয়াৰ অনুমতি নিদিব।

"কিন্তু মনত ৰাখিবা। সংঘই অন্য প্ৰকাৰে তোমাক অনেক প্ৰকাৰে শাস্তি বিহিব পাৰে। সংঘই তোমাৰ পৰিয়াল বৰ্গকো সামাজিক বহিষ্কাৰৰ নিৰ্ণয় ল'ব পাৰে, আৰু সংঘই তোমাৰ পৰিয়ালৰ খেতি পথাৰো বাতিল কৰিব পাৰে। ইয়াৰ কাৰণে কোশলৰজাৰ অনুমতিৰ আৱশ্যকতা নপৰে।

সিদ্ধাৰ্থই যদি তেওঁ বিলাকে কোলিয়ৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাৰ প্ৰস্তাৱত নাগি থাকে তেতিয়া কি কি বিলাক দুষ্পৰিণাম তেওঁ বিলাকৰ হ'ব পাৰে। এই কাৰণে তেওঁতিনিটা কথাৰ ভিতৰত এটাক বাচি ল'ব পাৰে।

(১) সেনাত যোগদান কৰি যুদ্ধক্ষেত্ৰত অংশ ল'ব পাৰে।

(২) ফাঁচি কাঠত ওলোমোৱা বা দেশৰ পৰা বাহিৰ কৰি দিয়াটোও স্বীকাৰ কৰি ল'ব পাৰে।

(৩) নিজৰ পৰিয়ালৰ লোকক সামাজিক বহিষ্কাৰ আৰু তেওঁ বিলাকৰ খেতি জব্দ কৰণতো ৰাজি হ'ব পাৰে।

প্ৰথম, কথাটো কোনো পধ্যে মানি ল'ব নোৱাৰো। এই বিষয়ত তেওঁ একেবাৰে দৃঢ়। তৃতীয়টো কথাও কোনো প্ৰকাৰে সিদ্ধান্ত ল'ব নোৱাৰো। এনে পৰিস্থিতিত তেওঁ ভাবিলে যে তেওঁৰ কাৰণে দ্বিতীয় কথাটোহে আটাইতকৈ মান্য হ'ব পাৰে।

সেই অনুসৰি সিদ্ধাৰ্থই সংঘক সম্বোধন কৰিলে- "অনুগ্ৰহ কৰি মোৰ পৰিয়ালটোক শাস্তি নিবিহিব। সামাজিক বহিষ্কাৰ কৰি তেওঁ বিলাকক কষ্ট নিদিব। তেওঁ বিলাকৰ খেতি পথাৰ জব্দ কৰি তেওঁ বিলাকক জীৱিকা বিহীন নকৰিব। তেওঁ বিলাক নিৰ্দোষী। অপৰাধী কেৱল মইহে। মোকে মোৰ অপৰাধৰ নিমিত্তে শাস্তি ভুগিবলৈ দিয়ক। লাগিলে মোক ফাঁচি দিয়ক, লাগিলে মোক দেশৰ পৰা খেদি পঠাওক, আপোনালোকে মোক যি শাস্তি দিয়ে দিয়ক। মই আনন্দেৰে তাক স্বীকাৰ কৰি ল'ম। আৰু মই আপোনালোকক কথা দিছো যে মই এই বিষয়ে কোনো আপত্তি কোশল ৰজাৰ ওচৰত নকৰো।"

## ১৬ প্ৰব্ৰজ্যা (গৃহত্যাগ)

সেনাপতিয়ে ক'লে— " তোমাৰ কথা মানি লোৱাতো অসম্ভৱ। কিয়নো যদি তুমি নিজ ইচ্ছাৰেই 'মৃত্যু অথবা দেশ এৰি যোৱা-তো কামনা কৰিলেও কোশল ৰজাই এই কথা এনে

৫ জানিব। তেও অনিবাৰ্য্য এই কথা ধাৰণা কৰি ল'ব যে শাক্য সংঘইহে এই শাস্তি প্ৰদান কৰিলে আৰু তেতিয়া ৰজাই শাক্য সংঘৰ বিৰুদ্ধে ব্যৱস্থা ল'ব।"

'যদি এই কাম টান যেন লাগে তেতিয়া হ'লে মই এটা সহজ উপায় দিব পাৰো।" এনে স্থিতিত সিদ্ধাৰ্থ গৌতমৰ উত্তৰ আছিল - "মই পৰিব্ৰাজক হ'ব পাৰো আৰু দেশৰ বাহিৰলৈ গুছি যাব পাৰো। এইটো উপায়ো এক প্ৰকাৰে দেশ ত্যাগেই হ'ব।"

সেনাপতিয়ে ভাবিলে এইটো এটা উত্তম উপায়, কিন্তু এনে কৰিবলৈ যোৱাটোও সন্দেহ আছিল।

এই কাৰণে সেনাপতিয়ে সিদ্ধাৰ্থৰ প্ৰতি সুধিলে - তোমাৰ মাঁ-দেউতা আৰু পত্নীৰ বিনা অনুমতিত এনে কাৰ্য্যত অৱতীৰ্ণ কেনেকৈ হ'ব পাৰিবা?"

সিদ্ধাৰ্থই সেনাপতিক অভয় দিলে যে অনুমতি প্ৰাপ্ত কৰিবৰ কাৰণে মই সম্পূৰ্ণ চেষ্টা কৰিম 'মই কথা দিছো লাগিলে অনুমতি পাঁৱেই বা নাপাৱেই, মই অতি শীঘ্ৰে দেশ ত্যাগ কৰিম।'

সংঘই অনুমান কৰিলে যে সিদ্ধাৰ্থৰ পৰামৰ্শইহে এই বিকট সমস্যা সমাধানৰ উত্তম পথ হ'ব। সংঘই এই সিদ্ধান্তকে মানি ল'লে।

সভাৰ কাৰ্য্য ক্ৰমণিকা সমাপ্ত কৰি সভা বিসৰ্জন হোৱাৰ সময়তে এজন তৰুণ যুৱক থিয়হৈ ক'লে -"অনুগ্ৰহ কৰি মোৰ কথা শুনক। মই এটা বৰ দৰকাৰী কথা উপস্থাপন কৰিব বিচাৰো।

তেওঁক ক'বলৈ আজ্ঞা দিয়াত তেওঁ ক'লে - মোৰ ইয়াত অকনো সন্দেহ নাই যে সিদ্ধাৰ্থ গৌতমে নিশ্চয় নিজৰ প্ৰতিজ্ঞা পালন কৰিব আৰু তুৰন্তে দেশ ত্যাগ কৰি বাহিৰলৈ গুছি যাব। এইলৈ অৱশ্যে মই চিন্তিত।

যেতিয়া সিদ্ধাৰ্থ চকুৰ আঁতৰ হৈ যাব তেতিয়া কি সংঘই কোলিয়ৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি দিব?

মই আশা কৰো এতিয়াও সংঘই এই বিষয়ে গম্ভীৰভাৱে চিন্তা-চৰ্চা কৰক। যিকি নহওঁক কোশল ৰজাইতো সিদ্ধাৰ্থই দেশত্যাগ কৰাৰ কথা গম পাবই। শাক্য সংঘই যেতিয়া কোলিয়ৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি দিব তেতিয়া কোশল ৰজাই বুজি ল'ব যে সেই কাৰণেই হয়তো সিদ্ধাৰ্থই দেশ ত্যাগ কৰিলে। কিয়নো সিদ্ধাৰ্থ কোলিয়ৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাৰ বিৰোধী আছিল। এইটো অৱশ্যে আমাৰ কাৰণে উচিত কথা নহ'ব।

এই কাৰণে মই প্ৰস্তাৱ ৰাখিব বিচাৰো যে সিদ্ধাৰ্থ গৌতমক দেশ ত্যাগ কৰাত বাধা প্ৰদান কৰাৰ লগতে কোলিয়ৰ বিৰুদ্ধেও যুদ্ধ ঘোষণাৰ পৰা বিৰত থাকিব লাগে। অন্যথা কোশল ৰজাই এই দুয়োটা ঘটনাৰ সম্বন্ধ স্থাপিত কৰিব।"সংঘই গম্ভীৰ ভাৱে চিন্তা কৰিলে যে প্ৰকৃততে এই কথা সঁচা। নীতিৰ ফালৰ পৰা এই প্ৰস্তাৱ মানি ল'লে।এইদৰে শাক্য সংঘই এই বেদনা ভৰা সভাখন সমাপ্ত কৰিলে। যুদ্ধৰ কাৰণে কম মতদাতাই আগবঢ়োৱা প্ৰস্তাৱো প্ৰত্যাখান কৰিলে আৰু সকলোৱেই এই ভয়ানক পৰিস্থিতিৰ পৰা পৰিত্ৰাণ পালে।

## ১৭ বিদায় বেলাৰ উক্তি

শাক্য সংঘৰ সভাত হোৱা ঘটনা বাজিৰ কথা সিদ্ধাৰ্থ গৌতম সভাৰ পৰা ঘুৰি অহাৰ আগতেই ৰাজমহলত সেই খবৰ বিলাক পালেহি।

ঘৰ পাই সিদ্ধাৰ্থ গৌতমে দেখিলে যে তেওঁৰ মাক দেউতাকে দুখ কৰি কান্দি কাটি আছে।

শুদ্ধোদনে ক'লে - 'আমি যুদ্ধৰ দুষ্পৰিণামৰ কথা আলোচনা কৰি আছিলো। কিন্তু মই এটা কথা ভবা নাছিলো যে তুমি এনে এটা মাৰাত্মক সিদ্ধান্ত লৈ ল'বা।"

সিদ্ধাৰ্থৰ উত্তৰ হ'ল যে মইয়ো ভবা নাছিলো যে পৰিস্থিতি ইমান দূৰ আগবাঢ়িব বুলি। মই ভাবিছিলো বুজাই মেলি দিলে শাক্য সংঘই নিশ্চয় শান্তিৰ পথ গ্ৰহণ কৰিব।

"কিন্তু দুৰ্ভাগ্য যে সৈনিক অধিকাৰী সকলে মানুহ বিলাকক ইমান উত্তেজিত কৰি দিলে যে মোৰ কথাৰ বুজনিৰ কোনো প্ৰভাৱ তেওঁ বিলাকৰ ওপৰত নপৰিল।"

"কিন্তু মই আশা কৰো যে এইয়া আপোনালোকে বুজিব পাৰিছেই যে মই কেনেদৰে এটা অভাৱনীয় ঘটনাৰ পৰা বচাই দিলো। মই সত্য আৰু ন্যায়ৰ পথৰ পৰা কেতিয়াও বিচলিত নহওঁ আৰু সত্য আৰু ন্যায়ৰ কাৰণে যি শাস্তি ল'ব লাগে তাক মই মোৰ মূৰৰ ওপৰত আপি লৈছো।

কিন্তু শুদ্ধোদনে হ'লে তেওঁৰ কথাত সন্তুষ্ট হ'ব নোৱাৰিছিল। ক'লে -"তুমি এইটোও ভবা নাইনে যে ইয়াৰ পিচত আমাৰ অৱস্থা কি হ'ব?' 'এই কাৰণেই তো মই প্ৰব্ৰজ্যা ল'বলৈ স্বীকাৰ কৰিছো। অকনমান ভাবিচোৱা চোন যদি শাক্য সংঘই গোটেই খেতি পথাৰ বিলাক জব্দ কৰি পেলাই তেতিয়া পৰিণাম যে কিমান বেয়া হ'ল হেতেন।"

'কিন্তু তোমাৰ অবিহনে আমি এই বিলাক খেতি ৰাখি লাভ কি ? শুদ্ধোদনে ক'লে। 'আমাৰ গোটেই পৰিয়াল যদি এই শাক্য জনপদক ত্যাগ কৰি দেশৰ বাহিৰহৈ নাযাওঁ কিয়?

কান্দি কাটি প্ৰজাপতি গৌতমীয়ো সন্মত হৈছিল। ক'লে "তুমি আমাৰ সকলোকে এনেদৰে এৰি অকলে কেনেকৈ যাবা?"

সিদ্ধাৰ্থই সান্ত্বনা দিলে - মাঁ। তুমি কিয় সদায় ক্ষত্ৰাণী হোৱাৰ প্ৰতিজ্ঞা কৰা নাছিলানে? কিয় এইয়া তেনেকুৱাই নহ'য়নে? তুমি বীৰতা ত্যাগ কৰা উচিত নহয়। এনেদৰে দুখী হোৱাতো তোমাৰ কাৰণে অশোভনীয়। যদি মই যুদ্ধ ক্ষেত্ৰলৈ গ'লোহেতেন আৰু তাত গৈ মৰি গ'লো হেতেন তেতিয়া তুমি কি কৰিলা হেতেন? তেতিয়াও তুমি কি এনেদৰে দুখী নহলাহেতেন নে?"

গৌতমীয়ে ক'লে - "নহ'য় এইয়াতো ক্ষত্ৰিয়ৰ কাৰণেহে যোগ্য। কিন্তু তুমি এতিয়া জংঘলৰ বন্যজন্তুৰ লগত থাকিবলৈ ওলাইছা । আমি ইয়াত শান্তিৰে কেনেকৈ থাকো? মই ইয়াকেই ক'ব বিচাৰো যে তুমি আমাকো লগত লৈ ব'লা।

সিদ্ধাৰ্থই প্ৰশ্ন কৰিলে যে "মই তোমালোকক কেনেকৈ লগত লৈযাব পাৰো? নন্দ কেৱল এটা ল'ৰা। মোৰ পুত্ৰ ৰাহুলবো এতিয়াহে জন্ম হৈছে। তুমি কি এওঁ বিলাকক এৰি মোৰ লগত আহিব পাৰিবা জানো?

গৌতমী হ'লে তেওঁৰ কথাত সন্তুষ্ট নহ'ল। তেওঁ কৈছিল - "আমি সকলোৱেই শাক্য ত্যাগ কৰি কোশল ৰজাৰ অধীনত কোশল জনপদৰ মাজতে তো যাব পাৰো।"

সিদ্ধাৰ্থই আপত্তি কৰিলে - "কিন্তু মাঁ! শাক্যই কি বুলি ভাবিব তেওঁ বিলাকে দেশদ্ৰোহী বুলি নাভাবিবনে? পুনৰ মই কথা দিছো যে মই বচন বা কৰ্মৰ দ্বাৰা এনে কোনো কথা নকৰু, নকৰিম যে মই প্ৰব্ৰজ্যাহোৱাৰ কথা কোশল ৰজাই জানিব?

"উচিত হ'ব যে মই অকলে জংঘলত থাকিব লাগিব। কিয়নো কোলিয়ৰ বিৰুদ্ধে যুদ্ধত অংশ লোৱা আৰু জংঘলত থকা এই দুয়োটাৰ ভিতৰত অধিক শ্ৰেষ্ঠ কি হ'ব পাৰে?

ইয়াৰ মাজতে শুদ্ধোদনে মাত লগালে - "কিন্তু ইমান লবালবি কৰি শাক্য সংঘই কি কাৰণে কিছু সময়ৰ কাৰণে যুদ্ধ ঘোষণা স্থগিত কৰিলে?" "আৰু হ'য়তো কেতিয়াও যুদ্ধ নহ'ব পাৰে। তুমি কিয় তোমাৰ প্ৰব্ৰজ্যা স্থগিত কৰিব নোৱাৰা? হয়তো শাক্য সংঘই তোমাক ইয়াতে থকাৰ অনুমতি দি দিয়ে।"

সিদ্ধাৰ্থই হ'লে এনে বিচাৰ সমূলি ভাল নাপালে। এই কাৰণে তেওঁ ক'লে - 'যিহেতু মই প্ৰব্ৰজিত হোৱাৰ কথা দিলো সেই কাৰণে শাক্য সংঘই কোলিয়ৰ বিৰুদ্ধে যুদ্ধ কৰাতো স্থগিত কৰিলে।

"এইটোও সম্ভৱ যে মোৰ প্ৰব্ৰজ্যা গ্ৰহণ কৰাৰ পিচত শাক্য সংঘই নিজৰ যুদ্ধ ঘোষণাৰ পৰা বিৰত থাকিব পাৰে। এই সকলো বিলাক মই প্ৰব্ৰজ্যা গ্ৰহণ কৰাৰ ওপৰতেই নিৰ্ভৰ কৰিব।

"মই কথা দিলো গতিকে মই মোৰ বচন পুৰা কৰিবই লাগিব। বচননাৰাখিলে ইয়াৰ পৰিণাম হ'য়তো ভয়ানক হ'ব পাৰে আমাৰ কাৰণেও আৰু শান্তি পক্ষৰ কাৰণেও।

মাঁ। এতিয়া আৰু মোৰ লক্ষ্য পথত যাতে বাধা প্ৰদান নকৰা। মোক এতিয়া আজ্ঞা দিয়া আৰু আৰ্শিৰ্বাদ দিয়া। যি হৈছে, ভালৰ কাৰণেহে হৈছে। গৌতমী আৰু শুদ্ধোদন মৌন হৈ আছিল।

যেতিয়া সিদ্ধাৰ্থই যশোধৰাৰ কোঠাত সোমাল। তেওঁক দেখি সিদ্ধাৰ্থৰ মুখৰ পৰা কোনো কথা নোলাল। তেওঁ ভাবিবই পৰা নাছিল যে কি ক'ব আৰু কেনেকৈ ক'ব? যশোধৰাইহে তেওঁৰ মৌনতা ভঙ্গ কৰিলে। ক'লে - "কপিলাবস্তুৰ শাক্য সংঘৰ সভাত কি ঘটিছিল সেই সকলো কথা মই শুনিলো।"

সিদ্ধাৰ্থই সুধিলে - "যশোধৰা! তুমি কোৱাচোন বাৰু মই প্ৰব্ৰজিতহোৱাৰ নিশ্চয়তাত তোমাৰ কেনে লাগিছে?"

সিদ্ধাৰ্থই ভাবিছিল যে এই কথা শুনি হ'য়তো যশোধৰা বেহুচ হৈ যাব। কিন্তু তেনে একো নহ'ল।

যশোধৰাই নিজকে সংযত কৰি উত্তৰ দিলে "যদি মই তোমাৰ ঠাইত হ'লোহেতেন তেতিয়া বাৰু মই কি কৰিলোহেতেন? মই নিশ্চয় কোলিয়ৰ বিৰুদ্ধে কৰা যুদ্ধত অংশ গ্ৰহণ নকৰিলোহেতেন।

"তোমাৰ নিৰ্ণয় ঠিকেই। তুমি মোৰ পৰা সমৰ্থন আৰু সম্মতি লাভ কৰিছা। মইও

তোমাৰ লগতে প্ৰব্ৰজিতা হৈ যাম। যদি মই যাব নোৱাৰো হয়তো একমাত্ৰ বালকৰ কাৰণেই। কাৰণ তেওঁৰ পালন-পোষণৰ দায়িত্ব মোৰ ওপৰত।

"ভাল হ'ব যদি এনে অৱস্থাৰ আৰু পুনৰাবৃত্তি নহ'য় কিন্তু আমি বীৰত্বাৰে ইয়াৰ সন্মুখীন হ'বলৈ চেষ্টা কৰিব লাগিব। নিজৰ মাতা-পিতা আৰু পুত্ৰৰ চিন্তা নকৰিবা। মই যেতিয়ালৈকে জীয়াই থাকিম তেতিয়ালৈকে এওঁবিলাকৰ চোৱা-চিতা মই কৰিম।

"মই কেৱল ইয়াকেই বিচাৰো যে নিজ ইষ্ট-কুটুম্বক ত্যাগ কৰি প্ৰব্ৰজিত হ'বৰ কাৰণে ওলাইছা আশা কৰো এনে এটা পথ যাতে আবিষ্কাৰ কৰিব পাৰা যাৰ যোগেদি মানৱতাৰ কাৰণে কল্যাণকাৰী হয়।"

সিদ্ধাৰ্থ যশোধৰাৰ ভাব বিনিময়ত সঁচাকৈয়ে প্ৰভাৱিত হ'ল। তেওঁ কল্পনা কৰা নাছিল যে যশোধৰা ইমান দৃঢ় মনা বুলি, বীৰত্ব বনিতা বুলি, অধিক উদাৰ মনা বুলি। আজিহে তেওঁ অনুভৱ কৰিলে যে তেওঁ কিমান ভাগ্যবান যশোধৰাৰ নিচিনা এগৰাকী পত্নী পালে। আজি ভাগ্যই দুয়োকে পৃথক কৰি পেলালে। বালকক তেওঁ আনিবলৈ ক'লে। এজন পিতাৰ বাৎসল্য ভাবৰ দৃষ্টি নিক্ষেপ কৰি তেওঁ ভাব পৰা বিদায় ললে।

## ১৮ গৃহ-ত্যাগ

সিদ্ধাৰ্থই ভাবিলে যে তেওঁ ভৰদ্বাজৰ ওচৰত প্ৰব্ৰজিত (সন্যাস) হ'ব। ভৰদ্বাজৰ আশ্ৰম কপিলাবস্তুত আছিল। সেই অনুসৰি তেওঁ সাৰথি ছন্নক লগতলৈ আৰু তেওঁৰ মৰমৰ ঘোঁৰা কন্থকৰ পিঠিত উঠি আশ্ৰমৰ ফালে গমন কৰিলে।যেতিয়া তেওঁ গৈ আশ্ৰমৰ ওচৰ পালেগৈ দুৱাৰ মুখত অনেক পুৰুষ আৰু স্ত্ৰীয়ে ভীৰ কৰিলে, যেন কোনো নব-বোৱাৰীক হে আদৰণি জনাইছে।যেতিয়া তেওঁ বিলাকৰ সন্মুখত থিয় হ'ল, তেওঁ বিলাকে তেওঁক দেখি আচৰিত হ'ল। তেওঁ বন্ধ কমল ফুলৰ দৰে হাতযোৰ কৰি সকলোকেনমস্কাৰ জনালে। তেওঁ বিলাক সকলোৱেই তেওঁক ঘেৰি আছিল। তেওঁৰ হৃদয়ভাৱ সমুদ্ৰত ডুবি আছিল। তেওঁ এনেদৰে থিয় দি আছিল যেন তেওঁৰ আধাখোলা চকুযুৰি অনুভূতি জগতত নিমগ্ন হৈ আছিল।

কিছুমান স্ত্ৰীয়ে অনুভৱ কৰিছিল তেওঁ যেন কামদেৱৰ ৰূপহে। যিহেতু তেওঁ নিজ লক্ষণ তথা অলংকাৰেৰে অলংকৃত হৈ আছিল। আন নাৰী বিলাকে তেওঁৰ কোমলতা আৰু ঐশ্চৰ্য্যৰ ফালে ধ্যানদিদেখিলে যে নিজ অমৃতময়ী প্ৰকাশৰ সৈতে যেন চন্দ্ৰৰ ওপৰত নামি পৰিছে। কোনো স্ত্ৰীয়ে তেওঁক দেখি তেওঁৰ সৌন্দৰ্য্যত বিভোৰ হৈ বাওঁফালে মুখ কৰি আছিল, যেন তেওঁক গিলি খাই পেলাব। তেওঁ দীঘলীয়া উশাহ লৈ আছিল।এইদৰে নাৰী বিলাকে তেওঁৰ ফালে অপলক দৃষ্টিৰে চাই হে থাকিল। তেওঁৰ মুখত শব্দ নাছিল, হাঁহিৰ ৰোল, চেহেৰাত পৰিলক্ষিত নহৈছিল। তেওঁবিলাকে তেওঁক ঘেৰি থিয়দি আছিল আৰু তেও যে প্ৰব্ৰজিত হ'বৰ কাৰণে আহিছে সেইলৈ বিচাৰ-বিমৰ্শ কৰি থাকিল।বৰ কষ্টৰ মাজেদিহে তেওঁ সেই ভীৰ কাটি ৰাস্তা উলিয়ালে আৰু আশ্ৰমৰ দুৱাৰ মুখত প্ৰবেশ কৰিলে।প্ৰব্ৰজিত হোৱাৰ সময়ত তেওঁৰ মাতা-পিতা আহি উপস্থিত হোৱাতো কামনা নকৰিছিল। কাৰণ তেওঁ বুজি পাইছিল যে এনে সময়ত তেওঁ হয়তো নিজকে সংযত কৰি ৰাখিব নোৱাৰিব পাৰে।

কিন্তু তেওঁ নজনাকৈয়ে তেওঁৰ পিতা-মাতাই আহি আশ্ৰমত পাইছিলহি।

যেতিয়া তেওঁ আশ্ৰমত প্ৰবেশ কৰিলে তেতিয়া তেওঁ দেখিলে যে উপস্থিত সদস্য মণ্ডলীৰ লগত তেওঁৰ পিতা-মাতাও বহি আছে। তেওঁৰ পিতা-মাতাক তাত উপস্থিত দেখি তেওঁ সৰ্ব প্ৰথমে তেওঁবিলাকৰ ওচৰত গৈ তেওঁ বিলাকৰ পৰা আশিৰ্বাদ বিচাৰিলে। তেওঁ বিলাক পুত্ৰৰ বিৰহত ইমানেই অভিভূত হৈ পৰিছিল যে এটা শব্দও উচ্চাৰণ কৰিব নোৱাৰিছিল। কেৱল বিলাপ কৰি আছিল। তেওঁক কেৱল বুকুৰ মাজলৈ টানি নিলে আৰু চকুৰ পানীৰেহে অভিষেক কৰিলে ছয়াই কণ্ঠকক এজোপা গছত বান্ধি ওচৰতে মাত্ৰৰৈ থাকিল। যেতিয়া তেও দেখিলে যে প্ৰজাপতি আৰু শুদ্ধোদনে বিলাপ কৰিয়েই আছিল। তেতিয়া তেওঁ ও শোকত বিহ্বল হৈ পৰিল। কিবা প্ৰকাৰে মাতা-পিতাৰ পৰা আঁতৰি সিদ্ধাৰ্থ তালৈ গ'ল য'ত ছন্নই দুখে-বেজাৰে থিয় দি আছিল। তাতগৈ তেওঁৰ কাপোৰ আৰু আ-অলংকাৰ ঘৰলৈ ঘুৰাই লৈ যাবলৈ ক'লে লগে লগে সিদ্ধাৰ্থই চুলি খুৰাই মুণ্ডন কৰিলে। এনে কৰাতো পৰিব্ৰাজকৰ নীতিৰ ভিতৰত পৰে। তেনেতে খুড়াকৰ ভায়েক মহানামে পৰিব্ৰাজকৰ যোগ্য বস্ত্ৰ আৰু ভিক্ষা পাত্ৰ লৈ আহিল। সিদ্ধাৰ্থই সেই বস্ত্ৰ পৰিধান কৰি ল'লে।

এইদৰে পৰিব্ৰাজকৰ জীৱন ব্যতিত কৰিবৰ কাৰণে সিদ্ধাৰ্থ ভৰদ্বাজৰ ওচৰলৈ গ'ল আৰু যাতে তেওঁক বিধি অনুসৰি প্ৰব্ৰজিত কৰে। নিজ শিষ্যৰ সহায়তাৰে ভৰদ্বাজে আৱশ্যকীয় সংস্কাৰ কৰিলে আৰু সিদ্ধাৰ্থক পৰিব্ৰাজক কৰা হ'ল সেই কথা ঘোষণা কৰিলে। সিদ্ধাৰ্থই দুটা প্ৰতিজ্ঞা কৰিছিল এক হ'ল প্ৰব্ৰজ্যা হোৱাৰ আৰু দ্বিতীয়তে শাক্য -জনসাধাৰণৰ সীমাৰ বাহিৰত থকাত্রে সিদ্ধাৰ্থ গৌতমে প্ৰব্ৰজ্যা সংস্কাৰ গ্ৰহণ কৰাৰ পিচতেই নিজৰ যাত্ৰা আৰম্ভ কৰি দিলে। আশ্ৰমত জনসমুদ্ৰ অপাৰ আছিল। সিদ্ধাৰ্থ গৌতমৰ প্ৰব্ৰজ্যা পৰিস্থিতি ও অসাধাৰণ আছিল। যেতিয়া ৰাজকুমাৰে আশ্ৰমৰ পৰা বাহিৰ ওলাল বিপুল জনতাও পিছে পিছে যাবলৈ ধৰিলে।

কপিলাবস্তুৰ পৰা বিদায় লোৱাৰ পিচত তেও অনোমা নদীৰ ফালে গতি কৰিলে পিচলৈ তেও ঘূৰি চাই দেখিলে যে জন সমুদ্ৰইও তেওঁৰ পিচ নেৰিলে।তেও জনতাক ৰ'বলৈ সংকেত কৰি ক'লে— 'মৰমৰ ভাই-ভনী আৰু শ্ৰদ্ধাভাজন শ্ৰেষ্ঠ সকল! মোৰ পিছে পিছে আহি থাকিলে আপোনালোকৰ কি লাভ হ'ব? মই শাক্য আৰু কোলিয়ৰ মাজৰ কাজিয়াখন সমাপ্ত কৰিব নোৱাৰিলো। যদি তোমালোকে জনমতৰ দ্বাৰাই বুজাবুজিলৈ আহিব পাৰা তেতিয়া হ'লে কৃতকাৰ্য্য হ'ব পাৰিবাইক। গতিকে অনুগ্ৰহ কৰি ঘুৰি যাওঁক। তেওঁৰ নিবেদন শুনাৰ লগে লগে সমবেত ৰাইজ ঘূৰি গ'ল। শুদ্ধোদন আৰু গৌতমীও ৰাজমহললৈ প্ৰত্যাবৰ্ত্তন কৰিলে। সিদ্ধাৰ্থই ত্যাগ কৰা ৰাজকীয় সাজ পাৰ অলংকাৰ আদি গৌতমীৰ কাৰণে হৃদয় বিদাৰক আছিল। তেও সেই বিলাক কঁবল সৰোবৰত পেলাই দিছিল।

প্ৰব্ৰজ্যা গ্ৰহণৰ সময়ত তেওঁৰ বয়স হৈছিল ২৯ বছৰ। মানুহ বিলাকে প্ৰশংসাৰ সুৰত তেওক স্মৰণ কৰি কৈ আছিল যে - তেও উচ্চ কুলতজন্ম গ্ৰহণ কৰিছিল তেও শ্ৰেষ্ঠ মাতা-পিতাৰ সন্তান একেবাৰে সম্পন্ন তেও এতিয়া ভৰ যৌৱন প্ৰাপ্ত ডেকা তেওৰ শৰীৰটো অতি সুন্দৰ বুদ্ধিতএকেবাৰে পাকৈত সুখ-শান্তিৰে ডাঙৰ দীঘল হৈছিল। তেও নিজ সম্বন্ধীয়

সকলৰ লগত এই কাৰণেই ধৰ্ম যুদ্ধ কৰিছিল যে পৃথিৱীত শান্তি প্ৰতিস্থা হওঁক আৰু জনতাৰ যাতে কল্যাণ হয়।

তেও এজন সম্পূৰ্ণ শাক্য তৰুণ যুৱক, যি জনে বহুতৰ ওচৰত নটী স্বীকাৰ কৰাৰ পৰিবৰ্ত্তে স্বেচ্ছাই শান্তিহে মূৰ পাতি ল'লে যাৰ জীৱনৰ উদ্দেশ্য ঐশ্চৰ্য্যৰ ঠাইত দৰিদ্ৰতা সুখ-সমৃদ্ধিৰ ঠাইত ভিক্ষা বৃত্তি গৃহস্থী হোৱাৰ ঠাইত গৃহ ত্যাগ। তেওঁ গৈ আছে, যেন তেওঁৰ কাৰণে চিন্তা কৰিবলৈ কোনো নাই তেওঁ এনে ধৰণে গৈ আছে যেন কোনো বস্তু লৈ যোৱা নাই যাকনে কি তেও নিজৰ বুলি ক'ব পাৰে।

এইয়া তেও স্বেচ্ছাৰে কৰা মহান ত্যাগ। এইয়া সঁচাকৈয়ে তেওঁৰ কাৰণে বিশেষ বীৰতা আৰু সাহসৰ কাম। সংসাৰ ইতিহাসত তেওৰ কোনো তুলনা নাই, তেওক শাক্য মুনি বা শাক্য সিংহ কোৱাৰহে অধিকাৰী।

শাক্য কুমাৰী কৃষা গৌতমীৰ কথা প্ৰকৃত আছিল। সিদ্ধাৰ্থ গৌতমৰ সম্বন্ধে তেও কৈছিল ধন্য তেওৰ মাতা-পিতা যি নেকি এনে পুত্ৰক জন্ম দিলে আৰু তেওৰ পত্নী যিনেকি এনে স্বামীৰ গৃহিণীহ'ল। ১৪

১৯ ৰাজকুমাৰ আৰু তেওঁৰ সেৱক

ছন্নই ও কন্থকৰ লগত ঘূৰি যাব লাগিছিল। কিন্তু তেও ঘূৰি যাবলৈ সম্মত নহ'ল। ছন্নই কন্থককলৈ অনোমা নদী পাৰলৈকে আগবাঢ়ি যাবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। ছন্নই এই ক্ষেত্ৰত ইমানেই আগ্ৰহ কৰিছিল যে সিদ্ধাৰ্থই তেওৰ কথা মানি ল'ব লগীয়াত পৰিছিল।

অৱশেষত ছন্ন অনোমা নদীৰ পাৰ পালেগৈ। তেতিয়া ছন্নৰ প্ৰতি সিদ্ধাৰ্থই ক'লে - 'মিত্ৰ! তুমি যে মোৰ লগত ইয়ালৈকে আহিলা তোমাৰ মোৰ প্ৰতি থকা স্নেহ প্ৰমাণিত হৈ গ'ল। তোমাৰ ভক্তিয়ে মোৰ হৃদয় একেবাৰে জয় কৰি ল'লে।' তোমাৰ মোৰ প্ৰতি থকা এই স্নেহ শ্ৰদ্ধাই মোক বৰ আনন্দিত কৰিছে। মই এতিয়া দুখীত যে এনে অৱস্থাত তোমাৰ কাৰণে একো কৰিব নোৱাৰো।'যাৰ দ্বাৰা উপকাৰৰ আশা কৰিব পাৰি তেওৰ প্ৰতি বাৰু কোন অনুৰক্ত নহ'ব? কিন্তু বিপত্তিৰ সময়ত নিজৰ ইষ্ট কুটুম্ব ও লোকৰ হৈ পৰে। পৰিয়ালৰ কাৰণে পুত্ৰৰ ভৰণ-পোষণ কৰা যায় ভৱিষ্যত সুখৰ কাৰণে পুত্ৰই পিতাকক মানি চলে। কিবা প্ৰকাৰৰ আশাত সংসাৰৰ মানুহ বিলাক বান্ধখাই যায়, বিনা আশাৰ নিস্বাৰ্থ ভাব ক'তো নাই।'ইয়াৰ অপবাদ একমাত্ৰ তুমিহে হ'লা। এই ঘোঁৰাটো লোৱা আৰু ইয়াৰ পৰা ঘূৰি যোৱা ১৫

'ৰজাৰ মনৰ দুখ হয়তো অকনো কম হোৱা নাই। তেওঁৰ দুখ বেজাৰ খিনি পাতলাবলৈ দুখক সহিবলৈ সহায় কৰিব লাগিব। তেওঁক ক'বা মই যে তেওক এৰি আহিলো সেইয়া কোনো স্বৰ্গীয় কামনা নহয়। স্নেহৰ অভাৱত নহয় বা ক্ৰোধৰ বশীভূতহে নহ'য়। এনেদৰে গৃহ ত্যাগ কৰি মই গুছি অহাত যাতে তেও কোনো অনুতাপ নকৰে সংযোগ যিমানেই নহওঁক লাগে এদিন তাৰ বিয়োগ হ'বই।'যদি এই সংসাৰত বিয়োগ অনিবাৰ্য্যই তেনে ই কেনেকৈ হ'ব পাৰে যে সম্বন্ধীয়ৰ পৰা বিয়োগ নহ'ব। 'মানুহ মৰিলে সম্পত্তিৰ অধিকাৰী বহুত হ'ব পাৰে কিন্তু তেওঁৰ পূণ্যৰ উত্তৰাধিকাৰী পোৱাতো টান সম্ভৱ নহয়েই।'ৰজা

মোৰ পিতা তেওঁক উপযুক্ত নিৰীক্ষন কৰিব লাগিব। হ'বপাতো তেওঁ ক'ব যে মই অনুপযুক্ত সময়ত ঘৰ ত্যাগ কৰিলো কিন্তু ধৰ্মৰ কাৰণে কোনো সময়ে অনুপযুক্ত হ'ব নোৱাৰে।"বন্ধু' মোৰ পিতাক এনে ধৰণে বুজাবা যাতে তেওঁৰ মোলৈ মনত পৰিয়েই থাকে। ১৬

"হাঁ, আৰু মোৰ মাক ক'বা মই তেওঁৰ স্নেহৰ অযোগ্য প্ৰমাণিত হলো। তেওঁৰ মোৰ কাৰণে থকা বাৎসল্য প্ৰেম কথাইহে থাকিল।"

এনে ধৰণৰ কথা বিলাক শুনি ছন্ন অতি বিহবল আৰু আবেগিক হৈ পৰিল আৰু হাতযোৰ কৰি ক'লে প্ৰভু! মই দেখিছো আপুনি সকলো সম্বন্ধীয়কে দুখ সাগৰত নিবৰ্তমান কৰি গৈ আছে, মোৰ হৃদয়খন এনেহেন হৈ পৰিছে, যেন বোকাত পোতখোৱা হাতীহে।

'আপোনাৰ এনে নিৰ্ণয়ত কাৰ বাৰু চকুৰ পানী নোলাব,লাগিলে তেওঁৰ হৃদয় লোহা সদৃশ কিয় নহওঁক স্নেহেৰে ভৰা হৃদয়ৰ কথাটো বাদেই?

'কত'নো সেই ৰাজ প্ৰাসাদত নিবাস কৰাৰ যোগ্যতা এই কোমল অঙ্গৰ আৰু ক'ত সেই তীক্ষ্ন কুশ বনেৰে ঢকা এই পৃথিৱী?

হে কুমাৰ' আপোনাৰ এনে নিৰ্ণয় শুনি মই এতিয়া কপিলবস্তুৰ জন সাধাৰণৰ কাৰণে এই দুখ দায়ক খবৰলৈ কন্থক ঘোঁৰাটো কেনেকৈ ঘুৰাই লৈ যাব পাৰো'

'আপুনি নিশ্চিয় এই স্নেহ সিক্ত বৃদ্ধ ৰজাক এনেদৰে ত্যাগ কৰি নাযাব যেনেকৈ কোনো নাস্তিকে স্বধৰ্মক।

'আৰু নিজৰ সেই মাহী মাকক- যিনেকি ইমান পালন-পোষণ কৰি ডাঙৰ-দীঘল কৰিলে আপুনি তেওক কোনোপধ্যে পাহৰিব নোৱাৰিব যেনেকৈ কৃতঘ্নই নিজৰ উপকাৰীক পাহৰি যায়।

'আৰু আপুনি আপোনাৰ সেই ভাৰ্য্যাক কোনো প'ধ্যে ত্যাগ কৰিব নোৱাৰে যি গুণৱতী যি কুল শ্ৰেষ্ঠত উৎপন্ন যি পতিব্ৰতা আৰু যি এটা বালকৰ মাক।

আৰু ধৰ্ম তথা যশৰ সৰ্বাধিক চিন্তা কৰোতা। আপুনি যশোধৰাৰ সেই পুত্ৰকতো ত্যাগ কৰিব নোৱাৰে যেনেকৈ কোনো জুৱাৰীয়ে নিজৰ যশ ত্যাগ কৰে। হে প্ৰভু' যদি আপুনি আপোনাৰ ৰাজ্য আৰু ইষ্ট কুটুম্বক ত্যাগ কৰিবৰ কাৰণে দৃঢ সংকল্প কৰি ল'লে মোকতো আপুনি ত্যাগ নকৰে কাৰণ আপুনিয়েই হৈছে মোৰ শৰণৰ স্থান। মই এইদৰে আপোনাক এই অটব্য অৰণ্যৰ মাজত অকলশৰে এৰি এই দৰে দগ্ধ হৃদয়লৈ কেতিয়াও নগৰলৈ ঘুৰি নাযাওঁ। যেতিয়া মই অকলে নগৰলৈ ঘুৰি যাম তেতিয়া ৰজাই মোক কি বুলি ভাবিব আৰু মই আপোনাৰ সহধৰ্ম্মিনীক বাৰু কি সংবাদ শুনাম? 'আৰু যদি মই আপোনাৰ অৱগুণ বিলাক গাই ৰজাৰ মনৰ দুখখিনি পাতলাব বিচাৰো আৰু তালুৰ পৰা জিভালৈকে নিৰ্লজ ভাৱে এইঅৱগুণ গালেও মোক বিশ্বাস নকৰিব।"যি দয়াৰ মূৰ্ত্তি আৰু কৰুণা দেখুৱাই সদায় আহিছে, গতিকে সেইয়া মোৰ কাৰণে সম্ভব নহয় যে মই সেই স্নেহ পৰিত্যাগ কৰি দিম মোৰ ওপৰত দয়া কৰক। আপুনি ঘুৰি ব'লক।'১৭

ছন্নৰ এনে বেদনা ভৰা কথা বিলাক শুনি সিদ্ধাৰ্থ গৌতমে অত্যন্ত কোমল সুৰত উত্তৰ দিলে 'ছন্ন' মোৰ বিয়োগত তোমাৰ হৃদয়ত উৎপন্ন হোৱা দুখক পৰিত্যাগ কৰা।

নানা জন্ম গ্ৰহণ কৰা প্ৰাণী মাত্ৰৰে পাৰস্পৰিক বিয়োগ অনিবাৰ্য্য।'যদিহে মই স্নেহৰ বশৱৰ্ত্তী হৈ নিজৰ ইষ্ট কুটুম্বক পৰিত্যাগ নকৰিলেও এদিন নহয় এদিন মৃত্যুৱে আমাক পৰস্পৰে পৰস্পৰৰ পৰা পৃথক কৰি দিবই।'যি মোৰ মায়ে ইমান কষ্ট সহ্য কৰি মোক জন্ম দিলে তেওঁ এতিয়া ক'ত? আৰু মই ক'ত আছোঁ?' যেনেকৈ পক্ষীয়ে নিজৰ বিশ্ৰাম কৰা বৃক্ষৰ ওপৰত একেলগ হয় পুনৰ বিভিন্ন দিশলৈ উৰি যায়, এইয়াই হৈছে প্ৰাণী বিলাকৰ দশা। তেওঁ বিলাকৰ বিয়োগো অৱশ্যম্ভাবী।' যেনেকৈ মেঘ একগৈহে পুনৰ বেলেগ বেলেগ দিশলৈ গুছি যায় এয়েই হৈছে প্ৰাণী বিলাকৰ দশা। তেওঁ বিলাকৰো বিয়োগ অৱশ্যম্ভাবী।'আৰু যিহেতু এই সংসাৰে যেনেকৈ পৰস্পৰে পৰস্পৰক বঞ্চনা কৰি গতিমান হৈ থাকে। ঠিক সেইদৰে সংযোগৰ সময়ত কোনো বস্তুকেই নিজৰ বুলি ভবাটো অনুচিত।'কিয়নো এই সংসাৰ এনেকুৱাই সেই কাৰণে মিত্ৰ। শোকনকৰিবা। ঘূৰি যোৱা। যদি গৈ তোমাৰ মন নবহে তেতিয়া ঘূৰি আহিবা।'১৮

'আৰু তুমি মোক একো নোকোৱাকৈ, কপিলবস্তু জনসাধাৰণক ক'বা যে তেওঁৰ কাৰণে তোমালোকৰ মনত যি স্নেহ সেইয়া ত্যাগ কৰিবলৈ কৈছে, কাৰণ তেওঁৰ নিশ্চয়তা দৃঢ। যেতিয়া কন্থকে স্বামী আৰু সেৱকৰ কথোপকথন শুনিলে তেতিয়া সেই শ্ৰেষ্ঠ ঘোঁৰাটোৱে নিজৰ জিভাৰে স্বামীৰ চৰণ চেলেকিলে আৰু চকুৰে উষ্ণ চকুৰ পানী টুকিলে যাৰ হাতৰ আঙুলিৰ পৰশ তেওৰ গাত পৰি আছিল। যাৰ হাতেৰে মঙ্গল স্বাস্তি অংকিত হৈছিল। যাৰ হাতৰ স্পৰ্শই তেওক আনন্দিত কৰিছিল গৌতমে তেওঁৰ পিঠিত হাত বুলাই দি এজন মিত্ৰৰ দৰে ক'লে 'কন্থক' সহ্য কৰা। চকুৰ পানী নোবোৱাবা। তোমাৰ পৰিশ্ৰম অনতি পলমে সাৰ্থক হ'ব। ১৯

যেতিয়া ছন্নই দেখিলে যে এতিয়া অতিসোনকালে বিদায় ল'ব লাগিব। তেতিয়া তেও গৌতমৰ সেই পৰিব্ৰাজক ৰূপটোক নমস্কাৰ জনালে কন্থক আৰু ছন্নৰ পৰা বিদায়লৈ গৌতমো নিজৰ ৰাস্তাত গুছি গ'ল ছন্নই যেতিয়া দেখিলে যে তেওঁৰ স্বামীয়ে ৰাজ্য ত্যাগ কৰি পৰিব্ৰাজকৰ বেশ ধাৰণ কৰি গৈ আছে, এই দৃশ্য আৰু তেও সহ্য কৰিব নোৱাৰিলে। তেওঁ হাত দুখন ওপৰলৈ তুলি জোৰেৰে চিঞৰিব ধৰিলে আৰু মাটিত বাগৰি পৰিল। যেতিয়া গৌতমে পিচলৈ ঘূৰি চালে তেতিয়াওঁ তেওঁ বৰ জোৰকৈ চিঞৰিলে। তেও নিজ ঘোঁৰাটোৰ গলত হাতখন থলে। নিৰাশ আৰু ভগ্ন হৃদয়লৈ তেওঁ যাবলৈ ধৰিলে ৰাস্তাত গৈ থাকোতে ছন্ন ছিন্তাস্বিত হৈ যায়। কেতিয়াবা পৰি যায় এইদৰে স্নেহ বিদীৰ্ণ হৃদয়েৰে গোটেই ৰাস্তাতো নানা ধৰণৰ কথা পাতিলে। তেওঁ নিজেও নাজানে যে তেও কি কৰি আছে?

## ২০ ছন্নৰ দেশলৈ প্ৰত্যাবৰ্ত্তন

স্বামীৰ বন গমণৰ পিচত ছন্ন যেতিয়া দেশলৈ ঘূৰি আহে তেতিয়া তেওঁৰ দুখী মনটো পাতলাবৰ কাৰণে প্ৰায় প্ৰয়াস কৰিলে। তেওঁৰ মনটো ইমানেই গধুৰহৈ পৰিছিল যে দূৰত্বক তেও প্ৰথমতে এদিনত সম্পূৰ্ণ কৰিছিল যেতিয়া তেওঁৰ স্বামীৰ গৃহত্যাগৰ চিন্তা কৰি কৰি সেই দূৰত্বক দূৰ কৰিবৰ কাৰণে তেওঁক আঠদিন লাগিছিল। কন্থকে যদিও ধৈৰ্য্য

সহকাৰে চলি আছিল। কিন্তু সিয়ো অত্যন্ত ক্লান্ত আৰু শান্ত হৈ গৈছিল। নিঃসন্দেহে সি এতিয়াও অলংকাৰেৰে অলংকৃত হৈ আছিল। তথাপি সি স্বামীৰ অবিহনে প্ৰায় সতেজহীন হৈ গৈছিল। আৰু যি ফালে তেওৰ স্বামীয়ে গমন কৰিছিল সেইফালে সি চাই চাই বৰ শোকসন্তপ্ত ভাৱত ঢেক ঢেকাইছিল। যদিও সি ভোকত আতুৰ হৈছিল তথাপি আগৰ দৰে ৰাস্তাত গৈ থাকোতে ঘাঁহ পানী নাখাইছিল।

শেষত যেতিয়া তেও বিলাক আহি কপিলবস্তু পালেহি সিদ্ধাৰ্থ গুছি যোৱাৰ কাৰণে গোটেই ৰাজ্যখন শূণ্য শূন্য লাগিছিল। তেও বিলাক প্ৰাণবিহীন যেন শৰীৰ লৈহে আহি তাত পালেহি। ৰাজ্যত পদুম ফুলৰ জলাশয় আছিল। ফুলেৰে বাগিচা বিলাক ভৰি আছিল তথাপি নাগৰিকৰ মনত কোনো আনন্দ নাছিল। শান্তিহীন চকুৰ পানীৰে যেতিয়া তেও বিলাক কপিলবস্তুত প্ৰবেশ কৰিলে। তেতিয়া গোটেই ৰাজ্যখন অন্ধকাৰে ভৰা দেখিবলৈ পালে। যেতিয়া শাক্যৰাজ্যৰ জনসাধাৰণে গম পালে যে অভিমানী গৌতমক লগত ননাকৈ এও বিলাকে অকলে আহি দেশ পালেহি তেতিয়া গৌতমৰ অভাৱত সকলোৱেই চকুপানী টুকিব ধৰিলে ।

আবেগত উন্মত্ত জনতাই ছন্নৰ পিছে পিছে ঘুৰি ফুৰিছিল আৰু চকুৰ পানীৰে বাট নেদেখাৰ দৰেই চিঞৰি ফুৰিছিল - 'জগত আৰু ৰাজ্যৰ একমাত্ৰ গৌৰৱৰ সম্বল ৰাজকুমাৰ ক'ত আছে? য'ত তেওঁ নাই সেই নগৰ আমাৰ কাৰণে জংঘল সদৃশ আৰু যি জংঘলত তেওঁ আছে, সেই জংঘলেই আমাৰ কাৰণে নগৰ। সিদ্ধাৰ্থ বিহীন নগৰ আমাৰ কাৰণে আকৰ্ষণীয় নহয়।স্ত্ৰী বিলকে আহি খিড়িকীৰ ওচৰত জুম বান্ধিলে। তেও বিলাকে পৰস্পৰে-পৰস্পৰৰ প্ৰতি কৈ উঠিছিল - 'ৰাজকুমাৰ ঘুৰি আহিল। কিন্তু যেতিয়া তেও বিলাকে দেখিলে যে ঘোঁৰাৰ পিঠি শূণ্য, তেও বিলাকে খিড়িকী বন্ধ কৰি দিলে আৰু খুব জোৰেৰে ক্ৰন্দন আৰু বিলাপ কৰিবলৈ ধৰিলে।

## ২১ পৰিয়ালৰ বিলাপ

শুদ্ধোদনৰ পৰিয়াল বৰ্গই বৰ উৎসুক হৈ আছিল যে ছন্নই যি কোনো প্ৰকাৰে বুজাই বঢ়াই ৰাজকুমাৰক ৰাজ্যলৈ ঘূৰাই অনাতসফল হ'ব।ৰাজকীয় অন্তবলত কন্থই প্ৰবেশ কৰিয়েই বৰ জোৰেৰে হিঁহিয়াবলৈ ধৰিলে। এইদৰে তেওঁ মহলৰ সদস্য সকলক নিজৰ দুখ ব্যক্ত কৰিলে।যি সকল ৰাজমহলৰ ভিতৰত আছিল তেওঁবিলাকে ভাবিলে - 'কন্থকেনো কিয় হিঁন হিঁনাই আছে, বোধকৰো ৰাজকুমাৰ ঘূৰি আহিল।' আৰু যি বিলাক দুখে বেজাৰে ব্যাকুল হৈ আছিল এতিয়া আনন্দত বিভোৰ হৈ পাগলৰ দৰে হৈছিল। তেও বিলাকে ৰাজকুমাৰক চাবৰ আশাৰে মহলৰ পৰা দৌৰি বাহিৰলৈ ওলাই আহিল। কিন্তু তেওঁ বিলাক নিৰাশ হ'ল। তাত কেৱল কন্থকহে আছিল। ৰাজকুমাৰ নাছিল।

আত্মসংযমী গৌতমীয়ে এনে পৰিস্থিতিত চিঞৰি উঠিল। তেও বেহুচ হৈ গ'ল। জোৰেৰে কান্দি কান্দি কৈ উঠিল - 'যাৰ বাহু দুখন দীঘল, যাৰ সিংহৰ দৰে চাল যাৰ বৃষভৰ দৰে চকু যি সোণৰ দৰে সুন্দৰ, যাৰ বক্ষস্থল সচৰাচৰ বহল, যাৰ স্বৰ মেঘৰ গৰ্জনৰ দৰে সমান গভীৰ - কি এনে ধৰণৰ বীৰ পুৰুষ কোনো আশ্ৰমত থকাৰ যোগ্যনে?

এই বসুন্ধৰাত থকাই উচিত নহয় কিয়নো সেই অনুপম শ্ৰেষ্ঠ কৰ্মীজনে আমাক ত্যাগ কৰি গুছি গ'ল। তেওঁৰ ভৰি দুখন যাৰ ভৰিৰ আঙুলীৰ মাজত সুন্দৰ ছাল যাৰ ভৰিৰ গেৰোৱা নীল কমলৰ দৰে কোমল আৰু আচ্ছাদিত যাৰ মাজত চক্ৰ বিৰাজমান এনে এজন পুৰুষে কন্টকময় ভূমিৰ ওপৰত কেনেকৈ খোজ কাঢিব পাৰিব?' তেওঁৰ সেই সুকোমল শৰীৰ যি নেকি মহলৰ ভিতৰত বিশ্ৰাম কৰি থকাৰ যোগ্য যি মূল্যবান সাজ পাৰ তথা চন্দন আদিৰ লেপেৰে অলংকৃত হৈ থাকে সেই জন সেই জংঘলত কেনেকৈ থাকিব য'ত শীত উষ্ণতা আৰু বৰ্ষাৰ পৰা বচাৰ কোনো উপায় নাই। যি জনে নিজৰ বংশ শীল শৌৰ্য্য বল বিদ্যা সৌন্দৰ্য্য আৰু তাৰুণ্যৰ অভিমান আছিল যাক সদায় দিয়াৰহে অভ্যাস আছিল লোৱাৰ নহয় সেইজনে আনৰ পৰা ভিক্ষা কেনেকৈ গ্ৰহণ কৰিব পাৰিব? যি স্বচ্ছ সোণৰ দৰে শয্যাত শয়ন কৰিছিল আৰু যাক মধুৰ সংগীতৰ মাধ্যমেৰে জগাব লগাত পৰিছিল এতিয়া মোৰ সেই তপস্বীয়ে কেৱল এখন বস্ত্ৰ পাৰি কঠোৰ পৃথিৱীৰ ওপৰত কেনেকৈ শুব? ২১

এনে ধৰণৰ করুণ বিলাপ শুনি স্ত্ৰী বিলাকে পৰস্পৰে পৰস্পৰক আলিঙ্গন কৰি চকুৰ পানী টুকিছিল। তেও বিলাকৰ চকুৰ পৰা এনেদৰে চকুৰ পানী বৰ্ষণ হৈছিল যেন হালিজালি থকা লতাৰ ফুলৰ পৰা মধুহে যেন বৰষিছিল। "যশোধৰাই যেন পাহৰি গৈছিল যে হাঁহি মুখেৰে তেওক বিদায় দি এনেদৰে এই বিলাক কথা চিন্তা কৰি কৰি যশোধৰা মাটিত বাগৰি পৰিছিল। "নিজ ধৰ্ম পত্নীক মোক তেওঁ কেনেকৈ ত্যাগ কৰি গুছি গ'ল? তেও মোক বিধবা কৰি দিলে। তেও মোক ধৰ্ম পত্নী ৰূপে গ্ৰহণ কৰি নিজৰ নতুন জীৱনৰ সংগী কৰি ল'ব পাৰিলে হেতেন। মোৰ স্বৰ্গৰ কামনা নাই। মোৰ মাত্ৰ এটাই ইচ্ছা আছিল যে মোৰ স্বামীয়ে যাতে মোক এই লোকত বা পৰলোকত কেতিয়াও লগ এৰা নিদিয়ে। 'যদি মোৰ তেওৰ বিশালাক্ষ তেজস্বী মুখন ফালে চোৱাৰ কোনো অধিকাৰ নাই তেতিয়া হ'লে বেচেৰা ৰাহুলেও নিজৰ পিতাকৰ কোলাত বহাৰো অধিকাৰ নাইনে ? 'দুখীত যে সেই বীৰৰ কোমল সৌন্দৰ্য্যৰ ভিতৰত তেওৰ হৃদয়খন অত্যন্ত কঠোৰ অত্যন্ত নিৰ্দয়। কোননো এনে হ'ব পাৰে যিনেকি শত্ৰুকো মুগ্ধ কৰিব পাৰে সেইজনে কেনেদৰে - আধাফুটা নুফুটা মাতৰ কন মানী বালকক ত্যাগ কৰি গুছি যাব পাৰে ?"সঁচাকৈয়ে মোৰ হৃদয় একেবাৰে দাৰুণ - সম্ভৱ পাথৰৰ দ্বাৰা নিৰ্মিত যিনেকি নিজ স্বামীৰ বন গমনৰ সময়ত এনেদৰে অনাথ কৰি গুছি যোৱাৰ পিচতো বিদীৰ্ণ নহ'লো। কিন্তু মই কৰিম কি? মোৰ দুখ অসহ্য। "২২

এইদৰে যশোধৰাই নিজৰ দুখত সকলো অৰ্পণ কৰি কেৱল কান্দিলে আৰু চিঞৰি কান্দিলে যদিও তেও স্বভাৱতে ধৈৰ্য্য শালিনী আছিল কিন্তু এই সময়ত দুখতে তেও নিজৰ ধৈৰ্য্যক হেৰুৱাই পেলাইছিল ।

মাটিত পৰি থকা যশোধৰাই দুখতে নিজৰ ধৈৰ্য্য হেৰুৱা দেখি আৰু তেওঁৰ করুণ বিলাপ শুনি সকলো স্ত্ৰায়েই চিঞৰিবলৈ ধৰিলে । চকুৰ পানীৰে বাট নেদেখা হোৱা চেহেৰা এনে হৈ গৈছিল যেন বৰষুই দলিয়াই পেলোৱা পদুমহে । ছন্ন আৰু কন্থক দুয়োজন ঘূৰি

অহাৰ কথা শুনি আৰু নিজ পুত্ৰৰ দৃঢ় নিশ্চয়তাৰ কথা শুনি শুদ্ধোধনৰ হৃদয় কান্দি উঠিল ।

নিজ পুত্ৰৰ বিয়োগত অত্যন্ত দুখী শুদ্ধোধনে চাকৰ বাকৰক চম্ভালিবলৈ গৈ অলপ দেখিব কাৰণে ঘোৰাটোৰ ফালে চালে । সেই সময়ত তেওঁৰ চকু চকুৰ পানীৰে চলচলীয়া হৈ আছিল । ইয়াৰ পিচতে তেওঁ মাটিত বাগৰি পৰিল আৰু জোৰেৰে চিঞৰি উঠিল তাৰ পিচত শুদ্ধোদন মন্দিৰলৈ গ'ল, প্ৰাৰ্থনা কৰিলে আৰু কেইবাটাও মাঙ্গলিক অনুষ্ঠান অনুষ্ঠিত কৰিলে । তেওঁৰ পুত্ৰ যাতে ঘূৰি আহে আৰু তাৰ কাৰণে তেওঁ প্ৰাৰ্থনা জনালে । এইদৰে শুদ্ধোদনে গৌতমী আৰু যশোধৰাই নিজকে সংযত কৰি দিন বিলাক অতিবাহিত কৰিব কৰিব ধৰিলে আৰু প্ৰাৰ্থনা জনালে যে প্ৰভু আমি কেতিয়া তেওঁৰ দৰ্শন পাম ?

১। অংগুত্তৰ নিকায় ।
২। মজ্ঝি মন্নিকায়ৰ চুল দুক্‌খ খন্ধ সুত্তৰ অট্‌ঠ কথা।।
৩। জাতক নিদানট্‌ঠ কথা।
৪। বুদ্ধ চৰিত (অশ্ব ঘোষ) সৰ্গ ১-৪৯ পৰা ৮৯ লৈকে।
৫। জাতক নিদান অটঠ কথা।
৬। অংগুত্তৰ নিকায় ১ ২ঃ ১-৭।
৭। মজ্ঝি মনিকায়ৰ চুল দুক্‌খ খন্ধ সুত্তৰ অট্‌ঠ কথা।
৮। পালি পৰম্পৰাৰ অনুসৰি ভদ্দকচ্চানা -যশোধৰা- সুপ্ৰবুদ্ধ কন্যা আছিল।
৯। অশ্বঘোষ কৃত বুদ্ধ চৰিত সৰ্গ ৪ শ্লোক সংখ্যা ৯ ৰ পৰা ২২ লৈ।
১০। অশ্বঘোষ কৃত বুদ্ধ চৰিত সৰ্গ ৪ শ্লোক সংখ্যা ৰ ২৩ পৰা ৫২ লৈকে।
১১। বুদ্ধ চৰিত সৰ্গ ৪ ৰেই শ্লোক ৫৬৫৭।
১২। অশ্বঘোষ কৃত বুদ্ধ চৰিত সৰ্গ ৪ শ্লোক সংখ্যা ৰ ৬৫ পৰা ৮২ লৈকে।
১৩। অশ্বঘোষ কৃত বুদ্ধ চৰিত সৰ্গ ৪ শ্লোক সংখ্যা ৰ ৮৪ পৰা ৯৬ লৈকে।
১৪। জাতকন্ধ কথা (নিদান)
১৫। অশ্বঘোষ কৃত বুদ্ধ চৰিত সৰ্গ ৬ ৰ শ্লোক সংখ্যা ৭ ৰ পৰা ১১ লৈকে।
১৬। অশ্বঘোষ কৃত বুদ্ধ চৰিত সৰ্গ ৬ ৰ শ্লোক সংখ্যা ১৫ ৰ পৰা ২৩ লৈকে।
১৭। অশ্বঘোষ কৃত বুদ্ধ চৰিত সৰ্গ ৬ ৰ শ্লোক সংখ্যা ২৩ ৰ পৰা ৪১ লৈকে।
১৮। অশ্বঘোষ কৃত বুদ্ধ চৰিত সৰ্গ ৬ ৰ শ্লোক সংখ্যা ৪৩ ৰ পৰা ৫০ লৈকে।
১৯। অশ্বঘোষ কৃত বুদ্ধ চৰিত সৰ্গ ৬ ৰ শ্লোক ৫৪,৫৫ ।
২০। বুদ্ধচৰিত সৰ্গ ৮ শ্লোক ১৩ ।
২১। বুদ্ধচৰিত সৰ্গ ৮ ৰ শ্লোক ৫৩ ৰ পৰা ৫৮ লৈকে।
২২। বুদ্ধচৰিত সৰ্গ ৮ ৰ শ্লোক ৬১ ৰ পৰা ৬৯ লৈকে।

# দ্বিতীয় ভাগ

## চিৰদিনৰ কাৰণে অভিনিষ্ক্ৰমণ

### ১ কপিলাবস্তুৰ পৰা ৰাজগৃহলৈ

কপিলাবস্তুৰ পৰা ওলাই সিদ্ধাৰ্থই মগধ ৰাজ্যৰ ৰাজ গৃহলৈ যোৱাৰ সিদ্ধান্ত কৰিলে।

সেই সময়ত ৰজা আছিল বিম্বিসাৰ। এনে এখন ঠাই য'ত ডাঙৰ ডাঙৰ দাৰ্শনিক আৰু পণ্ডিত সকল আছিল।এই চিন্তা কৰি তেওঁ গঙ্গা পাৰ হ'ল। তেওঁ গঙ্গাৰ ভয়াবহ ধাৰালৈয়ো কেৰেপ নকৰিছিল।ৰাস্তাত এজন ব্ৰাহ্মণ স্ত্ৰী সকীৰ আশ্ৰমত থাকিল। ইয়াৰ পিচত পদ্মা নামেৰে দ্বিতীয় ব্ৰাহ্মণ স্ত্ৰীৰ আশ্ৰমত থাকিল। তাৰ পিচত বৈৰত নামৰ ব্ৰাহ্মণ ঋষিৰ আশ্ৰমত। সকলোৱেই তেওঁক সুন্দৰ আতিথ্য কৰিলে। তেওঁৰ ব্যক্তিত্ব, তেজস্বিতা আৰু তেওৰ অনুপম সৌন্দৰ্য্য এনে ধৰণৰ আছিল যে, সেই দেশৰ জনসাধাৰণে আচৰিত মানিছিল যে তেওঁনো কেনেকৈ সন্ন্যাসীৰ বস্ত্ৰ ধাৰণ কৰিলে।তেওঁক দেখি আনফালে যোৱা মানুহো থমকি ৰৈছিল তেওঁলৈ চাই চাই কোনোৱে তেওঁৰ পিচ লৈছিল, যি লাহে লাহে গৈছিল সিয়ো তেওঁৰ পিছত দৌৰিবলৈ ধৰিলে। আৰু যি বহি আছিল তেওঁ বিলাকো থিয় হ'ল। 'কোনোৱে তেওঁক হাতযোৰ কৰি নমস্কাৰ জনালে কোনোৱে মূৰ দোঁৱাই আদৰ সম্ভাষণ জনালে কোনোৱে আকৌ মধুৰ বাণীৰে সম্বোধন কৰিলে, কোনো এজনেই এনেকুৱা নাছিল যে যিনেকি তেওক আদৰৰ ভাৱ দেখুৱা নাই। [২]

যি ৰঙবিৰঙৰ কাপোৰ পিন্ধিছিল তেওঁবিলাকে তেওঁক দেখি লাজতে তলমূৰ কৰিছিল, যি অনাহকত প্ৰলাপ বকি আছিল তেওঁ বিলাকো চুপহৈ গৈছিল, এনে কোনো নোলাইছিল যিনেকি অবাৰত সংকল্প-বিকল্পত লাগি আছিল। [৩] তেওঁৰ চেলাউৰি, তেওঁৰ মাথা, তেওঁৰ মুখ তেওঁৰ শৰীৰ, তেওঁৰ হাত তেওঁৰ ভৰি, তেওঁৰ ধৰণ কৰণ, তেওঁ শৰীৰৰ সৌন্দৰ্য্য দেখি সকলোৱেই তবধ মানিছিল আৰু মন্ত্ৰ মুগ্ধৰ দৰে কেৱল থিয়হৈয়ে থাকিল। [৪] দীঘলীয়া দুৰ্গম যাত্ৰাৰ অন্তত গৌতম গৈ ৰাজগৃহ পালেগৈ। সেই ৰাজগৃহ পাঁচোটা পাহাৰেৰে ঘেৰি থকা স্থান। যিনেকি চাৰিওঁফালৰ পৰা সুৰক্ষিত আৰু অলংকৃত আছিল আৰু য'ত ধৰ্মীয় মাঙ্গলিক অনুষ্ঠানেৰে ঠাই ভোখৰ জাতিস্কাৰ আছিল।ৰাজগৃহত উপস্থিত হৈ তেওঁ পাণ্ডৱ পৰ্বতৰ তলৰ কোনো এখন ঠাই নিৰ্বাচন কৰিলে, আৰু তেওঁ তাত থাকিবৰ কাৰণে গছৰ পাতেৰে এটা জুপুৰি সাজিলে।কপিলাবস্তুৰ পৰা ৰাজগৃহলৈ প্ৰায় ৪০০ (চাৰিশ) মাইল দূৰ পদ যাত্ৰা কৰি উপস্থিত হৈছিলগৈ।সিদ্ধাৰ্থ গৌতমে এই গোটেই পথ পদ যাত্ৰাৰে সমাপ্ত কৰিছিল।

### ২ ৰজা বিম্বিসাৰ আৰু তেওঁৰ পৰামৰ্শ

দ্বিতীয় দিনা তেওঁ শয়নৰ পৰা উঠি হাতত ভিক্ষাৰ পাত্ৰ লৈ নগৰত প্ৰবেশ কৰিবলৈ প্ৰস্তুতি কৰিলে। তেওঁৰ চাৰিওফালে মানুহৰ ভীৰ লাগিল।মগধ ৰজাৰ সৈন্যাই বিম্বিসাৰৰ মহলৰ বাহিৰত অসংখ্য জনসমূহৰ ভীৰ দেখিলে। কাৰণ কি তেওঁ জানিব বিচাৰিলে। এজন

দৰকাৰী ব্যক্তিয়ে ৰজাক এনেধৰণে কথাটো বুজাই ক'লে। 'যিজনৰ বিষয়ে ব্ৰাহ্মনে ভৱিষ্যত বাণী কৰিছিল তেওঁ হয়তো বুদ্ধ হ'ব নতুবা চক্ৰবৰ্তী ৰজা হ'ব তেঁৱেই সেই শাক্যপুত্ৰ যি এতিয়া সন্যাসী হ'ল। তেওৰ ওপৰতেই এতিয়া জনসাধাৰণে দৃষ্টি দি আছে। ৰজাই কথা বিলাক শুনিলে আৰু তাৰ অৰ্থ হৃদয়ঙ্গম কৰি দৰবাৰীক আদেশ দিলে যে তেও কোন পিনে গৈছে অতিশীঘ্ৰে অনুসন্ধান কৰা। দৰবাৰীয়ে ৰজাৰ আজ্ঞা পাই ৰাজকুমাৰৰ পিছে পিছে গ'ল। স্থিৰ দৃষ্টি মাত্ৰ দুগজহে আগবাঢি গৈছিল শান্ত-স্বৰ জোখ মাখ পেলোৱা খোজত গৈ থকা সেই পৰিব্ৰাজকে ভিক্ষাৰ কাৰণে ওলাই যোৱা গৌতমৰ ইন্দ্ৰিয় সমূহ আৰু মন সম্পূৰ্ণ ৰূপে সুসংযত আছিল।[১]

যেতিয়া তেওঁ কিছু ভিক্ষা পালে সেই ভিক্ষাৰে একান্ত কোনত বহি ভিক্ষাৰ অন্ন খায় শেষ কৰাৰ পিছত পাণ্ডৱ পাহাৰলৈ গুছি গ'ল। [২] অটব্য হাবি জংঘল বৃক্ষৰে ভৰা য'ত ময়ুঁৰ পক্ষী বিলাকে গুঞ্জন কৰি আছিল সেই গেৰুৱা বস্ত্ৰধাৰী মানৱতাৰ সূৰ্য্য এনে দৰে জিলিকি আছিল যেন পূব আকাশৰ পৰ্বতৰ ওপৰত সেইয়া প্ৰাতঃ কালীন সূৰ্য্যহে।[৩] সেই ৰাজদঁৰ বাৰীয়ে এই সকলো বিলাক দৃশ্য দেখি গৈ ৰজাক গোটেই কথা বিলাক জনালে। ৰজাই যেতিয়া এই সকলোবিলাক বৃত্তান্ত শুনিলে তেতিয়া ৰজাই কেইজনমা সঙ্গীলৈ গৌৰৱেৰে সৈতে তেওঁ থকা ঠাইলৈ গ'ল পৰ্বতৰ সমান ব্যক্তিত্ব সম্পন্ন সেই ৰজাই পৰ্বতাৰোহন কৰিলে।[৪] তাত তেও জিতেন্দ্ৰীয় গৌতমক পৰ্য্যাংকসন হৈ বহা দেখিলে। গৌতমক তেও এনেহেন দেখিছিলে যেন গৈ থকা এটা পৰ্বতৰ শিখৰহে। [৫] তেওঁৰ গাত যি সৌন্দয্য আৰু শান্তভাৱৰ বিশেষতা দেখিবলৈ পাইছিল ৰজাই আচৰিত আৰু স্নেহৰ বশৱৰ্ত্তী হৈ তালৈ গ'ল। [১]

বিনম্ৰতাৰে তেওঁৰ ওচৰ পাই বিম্বিসাৰে তেওঁৰ কুশল বাৰ্ত্তা সুধিলে আৰু গৌতমেও তেনেকৈ শালীনতাৰে নিজৰ মঙ্গলামঙ্গলৰ কথা ক'লে।[২] ৰজা যেতিয়া এচটা শিলৰ ওপৰত বহিল আৰু তেওঁ নিজৰ অভিব্যাক্তি ব্যক্ত কৰিবৰ কাৰণে এইদৰে ক'লে — তোমাৰ বংশ মোৰ বংশৰ লগত নিবিড সম্বন্ধ। সেইকাৰণে মই তোমাক কেইটামান কথা সুধিব বিচাৰো। মোৰ কথা একান্ত মনে শুনা। [৩] 'মই যেতিয়া তোমাৰ সূৰ্যবংশৰ বিচাৰ কৰো তোমাৰ তাৰুণ্যতাৰ বিচাৰ কৰো তোমাৰ সেই অনুপম সৌন্দৰ্য্যৰ কথা বিচাৰ কৰো তেনেস্থলত মই ভাবো তুমি এনেদৰে সন্যাসী জীৱন ব্যাতিত কৰিবৰ কাৰণে কি উদ্দেশ্য এনেধৰণৰ সংকল্পই তোমাৰ মনত ঠাই পালে? [৪] তোমাৰ শৰীৰ ৰক্ত চন্দন লেপনৰ নিমিত্তেহে, গেৰুৱা বস্ত্ৰ ধাৰণ কৰিবৰ কাৰণে নহ'য়। তোমাৰ এই হাত প্ৰজাৰক্ষণৰ নিমিত্তেহে যোগ্য ভিক্ষা পাত্ৰ গ্ৰহণ কৰিবৰ কাৰণে যোগ্য নহ'য়। [৫] হে তৰুণ যুৱক! যদি তুমি তোমাৰ পৈতৃক ৰাজ্য নিবিচৰা তেতিয়া হ'লে মই মোৰ আধাৰাজ্যকে দি দিম। ইয়াক গ্ৰহণ কৰিবৰ কাৰণে কৃপা কৰা। [৬] 'যদি তুমি এই কাম কৰিবলৈ সম্মত হোৱা তেতিয়া তোমাৰ স্বজনৰ কাৰণে কোনো প্ৰকাৰৰ দুখ নহ'ব। সময় গৈ থাকিলে শেষত লক্ষ্মীয়ে স্থিৰ চিত্তক গ্ৰহণ কৰে। গতিকে অনুগ্ৰহ কৰি মোৰ কথা মানি লোৱা। সৎ পুৰুষৰ সহায়তা পালে সৎপুৰুষ শ্ৰী বিশেষ বলৱান হৈ যায়। [১] "যদি নিজৰ কোনো কুল অভিমানৰ দ্বাৰাই মই কোৱা কথা খিনি অমান্য হ'য় তেতিয়া হ'লে অসংখ্য সেনাৰ লগত ধনুৰ বাণ প্ৰয়োগ কৰি মোৰ সহায়তাৰ আশ্ৰয় [ তোমাৰ

বিৰোধীৰ ওপৰত বিজয় লাভ কৰা।" [৮]

গতিকে এই তিনিটা পুৰুষাৰ্থৰ ভিতৰত যিকোনো এটা তুমি বাচি লোৱা। ধৰ্ম অনুসৰি অৰ্থ আৰু কামৰ প্ৰাপ্তিৰ কামনা কৰা। কাম আৰু মোক্ষৰ ওলোটা ক্ৰমৰ দ্বাৰা অৰ্থাৎ প্ৰথমে কামৰ পিচতহে মোক্ষৰ কাৰণে ইচ্ছা কৰা। ধৰ্ম অৰ্থ, কাম— এই তিনিটাই জীৱনৰ উদ্দেশ্য। মানুহ মৰে এই পৃথিবীক সমদ্ধ কৰি সকলোৱেই নিৰোধ প্ৰাপ্ত হয়। [৯] "এই কাৰণে এই তিনিওটা পুৰুষাৰ্থৰ প্ৰাপ্তিৰ কাৰণে চেষ্টা কৰি জীৱনটো সফল কৰা। কোৱা যায় যে ধৰ্ম,অৰ্থ আৰু কামৰ প্ৰাপ্তিতহে জীৱনৰ সফলতা। [১] এই ধনুৰ বাণ ধাৰণা কৰাত নিজৰ বাহু বলক কেতিয়াও অথলে নিনিয়াবা। এই পৃথিবীৰ কথাই বেলেগ এই লোকতে এই তিনিও লোকক জয়ী কৰাৰ সামৰ্থ আছে।'মই যি এই বিলাক কৈ আছো, এই বিনি মই স্নেহৰ ভোলত বান্ধ খাইহে কৈছো মই ৰাজ্যলোভৰ কাৰণে কোৱা নাই, নতুবা মই তোমাৰ এই তপস্বী বেশ দেখি অভিমানৰ সুৰত কৰলৈ যোৱা নাই। মোৰ হৃদয়ত দয়া আছে, চকুত চকুৰপানী আছে।

হে মোৰ কুলৰ অভিমানী! হে তপস্যাৰ ইচ্ছুক! এতিয়াও সময় আছে কামভোগৰ আনন্দ লবলৈ শেষত বুঢ়াকাল আহি যাব যিনেকি তোমাৰ সৌৰ্ন্দয্য নাশ কৰিব । 'বুঢ়া বয়সত মানুহে কি পূণ্য কৰি ধৰ্ম সঞ্চয় কৰিব পাৰে? বুঢ়া কালত মানুহ বিষয় ভোগৰ অযোগ্য হৈ পৰে। সেই কাৰণে কোৱা যায়যে তৰুনৰ কাৰণে বিষয় ভোগ মধ্য বয়সৰ কাৰণে ধৰ্ম আৰু বৃদ্ধৰ কাৰণে ধৰ্ম। [১] এই সংসাৰত তৰুণৰ কাৰণে ধন আৰু ধৰ্মৰ প্ৰতি বিৰোধ কিয়নো কাম সুখক যিমানেই সুৰক্ষিত ৰখা নাযায়, তাক সুৰক্ষিত কৰি ৰাখিব পৰা নাযায়। এই কাৰনে যেতিয়া আৰু য'ত সুখ ভোগৰ আৱশ্যক হ'য় তেতিয়াই তাৰ উপভোগ কৰি ল'ব লাগে। [২] 'বাধক্য হৈছে বিচাৰ প্ৰধান। ই স্বাভাবিকতে গম্ভীৰ আৰু শান্ত হৈ থাকে। বিনা প্ৰচেষ্টাই এই সংযমক লাভ কৰিব পৰা যায়। [৩] এই কাৰণে বঞ্চক অস্থিৰ বাহ্যিক বিষয়ৰ প্ৰতি অনুৰক্ত অসাৱধান অধৈয্যবান অদূৰদৰ্শী তাৰুণ্যৰ সময় পাৰ হৈ গ'লে মানুহৰ এনেহেন লাগে যেন কোনো ভয়ানক জংঘলৰ পৰা নিৰাপদে ওলাই আহিল। [৪] এই কাৰণে এই অন্ধকাৰে ভৰা তাৰুণ্যক বাদ দিয়া। আমাৰ আৰম্ভণি জীৱনটো সুখভোগৰ কাৰণেহে। এই সময়ত ইন্দ্ৰিয় সমূহক কদাপিও দমাই ৰাখিব নোৱাৰি । আৰু যদি ধৰ্মতেই তোমাৰ বিশেষ অনুৰাগ তেতিয়া হ'লে নিজ কুল ধৰ্মৰ অনুসৰি যজ্ঞ কৰা কিয়নো যজ্ঞ কৰিলে আটাইতকৈ সৰ্বশ্ৰেষ্ঠ স্বৰ্গ লাভ কৰিব পৰা যায়। [৬] বাহুত বহুমূলীয়া সোনৰ খাৰু বান্ধি আৰু নানা ধৰণৰ মণিমুক্তা ধাৰণ কৰি ৰাজৰ্ষি সকলে যজ্ঞৰ দ্বাৰা সেই পদ লাভ কৰিব পাৰে যিনেকি অনেক মহৰ্ষি সকলে তপস্যাৰ দ্বাৰা লাভ কৰিছে। [৭]

## ৩ বিম্বিসাৰৰ প্ৰতি গৌতমৰ উত্তৰ

ইন্দ্ৰৰ দৰে স্পষ্ট আৰু দৃঢ়তাৰে যেতিয়া মগধ ৰজাই ক'লে, তেতিয়াও তেওঁৰ কথা শুনি কুমাৰে নিজৰ দৃঢ়তাৰ পৰা বিচলিত হোৱা নাছিল। তেওঁ পৰ্বতৰ সমান স্থিৰ আছিল।[১] মগধ ৰজাৰ প্ৰতি শ্ৰদ্ধা নিবেদন জনাই সংযমী ধীৰ স্থিৰ ৰাজ কুমাৰে মৈত্ৰী পূৰ্ণ ভাৱে যথাযথ ৰজাক সম্বোধন কৰি উত্তৰ দিলে - 'ৰাজন! যি বিলাক কথা কৈছে সেইয়া আপোনাৰ

কাৰণেহে যোগ্য। আপোনাৰ জন্ম সেই মহান কুলত হৈছে, যাৰ ৰাজ চিহ্ন হৈছে সিংহ। আপুনি মিত্ৰৰ হিত চিন্তক। আপোনাৰ কাৰণেহে এই কথা সাৰ্থক হ'ব যে আপুনি আপোনাৰ এজন মিত্ৰক এনেদৰে ক'ব "দু : শীল বিলাক কুলৰ মিত্ৰতা হ'লেও যি অতিসোনকালে নষ্ট হৈ যায়, কিন্তু সুশীলৰ নতুন মৈত্ৰীভাৱনাই পুৰণি পৰম্পৰাক সুদীৰ্ঘ কাল ধৰি ৰাখে।[1]

"প্ৰতিকূল পৰিস্থিতিতো যি নিজৰ মৈত্ৰী ত্যাগ নকৰে সেইজনহে প্ৰকৃত বন্ধু। সুখ পূৰ্ণ অৱস্থাত ধনে ধানে পৰিপূৰ্ণ অৱস্থাত কোন কাক কাৰ মিত্ৰ হৈ নাথাকিব।[2] 'সম্পত্তি লাভ হলে নিজৰ মিত্ৰৰ কাৰণে তথা ধৰ্মৰ নিমিত্তে যি তাৰ উপয়োগ কৰে তেওঁৰ সম্পত্তিহে সাৰ্থক যেতিয়া ই বিনাশ হৈ যায় তেতিয়াও দুখ প্ৰকাশ নকৰে।[3] 'হে ৰাজন! আপুনি যি কথা মোৰ কাৰণে কলে সেইয়া আপোনাৰ উদাৰতা আৰু মৈত্ৰীৰহে ফল। মইয়ো পূৰ্ণ ভাৱে আপোনাৰ প্ৰশ্নৰ সমাধান কৰিবৰ কাৰণে যত্ন কৰিম।[4]

"নাই মোৰ সাপলৈ ভয় লাগে নাই আকাশৰ পৰা সৰি পৰা বজ্ৰ পাতলৈ ভয় লাগে। নাই প্ৰলয় বায়ুৰ কোবাল ৰূপত দপ্ দপ্ কৰি জ্বলি উঠা অগ্নিলৈ ভয় কেৱল মোৰ ইন্দ্ৰিয়ৰ দ্বাৰা বশীভূত বিষয় বাসনালৈহে ভয় লাগে।[5] এই অস্থিৰ বিষয় — আমাৰ সুখ আৰু সম্পত্তিৰ বিনাশক যি সংসাৰ ধনক অন্তঃ শূণ্য আৰু মায়া সদৃশ যিনেকি জীৱনৰ আশা কালতে মানুহৰ মনক চঞ্চল কৰি দিয়ে যেতিয়া সেই বিলাকে মনটো গ্ৰাস কৰিব তেতিয়া আৰু কবলৈ কি থাকে?[6] মৰ্ত্ত্যলোকনো কি দিব্যলোকতও বিষয় বাসনাত লিপ্তজনেও সন্তোষ আৰু সুখ লাভ কৰিব নোৱাৰে। যেনেদৰে ইন্ধনৰ দ্বাৰা বায়ু প্ৰেৰিত অগ্নি কেতিয়াও তুষ্টি নহয় ঠিক সেইদৰে বিষয় বাসনাত কামনা ৰখা জনৰ কেতিয়াও তৃষ্ণা দূৰ নহয়।[7] 'বিষয় বাসনাতকৈ সংসাৰত আন বিপদ একো নাই অবিদ্যা মায়াতলীন হৈ থকাৰ কাৰণেহে মানুহ সেই ফালে অনুৰক্ত হ'য়। এবাৰ বিষয় বাসনাৰ প্ৰতি ভয় খোৱা কোন এনে বুদ্ধিমান ওলাব পুনৰ সেই কামনা কৰিব?[8] 'সমুদ্ৰৰ দ্বাৰা আবেষ্টিত সিপাৰৰ গোটেই পৃথিবী জয়ী কৰিলেও ৰজাই সমুদ্ৰৰ দ্বিতীয় পাৰটোও লাভ কৰিবলৈ কামনা কৰে। যেনেকৈ সমুদ্ৰই নিজৰ বুকুত বিলীন হোৱা নদী বিলাকক লৈ সন্তুষ্ট নহ'য়। ঠিক তেনেদৰে মানুহেও কেতিয়াও বিষয় বাসনাত তৃপ্তি অনুভৱ নকৰে।[9]

'আকাশৰ পৰা স্বৰ্ণ বৰষুণ ৰূপে পৰিলেও চাৰিওখন সমুদ্ৰক জয়ী কৰিলেও, চন্দ্ৰৰ আধা ৰাজ্য হস্তগত কৰিও ৰজা মান্ধাতাও বিষয় বাসনাত অতৃপ্ত হৈয়ে থাকিল।[10] যেতিয়া ইন্দ্ৰই বৃত্ৰৰ ভয়ত নিজকে নিজে লুকাই ৰাখিলে সেই সময়তো নহুষে স্বৰ্গলোকৰ সুখ ভোগ কৰিও অহংকাৰৰ বশীভূত হৈ ঋষি বিলাকৰ পৰা নিজৰ পাল্কী উঠাই আনিলে যদিও বিষয় বাসনাত অতৃপ্ত হৈ থাকিল।[11] এই বিষয় ভোগত লিপ্ত নামধাৰী শত্ৰু সকলক কোনে অভিনন্দন কৰিব যি বিলাকে এনে সকল ঋষিক নিজৰ অধীনত ৰাখিবলৈ যত্ন কৰিছিল যিনেকি আন পুৰুষাৰ্থহে কৰিছিল যি গছৰ বাকলি বসন ধাৰণ কৰিছিল যি ফল মূল খায়েই জীৱন অতিবাহিত কৰিছিল আৰু যাৰ সাপৰ দৰে দীঘল দীঘল জঁটা আছিল। 'বিষয় বাসনাত আসক্ত মনুষ্যই যেতিয়া উপাৰ্জন কৰিব যি সংযমী তেওঁৰ কাৰণে এয়ে যোগ্য যে তেওঁ বিলাকে কেতিয়াও বিষয়বাসনাৰ কাম নাচাপে। বিষয় বাসনাত আসক্ত মানুহৰ কাৰণে বিষয়

সম্বন্ধীয় সফলতাও বিপদজনক, যিহেতু ইপ্সিত বিষয় লাভ কৰিলেও, তাক লৈ মদমত্ত হৈ যায় আৰু যি কৰিব নালাগে তাকো কৰে, আৰু তাত অসহ্য যন্ত্ৰনা ভোগ কৰিও কেৱল দুখহে ভোগ কৰে।" এই কাম বাসনাক যিমান পাৰে সুৰক্ষিত কৰিবৰ কাৰণে যত্ন কৰিলেও যি বিলাক বিষয়ী, বঞ্চনা হোৱাৰ পিচত, য'ৰ পৰা আহে তালৈ আকৌ ঘূৰি যায় যি অলপ দিনৰ কাৰণে ঋণ লোৱাৰ নিচিনা হ'য় কোন বুদ্ধিমান সংযমী মানুহে এই বিলাকত আনন্দ লাভ কৰিব পাৰিব? '

'এই কাম বাসনা উল্কাৰ দৰে এই বিলাকৰ পিছে পিছে ঘূৰি থাকিলে এই পিপাসা বৃদ্ধিৰ কাৰণ হৈ পৰে, কোন সংযমী বুদ্ধিমান মানুহে এই বিলাক লাভ কৰি সন্তুষ্টি হ'ব?" এই কাম বাসনা বিলাক পেলাই দিয়া মাংসৰ নিচিনা যিনেকি বজাৰ পৰা ধৰি সকলোৱেই দুখ যান্ত্ৰনাৰ ভাগী হয়। কোন বুদ্ধিমান সংযমী মানুহে এই বিলাক লাভ কৰি সুখ অনুভব কৰিব? 'যি বিলাক সংযমী মানুহ এই বিলাক কাম বাসনাত ডুব যায় এই বিলাকে তেওঁৰ সুখ হৰণ কৰি নিয়ে আৰু তাৰ বিনাশৰ কাৰণ হ'য় এওঁ বিলাক ক্ৰোধী সৰ্পৰ নিচিনা হ'য় গতিকে কোন বুদ্ধিমানসংযমী মানুহে এই বিলাক লাভ কৰি সন্তুষ্ট হ'ব? 'যি বিলাক কাম বাসনাক ভোগ কৰিলেও তেওঁ বিলাকে তৃপ্তি নাপায় যেনেকৈ এটা কুকুৰে হাড় চুপিলে শুকান হাড় চোবোৱাৰ সমান হয় এনে স্থিতিত কোন বুদ্ধি মান সংযমী মানুহে ইয়াক পাই সন্তুষ্ট হ'ব? যি বিষয় বাসনাৰ কামান্ধ যি বিষয় বাসনাৰ আশাৰ দাস, তেও এই সংসাৰত মৃত্যু দুখৰ অধিকাৰী হয়। ' গীত শুনি হৰিণে বিনাশ মাতি আনে চাকিৰ পোহৰত গৈ ফৰিঙে নিজৰ জীৱন আহুতি দিয়ে মাংস লোভী মাছে লোহাৰ বৰশী গিলি দিয়ে এই কাৰণে সংসাৰৰ কাম ভোগ অৱশেষত বিনাশৰ কাৰণেই হয়। '

স্বাভাবিক ভাৱে যদিও কোৱা যায় 'কামভোগ ভোগৰ কাৰণেহে যদি ইয়াক বিচাৰ কৰি চোৱা যায় তেতিয়া ইয়াত কোনো ভোগ্য পদাৰ্থ নাই ভাল ভাল কাপোৰ আৰু সেইদৰে ধুনীয়া বস্তু বিলাকো অতি অধিক দুখৰ নিমিত্ত মাত্ৰ।' পানী তৃষ্ণা দূৰ কৰাৰ নিমিত্ত মাত্ৰ ভোজন পেটৰ ভোক নিবাৰণৰ কাৰণে ঘৰ-বায়ু, ৰ'দ আৰু বৰ্ষাৰ পৰা বচাৰ কাৰণে আৰু বস্ত্ৰ শীতৰ পৰা ৰক্ষা কৰিবৰ কাৰণে তথা বস্ত্ৰ নগ্নতা ঢাকিবৰ কাৰণে। ' এইদৰে শৰ্য্যা নিন্দা তৃপ্তিৰ কাৰণে বাহন হৈছে যাত্ৰাপথৰ ভাগৰ পলুৱাবৰ কাৰণে, আসন থিয় হৈ থকাৰ পৰা ভাগৰ পেলাবলৈ সেইদৰে স্নান শৰীৰ শুদ্ধি আৰু স্বাস্থ্যৰ সাধনৰ কাৰক মাত্ৰ হে। ' 'যিমান বিলাক বাহ্যিক পদাৰ্থ আছে সেই সকলো বিলাক মানুহৰ দুখ হৰণৰ সাধন মাত্ৰ - সেইয়া কোনো ভোগ্য পদাৰ্থ নহয় : কোন বুদ্ধিমান মানুহে এই বিলাক দুখ দূৰ কৰাৰ সাধন বিলাকক ভোগ্য বস্তু বুলি ভাবি ভোগ কৰিব? ' যি মানুহে সন্নিপাত জ্বৰত গ্ৰস্ত হৈ ঠাণ্ডা পট্টীক ভোগ্য বস্তু বুলি ভাবে - সি কেৱল বেদনা নাইকিয়া কৰাৰ উপায় মাত্ৰ সেই মানুহে এই কাম বাসনা সমূহক ভোগ্য বস্তু বিলাকৰ নাম দিব পাৰিবনে?'

কিয়নো সকলো কাম বাসনা অনিত্য এই কাৰণে মই সেই বিলাক ভোগ্য বস্তু বুলি মানিব নিবিচাৰো। যি স্থিতি সুখ দায়ক বুলি ভবা যায় সেয়ে দুখ কাৰকো হৈ যায়। ' গৰম কাপোৰ আৰু সুগন্ধিত ৰ'দ শীতকালৰ ঋতুত সুখ দিয়ে, কিন্তু গ্ৰীষ্ম ঋতুত সেয়ে

অপ্ৰিয় লাগে চন্দ্ৰৰ কিৰণ আৰু চন্দৰলেপ গৰম কালি আমোদ দিয়ে সেয়ে শীত কালত অপ্ৰিয় লাগে।[১] কিয়নো সংসাৰত সকলো বস্তুৱেই - লাভ, হানি যশ- অপযশ সুখ-দুখ আদি এই দ্বন্দ্ব বিলাকৰ অধীন। এই কাৰণে কোনো মানুহেই নাই সদায় সুখী আৰু নাই কোনো মানুহেই সদায় দুখী।[২] মই যেতিয়া এই সুখ-দুখৰ মিশ্ৰণ দেখিবলৈ পাও তেতিয়া মই ৰাজ্য আৰু দাসতা এই দুয়োটাকে একে বুলিয়েই ভাবো। কিয়নো নাই ৰজাই সদায় হাঁহি থাকে নাই দাসতাই সদায় কান্দি থাকে।[৩]

কিয়নো ৰজাৰ ওপৰত বিশেষ দায়িত্ব থাকে। সেই কাৰণে ৰজাৰ চিন্তা বেছি থাকে। যিহেতু ৰজাৰ কাপোৰ অডা খুটিৰ দৰে তেওঁ আনৰ কাৰণেই কষ্ট সহ্য কৰিব লগাত পৰে।[১] যিজন ৰজাই নিজৰ ৰাজ্যৰ ওপৰতে অত্যধিক নিৰ্ভৰ কৰে তেও দুৰ্ভগীয়া যি এদিন নহয় এদিন ত্যাগ দিব লগাত পৰে আৰু যি বক্ৰ গতিকহে ভাল পায় অন্যহাতেদি ৰজাই যদি ৰাজ্যশ্ৰিত নহয় তেতিয়া এনে কায়ৰ ৰজাই সুখ কেনেকৈ পাব?[১] 'আৰু যিহেতু গোটেই পৃথিবীৰ ৰাজ্য বিলাক জয়ী কৰিলেও ৰজা মাত্ৰ একেখন ৰাজ্যতেই থাকিব লাগিব আৰু সেই ৰাজাৰ একেটা মহলতে শুব লাগিব। বাকী সকলো বিলাক কিয় আনৰ কাৰণে নহয়।[২] 'আৰু ৰজাক মাত্ৰ এযোৰ কাপোৰেই হে লাগে আৰু ভোজনৰ কাৰণে অলপ আহাৰ থিক সেইদৰে এখন বিচনা আৰু এখন আসনৰহে আৱশ্যক হ'য় বাকী বিলাক কেবল বিলাসৰ কাৰণেহে।[৩] "ইমান বিলাক পায়ো যদি মানুহ সুখী হ'ব নোৱাৰে তেনে মই বিনা ৰাজ্য লাভতেই সন্তুষ্ট। আৰু যদি কোনোবাই এই বিলাক নোহোৱাকৈয়ে সন্তুষ্ট থাকে তেতিয়া হ'লে এই বিলাক কি অৰ্থহীন নহ'য়নে?[৪] 'যিজন মঙ্গল কাৰী পথৰ পথিক সেইজন কাম ভোগ প্ৰলোভনৰ যোগ্য নহয়। যি মৈত্ৰীৰ কথা আপুনি ঘোষণা কৰিছে আৰু আপুনিযেই কওঁকচোন বাৰু? মই বাৰে বাৰে সুধিব বিচাৰো যে কোন বিলাক বিষয় বাসনাত বাৰু সাৰ্থকতা আছে, সাৰ আছে?[৫]

মই কোনো ৰোষত পৰি গৃহত্যাগ কৰা নাই মোক কোনো শত্ৰুৱে মোৰ শিৰৰ মুকুট বাণ মাৰি খহাই দিয়া নাই মোৰ কোনো ফলৰ আকাংক্ষা নাই যি বিলাকৰ কাৰণে মই আপোনাৰ প্ৰস্তাবৰ প্ৰতি অভিনন্দন জনাব পৰা নাই।[৬] এবাৰ কোনো ভয়ানক ক্ৰোধী সৰ্পৰ পৰা বাচি আহি পুনৰ যদি তাকেই আকৌ পাবলৈ যত্ন কৰো আৰু যি এবাৰ জোৰেৰে জ্বলি উঠা তৃষ্ণাগ্নিৰ পৰা বাচি আহি পুনৰ তাতে আকৌ পৰিবলৈ ইচ্ছা কৰো থিক তেনেদৰে যি এবাৰ কাম বাসনাৰ পৰা বাচি আহি পুনৰ সেই বাসনালৈ কোনে ইচ্ছা কৰিব।[৭] যি দেখি শুনিও কোনোৱে অন্ধৰ লগত ঈৰ্ষা কৰে যি মুক্ত হৈয়ো যদি পুনৰ বান্ধ খাবলৈ ইচ্ছা কৰে যি ধনী হৈয়ো দৰিদ্ৰৰ প্ৰতি ঈৰ্ষাকৰে যি স্বাস্থ্যবান হৈ পাগলৰ প্ৰতি ঈৰ্ষা কৰে মই কও এনে বিলাক ব্যক্তিয়েহে কেৱল বিষয়াসক্তৰ প্ৰতি ঈৰ্ষা কৰিব পাৰে।[৮] 'মিত্ৰ' যি ভিক্ষাজীৱি তেওঁ কেতিয়াও দয়াৰ পাত্ৰ ন'হয়। সেই জনে এই সংসাৰতে পৰম সুখ লাভ কৰে শান্তি লাভ কৰে আৰু ভৱিষ্যতৰ কাৰণেও তেওঁৰ সকলো দুখৰ অন্ত পৰিব।[৯] 'কিন্তু তেৱেঁই দয়াৰ পাত্ৰ যি বিশাল ধনৰাশিৰ মাজত সোমাই থাকিও তৃষ্ণাৰ বশীভূত হৈ থাকে যিজনে এই লোকত পৰম সুখ লাভ কৰিব নোৱাৰে। শান্তি লাভ কৰিব নোৱাৰে

কেতিয়াও তেওঁৰ দুখৰ অন্তনপৰে। [১] 'যি কথা তুমি মোক ক'লা সেইয়া তোমাৰ শীল, তোমাৰ জীৱন চৰ্য্যা আৰু তোমাৰ কুলৰ অনুৰূপ। কিন্তু নিজৰ নিশ্চয়তাত দৃঢ় হৈ থকা মোৰ শীল মোৰ জীৱন চৰ্য্যা মোৰ কুলৰেই অনুৰূপ। [১১]

## ৪ গৌতমৰ উত্তৰ (সমাপ্ত)

'মই সংসাৰৰ কাজিয়া বিলাকক লৈ দুখীত। মই শান্তিৰ অনুসন্ধানত আছো। মই দুখৰ অন্ত পেলাবৰ কাৰণে এই পৃথিৱীৰ ৰাজহে নালাগে দিব্যলোকৰ ৰাজ্যও কামনা নকৰো।[১] 'আৰু হে ৰাজন! তুমি কৈছা যে মানুহৰ ধৰ্ম অৰ্থ আৰু কাম এই তিনিটাই হৈছে পুৰুষাৰ্থ আৰু তুমি এইটোও কৈছা যে মই দুখৰ মাৰ্গত আহিছো, কিন্তু তোমাৰ এই তিনিওটা পুৰুষাৰ্থই অনিত্য আৰু অসন্তোষৰ কাৰক। "আৰু যি কৈছা যে 'বাৰ্দ্ধক্য অহালৈকে বাট চাই থাকিব লাগে কাৰণ তাৰুণ্যৰ কোনো থিক নাই' আপোনাৰ এই বক্তব্য সুনিশ্চিত নহ'য তৰুণ অৱস্থাতো দৃঢ়তা হ'ব পাৰে আৰু বাৰ্দ্ধক্য অৱস্থাতো হয়তো দৃঢ়তা নহ'ব পাৰে।'[৩] "আৰু মৃত্যুৱে যিকোনো মুহুৰ্ত্ততে কোনোবাৰ জীৱন লৈ ল'ব পাৰে। তেনেস্থলত শান্তি বিচাৰি ফুৰা কোনো বুদ্ধিমানে বাৰ্দ্ধক্যৰ কাৰণে কেনেদৰে প্ৰতীক্ষা কৰি থাকিব পাৰে। তেওঁ যেতিযা এইটোও নাজানে যে মৃত্যু কোন সময়ত আহি দুৱাৰ ডলিত ভৰি দিয়েহি।[৪] যেতিযা বাৰ্দ্ধক্যৰূপী অস্ত্ৰ হাতত লৈ, ৰোগৰূপী তীঁৰ চাৰিওফালে মাৰি মৃত্যুযে প্ৰাণীক গিলিবৰ কাৰণে যেতিয়া প্ৰস্তুত হ'য় আৰু প্ৰাণীও তাৰ মুখলৈ এনেদৰে যায় হৰিণ জংঘলৰ ফালে দৌৰে তেতিয়া কোনোবাই দীৰ্ঘায়ুৰ কামনা কৰিব পাৰে জানো?[৫]

'লাগিলে তৰুণেই হওঁক লাগিলে বৃদ্ধই হওঁক আৰু প্ৰত্যেকৰ কাৰণে এয়ে যোগ্যতা যে তেওঁ কৰুণাৰ ধাৰ্মিক পথৰ প্ৰতি যাতে অগ্ৰসৰ হ'য়।[৬] "আৰু যিমানদূৰ তুমি ক'ব বিছাৰিছা যে মই যজ্ঞ কৰিবৰ কাৰণে অপ্ৰমাদী হওঁ কিয়নো এইয়া মোৰ কুলৰ অনুকুল আৰু মহান ফলৰ অধিকাৰী তেনে যজ্ঞৰ প্ৰতি নমস্কাৰ, কাৰণ যি যজ্ঞত নিৰীহ প্ৰাণী বিলাকৰ বধ হ'য়।[৭] "ভৱিষ্যত ফল ভোগৰ নিমিত্তে কোনো প্ৰাণী হত্যা কৰাতো শীলসম্পন্ন মানুহৰ পক্ষে উচিত নহ'য়, লাগিলে সেই যজ্ঞৰ ফল অনন্ত কালীন কিয় নহওঁক।[৮] 'আৰু যদি এইটো স্বীকাৰ কৰি লোৱা নাযায় যে আত্ম সংযমৰ সদাচাৰ আৰু কামোত্তেজনা উৎপন্ন কৰাতো স্বধৰ্মৰ অনুকৰণ মাত্ৰ যদিও যাজ্ঞিক হোৱাতো থিক নহয, কিয়নো যজ্ঞৰ ধৰ্ম অনুসৰি অত্যাধিক ফল পশু হত্যা কৰিলেহে পায়নে কি? 'আনৰ দুখ দেখি এই জন্মতে মানুহে যি সুখ লাভ কৰে সেইয়া কোনো কাৰুণিক

বুদ্ধিমান মানুহৰ কাৰণে কাম্য নহ'লেও পুনৰ কোনো অদৃশ্য আন লোকৰ যি সুখৰ কথা কোৱা যায় সেই বিলাকৰ বিষয়েতো কথাই নাই?[১০]

"মই আকৌ জন্ম হৈ কোনো ফলৰ আশাৰে কোনো কৰ্ম কৰাৰ পক্ষ পাতি নহওঁ, হে ৰাজন। মোৰ মনে ভৱিষ্যত জীৱনৰ কল্পনাত সুখ নাপায়, যিহেতু এনে বিলাক কৰ্মৰ দিশ এনেদৰে অনিশ্চিত আৰু অস্থিৰ যেনেকৈ বৃক্ষই মেঘৰ বৰষুণৰ দ্বাৰা পুলিক ৰক্ষণা বেক্ষনা দিয়া প্ৰতাৰণাৰ দৰে।" ৰজাই যেতিয়া হাতযোৰ কৰি ক'লে - আশা কৰো বিনা বাধাই আপোনাৰ উদ্দেশ্য সফল হওঁক। যেতিয়াই আপোনাৰ জীৱনৰ উদ্দেশ্য পূৰণ হৈ যাব তেতিয়া আমাৰ ফালে আহিবৰ কাৰণে যাতে অনুগ্ৰহ কৰে।[২] গৌতমক পুনৰ নিজৰ ৰাজ্যলৈ আনিবৰ কাৰণে বচন বদ্ধ কৰি নিজ দৰবাৰী সকলৰ সহিত ৰজাই নিজ মহললৈ গুছি গ'ল।

## ৫ শান্তিৰ খবৰ

যেতিয়া গৌতমে এটা কুটীৰ বনাই ৰাজগৃহত থাকিবলৈ ল'লে তেতিয়া তালৈ পাঁচজন পৰিব্ৰাজক আহিল আৰু তেওঁ বিলাকেও তেওঁৰ ওচৰতে এটা কুটীৰ সাজি থাকিবলৈ ধৰিলে। এই পাঁচজন পৰিব্ৰাজকৰ নাম আছিল ক্ৰমে - কৌণ্ডিন্য, অশ্বজিত বাষ্প মহানাম তথা ভদ্ৰিক। এওঁ বিলাক গৌতমৰ প্ৰতি প্ৰভাবিত হ'ল আৰু ভাবিবলৈ ধৰিলে যে এওঁৰ প্ৰব্ৰজ্যাৰ মূল কাৰণ কি হ'ব পাৰে? ৰজা বিম্বিসাৰৰ দৰেই তেওঁ বিলাকেও এই বিষয়ে প্ৰশ্ন কৰিলে। যেতিয়া তেওঁ গোটেই পৰিস্থিতি বুজাই কলে যে তেওঁ প্ৰব্ৰজিত হ'বলৈ কাৰণ বিচাৰি পালে তেওঁ বিলাকে ক'লে হ'য আমি শুনিলো কিন্তু তুমি জানানে তুমি গুছি যোৱাৰ পিচত পৰিস্থিতি কেনে হৈছিল?[১১] সিদ্ধাৰ্থৰ উত্তৰ আছিল, 'নাই । তেতিয়া তেওঁ বিলাকে ক'লে যে তেওঁ গুছি অহাৰ পিচত কোলিযৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ শাক্য বিলাকে আন্দোলন আৰম্ভ কৰি দিলে।

পুৰুষ মহিলা ল'ৰা ছোৱালী বিলাকে শোভাযাত্ৰা কৰিলে। তেওঁ বিলাকে ধ্বনি দিলে যে কোলিয় আৰু শাক্য পৰস্পৰে পৰস্পৰৰ ভাই ককাই ভায়েকে ককায়েকৰ প্ৰতি অস্ত্ৰ উঠোৱাতো অনুচিত গৌতমৰ জ্বলি উঠা ৰাজ্যৰ কথা মনত পেলোৱা।' আন্দোলনৰ পৰিণাম এনে পৰ্য্যায়লৈ আহিল যে শাক্য সকলে এখন সভাপাতি নিজৰ নিৰ্ণয়ৰ ওপৰত বিচাৰ কৰিব লগাত পৰিল। এই সময়ত কোলিয় সকলৰ পক্ষে বহুমত প্ৰদান কৰি সন্ধিকৰাৰ সপক্ষে মত দিলে। শাক্য সংঘই পাঁচজন দূত নিয়োগ কৰি সিদ্ধান্ত কৰিলে যে কোলিযৰ সপক্ষে সন্ধি ক ৰাৰ প্ৰস্তাৱ চলাব লাগে।কোলিয় বিলাকে

এই সংবাদ পাই বৰ আনন্দ পালে। তেওঁ বিলাকেও পাঁচজন দূত নিয়োগ কৰি শাক্যলৈ সন্ধি বাৰ্ত্তা পঠাবৰ কাৰণে সিদ্ধান্ত কৰিলে। দুয়োফালৰ দূতে পৰস্পৰ লগহৈ সিদ্ধান্ত কৰিলে যে এখন স্থায়ী পঞ্চায়ত নিয়োগ কৰিব লাগে আৰু ৰোহিনী নদীৰ পানীক লৈ যদি কেতিযাবা বাদ বিবাদ থিয় হয় তেতিয়া এই পঞ্চায়তেই মীমাংসা কৰি দিব। এই দৰে যুদ্ধৰ আশংকা চিৰদিনৰ কাৰণে শান্ত হৈ গ'ল।

কপিলাবস্তুত যি ঘটনা ঘটিল সকলো বিলাক বিৱৰি কোৱাৰ পিচত পৰিব্ৰাজক সকলে ক'লে - এতিয়া তুমি পৰিব্ৰাজক হৈ থকাৰ কোনো আৱশ্যক নাই। তুমি এতিয়া পৰিয়াল বৰ্গৰ ওচৰলৈ ঘূৰি যাব পাৰা।" সিদ্ধাৰ্থৰ উত্তৰ হ'ল - এই শুভ খবৰ শুনি মই বৰ আনন্দিত হৈছোঁ। এইয়া মোৰ কাৰণে বিজয়। কিন্তু মই ঘৰলৈ উভতি নাযাওঁ। মই পৰিব্ৰাজক হৈ থকাটোৱেই মোৰ কামনা।" গৌতমে সেই পাঁচজন পৰিব্ৰাজকক সুধিলে তোমালোকৰ অভিপ্ৰায কি?" তেওঁৰ উত্তৰ আছিল - "আমিও তপস্যা কৰিম বুলিয়েই ভাবিছো। তুমিও কি আমাৰ লগত সহযোগ কৰিব নিবিচাৰা নে?' সিদ্ধাৰ্থই ক'লে - 'লাহে লাহে প্ৰথমে মই বেলেগ পথৰ পৰীক্ষা কৰিব লাগে।" তেতিয়া পাঁচোজন পৰিব্ৰাজক গুছি গ'ল।

## ৬ সমস্যাৰ নতুন পৃষ্ঠ-ভূমি

পাঁচজন পৰিব্ৰাজকৰ দ্বাৰা অনা এই খবৰে শাক্যে আৰু কোলিয়ৰ মাজত হ'ব লগীয়া যুদ্ধ খন শাম কাটিলে। গৌতমক এই কথাই বিশেষ অশান্তি কৰি তুলিছিল। অকলশৰীয়া হৈ যোৱাৰ কাৰণে তেওঁ চিন্তাত পৰি গৈছিল আৰু এতিয়া পৰিব্ৰাজক হৈ থকাতো তেওঁৰ কাৰণে কোনো উচিত কাৰণ হ'ল জানো ? তেওঁ নিজকে প্ৰশ্ন কৰিলে - তেওঁ নিজ ইষ্ট কুটুম্ব আৰু বন্ধু বান্ধৱক এৰি কিয় গুছি আহিল? তেওঁ গৃহ ত্যাগ এই কাৰণেই কৰিছিল কিয়নো তেওঁ যুদ্ধৰ বিৰোধী আছিল। "এতিয়া যেতিয়া যুদ্ধ সমাপ্ত হৈ গ'ল, এতিযাও কি মোৰ কাৰণে কোনো সমস্যা বাকী থাকি গ'লনে কি ? যুদ্ধ শেষ হোৱাৰ লগে লগে কি মোৰ সমস্যাও শেষ হৈ গ'লনে কি?" গভীৰ ভাৱে বিচাৰ কৰি তেওঁ উত্তৰ পালে - নাই। যুদ্ধৰ সমস্যা অনিবাৰ্য্য ৰূপে বিৰুদ্ধৰ সমস্যা। ই এক ডাঙৰ সমস্যাৰ অঙ্গ এটা মাত্ৰ।

'এই বিৰুদ্ধ কেৱল যে জাতীয় আৰু ৰজাৰ মাজতে বিদ্যমান এনে নহ'য়, এই বিৰোধ এই সংঘৰ্ষ বিদ্যমান হৈ আছে ক্ষত্ৰিয় বিলাকৰ মাজত, ব্ৰাহ্মণ সকলৰ মাজত পুত্ৰ আৰু মাকৰ মাজত পিতা আৰু পুত্ৰৰ মাজত ভনীয়েক আৰু ককায়েকৰ মাজত

তথা লগৰীয়া বিলাকৰ মাজত। জাতিয়ে জাতিযে হোৱা সংঘৰ্ষ মাজে মাজে হৈ থাকে কিন্তু বৰ্গৰ মাজত যি সংঘৰ্ষ হয় সেইয়া স্থায়ী আৰু অবিৰাম লাগি থাকে। সংসাৰত কষ্ট আৰু দুখৰ মূলতে হৈছে এই বৰ্গ সংঘৰ্ষ। এইটো সত্য কথা যে মই যুদ্ধৰ কাৰণেই ঘৰ ত্যাগ কৰিছিলো। কিন্তু শাক্য আৰু কোলিয়ৰ মাজত হোৱা যুদ্ধৰ সমাপ্তিৰ পিচতো মই ঘৰলৈ ঘুৰি যাব পৰা নাই। মই দেখিছো মোৰ সমস্যাই ব্যাপক ৰূপ ধাৰণ কৰিলে। মই এই সামাজিক সংঘৰ্ষৰ সমস্যা সমাধানৰ উপায উলিযাবই লাগিব। পুৰণি পৰম্পৰাগত দৰ্শনৰ লগত সামাজিক সংঘৰ্ষৰ সমস্যাৰ সমাধান আছেনে নাই আৰু যদি আছে কেনেকৈ? আমি কি এই বিলাক সামাজিক দৰ্শনৰ কোনো এটাক উচিতবুলি ভাবিমনে? তেওঁ প্ৰত্যেক পৰম্পৰাৰ প্ৰত্যেকমতৰ নিজে পৰীক্ষা কৰিবৰ কাৰণে সিদ্ধান্ত কৰিলে।

---

পৃষ্ঠা সংখ্যা ৪১ ০ ১ ২ ৩ ৪ অশ্বঘোষ কৃত বুদ্ধ চৰিত।
সৰ্গ ১০ শ্লোক ৪ ৫, ৬ ৮।
পৃষ্ঠা সংখ্যা ৪২ ১ ২ ৩ ৪ ৫ বুদ্ধচৰিত সৰ্গ ১০ শ্লোক ১৩ ১৪ ১৫ ১৬ ১৭।
পৃষ্ঠা সংখ্যা ৪৩ ১ ২ ৩ ৪ ৫ ৬ ৭ ৮, ৯ ১০ বুদ্ধচৰিত
সৰ্গ ১০ঃ শ্লোক ১৭ ১৮ ২২, ২৩ ২৪ ২৫ ২৬ ২৭, ২৮ ৩০।
পৃষ্ঠা সংখ্যা ৪৪ ১ ২ ৩ ৪ ৫, ৬ ৭ ৮ বুদ্ধচৰিত সৰ্গ ১০
শ্লোক ৩৪ ৩৫ ৩৬ ৩৭ ৩৮ ৩৯ ৪০ ৪১।
পৃষ্ঠা সংখ্যা ৪৫ °১ ২ ৩ ৪, ৫, ৬ ৭ ৮ ৯ ১০ বুদ্ধচৰিত সৰ্গ ১১
শ্লোক ২ ৩ ৪ ৬ ৮, ৯ ১০ ১১ ১২, ১৩।
পৃষ্ঠা সংখ্যা ৪৬ ১ ২ ৩ ৪ ৫, ৬ ৭, ৮ ৯, বুদ্ধচৰিত্ৰ সৰ্গ ১১ ০
শ্লোক ১৪ ১৭ ১৮, ২১, ২২, ২৩, ২৫, ৩৪ ৩৫।
পৃষ্ঠা সংখ্যা ৪৭ ঃ১, ২ ৩ ৪, ৫, ৬, ৭ ৮, ৯, ১০, বুদ্ধচৰিত্ৰ সৰ্গ ১১
শ্লোক ৩৬ ৩৭ ৩৮, ৩৯ ৪০ ৪১, ৪২, ৪৩, ৪৪ ৪৫।
পৃষ্ঠা সংখ্যা ৪৮ ঃ১ ২ ৩, ৪, ৫, ৬ ৭ ৮, ৯ ১০, ১১ বুদ্ধচৰিত সৰ্গ ১১
৪৬ ৪৭, ৪৮, ৪৯, ৫০, ৫১ ৫২, ৫৩, ৫৪, ৫৫ ৫৬।
পৃষ্ঠা সংখ্যা ৪৯ ১ ২ ৩ ৪ ৫ ৬ ৭ ৮, ৯, ১০, বুদ্ধচৰিত সৰ্গ ১১ ০
৫৭ ৫৮ ৬০ ৬১ ৬২, ৬৩ ৬৪, ৬৫, ৬৬, ৬৭।
পৃষ্ঠা সংখ্যা ৫০ ঃ১ ২ বুদ্ধচৰিত সৰ্গ ১১ ঃ ৬৮ ৭২।

---

## তৃতীয় ভাগ

## নতুন পোহৰৰ সন্ধানত

### ১ ভৃগু আশ্ৰমত ক্ষন্তেক পৰ

আন পন্থা বিলাকৰ পৰীক্ষাৰ কাৰণে সিদ্ধাৰ্থ গৌতমে আলাৰ কালামক সাক্ষাৎ কৰিবৰ নিমিত্তে তেওঁ ৰাজগৃহ ত্যাগ কৰিলে। ৰাস্তাত তেওঁ ভৃগু ঋষিৰ আশ্ৰম দেখিলে আৰু এনেয়ে চোৱাৰ উদ্দেশ্য তেওঁ আশ্ৰমত প্ৰৱেশ কৰিলে। আশ্ৰমৰ ব্ৰাহ্মণ নিবাসী সকলে জংঘলৰ পৰা খৰি লুৰি আনিছিল। তেওঁবিলাকৰ হাতত তপস্যাৰ সামগ্ৰী ফুল আৰু কুশ বন আছিল। তেওঁবিলাকে পোনে পোনে আশ্ৰমলৈ নগৈ বাহিৰে বাহিৰে সিদ্ধাৰ্থ গৌতমক চাবলৈ গ'ল। আশ্ৰমবাসীৰ পৰা সমুচিত আদৰ সৎকাৰ পাই সিদ্ধাৰ্থ গৌতমে আশ্ৰমৰ জেষ্ঠ সকলৰ প্ৰতি আদৰ সন্মান প্ৰদৰ্শণ কৰিলে। সেই মোক্ষকামী বুদ্ধিমানে সেই স্বৰ্গকামী তপস্বী সকলৰ বিচিত্ৰ ধৰণৰ তপস্যাৰ আৱ ভাৱ নিৰীক্ষণ কৰিবলৈ ধৰিলে। সুকোমল তপস্বীজনে সেই পবিত্ৰ বনত সেই তপস্বী সকলে বিভিন্ন ধৰণে তপস্যা কৰা দেখিবলৈ পালে। তপস্যাৰ ৰহস্য সন্ধানী শ্ৰেষ্ঠ জ্ঞাতা ভৃগু ব্ৰাহ্মনে তেওঁক সকলো প্ৰকাৰৰ তপস্যাৰ নিয়ম নীতিৰ বিষয়ে বুজালে আৰু তপস্যাৰ ফলৰ বিষযেও জ্ঞাত কৰিলে। পানীৰ পৰা উৎপন্ন বিনা অগ্নিৰ দ্বাৰা সিদ্ধ ভোজন, মূল আৰু ফল এয়েই হৈছে ধৰ্ম শাস্ত্ৰৰ অনুসৰি তপস্বী সকলৰ ভোজন। কিন্তু তপস্যাৰ ভিন্ন ভিন্ন ৰূপ আছে।

কোনোৱে কোনো পক্ষীৰ দৰে দানা বুটলি জীৱন নিৰ্বাহ কৰে, আন কিছুমানে হৰিণৰ দৰে ঘাঁহ বিচাৰি খায় আৰু তৃতীয় বিধে সাপৰ দৰে বায়ু ভক্ষণ কৰে। তেওঁ বিলাক যেন উঁই পৰুৱাৰ দৰে সজা সাপৰ বাহঁত হে বাস কৰে।[১] কোনোৱে আকৌ পাথৰৰ দ্বাৰাই বৰ কষ্টেৰে নিজৰ শৰীৰৰ পোষণ কৰিব বিচাৰে, কোনোৱে আকৌ দাঁতেৰে পিচি অন্ন খায়, কোনোৱে আকৌ আনৰ কাৰণে উতলাই দিয়ে, এই দৰে অৱশিষ্ট খিনিৰ ওপৰতহে নিজক পোষণ কৰিবলৈ চাই।[২]

'কোনোৱে আকৌ পানীত নামি নিজৰ জটাৰ দ্বাৰা অগ্নি দেৱতাক অৰ্ঘ্য অৰ্পণ কৰে, কোনোৱে অকৌ মাছৰ দৰে পানীত ডুবি থাকে। তেওঁ বিলাকৰ শৰীৰক কাছ বিলাকে আঁচুৰি থাকে ।[১]' এইদৰে বহুত দেৰি তপস্যাত কষ্ট স্বীকাৰ কৰিলে-অধিক কষ্ট সহ্য কৰিলে স্বৰ্গলোক, মধ্যম কষ্টৰ মাজেদি মৰ্ত্যলোক অৱশেষত সুখ লাভ কৰে। কোৱা যায় যে কষ্ট সহ্যই হৈছে পুণ্যৰ মূল।[২]

এই কথা বিলাক শুনি গৌতমে উত্তৰ দিলে-- ' কোনো এখন আশ্ৰম দেখাৰ সৌভাগ্য এয়াই মোৰ প্ৰথম। মই হ'লে তোমালোকৰ এই তপস্যাৰ ক্ৰম বিলাক বুজি পোৱা নাই। "এতিয়া মই ইয়াকেই ক'ব বিচাৰো। আপোনালোকৰ এই নিষ্ঠা স্বৰ্গলাভৰ কাৰণে, কিন্তু মোৰ ইচ্ছা হ'লে এনেধৰণৰহে সংসাৰৰ সুখৰ মূল কাৰণ কি আৰু ইযাক কি প্ৰকাৰে দূৰ কৰিব পাৰি তাৰ উপায় উলিওৱা। এতিয়া মই আপোনাৰ পৰা বিদায় ল'ব পাৰোনে? মই সাংখ্য দৰ্শনৰ জ্ঞান লাভ কৰিব বিচাৰো। আৰু যোগ বিধিৰ অভ্যাস কৰিব বিচাৰো, আৰু চাব বিচাৰো যে এই দুয়োটা পদ্ধতিয়ে মোৰ সমস্যাৰ সমাধানৰ ক্ষেত্ৰত কোনো প্ৰকাৰে সহায়ক হ'বনে কি? 'যেতিয়া মই ভাবো যে মই আপোনালোকৰ পৰা নিজৰ নিষ্ঠা সহকাৰে নিজৰ পথত অগ্ৰসৰ হে আছো, যি মোৰ কাৰণে ইমান সৌহাদ্যৰ পৰিচয় দাঙি ধৰিছে, এতিয়া বিদায় ল'ব লাগিব মোৰ এতিয়া বৰ দুখ লাগিছে এনেকুৱা দুখ যেন মোৰ সম্বন্ধীয় সকলক এৰি অহা সময়ৰ দুখ। মই যি এই বনৰ পৰা বিদায় লৈছো এইয়া আপোনাৰ কৃতিত্বৰ প্ৰতি বিতৃষ্ণাৰ কাৰণ নহয। যিহেতু আপোনালোক পূৰ্ব্বৰ ঋষি সকলৰ পথৰ অনুসৰণ কৰা মহান ঋষি গণ।

' মই এতিয়া আলাৰ কালামৰ ওচৰলৈ যাব বিচাৰিছো, যাক সকলোৱেই সুবিজ্ঞ বুলি জানে। তেওঁৰ সংকল্প শুনি আশ্ৰমৰ অধিপতি ভৃগুৱে ক'লে- "ৰাজকুমাৰ! তোমাৰ সংকল্প দৃঢ আৰু মহান। তুমি এজন সফল ডেকা হৈয়ো স্বৰ্গ সুখ আৰু মোক্ষৰ বিষয়ে গম্ভীৰ ভাৱে চিন্তা কৰিছা আৰু স্বৰ্গীয় সুখৰ পৰিবৰ্তে তুমি মোক্ষ লাভ কৰিব বিচাৰিছা। সচাঁকৈয়ে তুমি নিঃসন্দেহে বীৰ হোৱা। "তুমি যেনেদৰে কৈছা, যদি তোমাৰ সেযে দৃঢ় নিশ্চয় তেনে তুমি বিন্ধ্য প্ৰদেশলৈ যোৱা। তাতেই সেই মুনি আলাৰ কালাম থাকে যিনেকি নিৰপেক্ষ সুখৰ ৰহস্যৰ বিষয়ে জ্ঞাত। 'তেওঁৰ পৰা তুমি মাৰ্গৰ জ্ঞান পাই যাবা। কিন্তু মই যিমান দূৰ ভাবো তুমি তাতো নৰবা। তুমি তেওঁ বিলাকৰ সিদ্ধান্তৰ জ্ঞান লাভ কৰি আৰু আগবাঢ়ি যাবা।" গৌতমে তেওঁক ধন্যবাদ জনালে আৰু ঋষি মণ্ডলীৰ প্ৰতি আদৰ সংকাৰ প্ৰদৰ্শণ কৰি সিদ্ধাৰ্থই বিদাই ল'লে। তেওঁবিলাক ঋষি সকলেও তেওঁৰ প্ৰতি যথাযোগ্য আদৰ সন্মান যাঁচি পুনৰ তপস্থলীলৈ ৰাওনা হ'ল।

## ২ সাংখ্য পৰম্পৰাৰ অধ্যয়ণ

ভৃগুৰ আশ্ৰমৰ পৰা বিদায় লৈ গৌতমে আলাৰ কালামৰ আশ্ৰমৰ ঠিকনা লগাবৰ কাৰণে ওলাল। আলাৰ কালাম সেই সময়ত বৈশালীত থাকিবলৈ লৈছিল। গৌতম সেইফালে গ'ল। বৈশালী পাই তেওঁ তেওঁৰ আশ্ৰম পালেগৈ আলাৰ কালামৰ ওচৰত গৈ তেওঁ

ক'লে যে মই আপোনাৰ সিদ্ধান্ত আৰু অভ্যাসত দীক্ষিত হ'ব বিচাৰো। আলাৰ কালামে উত্তৰ দিলে —' তোমাক অভিনন্দন। মোৰ সিদ্ধান্ত হৈছে যে তোমাৰ নিচিনা বুদ্ধিমান ব্যাক্তিযে ইয়াক নিজে নিজে বুজিব পাৰে, মোৰ সিদ্ধান্তক সাক্ষাৎ কৰিব পাৰে আৰু সেই অনুসৰি জীৱন কটাব পাৰে। "নিশ্চয় তুমি ওখতকৈও ওখ শিক্ষা গ্ৰহণ কৰিব পৰা পাত্ৰ। আলাৰ কালামৰ এই শব্দ শুনি ৰাজকুমাৰ বৰ প্ৰসন্ন হ'ল। তেওঁ উত্তৰ দিলে — 'এই অসীম কৰুণাৰ কাৰণে আপুনি মোৰ প্ৰতি যি ভাব দেখুৱাইছে। দোষ হ'লেও মই ভাবো এইয়া নিৰ্দোষ।

"আপুনি কি মোক অনুগ্ৰহ কৰি আপোনাৰ সিদ্ধান্তৰ কথা ক'বনে? আলাৰ কালামে ক'লে – তোমাৰ শীলতা, তোমাৰ চৰিত্ৰ আৰু তোমাৰ দৃঢ় নিশ্চয়তাই মোৰ মনত এনে প্ৰভাব পেলাইছে যে তোমাৰ এই পাত্ৰত পৰীক্ষা কৰিবৰ কাৰণে কোনো পৰীক্ষাৰ দৰ্কাৰ নপৰে। "হে শ্ৰোতা সকলৰ মাজৰ শ্ৰেষ্ঠজন। আমাৰ সিদ্ধান্তখিনি শুনা।" তেতিয়া তেওঁ গৌতমক সেই সিদ্ধান্তৰ বিষয়ে অৱগত কৰিলে যে ই এসময়ত সাংখ্য দৰ্শন নামেৰে জ্ঞাত আছিল। প্ৰবচনৰ সমাপ্তিত আলাৰ কালামে ক'লে — "গৌতম! এয়েই হৈছে আমাৰ সিদ্ধান্ত। মই সাৰৰূপে তোমাক ক'লো। গৌতম আলাৰ কালামৰ স্পষ্ট ব্যাখ্যাত বৰ আনন্দ পালে।

## ৩ সমাধি মাৰ্গৰ অভ্যাস

যি সময়ত গৌতমে নিজৰ সমস্যা সমাধানৰ পথ বিচাৰি আছিল, তেতিয়া তেওঁ অনুভৱ কৰিছিল যে সমাধিত উপবিষ্ট হোৱাৰ প্ৰণালী তেওঁ কিয় বিচাৰি নলয়? ধ্যান মাৰ্গৰ তিনিটা প্ৰণালী সেই সময়ত প্ৰচলিত আছিল। তিনিওটা প্ৰণালীৰ ভিতৰত এটা কথা সমান আছিল। তিনিওটাৰ মান্যতা আছিল যে শ্বাস প্ৰশ্বাসৰ ওপৰত অধিকাৰ আহি গ'লে একাগ্ৰতা আহি পৰে। শ্বাসক নিজৰ অধীনত ৰাখিবলৈ (?) এটা পদ্ধতি আনাপানসতি কোৱা হৈছিল। শ্বাসকনিজৰ অধীনত ৰখাৰ এটা দ্বিতীয় প্ৰণালী আছিল প্ৰাণায়াম। ইয়াক শ্বাসলোৱাত তিনিটা ভাগত ভাগ কৰিছিল। (') পূৰক (ভিতৰলৈ শ্বাস টনা) কুম্ভক (শ্বাসক ভিতৰলৈ নোযোৱাকৈ বন্ধ কৰি ৰখা) ৰেচক (শ্বাসক বাহিৰলৈ উলিয়াই দিয়া) এইদৰে শ্বাসক নিজ অধীনলৈ আনাৰ তৃতীয় মাৰ্গক সমাধী মাৰ্গ বুলি কোৱা হৈছিল। আলাৰ কালাম ধ্যাণ মাৰ্গত পণ্ডিত আছিল। গৌতমে ভাবিলে যে এইটো ভাল হ'ব যে যদি আলাৰ কালামৰ ওচৰত এই বিষয়ে কিছু ধ্যান মাৰ্গৰ অভ্যাস কৰি লোৱা যায় । সেই কাৰণে তেওঁ আলাৰ কালামৰ লগত কথাবাৰ্তা পাতিলে আৰু

প্ৰাৰ্থনা কৰিলে যে তেওঁ যেন মোক অনুগ্ৰহ কৰি ধ্যান মাৰ্গৰ ওপৰত অভ্যাস কৰি দিয়ে।

আলাৰ কালামৰ উত্তৰ আছিল — 'বৰ আনন্দৰে।" আলাৰ কালামে তেওঁক ধ্যানমাৰ্গৰ বিধি শিকালে। তাৰ সাতোটা 'জখলা" আছিল। গৌতমে প্ৰতিদিনে সেই বিধিৰ নিয়মিত অনুশীলন কৰিবলৈ ধৰিলে। এই বিধিৰ ওপৰত পূৰা অধিকাৰ হৈ যোৱাৰ পিচত গৌতমে সুধিলে "আৰু শিকিবৰ কাৰণে আৰু কিমান বাকী? আলাৰ কালামৰ উত্তৰ আছিল— "মিত্ৰ। নাই, ইয়াৰ বাহিৰে আৰু মোৰ শিকাবলৈ ইয়াতকৈ অতিৰিক্ত একো নাই।" গৌতমে আলাৰ কালামৰ পৰা বিদায় ল'লে। গৌতমে উদ্দক ৰামপুত্ত নামেৰে এজন বেলেগ যোগীৰ বিষয়ে শুনিলে, যাৰ খ্যাতি আছিল যে তেওঁ এনে এটা ধ্যান বিধিৰ আৱিষ্কাৰ কৰিলে যি ধ্যানী আলাৰ কালামৰ বিধিত কৈও এখোপ ওপৰত। গৌতমে ভাবিলে যে এই বিধি শিকি যোগীয়ে অন্তিম অৱস্থালৈ যাব লাগে। সেই অনুসাৰে তেওঁ উদ্দক ৰামপুত্তৰ আশ্ৰম পালেগৈ আৰু তেওঁৰ কথা অনুসৰি যোগাভ্যাস আৰম্ভ কৰিলে।

কম সময়ৰ ভিতৰতে গৌতমে উদ্দক ৰামপুত্তৰ ওচৰত অষ্টম শ্ৰেণীলৈকে অধিকাৰ লাভ কৰিলে। উদ্দক ৰামপুত্তৰ ধ্যান বিধিক পূৰ্ণৰূপে হস্তগত কৰিবৰ কাৰণে গৌতমে তেওঁক সেই প্ৰশ্ন কৰিলে যিনেকি আলাৰ কালামৰ প্ৰতিসোধা হৈছিল — - আৰু কিবা শিকিবলৈ বাকী থাকিলনে? উদ্দক ৰামপুত্তৰ উত্তৰ আগৰ দৰেই আছিল-— 'মিত্ৰ। তোমাক শিকাবৰ কাৰণে ইয়াতকৈ অতিৰিক্ত আৰু মোৰ লগত একো নাই।' আলাৰ কালাম আৰু উদ্দক ৰামপুত্তৰ দুযোজন ধ্যানাচাৰ্য্য কোশল 'জনপদ ৰ মাজত প্ৰসিদ্ধ আছিল। কিন্তু গৌতমে শুনিছিল যে মগধ জনপদতো তেনেকৈয়ে ধ্যানাচাৰ্য্য আছিল। তেঁও ভাবিলে যে তেঁওৰ বিধি খিনিও শিকি লোৱাতো ভাল হ'ব।

সেই অনুসৰি গৌতম মগধলৈ গ'ল। তেওঁ দেখিবলৈ পালে যে তেওঁৰ ধ্যান বিধিও শ্বাসৰ ওপৰতহে নিৰ্ভৰ আছিল তথাপিতো যি ধ্যানবিধি কোশল জনপদত প্ৰচলিত আছিল, তাতকৈ কিছু ভিন্ন আছিল। এই ধ্যান বিধিৰ বিশেষতা এয়েই আছিল যে এই শ্বাস সৰ্বদাই নিৰোধ কৰি মনৰ একাগ্ৰতাক সম্পাদন কৰিছিল। গৌতমে এই বিধি শিকিলে। যেতিয়া শ্বাস বন্ধ কৰি মনক একাগ্ৰ কৰিবৰ কাৰণে প্ৰয়াস কৰিলে তেতিয়া তেওঁ দেখিলে যে তেওঁৰ কানৰ পৰা এটা ভীষণ শব্দ বাজ হ'ল আৰু তেওঁৰ মূৰটো এনেহেন লাগিল যেন কোনো চোকা চুৰিৰে মূৰটো ফালিহে পেলালে।এইটো বৰ কষ্ট

দাযক বিধি আছিল। কিন্তু গৌতমে এই কঠিন বিধিটোও আয়ত্ব কৰি ল'লে। এইদৰে তেঁও সমাধি মাৰ্গৰ অভ্যাস কৰিবলৈ ধৰিলে।

## ৪ তপস্যাৰ পৰীক্ষণ

গৌতমে সাংখ্য মাৰ্গ আৰু সমাধি মাৰ্গৰ পৰীক্ষণ কৰিলে। কিন্তু তপচৰ্য্যাৰ পৰীক্ষণ নকৰাকৈযে তেওঁ ভৃগুৰ আশ্ৰমৰ পৰা গুছি আহিল। তেওঁৰ এনেহেন লাগিল যে এই বিষয়ত তেওঁৰ নিজা অনুভৱ হব লাগে, যিহেতু তেওঁৰ অধিকাৰেৰে ইয়াৰ যাতে চৰ্চা কৰিব পাৰি। সেই অনুসাৰে গৌতম গৈ গয়া পালেগৈ। তাত গৈ পায় তেওঁ ইফালে সিফালে ঠাই বিলাক পৰ্য্যবেক্ষণ কৰিলে। শেষত তেওঁ তপচৰ্য্যাৰ কাৰণে গযাৰ ৰাজৰ্ষি নেংগৰীৰ আশ্ৰমত যিনে কি উৰুবেলাত আছিল য'ত তেওঁ নিবাস কৰিব বিচাৰিলে। নিৰঞ্জনা নদীৰ পাৰতেই তপচৰ্য্যাৰ কাৰণে একান্ত স্থান আছিল। উৰুবেলাত তেওঁ সেই পাঁচজন পৰিব্ৰাজককো পালে যাক তেওঁ ৰাজগৃহত লগ পাইছিল আৰু যিবিলাকে তেওঁক 'শান্তিৰ খবৰ' আনি শুনাইছিল। তেওঁ বিলাকেও ৩পচৰ্য্যাৰ অভ্যাস কৰি আছিল। সেই তপস্বী সকলে তেওঁক দেখিলে আৰু তেওঁৰ ওচৰলৈ আহি ক'লে যে তেও যাতে তেওঁ বিলাককো লগত লৈ যায। গৌতমে লগত নিবলৈ স্বীকাৰ কৰিলে। ইযাৰ পিচৰ পৰাই তেওঁ বিলাকে তেওঁৰ সেৱা কৰিবলৈ ধৰিলে আৰু তেওঁৰ আজ্ঞা মতে চলিব ধৰিলে। তেওঁ বিলাক তেওঁৰ প্ৰতি বিনম্ৰ আছিল আৰু যি কয় সেয়ে কৰিছিল।

গৌতমৰ তপস্যা তথা আত্ম ক্লেশৰ প্ৰক্ৰিয়া অত্যন্ত উগ্ৰৰূপী আছিল। কেতিয়াবা কেতিযাবা তেওঁ কেৱল দুই তিনি ঘৰত হে ভিক্ষাৰ কাৰণে যায় সাতঘৰতকৈ বেছি ঘৰলৈ কেতিযাও নাযায়। আৰু সেইবিলাক ঘৰৰ ভিতৰত এঘৰ এঘৰ কৰিহে দুই ,তিনি সাজ ভোজন স্বীকাৰ কৰিছিল। সাতসাজতকৈ অধিক কোনো ঘৰৰ পৰাই খোৱা নাছিল। তেওঁ দিনে এক দুই কটোৰীৰেৰে ভোজন সমাপ্ত কৰিছিল। সাত কটোৰীতকৈ অধিক কোনো দিনেই খোৱা নাছিল। কেতিয়াবা কেতিযাবা তেওঁ গোটেই দিনটোৰ ভিতৰত এবাৰহে ভোজন কৰে কেতিযাবা কেতিযাবা দুদিনৰ মূৰত এবাৰ এইদৰে সাতদিনৰ মূৰত এবাৰ বা পোন্ধৰ দিনৰ ভিতৰত এবাৰ আৰু সিযো জুখি মাখিহে খাইছিল।

যেতিযা তেওঁ তপচৰ্য্যাৰ ক্ষেত্ৰত বিশেষ প্ৰগতি কৰিবলৈ ধৰিলে তেওঁৰ কাৰণে আহাৰ জংঘলৰ মাজতে দমাই খোৱা আহাৰ, আহাৰ হৈয়েই থাকিল। নিজে লগোৱা খেতিৰ জৱধান বা ধানৰ দানা, বা গছৰ ছালৰ টুকুৰা, চাউলৰ মাজৰ লাল কণ বা

উতলোৱা চাউলৰ মাৰ ভাত বা সৰিয়হৰ খলিহে তেওঁ কেৱল জংঘলী ফলমূলৰ ওপৰতে নিৰ্ভৰ কৰিছিল। আৰু বতাহৰ লগত উৰি অহা বা সৰি পৰা ওপৰত নিৰ্ভৰ কৰিছিল। তেওঁৰ কাপোৰ শণৰ পৰা বনাইছিল বা শনৰ ৰছী আৰু জাবৰৰ ওপৰত পৰি থকা ফটা কাপোৰ বা গছৰ ছালৰ, বা মৃগপহু ছালৰ বা ঘাঁহৰ বা গছৰ বাকলিৰ বসন মানুহ অথবা পশুৰ চুলিৰ পৰা প্ৰস্তুত কৰা কম্বল ফেচাঁৰ পাখীৰে। তেওঁ নিজৰ দাটী চুলি খুৰাই পেলাছিল, তেওঁ সদায় পোন আৰু পালথী কৰি বহিছিল তথা তেও পালথী লগাই বহিছিল, কেতিয়াও থিয় নহৈছিল। অনাহাৰে তথা বিভিন্ন বিধি বিধানৰ মাজেদি নিজৰ শৰীৰটো কষ্ট দিছিল– এইদৰে তপচৰ্য্যাই বহুত দূৰ আগবঢাই লৈ গৈছিল। তেও নিজৰ শৰীৰটোক উপেক্ষা কৰি এনে ভ্ৰবলৈ লৈ গৈছিল যে বছৰ ধৰি তেওঁৰ শৰীৰটো মলিৰে আবৰি পৰিছিল আৰু পিচত সেই মলি বিলাক চকলে চকলে খহিবলৈ ধৰিলে। তেওঁ একেবাৰে ভয়াবহ জংঘলৰ মাজত সাধনা কৰিছিল। যি জংঘলত বাস কৰিছিল সেই জংঘলত সোমাবলৈ পাগলৰ বাহিৰে আন কোনেও সাহস কৰিব নোৱাৰে। যদি কোনোবাই সেই দুংসাহস কৰিলেও তেঁওৰ লোমকূপ থিয় হৈ যাব।

শীত ঋতুত যেতিয়া অধিক ঠাণ্ডা হ'য় তেওঁ তেতিয়া কৃষ্ণ পক্ষৰ দিন বিলাকত ৰাতি খালি শৰীৰেৰে থাকে আৰু দিনৰ সময়ত ঘোৰ আন্ধাৰত থাকে। আৰু যেতিয়া বৰ্ষাৰ থিক আগতে গ্ৰীষ্ম ঋতুৰ ভয়ানক গৰম পৰে তেতিয়া তেওঁ দিনৰ সূৰ্য্যৰ তলত থাকে আৰু ৰাতি শ্বাস ল'ব নোৱাৰা অৱস্থা আৰু গৰমত ভিতৰ জংঘলত থাকে। শ্মশান ভূমিত তেওঁ মৰা শৰ হাড়বিলাক গাৰু ৰূপে ব্যৱহাৰ কৰি শোৱে। ইয়াৰ পিচত গৌতমে এদিনত এটা মাত্ৰ ফল খাই থাকে। শেষত গৈ এটা মাত্ৰ সৰিযহৰ দানা শেষত এটা মাত্ৰ চাউলৰ দানা খাই সমাধিস্থ হৈ থাকে।

যেতিয়া কেৱল এটা মাত্ৰ খুদকন খাই থাকিবলৈ ধৰিলে তেতিয়া তেওৰ শৰীৰ একেবাৰে খিনাই গ'ল। এনে অৱস্থাত যেতিয়া তেও হাতখনেৰে পেটটো স্পৰ্শ কৰে তেতিয়া হাতগৈ পিঠি পাযগৈ। এইদৰে তেওঁৰ পেট আৰু পিঠি সংলগ্ন হৈ গ'ল। এই বিলাক কেৱল তেওঁৰ অল্পাহাৰ কৰাৰ কাৰণেই হৈছিল ।

## ৫ তপচৰ্য্যা ত্যাগ

গৌতমৰ তপচৰ্য্যা আৰু আত্মপীড়ণ সাংঘাতিক ধৰণে উগ্ৰ আছিল। যিমানেই উগ্ৰ হ'ব লাগে সিমানেই উগ্ৰ হ'ব পাৰিছিল। এইয়া একাদিক্ৰমে ৬ বছৰ ধৰি চলি আছিল। ৬ বছৰ পাৰ হোৱা সত্বেও তেওঁৰ শৰীৰ ইমানেই দুৰ্বলহৈ গৈছিল যে তেওঁৰ শৰীৰটো

দণ্ডা পৰা কৰাই কঠিন হৈ পৰিছিল। তথাপিতো তেওঁ কোনো নতুন পথৰ সন্ধান নাপালে আৰু সংসাৰত যি দুখৰ সমস্যা আছে যাৰ ওপৰত তেওঁৰ মন কেন্দ্ৰীভূত আছিল সেই সমস্যাৰ সমাধান তেও দেখিবলৈ অপৰাগ হৈ আছিল।

তেওঁ মনে মনে ভাবিলে — "এইয়া আত্ম বিজয়ৰ মাৰ্গ নে, নে পূৰ্ণ বোধ প্ৰাপ্তিৰ মাৰ্গ, নে মোক্ষৰ মাৰ্গ।' 'কিছুমানে সংসাৰত সুখ ভোগৰ নিমিত্তে কষ্ট কৰে কিছুমানে আকৌ স্বৰ্গলাভৰ নিমিত্তে কষ্ট সহ্য কৰে, সকলো প্ৰাণীয়েই আশাৰ চকৰিত ঘূৰি থাকি নিজ আশা লাভ কৰিব নোৱাৰে, — সুখ বিচাৰি গৈ কেৱল দুখৰ মাজতহে পৰেগৈ।' মোৰ লগতো এনেকুৱাই হোৱা নাইনে? "মই যি চেষ্টা কৰিছো সেই চেষ্টাক দোষ দিয়া নাই কিন্তু প্ৰকৃত আধাৰক বাদ দি আকাশত উৰি ফুৰাৰহে প্ৰয়াস। 'মই সুধিব বিচাৰো শৰীৰক ইমান কষ্ট দিয়াৰ অৰ্থ ধৰ্ম হ'ব পাৰে জানো? কিয়নো মনৰ প্ৰেৰণাৰ দ্বাৰাই শৰীৰে কাম কৰিব পাৰে অথবা কাম কৰাৰ পৰা বিৰত থাকে, গতিকে মই ভাবো মনৰ সাধনাই হে কামৰ যোগ্য— বিনা বিচাৰে শৰীৰ কোনো কুকুৰৰ দৰে।

যদিহে কোনো শৰীৰৰ প্ৰশ্ন উঠে তেতিয়া হযতো ভোজনৰ শুদ্ধিৰেহে শৰীব পবিত্ৰ কৰিব পাৰি যি শৰীৰে কাম কৰে, যি শৰীৰে মনক আগবঢ়াই নিয়ে তাৰোতো প্ৰশ্ন উঠে। কিন্তু এই বিলাক কি কামৰ নিমিত্তে ? যি শৰীৰৰ শক্তি নাইকিয়া হ'য় যি ভোক আৰু পিয়াহত ব্যাকুল হৈ থাকে যাৰ মন ভাগৰৰ কাৰণে স্থিৰ আৰু শান্তহে নাথাকে – এনে মানুহে নতুন জ্ঞান কেতিযাও লাভ কৰিব নোৱাৰে। 'যি পূৰ্ণৰূপে শান্ত নহয সি এনে উদ্দেশ্যক মনৰ দ্বাৰাই লাভ কৰিব বিচাৰে তেনে কেনেকৈ লাভ কৰিব ? প্ৰকৃত শান্তি আৰু মনৰ একাগ্ৰতাই হে শৰীৰৰ আৱশ্যকীয় খিনি পূৰাব পাৰে।" সেই সময়ত উৰুবেলা গমে ঠাইত সেনানী নামেৰ এজন গৃহপতি আছিল। তেঁওৰ কন্যাৰ নাম সুজাতা আছিল। সুজাতাই ন্যগ্ৰোধ বৃক্ষক প্ৰাৰ্থনা জনাইছিল যে যদিহে তেওঁৰ পুত্ৰ লাভ হ'য তেতিযা প্ৰতি বছৰে সেই গছৰ তলত পূজা অৰ্চনা কৰিবলৈ সংকল্প কৰিছিল। কিযনো তেওঁৰ ইচ্ছা পূৰ্ণ হৈছিল, এই কাৰণে তেওঁ তেওঁৰ পুন্না নামৰ দাসী জনীক পূজা-স্থলী খন সজাবলৈ নিৰ্দ্দেশ দিলে।

গৌতমক ন্যগ্ৰোধ বৃক্ষৰ তলত বহি থকা দেখি পুন্নাই ভাবিলে আজি স্বয়ং বৃক্ষ দেৱতাই সাকাৰ ৰূপ লৈ আছে । সুজাতা সেই বৃক্ষৰ ওচৰলৈ আহিল আৰু তেওঁ সিদ্ধ কৰা পায়স স্বৰ্ণ পাত্ৰত ভৰাই সিদ্ধাৰ্থ গৌতমৰ প্ৰতি অৰ্পণ কৰিলে। তেওঁ স্বৰ্ণ পাত্ৰ ল'লে আৰু সুপতিটঠ্য নামৰ নদীত স্নান কৰিলেআৰু তাৰ পিচত ভোজন কৰিলে।

এইদৰে তেওঁৰ 'তপচয্যা'ৰ অন্ত পৰিল। যি পাঁচজন পৰিব্ৰাজক সিদ্ধাৰ্থ গৌতমৰ লগত আছিল, তেওঁ বিলাকে এনে পৰিস্থিতি দেখি ক্ৰোধিত হৈ গ'ল। যিহেতু গৌতমে এতিয়া তপস্বী আৰু আত্মপীড়নৰ জীৱন পৰিত্যাগ কৰি দিলে। তেওঁ বিলাকে এনেস্থিতিত সিদ্ধাৰ্থ গৌতমক এৰি গুছি গ'ল।

---

পৃষ্ঠা সংখ্যা ৫৪ ০ ১ ২ বুদ্ধ চৰিত সৰ্গ ৭ ° শ্লোক ১৫,১৬ ।

পৃষ্ঠা সংখ্যা ৫৫ ° ১ ২ বুদ্ধ চৰিত সৰ্গ ৭ ° শ্লোক ১৭ ১৮ ।

পৃষ্ঠা সংখ্যা ৬০ ১ মহাসচ্চক সুত্ত (মজ্জিম নিকায)।

---

## চতুৰ্থ ভাগ

## জ্ঞান লাভ আৰু নবীন মাৰ্গ দৰ্শন

### ১ নতুন পোহৰৰ নিমিত্তে ধ্যান-সাধনা

সেই ভোজনৰ দ্বাৰা নিজকে সতেজ কৰি গৌতমে আগতে উপলব্ধি কৰা কথাবিলাকৰ ওপৰত চিন্তা কৰিবলৈ বহিল। তেওঁ অনুমান কৰিলে যে এতিয়ালৈকে তেওঁ কৰা অনুভৱ খিনি বিফলে গ'ল।

বিফলতা ইমানেই প্ৰবল আছিল যে যি কোনোকে এই বিফলতাই নিৰাশ কৰিব পাৰে। তেও নিজেও খেদ কৰিছিল। তেওঁ ধাৰণা কৰিলে যে অদ্যপৰিমিত গ্ৰহণ কৰা পথ বিলাক বিফল হ'ল। তথাপি তেওঁক এই বিফলতাই নিৰাশ কৰিব নোৱাৰিছিল। তেওঁৰ আত্মবিশ্বাস আছিল যে তেওঁ প্ৰকৃত ৰাস্তা পাবই । কাৰণ তেওঁ সুজাতাৰ দ্বাৰা আগবঢ়োৱা খীৰ খাই পাঁচটা সপোন দেখি ছিল । সপোনৰ ব্যাখ্যা এনেদৰে দিছিল যে তেওঁ বোধি লাভ কৰিবই।

তেঁও নিজৰ ভৱিষ্যত চাবৰ কাৰণেও চেষ্টা কৰিছিল । যিটো স্বৰ্ণ পাত্ৰত সুজাতাৰ দাসীয়ে খীৰ আনিছিল তেওঁ সেই স্বৰ্ণ পাত্ৰটো নিৰঞ্জনা নদীত পেলাই দি ক'লে 'যদি মই বোধি লাভ কৰিব লগীয়া আছে তেতিয়া হ'লে এই স্বৰ্ণ পাত্ৰটো নদীৰ ধাৰাৰ ওপৰেদি যাব নতুবা তলেদি।' স্বৰ্ণ পাত্ৰটো সঁচাই নদীৰ সোঁতৰ বিপৰীত গতিত যাব ধৰিলে আৰু কাল নামৰ নাগৰজাৰ ভৱনৰ ওচৰত গৈ ডুবি গ'ল। আশা আৰু দৃঢ়তাই প্ৰবল ৰূপ ধাৰণ কৰাত তেও উৰুবেলা ত্যাগ কৰি ৰাজ পথেৰে গৈ গৈ গয়া পালেগৈ। তাতগৈ তেও এজোপা আঁহত গছ দেখিবলৈ পালে। নতুন পোহৰৰ ৰেঙনি পাবৰ কাৰণে

আৰু তেওঁৰ সমস্যাৰ সমাধান উলিয়াবৰ কাৰণে তেওঁ সেই বৃক্ষৰ তলত বহিবলৈ সিদ্ধান্ত কৰিলে। আন সকলো দিশ বিচাৰ কৰি তেওঁ পূৰ্বৰ দিশখিনিকে বাচি ল'লে। ক্লেশৰ (চিত্ত মলি) ক্ষয়ৰ কাৰণে ঋষি সকলে প্ৰায়ে পূৰ্বে নিৰ্দ্ধাৰিণ কৰা দিশ সমূহহে গ্ৰহণ কৰিছিল।

সেই আঁহত গছ জোপাৰ তলত তেওঁ পদ্মাসন ৰূপত গৌতম বহিল। "বোধি' প্ৰাপ্ত কৰিবৰ কাৰণে দৃঢ়সংকল্প কৰিলে - "লাগিলে মোৰ ছাল, শিৰ আৰু হাড়েইহে যদি অৱশিষ্ট ৰয়, লাগিলে মোৰ শৰীৰৰ মাংস আৰু তেজ শৰীৰতে কিয় শুকাই নাযাওঁক, কিন্তু 'বোধি' প্ৰাপ্ত নকৰাকৈ মই এই স্থান কেতিয়াও পৰিত্যাগ নকৰিম।"[১] নাগপতিৰ দৰেতেজস্বী কাল নামৰ নাগ ৰজা আৰু তেওঁৰ স্বৰ্ণ প্ৰভা নামৰ পত্নীয়ে আঁহত গছৰ তলত আসন লগাই বহা ধ্যানস্থ গৌতমক সাক্ষাৎ কৰিবৰ কাৰণে ব্যাকুল হ'ল। তেওঁ এনেদৰে বিশ্বাস কৰিছিল যে তেওঁ নিশ্চয় 'বোধি' লাভ কৰিব এইদৰে তেওঁ গৌতমক স্তুতি কৰিছিল।

হে মুণি! যিহেতু তোমাৰ ভৰিৰ তলৰ পৃথিৱীখন বাৰে বাৰে কঁপি উঠিছে, কাৰণ তুমি সূৰ্য্যৰ দৰে তেজস্বী, গতিকে তুমি নিশ্চয় 'বুদ্ধ'ই হ'বা। কিয়নো আকাশত বিচৰণ কৰা পক্ষী বিলাকেও তোমাক নমস্কাৰ কৰি আছে আৰু যিহেতু আকাশত ধীৰস্থিৰ মলয়া বতাহ বলি আছে, সেই কাৰণে হেকমলাক্ষ! নিশ্চয় তুমি 'বুদ্ধ'ই হ'বা।" যেতিয়া তেওঁ ধ্যান কৰিবৰ কাৰণে আসন লগাই বহিল তেতিয়া তেওঁৰ মনত কিছুমান আসুৰিক চিন্তাই ঘেৰি লৈছিল, যাক প্ৰাচীন ভাষাত মাৰ পুত্ৰ বুলি কোৱা হ'য়- তেওঁৰ ওপৰত আক্ৰমণ কৰিলে। গৌতমে ভয় কৰিছিল যাতে সি তেওঁৰ সাধনাত বিঘিনী উৎপন্ন কৰি তেওঁৰ সাধনাক যেন নষ্ট নকৰে।

তেওঁ জানে যে এই মাৰ যুদ্ধত বহুত ঋষি পৰাজিত হৈছিল। সেই কাৰণে তেওঁ সমস্ত সাহস একত্ৰিত কৰি মাৰ প্ৰতি ক'লে- "মোৰ শ্ৰদ্ধা আছে, মোৰ বীৰ্য আছে, মোৰ প্ৰজ্ঞা আছে । হেমাৰ ! তই মোক কেনেকৈ পৰাজিত কৰিবি? লাগিলে বায়ুৱে এই নদীৰ পানী শুকাই নিবলৈ সক্ষম হলেও তই মোৰ এই দৃঢ় নিশ্চয়তাৰ পৰা আতৰাই নিব নোৱাৰ। পৰাজিত হৈ জীয়াই থকাতকৈ সমৰ সংগ্ৰামত মৰি যোৱাটোৱেই অধিক শ্ৰেয় হ'ব ।"

সেই কাউৰীজনীয়ে ঠোঁটেৰে বহুত চৰ্বী লাভ কৰাৰ আশাৰে যেনেকৈ কোনো শিলৰ ওপৰত গৈ নিজৰ ঠোঁট ধৰাই লয়। থিক সেইদৰে মোৰ হাতখনো ইয়াৰ ওপৰত

দিলে মধুৰ মধুৰ লাগিব। এই ভাবি মাৰেও গৌতমৰ ওপৰত আক্ৰমণ কৰিছিল। যেতিয়া কাউৰীয়ে ক'তো কোনো মিঠা বস্তু নাপালে তেতিয়া সি তাৰ পৰা উৰি গুছি গ'ল। থিক সেই কাউৰীৰ দৰেই মাৰেও কোনো সুবিধা উলিযাব নোৱাৰিলে আৰু অৱশেষত তেওঁ গৌতমক এৰি গুচি গ'ল।

২ জ্ঞান-লাভ

ধ্যান কৰাৰ অৱস্থাত গৌতমে তেওঁৰ কাৰণে ইমানেই ভোজন গোটাই তেওঁৰ ওচৰত ৰাখিলে সেয়াই ৪০ দিন পৰ্য্যন্ত চলি যাব। বিঘিনি কৰিব পৰা সকলো বিচাৰৰ মূল উচ্ছেদ কৰি সিদ্ধাৰ্থ গৌতমে ভোজন কৰি নিজৰ শৰীৰটো তজবজীযা কৰি ল'লে। আৰু ধ্যানস্থ হ'বৰ কাৰণে 'বোধি লাভৰ কাৰণে প্ৰস্তুত হ'ল। জ্ঞান প্ৰাপ্তিৰ কাৰণে গৌতমে একাদিক্ৰমে ৪ সপ্তাহ ধ্যান মগ্ন হ'ল। অন্তিম অৱস্থাত পাবৰ কাৰণে তেও ৪ টা জখলা পাৰ কৰিব লগাত পৰিল। প্ৰথম অৱস্থা তেওঁৰ বিতৰ্ক আৰু বিচাৰ প্ৰধান আছিল।একান্তমনে ধ্যানস্থ হোৱাৰ কাৰণে তেওঁবৰ সহজভাবে উপলব্ধি লাভ কৰিলে। দ্বিতীয় অৱস্থাত একাগ্ৰতা আৰু আগবাঢি আহিল। তৃতীয অৱস্থাত সমচিত্ততা তথা জাগ্ৰত হোৱাৰ সমাবেশ হ'ল। চতুৰ্থ আৰু অন্তিম অৱস্থাত সমচিত্ত আৰু পবিত্ৰতাৰ সংযোগ হ'ল আৰু সমচিত্ততা আৰু জাগৰণ হ'ল।

যেতিয়া তেঁওৰ চিত্ত একাগ্ৰতা হৈ গ'ল তেতিয়া তেওঁ পবিত্ৰ হৈ গ'ল যেতিয়া তেওঁ নিৰ্দোষ হৈ গ'ল য'ত তিলমানো কলুষতা নাছিল যেতিযা তেও সুকোমল হৈ গ'ল যেতিয়া তেওঁ সৰ্বথা ৰাগ-দ্বেষ ৰহিত হৈ গ'ল আৰু যেতিয়া তেওঁৰ একমাত্ৰ ধ্যান নিজ উদ্দেশ্যতেই লাগি থাকিল, তেতিযা গৌতমে তেওঁৰ ধ্যান কেৱল এটা সমস্যা সমাধানৰ কাৰণেই লাগি থাকিল, তেতিযা সেই ভাবে তেওঁক ব্যতিব্যস্ত কৰি থাকিল।

চতুৰ্থ সপ্তাহৰ অন্তিম দিনা তেওঁৰ পথ কিছু পোহৰলৈ আহিল। তেওঁ স্পষ্ট দেখিবলৈ পালে যে তেওঁৰ সম্মুখত দুটা সমস্যা আছে – প্ৰথম সমস্যা আছিল সংসাৰত দুঃখ আছে আৰু দ্বিতীয় সমস্যা হৈছে কেনেদৰে এই দুঃখক অন্ত কৰিব পাৰি আৰু মানব জাতিক সুখী কৰিব পৰা যায় ?

এইদৰে চাৰিটা সপ্তাহ অতিক্ৰম কৰাৰ পিচত আৰু একাদিক্ৰমে চিন্তা কৰি থকাৰ পিচত অন্ধকাৰে মেলানি মাগিলে পোহৰ সমাগত হ'ল, অবিদ্যা নাশ হ'ল জ্ঞানে অস্তিত্বৰ ৰূপত ধৰা দিলে তেওঁ এটা নতুন পোহৰ দেখিবলৈ পালে।

৩ নতুন ধৰ্মৰ আবিষ্কাৰ

যি সময়ত গৌতমে ধ্যানস্থ হৈ বহিছিল সেই সময়ত তেওঁৰ ওপৰত সাংখ্য দৰ্শনৰ ওপৰত প্ৰভাৱ পৰিছিল। সংসাৰত দুঃখ আৰু কষ্ট আছে — ই একেবাৰে বাস্তৱ সত্য, যাক অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু গৌতমে এই কথা উদ্ধাৰ কৰিব বিচাৰিছিল যে এই দুঃখক কেনেকৈ দূৰ কৰিব পৰা যায়? সাংখ্য দৰ্শনৰ ওচৰত এই প্ৰশ্নৰ কোনো উত্তৰ নাছিল। এই কাৰণে তেওঁ নিজৰ সমস্ত ধ্যান এই প্ৰশ্নৰ সমাধানৰ নিমিত্তে প্ৰয়োগ কৰিলে যে সংসাৰত দুঃখ আৰু কষ্টক কেনেকৈ নিবাৰণ কৰিব পৰা যায়? স্বাভাৱিক ভাৱে প্ৰথম প্ৰশ্ন যি নিজেই নিজক সুধিছিল, সি কি কাৰণে, কি হেতু যাৰ কাৰণে এজন ব্যক্তিয়ে কষ্ট পায় আৰু দুঃখ ভোগ কৰে? তেওঁৰ দ্বিতীয় প্ৰশ্ন আছিল - দুঃখৰ নিবাৰণ কেনেকৈ কৰা যায়? এই দুয়োটা প্ৰশ্নৰে সঠিক উত্তৰ তেওঁ পাই গ'ল — ইয়াকেই 'সম্যক সম্বোধি' বুলি কোৱা যায়। এই কাৰণে আহঁত বৃক্ষ জোপাও — যাৰ তলত বহি সিদ্ধাৰ্থ গৌতমে জ্ঞান লাভ কৰিচিল কৰিছিল, বোধি বৃক্ষ বুলি কোৱা যায়।

## ৯ সম্যক সম্বোধি লাভ কৰি বোদ্ধি সত্ব গৌতম সম্যক সম্বুদ্ধ হৈ গ'ল

জ্ঞান লাভ কৰাৰ পূৰ্বে গৌতম কেৱল এজন বোদ্ধিসত্ব আছিল। জ্ঞান অৰ্জনৰ পিচত হে বুদ্ধ হ'ল।

বোদ্ধিসত্ব কোন আৰু কি?

যি প্ৰাণীযে বুদ্ধ হ'বৰ কাৰণে যত্ন কৰে তেওঁ বিলাকেই বোদ্ধিসত্ব বুলি কোৱা যায। এজন বোদ্ধিসত্ব কেনেকৈ 'বুদ্ধ হ'ব পাৰে? বোদ্ধিসত্বই একাদিক্ৰমে দহোটা জন্মলৈকে বোদ্ধিসত্ব হৈ থাকিব লগাত পৰে। 'বুদ্ধ' হ'বৰ কাৰণে এজন বোদ্ধিসত্বই কি কৰিব লাগে?

এটা জন্মত তেওঁ 'মুদিতা' লাভ কৰিব লাগিব। যেনেকৈ — সোণাৰীয়ে সোণ-ৰূপৰ মলি দূৰ কৰে। থিক তেনেদৰে এজন বোদ্ধিসত্বই নিজৰ মনৰ মলি দূৰ কৰি স্পষ্ট ভাৱে চাই যে যি জন মানুহ প্ৰথমে প্ৰমাদী হৈ থাকে কিন্তু যদি তেওঁ সেই প্ৰমাদ ত্যাগ কৰে তেতিয়া তেওঁ মেঘমুক্ত চন্দ্ৰৰ দৰে সংসাৰত প্ৰকাশ বিলাই। যেতিয়া তেওঁ এই কথা অনুভৱ কৰে তেতিয়া তেওঁৰ মনত 'মুদিতা উৎপন্ন হয় আৰু তেওঁৰ মনত সংসাৰৰ সকলো প্ৰাণীৰে কল্যাণৰ কাৰণে উৎকত ইচ্ছা উৎপন্ন হ'য।

নিজৰ দ্বিতীয় জন্মত তেওঁ 'বিমল ভূমি লাভ কৰে এই সময়ত বোদ্ধিসত্বই কাম চেতনাৰ পৰা সৰ্বথা মুক্ত থাকে।

তেওঁৰ অন্তৰত কৰুণা উৎপন্ন হ'য়, সকলোৰে প্ৰতি কৰুণা জাগি উঠে। এনে অৱস্থাত তেওঁ কাৰো অৱগুণ বঢাব নিবিচাৰে আৰু কাৰো গুণক নষ্ট কৰিব নিবিচাৰে।

তৃতীয় জীৱনত তেওঁ 'প্ৰভাৱকাৰী ভূমি লাভ' কৰে। এই সময়ত বোধিসত্বৰ প্ৰজ্ঞা দৰ্পণৰ দৰে স্বচ্ছ হৈ পৰে, তেওঁ অনাত্ম আৰু অনিত্যতাৰ সিদ্ধান্ত সমূহ সম্পূৰ্ণ ৰূপে বুজি উঠে আৰু হৃদয়ঙ্গম কৰে। তেওঁৰ একমাত্ৰ আকাংখ্যা হ'ল একেবাৰে উচ্চ পৰ্য্যায়ৰ প্ৰজ্ঞা লাভ কৰাতো, কামনা কৰে ইয়াৰ কাৰণে সমস্ত ত্যাগ কৰিবলৈও কুণ্ঠা বোধ নকৰে।

চতুৰ্থ জীৱনত তেওঁ অৰ্চিৰমতী ভূমি' প্ৰাপ্ত কৰে। এই জন্মত তেওঁ সম্পূৰ্ণ জীৱন অষ্টাঙ্গিক মাৰ্গৰ ওপৰত কেন্দ্ৰীত কৰি চাৰিটা সম্যক ব্যায়ামৰ ওপৰত কেন্দ্ৰীত কৰে, তথা চাৰি প্ৰকাৰৰ ঋদ্ধি বলৰ ওপৰত কেন্দ্ৰীত থাকে আৰু পাঁচ প্ৰকাৰৰ শীলৰ ওপৰত কেন্দ্ৰীত থাকে।

পঞ্চম জীৱনত তেওঁ 'সুদুৰ্জয়া ভূমি লাভ কৰে। তেওঁ বিপক্ষ আৰু নিৰপক্ষৰ মাজৰ সম্বন্ধক ভালদৰে উপলব্ধি কৰে।

ষষ্ঠ জীৱনত তেওঁ 'অভিমুখী ভূমি লাভ কৰে। এই অৱস্থাত বস্তুৰ বিকাসতাৰ কাৰণে বাৰটা নিদানক হৃদযজ্ঞম কৰিবলৈ বোদ্ধিসত্ব সম্পূৰ্ণ হৈ উঠে, আৰু এই 'অভিমুখী সমূহৰ কাৰণে অসীম কৰুণাৰ সঞ্চাৰ কৰে।

সপ্তম জীৱনত বোদ্ধিসত্বই 'দূৰঙ্গমা ভূমি লাভ কৰে। তেতিয়া বোদ্ধিসত্ব দেশ কাল আৰু বন্ধনৰ পৰা মুক্ত তেওঁ অনন্তৰ লগত একহৈ যায কিন্তু এতিযাও তেওঁ সেই সকলো প্ৰাণীৰ প্ৰতি কৰুণাৰ ভাৱ ৰখাৰ কাৰণে দেহধাৰী হৈ থাকে। তেওঁ আনৰ পৰা এই কথাত পৃথক কাৰণ তেওঁক এতিয়া ভৱতৃষ্ণাই স্পৰ্শ কৰিব নোৱাৰে। যেনেকৈ পানীযে কোনো কম্বলক স্পৰ্শ কৰিব নোৱাৰে। তেওঁ তৃষ্ণা মুক্ত হৈ যায় তেওঁ দানশীল হয তেওঁ ক্ষমাশীল হয় তেওঁ কুশল হয তেওঁ বীৰ্যবান হ'য় তেওঁ শান্ত হ'য় তেওঁ বুদ্ধিমান হ'য তথা প্ৰজ্ঞাবান হয়।

তেওঁৰ এই জীৱনত সেই ধৰ্ম জ্ঞাত হ'য যে মানুহৰ সন্মুখত তেওঁ তেওঁ বিলাকক এনেদৰে ৰাখে যাতে তেওঁ বিলাকে বুজি পায। তেওঁ জানে যে তেওঁ কুশল আৰু ক্ষমাশীল হ'ব লাগে। আন মানুহে তেওঁৰ প্ৰতি যি ব্যৱহাৰেই নকৰক লাগে তেওঁ উদিগ্ন ৰহিত হৈ তাক সহি যায। যিহেতু তেওঁ জানে যে অজ্ঞানতাৰ কাৰণেই তেওঁৰ

ভাৱক তেওঁ বুজিব নোৱাৰে। এইদৰে তেওঁ আনৰ ভালৰ কাৰণে নিজৰ প্ৰয়াসক সামান্যকনো শিঠিলতা নকৰে আৰু নিজৰ প্ৰজ্ঞাক কেতিয়াও নিজৰ মনৰ পৰা আঁতৰাই নপঠাই। তেওঁৰ জীৱনলৈ যিমানেই সমস্যা নাহক লাগে কিন্তু তেওঁ প্ৰকৃত পথৰ পৰা কেতিয়াও আঁতৰি নাযায়।

অষ্টম জীৱন কালত তেওঁ 'অচল' হৈ যায়। 'অচল' অৱস্থাত বোদ্ধিসত্বই কোনো প্ৰয়াস নকৰে। তেওঁ কৃতকৃত্য হৈ যায়। তেওঁৰ দ্বাৰা যি ভাল কাম হয় সেইয়া অনায়াসে হৈ থাকে। যেয়ে নকৰক লাগে সকলোতে সফল হ'য়।

তেওঁৰ নৱম জীৱন কালত 'সাধুমতী ভূমি' প্ৰাপ্ত কৰে। এই অৱস্থাত তেওঁ তমাম ধৰ্মক বা পদ্ধতি বিলাকৰ ওপৰত বিজয় লাভ কৰে অথবা তেওঁৰ হৃদয়ত প্ৰবেশ কৰিবৰ কাৰণে চেষ্টা কৰে, সকলো দিশৰ ওপৰত বিজয় লাভ কৰে । সময়ৰ সীমাক পাৰ কৰে, তাকেই 'সাধুমতী' অৱস্থা বুলি কোৱা যায়।

অন্তিম দসম জীৱন কালত বোদ্ধিসত্বই ধৰ্ম মেধা হৈ যায়। তেওঁ 'বুদ্ধ'ৰ দিব্যদৃষ্টি লাভ কৰে।

বুদ্ধ হোৱাৰ অবস্থাৰ কাৰণে আবশ্যকীয় দহোটা বলে (=ভূমি সমূহ) বোদ্ধি সত্ব লাভ কৰে।

এটা অৱস্থাৰ পৰা আনটো অৱস্থা লাভ কৰিবলৈ বোদ্ধিসত্বক কেবল এই দহোটা ভূমিয়েই যথেষ্ট নহয় কিন্তু তাৰ কাৰণে দহোটা পাৰমিতা পূৰ্ণতা লাভ কৰিব লাগিব।

এটা জন্মত এক পাৰমিতা পূৰ্ণ কৰিব লাগিব। এইদৰে পাৰমিতাৰ পূৰ্ত্তি ক্ৰমশঃ কৰি থাকিব লাগিব। এটা জীৱনত এটা পাৰমিতা পূৰা কৰিব লাগিব এইটো নহ'য় যে এতিয়া অলপ ইয়াৰ পিচত অলপ।

যেতিয়া দুয়োফালৰ পৰাই সমৰ্থ হ'ব তেতিয়াই বোদ্ধিসত্ব বৌদ্ধ হ'য়। বোদ্ধিসত্বৰ জীৱনৰ পৰা কাষ্ঠাই হৈছে 'বুদ্ধ হোৱা।

জাতক সমূহৰ সিদ্ধান্ত অথবা বোধিসত্বৰ অনেক জন্মৰ সিদ্ধান্ত ব্ৰাহ্মণ সকলৰ অৱতাৰ বাদৰ সিদ্ধান্তৰ পৰা সৰ্বদাই প্ৰতিকূল অৰ্থাৎ ঈশ্বৰৰ অৱতাৰ ধাৰণ কৰাৰ সিদ্ধান্তৰ পৰা বেলেগ।

জাতক কথা সমূহৰ আধাৰ হৈছে বুদ্ধৰ ব্যাক্তিত্বৰ গুণ সমূহৰ সমাবেশ মাথোন। অৱতাৰ বাদৰ অনুসৰি ভগৱানক নিজৰ অস্তিতত নিৰ্মল হোৱাৰ আৱশ্যকতা নকৰে। ব্ৰাহ্মনী সিদ্ধান্তই ইয়াকেই ক'য় যে ঈশ্বৰৰ অৱতাৰ লাগিলে নিজৰ আচৰণত অপবিত্ৰ আৰু অনৈতিক কিয় নহওক, কিন্তু তেওঁ নিজ অনুসৰণকাৰীক নিজৰ ভক্ত বৃন্দক ৰক্ষা কৰে।

বুদ্ধ হোৱাৰ আগতে বোদ্ধিসত্বৰ কাৰণে দহোটা জন্মলৈকে শ্ৰেষ্ঠতম জীৱনৰ চৰ্ত আন ধৰ্ম সমূহত পাবলৈ নাই। এইয়া অতি অনুপম। কোনো আন ধৰ্মক নিজৰ সংস্থাপনৰ কাৰণে এইদৰে পৰীক্ষাত উত্তীৰ্ণ হোৱাতো আৱশ্যকতা নকৰে।

# পঞ্চম ভাগ

## বুদ্ধ আৰু তেওঁৰ পূৰ্ব পুৰুষ

### ১বুদ্ধ আৰু বৈদিক ঋষি

বেদ মন্ত্ৰ এই বিলাক ঋচ বা স্তুতি সমূহৰ সংগ্ৰহ মাত্ৰ। এই স্তুতি সমূহৰ উচ্চাৰণ কৰোতাক ঋষি বুলি কোৱা হয়।

মন্ত্ৰ বিলাক দেৱতা সকলৰ প্ৰতি কৰা প্ৰাৰ্থনাৰ বাহিৰে আন একো নহ'য়। যেনে - ইন্দ্ৰ বৰুণ অগ্নি সোম ঈশান প্ৰজাপতি ব্ৰহ্মা মহৰ্ষি যম তথা অন্যান্য বিলাক।

প্ৰাৰ্থনা সমূহৰ উদ্দেশ্য শত্ৰুৰ পৰা ৰক্ষা পাবলৈ বা শত্ৰুৰ সহায়তা লাভ কৰিবৰ কাৰণেহে। ধন লাভ কৰিবৰ কাৰণে ভক্ত সকলক ভোজন কৰাবৰ কাৰণে মাংস আৰু সুৰা আদি উপহাৰ ৰূপে স্বীকাৰ কৰিবৰ নিমিত্তে।

বেদ সমূহত দৰ্শনৰ মাত্ৰা বিশেষ একো নাই। কিন্তু কিছুমান বৈদিক ঋষি সকলৰ কিছুমান গীতহে মাত্ৰ য'ত কিছুমান দাৰ্শনিক ৰঙৰ কাল্পনিক সামগ্ৰী মাত্ৰহে আছে।

এই বৈদিক ঋষি সকলৰ নাম এনেধৰণৰ — (১) অঘমৰ্ষণ (২) প্ৰজাপতি পৰমেষ্ঠী (৩)ব্ৰহ্মাণস্পতি বা বৃহস্পতি (৪)অনিল (৫)দীৰ্ঘতমা (৬)নাৰায়ণ (৭)হিৰণ্যগৰ্ভ তথা (৮)বিশ্বকৰ্ম্মা।

এই বৈদিক দাৰ্শনিক সকলৰ মূখ্য সমস্যা আছিল — এই সংসাৰ কেনেকৈ উৎপন্ন হ'ল? বেলেগ বেলেগ বস্তু বিলাক কেনেকৈ উৎপন্ন কৰিলে? সেই বিলাকৰ একতা আৰু অস্তিত্ব কি আছে? কোনে উৎপন্ন কৰিলে আৰু কোনে ব্যৱস্থা কৰিলে? এই সংসাৰ ক'ৰ পৰা উৎপন্ন হ'ল আৰু কিহত বিলীন হৈ যাব?

অঘমৰ্ষণৰ ব্যাখ্যা হ'ল এই সংসাৰৰ উৎপত্তি তপসৰ (তাপ) দ্বাৰা উৎপন্ন হ'ল। তপসেই হৈছে নিত্য তত্ব যাৰ দ্বাৰা নিত্য ধৰ্ম আৰু ঋতৰ (= সত্য) উৎপত্তি হৈছে। ইয়াৰ পৰাই তমৰ (আন্ধকাৰ ৰাতি) উৎপত্তি হৈছে। তমৰ পৰাই জলৰ উৎপত্তি আৰু জলৰ পৰাই কালৰ উৎপত্তি। কালৰ পৰা সূৰ্য্য আৰু চন্দ্ৰৰ তথা দৌ আৰু পথিবীয়ে জন্ম ধাৰণ কৰিলে। কালেই অন্তৰিক্ষৰ পোহৰক জন্ম দিলে তথা দিন আৰু ৰাতিৰ ব্যৱস্থা কৰিলে।

বহমনস্পতিৰ কল্পনা আছিল যে সৃষ্টি অসত ৰূপৰ পৰাই সত ৰূপলৈ আহিল। অসতৰ অভিপ্ৰায় অনন্তৰ লগত আছিল। সত মূলতে অসতৰ পৰাই উৎপন্ন হৈছিল। সমস্ত সতৰ মূলাধাৰ অসতেই আছিল আৰু সেই সমস্ত ভৱিষ্যত সতই আজি যি অস্ত হৈছে।

প্ৰজাপতি পৰমেষ্ঠিয়ে যি সমস্যা দাঙি ধৰিলে সেইয়া আছিল সতৰ উৎপত্তি কি অসতৰ পৰা হ'ল? তেওঁৰ মত আছিল যে এই প্ৰশ্নৰ প্ৰস্তুত বিষয়ৰ লগত কোনো সম্বন্ধ নাই। তেওঁৰ মতে সমস্ত জগতৰ মূলধাৰ হৈছে জল। তেওৰ দৃষ্টিত যি জগতৰ মূলাধাৰ জল যি নেকি নাই সতৰ অন্তৰ্গত লৈ আহিছে নাই অসতৰ

পৰমেষ্ঠীয়ে জড়তত্ব আৰু চেতনক লৈ কোনো বিভাজনৰ ৰেখা টনা নাই। তেওঁৰ

মত অনুসৰি কোনো নিহিত তত্বৰ কাৰণেই জলে ভিন্ন ভিন্ন বস্তুৰ আকাৰ গ্ৰহণ কৰে। তেওঁ এই নিহিত তত্বটোক 'কাম বুলি কৈছে- বিশ্ব ব্যাপী ইচ্ছা- শক্তি।

আন এজন বৈদিক দাৰ্শনিকৰ নাম অনিল আছিল। তেওঁৰ মতে বায়ু হৈছে মুখ্যতত্ব। ইয়াত চলন অৰ্ন্তনিহিত আছিল। তাতেই উৎপন্ন কৰিব পৰা শক্তি আছে।

দীৰ্ঘতমাৰ মত আছিল যে সকলো বস্তুৰে মূলাধাৰ সূৰ্য্য। সূৰ্যই নিজৰ শক্তিৰ দ্বাৰাইহে এই অগা পিচা কৰি থাকে।

সূৰ্য্য কোনো অনেক ৰঙৰ সমষ্টিৰে গঠিত আৰু তাৰ পৰাই বিদ্যুত তথা অগ্নিৰ উৎপত্তি।

সূৰ্য্য বিদ্যুৎ আৰু অগ্নিত জলৰ বীজাঙ্কুৰ বিদ্যমান আৰু জল হৈছে গছ-গছনিৰ বিজাঙ্কুৰ। দীৰ্ঘতমাৰ এনেধৰণৰে মত আছিল।

নাৰায়ণৰ মতে পুৰুষেই হৈছে জগতৰ আদি কাৰণ। পুৰুষৰ পৰাই সূৰ্য্য, চন্দ্ৰ পৃথিৱী জল অগ্নি বায়ু, অন্তৰিক্ষ আকাশ, ক্ষেত্ৰ ঋতু বায়ুৰ জীৱ সমূহ, সকলো প্ৰাণী, সকলো প্ৰকাৰৰ মনুষ্য তথা সকলো ধৰণৰ মানবীয় সংস্থানৰ উৎপন্ন হৈছে।

হিৰণ্যগৰ্ভৰ সিদ্ধান্ত অনুসৰি হিৰণ্যগৰ্ভ পৰমেষ্ঠী আৰু নাৰায়ণৰ মাজতেই সীমাবদ্ধ আছিল। হিৰণ্যগভৰ অভিপ্ৰায় হৈছে স্বৰ্ণ গৰ্ভ। এয়েই বিশ্বৰ মহান শক্তি আছিল, যাক সমস্ত অন্যান্য পাৰ্থিব তথা দিব্য শক্তি সমূহ তথা অস্তিত্বৰ মূলস্ৰোত বুলি ধৰা হৈছিল।

হিৰণ্যগৰ্ভৰ অৰ্থ হৈছে অগ্নি । এই অগ্নিয়েই যি এই সৌৰ মণ্ডলৰ উপাদানৰ কাৰণ বিশ্বৰ উৎপাদক শক্তি।

বিশ্বকৰ্মাৰ সৃষ্টিত এইটো মানিব লাগিব যে জলেই হৈছে সকলো বস্তুৰ মূল আৰু জলৰ পৰাই সমস্ত সংসাৰৰ উৎপত্তি হৈছে এনেদৰে বুজা আৰু বুজিব লাগিব যে সংচৰণ স্বভাবেই হৈছে তাৰ ধৰ্ম কিন্তু ইয়াৰ হ'লে কোনো যোগ্যতা নাছিল। যদি জলকেই আমি প্ৰথম উপাদানৰ বুলি ভবা হয় তেতিয়া আমি প্ৰথমে ক'ব লাগিব যে জলৰ উৎপত্তি কেনেকৈ হ'ল আৰু জলক সেই শক্তি অৰ্থাৎউৎপাদক শক্তি ক'ৰ পৰা আহিল আৰু পৃথিৱী, আপ তেজ আদিৰ শক্তি সমূহ, অন্যান্য নিয়ম আৰু বাকী বিলাক কেনেকৈ অস্তিত্বৰ ভিতৰলৈ আহিল?

বিশ্বকৰ্মাৰ অনুসৰি পুৰুষেই হৈছে সকলো মূলাধাৰৰ মূল। পুৰুষ আদিতো আৰু পুৰুষ শেষতো। এই দৃশ্যমান সংসাৰৰ প্ৰথমৰ পৰাই, বিশ্বশক্তি অস্তিত্বলৈ অহাৰ আগতো ইয়াৰ অস্তিত্ব বিৰাজমান আছিল। অকলে পুৰুষৰ দ্বাৰাই হে এই বিশ্ব উৎপন্ন আৰু সঞ্চালিত হৈ আছে। পুৰুষ হৈছে এক আৰু এজনেই মাথোন। সি অজ আৰু তাতেই সকলো উৎপন্ন বস্তুৰ নিবাস। যাৰ চেতসত্ত মহান আৰু সামৰ্থ্যও মহান। তেঁৱেই উৎপন্ন কৰোতা, আৰু তেঁৱেই বিনাশ কৰোতা। পিতাৰ উত্তৰাধিকাৰী সূত্ৰে আমাক জন্ম দিছে আৰু যমৰাজৰ দৰে আমি শেষ জীৱনৰ লগতো পৰিচিত।

বুদ্ধই সকলো বৈদিক ঋষিকে আদৰণীয় বুলি নাভাবে তেওঁ কেৱল দহজনকহে ঋষি সকলৰ ভিতৰত সৰ্বাধিক প্ৰাচীন তথা মন্ত্ৰ ৰচনাকাৰী বুলি মানে।

কিন্তু তেওঁ বিলাকে প্ৰচাৰ কৰা মন্ত্ৰ বিলাকৰ দ্বাৰা মানৱ সমাজৰ কিবা কল্যাণ হ'ব বুলি বা নৈতিক উৎথানত সহায়ক হ'ব বুলি নাভাবে।

এইদৰে বুদ্ধই বৈদিক ঋষি সকলৰ দৰ্শনত কোনো সাৰ দেখিবলৈ পোৱা নাই। নিঃসন্দেহে (ঋষি সকলে) সত্যৰ অন্বেষণকে কৰিছিল। তেওঁ বিলাকে কেৱল আত্মাৰৰ মাজত সত্য বিচাৰি পাইছিল। কিন্তু তেওঁ বিলাকে সত্যৰ সন্ধান পোৱা নাছিল।

তেওঁ বিলাকৰ সিদ্ধান্ত কেৱল কল্পনা প্ৰসূত আছিল। যাৰ সম্বন্ধ কোনো তৰ্ক বা বাস্তৱৰ লগত নাছিল । দৰ্শনৰ ক্ষেত্ৰত তেওঁ বিলাকে কোনো নতুন সামাজিক চিন্তাৰ সমল যোগাব নোৱাৰিছিল ।

এই কাৰণে তেওঁ বৈদিক ঋষি সকলৰ দৰ্শন অৰ্থহীন বুলি জানি তাক সম্পূৰ্ণ ৰূপে অবহেলা কৰিছিল ।

## ২ কপিল দাৰ্শনিক

প্ৰাচীন ভাৰতীয় দাশৰ্নিক সকলৰ ভিতৰত কপিল অন্যতম তেওঁৰ দাৰ্শনিক দৃষ্টিকোণ অনুপম আছিল। তেওঁ অকল দাৰ্শনিকেই নাছিল তেওঁ যেন নিজেই এজন দাৰ্শনিক বৰ্গ আছিল। তেওঁৰ দৰ্শনক সাংখ্য দৰ্শন বুলি কোৱা হৈছিল। তেওঁৰ দাৰ্শনিক মান্যতাবিলাকো আচৰিত ধৰণৰ আছিল। সত্যৰ কাৰণে প্ৰমাণৰ আৱশ্যক। সাংখ্য দৰ্শনৰ এইয়া প্ৰথম সিদ্ধান্ত। বিনা প্ৰমাণে সত্যৰ কোনো অস্তিত্বই নাই। সত্যক প্ৰমাণিত কৰিবৰ কাৰণে কপিলে মাত্ৰ দুটা প্ৰমাণ স্বীকাৰ কৰিছিল- প্ৰত্যক্ষ আৰু অনুমান।

প্ৰত্যক্ষৰ অভিপ্ৰায় (ইন্দ্ৰিয় সমূহৰ মাধ্যম) হৈছে বিদ্যমান বস্তুৰে চিন্তক জনা।

(১) অনুমান তিনি প্ৰকাৰৰ - কাৰণৰ দ্বাৰা কাৰ্য্যৰ অনুমান যেনে- মেঘৰ অস্তিত্বই বৰষুণ দিয়াৰ অনুমান

(২) কাৰ্যৰ দ্বাৰা কাৰণৰ অনুমান যেনে নদীৰ তলত বানপানী দেখা যায় তেতিয়া অনুমান কৰিব লাগিব যে পাহাৰৰ ওপৰত বৰষুণ হোৱাৰ অনুমান, দেখা যাব।

(৩) সামান্য দৃষ্টিৰে যদি আমি অনুমান কৰো যে যদি কোনো মানুহ এঠাইৰ পৰা আনঠাইলৈ যোৱাৰ কথা ভবা যায় তেতিয়া বুজিব লাগিব স্থান পৰিবৰ্ত্তন কৰা বুলি। আকাশৰ তৰা বিলাকো ভিন্ন ভিন্ন ঠাইত দেখিলে অনুমান কৰিব পাৰি যে তেওঁ বিলাকেও স্থান পৰিবৰ্তন কৰে।

তেওঁৰ প্ৰথম সিদ্ধান্ত সৃষ্টিৰ উৎপত্তি সমন্ধে আছিল। সৃষ্টিৰ উৎপত্তি আৰু তাৰ কাৰণ।

কপিলে কোনো সৃষ্টি কৰ্ত্তাৰ অস্তিত্ব স্বীকাৰ নকৰিছিল। তেওঁৰ মত আছিল যে উৎপন্ন বস্তু প্ৰথমৰ পৰাই নিজৰ কাৰণত বিদ্যমান থাকে যেনে - মাটিৰ পৰা বৰ্ত্তন সাজে অথবা সুতাৰ মহৰাৰ পৰা এটুকুৰা কপোৰ হয় ।

এইয়া তেওঁৰ তৰ্ক সন্মত মত আছিল যাৰ দ্বাৰাই কপিলে কোনো সৃষ্টিকৰ্ত্তাৰ অস্তিত্ব মনা নাছিল।

তেওঁৰ মতৰ বিষয়ে তেওঁ নিজেই সমৰ্থন কৰি আৰু তৰ্ক উঠাইছিল।

অসত কেতিয়াও কোনো কার্যৰ কাৰণে হ'ব নোৱাৰে। বাস্তৱতে নতুন সৃষ্টি বুলিবলৈ বস্তুয়েই সামগ্ৰীৰ অতিৰিক্ত আৰু একোৱেই নাই, যাৰ দ্বাৰা সি নিৰ্মিত হ'ব পাৰে । বস্তু নিজ অস্তিত্বলৈ অহাৰ আগতে সেই সামগ্ৰীৰ ৰূপত বিদ্যমান থাকে যে যাৰ দ্বাৰা তাৰ নিৰ্মাণ হ'য়। কোনো এক নিশ্চিত সামগ্ৰীৰ দ্বাৰা কোনো এক নিশ্চিত বস্তুহে নিৰ্মাণ হ'ব পাৰে। আৰু কেৱল কোনো নিশ্চিত সামগ্ৰীহে কোনো নিশ্চিত বস্তুৰ ৰূপত পৰিণতি লাভ কৰিব পাৰে ।

তেনেহলে এই বাস্তৱিক সংসাৰৰ মূলস্ৰোতনো কি? কপিলৰ মতে বাস্তৱিক সংসাৰৰ ৰূপ দুটা – ব্যক্ত (=বিকসিত) তথা অব্যক্ত (=অবিকসিত)।

ব্যক্ত বস্তু অব্যক্ত বস্তুৰ স্ৰোত হ'ব নোৱাৰে। ব্যক্ত বস্তু সসীম আৰু এই সৃষ্টিৰ মূলস্ৰোত অমিল।

সমস্ত ব্যক্ত বস্তুৱেই পৰস্পৰে সমান। এই কাৰণে কোনো এটা ব্যক্ত বস্তু কোনো অন্য ব্যক্ত বস্তুৰ স্ৰোত বুলি মানি ল'ব নোৱাৰি। আকৌ যিহেতু সেই বিলাক স্বয়ং কোনো এটা মূল স্ৰোতৰ পৰা উৎপন্ন হ'য়, এই কাৰণেএই বিলাক স্বয়ং সেই মূল স্ৰোতৰ হ'ব নোৱাৰে।

কপিলৰ আন তৰ্ক আছিল যে এটা কাৰ্য্য নিজ কাৰণৰ পৰা ভিন্ন হ'বই লাগিব – যদিও সেই কাৰ্য্যত কাৰণ নিহিত হৈ থাকে। যেতিয়া ই এনেকুৱাই হ'য় তেতিয়া বিশ্ব স্বয়ং অন্তিম কাৰণ হ'ব নোৱাৰে । ই কোনো অন্তিম কাৰণৰ পৰিনাম হ'ব লাগিব।

যেতিয়া সোধা যায় যে অব্যক্তৰ অনুভূতি কিয় নহ'য় ইয়াৰ কোনো কাৰ্য্য ইন্দ্ৰিয় গোচৰ কিয় নহ'য়, তেতিয়া কপিলৰ উত্তৰ আছিল ––

ই অনেক কাৰণৰ পৰা হ'ব পাৰে। হ'য়তো অন্য বেলেগ সূক্ষ্ম বস্তুৰ দৰে যাৰপোনে পোনে অনুভূতি নহ'ব পাৰে ইয়াৰ অনুভূতিও নহয়। অথবা অত্যাধিক দূৰ হোৱাৰ নিমিত্তে ও অনুভূতিত অন্য কোনো তৃতীয় বাধা আহি যাব পাৰে, অথবা সদৃশ কোনো বস্তুৰ মিশ্ৰণ হৈছে, অথবা কোনো তীব্ৰ বেদনাৰ (=অনুভূতি) কাৰণে অনুভূতি নহ'ব পাৰে অথবা দ্ৰষ্টাৰ মস্তিষ্কৰ বিকলতাৰ কাৰণেই অনুভূতি ন'হব পাৰে।

যেতিয়া সোধা হ'ল যে বিশ্বৰ মূলস্ৰোতনো কি ? বিশ্বৰ ব্যক্তৰূপ তথা অব্যক্ত ৰূপৰ মাজত পাৰ্থক্য কি?

কপিলৰ উত্তৰ আছিল— "ব্যক্ত ৰূপৰো কাৰণ আছে তথা অব্যক্ত ৰূপৰো কাৰণ আছে। কিন্তু দুয়োটাৰ মূলস্ৰোত স্বতন্ত্ৰ আৰু তাৰ কোনো কাৰণ নাই।" ব্যক্ত বস্তুৰ সংখ্যা অনেক । সেই বিলাক দেশ কালৰ তুলনাত সীমিত। সেই বিলাকৰ স্ৰোত এটাই মাত্ৰ, ই নিত্য আৰু সৰ্ব্বব্যাপক। ব্যক্ত বস্তু বিলাক সদায় ক্ৰিয়াশীল, সেই বিলাকৰ অংশ আৰু ভাগ থাকে । সকলো মূলস্ৰোত স্থিৰ হৈ থাকে, সি ক্ৰিয়াশীল নহয় আৰু তাৰ অংশ আৰু ভাগ নাথাকে । কপিলৰ তৰ্ক সন্মত মত আছিল যে অব্যক্তৰ ব্যক্তত পৰিণতি সেই তিনিটা গুণৰ ক্ৰিয়াশীলতাৰ পৰিণাম মাত্ৰ যাৰ দ্বাৰা তাৰ নিৰ্মাণ হ'য়। সেই বিলাকৰ তিনিটা গুণ সত্ত্ব, ৰজ, তম।

এই তিনিটা গুণৰ ভিতৰত 'সত্ত্ব' হ'ল প্ৰথম গুণ যিনেকি এই গুণে প্ৰকৃতিত প্ৰকাশৰ সমান ইয়াৰ অৱস্থিতিয়ে মানুহ্যক সুখ প্ৰদান কৰে, দ্বিতীয় গুণ হৈছে 'ৰজ' যি প্ৰেৰিত কৰে, যি সঞ্চালন কৰে, যি ক্ৰিয়াশীলতাৰ কাৰণ, তৃতীয় গুণ 'তম' যি গভীৰতাৰ প্ৰতীক যি বাধা দিয়ে যি উপেক্ষা বা নিষ্ক্ৰিয়তা উৎপন্ন কৰে । এই তিনিওটা গুণেই সম্মিলিত হৈয়েই ক্ৰিয়াশীল হ'য়। ইহঁতে পৰস্পৰে প্ৰভাৱ বিস্তাৰ কৰে। প্ৰত্যেকৰ সহায়ক হ'য়। পৰস্পৰে পৰস্পৰৰ লগত মিলি থাকে। যেনেকৈ জুই, তেল আৰু শলাকাঠিৰ সম্মিলিত প্ৰচেষ্টাৰ সহযোগত চাকি জ্বলি থাকে, থিক তেনেদৰে এই তিনিওটা গুণো মিলি ক্ৰিয়াশীল হৈ থাকে। যেতিয়া এই তিনিওটা গুণেই সম অৱস্থাত থাকে কোনো এটা গুণেই আনৰ ওপৰত নিৰ্ভৰ নকৰে সেই সময়ত বিশ্ব অচেতন অৱস্থাত থাকে তেতিয়া বিকাশনহ'য়। যেতিয়া তিনিওটা গুণ সম অৱস্থাত নাথাকে, এটা গুণে আনটোক দমাই ৰাখে, তেতিয়াই বিশ্ব সচেতন হৈ যায়, তেতিয়া বিকাশ হ'বলৈ আৰম্ভ কৰে। যেতিয়া সোধা হ'ল যে গুণৰ মাত্ৰাত এনেদৰে কম বেছি কিয় হ'য় কপিলৰ তেতিয়া উত্তৰ আছিল তাৰ কাৰণ দুঃখ।[২] কপিলৰ দৰ্শন এনেধৰণেই আছিল। অন্যান্য দাৰ্শনিক বিলাকৰ তুলনাত বুদ্ধই কপিলৰ সিদ্ধান্তৰ প্ৰতিহে বিশেষ প্ৰভাৱিত হৈছিল।

কপিলেই এনে এজন দাৰ্শনিক আছিল যাৰ শিক্ষাই বুদ্ধক তৰ্ক সংগত আৰু কিছু কিছু বাস্তৱতাৰ ওপৰত আধাৰিত বুলি অনুমান কৰিলে। কিন্তু বুদ্ধই হ'লে কপিলৰ সকলো বিলাক শিক্ষাক স্বীকাৰ কৰি নল'লে। কপিলৰ কেৱল তিনিটা কথাহে তেও মানিলে। বুদ্ধই এই কথাৰ ওপৰত জোৰ দিছিল যে সত্য প্ৰমাণৰ ওপৰত অধিষ্ঠিত হ'ব লাগে। বাস্তৱতাৰ আধাৰ বুদ্ধিবাদ হোৱাতো দৰ্কাৰ । তেও এই কথা মানি চলিছিল যে কোনো ঈশ্বৰৰ অস্তিত্ব বা সৃষ্টিকৰ্ত্তা হোৱাৰ তৰ্কানুকূল বা বাস্তৱতে থকাৰ কোনো কাৰণ বিদ্যামান নাই। তেও এই কথা অনুভৱ কৰিছিল যে সংসাৰত দুঃখ আছে। কপিলৰ বাকী বিলাক শিক্ষা তেও অমান্য কৰিছিল কিয়নো সেই বিলাকৰ বাস্তৱিকতে কোনো প্ৰয়োগ নাছিল।

## ৩ ব্ৰাহ্মণ - গ্ৰন্থ

বেদৰ পিচতে সেই ধাৰ্মিক সাহিত্যৰ নম্বৰ আহে যিনেকি ব্ৰাহ্মণ গ্ৰন্থ নামেৰে প্ৰসিদ্ধ। দুয়োখনকে পবিত্ৰ গ্ৰন্থ বুলি মনা হৈছিল। বাস্তৱতে ব্ৰাহ্মণো বেদৰ এটা অংশ বিশেষ। দুয়োটাই একে আৰু দুয়োটাৰ সম্মিলিত নাম হৈছে শ্ৰুতি । ব্ৰাহ্মণ সকলৰ দৰ্শনৰ চাৰিটা স্তম্ভ আছে। আটাইতকৈ সৰ্ব প্ৰথম স্তম্ভ হৈছে বেদ ই কেৱল পবিত্ৰই নহয়, বৰং অপৌৰুষেয়। তাত কোনো শব্দতে প্ৰশ্ন চিহ্ন লগাব নোৱাৰি। ব্ৰাহ্মণী দৰ্শনৰ দ্বিতীয় স্তম্ভ বা দ্বিতীয় আধাৰ শিলা আছিল যে আত্মাৰ মুক্তি জন্ম মৰণৰ লগত জড়িতনে নাই সংসৰণৰ দ্বাৰা মুক্তি বৈদিক যজ্ঞ তথা আন কোনো ধাৰ্মিক ক্ৰিয়াৰ উচিত ব্যৱহাৰে পূৰা কৰে আৰু ব্ৰাহ্মণক দান-দক্ষিণা দিলেহে হ'ব পাৰে নে? ব্ৰাহ্মণৰ লগত কেৱল আদৰ্শ ধৰ্মবহে কল্পনা আছিল এনে নহয় কিন্তু তেওঁ বিলাকে এখন 'আদৰ্শ সমাজ'ৰ কল্পনাও গঢ়ি ৰাখিছিল। এই 'আদৰ্শ সমাজ'ৰ পদ্ধতি গত প্ৰণালীৰ নাম চাতুৰ্বৰ্ণ আছিল। কাৰণ ই বেদৰ লগত সম্বন্ধ, আৰু বেদ হৈছে তৰ্কাতীত গতিকে বেদৰ কোনো শব্দতে প্ৰশ্ন চিহ্ন লগাব নোৱাৰি, গতিকে এখন

সমাজৰ আদৰ্শৰ নমুনা স্বৰূপে চাতুৰ্বৰ্ণ ও হৈছে তৰ্কাতীত কাৰণে তাৰ ওপৰত কোনেও আঙুলি উঠাব নোৱাৰে

সমাজৰ এই নমুনাৰ কিছুমান আধাৰ ভূত নিয়ম আছে। প্ৰথম নিয়ম হ'ল যে সমাজক চাৰিটা নিয়মত ভগাব লাগে। (১) ব্ৰাহ্মণ (২)ক্ষত্ৰিয় (৩)বৈশ্য আৰু (৪)শূদ্ৰ ।

দ্বিতীয় নিয়ম আছিল যে এই চাৰিটা বৰ্গৰ মাজত সামাজিক সমানতা হ'ব নোৱাৰে এই বিলাকক ক্ৰমিক ৰূপত অসমানতাৰ নিয়মেৰে পৰস্পৰ বান্ধি ৰাখিব লাগিব। ব্ৰাহ্মণ হৈছে সৰ্বোবাপৰি। ব্ৰাহ্মণ সকলৰ তলত ক্ষত্ৰিয়। কিন্তু বৈশ্যৰ ওপৰত । ক্ষত্ৰিয়ৰ তলত বৈশ্য কিন্তু শূদ্ৰতকৈ ওপৰত। আটাইতকৈ তলত শূদ্ৰ। এই চাৰিওটা বৰ্গই অধিকাৰ আৰু বিশেষ সুবিধাৰ অৰ্থে পৰস্পৰে পৰস্পৰৰ প্ৰতি সমানতাৰ দাবি তুলিব নোৱাৰিছিল। অধিকাৰ আৰু বিশেষ সুবিধাৰ উপয়োগ ক্ৰমিক অসমতাৰ ভিত্তিতহে হৈছিল ।

ব্ৰাহ্মণ সকলে সেই সকলো অধিকাৰৰ বিশেষ সুবিধা সমূহ লাভ কৰিছিল । যি বিলাক তেও ইচ্ছা কৰিছিল। কিন্তু এজন ক্ষত্ৰিয়ই সেই অধিকাৰ আৰু বিশেষ সুবিধাৰ দাবি কৰিব নোৱাৰিছিল। যিনেকি এজন ব্ৰাহ্মণে পাইছিল। এজন বৈশ্যত কৈ অধিক অধিকাৰ আৰু বিশেষ সুবিধা লাভ কৰিছিল। বৈশ্যই সেইদৰে শূদ্ৰতকৈ অধিক অধিকাৰ আৰু সুবিধা আদায় কৰিছিল। কিন্তু শূদ্ৰই বিশেষ অধিকাৰ বা সুবিধাৰ দাবী জনাব নোৱাৰিছিল। যিনেকি এজন ক্ষত্ৰিযই পাইছিল। যিমান দৰ শূদ্ৰৰ কথা হৈছে কোনো বিশেষ সুবিধাৰ কথা বাদেই কোনো অধিকাৰেই লাভ কৰিব নোৱাৰিছিল। তেও বিলাকৰ কাৰণে এয়েই যথেষ্ট আছিল যে ওপৰৰ তিনিওটা বৰ্গক কোনো আমনি নকৰাকৈ যিকোনো প্ৰকাৰে জীযাই থাকিব যে পাৰিছে সেয়ে যথেষ্ট।

চাতুৰ্বৰ্ণ্যৰ তৃতীয় নিয়মৰ সম্বন্ধ ব্যৱসায় বা জীৱিকাৰ সাধনৰ লগত আছিল। ব্ৰাহ্মণৰ ব্যৱসায পঢ়া-পঢ়ুৱা আৰু ধাৰ্মিক সংস্কাৰ কৰা। ক্ষত্ৰিয়ৰ ব্যৱসায় আছিল যুদ্ধ কৰা মৰা মৰোৱা। বৈশ্যৰ ব্যৱসায় হ'ল বেপাৰ। শূদ্ৰৰ ব্যৱসায় ওপৰৰ তিনিওটা শ্ৰেণীকে সেৱা কৰা। এই চাৰিটা শ্ৰেণীৰ বিভাজন এনে যাছিল যে এটা বৰ্গই আনটো বৰ্গৰ ব্যৱসায় কৰিব পাৰিব। প্ৰতিটো শ্ৰেণীয়েই নিজৰ নিজৰ ব্যৱসায়হে কৰিব পাৰিছিল। কোনো শ্ৰেণীয়েই কোনো শ্ৰেণীৰ ওপৰত দখল দিব নোৱাৰিছিল ।

চাতুৰ্বৰ্ণ্যৰ চতুৰ্থ নিয়ম শিক্ষাৰ অধিকাৰৰ ওপৰত আছিল। চাতুৰ্বৰ্ণ্যৰ নমূনা অনুসৰি কেৱল প্ৰথম তিনিটা শ্ৰেণী-ব্ৰাহ্মণ ক্ষত্ৰিয় আৰু বৈশ্যইহে শিক্ষাৰ অধিকাৰী আছিল। শূদ্ৰৰ কাৰণে শিক্ষিত হোৱাতো নিষিদ্ধ আছিল। এই চাতুৰ্বৰ্ণ্যৰ নিয়মে কেৱল শূদ্ৰকে শিক্ষাৰ পৰা আঁতৰাই ৰাখিছিল। য'ত ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য তথা শূদ্ৰৰ নাৰী বিলাকো বৰ্জিত হ'ব লগাত পৰিছিল।

ইয়াৰ এটা পঞ্চম নিয়ম আছিল। এই অনুসৰি মানুহৰ জীৱনটোক চাৰিটা ভাগত বিভক্ত কৰিছিল। প্ৰথম অৱস্থা ব্ৰহ্মচৰ্য্যা শ্ৰম, দ্বিতীয় গৃহস্থাশ্ৰম তৃতীয় বানপ্ৰস্থ আৰু চতুৰ্থ সন্নাসশ্ৰম।

প্ৰথম আশ্ৰমৰ উদ্দেশ্য অধ্যয়ণ আৰু শিক্ষা আছিল। দ্বিতীয় আশ্ৰমৰ উদ্দেশ্য বিবাহিত

জীৱন যাপন কৰা। তৃতীয় আশ্ৰমৰ উদ্দেশ্য মানুহক বনবাসী জীৱনৰ লগত পৰিচয় কৰাই দিয়া। বিনা গৃহ ত্যাগে পাৰিবাৰিক জীৱনৰ পৰা মুক্ত হৈযাব। চতুৰ্থ আশ্ৰমৰ উদ্দেশ্য ঈশ্বৰৰ অনুসন্ধান কৰা আৰু তেওঁক লগ পোৱাৰ প্ৰয়াস।

এই আশ্ৰম বিলাকৰ যোগেদি এই তিনিও শ্ৰেণীৰ মানুহে অৰ্থাৎ পুৰুষ সকলে লাভান্বিত হ'ব পাৰিছিল। শূদ্ৰ আৰু স্ত্ৰী সকলৰ নিমিত্তে প্ৰথম খনি আশ্ৰম বৰ্জিত আছিল। এইদৰে শূদ্ৰ আৰু স্ত্ৰী বিলাকৰ কাৰণে অন্তিম আশ্ৰমো বৰ্জিত আছিল।

এয়াই আছিল এনে দিব্য আদৰ্শ সমাজৰ নমুনা। যাক চাতুৰ্বৰ্ণ্যৰ নাম দিয়া হৈছিল। ব্ৰাহ্মণ সকলে এই নিয়মক উচ্চ আদৰ্শবাদত পৰিণত কৰিছিল আৰু এই কথাও সাৱধানে ৰাখিছিল যে কোনেও যাতে ইয়াত কোনো হস্তক্ষেপ কৰিব নোৱাৰে।

ব্ৰাহ্মণী দৰ্শণৰ এক চতুৰ্থ স্তম্ভ কৰ্ম সিদ্ধান্ত আছিল। ইয়াৰ আত্মাৰ পাৰ্থিব জীৱনৰ সিদ্ধান্তৰ এটা অংশ আছিল। ব্ৰাহ্মণ সকলৰ 'কৰ্মবাদ এই এটা প্ৰশ্নৰ উত্তৰ তেও বিলাকৰ ফালৰ পৰা দিয়া উত্তৰ আছিল-- 'জন্মান্তৰ হলেও নতুন শৰীৰলৈ আত্মাই ক'ৰবাত নতুন জন্ম গ্ৰহণ কৰিব পাৰেনে? ব্ৰাহ্মণী দৰ্শনৰ উত্তৰ আছিল যে -- এইয়া তেওঁৰ যোৱা জন্মৰ কৰ্মৰ ওপৰত নিৰ্ভৰ কৰে। আন অৰ্থত কৰলৈ গ'লে ইয়াৰ অভিপ্ৰায় হৈছে যে এইযা তেওঁৰ কৰ্ম বিলাকৰ পৰিণাম।

ব্ৰাহ্মণী ধৰ্মৰ প্ৰথম সিদ্ধান্তত বুদ্ধ ঘোৰ বিৰোধী আছিল। তেও ব্ৰাহ্মণৰ এই সিদ্ধান্তক খণ্ডন কৰিছিল যে বেদ হৈছে ঈশ্বৰকৃত আৰু তাত কোনো প্ৰশ্ন লগাব নোৱাৰি। তেও বিলাকৰ মতে এনে কোনো কথাই হ'ব নোৱাৰে। যি ভুলৰ বাহিৰত। কোনো বিষয়তে কোনো কথাই অন্তিম হ'ব নোৱাৰে। যথাসম্ভৱ সময়ে সময়ে পত্যেকটো কথাই পৰীক্ষণ হোৱা উচিত। মানুহে সত্য আৰু বাস্তৱ সত্যক জনা উচিত। বুদ্ধৰ কাৰণে বিচাৰৰ স্বাধীনতা সৰ্বাধিক গুৰুত্ব পূৰ্ণ আছিল। তেও এই কথা উপলব্ধি কৰিছিল যে স্বতন্ত্ৰ বিচাৰেহে সত্য নিৰূপণ কৰাৰ একমাত্ৰ সাধন। বেদ সমূহৰ পুৰুষাৰ্থ হীনতাক মানি লোৱাৰ অভিপ্ৰায় হৈছে স্বতন্ত্ৰ বিচাৰকক সমূলঞ্চে অস্বীকাৰ কৰা। এই বিলাক কাৰনেই ব্ৰাহ্মণী দৰ্শনৰ সেই প্ৰতিষ্ঠা তেওঁৰ কাৰণে অপ্ৰিয় আছিল বুদ্ধই ব্ৰাহ্মনী দৰ্শনৰ দ্বিতীয় স্থাপনাও সিমানেই অপ্ৰিয় আছিল। বুদ্ধই এইটো স্বীকাৰ কৰে যে 'যজ্ঞ কৰাটো উচিত। কিন্তু তেও প্ৰকৃত যজ্ঞ'ত আৰু 'মিছা যজ্ঞ'ৰ মাজত বিভাজন ৰেখা টানি দিলে।

আনৰ কল্যাণৰ কাৰণে 'আত্ম পৰিত্যাগ কৰাতোহে বুদ্ধই প্ৰকৃত যজ্ঞ" বুলি মানে। আত্ম স্বাৰ্থৰ কাৰণে কোনো দেৱতাক প্ৰসন্ন কৰাৰ উদ্দেশ্য কোনো পশুক বলি দিয়াতো বুদ্ধই 'মিছা যজ্ঞ" বুলি কয় । অধিকাংশ ব্ৰাহ্মণে 'যজ্ঞ দেৱতা সকলক প্ৰসন্ন কৰিবৰ কাৰণে দিয়া পশু বলিয়েই আছিল। বুদ্ধই এই বিলাক 'মিছা যজ্ঞ বুলি এই বিলাকৰ নিন্দা কৰিছিল। যজ্ঞ যদি আত্মা'ৰ মোক্ষ লাভৰ কাৰনেই কৰা যায় তথাপি বুদ্ধই সেই বিলাক কৰাৰ পক্ষপাতি নাছিল। যজ্ঞ বিৰোধী মানুহে এই বুলি কৈ ব্ৰাহ্মণ সকলক উপহাস কৰিছিল "যদি কোনো এটা পশুক বলি দিলে যদি 'স্বৰ্গ' লৈ যাব পাৰে তেতিয়া হ'লে অনতি পলমে স্বৰ্গলৈ যাবলৈ নিজৰ পিতাকক কিয় বলি নিদিয়ে?" বুদ্ধই এই মতৰ প্ৰতি সৰ্বদাই

সম্মতি প্ৰকাশ কৰিছিল 'যজ্ঞ' ৰ সিদ্ধান্ত বিলাক বুদ্ধই যিমান বেয়া পাইছিল সিমানে বুদ্ধই চাতুৰ্বৰ্ণ্যৰ স্থাপনক বেয়া পাইছিল। ব্ৰাহ্মণবাদে চাতুৰ্বৰ্ণ্যৰ নামত যেনেদৰে সমাজ সংগঠনৰ কল্পনা কৰিছিল। সেইয়া বুদ্ধৰ কাৰণে অপ্ৰাকৃতিক লাগিছিল। ইয়াৰ বৰ্গাশ্ৰিত স্বৰূপ অনিবাৰ্য্য আছিল আৰু আকোৰগোজ ভাৱাপন্ন আছিল। ই কাবোবাৰ হুকুমৰ অনুসৰি সমাজৰ নিৰ্মিত্তে কৰা ৰচনাত বুদ্ধ সম্পূৰ্ণ মুক্ত আৰু স্বতন্ত্ৰ সমাজৰ পক্ষপাতি আছিল।

ব্ৰাহ্মণ্যবাদৰ চাতুৰ্বৰ্ণ্য এখন জড় সমাজৰ ৰচনা আছিল। সিয়ো অপৰিবৰ্ত্তনশীল। এবাৰ ব্ৰাহ্মণৰ ঘৰত জন্ম ল'লে সদায় সি ব্ৰাহ্মণ। এবাৰ ক্ষত্ৰিয়ৰ ঘৰত জন্ম ল'লে সদায় সি ক্ষত্ৰিয়। এবাৰ বৈশ্যৰ ঘৰত জন্ম ল'লে সি সদায় বৈশ্য। এবাৰ শূদ্ৰৰ ঘৰত জন্ম ল'লে সদায় সি  শূদ্ৰ। সমাজ ৰচনাৰ আধাৰ ব্যক্তিৰ সেই পদ আছিল সেই শ্ৰেণী আছিল যি কোনো এখন বিশেষ এখন ঘৰত জন্ম ল'লেই হ'ল। কোনোবাই ডাঙৰত কৈয়ো ডাঙৰ "পাপ কৰ্ম" কৰিলেও তেওঁক সেই শ্ৰেণীৰ পৰা বগৰাব নোৱাৰিছিল। ইয়াত কোনো গুণৰ পূজা নহৈছিল আৰু বিকাশৰো কোনো স্থান নাছিল। কোনো এখন সমাজ এনে নাছিল য'ত অসমানতা নাছিল । কিন্তু ব্ৰাহ্মণ বাদৰ কথাই বেলেগ । ব্ৰাহ্মণবাদৰ দ্বাৰা যি অসমানতাৰ সিদ্ধান্ত প্ৰচাৰ হ'ল, সেইয়া তেওঁবিলাকৰ ধাৰ্মিক মান্য সিদ্ধান্তহে। এই অসমানতা নিজে নিজে  প্ৰতিষ্ঠিত হোৱা নাছিল। ব্ৰাহ্মণবাদে সমানতাক সমূলি প্ৰাধান্য দিয়া নাছিল। বাস্তৱতে ই সমাণিনতাৰ সিদ্ধান্তৰ শত্ৰু মাত্ৰ ।

ব্ৰাহ্মণবাদ কেৱল অসমান তাতেই সন্তুষ্ট নাছিল । ব্ৰাহ্মণবাদৰ প্ৰাণ ক্ৰমাঘয়ে অসমানতাতে নিমগ্ন আছিল।

সমন্বয় তথা মিলজুলৰ ভাবৰ অভাৱক লৈ বুদ্ধই ভাবিলে যে এই ক্ৰমাগত অসমানতাই একালে তললৈ  আনকালে ওপৰলৈ, তাৰ আৰু ওপৰলৈ এইদৰে সকলোৰে উচ্চ বৰ্গত ক্ৰমিক ৰূপে ঘৃণাই ঠাই পাব। দ্বিতীয়তে সেইদৰে সকলোৰে ওপৰত, তাৰ তলত, তাতোতকৈ আৰু তলত আৰু আটাইতকৈ তলৰ শ্ৰেণীত ক্ৰমাঘয়ে ঘৃণাৰ ভাৱনা জগাই তুলিব আৰু এই বিলাকৰ দ্বাৰাই সমাজত স্থায়ী সংঘৰ্ষ লাগি থাকিব।

চাৰিওটা শ্ৰেণীৰ ব্যৱসায়ো নিশ্চিত আছিল। মতৰ স্বাধীনতা নাছিল। ইমানেই নহয়, এই বিলাক ব্যৱসায় কম-বেছি পৰিমানে সামৰ্থ্য বা যোগ্যতা অনুসৰি নিশ্চিত কৰা নাছিল, কেৱল জন্মগত ৰূপেহে হিচাব কৰিছিল।

চাতুৰ্বৰ্ণ্যৰ নিয়ম সমূহ একাত্মমনে বুজিবলৈ চেষ্টা কৰিলে বুদ্ধ এনে এটা পৰ্য্যায়ত উপস্থিত হয় যে ব্ৰাহ্মণবাদৰ সামাজিক ব্যৱস্থাৰ দাৰ্শনিক আধাৰ যদি স্বাৰ্থাশ্ৰিত নহলেও, ভুল অৱশ্যে আছিল।

বুদ্ধই সম্পূৰ্ণ বুজি পাইছিল যে এই ব্যৱস্থাৰে সকলোৰে কল্যাণৰ আশা কৰিব নোৱাৰি, সকলোৰে স্বাৰ্থ সিদ্ধিও কৰিব নোৱাৰি। নিশ্চিত ৰূপে জানি বুজিয়েই এনেধৰণৰ কল্পনা কৰা হৈছিল যে বহুত মানুহে সামান্য মানুহৰ স্বাৰ্থ সিদ্ধিৰ পৰা বিৰত থাকিছিল। এনে ব্যৱস্থাত মানুহক স্বয়ং নিজে নিজে মানৱ প্ৰৱৰ (= ভূদেৱতা) হৈ মানৱৰ সেৱাত নিয়ম হ'বলৈ বাধ্য কৰাইছিল । ইয়াৰ উদ্দেশ্য দুৰ্ব্বলীক দমাই ৰাখি তেওঁ বিলাকৰ ওপৰত শোষণ

চলিছিল আৰু তেওঁ বিলাকক সৰ্বদাই গোলাম কৰি ৰখাৰ আঁচনি মাত্ৰ।

বুদ্ধই ভাবিলে যি 'কৰ্ম বাদ' ব্ৰাহ্মণে ৰচনা কৰিলে সিয়ো সদায় বিদ্ৰোহৰ ভাৱ জগাই তুলিবৰ কাৰণেহে। নিজৰ দুঃখৰ কাৰণে স্বয়ং মানুহেই দায়ী । বিদ্ৰোহ কৰিলেও কষ্ট দূৰ নহয়। কিয়নো তেওঁৰ পূৰ্ব জন্মৰ কৰ্মইহে প্ৰথমেই নিশ্চয় কৰিলে যে তেওঁ এই জন্মত দুখী থাকিব।

শূদ্ৰ আৰু স্ত্ৰী সকলৰ যাৰ মানৱতাক ব্ৰাহ্মণবাদে বেয়া ধৰণে ছিন্ন ভিন্ন কৰি দিলে- যিনেকি সদায়েই শক্তিহীন আছিল। তেওঁ বিলাকে এই বিলাক পদ্ধতিৰ বিৰুদ্ধে অকনো মাত মাতিব নোৱাৰিলে ।

জ্ঞান লাভ কৰাতো তেওঁ বিলাকৰ কাৰণে নীতিবহিৰ্ভূত আছিল। জোৰজুলুম তথা অজ্ঞানতাৰ এইয়া দুষ্পৰিণাম আছিল। যাৰ কাৰণে তেওঁ বিলাকে একো নাজানিলে আৰু কোনে তেওঁ বিলাকক এই দুৰাৱস্থালৈ ঠেলি দিলে? তেওঁ বিলাকে এই কথাও অনুভৱ কৰিব পৰা নাছিল যে ব্ৰাহ্মণবাদে তেওঁ বিলাকৰ গোটেই জীৱনৰ ৰস চুহি ল'লে। ব্ৰাহ্মণবাদৰ বিৰুদ্ধে যুঁজ কৰক চাৰি ব্ৰাহ্মণবাদৰ ভক্ত আৰু সমৰ্থকহে হ'ল। স্বাধীনতা লাভৰ কাৰণে অস্ত্ৰ উঠোৱাৰ অধিকাৰ মানুহৰ অন্তিম অধিকাৰ। কিন্তু শূদ্ৰই শস্ত্ৰ ধাৰণ কৰাৰ অধিকাৰও তেওঁ বিলাকে কাঢ়ি নিলে। এইদৰে ব্ৰাহ্মণবাদৰ অধীনত থাকি বেচেৰা শূদ্ৰ বিলাক স্বাৰ্থপৰ ব্ৰাহ্মণৰ, শক্তিশালী ক্ষত্ৰিয়ৰ আৰু ধনীবৈশ্য সকলৰ সাংঘাতিক ষড়যন্ত্ৰৰ চিকাৰ হ'ব লগাত পৰিল। সেই বিলাকৰ মাজত কি সংস্কাৰ হ'ব পাৰিছিল নে ? বুদ্ধই জানিছিল যে এইয়া ভগৱানৰ দ্বাৰা নিৰ্মিত যাক সামাজিক ব্যৱস্থা বুলি কোৱা যায় এইকাৰণেই ইয়াত সংস্কাৰৰ কথা আহিব নোৱাৰে। ইয়াক কেৱল সমাপ্তহে কৰিব পাৰি। এই বিলাক কাৰণৰ দ্বাৰাই বুদ্ধই ব্ৰাহ্মণবাদক সদধৰ্মৰ জীৱনৰ প্ৰকৃত ধৰ্মৰ পৰম বিৰোধী বুলি মানি অস্বীকাৰ কৰিছিল।

## ৪ উপনিষদ তথা তেওঁৰ শিক্ষা

উপনিষদ্ ও বৈদিক বাঙময়ৰ এটা দিশ বুলি মনা হয়। ই বেদৰ অংশস্বৰূপ নহয়। ই মাত্ৰ শ্ৰুতি বাহ্যহে। ইমান বিলাক হলেও ই ধাৰ্মিক বাঙময়ৰ অংশ স্বৰূপ। উপনিষদৰ সংখ্যা বহুত বেছি। কিছুমান গুৰুত্বপূৰ্ণ আৰু কিছুমান লঘুত্বতাৰে ভৰা। কিছুমান বৈদিক সিদ্ধান্তৰ ব্ৰাহ্মণ পুৰোহিত সকলে বেছি বিৰোধীতা কৰে। সকলোৰে মত একেটাই যে বৈদিক অধ্যয়ন 'অবিদ্যা'ৰ অধ্যয়ন মাত্ৰ। বেদ আৰু বৈদিক বিজ্ঞানক সকলোৱেই অপৰা (নিম্ন শ্ৰেণীৰ) বিদ্যা বুলি ভাবিছিল।

তেওঁ বিলাকে বেদ সমূহক ঈশ্বৰকৃত নোহোৱা বুলি সমৰ্থন কৰিছিল । ব্ৰাহ্মণীদৰ্শনৰ এনেধৰণৰ স্থাপনা সমূহ যেনে যজ্ঞ আৰু তাৰ ফল শ্ৰদ্ধা, আৰু ব্ৰাহ্মণ পুৰোহিতক দিয়া দানৰ মাহাত্ম্য এই বিলাক সকলোৱেই একেমুখে অস্বীকাৰ কৰাত একমত আছিল। কিন্তু এই বিলাক কোনো উপনিষদৰ মূখ্য বিষয় নাছিল। তাৰ চৰ্চাৰ মূখ্য বিষয় হৈছে ব্ৰহ্ম আৰু আত্মা। ব্ৰহ্ম হৈছে সৰ্ব্ব্যাপক তত্ত্ব যি বিশ্বখনক বান্ধি ৰাখিছে আৰু মানুহৰ মুক্তি ইয়াতেই সন্নিবিষ্ট হৈ আছে আত্মাৰ এই কথা উপলব্ধি হোৱাই 'ব্ৰহ্ম'ই। উপনিষদৰ মূখ্য প্ৰতিষ্ঠা এয়েই আছিল যে 'ব্ৰহ্ম'ই হৈছে সত্য তথা আত্মা আৰু ব্ৰহ্ম একেই। উপাধি গ্ৰস্ত হোৱাৰ কাৰণেহে 'আত্মা'ই এই কথা উপলব্ধি কৰিব নোৱাৰে যে তেৱেঁই 'ব্ৰহ্ম'।

প্ৰশ্ন উঠিল 'ব্ৰহ্ম'ত কিবা বাস্তৱিকতা আছেনে ? উপনিষদে এই বিলাক প্ৰশ্নৰ উত্তৰতেই নিৰ্ভৰ কৰে।

বুদ্ধই হলে 'ব্ৰহ্ম'ৰ বাস্তৱিকতাৰ কোনো প্ৰমাণ পোৱা নাই। সেই কাৰণে উপনিষদৰ প্ৰতিষ্ঠাক তেওঁ অস্বীকাৰ কৰিছিল। উপনিষদ ৰচনাকাৰী সকলক যে তেওঁ প্ৰশ্ন কৰা নাছিল এনে নহয়। প্ৰশ্ন তেওঁ কৰিছিল। এনে ধৰণৰ প্ৰশ্ন তেওঁ স্বয়ং যাজ্ঞবল্ক্যৰ দৰে মহান ঋষিকো সুধিছিল বৃহদাৰণ্যক উপনিষদত যাৰ অত্যন্ত মহত্ব পূৰ্ণ স্থান প্ৰতিফলিত হৈছে।

তেওঁক সোধা হৈছিল যে 'ব্ৰহ্ম কি' ? আত্মা কি ?" যাজ্ঞ বল্ক্যই কেৱল ইয়াকেই উত্তৰ দিছিল — মই নাজানো, মই নাজানো নেতি নেতি।"

বুদ্ধই শঙ্কা কৰিছিল যে যাৰ বিষয়ে কোনো কথাই জনা নাযায়, সি 'বাস্তৱিক' কেনেকৈ হব পাৰে ? এই কাৰণে তেওঁৰ উপনিষদো যে শুদ্ধ কল্পনাৰ আধাৰ সেই ভাবি তেওঁ তাকো অস্বীকাৰ কৰিছিল।

---

*১। বৰ্তমান ঈশ্বৰ কৃষ্ণ বিৰচিত সাংখ্য কাৰিকাকতো তিনিটা ভাগত প্ৰমাণ কৰিছে শব্দ প্ৰত্যক্ষ তথা অনুমান। শব্দ প্ৰমাণ পিচৰ যেন অনুমান হয়।*

*২। এই কাৰণ চিন্তনীয় ।*

---

# ষষ্ঠ ভাগ

## বুদ্ধ আৰু তেওঁৰ সমসাময়িক

### ১. তেওঁৰ সমসাময়িক

যি সময়ত গৌতমে প্ৰব্ৰজ্যা গ্ৰহণ কৰিলে সেই সময়ত দেশত মানসিকভাৱেসকলোৰে মনত আঘাত উৎপন্ন হৈছিল। ব্ৰাহ্মণী দৰ্শনৰ অতিৰিক্ত বাষষ্ঠিটাদাৰ্শনিকমত আছিল। এই সকলো বিলাক ব্ৰাহ্মণী ধৰ্মৰ বিৰোধী আছিল। সেই বিলাকৰভিতৰত কমেও ছটা কথা বিশেষ ধ্যান দিব লগীয়া আছিল।

এই বিলাক দাৰ্শনিক পৰম্পৰাৰ ভিতৰত এজন মুখিয়াৰ নাম পূৰ্ণ কাশ্যপ আছিল। তেওঁৰ মতক 'অক্ৰিয়া বাদ বুলি কোৱা হৈছিল। তেওঁৰ মতে 'কৰ্মই 'আত্মা'ৰ ওপৰত কোনো বিশেষ প্ৰভাব নেপেলায়। লাগিলে কোনো কাম কৰাই বা কৰোৱাই। লাগিলে কোনোবাই কাৰোবাক স্বয়ং মাৰি পেলাই লাগিলে মৰোৱাই। লাগিলে কোনোবাই চুৰি কৰে, বা ডকাইতি কৰোৱাই। লাগিলে কোনোৱে নিজেই ব্যভিচাৰ কৰে, লাগিলে কাৰোবাৰ হতুৱাই কৰোৱাই। লাগিলে কোনোবাই নিজে মিছা কয়, লাগিলে কাৰোবাৰ হতুৱাই কোৱাই। 'আত্মা'ৰ ওপৰত কোনো প্ৰভাৱ নপৰে। কোনো এটা কাম যিমানেই জঘন্য হঁওক আত্মাক পাপত লিপ্ত কৰিব নোৱাৰে। কোনো কাম যিমানেই ভাল হওঁক, 'আত্মা'ক পূণ্যৰ মানুহ মৰে তেতিয়া তেওঁৰ শৰীৰৰ সকলো তত্ত্বই সেই মূল তত্ত্ব সমূহৰ লগত একাকাৰ হৈ যায়, যাৰ দ্বাৰা শৰীৰ নিমাৰ্ন হয়। মৰাৰ পিচত একোৱেই 'শৰীৰ আৰু 'আত্মা বাচি নাথাকে।

এটা দ্বিতীয় বিচাৰ ধাৰাৰ নাম নিয়তি বাদ আছিল। ইয়াৰ মুখ্য উপদেশকৰ নাম

মকখলী গোসাল আছিল। তেওঁৰ মত এক প্ৰকাৰৰ পূৰ্ব নিশ্চয় বাদ আছিল। তেওঁৰ মত আছিল যে, কোনোবাই কিবা কৰিব পাৰে নে কিবা হোৱাৰ পৰা বাধা দিব পাৰেনে ? কোনোবাই দুঃখ দূৰ কৰিব পাৰেনে, ইয়াক কোনোৱে কমাব বঢ়াব পাৰেনে। মানুহৰ ওপৰত সংসাৰত যি হ'ব লগীয়া থাকে, সি হৈয়েই থাকে।

তৃতীয় মত উচ্ছেদ বাদ আছিল। ইয়াৰ মূখ্য উপদেশক অজিত কেস-কম্বল আছিল। তেওঁৰ মতে এক প্ৰকাৰ সম্পূৰ্ণ নাশবাদ আছিল। তেওঁ শিক্ষা দিছিল যে যজ্ঞ আৰু হোম নিৰৰ্থক। কোনো কৰ্মৰে ফল নাই। যি 'আত্মা'ই ভোগ কৰে বা কষ্ট পায়। ক'তো 'স্বৰ্গ নাই ক'তো 'নৰক' নাই। মনুষ্যৰ জন্ম দুখৰ কিছুমান তত্ত্বৰ পৰাহে হৈছে। গতিকে 'আত্মা'ই তাৰ পৰা বাচিব নোৱাৰে। সংসাৰত যিমান কষ্ট আছে, যিমান দুখ আছে, আত্মাই সেই বিলাকৰ পৰা কোনোপধ্যে ত্ৰাণ নাপায়। এই কষ্ট বা দুখ অনায়াসে শেষ হৈ যাব। 'আত্মাই চৌৰাশী লাখ বাৰ যোনিত জন্ম ধাৰণ কৰিব লাগিব। তেতিয়াহে 'আত্মাই দুখ আৰু কষ্টৰ পৰা পৰিত্ৰাণ পাব, ইয়াৰ আগত কোনোপধ্যে সম্ভৱ নহয়।

চতুৰ্থতে অন্যোন্য বাদত কোৱা হৈছিল। এই মতৰ ৰচক পকুধ কচ্চায়ন আছিল। তেওঁৰ মত আছিল যে মানুহৰ জীৱনটো সাতোটা তত্ত্বৰে নিৰ্মিত হৈছিল। যেনে পৃথিবী জল, তেজ, বায়ু, সুখ দুঃখ তথা আত্মা। প্ৰত্যেক তত্ত্বই পৰস্পৰে স্বতন্ত্ৰ পৰস্পৰৰ ওপৰত পৰস্পৰৰে প্ৰভাৱ নাছিল। নিজে নিজেই সম্পূৰ্ণ আৰু প্ৰত্যেকেই নিত্য। সেই বিলাক কেতিয়াও নাশ নহ'য় যদি কোনো মানুহে কোনোবাৰ মূৰ কাটিও দিয়ে তেতিয়া কোনোৱে ইয়াক 'মৰোৱা' নহয়। ইয়াৰ অৰ্থ এয়েই যে শস্ত্ৰ সাত তত্ত্বৰ লগত মিলি যায়।

সঞ্জয় বেলটিঠ পুত্ৰৰ এটা নিজা দাৰ্শনিক মত আছিল। সেইয়া হ'ল 'বিক্ষেপ বাদ । এইটো শেষ শ্ৰেণীৰ সন্দেহ বাদ আছিল। তেওঁৰ মত আছিল 'যদি কোনোবাই মোক সোধে যে স্বৰ্গ আছেনে? তেতিয়া হ'য়তো মই ক'ম হ'য় আছে। যদি মই ভাবো স্বৰ্গ নাই তেতিয়া কম স্বৰ্গ নাই। যদি কোনোবাই মোক সোধে যে মানুহ নিৰ্মাণ কৰা যায় নেকি? মানুহে কি ভাল বেয়া কৰ্মৰ ফল ভোগ কৰিব লগাত পৰেনে কি, আৰু মৃত্যুৰ পিচত 'আত্মা থাকেনে কি? মই হ'লে এই বিলাকৰ নকৰাত্মক উত্তৰহে দিম যিহেতু এই বিলাক থকা বুলি মই নাভাবো। এনেধৰণৰ কিছুমান মত সঞ্জয়ে চলাইছিল।

ষষ্ঠ দাৰ্শনিক মত চাতুৰ্যাম সংবৰ বাদ আছিল। এই মতৰ সংস্থাপক বা মূখ্যাচাৰ্য্য সেই সময়ত জীৱিত আছিল, যেতিয়া গৌতম প্ৰকাশৰ সন্ধানত নিমগ্ন আছিল। সেই আচাৰ্য্যৰ নাম মহাবীৰ আছিল, যাক নিগণ্ঠ নাথ পুত্ৰ বুলিও কোৱা হৈছিল। মহাবীৰৰ শিক্ষা আছিল যে 'আত্মা'ক নিজ পূৰ্বজন্মৰ কৰ্ম তথা এই জন্মৰ কৰ্মৰ পৰিণাম স্বৰূপে 'পুন ঃ জন্ম গ্ৰহণ কৰিব লগাত পৰে। এই কাৰণে তেওঁ কৈছিল যে তপশ্চৰ্য্যাৰ দ্বাৰা পূণ্য কৰ্ম সমূহৰ নাশ কৰি দিব লাগে। বেয়া কৰ্ম বিলাক ৰোধ কৰিবৰ কাৰণে মহাবীৰে চাতুৰ্যাম ধৰ্মৰ উপদেশ দিছিল। অৰ্থাৎ চাৰিটা নিয়ম পালন কৰিবৰ কাৰণে কৈছিল - (১) হিংসা নকৰা (২) চুৰি নকৰা (৩) মিছা নোকোৱা, (৪) অপৰিগ্ৰহ পালন কৰা আৰু ব্ৰহ্মচৰ্য্য ব্ৰত পালন কৰা।

## ২ নিজৰ সমসাময়িক সকলৰ প্ৰতি তেওঁৰ ধাৰণা

বুদ্ধই এই নবীন দাৰ্শনিক সকলৰ মতক স্বীকাৰ কৰা নাছিল। বুদ্ধই তেওঁ বিলাকৰ শিক্ষাক অস্বীকাৰ কৰাৰ কাৰণ আছিল। বুদ্ধই কৈছিল —

যদি পূৰ্ণ কাশ্যপ বা পকুধ কচ্চায়নৰ সিদ্ধান্তক সত্য বুলি মনা যায় তেতিয়া হ'লে মানুহে যি কোনো বেয়া কৰ্মকে কৰিব পাৰে যিকোনো মানুহকেই অপকাৰ কৰিব পাৰে যিকোনো সামাজিক দায়িত্বৰ স্বীকাৰ নকৰাকৈ বা কোনো সামাজিক পৰিণামৰ বিচাৰ নকৰাকৈ কোনো মানুহে আন মানুহক হত্যাও কৰিব পাৰে।

যদি মকখলী গোসালৰ সিদ্ধান্তক উচিত বুলিয়ে ধৰি লোৱা যায় তেনে মানুহ ভাগ্যৰ পুতলা হৈ যাব। মানুহে কোনো প্ৰকাৰেই নিজৰ বন্ধনক মুক্ত কৰিব নোৱাৰে।

যদি অজিত কেস কম্বলৰ সিদ্ধান্তকে থিক বুলি মানি লোৱা যায় তেনে মানুহে খোৱা-বোৱা আৰু আনন্দ কৰাৰ বাহিৰে কৰিব লগীয়া কাম একেবাৰেই নাথাকিব।

যদি সঞ্জয় বেলটিঠ পুত্ৰৰ সিদ্ধান্তকে আচল বুলি লোৱা যায় তেন্তে পানীৰ ওপৰত ভাঁহি থকাৰ দৰে মানুহৰ জীৱন নিৰুদ্দেশ হৈ যাব।

যদি নিগণ্ঠ নাথ পুত্তৰ সিদ্ধান্ত মানি লোৱা যায় তেতিয়া মানুহৰ জীৱন কায়ক্লেশ আৰু তপচৰ্য্যাৰ অধীন হৈ যাব। মানুহৰ ইচ্ছা আৰু স্বাভাৱিক প্ৰবৃত্তি সমূহ চিৰদিনৰ কাৰণে মূলোচ্ছেদ হ'ব ।

এই কাৰণে সেই দাৰ্শনিক সকলৰ কোনো মতকেই বুদ্ধই ভাল নাপালে। তেওঁৰ এনেহেন লাগিছিল যে এনেধৰণৰ বিচাৰ এনে বিলাক মানুহৰে আছিল যিনেকি নিৰাশাবাদী আছিল বা অসহায় আছিল বা কোনো ভাল বেয়া পৰিণামৰ ফালৰ পৰা সৰ্বদাই উদাসীন আছিল। এই কাৰণেই তেওঁ অন্যান্য ফালৰ পৰা প্ৰকাশ পোৱাৰ আশা পুহি ৰাখিছিল।

## সপ্তম ভাগ

## সমানতা আৰু বিষমতা

### ১ সেই বিলাক কথা যি বিলাক বুদ্ধই সদায় ত্যাগ কৰিছিল

১ দাৰ্শনিক তথা ধাৰ্মিক বিচাৰ ধাৰাৰ এই পৰ্য্যবেক্ষণৰ দ্বাৰা এইটো স্পষ্ট হৈছে যে যি সময়ত বুদ্ধই নিজ শাসনৰ ভেঁটি নিৰ্মাণ কৰিছিল সেই সময়ত কিছুমান বিচাৰ আৰু মান্যতা এনে ধৰণৰ আছিল যি বিলাক মানুহৰ মূৰত ভাৰ স্বৰূপ হৈ পৰিছিল। সেই বিলাক বিচাৰ আৰু মান্যতা এনে ধৰণৰ

(ক) বেদ সমূহক আপোনা-আপুনি প্ৰামাণিক ৰূপে মানি লোৱা।

(খ) আত্মাৰ মোক্ষত বিশ্বাস অৰ্থাৎ ইয়াৰ পূৰ্ণজন্ম হোৱা।

(গ) ধাৰ্মিক সংস্কাৰ তথা যজ্ঞাদিৰ দ্বাৰা 'আত্মা'ৰ মোক্ষৰ সাধন কৰা।

(ঘ) সামাজিক সংগঠনৰ নিমিত্তে চাতুৰ্বৰ্ণী ব্যৱস্থাক আদৰ্শ বুলি ভবা।

(ঙ) ঈশ্বৰক সৃষ্টি কৰ্ত্তা আৰু 'ব্ৰহ্মা'ক বিশ্বৰ মূলাধাৰ তত্ত্ব বুলি মানি লোৱা।

(চ) 'আত্মা'ত বিশ্বাস।

(ছ) 'সংসৰণ অৰ্থাৎ 'আত্মা এটা শৰীৰৰ পৰা আনটো শৰীৰলৈ যোৱাত বিশ্বাস।

(জ) কৰ্মত বিশ্বাস অৰ্থাৎ এই জন্মত মানুহৰ যি স্থিতি আৰু পৰিস্থিতি সেই সকলোকে পূৰ্বজন্মৰ পৰিণাম বুলি ভবা ।

২ নিজ বুদ্ধ শাসনৰ স্তম্ভ প্ৰতিষ্ঠা কৰাৰ সময়ত বুদ্ধই এই পৰম্পৰাগত মান্যতাপূৰ্ণ বিচাৰৰ লগত নিজৰ বিচিত্ৰ ধৰণৰ প্ৰণালীৰ ওপৰত আলোচনা কৰিছে ।

৩ এনে ধৰণৰ কথা বিলাক যিনেকি বুদ্ধই সমূলঞ্চে ত্যাগ কৰিছিল।

(ক) মই ক'ৰ পৰা আহিলো কোনফালৰ পৰা আহিলো মই কি এই ধৰণৰ ব্যৰ্থ মানসিক সংকল্প-বিকল্প বিলাক উঠাই থকাক বুদ্ধই নিন্দা কৰিছিল।

(খ) তেওঁ আত্মাৰ বিষয়ে সকলো মান্যতা ত্যাগ কৰিছিল। তেওঁ 'আত্মা'ক শৰীৰ বুলিও নামানে বেদনা বুলিও নামানে সংজ্ঞা বুলিও নামানে সংস্কাৰ বুলিও নামানে আৰু বিজ্ঞান বুলিও মনা নাছিল।

(গ) কিছুমান ধাৰ্মিক উপদেশৰ দ্বাৰা প্ৰতিপাদিত সকলো উচ্ছেদবাদী মতবাদক তেওঁ তিৰস্কাৰ কৰিছিল।

(ঘ) তেওঁ নাস্তিক বিলাকৰ মতো ত্যাগ কৰিছিল।

(ঙ) তেওঁ এই বিলাক কথা প্ৰতিষ্ঠিত কৰিব নিবিচাৰিছিল যে বিশ্বৰ বিকাসৰ তাৰস্তুনি কাৰোবাৰ 'জ্ঞান'ৰ দ্বাৰাই বান্ধি থোৱা বুলি।

(চ) তেওঁ এই বিলাক সিদ্ধান্তৰ খণ্ডন কৰিছিল যে কোন ঈশ্বৰে মানুহৰ সৃষ্টি কৰিলে অথবা সি কোন ব্ৰহ্মাৰ শৰীৰৰ অংশ বুলি।

(ছ) আত্মাৰ অস্তিত্বকো তেওঁ খণ্ডন কৰিছে আৰু সেই বিলাক সম্পূৰ্ণ অমান্য কৰিছে।

## সেই বিলাক কথা যি বিলাক বুদ্ধই পৰিবৰ্ত্তন কৰিলে —

(ক) তেওঁ কাৰ্য্য কাৰণৰ মহান নিযম বিলাক নিজৰ শাখ প্ৰশাখা বিলাকক প[illegible] সমুত্যাযদৰ [illegible] স্বীকাৰ কৰিছে।

(খ) তেওঁ জীৱনৰ নিৰাশাবাদী দৃষ্টি কোণক খণ্ডন কৰিছে আৰু লগতে মূৰ্খতাপূৰ্ণ দৃষ্টি কোণও যোন ঈশ্বৰে মানুহ আৰু সংসাৰৰ ভৱিষ্যত প্ৰথমৰ পৰাই নিশ্চিত কৰি ৰাখিছে।

(গ) তেওঁ এই সিদ্ধান্তও অস্বীকাৰ কৰিছে যে কোনোৱে পূৰ্বজন্মত কৰা যিকোনো কামতে এনেধৰণৰ সামৰ্থ্য আছে যে সেই বিলাকত দুখ আৰু কষ্টৰ কাৰণো নিহিত হৈ আছে। তেওঁ বিলাকৰ এই জন্মৰ কৰ্মই একো কৰিব নোৱাৰে। এই বিলাক সকলো অৰ্থহীন। তেওঁ 'কৰ্ম'ৰ এই নিৰাশাবাদী দৃষ্টি কোণক ত্যাগ কৰিছে। তেওঁ পুৰণি কৰ্মবাদ'ৰ ঠাইত সম্পূৰ্ণ অধিক বিজ্ঞান সম্মত কৰ্ম বাদ'ৰ প্ৰতিষ্ঠা কৰিছে এক-প্ৰকাৰে ক'বলৈ গ'লে পুৰণি বটলত নতুন সুৰাৰ প্ৰয়োগৰ।

(ঘ) সংসৰণ অৰ্থাৎ আত্মা এটা শৰীৰৰ পৰা ওলাই আন শৰীৰলৈ যোৱাৰ ঠাইত সংসৰণ ৰহিত পুনৰ্জন্মৰ সিদ্ধান্তকহে তেওঁ স্বীকাৰ কৰে

(ঙ) তেওঁ [illegible] মোক্ষ অথবা আত্মাৰ মুক্তিৰ সিদ্ধান্তৰ ঠাইত বৌদ্ধ নিৰ্বাণৰ হে প্ৰতিষ্ঠা কৰিছে

এইদৰে বুদ্ধৰ শাসনত নিজা মৌলিকতা পৰিলক্ষিত হ'য় । যিখিনি পুৰণি কথাই ইয়াত ঠাই পাইছে। সেই বিলাক পৰিবৰ্ত্তন কৰা হৈছে তাৰ নতুৱা ব্যাখ্যা দাঙি ধৰা হৈছে।

### ৩ সেই বিলাক কথা যি বিলাক বুদ্ধই স্বীকাৰ কৰিছিল —

তেওঁৰ শিক্ষাৰ প্ৰথম বিশেষতা আছিল যে মনক সকলো বস্তুৰ ভিতৰত কেন্দ্ৰ বিন্দু ৰূপে স্বীকাৰ কৰিছিল। মন সকলো বস্তুৰ ওপৰত আগৰপুৱা গতিকে সকলো বস্তুৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে। মনে সকলো উৎপন্ন কৰে। যদি মনক নিয়ন্ত্ৰণ কৰিব পৰা যায় তেতিয়া সকলো নিয়ন্ত্ৰণ হৈ যায়। মনেই হৈছে সকলো মানসিক ক্ৰিয়াৰ ভিতৰত প্ৰধান। মনেই সকলোৰে মূল। মা যহে মানসিক- ক্ৰিয়া সমূহক উৎপন্ন কৰে। গতিকে আটাইতকৈ মূখ্য সাধনা হৈছে মনৰ সাধনা। বুদ্ধৰ শিক্ষাৰ দ্বিতীয় বিশেষতা হৈছে যে মনেই হৈছে সকলো ভাল আৰু বেয়াৰ মূল যি আমাৰ ভিতৰত উৎপন্ন হয় আৰু যাৰ দ্বাৰা আমি বাহিৰৰ পৰা চিকাৰ হ'ব লগীয়াত পৰে।

যি বিলাক বেয়া, তাৰ বেয়াৰ লগত সম্বন্ধ, যি বেয়াৰ লগত জড়িত এই সকলো বিলাক মনৰ পৰাই উৎপন্ন। যি বিলাক ভাল তাৰ ভালৰ লগত সম্বন্ধ যি ভালৰ লগত জড়িত সেই বিলাকো মনৰ দ্বাৰাই উৎপন্ন। যদি মানুহে কোনো বেয়া মনেৰে কিবা ক'য় বা কৰে তেওঁৰ পিছে-পিছে দুখ এনেদৰে ঘূৰে যে যেনেকৈ গাড়ীৰ চকা টানি নিয়া বলদ গৰুৰ পিছে পিছে যায়। গতিকে নিজৰ মনক নিৰ্মল কৰি ৰখাটোহে ধৰ্মৰ সাৰ বস্তু।[১] তেওঁৰ শিক্ষাৰ তৃতীয় বিশেষতা হৈছে সকলো পাপ কৰ্মৰ পৰা বিৰতি' তেওঁৰ শিক্ষাৰ চতুৰ্থ বিশেষতা হৈছে যে ধৰ্ম ধাৰ্মিক গ্ৰন্থৰ পাঠৰ দ্বাৰাই নহ'য় কেৱল ধাৰ্মিক জীৱন কটোৱাতহে সাৰ্থকতা। কোনোবাই ক'ব পাৰেনে কি যে বুদ্ধৰ ধৰ্ম তেওঁৰ নিজা আবিষ্কাৰ নাছিল বুলি? তেওঁৰ নিজৰ কৃতিত্ব নাছিল বুলি?

---

১ ধৰ্ম্মপদ (যমক বগ্গ-গাথা)১

---

## দ্বিতীয় কাণ্ড

## ধৰ্ম-দীক্ষা সমূহৰ আন্দোলন

প্ৰথম ভাগ - বুদ্ধ আৰু তেওঁৰ বিশাদ যোগ

দ্বিতীয় ভাগ পৰিব্ৰাজক সকলক ধৰ্ম-দীক্ষা

তৃতীয় ভাগ উচ্চকুল তথা ধাৰ্মিক সকলক ধৰ্ম-দীক্ষা

চতুৰ্থ ভাগ - জন্ম-ভূমিৰ আহ্বান

পঞ্চম ভাগ ধৰ্ম-দীক্ষা সমূহৰ পুনৰাবৃত্তি

ষষ্ঠ ভাগ নিম্নস্তৰৰ লোকক ধৰ্ম-দীক্ষা

সপ্তম ভাগ - স্ত্ৰী সকলক ধৰ্ম-দীক্ষা

অষ্টম ভাগ পতিত তথা অপৰাধী সকলক ধৰ্ম দীক্ষা

# প্ৰথম ভাগ

## বুদ্ধ আৰু তেওঁৰ বিষাদ যোগ

### ১ উপদেশ দিয়া অথবা নিদিয়া

বোধি লাভ কৰাৰ পিচত আৰু নিজ সংধৰ্মৰ ৰূপৰেখা নিশ্চিত কৰাৰ পিচত বুদ্ধৰ মনত এটা বিচাৰ খেলালে। আনক তেওঁৰ ধৰ্মৰ উপদেশ দিয়াতো উচিত হ'বনে কি অথবা নিজৰ কল্যাণতে ৰত্তি থাকিব লাগিবনে কি? তেও ভাবিলে নিঃ সন্দেহে মই এটা নতুন সংধৰ্ম পালো। কিন্তু সামান্যজনৰ নিমিত্তে এই ধৰ্ম বুজাতো আৰু অনুকৰণ কৰাতো কঠিন। আনহে নালাগে চতুৰ সকলৰ কাৰণে ও ই গ্ৰহণ যোগ্য নহয়। মানুহে নিজকে 'আত্মা আৰু পৰমাত্মা'ৰ মায়াজালৰ পৰা নিজক মুক্ত কৰাতো কঠিন। মানুহে নিজৰ প্ৰথা আৰু ৰীতি-নীতি আৰু ধাৰ্মিক সংস্কাৰৰ বন্ধনৰ পৰা মুক্ত হোৱাতো অসম্ভৱ। মানুহৰ কাৰণে ব্ৰাহ্মণী 'কৰ্মবাদ'ৰ পৰা মুক্ত হোৱাটোও কঠিন। মানুহৰ কাৰণে আত্মা যে 'নিত্য এই সিদ্ধান্তৰ পৰা মুক্ত হোৱাটোও কঠিন আৰু মোৰ এই সিদ্ধান্তক মানি লোৱাটোও কঠিন কিয়নো 'আত্মা'ৰ যে ক'তো স্বতন্ত্ৰ অস্তিত্ব নাই আৰু মৃত্যুৰ পিচতো ক'তো 'আত্মা'ৰ অস্তিত্ব না'থাকে। মানুহ স্বাৰ্থপৰ। তেওঁ বিলাকে ইয়াতেই মজা ল'ব বিচাৰে আৰু আনন্দ কৰিব বিচাৰে। মানুহৰ কাৰণে মোৰ এই সংধৰ্মক স্বাৰ্থপৰতাৰ ওপৰত স্থান দিয়াৰ সিদ্ধান্তও বুজা টান। যদি মই মোৰ সিদ্ধান্তৰ উপদেশ দিও আৰু যদি আনে ইয়াক বুজি নাপায় অথবা বুজিও স্বীকাৰ কৰিব নিবিচাৰে অথবা স্বীকাৰ কৰিও তদনুৰূপ ব্যৱহাৰ নকৰে তেতিয়া হ'লে ইয়াৰ পৰা আনেও আমনি পাব আৰু মোৰো কষ্ট অথলে যাব।[১]

'মই সাংখ্যৰ চক্ৰৰ পৰা বিৰত থাকি সন্যাসী জীৱন কটালেনো কেনে হ'য? মই মোৰ নিজৰ কল্যাণতে ইয়াকনো ব্যৱহাৰ কিয় নকৰো? যিকি নহওক মইতো নিজৰ কল্যাণ সাধনাকে কৰিব পাৰো। এই দৰে চিন্তা- চৰ্চা কৰি বুদ্ধৰ মন সংধৰ্ম প্ৰচাৰৰ প্ৰতি দোনাখাই নিষ্কিক্ৰিয়তাৰ প্ৰতিহে ঢাল খালে। ব্ৰহ্মা সহম্পতিয়ে যেতিয়া এই কথা গ'ম পালে যে বুদ্ধৰ মনত কি বিচাৰ বিলাক ঘূৰিবলৈ লৈছে, তেওঁ ভাবিলে নিশ্চয় সংসাৰখন বিনাশ হ'বৰ উপক্ৰম হৈছে, নিশ্চয় সংসাৰখন বিনাশৰ গতিত যাব ধৰিছে, যদি সম্যক্ সম্বুদ্ধ তথাগতৰ মন ধৰ্ম প্ৰচাৰৰ প্ৰতিগতি নকৰি নিষ্ক্ৰিয়তাৰ ফালেহে ঢাল খাইছে। এনে বিলাক চিন্তাই তেওঁক কঁপাই তুলিবলৈ আৰু ব্ৰহ্মা সহম্পতি ব্ৰহ্মা লোকৰ পৰা বিদায় লৈ বুদ্ধৰ ওচৰত উপস্থিত হ'ল। নিজৰ বস্ত্ৰখন কান্ধত লৈ তেওঁৰ প্ৰতি প্ৰণাম জনালে আৰু হাতযোৰ কৰি ক'লে আপুনি এতিয়া সিদ্ধাৰ্থ গৌতম হৈ থকা নাই। আপুনি এতিয়া বুদ্ধ। আপুনি এতিয়া সম্বুদ্ধ। আপুনি তথাগত। আপুনি সংসাৰ খনক অন্ধকাৰৰ পৰা মুক্ত কৰাৰ পৰা বিমুখ কেনেকৈ কৰিব পাৰে ? আপুনি সংসাৰখনক সত্য পথলৈ লৈ যোৱাত কেনেকৈ বিমুখ হ'ব পাৰে?

'বহুত প্ৰাণী আছে, যিনেকি সিমান বেয়া নহয় তেও বিলাকক সংধৰ্ম শ্ৰৱণ কৰিবলৈ নিদিলে তেও বিলাক বিনাশ হৈ যাব।[২] হে ভগৱান আপুনিতো জানেই যে 'মগধ'ত এটা

পুৰণা ধৰ্ম জন্ম হৈছিল য'ত অনেক দোষেৰে ভৰা আছিল। 'কিয় ভগবান' এতিয়া সেই সকলৰ নিমিত্তে অমৃত দ্বাৰ আপুনি নুখুলিবনে কি? যেনেকৈ পৰ্বতৰ শিখৰৰ পৰা তলত থকা মানুহক দেখা পোৱা যায় ঠিক সেইদৰে প্ৰজ্ঞাৰ শিখৰত আৰোহন কৰক। দুখ নিবাৰণ কৰক ভগৱান। নিজৰ আশে-পাশে থকা মানুহ বিলাকলৈ চাওকচোন কেনেদৰে তেওঁবিলাক দুঃখ সাগৰত নিমগ্ন হৈ আছে। হে বীৰ! হে সাৰ্থৱাহ! হে জাতিক্ষয়ী' আপুনি উঠক। সংসাৰৰ কল্যাণৰ কাৰণে বিচৰণ কৰক। তেও বিলাকৰ পৰা যাতে বিমুখ নোহোৱা । "হে ভগৱান, আপুনি দয়া কৰি দেৱতা আৰু মনুষ্য সকলক সংধৰ্মৰ উপদেশ দিয়ক।" বুদ্ধই তেতিয়া উত্তৰ দিলে হে মনুষ্যৰ ভিতৰত জেষ্ঠ শ্ৰেষ্ঠ ব্ৰহ্মা। যদি মই ধৰ্মৰ উপদেশ দিয়াৰ সংসন্ন কৰা নাই তেতিয়া ই কেৱল অযথা আমনিৰ পৰা বাচিবৰ কাৰণে কৰা নাই ।"

বুদ্ধ নিশ্চিত হৈছিল যে সংসাৰত দু খ আছে সন্ন্যাসীৰ দৰে হাতৰ ওপৰত হাত ৰাখি বহি থাকিলে আৰু সংসাৰত যি চলি আছে, তাক তেনেদৰে থাকিবলৈ দিয়াতো তেওঁ বিলাকৰ কাৰণে থিক কথা ন'হব। তেওঁৰ তপশ্চৰ্য্যা আৰু আত্ম পীড়নৰ পথ যে সুগম নহ'য় সেই কথা উপলদ্ধি কৰিছিল। সংসাৰৰ পৰা পলায়ন কৰাতো ব্যৰ্থ কাম। এজন তপস্বীৰ কাৰণেও সংসাৰৰ পৰা পলায়ন কৰাতো সম্ভৱ নহয়। তেও নিশ্চয় কৰি লৈছিল যে সংসাৰৰ পৰা পলায়ন কৰাৰ কোনো আৱশ্যক নকৰে । আৱশ্যক হৈছে সংসাৰত পৰিৱৰ্তন আনি শ্ৰেষ্ঠ সমাজ প্ৰতিষ্ঠা কৰাহে। বুদ্ধই অনুভৱ কৰিছিল যে তেও সংসাৰ ত্যাগ এই কাৰণেই কৰিছিল যে তাত ইমানেই সংঘৰ্ষ চলিছিল আৰু সেইয়া ইমানেই দু খৰ কাৰক হ'ল যে যাৰ কাৰণে তেওঁৰ ওচৰত কোনো চিকিৎসাৰ ব্যৱস্থা নাছিল। যদি তেওঁৰ সংধৰ্মৰ প্ৰচাৰৰ দ্বাৰা সংসাৰত দুঃখ আৰু কষ্টক দূৰ কৰিব পাৰে তেতিয়া হ'লে তেওৰ কৰ্ত্তব্য হ'ব সংসাৰ মূখী হৈ সেই সকলৰ সেৱা কৰিব লাগিব নিষ্ক্ৰীয় হৈ মনে মনে বাহি থাকিলে নহব । এই কাৰণে বুদ্ধই ব্ৰহ্মা সহস্পতিৰ প্ৰাৰ্থনা স্বীকাৰ কৰিলে আৰু সংধৰ্মৰ উপদেশ দিয়াৰ কাৰণে দৃঢমনা হ'ল।

## ২ ব্ৰহ্মা সহস্পতিৰ দ্বাৰা শুভ ঘোষণা

ব্ৰহ্মা সহস্পতিয়ে ভাবিলে 'মই জনতাক উপদেশ দিবৰ কাৰণে বুদ্ধক প্ৰেৰিত কৰাত সফল হলো। বুলি আনন্দই অনুভৱ কৰিলে। তেও বুদ্ধক নমস্কাৰ জনালে প্ৰদক্ষিণ কৰিলে আৰু বিদায় ল'লে। ঘূৰি যোৱাৰ সময়ত গৈ থাকোতে তেওঁ ঘোষণা কৰিলে 'এই শুভ সংবাদ শুনি তোমালোক প্ৰসন্ন হোৱাইক। আমাৰ ভগৱান বুদ্ধই সংসাৰ চক্ৰৰ বেয়া কৰ্ম আৰু দুঃখ কষ্টৰ মূল কাৰণ বিলাক বিচাৰি পালে। এই বিলাকৰ পৰা মুক্তি পোৱাৰ উপায়ো তেও গম পালে। যি নিৰাশ যি দুঃখী তেওঁ বিলাকক বুদ্ধই নিশ্চয় সুখী কৰিব। যি যুদ্ধত লিপ্ত তেও বিলাকক শান্ত কৰিব। যাৰ সাহস কমি গৈছে। তেওঁ বিলাকৰ সাহস বঢ়াব। যি দলিত যাৰ ওপৰত অত্যাচাৰ চলি আছে। তেওঁ বিলাকক তেও আশাম্বিত কৰিব।

'আপোনালোকে এই পৃথিৱীত যিবিলাক আহকাল সহ্য কৰিব লগাত পৰিছে। এই সংসাৰত যেনেদৰে সংঘৰ্ষ কৰিব লগাত পৰিছে। আপোনালোকে ন্যায়ৰ যি আশা কৰি আছে। আপোনালোকে এই শান্তিপূৰ্ণ খবৰ শুনি আনন্দিত হ'ব। 'যি আহত তেও বিলাকে জখমৰ

পৰা পৰিত্ৰান পোৱা বুলি ভাবিব। যি ভোকত আছে, তেওঁ নিজৰ ভোজন পোৱা বুলি ভাবিব যি ভাগৰি পৰিছে, তেওঁ বিশ্ৰাম পোৱা বুলি ভাবিব। যি তৃষ্ণাত ব্যাকুল তেওঁ বিলাকে নিজৰ তৃষ্ণা পূৰা হোৱা বুলি ভাবিব। যি নিজকে অন্ধকাৰত ডুবি থকা বুলি ভাবিব তেওঁ নিজকে প্ৰকাশ পোৱা বুলি ভাবিব। যি পৰিত্যক্ত বুলি ভাবে। তেওঁ বিলাকে আনন্দ কৰিব। বুদ্ধৰ সিদ্ধান্তত এনে বিলাক প্ৰেৰণা নিহিত হৈ আছে যে যি পৰিত্যক্ত অথবা যাৰ একো নাই, তেওঁ বিলাকে নিজক প্ৰস্তুত কৰি তুলিবৰ কাৰণে ইচ্ছা কৰিব। যি তললৈ পৰি গৈছে যি ওপৰলৈ উঠিবৰ কাৰণে ইচ্ছা কৰিব আৰু যি পদদলিত তাৰ কাৰণে আগবাঢি যোৱাৰ সমতাৰ ৰাজ পথ হ'ব।

'তেওঁৰ ধৰ্ম সংধৰ্ম আৰু তেওঁৰ উদ্দেশ্য হৈছে যে পৃথিৱীত সৎ ধৰ্মৰ সাম্ৰাজ্য প্ৰতিষ্ঠা হওক। তেওঁৰ ধৰ্ম সত্য, সম্পূৰ্ণ সত্য, সত্যৰ বাহিৰে আন একো নাই অৰ্থাৎ সত্যই সত্য। 'ভগৱান বুদ্ধ ধন্য কিয়নো তেওঁৰ পথ বুদ্ধিৰ পথ আৰু মিথ্যা বিশ্বাসৰ পৰা মুক্তিৰ পথ। ভগৱান বুদ্ধ ধন্য যি উপদেশ দিয়ে। ভগৱান বুদ্ধ ধন্য যি মৈত্ৰী করুণাৰ শিক্ষা দিয়ে আৰু ভ্ৰাতৃভাৱৰ মতে মানুহে নিজ মানৱ বান্ধৱক বন্ধনৰ পৰা মুক্তি লাভ কৰাত সহায়ক হ'ব পাৰে।

## ৩ দুই শ্ৰেণীৰ ধৰ্ম-দীক্ষা

বুদ্ধৰ ধৰ্ম প্ৰচাৰৰ পৰিকল্পনাত ধৰ্ম দীক্ষাৰ অৰ্থ দুটা শ্ৰেণীত ভাগ কৰিছে। প্ৰথম হৈছে 'ভিক্ষু'ক দিয়া দীক্ষা যাক সামূহিক ৰূপে 'সংঘ বুলি কোৱা হয়। দ্বিতীয় দীক্ষা হৈছে উপাসকক দিয়া অৰ্থাৎ গৃহস্থী বৌদ্ধক। এজন ভিক্ষু আৰু এজন উপাসকৰ জীৱনত মূখ্য ৰূপে চাৰিটা ভেদৰ কথা কোৱা হৈছে - এজন উপাসক গৃহস্থী হৈ থাকিব পাৰে। এজন ভিক্ষু গৃহ ত্যাগী পৰিব্ৰাজক হ'ব পাৰে। উপাসক আৰু ভিক্ষু দুয়োজনেই কিছুমান নিয়ম পালন কৰিব লাগে। ভিক্ষুৰ কাৰণে যি ব্ৰত পালন কৰিব লাগে তাক পালন নকৰিলে দণ্ডণীয় হয়, উপাসকৰ কাৰণে 'শীল পালন কৰিব লাগে যিনেকি তেও নিজৰ সামৰ্থ্য অনুসৰি যিমান দূৰ সম্ভৱ পালন কৰিবৰ কাৰণে চেষ্টা কৰিব লাগে।

এজন উপাসকে সম্পত্তি ৰাখিব পাৰে। অৱশ্যে এজন ভিক্ষুৱে কোনো সম্পত্তি ৰাখিব নোৱাৰে। এজন উপাসকৰ কাৰণে কোনো 'সংস্কা'ৰৰ আৱশ্যকতা নাই। এজন ভিক্ষু হ'বৰ নিমিত্তে 'উপসমপন্ন হোৱাৰ আৱশ্যক। বুদ্ধই দীক্ষাৰ ইচ্ছা শক্তিৰ ওপৰত নিৰ্ভৰ কৰিছে কোনোক 'উপাসক আৰু কোনোক 'ভিক্ষু' কৰিলে। এজন উপাসকে যেতিয়া বিচাৰে তেতিয়া ভিক্ষু হ'ব পাৰে। এজন ভিক্ষুৱে 'ভিক্ষু' হৈ থাকিব নোৱাৰে যদি তেওঁ মূখ্য ব্ৰত সমূহৰ ভিতৰত কোনো এটা ব্ৰত ভঙ্গ কৰে অথবা স্বইচ্ছাই সংঘৰ সদস্য হৈ থাকিব নিবিচাৰে। এইটো ভাবিবৰ আৱশ্যক নপৰে যে আগৰ পৃষ্ঠা সমূহত যি বিলাকৰ নাম সন্নিবিষ্ট কৰা হৈছে, বুদ্ধই কেৱল সেই বিলাকক্হে দীক্ষিত কৰিলে। যি দুই চাৰিটা উদাহৰণ তেওঁ বাচি লৈছিল সেই বিলাক কেৱল ইয়াক দেখুৱাবৰ কাৰণে যে দীক্ষা দিয়া অথবা নিজৰ সংধৰ্ম প্ৰচাৰ কৰাৰ অৱস্থাত বুদ্ধই কোনো 'জাতি' বা পুৰুষ বা 'স্ত্ৰী'ৰ কোনো বিচাৰ কৰা নাছিল।

১ মহাবগ্গ (ব্রহ্মযাচন কথা) ।

২ মবাবগ্গ (ব্রহ্মযাচন কথা)।

## দ্বিতীয় ভাগ

## পৰিব্ৰাজক সকলৰ দীক্ষা

### ১ সাৰ নাথলৈ আগমন

ধৰ্মৰ উপদেশ দিয়াৰ সিদ্ধান্ত লোৱাৰ পিচত বুদ্ধই নিজকে নিজে প্ৰশ্ন কৰিলে যে এতিয়া সৰ্ব প্ৰথমে কাক ধৰ্ম উপদেশ দিম? অৱশ্যম্ভাৱীৰূপত তেওঁ আলাৰ কালামলৈ মনত পৰিলে যিনেকি বুদ্ধৰ বিবেচনাত পণ্ডিত বুদ্ধিমান বহুজ্ঞ তথা নিৰ্মল মনৰ আছিল, বুদ্ধই মনে মনে ভাবিলে যে এইটো কেনে হয় যদি প্ৰথমতে মই তেওঁকেই ধৰ্মৰ উপদেশ দিওঁ? কিন্তু বুদ্ধই গম পালে যে ইতিমধ্যে আলাৰ কালামৰ মৃত্যু হৈছে। ১

পুনৰ বুদ্ধই উদ্দক ৰামপুত্তক ধৰ্মদেশনা দিয়াৰ কথা চিন্তা কৰিলে। পিচে কি হ'ব তেও ও এই সংসাৰৰ পৰা মেলানি মাগিলে।

অৱশেষত তেওঁৰ লগত থকা পাঁচজন পৰিব্ৰাজকলৈ মনত পৰিল যিনেকি নিৰঞ্জনা নদীৰ পাৰত গৌতমক সেৱা শুশ্ৰুষা কৰিছিল আৰু গৌতমৰ তপস্যা তথা শাৰীৰিক পীড়াৰ পথ ত্যাগ কৰাত তেও বিলাক অসন্তুষ্ট হৈ তেওঁক তাতে এৰি তেওঁ বিলাক গুছি গ'ল

তেও চিন্তা কৰিলে এওঁ বিলাকে মোৰ কাৰণে বহুত কষ্ট কৰিছে এইটো কেনে হয় যদি মই সৰ্ব প্ৰথমে এওঁ বিলাকক ধৰ্মো পদেশ দিওঁ?

তেওঁ বিলাক থকাৰ ঠাই সন্ধান কৰিলে। যেতিয়া তেওঁ গম পালে যে তেওঁ বিলাক বাৰাণসী (সাৰনাথ)ৰ ইসিপতনৰ মৃগদায়ত থাকে, তেতিয়া বুদ্ধ সেই ফালে গ'ল।

যেতিয়া তেও বিলাক পাঁচোজনে দেখিবলৈ পালে যে বুদ্ধ তেওঁ বিলাকৰ ফালে আহি আছে, তেতিয়া তেও বিলাকে মিলি সিদ্ধান্ত কৰিলে যে আমি বুদ্ধক স্বাগত নজনাও। তেও বিলাকৰ ভিতৰৰে এজনে ক'লে - 'বন্ধু সকল শ্ৰমণ গৌতম আহি আছে, যি পথভ্ৰষ্ট হৈ গ'ল যি নিজৰ তপস্যাৰ মাৰ্গ ত্যাগ কৰি কেৱল ভোগ বিলাস আৰু কামভোগৰ পথহে গ্ৰহণ কৰিলে। তেও পাপী। গতিকে আমি তেওঁক অভিনন্দন নজনাওঁ আৰু তেওঁৰ সন্মানৰ অৰ্থে আমি থিয় নহ'ও। আমি তেওঁৰ পাত্ৰ আৰু চীৱৰ গ্ৰহণ নকৰো। আমি তেওঁৰ কাৰণে এখন আসন ৰাখিছোহঁক ইচ্ছা কৰিলে তেওঁ তাত বহিব। তেওঁ বিলাকে এই সিদ্ধান্তত অটল হৈ থাকিল।

কিন্তু বুদ্ধ যেতিয়া তেওঁ বিলাকৰ সমীপত উপস্থিত হ'ল তেতিয়া অৱশ্যে তেওঁ বিলাকৰ পাচোঁজনে নিজৰ দৃঢ় সংকল্পত স্থিৰ হৈ থাকিব নোৱাৰিলে। বুদ্ধৰ ব্যক্তিত্বই তেওঁ বিলাকক ইমান প্ৰভাৱিত কৰিলে যে তেওঁবিলাকে তেওঁৰ উপস্থিতিত সাউৎকৰে আসন ত্যাগ

কৰি থিয় হ'ল এজনে বুদ্ধৰ পাত্ৰ ললে এজনে চীৱৰ সামৰিলে এজনে আসন পাৰিলে আনজনে ভৰি পখালিবৰ কাৰণে পানী আনিলে।

সঁচাকৈয়ে যেন এইয়া কোনো অপ্ৰিয় অতিথিৰ যেন অসাধাৰণ অভিনন্দনহে আছিল। এইদৰে যি উপেক্ষাবান আছিল শ্ৰদ্ধাবান হৈ গ'ল।

## ২ ধৰ্ম চক্ৰ প্ৰৱৰ্ত্তন

কুশল খা খবৰ হৈ যোবাৰ পাচত পৰিব্ৰাজক সকলে বুদ্ধৰ প্ৰতি প্ৰশ্ন কৰিলে- আপুনি কি এতিয়াও তপচৰ্য্যা আৰু শাৰীৰিক পীডাৰ প্ৰতি বিশ্বাস ৰাখিছেনে ? 'বুদ্ধৰ উত্তৰ এই ক্ষেত্ৰত নকৰাত্মক আছিল।

বুদ্ধই ক'লে - দুটা মুৰৰ কথা দুটা কিনাৰৰ কথা এটা হৈছে কাম ভোগৰ জীৱন, আনটো শাৰীৰিক পীড়াৰ জীৱন। এজনে ক'য় খোৱা বোৱা কৰা, আনন্দ কৰা কিয়নো কালিলৈ মৰিবই লাগিব। আনজনৰ মতে সাংঘাতিক বাসনা সমূহৰ মূল উচ্ছেদ কৰিব লাগে কিয়নো সেই বিলাক পুনৰ্জন্মৰে কাৰণ। এই দুয়োটা মতকে বুদ্ধই মানুহৰ গৌৰৱৰ যোগ্য বুলি মনা নাই। তেওঁ মধ্যম মাৰ্গটোহে ম'িছিল- মাজৰ শ্ৰেণীৰ মাৰ্গ যিনেকি কাম ভোগৰ পথো নহয় আৰু শাৰিৰীক পীড়াৰো পথ নহ'য়। বুদ্ধই পৰিব্ৰাজক সকলৰ প্ৰতি প্ৰশ্ন কৰিছিল মোৰ এই প্ৰশ্নৰ উত্তৰ দিয়া যে যেতিয়ালৈকে কাৰোবাৰ মনত পাৰ্থিব বা স্বৰ্গীয় ভোগ বিলাসৰ কামনা লাগি থাকিব তেতিয়ালৈকে কি তেও বিলাকৰ সমস্ত শাৰীৰিক পীডা ব্যৰ্থ নহ'বনে? তেওঁ বিলাকৰ উত্তৰ আছিল- যেনেকৈ আপুনি কৈছে তেনেকৈ ।

'যদি নিজ শাৰীৰিক পীডাৰ দ্বাৰা কাম তৃষ্ণাক শান্ত কৰিব নোৱাৰে তেতিয়া শাৰীৰিক পীড়াৰ দ্বাৰা দৰিদ্ৰ জীৱন কটালে নিজকে কেনেকৈ জয়ী কৰিব পাৰে? তেওঁ বিলাকৰ উত্তৰ আছিল - যেনে আপুনি কৈছে তেনেই।

যেতিয়া আপুনি নিজে নিজৰ ওপৰত বিজয় লাভ কৰিব তেতিয়া আপুনি কাম তৃষ্ণাৰ পৰা মুক্ত হ'ব তেতিয়া আপোনাৰ কামভোগৰ বাসনা নাথাকে আৰু তেতিয়া প্ৰাকৃতিক ইচ্ছা সমূহৰ পূৰণত বিকাৰ উৎপন্ন কৰিব নোৱাৰিব। আপুনি নিজৰ শাৰীৰিক আৱশ্যকতা অনুসৰি খোৱা বোৱা কৰিব লাগে।

'সকলো ধৰণৰ কাম বাসনাই উত্তেজিত কৰে। কামুকে নিজৰ কাম বাসনাৰ গোলাম হৈ থাকে। সকলো কাম ভোগৰ চাকনৈয়াত পৰি থকাতো মুৰ্খামী আৰু নীচ কৰ্ম। কিন্তু মই তোমাক কওঁযে শৰীৰৰ স্বাভাৱিক আৱশ্যকতা পূৰণত কোনো বেয়া হ'ব নোৱাৰে। শৰীৰক স্বাস্থ্যবান কৰি ৰখাতো পৰম কৰ্ত্তব্য। অন্যথা তুমি তোমাৰ মনোবলক দৃঢ়কৰি ৰখাত সক্ষম হ'ব নোৱাৰিবা আৰু প্ৰজ্ঞাৰূপী প্ৰদীপ ও প্ৰজ্বলিত হৈ নাথাকিব।

হে পৰিব্ৰাজক সকল এই কথা বুজি লোৱা যে মানুহ এই দুই শেষ কথাৰ পৰা সদায় বাচি থাকিব লাগে। এটা হৈছে সেই বিলাক বস্তুৰ চক্ৰত পৰি থাকিলে যাৰ আকৰ্ষণ কামভোগ সম্বন্ধীয় তৃষ্ণাৰ ওপৰত নিৰ্ভৰ কৰে। এইয়া একেবাৰে নিম্ন বৰ্গৰ কথা অযোগ্য, হানিকাৰক তথা দ্বিতীয়তে তপশ্চৰ্য্যা অথবা শাৰীৰিক পীডাৰ পৰা যিহেতু তাতো কষ্ট আছে, যিনেকি অযোগ্য আৰু হানিকৰক। [২]

এই দুটাৰ শেষত এই দুটা মূল কথাৰ মাজত এটা হৈছে মধ্যম মাৰ্গ মাজৰ ৰাস্তা। বুজিলোৱা যে মই এই মধ্যম মাৰ্গৰে উপদেষ্টা।

পাঁচোজন পৰিব্ৰাজকে তেওঁৰ কথাখিনি একান্ত মনে শুনিলে। তেওঁ বিলাকে এই কথা নাজানিছিল বুদ্ধই এই মধ্যম মাৰ্গৰ বিষয়েনো কি ক'ব বিচাৰে। এই কাৰণে তেওঁ বিলাকে প্ৰশ্ন কৰিলে যে যেতিয়া আমি আপোনাক এৰি গুছি আহিলো ইংক। তাৰ পিচত আপুনি ক'ত ক'ত আছিল আৰু কি কি কৰিলে? তেতিয়া বুদ্ধই তেওঁ বিলাকক কলে যে কেনেকৈ তেওঁ গয়া পালেগৈ কেনেকৈ তেওঁ আঁহত গছৰ তলত ধ্যানস্থ হৈ বহিল আৰু একাদিক্ৰমে কেনেকৈ তেও চাৰিসপ্তাহ সমাধিৰ পিচত তেওঁ নতুন জ্ঞানৰ সন্ধান পালে। যাৰ দ্বাৰাই তেও এটা নতুন মাৰ্গ আৱিস্কাৰ কৰিব পাৰিলে।

এই কথা শুনাৰ পিচত পৰিব্ৰাজক কেইজনে সেই নতুন মাৰ্গৰ বিষয়ে সবিশেষ জানিবৰ কাৰণে অত্যন্ত উৎসুক হৈ পৰিল। তেওঁ বিলাকে বুদ্ধৰ প্ৰতি প্ৰাৰ্থনা জনালে যে সেই বিলাক যাতে তেও বিলাকক বুজাই দিয়ে।

বুদ্ধই তেও বিলাকৰ আগ্ৰহত সন্মতি জনালে। বুদ্ধই প্ৰথম কথা এনেদৰে বুজালে যে তেওৰ সংধৰ্ম আত্মা পৰমাত্মাৰ লগত কোনো লেনদেন নাই। তেওঁৰ সংধৰ্ম মৃত্যুৰ পিচত (আত্মাৰ) কি হয় ইয়াৰ লগত কোনো প্ৰয়োজন নাই । তেওঁৰ এই সংধৰ্মৰ কোনো কৰ্ম কাণ্ড ক্ৰিয়া-কলাপৰ লগতো সম্বন্ধ নাই।

বুদ্ধৰ ধৰ্মৰ কেন্দ্ৰ বিন্দু হৈছে মানুহ আৰু এই পৃথিবীত থকা সময়তে মানুহে মানুহৰ প্ৰতি কেনেধৰণৰ কৰ্ত্তব্য পালন কৰা উচিত?

বুদ্ধই ক'লে এইয়া তেওঁৰ প্ৰথম প্ৰতিস্থা । দ্বিতীয় প্ৰতিস্থা তেওঁৰ হৈছে যে মানুহ দু'খী কষ্টত আছে, দৰিদ্ৰতাৰ জীৱন কটাই আছে। সংসাৰখন দুঃখ কষ্টেৰে ভৰা আৰু ধৰ্মৰ উদ্দেশ্য হৈছে এই দু খ কষ্টক নাশ কৰা। ইয়াতকৈ অতিৰিক্ত সংধৰ্ম একো হ'ব নোৱাৰে।

দু'খৰ অস্তিত্বৰ স্বীকৃতি আৰু দু'খ নাশ কৰাৰ এইয়াই হৈছে ধৰ্মৰ আধাৰ শিলা। [৩]

ধৰ্মৰ নিমিত্তে ইয়েই একমাত্ৰ আধাৰ হ'ব পাৰে। যি ধৰ্মই এই প্ৰাথমিক কথাও অস্বীকাৰ কৰিব নোৱাৰে যে ধৰ্ম নাই ।

হে পৰিব্ৰাজক সকল। যি শ্ৰমন বা ব্ৰাহ্মণ (ধৰ্ম উপদেষ্টা) এই কথাও বুজি নাপায় যে সংসাৰত দু'খ আছে আৰু সেই দু'খৰ নাশৰ উপায় আছে। মোৰ দৃষ্টিত হ'লে এনে শ্ৰমন ব্ৰাহ্মণ মোৰ মতে শ্ৰমন ব্ৰাহ্মণেই নহয় যি নিজকে জেষ্ঠ শ্ৰেষ্ঠ বুলি ভবা সত্বেও এইটোও বুজি নাপায় যে ধৰ্মৰ প্ৰকৃততে অৰ্থ নো কি?

তেতিয়া পৰিব্ৰাজক সকলে সুধিলে যে যদি দু'খ আৰু দু'খ বিনাশেই যদি আপোনাৰ ধৰ্মৰ আধাৰশিলা হয় তেতিয়া হ'লে আপুনি আমাক বুজাই দিয়কচোন আপোনাৰ কেনে ধৰ্মৰ আধাৰত দুঃখ নাশ কৰিব পাৰি?

তেতিয়া বুদ্ধই বুজালে যে তেওঁৰ ধৰ্ম অনুসৰি যদি প্ৰত্যেক মানুহে (১) পবিত্ৰতাৰ পথত চলে (২)ধৰ্মৰ পথত চলে (৩) শীল মাৰ্গত চলে তেতিয়া হ'লে এই দু'খৰ ঐকান্তিক

নিৰোধ হ'ব পাৰে। আৰু তেও কলে যে তেও এনে ধৰ্মকে আৱিস্কাৰ কৰিলে।

## ৩ ধৰ্ম চক্ৰ প্ৰবৰ্ত্তন

পৰিব্ৰাজক সকলে তেতিয়া বুদ্ধৰ প্ৰতি নিজ ধৰ্মৰ ব্যাখ্য কৰিবলৈ প্ৰাৰ্থনা কৰিলে।

বুদ্ধই তেও বিলাকৰ নিবেদন স্বীকাৰ কৰিলে। তেও সৰ্ব প্ৰথমে তেও বিলাকক পবিত্ৰতাৰ পথকে বুজালে।

তেও পৰিব্ৰাজক সকলৰ প্ৰতি কলে - যিকোনো মানুহ যেতিয়া ভাল হ'ব বিচাৰে তেওঁৰ কাৰণে এই কথা আৱশ্যাক হয় যে তেও কোনো ভাল কথাখিনি জুখি মাখি ল'ব লাগিব।

মোৰ (শীল) পবিত্ৰতাৰ পথ অনুসৰি প্ৰকৃত জীৱনৰ পাঁচোটা মূল উপাদান হৈছে (১) কোনো প্ৰাণীক হিংসা নকৰা (২) চুৰ নকৰা (৩) ব্যভিচাৰ নকৰা (৪) অসত্য নোকোৱা (৫) ৰাগিয়াল বস্তু গ্ৰহণ নকৰা।

মই কও যে প্ৰত্যেক মানুহৰ কাৰণে এইটো পৰমাৱশ্যাক যে তেও এই পাঁচোটা শীল (পবিত্ৰতা) স্বীকাৰ কৰিব লাগিব। কিয়নো প্ৰত্যেক মানুহৰ কাৰণে জীৱনৰ লেখ-জোখ হোৱা উচিত যি মোক তেওঁৰ ভাল বেয়া খিনি জুখিব পাৰে মোৰ ধৰ্ম অনুসৰি এই পাঁচোটা শীলে (পবিত্ৰতাই) জীৱনৰ ভাল বেয়া জোখাৰ মাপ কাঠি।

সংসাৰৰ প্ৰায় ঠাইতে মহাপাতকী লোক থাকেই। কিন্তু মহাপাতকী দুই ধৰণৰ আছে, এবিধ মহাপাতকী এনেধৰণৰ- যি বিলাকৰ জীৱনৰ কোনো মানদণ্ড থাকে কিছুমান মহাপাতকী এনেধৰণৰ যি বিলাকৰ জীৱনৰ কোনো লেখ জোখ নাই।

যি বিলাক জীৱনৰ কোনো লেখ জোখ নাই মহাপাতকী হলেও তেও বিলাকে নাজানে যে সিহঁত পতিত বুলি সেই কাৰণে সিহঁত সদায় মহাপাতকী ৰূপতে থাকে। আৰু যি বিলাকৰ জীৱনত লেখ জোখ আছে, সিহঁতে সদায় মহাপাতকী অৱস্থাৰ পৰা ওপৰলৈ উঠিব বিচাৰে। কিয়? তেও বিলাকৰ উত্তৰ হৈছে যে তেও জানে যে তেও পতিত তললৈ নামি গৈছে।

মানুহৰ কাৰণে জীৱন সংস্কাৰৰ কোনো মানদণ্ড থাককেই বা নাথাককেই সেইটোৱেই হৈছে ডাঙৰ পাৰ্থক্য। মানুহ নিজৰ মৰ্যাদাৰ পৰা তললৈ খহি পৰাতো কোনো ডাঙৰ কথা নহয় সেই বুলি যে মানুহৰ জীৱনৰ কোনো স্তৰ নাই। হে পৰিব্ৰাজক সকল। তোমালোকে হয়তো প্ৰশ্ন কৰিব পাৰা যে এই পাঁচোটা (শীল) পবিত্ৰতাক জীৱনৰ মান মৰ্যাদা ৰূপে কিয় স্বীকাৰ কৰি লোৱা যায়? এই প্ৰশ্নৰ উত্তৰ তোমালোকে নিজেই পাই যাবাহঁক। যদি তুমি নিজকে এই প্ৰশ্ন কৰা কি এই (শীল) পবিত্ৰতা ব্যক্তিৰ কাৰণে কল্যাণকাৰীনে? লগতে ইয়াকো সোধা যে এই (শীল)পবিত্ৰতা পালন কৰাতো সমাজৰ কাৰণে কল্যাণকাৰী নে? যদি এই দুয়োটা প্ৰশ্নৰ উত্তৰ স্বীকাৰ কৰি লোৱা তেতিয়া ইয়াৰ প্ৰকৃত পৰিণাম ওলাব যে মোৰ পবিত্ৰতাৰ এই পথৰ পাঁচোটা পবিত্ৰতাই হৈছে জীৱনৰ প্ৰকৃত মাপ কাঠি।

## ১ ধৰ্মচক্ৰ প্ৰবৰ্ত্তন

## অষ্টাদিক মাৰ্গ বা সম্যক মাৰ্গ

ইয়াৰ আগতে বুদ্ধই সেই পৰিব্ৰাজক সকলক অষ্টাঙ্গিক মাৰ্গৰ উপদেশ দিলে। বুদ্ধই কলে এই মাৰ্গৰ আঠোটা অঙ্গ আছে।
বুদ্ধই সৰ্বপ্ৰথমে সম্মা দিটঠীৰ (= সম্যক্ দৃষ্টি) ব্যাখ্যা দাঙি ধৰিলে যি অষ্টাঙ্গিক মাৰ্গৰ প্ৰথম আৰু প্ৰধান। সম্যক্ দৃষ্টিৰ মহত্ব বুজাবৰ কাৰণে বুদ্ধই পৰিব্ৰাজক সকলৰ প্ৰতি কলে - হে পৰিব্ৰাজক সকল! তোমালোকে এইটো বুজা উচিত যে এই সংসাৰখন হৈছে এখন কাৰাগাৰ আৰু মানুহ এই কাৰাগাৰৰ বন্দী। এই কাৰাগাৰ ইমানেই অন্ধকাৰে ভৰা যে একোকে দেখা নাযায়। বন্দীকো দেখা নাযায় যে তেওঁ বন্দী ৰূপত আছে। ইমানেই নহ'য় বহুত সময় অন্ধকাৰ কাৰাগাৰত সোমাই থাকি মানুহ একেবাৰে অন্ধ হৈ যায় কিন্তু তেওঁৰ মনত সন্দেহ হ'য় যে প্ৰকাশ নামৰ কিবা বস্তু কৰ'বাত আছেনে কি? মনেই হৈছে এনে এক মাধ্যম যাৰ যোগেদি মানুহে প্ৰকাশৰ পথ পাব পাৰে। কিন্তু কাৰাগাৰত সোমাই থকা লোকৰ বিবেকৰ অবস্থা এনে নহয় যে তেওঁৰ উদ্দেশ্য পূৰ্ণ হ'ব। তেও বিলাকৰ বিবেক অকনমান প্ৰকাশ পাবলৈ ধৰে কাৰণ তেওঁ বিলাকৰ চকু আছে, তেও বিলাকে দেখিব পাৰে যে অন্ধকাৰ নামৰ কোনো বস্তু আছে বুলি। গতিকে এনে বিচাৰক ডাঙৰ অপৰাধ বুলি ধৰা হয়। কিন্তু হে পৰিব্ৰাজক সকল! বন্দী সকলৰ স্থিতি হ'লে নিৰাশজনক নহ'য় যেনেদৰে ভবা হয়। কিয়নো মানুহৰ গাত বল আছে, শক্তি আছে যাক সংকল্প বল বা ইচ্ছা শক্তি বুলি কোৱা হয়। যেতিয়া মানুহৰ সম্মুখত কোনো উপযুক্ত আদৰ্শ উপস্থিত হ'য় তেতিয়া এই ইচ্ছা শক্তিক জাগ্ৰত কৰিব আৰু কাৰ্যক্ষম কৰিব পাৰে। নিজৰ ইচ্ছা শক্তিক মানুহে কোন ফালে টানি নিব পাৰে সেই পোহৰ যদি মানুহে আয়ত্ব কৰিব পাৰে আৰু তেতিয়া মানুহে নিজৰ ইচ্ছা শক্তিক এনেধৰণে সঞ্চালন কৰিব পাৰে যে শেষত গৈ তেও বন্ধন মুক্ত হৈ যাব পাৰে। মানুহ যদিও বন্ধনত থাকে তথাপি মানুহ স্বতন্ত্ৰ হ'ব পাৰে তেওঁ কোনোবা এটা সময়ত এনেদৰে প্ৰথম পদক্ষেপ ল'ব পাৰে যে এদিন নহ'য় এদিন তেওঁ স্বতন্ত্ৰ হৈ যাব পাৰে। এইটো এই কাৰণেই সম্ভৱ যে যদি আমি আমাৰ মনক কোনো দিশলৈ লৈ যাব বিচাৰো তেতিয়া আমি আমাৰ মনক সেই দিশলৈ লৈ যাব পাৰো। মনেই আমাক জীৱনৰূপী কাৰাগাৰত বন্দী কৰি ৰাখে অৰ্থাৎ মনেই আমাক বন্দী কৰি ৰাখে।

কিন্তু মনে যাক বনাইছে, সেই মনেই আকৌ আমাৰ কৃতিত্ব সমূহক মাটিত মিলাই দিব পাৰে। যদি ই মানুহক বান্ধি ৰাখে তথাপি উচিত দিশত মনে অগ্ৰসৰ কৰি থাকিলে ইয়েই আকৌ মানুহক বন্ধন মুক্ত কৰিব পাৰে। ইযেই যি যাক সম্যক দৃষ্টি প্ৰদান কৰিব পাৰে। তেতিয়া পৰিব্ৰাজক সকলে প্ৰশ্ন কৰিলে 'সম্যক দৃষ্টিৰ অন্তিম উদ্দেশ্যনো কি? বুদ্ধই উত্তৰ দিলে - 'অবিদ্যাক বিনাশ কৰাটোৱেই হৈছে সম্যক্ দৃষ্টিৰ উদ্দেশ্য। ই হৈছে মিথ্যা দৃষ্টিৰ বিৰোধী শক্তি। 'আৰু অবিদ্যাৰ অৰ্থ হৈছে মানুহে যাতে দুঃখক জানিব নোৱাৰে। মানুহে দু খৰ নিৰোধক উপায় নাজানে- মানুহে এনে বিলাক আৰ্য্য সত্যক জানিব নোৱাৰে।
সম্যক দষ্টিৰ অৰ্থ হৈছে মানুহে কৰ্ম কাণ্ডৰ ক্ৰিয়া কল্পাপক ব্যৰ্থ বুলি ভবা মানুহে

যাতে শাস্ত্ৰৰ পবিত্ৰতাৰ মিথ্যা ধাৰণাৰ পৰা মুক্ত হ'ব লাগে। সম্যক দৃষ্টিৰ অৰ্থ হৈছে মানুহ মিছা বিশ্বাসৰ পৰা যাতে মুক্ত হ'য় মানুহে যাতে এইটো ভাৱি নাথাকে যাতে কোনো কথাকেই প্ৰকৃতিৰ নিয়মৰ বিৰুদ্ধে নাযায়। সম্যক দৃষ্টিৰ অৰ্থ হৈছে যে মানুহে এনেধৰণৰ সকলো মিছা ধাৰণাৰ পৰা মুক্ত হৈ থাকে ই মানুহৰ কল্পনা মাত্ৰ আৰু যি বিলাক মানুহৰ অনুভৱ সেইয়া বাস্তৱৰ লগত কোনো সম্বন্ধ নাই।

সম্যক দৃষ্টিৰ অৰ্থ হৈছে মানুহৰ মন স্বতন্ত্ৰ হ'ব লাগে মানুহৰ বিচাৰ স্বতন্ত্ৰ হ'ব লাগে। প্ৰত্যেক মানুহৰ কিছুমান আশা আছে, আকাংক্ষা আছে মহৎ আকাংক্ষা আছে। সম্যক সংকল্পৰ অৰ্থ হৈছে যে আমাৰ আশা আমাৰ আকাংক্ষা বিলাক উচ্চ স্তৰৰ হওক নিম্নস্তৰৰ নহওক আমাৰ যোগ্য হওক অযোগ্য নহওক।

সম্যক বাণীৰ অৰ্থ হৈছে যে মানুহে (১) সত্য কোৱা (২) অসত্য নোকোৱা (৩) মানুহে আনৰ যাতে বেয়া কৰি নুফুৰে (৪) মানুহে যাতে আনৰ মিছা কথা কৈনুফুৰে (৫) মানুহে কাৰো প্ৰতি গালি গালাজ বা বাক্যৰ ব্যৱহাৰ যাতে নকৰে (৬) মানুহে যাতে সকলোৰে প্ৰতি বিনম্ৰ কথাৰে ব্যৱহাৰ কৰে (৭) মানুহে কেতিয়াও ব্যৰ্থ স্বাৰ্থপৰ মূৰ্খতা পূৰ্ণ কথা যাতে নাপাতে কিন্তু তেওৰ কথা বিলাক যুক্তি সংগত হ'ব লাগে সাৰ্থক হ'ব লাগে আৰু উদ্দেশ্যমূলক হ'ব লাগে।

যেনেকৈ মই বুজালো সেইদৰে সম্যক বাণীৰ ব্যৱহাৰে কাৰো ওচৰত ভযৰ কাৰণ নাথাকে আৰু কাৰো প্ৰতি পক্ষপাতৰ ভাবো নাথাকে। ইযাৰ দ্বাৰা কোনো সম্বন্ধ থকা উচিত ন'হয যে কোনো 'ডাঙৰ মানুহ' বুলি তেওৰ বিষযে কি ভাবিব লাগিব অথবা সম্যক বাণীৰ ব্যৱহাৰৰ দ্বাৰা তেওৰ নো কি হানি হ'ব পাৰে।

সম্যক বাণীৰ মাপ দণ্ড কোনো ওপৰৰ মানুহৰ অজ্ঞাত নহয আৰু কোনো ব্যক্তিৰ ব্যক্তিগত লাভৰ দ্বাৰা লেখা জোখা নহয়।

সম্যক কৰ্মান্তই যোগ্য ব্যৱহাৰৰ হে শিক্ষা দিয়ে। আমাৰ প্ৰতিটো কামেই এনে হোৱা উচিত যি কাম কৰাৰ সময়ত আমি আনৰ চিন্তা আৰু অধিকাৰৰ প্ৰতি ধ্যান ৰখা উচিত। ম্যক কৰ্মান্তৰৰ মাপ দণ্ডনো কি? সম্যক কৰ্মান্তৰৰ মাপদণ্ড হৈছে আমাৰ কৰ্ম জীৱনৰ যি মূখ্য নিয়ম তাৰ লগত অধিকতকৈ অধিক সম্বন্বয ৰখা দৰকাৰ।

যেতিযা কোনো মানুহৰ কৰ্মই এনে বিলাক নিযমৰ লগত সমন্বয ৰাখে তেতিয়া আমি তাক সম্যক কৰ্ম বুলি ক'ব পাৰো।

প্ৰত্যেক ব্যক্তিয়ে নিজৰ জীৱিকা অৰ্জন কৰি থাকে। কিন্তু জীৱিকা অৰ্জনৰ পদ্ধতি আৰু প্ৰণালীৰ পাৰ্থক্য আছে। কিছুমান ভাল আৰু কিছুমান বেয়া যাৰ দ্বাৰাই আনৰ হানি হ'য অথবা কাৰোবাৰ প্ৰতি অন্যায় হোৱা। কৰ্ম পদ্ধতিৰ ভাল দিশতো হৈছে যাৰ দ্বাৰাই কোনো মানুহৰ হানি নকৰাকৈ অথবা কাৰো প্ৰতি অন্যায নকৰাকৈ জীৱিকা অৰ্জন কৰিব পাৰে। এয়ে হৈছে সম্যক আজীৱিকা।

সম্যক ব্যায়াম হৈছে, অবিদ্যাক নষ্ট কৰাৰ চেষ্টাৰ প্ৰথম জখলা এই দুখ জনক কাৰাগাৰৰ দৰ্জ্জামুখ পোৱাৰ ৰাস্তা যাতে খোলা কৰিব পাৰি।

সম্যক ব্যায়ামৰ চাৰিটা উদ্দেশ্য আছে। এটা হৈছে অষ্টাঙ্গিক মাৰ্গ বিৰোধী যি মনৰ প্ৰবৃত্তি বিলাকৰ উৎপত্তিত বাধা প্ৰদান কৰে।

দ্বিতীয়তে এনে ধৰণৰ মনৰ প্ৰবৃত্তি বিলাকক দমাই ৰখা যি উৎপন্ন হৈ গ'ল।

তৃতীয়তে এনে ধৰণৰ মনৰ প্ৰবৃত্তি সমূহক উৎপন্ন কৰিব লাগিব যি অষ্টাঙ্গিক মাৰ্গৰ আৱশ্যকতাক পূৰা কৰাত সহায় কৰে।

চতুৰ্থতে এনেদৰে উৎপন্ন হোৱা মনৰ প্ৰবৃত্তি সমূহত আৰু অধিক বৃদ্ধি কৰা তথা তাৰ বিকাশ সাধন কৰা।

সম্যক স্মৃতিৰ অভিপ্ৰায় হৈছে প্ৰত্যেকটো কথাৰ ওপৰত মনোযোগ দিব লাগে। এইয়া হৈছে মনৰ সহজাত জাগৃতি। মনত যি বেয়া বিচাৰ উৎপন্ন হয় সেই বিলাকৰ ওপৰত চৌকিদাৰী কৰাটোৱেই হৈছে সম্যক স্মৃতিৰ আন নাম।

হে পৰিব্ৰাজক সকল। যি মানুহে সম্যক দৃষ্টি সম্যক সংকল্প সম্যক বাণী সম্যক কৰ্মান্ত সম্যক আজীৱিকা সম্যক ব্যায়াম আৰু সম্যক স্মৃতি আয়ত্ব কৰিব বিচাৰে তেও বিলাকৰ সম্মুখত পাঁচোটা বাধা বা বন্ধন আহি পৰে।

এই বিলাক হৈছে লোভ দ্বেষ আলস্য সন্দেহ তথা অনিশ্চয়তা এই বিলাক বাধাক যি বাস্তৱিকতে কঠিন বাধা ইয়াক জয়ী কৰা বা দূৰ কৰাতো দৰকাৰ। এই বিলাক বাধাৰ পৰা মুক্ত হোৱাৰ উপায় হৈছে সমাধী।

কিন্তু পৰিব্ৰাজক সকল। এই কথা বুজা উচিত যে সমাধি আৰু 'সম্যক সমাধি একে কথাই নহ'য। এই দুয়োটাৰ মাজত ডাঙৰ পাৰ্থক্য আছে।

সমাধিৰ অভিপ্ৰায় হৈছে মনৰ একাগ্ৰতা। ইয়াত সন্দেহ নাই যে ইয়াৰ দ্বাৰাই এনে মনোযোগো লাভ কৰিব পাৰি যে যি বিলাক থাকিলে এই সংযোজন বা বন্ধন স্থগিত হৈ থাকে। কিন্তু ধ্যানৰ এই বিলাক অৱস্থা অস্থায়ী। এই কাৰণে সংযোজন বা বন্ধনো অস্থায়ী ভাবতহে স্থগিত থাকে আৱশ্যক হৈছে মনত স্থায়ী পৰিবৰ্ত্তন অনাৰ। এই ধৰণৰ স্থায়ী পৰিবৰ্ত্তনে সম্যক সমাধিৰ দ্বাৰাহে লাভ কৰিব পৰা যায়। খোলা ধৰণে কৰা সমাধী নকৰাত্মক স্থিতি কিয়নো ই ইয়াকে কৰে যে সংযোজনক অস্থায়ী ৰূপত স্থগিত ৰাখে। ইয়াত মনৰ স্থায়ী পৰিবৰ্ত্তন নিহিত হৈ নাথাকে। সম্যক সমাধি হৈছে এক প্ৰকাৰ ভাৱাত্মক বস্তু। ই মনক কুশল কৰ্ম সমূহে একাগ্ৰতাৰ লগত চিন্তা কৰাৰ অভ্যাস কৰাই আৰু এইদৰে মনৰ সংযোজন উৎপন্ন অকুশল কৰ্মৰ প্ৰতি আৰ্কষিত হোৱাৰ প্ৰবৃত্তি সমূহক সমাপ্ত কৰি দিয়ে। সম্যক সমাধিয়ে মনক কুশল আৰু সদায় কুশলৰ ওপৰত কুশল ভাবিবলৈ অভ্যাস কৰাই, সম্যক সমাধিয়ে মনক এনেদৰে শক্তি প্ৰদান কৰে যাৰ দ্বাৰা মানুহ কল্যাণকামী হৈ থাকে।

## ৫ ধৰ্মচক্ৰ প্ৰৱৰ্ত্তন

## শীল (পবিত্ৰতাৰ) মাৰ্গ

সেই অনুসাৰে বুদ্ধই সেই পৰিব্ৰাজক সকলক শীল (পবিত্ৰতা)ৰ পথ আৰু সৎগুণ বিলাকৰ পথ বুজাবলৈ ধৰিলে।

তেও বিলাকক তেওঁ বুজালে যে শীলৰ পথৰ পথিক হোৱাৰ অভিপ্ৰায় হৈছে যে

এই সংগুন বিলাকৰ অভ্যাস কৰা, (১) শীল (২) দান, (৩) উপেক্ষা (৪) নৈষ্ক্ৰম্য (কাম ভোগ ত্যাগ) (৫) বীৰ্য্য (৬) শান্তি, (৭) সত্য (৮) অধিষ্ঠান (৯) কৰুণা আৰু (১০) মৈত্ৰী।

সেই পৰিব্ৰাজক সকলক বুদ্ধই এই সংগুণ বিলাকৰ বাস্তৱিক অৰ্থ বুজাব বিচাৰিলে।

তেতিয়া বুদ্ধই তেওঁ বিলাকৰ মনৰ শংকা দূৰ কৰি তেওঁ বিলাকক সন্তুষ্ট কৰিবৰ কাৰণে ক'লে -

"শীলতাৰ অভিপ্ৰায় হৈছে নৈতিকতা অকুশল কাম নকৰাৰ প্ৰবৃত্তি আৰু কুশল মাৰ্গ গ্ৰহণ কৰাৰ প্ৰবৃত্তি বেয়া কাম কৰিবলৈ লজ্জ্যাবোধ আৰু ভয় কৰা। লাজ-ভয়ৰ কাৰণে পাপৰ পৰা বাচি থাকিবৰ কাৰণে প্ৰয়াস কৰাই হৈছে শীল। শীলৰ অভিপ্ৰায় হৈছে পাপভীৰুতা। নৈষ্ক্ৰম্যৰ অভিপ্ৰায় হৈছে সাংসাৰিক কাম ভোগ ত্যাগ কৰা। দানৰ অৰ্থ হৈছে যি কোনো প্ৰকাৰৰ স্বাৰ্থ সিদ্ধিৰ পৰিবৰ্ত্তে বিনা আশাৰে আনৰ ভালৰ নিমিত্তে নিজৰ নিজৰ সম্পত্তিয়েই নহ'য় নিজৰ তেজ নিজৰ শৰীৰৰ অঙ্গ আৰু আনকি নিজৰ প্ৰাণ পৰ্য্যন্ত বলিদান কৰি দিয়া। বীৰ্য্যৰ অভিপ্ৰায় হৈছে সম্যক্ প্ৰচেষ্টা। যি এবাৰ কৰিবৰ কাৰণে নিশ্চয় কৰি ল'লে অথবা যি কৰিবৰ কাৰণে সংকল্প কৰিলে তাক নিজৰ সম্পূৰ্ণ সামৰ্থ্যৰ দ্বাৰা কৰিবৰ কাৰণে চেষ্টা কৰা আৰু সেই কাম সম্পূৰ্ণ নোহোৱা পৰ্য্যন্ত পিচলৈ ঘূৰি নোচোৱা। শান্তিৰ অৰ্থ হৈছে ক্ষমা শীলতা। ঘৃণাৰ উত্তৰত ঘৃণা নকৰাটোৱেই হৈছে ইয়াৰ মূল সাৰ। যিহেতু ঘৃণাৰ দ্বাৰাতো ঘৃণা কদাপি নিমূল নহয়। ক্ষমাশীলতাৰ দ্বাৰাইহে ঘৃণাক দূৰ কৰিব পাৰি।

সত্যৰ অভিপ্ৰায় হৈছে মিথ্যা ভাষী নোহোৱা। মানহে কেতিয়াও মিছা ক'ব নালাগে। তেওঁ কেৱল সত্যহে ক'ব লাগে। অধিষ্ঠানৰ অভিপ্ৰায় হৈছে নিজৰ উদ্দেশ্যত উপনীত হোৱা দৃঢ় নিশ্চয়তা। কৰুণাৰ অৰ্থ হৈছে সকলো মানুহৰ প্ৰতি প্ৰেম পূৰ্ণ দয়া কৰা। মৈত্ৰীৰ অৰ্থ হৈছে সকলো প্ৰাণীৰ প্ৰতি ভ্ৰাতৃত্ব ভাব পোষণ কৰা কেৱল মিত্ৰৰ প্ৰতিযেই নহয় শত্ৰুৰ প্ৰতিও মানুহৰ প্ৰতিয়েই নহ'য বৰং সকলো প্ৰাণীৰ নিমিত্তেই। উপেক্ষাৰ (উদাসীনতা) অৰ্থ হৈছে অনাসক্তি ই আনৰ সুখ দুখৰ প্ৰতি নিৰপেক্ষ ভাব ৰখাৰ ভিন্ন বস্তু। ই চিত্তৰ সেই অৱস্থা য'ত প্ৰিয় অপ্ৰিয় বস্তু একো নাই। ফল লাগিলে যিযেই নহওক তাৰ প্ৰতি নিৰপেক্ষ হৈ সাধনাৰ প্ৰতি অনুৰক্ত হোৱা এই সংগুণ বিলাক মানুহে নিজৰ সামৰ্থ্যানুসৰি নিৰন্তৰ অভ্যাস কৰিব লাগে। এই কাৰণে সেই বিলাকক তেওঁ পাৰমিতা বুলি কৈছে।

## ৬ ধৰ্মচক্ৰ প্ৰবৰ্ত্তন

নিজ ধৰ্মৰ উপদেশ দি আৰু তাৰ সম্যক্ ব্যাখ্যা দাঙি ধৰি বুদ্ধই পৰিব্ৰাজক সকলৰ প্ৰতি প্ৰশ্ন কৰিলে -

মানুহৰ চৰিত্ৰৰ পবিত্ৰতাই সংসাৰৰ উন্নতিৰ আধাৰ শিলা জানো নহয়? তেওঁ বিলাকৰ উত্তৰ আছিল - 'হয় ই এনেকুৱাই।

পুনৰ বুদ্ধই সুধিলে - 'ঈৰ্ষা ৰাগ অজ্ঞানতা হিংসা চোৰী ব্যভিচাৰ আৰু অসত্যই চৰিত্ৰৰ পবিত্ৰতাৰ জড়তাক জানো খেদি পঠাব নোৱাৰে? ব্যক্তিগত পবিত্ৰতাৰ কাৰণে এইটো আৱশ্যক নহ'য় যে মানুহৰ গাত ইমান চৰিত্ৰগত বল আছে যে তেওঁ এনেধৰণৰ বেয়াৰ

বশলৈ আহিব নোৱাৰে? যদি কোনো মানুহৰ গাত ব্যক্তিগত পবিত্ৰতাই নাথাকে তেতিয়া তেওঁ জনতাৰ কল্যাণ কেনেকৈ কৰিব পাৰিব? তেও বিলাকৰ উত্তৰ আছিল 'হয় ই এনেকুৱাই।'

'আৰু মানুহে আনক গোলাম কৰি ৰখা আনক নিজৰ বশত কিয় ৰাখিব বিচাৰে? মানুহ আনৰ সুখ দুঃখৰ প্ৰতি উদাসীন কিয়? এইটো এইযাই নহয়নে বাৰু যে এজন মানুহে আনজনৰ প্ৰতি যোগ্য ব্যৱহাৰ নকৰাতো? তেও বিলাকৰ উত্তৰ আছিল হয় ই এনেকুৱাই।

তেতিয়া হ'লে কি অষ্টাঙ্গ মাৰ্গৰ অনুকৰণ সমাক দৃষ্টি সম্যক সংকল্প সম্যক বাক্য সম্যক জীৱিকা সম্যক্ ব্যায়াম সম্যক্ স্মৃতি সম্যক সমাধি - সংক্ষেপতে সৎধৰ্ম অনুসৰি জীৱন যাপন কৰা যদি প্ৰত্যেকেই সেই পথেদি যায় তেতিয়া সেই অমানবীয়তা সেই অন্যায় যি নেকি এজন ব্যক্তিয়ে আনজনৰ প্ৰতি কাৰে তেতিয়া কি শেষ কৰি নিদিব? তেও বিলাকৰ উত্তৰ আছিল - 'হয নিশ্চয় তেনেই।

এতিয়া শীল বা সৎগুণ বিলাক উল্লেখ কৰি তেও ক'লে অভাৱ গ্ৰস্ত বিলাকৰ অভাৱদূৰ কৰিবৰ কাৰণে দৰিদ্ৰ বিলাকৰ দৰিদ্ৰতা দূৰ কৰিবৰ কাৰণে আৰু সামান্য জ্ন কল্যাণ কৰিবৰ কাৰণে দানৰ আৱশ্যক নহযনে কি? য'ত কষ্ট আছে য'ত দাৰিদ্ৰতা আছে সেই বিলাকৰ প্ৰতি মনযোগ দি তাক দূৰ কৰিবৰ কাৰণে কৰুণাৰ আৱশ্যকতা নাই জানো। নিস্বাৰ্থ ভাৱে কাম কৰিবলৈ নিষ্কাম ভাৱৰ আৱশ্যকতা নাইনে কি? ব্যক্তিগত লাভ নহয়নে সৎ প্ৰচেষ্টাত লাগি থাকিবৰ কাৰণে উদাসীনতাৰ আৱশ্যকতা হয়নে কি

'মানুহে মানুহৰ প্ৰতি প্ৰেম ভাৱ ৰখাতো আৱশ্যকতা নহয় নে কি তেও বিলাকৰ উত্তৰ আছিল - 'হ'য আছে।

মই এখোজ আগলৈ কৰি ক'ব বিচাৰো প্ৰেমেই যথেষ্ট নহ'য যি বস্তুৰ আৱশ্যকতা সি হৈছে মৈত্ৰী। প্ৰেমত কৈ ইয়াৰ ক্ষেত্ৰ বহুত ব্যাপক। ইযাৰ অভিপ্ৰায় হৈছে কেৱল মানুহৰ কাৰণেই মৈত্ৰী ভাৱ নহ'য় সমস্ত প্ৰাণী মাত্ৰৰ নিমিত্তে মৈত্ৰী ভাৱ থকা দৰকাৰ। ই কেৱল মানুহৰ মাজতেই সীমাবদ্ধ নহয়। কিয় এনে মৈত্ৰী আৱশ্যকীয় নহয়নে কি? ইযাৰ অতিৰিক্ত এনে কি বস্তু আছে যি সকলো মানুহকেই সুখ প্ৰদান কৰিব পাৰে যি সুখ মানুহে নিজৰ কাৰণে ইচ্ছা কৰে মানুহৰ মন পক্ষপাতহীন হোৱা দৰকাৰ। সকলোৰে কাৰণে মুক্ত সকলোৰে প্ৰতি প্ৰেম আৰু তেতিয়া ঘৃণা কাৰো প্ৰতি নাথাকিবনে কি?

সেই সকলোৱেই ক'লে - 'হ'য।

'কিন্তু এই বিলাক সৎগুণৰ আচৰণৰ লগে লগে প্ৰজ্ঞা জড়িত থাকিব লাগিব নিৰ্মল বুদ্ধিৰ।

প্ৰজ্ঞাৰ কি আৱশ্যক নাই? পৰিব্ৰাজক সকল মৌণ তেও বিলাকে তেওৰ প্ৰশ্নৰ উত্তৰ দিবৰ কাৰণে বাধাকৰাৰ দৃষ্টিত তথাগতে নিজৰ কথা আগবঢ়াই থাকিল। তেও ক'লে আমি ভাল মানুহ সেইজনকে কম যি কোনো বেয়া কাম নকৰে বেয়া কথা নাভাবে বেয়া পদ্ধতিৰে নিজৰ জীৱিকা অৰ্জন নকৰে আৰু মুখেৰে এনে শব্দ প্ৰয়োগ নকৰে যি আনৰ অপকাৰ হ'ব পাৰে অথবা কোনোবাই কষ্ট পোৱাতো । পৰিব্ৰাজক সকলে ক'লে

'হ'য় এইয়াই সত্য।

'কিন্তু কোনো সৎকর্ম ও কি অন্ধৰ দৰে কৰিব লাগিব? মই কৈছোনে নাই। এইয়া পৰ্য্যাপ্ত নহয় বুলি। যদি ইয়েই পৰ্য্যাপ্ত বুলি ভবা হ'য় তেনে আমি কোনো এটা সৰু ল'ৰাৰ বিষয়ে ক'ব পাৰো যে সি সদায় ভাল। কিয়নো এটা সৰু ল'ৰাই নাজানে যে শৰীৰনো কি? সি শুৱিয়াই থকাৰ বাহিৰে শৰীৰটোৰে কৰিব পাৰে কি? সি এইটোও নাজানে যে ভাষানো কি? সি চিঞঁৰি থকাৰ বাহিৰে সি বেয়া কথা কি ক'ব পাৰেনে? সি এইটোও নাজানে যে বিচাৰনো কি? সি কেৱল আনন্দতে অস্পষ্ট ধ্বনিহে উচ্চাৰণ কৰিব পাৰে। সি এইটো নাজানে যে জীৱিকাৰ্জ্জন নো কি? সি বেয়া চিন্তাৰে কোনো জীৱিকা উপাৰ্জন কৰিব পাৰেনে কি? সি মাকৰ গাখীৰ খোৱাৰ বাহিৰেতো একো নাজানে

এই কাৰণে সৎগুণৰ অনুসৰনো প্ৰজ্ঞা পূৰ্ব্বক হ'ব লাগে, অৰ্থাৎ নিৰ্মল বুদ্ধিৰ দ্বাৰা।

'আৰু এটা কাৰণ নিহিত হৈ আছে যাৰ দ্বাৰাই প্ৰজ্ঞা পাৰমিতা (পূৰ্ণতা) ইমান অধিক মহত্বপূৰ্ণ আৰু ইমান অধিক আৱশ্যকীয়। দানতো হ'বই লাগে। কিন্তু বিনা পজ্ঞাই দানৰো বেয়া পৰিণাম হ'ব পাৰে। কৰুণা থাকিবই লাগিব। কিন্তু প্ৰজ্ঞাৰ বিনা কৰুণাইও বেয়াৰ সমৰ্থক হৈ যাব পাৰে। সকলো পাৰমিতাই প্ৰজ্ঞাৰ পাৰমিতাৰ পৰীক্ষাত উৰ্ত্তীণ হ'ব লগিব। গতিকে নিৰ্মল বুদ্ধিৰ আন নাম হৈছে প্ৰজ্ঞাৰ পাৰমিতা ।

'মই ভাবো মানুহৰ অকুশল কৰ্মৰো জ্ঞান থাকিব লাগে। অকুশল কৰ্মনো কেনেকৈ উৎপত্তি হ'য থিক সেইদৰে কুশল কৰ্মৰো জ্ঞান থাকিব লাগে কুশল কৰ্মৰনো উৎপত্তি কেনেকৈ হ'ল? সেইদৰে মানুহৰ কুশল আৰু অকুশল কৰ্মৰ ভেদৰ স্পষ্ট জ্ঞান হ'ব লাগে। থিক সেইদৰে জ্ঞানৰ অভাৱত কৰ্ম বিশেষ কুশল কৰ্ম কিয নহওক লাগিলে শুভ কৰ্মই নিজ শুভ কৰ্মই কিয নহওক তেতিয়াও বাস্তৱিক কুশলভাৱ বা বাস্তৱিকতে শুভ ভাৱ বুলি ক'ব নোৱাৰি। গতিকে মই ক'ব বিচাৰো যে প্ৰজ্ঞা হৈছে এক আৱশ্যকীয সৎগুণ। ৫

এইদৰে বুদ্ধই পৰিব্ৰাজক সকলক এনেধৰণৰ প্ৰেৰণা দি নিজৰ প্ৰবচন সমাপ্ত কৰিলে

হ'যতো তোমালোকে মোৰ ধৰ্মক নিৰাশা বাদী বুলি ভাবিব পাৰাহক কিয়নো মই মানুহৰ মনযোগ মানৱজাতিৰ দু খৰ ফালে আৰ্কষিত কৰিছো। মোৰ ধৰ্মৰ বিষযে এনে ধাৰণা লোৱাতো ভুল হ'ব।

'নিসন্দেহে মোৰ ধৰ্মই দুখৰ অস্তিত্বক স্বীকাৰ কৰে গতিকে তেও সেই দু খ দূৰ কৰিবৰ কাৰণেও জোৰ দিছে ।

মোৰ ধৰ্মত দুযোটা কথাই আছে। ইযাৰ মানৱ জীৱনৰ উদ্দেশ্যও নিহিত হৈ আছে আৰু ই আশাৰ সংকেত ও দিছে।

'ইযাৰ উদ্দেশ্য হৈছে অবিদ্যা নাশ কৰা যাৰ অভিপ্ৰায হৈছে দু খৰ অস্তিত্বৰ সম্বন্ধে অজ্ঞানতা নাশ।

'ই আশাৰ বাৰ্ত্তাও যিহেতু ই দু খ নাশ কৰাৰ মাৰ্গ প্ৰদশণ কৰিছে।

তোমালোকৰ এই বিলাক মতৰ প্ৰতি সম্মতি আছেনে নাই? পৰিব্ৰাজক সকলৰ উত্তৰ আছিল 'হ'য আছে।

## ৭ পৰিব্ৰাজক সকলৰ ধৰ্ম দীক্ষা

সেই পাঁচজন পৰিব্ৰাজকে দেখিবলৈ পালে যে বাস্তবিকতে এইটো এটা নতুন ধৰ্ম। জীৱনৰ সমস্যা বিলাকক লৈ এই নতুন দৃষ্টিকোণৰ প্ৰতি তেওঁ বিলাক ইমান প্ৰভাৱিত হ'ল যে আৰু সকলোৱেই একে মুখে কবলৈ ধৰিলে- 'ইয়াৰ আগতে সংসাৰ ইতিহাসত কোনো ধৰ্ম সংস্থাপকেই এনেধৰণৰ শিক্ষা দিয়া নাছিল যে সংসাৰৰ দুঃখৰ স্বীকৃতিয়েই ধৰ্মৰ আধাৰ বুলি।

'ইয়াৰ আগতে কোনো ধৰ্ম সংস্থাপকে সংসাৰ ইতিহাসত এনে ধৰণৰ শিক্ষা দিয়া নাছিল যে সংসাৰৰ পৰা এই দু খক দূৰ কৰাটোৱেই যে ধৰ্মৰ বাস্তৱিক উদ্দেশ্য।

'ইয়াৰ আগতে কোনেও সংসাৰ ইতিহাসত মুক্তিৰ এনে মাৰ্গ দেখুৱা নাছিল যিনেকি ইমান সৰল বুলি যি মিথ্যা বিশ্বাস আৰু পুৰুষাৰ্থহীন শক্তি সমূহৰ মধ্যস্থতাৰ পৰা মুক্ত হোৱা যি ইমান স্বতন্ত্ৰই নহ'য় কিন্তু যি কোনো 'আত্মা বা পৰমাত্মা'ৰ বিশ্বাসৰ লগত ইমান বিৰোধী বুলি আৰু যি মোক্ষ লাভ কৰিবৰ কাৰণে মৃত্যুৰ পিচতো কোনো জীৱনৰ ওপৰত বিশ্বস ৰখা বা নৰখাতো অনিৰ্বায্য বুলি নাভাবে।

'সংসাৰ ইতিহাসত ইয়াৰ আগতে কোনেও এনে ধৰ্মৰ স্থাপনা কৰা নাছিল যাৰ সম্বন্ধ 'ইলহাম বা 'ঈশ্বৰ বচন'ৰ দ্বাৰা কোনো পধ্যে নহয় বুলি আৰু যাৰ 'অনুশাসন মানুহৰ সামাজিক আৱশ্যকতাৰ অধ্যয়ণৰ পৰিণাম হোৱা উচিত। আৰু যি কোনো 'ঈশ্বৰৰ আজ্ঞা নহয়।

'সংসাৰ ইতিহাসত ইয়াৰ আগতে কোনেও মোক্ষ'ৰ বিষয়ে এনে অৰ্থ কৰা নাই। যিনেকি এনে এটা 'সুখ যাৰ দ্বাৰা মানুহে ধৰ্ম অনুসৰি জীৱন অতিবাহিতকৰিব পৰা ক্ষমতা নিজ যত্নৰ দ্বাৰা এই পৃথিৱীতে লাভ কৰিব পাৰে।

সেই পৰিব্ৰাজক সকলে যেতিয়া ভগৱান বুদ্ধৰ দ্বাৰা উপদিষ্ট নতুন সৎধৰ্মৰ বাণী শুনিলে তেতিয়া তেওঁ বিলাকৰ নিজা অভিব্যক্তি এনেদৰে প্ৰকাশ কৰিলে।

তেওঁ বিলাকে এনেদৰে অনুভৱ কৰিলে যে বুদ্ধৰ ৰূপত তেওঁ বিলাকে এজন জীৱন সংস্কাৰক লাভ কৰিলে যাৰ ধৰ্মই তেওঁ বিলাকৰ হৃদয়ক পুলকিত কৰি তুলিলে যি নিজৰ যুগৰ বৌদ্ধিক জ্ঞানৰ দ্বাৰা সু পৰিচিত হ'ল য'ত এনে মৌলিকতা আছে, সাহস আছে যে বিৰোধী বিচাৰ সমূহ জনাৰ উপৰিও মুক্তি এনে এটা মাৰ্গ তেওঁ বিলাকে প্ৰতিপাদন কৰিব পাৰে যি মুক্তি ইয়াতেই এই জীৱনতেই আত্মসাধনা আৰু আত্ম সংযমৰ দ্বাৰা লাভ কৰিব পাৰে।

বুদ্ধৰ প্ৰতি তেওঁ বিলাকৰ মনত এনে অসীম শ্ৰদ্ধা উৎপন্ন হ'ল যে তেওঁ বিলাকে তেওঁৰ প্ৰতি লগে লগে আত্মসমৰ্পণ কৰি দিলে আৰু প্ৰাৰ্থনা জনালে যে বুদ্ধই তেওঁ বিলাকক নিজ শিষ্য কৰি ল'ব লাগে।

বুদ্ধই তেওঁ বিলাকক এহি ভিক্খৱে (ভিক্ষু সকল আঁহা) বুলি কৈ ভিক্ষু সংঘত দীক্ষিত কৰি ল'লে। তেওঁ বিলাক পঞ্চবৰ্গীয় ভিক্ষু নামেৰে প্ৰসিদ্ধ হ'ল। ৬

১। মহাবগ্গ ।
২। সংযুক্ত নিকায় আৰু বিনয় (মহাবগ্গ)।
৩। সংযুক্ত নিকায়।
৪। মজ্ঝিম নিকায় সম্ম দিটিঠ সুত্ত।
৫। মজ্ঝিম নিকায় সম্ম দিটিঠ সুত্ত।
৬। সং নি ৫৫ ২ ১ বিনয় (মহাবগ্গ ১)।

# তৃতীয় ভাগ

## উচ্চ কুল তথা ধাৰ্মিক সকলৰ ধৰ্ম দীক্ষা

### ১ যশ কুল পুত্ৰৰ ধৰ্ম দীক্ষা

সেই সময়ত বাৰাণসীত যশ নামেৰে এজন গৃহপতি পুত্ৰ আছিল। তেওঁ ডেকা আছিল আৰু তেওঁৰ চেহেৰা পাতি বৰ আকৰ্ষণীয় আছিল। তেওঁ মাক-বাপেকৰ অতি আদৰৰ আছিল আৰু শ্ৰী সম্পন্ন। তেওঁৰ বহুত চাকৰ বাকৰ আছিল, বহুত পত্নী আছিল, তেওঁৰ বেছি ভাগ সময় নাচ গানতে আৰু সুৰাপান আদিতেই অতিবাহিত হৈছিল। তেওঁ বিলাসময় জীৱন কটাইছিল।

কিছুদিন এনেদৰে কটোৱাৰ পিচত তেওঁৰ মনলৈ বৈৰাগ্য ভাব নামি আহিল। তেওঁ এতিয়া আমনিৰ পৰা কেনেকৈ হাত সাৰিব ? তেওঁ কটোৱা জীৱনতো কি শ্ৰেষ্ঠ জীৱন আছিলনে কি? তেও কোনো উপায় নাপায় অৱশেষত নিজৰ পিতাকৰ ঘৰ ত্যাগ কৰিলে। আৰু এনেয়েও তেও ইফালে সিফালে ঘূৰি থাকিব ধৰিলে, এইদৰে ঘূৰি ফুৰোতে তেওঁ গৈ ঋষি পতনৰ তাত পালেগৈ।

ভাগৰি জুগৰি তেও এঠাইত বহি পৰিল আৰু মুখেৰে কিবা কিবি কৈ থাকিব ধৰিলে 'মই ক'ত আছো? ৰাস্তা কেনি? আহ! কি যে অশান্তি? ওহ! কিমান যে দুঃখ?

এই ঘটনা সেই ৰাতিৰ যি দিনা তথাগতে ঋষি পতনৰ পঞ্চবৰ্গীয় ভিক্ষু সকলক নিজ উপদেশ দি আছিল। থিক সেই সময়তে যেতিয়া তেওঁ ঋষি পতনৰ ফালে আগবাটি আছিল তথাগত সেই সময়ত ঋষি পতনৰ তাতেই বিৰাজমান হৈ আছিল। তথাগতে খুব ৰাতিপুৱাই উঠি মুকলি বতাহলৈ ফুৰি আছিল। আৰু তথাগতে দেখিলে যে দুঃখৰ কথা বিলাক কৈ কৈ যশ কুল পুত্ৰ আহি আছে। তথাগতে তেওঁৰ দুঃখজনিত বেদনা শুনি কলে - 'কতো কোনো অশান্তি নাই কতো কোনো দু খ নাই আহা মই তোমাকৰাস্তা দেখুৱাম।' তেতিয়া তথাগতে যশকুল পুত্ৰক নিজৰ উপদেশ দিব ধৰিলে।

আৰু যেতিয়া যশে সেই উপদেশ শুনিলে তেও বৰ আনন্দিত হ'ল, তেওঁ অপাৰ শান্তি পালে। তেও নিজৰ সোণালী জোতা খুলি পেলালে আৰু তথাগতৰ ওচৰলৈ গৈ তেওক নমস্কাৰ জনালে।

বুদ্ধৰ কথা হৃদয়ঙ্গম কৰি যশে তথাগতৰ প্ৰতি প্ৰাৰ্থনা জনালে আৰু তেওঁক তেওঁৰ শিষ্যৰূপে স্বীকাৰ কৰিবৰ কাৰণে অনুৰোধ জনালে।

তেতিয়া তথাগতে তেওঁক 'আহা" বুলি ক'লে আৰু তেওঁক ভিক্ষু ধৰ্মৰ দীক্ষা দি দিলে।

যশৰ মাক বাপেকে বৰ অশান্তি পাই আছিল যে যশ ক'লৈ গুছি গ'ল। বাপেক যশৰ অনুসন্ধানত ওলাল। যশৰ দেউতাক থিক সেই ঠাইৰ পৰাই ওলাল য'ত ভগবান বুদ্ধ আৰু ভিক্ষু বেশত যশ কুল পুত্ৰ বহি আছিল। যশৰ পিতাকে তথাগতৰ প্ৰতি প্ৰশ্ন কৰিলে- 'অনুগ্ৰহ কৰি কওঁকচোন মোৰ পুত্ৰ যশক ক'ৰবাত দেখিছিলনে?

তথাগতে ক'লে -"আহক আপুনি আপোনাৰ পুত্ৰক দেখা কৰিব পাৰিব।" যশৰ পিতাক আহিল আৰু নিজ পুত্ৰৰ ওচৰতে বহিল, কিন্তু বাপেকে পুতেকক চিনি নাপালে।

তথাগতে তেওঁক ক'লে যে কেনেকৈ যশ তেওঁৰ ওচৰলৈ আহিল আৰু কেনেকৈ তেওঁ তেওঁৰ প্ৰবচন শুনি ভিক্ষু হ'ল। তেতিয়া তেওঁ নিজ পুতেকক চিনি পালে। তেও আনন্দিত হ'ল যে তেওঁৰ পুত্ৰই শীল গ্ৰহণ কৰিলে।

পুত্ৰযশ। যশৰ পিতাকে ক'লে তোমাৰ মায়ে তোমাৰ বিয়োগত বৰ দুঃখ কৰি আছে। ঘৰলৈ আহি তেওঁক সুখী কৰা।

তেতিয়া যশে তথাগতৰ ফালে চালে আৰু তথাগতে যশৰ পিতাকৰ প্ৰতি সুধিলে গৃহ পতি! তুমি ইচ্ছা কৰানে কি যে যশ পুনৰ গৃহস্থী হওঁক বুলি যেনেকৈ আগতে তেও ভোগ বিলাসত জীৱন কটাইছিল এতিয়াও তাকে কৰক বুলি?

যশৰ পিতাকে উত্তৰ দিলে - 'যদি মোৰ পুত্ৰ যশে আপোনাৰ লগতে থাকিব বিচাৰে তেনে আপোনাৰ লগতে থাকক। যশে ভিক্ষুৰূপে থকাৰ কামনাহে কৰে।

বিদায় লোৱাৰ আগতে যশৰ পিতাকে ক'লে - 'ভিক্ষু সংঘৰ লগত তথাগতে যাতে আমাৰ ঘৰত ভোজন কৰিবলৈ স্বীকাৰ কৰে।

চীৱৰ ধাৰণ কৰি হাতত ভিক্ষা পাত্ৰ লৈ যশকুল পুত্ৰৰ লগত তথাগত যশ গৃহপতিৰ ঘৰ পালেগৈ। ঘৰপোৱাত যশৰ মাক আৰু পত্নীয়ে তথাগতক দৰ্শন কৰিলে। ভোজনৰ শেষত তথাগতে গৃহপতিৰ পৰিয়ালবৰ্গক ধৰ্মৰ উপদেশ দিলে। তেও বিলাক তথাগতৰ প্ৰতি আকৃষ্ট হ'ল আৰু তথাগতৰ ওচৰত শৰণ ল'লে।

যশৰ চাৰিজন মিত্ৰ আছিল যি সকল বাৰাণসীৰ ধনী সকলৰে পুত্ৰ আছিল। তেও বিলাকৰ নাম - বিমল সুবাহু, পূৰ্ণজিত তথা গৱাম্পতি আছিল।

যেতিয়া যশৰ মিত্ৰ সকলে শুনিলে যে যশে 'বুদ্ধ আৰু তেওঁৰ ধৰ্মত দীক্ষিত হ'ল যি কথা যশৰ কাৰণে ভাল সেইয়া তেও বিলাকৰ কাৰণেও ভাল হ'ব।

এই কাৰণে তেও যশৰ ওচৰলৈ গ'ল আৰু তেওৰ প্ৰতি নিবেদন কৰিলে যে তেও বিলাকৰ হৈ ভগৱান বুদ্ধৰ প্ৰতি যাতে প্ৰাৰ্থনা জনায় যেন তেও বিলাককো তেওঁৰ শিষ্য ৰূপে গ্ৰহণ কৰে।

যশে তেও বিলাকৰ ইচ্ছাত সম্মতি প্ৰকাশ কৰিলে ভগবানৰ প্ৰতি প্ৰাথনা জনালে- 'অনুগ্ৰহ কৰি মোৰ এই চাৰিজন বন্ধুকো ধৰ্মৰ উপদেশ দি কৃতাৰ্থ কৰে যেন। ভগবানে তেওঁৰ কথা স্বীকাৰ কৰিলে। যশৰ মিত্ৰ সকলেও সেই ধৰ্মত দীক্ষিত হ'ল। ১

## ২ কাশ্যপ বন্ধু সকলৰ ধৰ্ম দীক্ষা

কাশ্যপ পৰিবাৰ নামেৰে বাৰাণাসীত এটা প্ৰসিদ্ধ পৰিবাৰ আছিল। সেই পৰিবাৰত তিনিজন ককাই-ভাই আছিল। তিনিওজন শিক্ষিত আৰু অত্যান্ত ধাৰ্মিক আছিল। কিছু সময়ৰ পিচত জেষ্ঠ পুত্ৰই সন্যাস ধৰ্ম গ্ৰহণৰ চিন্তা কৰিলে। সেই অনুসাৰে তেও গৃহ ত্যাগ কৰিলে, সন্যাস গ্ৰহণ কৰিলে আৰু উৰু বেলাৰ ফালে গ'ল য'ত গৈ তেও এখন নিজা আশ্ৰম প্ৰতিস্থা কৰিলে। তেওৰ বাকী দুজন ভায়েকেও সেই পথকে অনুসৰণ কৰিলে আৰু তেও

বিলাকো সন্যাসী হৈ গ'ল।

তেও বিলাক আছিল অগ্নিহোত্ৰী অৰ্থাৎ অগ্নি পূজা কৰিছিল তেওঁ বিলাকৰ ডাঙৰ ডাঙৰ জটা হৈ গৈছিল কাৰণে তেওঁ বিলাকক জটিল বুলি কৈছিল। তিনিও জন ভাই ককাইৰ ভিতৰত প্ৰথম জনক উৰুবেল কাশ্যপ বুলি কোৱা হৈছিল দ্বিতীয়জনক নদী কাশ্যপ আৰু তৃতীয় জন গয়া কাশ্যপ নামেৰে জনাজাত হ'ল। এও বিলাকৰ তিনিজনৰ ভিতৰত উৰুবেলা কাশ্যপৰ পাঁচজন (জটিল) জটাধাৰী শিষ্য আছিল, নদী কাশ্যপৰ তিনিশ আৰু গয়া কাশ্যপৰ দুশ জটিল শিষ্য আছিল। এও বিলাকৰ ভিতৰত মূখ্য উৰুবেল কাশ্যপ। উৰুবেল কাশ্যপৰ খ্যাতি চাৰিওফালে বিয়পি পৰিছিল। তেওৰ বিষয়ে কোৱা হৈছিল যে তেও জীৱন্ত অৱস্থাতে মুক্তি লাভ কৰিছিল। ফলগু নদীৰ পাৰত অৱস্থিত তেওঁৰ আশ্ৰমলৈ বহু-দূৰ দূৰণিৰ পৰা মানুহ আহিছিল। যেতিয়া ভগবান গৌতম বুদ্ধই উৰুবেলা কাশ্যপৰ খ্যাতিৰ কথা গম পালে তেতিয়া তেওঁৰ মনত ভাব হ'ল যে উৰুবেলা কাশ্যপক ধৰ্মৰ উপদেশ দিয়া হওঁক আৰু সম্ভৱ হ'লে ধৰ্ম দীক্ষাও দিয়া যাব।

তেও নিবাসৰ সঠিক ঠিকনা লৈ তথাগত গৈ উৰুবেলা পালেগৈ। তথাগতে তেওঁক লগ ধৰিলে আৰু শিক্ষিত কৰিবৰ কাৰণে আৰু দীক্ষিত কৰিবৰ কাৰণে উপযুক্ত সময় দিবৰ কাৰণে ক'লে - 'কাশ্যপ। যদি আপোনাৰ কোনো সুবিধা নহয় তেতিয়া হ'লে মই এক ৰাতি তোমাৰ আশ্ৰমতে থাকিম।

কাশ্যপৰ উত্তৰ আছিল - মই এই কথাত সম্মত নহও। মুচলিন্দ নামৰ এজন জংঘলী নাগৰাজা ইয়াত থাকে। তেওঁৰ শাসনহে ইয়াত চলে। তেও বৰ সাংঘাটিক। তেও অগ্নি পূজক সাধু সকলৰ ঘোৰ বিৰোধী। তেও ৰাতি এই আশ্ৰমলৈ আহে আৰু আশ্ৰমৰ বিশেষ হানি কৰি গুছি যায়। মোৰ ভয় হৈছে মোক কষ্ট দিয়াদি যাতে তোমাক কষ্ট নিদিয়ে।

কাশ্যপে এই কথা জনা নাছিল যে নাগলোক বুদ্ধৰ মিত্ৰ বুলি আৰু তেওঁৰ শিষ্য হৈ গৈছিল বুলি। কিন্তু তথাগতে এই কথা জানিছিল।

তথাপিতো তথাগতে পুনৰ আগ্ৰহ কৰিলে যে তেও মোক কষ্ট দিয়াৰ কোনো সম্ভাৱনা নাই। এই বিষয়ে তুমি চিন্তা নকৰিবা। কাশ্যপ। কেৱল একৰাতি মোক তোমাৰ অগ্নিশালাত থাকিবলৈ দিয়া।

কাশ্যপে বাৰে বাৰে তেওক ৰখাতো অস্বীকাৰ কৰিলে আৰু তথাগতে বাৰে বাৰে আগ্ৰহ প্ৰকাশ কৰিয়েই থাকিল।

তেতিয়া কাশ্যপে ক'লে মই অধিক বিবাদ কৰিব নিবিচাৰো। কিন্তু মোৰ হ'লে বৰ ভয়। যি ভাল দেখা তাকে কৰা।

তথাগতে সেই সময়ত অগ্নি শালাত প্ৰবেশ কৰিলে আৰু নিজৰ আসনত বহিল। নাগৰাজ মুচলিন্দে যথা সময়ত আহি প্ৰৱেশ কৰিলে। কিন্তু কাশ্যপৰ ঠাইত তথাগতক ভাত বহি থকা দেখিলে।

তথাগতৰ শান্ত সৌম্য গম্ভীৰ মুদ্ৰা দেখি মুচলিন্দৰ এনে লাগিল যেন তেও কোনো দিব্য পুৰুষৰ সন্মুখত থিয় দি আছে। তেওঁ মূৰদোৱাই তথাগতক পূজা কৰিলে।

সেই ৰাতি হ'লে কাশ্যপৰ ভালধৰণে টোপনি নাহিল। তেও তাকেই ভাবি থাকিল যে তেওঁৰ অতিথিৰ লগত কেনে ব্যৱহাৰ হৈছে চাওঁগে? সেই কাৰণে তেও বৰ আচৰিত আৰু ধৰ্ফৰাই থাকিল। তেও ভয় খাইছিল যে সম্ভৱ সেই ৰাতি তেওৰ অতিথিক তেও জ্বলাই দিলে হ'ব পায়।

ৰাতিপুৱাৰ লগে লগে কাশ্যপে তেওঁৰ শিষ্য বৰ্গৰ লগত গৈ তেওক চাবলৈ গ'ল। মুচলিন্দৰ দ্বাৰা ভগৱান বুদ্ধক কোনা কষ্ট বা হানি কৰাৰ কথা দূৰেই কিন্তু দেখা গ'ল যে মুচলিন্দে ভগৱান বুদ্ধক পূজাহে কৰি আছে।

এই দৃশ্য দেখি কাশ্যপৰ এনে হেন লাগিল যেন তেও কোনো চমৎকাৰহে দেখিবলৈ পাইছে, আৰু যেন সম্মুখত তেওঁ অলৌকিকতা দেখিবলৈ পাইছে।

সেই চমৎকাৰৰ প্ৰতি প্ৰভাৱিত হৈ কাশ্যপে ভগৱান বুদ্ধৰ প্ৰতি প্ৰাৰ্থনা জনালে যে তেও যেন এই আশ্ৰমতে থাকি যায় আৰু তেৱেঁই তেওঁৰ সেৱা শুশ্ৰুযাত সহায় কৰিব

ভগবান বুদ্ধই তাতে থাকিবলৈ স্বীকাৰ কৰিলে। কিন্তু দুযোৰে মাজত মতৰ ভিন্নতা দেখিবলৈঁ পোৱা হৈছিল। কাশ্যপে ভাবিলে যে এতিয়া নাগৰাজ মুচলিন্দৰ আক্ৰমণৰ পৰা হাত সাৰিল। কিন্তু ভগবান বুদ্ধই ভাবিলে যে এদিন নহয় এদিন কাশ্যপক ধৰ্মৰ উপদেশ দিয়াৰ সময় উলিয়াবই লাগিব।

কিন্তু কাশ্যপে কোনোপধ্যে তেনে সুবিধাৰ পৰা এৰাই চলিছিল। তেও ভাবিছিল যে বুদ্ধই চমৎকাৰ দেখুৱাৰ বাহিৰে তেওৰ অন্য একো নাই।

এদিন তথাগতে নিজেই কাশ্যপক সুধিলে - 'তুমি অৰ্হত নে কি?

'যদি তুমি (অৰ্হত) বুদ্ধ নোহোৱা তেনে এই যজ্ঞ কৰি তোমাৰ কি কল্যাণ হ'ব?

কাশ্যপে ক'লে -'মই নাজানো যে অৰ্হত (পৰম জ্ঞানী বা বুদ্ধনো কি? অনুগ্ৰহ কৰি মোক বুজাই দিয়ক।

তেতিয়া ভগবানে ক'লে - 'আৰ্য্য অষ্টাঙ্গিক মাৰ্গত চলা পথিকৰ পথ সকলোৰাগদ্বেষ যি জনে জয়ী কৰিব পাৰিছে তেওঁই অৰ্হত। অগ্নিপূজাই কাকোৱেই পাপমুক্ত কৰিব নোৱাৰে।

এনেয়েও কাশ্যপ অভিমানী স্বভাৱৰ আছিল। কিন্তু তেও মনৰ ওপৰত তথাগতৰ তৰ্কৰ প্ৰভাৱ পৰিছিল। তেও নিজৰ মনটোক কিছু সংযত আৰু বিনম্ৰ কৰিলে আৰু তেওক সৎধৰ্ম গ্ৰহণ কৰাৰ পাত্ৰ কৰি তুলিব বুলি ক'লে যে মানুহে গুৰু বুদ্ধৰ বুদ্ধি আৰু তেওঁৰ বুদ্ধিৰ লগত কোনেও ফেৰ মাৰিব পৰা নাই।

এইদৰে তেওৰ মনৰ সকলো শঙ্কা সমাধান হোৱাত উৰুবেলা কাশ্যপে তথাগতৰ ধৰ্মক স্বীকাৰ কৰিলে আৰু তেওঁৰ শিষ্য হ'ল।

নিজ গুৰু ৰূপে স্বীকাৰ কৰি লোৱাৰ পিচত কাশ্যপৰ শিষ্য বিলাকেও তথাগতৰ ধৰ্ম গ্ৰহণ কৰিলে। এইদৰে কাশ্যপ আৰু তেওঁৰ সকলো শিষ্যই বৌদ্ধ ধৰ্মত দীক্ষিত হ'ল।

এইদৰে কাশ্যপে কৰা অগ্নিপূজাৰ সকলো পাত্ৰ উঠাই নি নদীত উতুৱাই দিলে আৰু যি বিলাক পাত্ৰ সেই বিলাক পানীত সাতুৰিবলৈ ধৰিলে।

নদী কাশ্যপ আৰু গয়া কাশ্যপ এই দুয়োজনেই নদীৰ কাষত বাস কৰিছিল তেও

বিলাকে ককায়েকৰ অগ্নিহোত্ৰৰ সামগ্ৰী সমূহ নদীত উটিযোৱা দেখিবলৈ পালে। তেওঁ বিলাকে ক'লে - এই সামগ্ৰী সমূহ আমাৰ জেষ্ঠ ভ্ৰাতৃৰ। তেওঁ এই গোটেই পূজাৰ সামগ্ৰী সমূহ কিয় দলিয়াই পেলালে? নিশ্চয় কিবা অসাধাৰণ ঘটনা ঘটিছে সম্ভৱ।" তেওঁ বিলাক এই লৈ বৰ চিন্তিত হ'ল। তেওঁ বিলাকে নিজৰ পাঁচশ শিষ্য বৰ্গক লৈ নিজৰ জেষ্ঠ ভ্ৰাতৃক লগ ধৰিবৰ কাৰণে গ'ল।

তেওঁ বিলাক সকলোৱেই নিজ জেষ্ঠ ভ্ৰাতৃক শ্ৰমণৰ পোচাক পিন্ধা দেখি তেওঁ বিলাকৰ মনত অনেক চিন্তা ভাৱনা উৎপন্ন হ'ল। পিচত তেওঁ বিলাকে ইয়াৰ কাৰণ জানিব বিচাৰিছিল। উৰুবেল কাশ্যপে তেতিয়া তেওঁ বিলাকক জনালে যে তেওঁনো কেনেদৰে বুদ্ধৰ ধৰ্মক অংগীকাৰ কৰি ল'লে।

তেওঁ বিলাকে ক'লে - 'আমাৰ জেষ্ঠ ভ্ৰাতৃয়ে বুদ্ধৰ ধৰ্ম স্বীকাৰ কৰিলে, গতিকে আমি তেওঁক অনুকৰণ কৰিব লাগে।

তেওঁ বিলাকে নিজ জেষ্ঠ ভ্ৰাতৃৰ প্ৰতি নিজৰ ইচ্ছা ব্যক্ত কৰিলে। তেতিয়া তেওঁ বিলাকে নিজৰ শিষ্যবৰ্গৰ সহিত দুয়োজন ককাই-ভাইয়ে তথাগতৰ প্ৰবচন শুনিবৰ কাৰণে তাত গৈ উপস্থিত হ'ল। তথাগতে যেতিয়া অগ্নিহোত্ৰী ধৰ্ম আৰু নিজ ধৰ্মৰ লগত তুলনা কৰি নিজৰ প্ৰবচন দাঙি ধৰিলে।

সেই দুয়োজন ভাই ককাইক উপদেশ দি ভগবান বুদ্ধই কলে যেনেকৈ খৰিয়ে খৰিয়ে ঘৰ্ষণ হৈ জুই উৎপন্ন হয় থিক তেনেদৰে অসম্যক্ বিচাৰ যেতিয়া পৰস্পৰৰ ভিতৰত ঘৰ্ষণ হয় তেতিয়াই অবিদ্যাৰ জন্ম হয়।

'কাম ক্ৰোধ তথা অবিদ্যা এই কেইটা হৈছে সেই অগ্নি যি সকলো বস্তুকে ভস্ম কৰি দিব পাৰে আৰু সংসাৰত দু খ আৰু শোকৰ কাৰণ হৈ পৰে।

'যদি এবাৰ মানুহ প্ৰকৃত ৰাস্তাত যাব পাৰে আৰু কাম ক্ৰোধ তথা অবিদ্যাৰূপী অগ্নিক নুমাব পাৰে তেতিয়াই বিদ্যা আৰু পবিত্ৰ আচৰণে জন্ম ল'ব পাৰে।

সেই কাৰণে যেতিয়া কোনো মানুহৰ অকুশল কৰ্মৰ প্ৰতি ঘৃণা ভাৱ আহি যায় তেতিয়া তাৰ পৰা তৃষ্ণাৰ ক্ষয় হয়। তৃষ্ণাক ক্ষয় কৰিব পাৰিলেই মানুহ শ্ৰমন হ'ব পাৰে।

সেই ডাঙৰ ডাঙৰ ঋষি সকলে যেতিয়া এই বুদ্ধৰ বচন শুনিবলৈ ধৰিলে তেতিয়া আন সকলে অগ্নি হোত্ৰৰ প্ৰতি তেও বিলাকৰ মন ঘৃণীত হ'ব ধৰিলে। তেওঁ বিলাকেও বুদ্ধৰ শিষ্যত্ব গ্ৰহণ কৰিবৰ কাৰণে ইচ্ছা প্ৰকাশ কৰিলে।

কাশ্যপ বন্ধুসকলক দিয়া দীক্ষা ভগবান বুদ্ধৰ নিমিত্তে ই বৰ ডাঙৰ সফলতা আছিল। কিয়নো জনতাৰ মনৰ ওপৰত তেওঁৰ অশেষ প্ৰভাৱ আছিল ।

## ৩ সাৰি পুত্ৰ তথা মৌদ্ গল্যায়নৰ ধৰ্ম দীক্ষা

যি সময়ত ভগবান বুদ্ধই ৰাজগৃহত নিবাস কৰিছিল সেই সময়ত তাত আঢৈ হাজাৰ শিষ্য সহিত সঞ্জয় নামেৰে এজন প্ৰসিদ্ধ পৰিব্ৰাজকো তাত আছিল। তেওঁৰ শিষ্য সকলৰ

ভিতৰত দুজন তৰুণ ব্ৰাহ্মনো আছিল- সাৰিপুত্ৰ আৰু মৌদ্ গল্যান। সাৰিপুত্ৰ আৰু মৌদ্ গল্যান সঞ্জয়ৰ শিক্ষাৰ প্ৰতি সন্তুষ্ট নাছিল আৰু কোনো শ্ৰেষ্ঠ ধৰ্মৰ সন্ধানত আছিল। এদিনৰ কথা পঞ্চবৰ্গীয় ভিক্ষু সকলৰ ভিতৰত এজন ভিক্ষু অশ্বজিতে দুপৰীয়া নিজ চীৱৰ ধাৰণ কৰি হাতত পাত্ৰ আৰু চীৱৰলৈ ভিক্ষাৰ নিমিত্তে ৰাজ গৃহৰ নগৰত প্ৰবেশ কৰিলে। সাৰিপুত্ৰৰ ওপৰত অশ্বজিতৰ গম্ভীৰ গতিবিধিয়ে বিশেষ প্ৰভাব পেলাইছিল। অশ্বজিত স্থবিৰক দেখি সাৰিপুত্ৰই ভাবিলে

'নিশ্চয় এই ভিক্ষুজন সেই ভিক্ষু সকলৰে এজন হ'ব যিনেকি এই সংসাৰত এই পদৰ কাৰণে যোগ্য বুলি বিবেচিত হ'ব। ই কেনে হ'ব যদি মই এই ভিক্ষুৰ লগত থাকো আৰু ইয়াৰ দ্বাৰা সুধিব বিচাৰো যে মিত্ৰ তুমিনো কাৰ ওচৰত প্ৰবজিত হৈছিলা ? তোমাৰ গুৰু কোন? তুমিনো কাৰ ধৰ্ম মানিব বিছাৰিছা? তেতিয়া সাৰিপুত্ৰই ভাবিলে - এই সময়ত এই ভিক্ষুক কোনো কথাই সোধা নহ'য়। এও ভিক্ষাৰ কাৰণে ভিতৰ চোতালত প্ৰবেশ কৰিলে। কেনেকুৱা হ'ব মইয়ো যদি আন ভিক্ষুৰ দৰে এও বিলাকৰ পিছে পিছে হৈ লও? ৰাজ গৃহত ভিক্ষা কৰাৰ পিচত অশ্বজিতে স্থবিৰ পাত্ৰত ভিক্ষা গ্ৰহণ কৰি পুনৰ ঘূৰি গ'ল। সাৰিপুত্ৰ তাত পালেগৈ য'ত অশ্বজিত আছিল। তেওৰ ওচৰতগৈ সকলো খা খবৰ লৈ তেওৰ একাষে থিয় হ'ল।

এফালে হোৱা সাৰিপুত্ৰ পৰিব্ৰাজকে অশ্বজিত স্থবিৰক ক'লে 'মিত্ৰ! আপোনাৰ চেহেৰা একেবাৰে শান্ত। আপোনাৰ ছবি আশা পূৰ্ণ। মিত্ৰ। আপুনি কাৰ ওচৰতনো প্ৰবজিত হ'ল? আপোনাৰ গুৰু কোন? আপুনিনো কাৰ ধৰ্ম মানিব বিচাৰে?

অশ্বজিতৰ উত্তৰ আছিল 'মিত্ৰ! নিশ্চয় পূৰ্বৰ শাক্য কুলৰ প্ৰবজিত মহান শ্ৰমন সেইজনাৰ নামেৰেই মই প্ৰবজিত হৈছো তেঁৱেই মোৰ গুৰু আৰু মই তেওৰ ধৰ্মকে মানো।

'আৰু হে পূজ্যবৰ। আপোনাৰ গুৰুৰ সিদ্ধান্তনো কি? তেও আপোনাক কেনে ধৰণৰ কথাৰ শিক্ষা দিব বিচাৰে?

'মিত্ৰ। মই এজন নতুন শিষ্য মই প্ৰবজিত হোৱা মাত্ৰ কেইদিন মানহে হৈছে। মই এই মাত্ৰ কিছু সময়ৰ পূৰ্বে এই ধৰ্মৰ বিনয় মাত্ৰ গ্ৰহণ কৰিছো মই বিস্তৃতৰূপে আপোনাক এই ধৰ্মৰ বিষয়ে ক'ব নোৱাৰিম। কিন্তু মই আপোনাক সংক্ষেপেহে ক'ব পাৰিম।

তেতিয়া সাৰিপুত্ৰই স্থবিৰ অশ্বজিতৰ প্ৰতি ক'লে - 'মিত্ৰ! যিমানখিনি পাৰে আপুনি মোক কওক কিন্তু তাৰ সাৰ অৱশ্যে মোক কওক। মই ইয়াৰ সাৰ মাত্ৰহে বিচাৰো। বহুত বিলাক শব্দলৈ কি কৰিম?

তেতিযা অশ্বজিতে সাৰিপুত্ৰক তথাগতৰ শিক্ষাৰ সাৰমৰ্ম ক'লে শুনি সাৰিপুত্ৰ পৰম আনন্দিত হ'ল।

যদিও সাৰিপুত্ৰ আৰু মৌদ গল্যান ককাই ভাই নাছিল। কিন্তু দুয়োজনেই ভাই-ককাইৰ দৰেই আছিল। তেও বিলাকে পৰস্পৰৰ মাজত কথা দিছিল। যি সত্য আগতে লাভ হ'য তাক আনক বিদিত কৰিব। এযেই দুয়োৰে মাজত প্ৰতিজ্ঞা আছিল।

সেই অনুসৰি সাৰিপুত্ৰ গৈ তাত পালেগৈ য'ত মৌদ গল্যান আছিল তেওঁক দেখি

মৌদ গল্যানে সাৰিপুত্ৰৰ প্ৰতি ক'লে- 'মিত্ৰ! আপোনাৰ মন একেবাৰে শান্ত। আপোনাৰ শৰীৰ আভা পূৰ্ণ। আপুনিনো কি সত্য প্ৰাপ্ত কৰিলে।

'হ'য় মিত্ৰ! মই সত্য লাভ কৰিলো। আৰু মিত্ৰ! আপুনিনো সত্যক কেনেদৰে পালে? তেতিয়া সাৰিপুত্ৰই সেই সকলো ঘটনা কৈ শুনালে যি তেওঁৰ আৰু অশ্বজিতৰ মাজত ঘটিছিল।

তেতিয়া মৌদ্ গল্যানে সাৰিপুত্ৰৰ প্ৰতি ক'লে - তেনেহ'লে মিত্ৰ! আমি তথাগতৰ ওচৰলৈ যাও যাতে তেও আমাৰ গুৰু হ'য়।

সাৰিপুত্ৰই ক'লে - 'মিত্ৰ! ইয়াত যে আঢৈ হেজাৰ পৰিব্ৰাজক আছে, তেওঁ বিলাকে কেবল আমাৰ ফালেই চাই ইয়াত আছে। যদি আমি তেও বিলাকক এৰি যাওঁহক, কথাতো কেনে হ'ব গতিকে সি বিলাকক আমি আমাৰ অভিপ্ৰায় জনাই দিয়াই উচিত হ'ব। তেওঁ বিলাকে যি ভাবে ইচ্ছা কৰে তাকে কৰিব।

তেতিয়া সাৰিপুত্ৰ আৰু মৌদ্ গল্যান তালৈ গ'ল য'ত তেওঁবিলাক আছিল। তেও বিলাকৰ ওচৰলৈ গৈ ক'লে - 'আমি মহাশ্ৰমণৰ ওচৰত শৰণ গ্ৰহণ কৰিব বিচাৰিছো। সেই মহাশ্ৰমণেই হৈছে আমাৰ গুৰু।

তেও বিলাকে উত্তৰ দিলে - আপোনালোকৰ কাৰণেই আমি ইয়াত আছো আৰু আপোনালোককেই মানি আছো। যদি আপোনালোকে মহাশ্ৰমণৰ অধীনত ব্ৰহ্মচৰ্য্য জীৱন ব্যতিত কৰিব বিচাৰে তেন্তে আমিও তাকেই কৰিমহঁক।

যেতিয়া সাৰিপুত্ৰ আৰু মৌদ্ গল্যান সঞ্জয়ৰ ওচৰলৈ গ'ল আৰু তেওঁৰ প্ৰতি ক'লে- 'মিত্ৰ! আমি তথাগতৰ ওচৰলৈ যাও। সেই তথাগতেই হৈছে আমাৰ গুৰু।

সঞ্জয়ে ক'লে - 'আপুনি নাযাব। আমি তিনিও একেলগহৈ এও বিলাকৰ গুৰি ধৰিম।

দ্বিতীয় আৰু তৃতীয় বাৰো সাৰিপুত্ৰ আৰু মৌদ্‌গল্যান ৰাজগৃহৰ বেলুবন উদ্যানত পালেগৈ য'ত তথাগত বিৰাজমান আছিল।

তথাগতে তেও বিলাকক সাৰিপুত্ৰ আৰু মৌদ্‌গল্যানক দূৰৰ পৰাই আহি থকা দেখিলে। তেও বিলাকক দেখি তথাগতে ভিক্ষু সকলক সম্বোধন কৰিলে 'ভিক্ষু সকল এই দুজন মিত্ৰ আহি আছে সাৰিপুত্ৰ আৰু মৌদ্‌গল্যান এই দুয়োজনেই মোৰ শ্ৰাৱক যুগল হ'ব শ্ৰেষ্ঠ শিষ্য যুগল হ'ব।

যেতিয়া তেও বিলাক বেলুবন পালেগৈ তেতিয়া য'ত তথাগত আছিল তাত পালেগৈ। তাত পাই তেও বিলাকে তথাগতৰ চৰণত মূৰ থৈ বন্দনা কৰিলে আৰু প্ৰাৰ্থনা কৰিলে- 'ভগবান! আমি যেন আপোনাৰ পৰা প্ৰবজ্যা পাও উপসম্পদা পাও।

তেতিয়া ভগবানে ধৰ্ম দীক্ষাৰ নিমিত্তে নিশ্চিত সময় দিলে আৰু ক'লে শুদ্ধ ভিক্ষু সকল! আহা (এহি ভিকখৱে) কোবা আৰু আঢৈশ জটাধাৰীৰ সহিত সাৰিপুত্ৰ আৰু মৌদ্‌গল্যান ভগবান বুদ্ধৰ শৰণলৈ আহিল। ৩

## ৪ ৰজা-বিম্বিসাৰৰ ধৰ্ম দীক্ষা

ৰাজগৃহ মগধ নৰেশ শ্ৰেণিক বিম্বিসাৰৰ ৰাজধানী আছিল।

জটিল সকলৰ ক্ৰমাগত সংখ্যাই বুদ্ধৰ শৰণত যোৱাত প্ৰায় বিলাকৰ মুখত তথাগতৰ চৰ্চাহি হৈ আছিল। এইদৰে বিম্বিসাৰে তথাগতৰ ওচৰলৈ যোৱাৰ সন্ধান পাই গ'ল।

বিম্বিসাৰ নবেশে ভাবিলে - সেই কট্টৰ জটিল সকলৰ মত বিলাক পৰিবৰ্ত্তন কৰি দিয়াতো কোনো হাঁহি ধেমালিৰ কথা নহয়। নিশ্চয় তেওঁ ভগৱানেই হ'ব অৰ্হত হ'ব সম্যক সম্বুদ্ধ হ'ব বিদ্যা আৰু আচৰণত সমৃদ্ধিশালী হ'ব সুগতি লাভ কৰাওতা পৃথিবীয়ে জ্ঞানে সৰ্বশ্ৰেষ্ঠ হ'ব জনসাধাৰণৰ মাৰ্গ দৰ্শক হ'ব দেৱতা আৰু মনুষ্যৰ গুৰু হ'ব। তেওঁ নিশ্চয় নিজ বুদ্ধ ধৰ্মৰ শিক্ষা দি আছে হ'বলা।

তেও আদিতে কল্যাণ কাৰক মধ্যমত কল্যাণ কাৰক অন্তিমত কল্যাণ কাৰক ৰূপত ধৰ্মৰ শিক্ষা সম্ভৱ দি আছে। তেওঁ অৰ্থো আৰু শুদ্ধ সহিত ধৰ্মৰ জ্ঞান দি আছে। তেও পূৰ্ণ পৰিশুদ্ধ শ্ৰেষ্ঠ জীৱন প্ৰকাশিত কৰি আছে চাগৈ। এনে এজন দিব্য পুৰুষক দৰ্শন কৰাতো উচিত হ'ব।

এইদৰে মগধৰ বাৰলাখ ব্ৰাহ্মণ আৰু গৃহপতিৰ সহিত মগধ ৰজা বিম্বিসাৰে য'ত ভগৱান আছিল তাত পালেগৈ। তেওঁৰ ওচৰত পাই বিনম্ৰতাৰে তেওক নমস্কাৰ জনাই তেওঁ তেওঁৰ ওচৰত বহিল। এই বাৰ লাখ ব্ৰাহ্মণ আৰু গৃহ পতিয়েও ভগৱান বুদ্ধক নমস্কাৰ জনালে আৰু ওচৰতে বহিল কোনোৱে ভগবানৰ কুশল বাৰ্ত্তা সুধিলে কোনোৱে ভগবানক হাতজোৰ কৰি নমস্কাৰ জনালে আৰু কোনোৱে তেও বিলাকৰ নাম আৰু গোত্ৰৰ বিষযে জনালে আৰু কিছুলোকে এনেয়ে মনে মনে তেওঁৰ ওচৰত বহিল।

মগধৰ সেই বাৰলাখ ব্ৰাহ্মণ আৰু গৃহপতিয়ে উৰুবেল কাশ্যপক মহাশ্ৰমণৰ ভিক্ষু সকলৰ মাজত দেখিবলৈ পালে। তেওঁ বিলাকৰ ভিতৰতে কিছুলোকে ভাবিবলৈ ধৰিলে। "উৰুবেল কাশ্যপে মহাশ্ৰমণৰ অধীনত থাকি শ্ৰেষ্ঠ জীৱন ব্যতিত কৰি আছেনে কি অথবা মহাশ্ৰমনেহে উৰুবেল কাশ্যপৰ অধীনত থাকি শ্ৰেষ্ঠ জীৱন অতিবাহিত কৰি আছেনে কি?

মগধৰ সেই বাৰ লাখ ব্ৰাহ্মণ আৰু গৃহপতি সকলৰ মনৰ কথা জানি তথাগতে উৰুবেল কাশ্যপক সম্বোধন কৰি ক'লে- হে উৰুবেল বাসী। তইনো কি দেখিলি হঠাতে যে অগ্নি পৰিচৰ্য্যা ত্যাগ কৰি দিলে? এইটো কেনেকৈ সম্ভৱ হ'ল যে তই যে অগ্নিহোত্ৰ পৰিত্যাগ কৰি দিলি?

কাশ্যপে উত্তৰ দিলে "যজ্ঞৰ পৰা ৰূপ শব্দ ৰস গন্ধ স্ত্ৰী আদি স্পৰ্শ কৰাৰহে আশা কৰিব পাৰিছিল। যেতিয়া মই বুজি পালো যে বাসনা যুক্ত ৰূপ ৰস শব্দ গন্ধ আৰু স্পৰ্শ যে শুদ্ধ নহয় সেয়ে মই যাগ-যজ্ঞৰ কামনা বাদ দি দিলো। কিন্তু যদি কোনো আপত্তি নাই, তেনে কোৱাচোন তোমাৰ নো এনেক্ষেত্ৰত বিচাৰ বুদ্ধি কেনেকৈ পৰিবৰ্ত্তন হ'ল।

তেতিয়া উৰুবেল কাশ্যপে নিজৰ জেগাৰ পৰা উঠি নিজৰ এখন কান্ধ সুদা কৰিলে আৰু ভগৱান বুদ্ধৰ চৰণত মূৰ দোৱাই প্ৰাৰ্থনা কৰি নিবেদন কৰিলে - "মই শিষ্য আৰু তথাগত মোৰ গুৰু। তেতিয়া মগধৰ সেই অসংখ্য ব্ৰাহ্মণ আৰু গৃহ পতিয়ে জানিলে যে উৰুবেল কাশ্যপে মহাশ্ৰমণৰ অধীনত থাকি শ্ৰেষ্ঠ জীৱন ব্যতিত কৰি আছে।

তেতিয়া মগধৰ সেই বাৰলাখ ব্ৰাহ্মণ আৰু গৃহপতি মনৰ অভিলাষা তথাগতে হৃদয়ঙ্গম

কৰি তেওঁ বিলাকক ধৰ্মৰ উপদেশ দিলে। যেনেকৈ বিনা ধুবীৰ কাপোৰৰ ৰঙক ভালদৰে ধৰিব পাৰি ঠিক তেনেদৰে বিম্বিসাৰৰ প্ৰমুখ্যে বাৰলাখ ব্ৰাহ্মণ আৰু গৃহপতিয়ে বিমল বিশুদ্ধ জ্ঞান চক্ষু লাভ কৰিলে। তাৰ ভিতৰৰে এক লাখে তেওঁৰ উপাসক বুলিও ঘোষণা কৰিলে।

এই দৃশ্যৰ সাক্ষী হৈ ধৰ্মক বুজি ধৰ্মৰ গুৰিলৈ গৈ সন্দেহ হৈ অনিশ্চয়তাক জয় কৰি আৰু পূৰ্ণজ্ঞান লাভ কৰি মগধ ৰজা বিম্বিসাৰে ক'লে - 'ভগৱান! যি সময়ত মই ৰাজকুমাৰ আছিলো সেই সময়ত মোৰ পাঁচোটা আকাংক্ষা আছিল এতিয়া সেই পাঁচোটাই সিদ্ধি হৈ গ'ল।

' হে ভগৱান! আগতে মই যেতিয়া ৰাজকুমাৰ আছিলো, সেই সময়ত মোৰ পাঁচোটা আকাংক্ষা আছিল এতিয়া সেই পাঁচোটাই সিদ্ধি হৈ গ'ল।

'হে ভগৱান! আগতে মই যেতিয়া ৰাজকুমাৰ আছিলো, মোৰ মনত ইচ্ছা উৎপন্ন হ'ল যে মোৰ ৰাজ্যাভিষেক যাতে হৈ যায়। ভগৱান! এইয়া মোৰ প্ৰথম অভিলাষা আছিল যিনেকি এতিয়া মোৰ পূৰা হৈ গ'ল। আৰু তেতিয়া অৰ্হত সম্যক্ সম্বুদ্ধ মোৰ ৰাজ্যলৈ আহিল! এইয়া মোৰ দ্বিতীয় ইচ্ছা আছিল। ভগৱান! যিনেকি এতিয়া মই সেই ভগৱানৰ সেৱাত উপস্থিত হৈছো। এইয়া মোৰ তৃতীয় ইচ্ছা আছিল ভগৱান! যি এতিয়া পূৰা হৈ গ'ল। আৰু সেই ভগৱানে মোক এতিয়া ধৰ্মৰ উপদেশ দিছে। এইয়া মোৰ চতুৰ্থ ইচ্ছা আছিল ভগৱান! সি এতিয়া পূৰা হ'ল। আৰু এতিয়া মই সেই ভগৱানৰ ধৰ্ম হৃদয়ঙ্গম কৰিব পাৰিলো। এইয়া মোৰ পঞ্চম ইচ্ছা আছিল। যি এতিয়া সম্পূৰ্ণ হ'ল। হে ভগৱান! মোৰ যি পাঁচোটা ইচ্ছা আছিল সেই পাঁচোটা সফল হ'ল।

'ভগৱান! অতি অদ্ভুত! অদ্ভুত। যেনেকৈ ককাঁল বেকাঁক ককাঁল পোনাই অথবা ঢাকোনক মুকলি কৰা অথবা পথ ভ্ৰষ্টক পথ প্ৰদৰ্শন কৰা অথবা আন্ধাৰত বন্তি প্ৰজ্বলন কৰা অৰ্থাৎ চকু থকাই যাতে ৰাস্তাত যাব পাৰে সেইদৰে ভগৱানে নানা প্ৰকাৰে ধৰ্মৰ উপদেশ দিলে। মই ভগৱানৰ শৰণ গ্ৰহণ কৰিছো। মই ধৰ্মত শৰণ গ্ৰহণ কৰিছো। মই সংঘৰ শৰণ গ্ৰহণ কৰিছো। আজিৰ দিন ধৰি এই শৰীৰত যি পৰ্য্যন্ত প্ৰাণ থাকে তেতিয়ালৈকে ভগৱানে মোক শৰণাগত উপাসকৰূপে যাতে মানি ল'য়। ৪

## ৫ অনাথ পিণ্ডিকৰ ধৰ্ম দীক্ষা

সুদত্ত কোশল জনপদৰ ৰাজধানী শ্ৰাবস্তীৰ এজন নাগৰিক আছিল। কোসলৰ ওপৰত ৰজা প্ৰসেনজিতৰ অধিকাৰ আছিল। সুদত্ত প্ৰসেনজিতৰ শ্ৰেষ্ঠ (= খজাঞ্চি) ৰাজ কোষৰ অধিকাৰী আছিল। কাৰণ তেওঁ দীন-দুখী সকলক বহুত দান দক্ষিণা কৰিছিল, সেই কাৰণে তেওঁৰ নাম অনাথপিণ্ডিক নামেৰে জনাজাত হ'ল।

যি সময়ত ভগৱান ৰাজগৃহত আছিল সেই সময়ত সুদত্তই নিজৰ কোনো কামত ৰাজগৃহলৈ গৈছিল। তেওঁ ৰাজগৃহ শ্ৰেষ্ঠীৰ গৃহত থাকিছিল। তেওঁৰ ভনীয়েকৰ লগত তেওঁৰ বিবাহ হৈছিল।

যেতিয়া তেওঁ তাত পালেগৈ তেতিয়া তেওঁ তাত দেখিবলৈ পালে যে তেওঁৰ খুলশালী শ্ৰেষ্ঠীয়ে ভিক্ষু সংঘ তথা ভগৱান বুদ্ধক ভোজন কৰাবৰ কাৰণে এনেধৰণৰ প্ৰস্তুতি

কৰিছিল যেন কোনো বিবাহৰহে প্ৰস্তুতি। তাৰ পিছত ৰজাকো নিমন্ত্ৰণ কৰা হ'ল।

যেতিয়া তেওঁ প্ৰকৃত তথ্যৰ সন্ধান পালে তেতিয়া তেওঁ ভগৱান বুদ্ধক দৰ্শন কৰিবৰ কাৰণে প্ৰবল ইচ্ছা প্ৰকাশ কৰিলে । সেই ৰাতিয়েই তেওঁ ভগৱান বুদ্ধৰ দৰ্শনৰ নিমিত্তে ওলাল।

আৰু তথাগতে অনাথ পিণ্ডৰ হৃদয়ৰ নিৰ্মলতা চিনি তুৰন্তে বুজি পালে । তেওঁ সান্ত্বনাৰ সুৰত শব্দৰে তেওঁক অভিনন্দন জনালে। নিজ আসন গ্ৰহণ কৰাৰ পিচত অনাথ পিণ্ডকে ভগৱানৰ পৰা কিছু সৎ উপদেশ শুনিবৰ কাৰণে আগ্ৰহ কৰিলে। ৫

তথাগতে তেওঁৰ মনোবাঞ্ছা পূৰণৰ অৰ্থে এটা প্ৰশ্নৰ দ্বাৰাই আৰম্ভ কৰিলে। কোনে আমাক নিৰ্মাণ কৰিছে, আৰু আমাক যেনেদৰে ইচ্ছা কৰে সেইদৰে চলাই আছে? কোনোবা কি ঈশ্বৰ আছেনে কি? কোনোবা সৃষ্টি কৰ্ত্তা আছেনে কি? যদি ঈশ্বৰ নিৰ্মাণ কৰ্ত্তা তেতিয়াহ'লে সকলো প্ৰাণীয়েই মনে মনে তেওঁৰ ইচ্ছাৰ অধীনত চলিব লাগিব অথাৎ তেওঁ কুমাৰে বনোৱা বৰ্ত্তনৰ দৰেই। যদি এই সংসাৰখন ঈশ্বৰৰ দ্বাৰা নিৰ্মিত হৈছে তেতিয়া হ'লে ইয়াত দুখ আপত্তি আৰু পাপ কিয় হয়? কিয়নো পৱিত্ৰ অপৱিত্ৰ এই দুয়োটাৰ ৰচক তেওঁকেই মানিব লাগিব। যদি দুঃখ আপত্তি আৰু পাপৰ মূল সোতৰ অধিকাৰী ঈশ্বৰ বুলি মনা নাযায় তেতিয়া হ'লে তাৰ পৰা ভিন্ন আৰু তাৰ দ্বাৰা উৎপন্ন কোনো আন স্বতন্ত্ৰ কাৰণ স্বীকাৰ কৰিব লাগিব। তেতিয়া ঈশ্বৰ সৰ্বশক্তিমান হৈ নাথাকিব। এইদৰে তুমি দেখিছা যে ঈশ্বৰৰ বিচাৰৰ জড়তা ওলাই পৰিল।

তেতিয়া হ'লে কি 'ব্ৰহ্মা'ৰ দ্বাৰাই সৃষ্টিৰ উৎপত্তি হৈছেনে কি? 'ব্ৰহ্মা'ত সৃষ্টিৰ কাৰণ হ'ব নোৱাৰে। যেনেদৰে বীজৰ পৰা গছৰ উৎপত্তি হ'য় ঠিক তেনেদৰে সকলো বস্তুৰে উৎপত্তি হয়। তেতিয়া হ'লে এজন 'ব্ৰহ্মা'ৰ পৰা সকলো বস্তুৰে উৎপত্তি কেনেকৈ সম্ভৱ? যদি 'ব্ৰহ্মা সৰ্বব্যাপক তেতিয়াহ'লে সি নিশ্চয় তেওঁৰ নিৰ্মাতা নহ'য়।

পুনৰ যদি 'আত্মা'ৰ দ্বাৰাইহে উৎপত্তি বুলি কোৱা যায় যদি 'আত্মা'ই নিৰ্মাতা হয় তেতিয়া হ'লে তেওঁ সকলো বস্তুৰে বাঞ্ছনীয় ৰূপ কিয় দিয়া নাই? দুঃখ সুখ হৈছে বাস্তৱিক সত্য তাৰ বাহ্যিক অস্তিত্ব আছে সি 'আত্মা'ৰ কৃতিত্ব কেনেকৈ হ'ব পাৰে? যদি তুমি এই মতকে মানি লোৱা যে ক'ৰবাত সৃষ্টিকৰ্ত্তা আছে আৰু ক'ৰবাত ইয়াৰ হেতুপ্ৰত্যয় আছে, তেতিয়া হ'লে জীৱনত যি সাধনা কৰা যায় তেতিয়া হ'লে সেই বিলাকৰ কোনো প্ৰয়োজন নহ'ব। এই কাৰণে আমি ক'ব বিচাৰো যে যি বস্তুৰেই অস্তিত্বলৈ আহে সেই সকলো বিলাকেই কাৰণ বশত হ'য়। সেই বিলাক নাই ঈশ্বৰৰ দ্বাৰা নিমিত্ত হৈছে, নাই 'ব্ৰহ্মা'ৰ দ্বাৰা নাই 'আত্মা'ৰ দ্বাৰা নাই কোনো হেতুৰ দ্বাৰাই অস্তিত্বলৈ আহিছে। আমাৰ নিজৰ কৰ্মতো আছেই যি ভাল আৰু বেয়াৰ পৰিণামৰ জন্ম দিয়ে। গোটেই সংসাৰ খন প্ৰতীত্য সমুৎপাদ'ৰ দ্বাৰা বান্ধ খাই আছে আৰু যিমান বিলাক হেতু আছে সেইবিলাক চেতনা ৰহিতনহয়। যি সোণৰ দ্বাৰা সোণৰ পিয়লা নিৰ্মিত হয় সি আদিৰ পৰা অন্তলৈকে সোণেই সোণ হৈ থাকে।

এই কাৰণে আমি ঈশ্বৰ আৰু তেওঁৰ প্ৰতি প্ৰাৰ্থনা কৰাৰ সম্বন্ধে মিছাধাৰণা সমূহ ত্যাগ কৰিব লাগে অথবা আমি উৰা বাতৰিৰ সূক্ষ্ম কাল্পনিক ধাৰণাৰ প্ৰতি আকৃষ্ট হোৱাৰ

আৱশ্যক নপৰে, আমি 'আত্মা আৰু 'আত্মাৰ্থ'ৰ পৰা মুক্ত হোৱা দৰ্কাৰ কিয়নো সকলো বস্তুৱেই কাৰণযুক্ত, এই কাৰণে আমি কুশল কৰ্মহে কৰিব লাগে যাতে তাৰ পৰিণামো কুশল হয়।

অনাথ পিণ্ডকে ক'লে - 'তথাগতে কোৱা সত্যতা মই হৃদয়ঙ্গম কৰিব পাৰিছো। মই মোৰ অজ্ঞানতাক আৰু অধিক দূৰ কৰিব বিচাৰিছো। যি মই নিবেদন কৰিব বিচাৰিছো তাক যাতে ভগৱানে শুনি মোক মোৰ কৰ্ত্তব্যৰ পথলৈ লৈ যায়।

মোৰ বহুত কাম আছে, মই বহুত ধন গোটালো এই কাৰণে বহুত কথা চিন্তা কৰিব লগাত পৰিছে। তথাপি মই মোৰ কাম আনন্দ পূৰ্বক কৰি আছো আৰু সেই বিলাক নিভুল ভাৱে কামত লগাই আছো। মোৰ বহুত চাকৰ আছে আৰু সেই সকলোৰে জীৱিকা মোৰ বেপাৰৰ সফলতাৰ ওপৰতেই নিৰ্ভৰ কৰিছে । মই শুনিবলৈ পাইছো যে আপোনাৰ শিষ্য সকলে প্ৰব্ৰজ্যালৈ সুখৰ গুণ গান গাই আছে আৰু গৃহস্থী জীৱনৰ প্ৰতি বীতৰাগ হৈ গৈছে। তেওঁ বিলাকে ক'য় যে তথাগতে নিজৰ ৰাজ্য আৰু পৰম্পৰাগত ঐশ্বৰ্য্য-বিভূতি ত্যাগ কৰি দিলে আৰু সৎধৰ্মৰ পথ লাভ কৰিলে। এইদৰে তেওঁ সংসাৰ বাসীক নিৰ্বাণৰ ৰাস্তা দেখুৱাইছে।

'মই এতিয়া যি উচিত তাকেই কৰিব বিচাৰো আৰু মোৰ মনৰ উৎকট অভিলাষা হৈছে যে নিজ মানৱ বন্ধু সকলৰ প্ৰতি যাতে সেৱা আগবঢাব পাৰো। মই এতিয়া জানিব বিচাৰো যে মোৰ কাৰণে এইটো উচিত হ'ব যে মই মোৰ সম্পত্তি নিজ ঘৰ আৰু ব্যৱসায় সকলো ত্যাগ কৰি দিম আৰু আপোনাৰ দৰে ধাৰ্মিক জীৱন লাভ কৰিবলৈ ঘৰ সংসাৰ ত্যাগ কৰি যামনে?

তথাগতৰ উত্তৰ হ'ল - ধাৰ্মিক জীৱনৰ সুখ প্ৰত্যেক জন ব্যক্তিৰ কাৰণে প্ৰাপ্য যি অষ্টাঙ্গিক মাৰ্গৰ পথিক হৈছে। যি ধনক লৈ ব্যস্ত তেওৰ কাৰণে এয়েই উত্তম উপায় যে ধনৰ আসক্তিৰে তেওঁৰ মন বিষাক্ত কৰাৰ পৰিবৰ্ত্তে ধনক ত্যাগ কৰিব লাগে কিন্তু যাৰ ধনৰ প্ৰতি লোভ নাই আৰু যাৰ ওচৰত ধন আছে, যি সৎকামত প্ৰয়োগ কৰিছে, এনে মানুহহে মানৱ বন্ধুৰ কাৰণে বৰদান স্বৰূপ।

'মই কৈছো তুমি গৃহস্থী হৈয়ে থাকা। তোমাৰ ব্যৱসায়ত তুমি শুদ্ধ ৰূপে লাগি থাকা। মানুহৰ জীৱনক ঐশ্বৰ্য্য আৰু অধিকাৰে কেতিয়াওঁ দাস কৰি ৰাখিব নোৱাৰে কিন্তু জীৱনে ঐশ্বৰ্য্য আৰু অধিকাৰৰ প্ৰতি যি মানুহৰ আসক্তি থাকে তাকহে সি নিজৰ দাস ৰূপে গঢি ল'য়।

"যি ভিক্ষুৱে এই কাৰণেই সংসাৰ ত্যাগ কৰে যি ভিক্ষু হৈ থাকি আৰামত কটাব বিচাৰে তেওঁৰ ইয়াৰ পৰা কোনো লাভ নহ'য়। কাৰণ এনেলোকৰ জীৱন ঘৃণাৰ জীৱন, আৰু শক্তিৰ অভাৱ স্পৃহনীয় হ'ব নোৱাৰে।

"যেতিয়ালৈকে আন্তৰিক প্ৰেৰণা বোধ নহ'ব তেতিয়ালৈকে তথাগতৰ ধৰ্মই কাকো প্ৰব্ৰজিত হবৰ কাৰণে বা সংসাৰ ত্যাগ কৰিবৰ কাৰণে কোৱা নাই তথাগতৰ ধৰ্মই প্ৰত্যেক ব্যক্তিৰ পৰা ইয়াকে বিচাৰে যে তেওঁ 'আত্মা-দৃষ্টি'ৰ পৰা মুক্ত হ'ব লাগিব তেওঁৰ হৃদয়

শুদ্ধ হ'ব লাগিব কাম ভোগ বিলাসৰ প্ৰতি তেও আসক্ত নহওঁক আৰু শ্ৰেষ্ঠ জীৱন যাতে ব্যতিত কৰিব পাৰে।

'আৰু মানুহে লাগিলে যিয়েই নকৰক লাগিলে শিল্পীয়েই হওঁক লাগিলে বেপাৰেই কৰক লাগিলে চৰকাৰী চাকৰীয়েই কৰক অথবা সংসাৰ ত্যাগ কৰি ধ্যান-ধাৰণাতেই ৰত থাকক তেওঁ নিজৰ কৰ্ত্তব্য অন্তঃ কৰনেৰে সৈতে কৰিব লাগে। তেও পৰিশ্ৰমী আৰু উৎসাহী হ'ব লাগে। আৰু যদি তেও কমল ফুলৰ দৰে পানীত থাকিও পানীৰ পৰা বিৰত থাকে জীৱন সংঘৰ্ষত লাগি থাকিলেও নিজৰ মনত ঈৰ্ষা আৰু ঘৃণাৰ প্ৰশ্ৰয় নিদিয়ে আৰু যদি তেওঁ সংসাৰত থাকিও স্বাৰ্থপৰ নহ'য় পৰামৰ্থ জীৱন ব্যতিত কৰে তেতিয়া তাত কোনো সন্দেহ নাথাকে যে তেওঁৰ মন আনন্দ শান্তি আৰু সুখেৰে ভৰি থাকিব।

অনাথ পিণ্ডই ভাবিলে যে সচাঁহি ই সত্য ধৰ্ম আৰু প্ৰজ্ঞাৰ ধৰ্ম।

তথাগতৰ ধৰ্মৰ প্ৰতি তেওৰ একনিষ্ঠা বাঢি গ'ল। তেও তথাগতৰ ওচৰত নতমস্তক হ'ল আৰু প্ৰাৰ্থনা জনালে যে প্ৰাণ থাকে মানে তেও যাতে শৰণাগতৰ উপাসক হ'য়।

## ৬ ৰজা প্ৰসেনজিতৰ ধৰ্ম দীক্ষা

যেতিয়া তেও শুনিলে যে শাক্য মুনি গৌতম বুদ্ধৰ আগমন হ'ল। তেতিয়া ৰজা প্ৰসেনজিত নিজ ৰথত উঠি জেতবন পালেগৈ। দুয়োখন হাত জোৰ কৰি নমস্কাৰ জনাই তেও কলে 'এইয়া মোৰ ৰাজ্যৰ কাৰণে বৰ সৌভাগ্য যে আপুনি ইয়ালৈ অহাত বৰ আনন্দ পাইছো। আপোনাৰ নিচিনা এজন ধাৰ্মিক থাকোতে মোৰ ৰাজ্যত কিহৰ আপত্তি থাকিব পাৰে?

'মই যেতিয়া আপোনাৰ দৰ্শন পালো কিছু ধৰ্মৰ বাণী যাতে শুনিবলৈ পাও। 'সাংসাৰিক সম্পত্তি অনিত্য কিন্তু যি ধৰ্মৰূপ ধন আছে সেইয়া হৈছে অনন্ত আৰু নাশবান নহয়। ৰজাহলেও সাংসাৰিক মানুহ দুখী থাকে। কিন্তু এজন সাধাৰণ মানুহো যদি তেও ধৰ্ম পৰায়ণ হয় তেওঁ সুখী থাকে। ধন আৰু কাম ভোগৰ তৃষ্ণাৰ কাৰণে ওলমি থকা ৰজাৰ মনৰ অৱস্থা বুজি তথাগতে উপদেশ দিলে - 'যাৰ জন্ম অতি সামান্য স্থিতিত্তে হ'য় তেও ও যেতিয়া কোনো ধৰ্ম পৰায়ণ মানুহক দেখে তেতিয়া তেওঁৰ মনত সেই মানুহৰ কাৰণে আদৰৰ ভাব জাগি উঠে যিজনে প্ৰথমে বহুত পূণ্য অৰ্জন কৰে, এনে ৰজাৰ কথাই বেলেগ? 'আৰু মই যি সংক্ষেপে ধৰ্মৰ উপদেশ দিব বিচাৰিছো মহাৰাজ! মোৰ কথা সাৱধানেৰে শুনক আৰু তাক হৃদয়ঙ্গম কৰিবলৈ যত্ন কৰক।

'আমাৰ ভাল বা বেয়া কাম বিলাকে ছায়াৰ দৰে আমাৰ পিছে পিছে ঘূৰি থাকে। 'যি বস্তুৰ সৰ্বাধিক আৱশ্যকতা সেইয়া হৈছে মৈত্ৰী পূৰ্ণ হৃদয়। "নিজৰ প্ৰজাক নিজৰ সন্তানৰ দৰে ভাবিব লাগে। তেওঁ বিলাকক কষ্ট দিব নালাগে সৎ মাৰ্গত চলিবলৈ দিয়ক। আনক তললৈ খহাই নিজক ওপৰলৈ উঠোৱাৰ যত্ন কৰিব নালাগে। দুখী বিলাকক সুখ আৰু সান্ত্বনা দিয়ক। 'ৰাজকীয় ভোগ বিলাসৰ প্ৰতি বিশেষ মনোযোগ দিব নালাগে আৰু তেলদিয়া মানুহৰ মিঠা পৰোচনাৰ কথা কেতিয়াও শুনিব নালাগে। 'নিজকে নিজে শাৰীৰিক ভাবে কষ্ট দিয়াৰ কোনো লাভ নাই, কিন্তু ধৰ্ম' আৰু 'সুপথৰ হে বিচাৰ কৰিব লাগে । 'আমাক চাৰিও

ফালে শোক তথা দুখৰ পাহাৰেৰে ঘেৰি আছে আৰু ধৰ্মৰ বিচাৰ কৰিলেহে আমি এই দুঃখৰ পৰ্বতক অতিক্ৰম কৰিব পাৰো।

'অন্যায় কৰি লাভ কি আছে? সকলো বুদ্ধিমানে শাৰীৰিক আৰামৰ প্ৰতি উপেক্ষা কৰে। তেও বিলাক কামনাৰ পৰা আঁতৰি থাকি নিজৰ আধ্যাত্মিক বিকাশ কৰিবৰ কাৰণে চেষ্টা কৰি থাকে। 'যি জোপা গছত জুইয়ে ঘেৰি থাকে সেই জোপা গছত চৰাইয়ে কেনেকৈ বাঁহ সাজিব পাৰে? য'ত ৰাগে নিবাস কৰে তাত সত্যই কেনেদৰে টিকিব পাৰে? যদি কোনোৰ এই কথাৰ জ্ঞানেই নাথাকে তেতিয়া কোনো বিদ্বানক ঋষি বুলি ভাবি যদি তেওঁক খুব প্ৰশংসা কৰিলেও তেও অজ্ঞানীয়েই। 'যি এই জ্ঞান লাভ কৰিছে, তেওঁহে প্ৰজ্ঞা লাভ কৰিব পাৰে। প্ৰজ্ঞা লাভ কৰিব পৰাটোৱেই হৈছে মানৱ জীৱনৰ একমাত্ৰ উদ্দেশ্য। ইয়াক অৱহেলা কৰিলেই জীৱনৰ হৈ অসফলতাৰহে দ্যোতক। 'সকলো ধাৰ্মিক মতৰ এয়ে শিক্ষাৰ কেন্দ্ৰ বিন্দু হোৱা দৰকাৰ। ইয়াৰ অবিহনে সকলো নিৰৰ্থক।

এই সত্য কেৱল কোনো প্ৰব্ৰজিতৰ কাৰণেই নহয় ইয়াৰ সম্বন্ধ মানৱ সমাজৰ কাৰণে সাধু আৰু গৃহস্থীৰ সমানে। ব্ৰতধাৰী প্ৰব্ৰজিত আৰু গৃহস্থীৰ মাজত কোনো পাৰ্থক্য নাই। প্ৰব্ৰজিত ও পাপত লীন হৈ বিনাশ হ'ব পাৰে আৰু গৃহস্থী ও ঋষি'ৰ স্থানলৈ আহিব পাৰে।

'কামাগ্নিৰ বিপদ সকলোৰে কাৰণে সমান ই বান পানীৰ দৰে সংসাৰ বাসীক উটুৱাই লৈ যাব পাৰে। যি এবাৰ এই ভোমোৰৰ জালত পৰি গৈছে সি তাৰ পৰা মুক্ত হোৱাতো কঠিন। কিন্তু প্ৰজ্ঞাৰ নৌকা সদায় বিদ্যমান হৈ থাকে আৰু বিচাৰ শক্তি নাৱৰ বঠাৰ দৰে হ'য়। ধৰ্ম ৰূপী এই দাবী য়ে নিজে নিজক মাৰ ৰূপী শত্ৰুৰ পৰা সুৰক্ষিত কৰি ৰাখে।

'কিয়নো কৰ্মৰ পৰা বাচি যোৱা অসম্ভৱ, গতিকে আমি ভাল কৰ্মহে কৰিব লাগে।

'আমি আমাৰ বিচাৰৰ ওপৰত সম্পূৰ্ণ আত্ম বিশ্বাস ৰাখিব লাগে যাতে আমাৰ দ্বাৰা কোনো বেয়া কাম হ'ব নোৱাৰে যিহেতু যেনে কৰ্ম কৰিম তেনে ফলহে পাম।

'মানুহ পোহৰৰ পৰা আন্ধাৰলৈ আৰু অন্ধকাৰৰ পৰা পোহৰলৈ আহিব পাৰে। অন্ধকাৰৰ পৰা আৰু অন্ধকাৰলৈ যোৱাৰ ৰাস্তা আছে, ঠিক সেইদৰে পোহৰৰ পৰা আৰু অধিক পোহৰলৈ যোৱাৰ ৰাস্তা আছে। বুদ্ধিমান মানুহে জ্ঞানৰ অনুসৰি আচৰণ কৰিব যাতে তেওঁ আৰু অধিক জ্ঞান লাভ কৰিব পাৰে। তেও এইদৰে সত্যৰ ফালে আগুৱাই গৈ থাকিব।

'বুদ্ধি সংগত ব্যৱহাৰ আৰু সদাচাৰ পৰায়ণ জীৱনৰ দ্বাৰাহে প্ৰকৃত শ্ৰেষ্ঠতৰ প্ৰকাশলৈ যাব পাৰে। ভৌতিক বস্তুৰ প্ৰতি তুচ্ছতা জ্ঞান কৰি তাৰ ওপৰত গম্ভীৰ ভাৱে বিচাৰ কৰিব লাগে আৰু জীৱনৰ অস্থিৰতাক সম্পূৰ্ণ ৰূপে বুজিবলৈ যত্ন কৰিব লাগে।

"নিজৰ বিচাৰ বুদ্ধিক ওখ কৰা শ্ৰদ্ধা আৰু দৃঢ়তাক গ্ৰহণ কৰা। ৰাজ ধৰ্মৰ নিয়মক কেতিয়াও উলংঘন নকৰিবা। নিজৰ প্ৰসন্নতাৰ আধাৰ বাহ্যিক পদাৰ্থৰে নহয়, কেৱল নিজৰ মোহময়ী মনটোকহে গঢ়ি তুলিব লাগে। ইয়াৰ দ্বাৰাই সুদূৰ ভৱিষ্যত পৰ্য্যন্ত তোমাৰ গৌৰৱ অমৰ হৈ থাকিব।"

ৰজাই এইদৰে অতি মনঃযোগেৰে তথাগতৰ অমৃত বাণী সমূহ পান কৰিলে আৰু

প্ৰতিটো বাণীকে হৃদয়ঙ্গম কৰিলে। তেওঁ আজীৱন উপাসক হৈ থকাৰ ইচ্ছা কৰি তথাগতৰ ওচৰত শৰণ গ্ৰহণ কৰিলে।

## ৭ জীৱকৰ ধৰ্ম দীক্ষা

জীৱকে ৰাজগৃহৰ এজনী বেশ্যা শালৱতীৰ গৰ্ভত জন্ম ধাৰণ কৰিলে।[৬] জন্মৰ লগে লগে তাক এটা জাবৰৰ দ'মৰ ওপৰত পেলাই দিলে কাৰণ সি অজ্ঞাত বাপেকৰ পুতেক আছিল। বহুত মানুহে জাবৰৰ দ'মৰ ওপৰত থকা ল'ৰাটো চাই আছিল। ৰাজকুমাৰ অভয় সেই ফালেদি আহোতে সুধিলে। মানুহ বিলাকে তেও জীৱিত আছে বুলি ক'লে। এই কাৰণে তাৰ নাম 'জীৱক' হ'ল। অভয়ে জীৱকক পালন পোষণ কৰি ডাঙৰ কৰিলে। যেতিয়া সি ডাঙৰ হ'ল তেতিয়া সি গম পালে যে কেনেকৈ তাৰ জীৱন সুৰক্ষিত হ'ল। সি মনতে অভিলাষ কৰিলে যাতে তাৰ জীৱনটো আনৰ জীৱন সুৰক্ষাৰ কাৰণে যোগ্যবান হ'ব পাৰে। এই কাৰণে তেও অভয়ক একো নোকোৱাকৈ তক্ষশিলা বিশ্ব বিদ্যালয়ত পঢ়িবৰ কাৰণে গুছি গ'ল আৰু তাত গৈ তেও একাদিক্ৰমে সাতবছৰ কাল অধ্যয়ন কৰিলে। ৰাজগৃহলৈ ঘূৰি আহি তেও চিকিৎসা কৰিবলৈ আৰম্ভ কৰি দিলে আৰু কম সময়ৰ ভিতৰতে চিকিৎসা বিষয়ত তেও সুখ্যাতি অৰ্জন কৰিলে। সৰ্ব প্ৰথমে তেও সাকেতৰ এজন সদাগৰৰ পত্নীক চিকিৎসা কৰিলে। তেওক আৰোগ্য কৰাত তেওক ষোল হেজাৰ সোণৰ মুদ্ৰা এজন দাস আৰু এজনী দাসী আৰু ঘোঁৰা সহিত এখন গাড়ী দিলে।

তেওৰ অসাধাৰণ যোগ্যতা দেখি অভয়ে তেওক নিজৰ ভৱনতে ৰাখিলে। ৰাজ গৃহত থাকোতেই ৰজা বিদ্যাসাগৰৰ ভয়ানক (ভগন্দৰ ৰোগ) গুহ্যদ্বাৰত হোৱা ৰোগ এটা তেও ভাল কৰিলে। এই চিকিৎসাত সন্তোষিত হৈ পাঁচশ ৰাণীয়ে চিকিৎসকক তেও বিলাকৰ গহনা সমূহ জীৱকক দি দিলে। চিকিৎসা সমূহৰ ভিতৰত তেও শৈল চিকিৎসাও কৰিছিল। সেয়ে ৰাজগৃহৰ এজন সদাগৰৰ মূৰৰ বেমাৰো ভাল কৰিছিল আৰু বেনাৰসৰ এজন শ্ৰেষ্ঠীৰ ল'ৰাৰ অন্ত্ৰডি বেমাৰো ভাল কৰিছিল। এইদৰে ৰজাই জীৱকক নিজৰ ৰনিবাসৰ 'ৰাজ-বৈদ্য ৰূপে নিযুক্তি দিলে। জীৱকৰ তথাগতৰ প্ৰতি অপাৰ ভক্তি আছিল। তেও শাক্যমুনি গৌতম বুদ্ধ আৰু সংঘৰো চিকিৎসক আছিল। তেও তথাগতৰ উপাসক হ'ল। ভগবান বুদ্ধই তেওক ভিক্ষু নকৰিলে কিয়নো তেও আগ্ৰহ কৰিছিল যাতে চিকিৎসাৰ দ্বাৰা ৰোগী বিলাকক জীৱকে উদ্ধাৰ কৰে আৰু সি বিলাকৰ সেৱাতেই নিমগ্ন থাকে। বিম্বিসাৰৰ মৃত্যুৰ পিচত জীৱক তেঁওৰ পুত্ৰ অজাত শত্ৰুৰো চিকিৎসক আছিল। পিতৃ হত্যাৰ পাপ কৰাৰ পিচত তথাগতৰ ওচৰলৈ অজাত শত্ৰুক অনাত জীৱকেই সহায় কৰিছিল।

## ৮ ৰটঠপালৰ ধৰ্ম-দীক্ষা

এবাৰ যেতিয়া ভগবান বুদ্ধই ভিক্ষু সংঘৰ লগত কুৰু দেশত ঘূৰি আছিল তেতিয়া তেও কুৰুজনপদৰ থুল্ল কোটিঠ নামৰ এখন নিগমত আছিল। ৭ কুৰুবাসীয়ে এই কথা গম পাই তেওৰ ওচৰ পালেগৈ। তেও বিলাক আহি ভগবান বুদ্ধৰ ওচৰত বহিল আৰু তথাগতে তেঁও বিলাকক উপদেশ দিবলৈ ধৰিলে উপদেশ শ্ৰবন কৰাৰ পিচত থুল্ল কোটিঠৰ

ব্ৰাহ্মণ গৃহপতিয়ে শ্ৰদ্ধা নিবেদন কৰি গ'লগৈ।

ব্ৰাহ্মণ গৃহপতি সকলৰ মাজত ৰটঠপাল নামেৰে এজন তৰুণ যুৱক বহি আছিল। তেওৰ জন্ম শ্ৰেষ্ঠ কুলত হৈছিল। তেও মনে মনে ভাবিলে যিমান দূৰ মই বুজিব পাৰিলো যি ধৰ্মৰ বিষয়ে ভগৱান বুদ্ধই উপদেশ দিলে গৃহস্থী জীৱনত সেই পৱিত্ৰতা আৰু ব্যৱহাৰ ৰক্ষা কৰাতো সম্ভৱ নহৱ।

এইটো কেনে হ'ব যদি মই চুলি দাঢ়ি কাটি হালধীয়া বস্ত্ৰ ধাৰণ কৰি গৃহস্থী ৰূপে নাথাকি প্ৰব্ৰজিত হৈ ঘৰবাৰী ত্যাগ দিও? ৰটঠপাল ভগৱান বুদ্ধৰ ওচৰলৈ আহিল আৰু তেওক নমস্কাৰ জনাই তেওঁৰ মনৰ অভিলাষা ব্যক্ত কৰিলে। তেওঁ প্ৰাৰ্থনা জনালে যে তেওক তথাগতে প্ৰব্ৰজ্যা কৰি সেৱক ৰূপে স্বীকাৰ কৰিব লাগে।

তথাগতে সুধিলে "ৰটঠপাল' ইয়াৰ কাৰণে তুমি মাতা পিতাৰ পৰা আজ্ঞা পাইছানে?

'ভগৱান! নাই পোৱা।

'যি মাক বাপেকৰ পৰা অনুমতি নলয় তেনেলোকক মই প্ৰব্ৰজিত নকৰো।

তৰুণ যুৱকে ক'লে - 'মই অনুমতিৰ কাৰণে চেষ্টা কৰিম। ভগৱান বুদ্ধৰ ওচঁৰৰ পৰা বিদায় ল'লে আৰু ঘৰ পাই নিজ মাক বাপেকৰ পৰা ভিক্ষু হ'বৰ কাৰণে আজ্ঞা বিচাৰিলে।

তৰুণৰ ইচ্ছাত মাক বাপেকে কলে 'ৰটঠপাল! তুমি আমাৰ অতি প্ৰিয় পুত্ৰ তুমিয়ে আমাৰ একমাত্ৰ পুত্ৰ। নিৰাপদে থাকি নিৰাপদে পালিত হৈছা। দুঃখ কি তুমি অনুভৱ কৰা নাই। খোৱা বোৱা কৰা আৰু আনন্দমনেৰে থাকা, আৰু যিমান পাৰা পূণ্য অৰ্জন কৰা। তোমাক আমি প্ৰব্ৰজিত হ'বৰ কাৰণে আজ্ঞা নিদিও।

তোমাৰ অবিহনে আমি জীয়াই থাকিব নোৱাৰো। তোমাৰ বিনে আমাৰ কোনো আনন্দ নাই। গতিকে আমাৰ জীৱিতবস্থাত তোমাক আমি কদাপি প্ৰব্ৰজিত হ'বলৈ দিব নোৱাৰোহঁক।

ৰটঠপালে দ্বিতীয় আৰু তৃতীয় বাৰো মাক-বাপেকৰ প্ৰতি প্ৰাৰ্থনা জনালে তথাপি সেই অনুমতি নিদিলে।

বাৰম্বাৰ অনুৰোধ কৰা সত্বেও যেতিয়া মাক বাপেকৰ পৰা একেটা উত্তৰকে পালে তেতিয়া তৰুণ যুৱকে নাখাই ন'বৈ শুই পৰিল আৰু ক'লে হয় মই প্ৰব্ৰজিত হ'ম নহয় ইয়াতেই মৰিম।

এইদৰে মাক বাপেকে অনেক চেষ্টা কৰিও পুত্ৰ ৰটঠপালৰ মুখৰ পৰা মাত উলিয়াব নোৱাৰিলে।

এনে পৰিস্থিতিত কোনো উপায় নাপাই ৰট্ঠপালৰ বন্ধুক ক'লে ঘটিত সকলো কথা বিৱৰি ক'লে। আৰু ৰটঠপালক বুজাবৰ কাৰণে অনুৰোধ জনালে।

বন্ধু বিলাকেও অশেষ যত্ন কৰিও ৰটঠপালৰ মুখৰ পৰা মাত উলিয়াব নোৱাৰিলে। বন্ধুৱে গৈ বাপেকক ক'লে ৰটঠপাল কালিৰে পৰা মাটিতে শুই আছে। তেওঁ এবাৰ মাতো নিদিলে। তেওঁৰ বক্তব্য হৈছে হয় মই ভিক্ষু হ'ম নহয় মই ইয়াতেই মৰিম। যদি তোমালোকে তেওঁক আজ্ঞা নিদিয়া তেনে তেও শোৱাৰ পৰা নুঠে। যদি তুমি আজ্ঞা দিয়া তেনে তেওঁ

ভিক্ষু হৈ থাকিলেও দেখিবলৈ পাবা। ভিক্ষু জীৱনত যদি তেওঁৰ মন নবহে তেনে তেও ভিক্ষু জীৱনৰ পৰা অব্যাহতি লোৱাৰ বাহিৰে বিকল্প ব্যৱস্থা নাই। গতিকে তেওঁক আজ্ঞা দিয়াই উত্তম হ'ব।

'থিক আছে, তেনে অনুমতি দিয়া হৈছে। কিন্তু ভিক্ষু হোৱাৰ পিচতো আমাক লগ ধৰিবলৈ আহিব লাগিব।

মাক বাপেকৰ পৰা অনুমতি পাই বন্ধু সকল পুনৰ ৰটঠপালৰ ওচৰলৈ গ'ল। তেওঁবিলাকে গৈ ক'লে তোমাৰ মাঁ-দেউতাই এটা চৰ্ত্তত অনুমতি দিছে, অৰ্থাৎ তুমি মাজে সময়ে আহি তোমাৰ মাঁ-দেউতাৰাক লগ ধৰি থাকিব লাগিব। অনুমতি পোৱাৰ পিচত ৰটঠপাল গৈ তথাগতৰ ওচৰ পালেগৈ আৰু নিবেদন জনালে 'মই মোৰ পিতা মাতাৰ পৰা অনুমতি লাভ কৰিলো। মোৰ প্ৰাৰ্থনা স্বীকাৰ কৰি ভগৱানে মোক ভিক্ষু সংঘত দীক্ষিত কৰি ল'ব লাগে। ৰটঠপালে লগে লগে প্ৰব্ৰজ্যা পালে আৰু গেৰুৱা বস্ত্ৰ লাভ কৰিলে। থুল্লকোটিঠত দুসপ্তাহ থকাৰ পিচত ধৰ্মাদেশনাৰ নিমিত্তে শ্ৰাৱস্তীৰ ফালে গ'ল। শ্ৰাৱস্তীত পাই তেও বিলাকে অনাথ পিণ্ডকৰ বেলবনাৰামত বিহাৰ কৰিবলৈ ধৰিলে। এইদৰে ৰটঠপালে নিৰ্জন ঠাইত থাকি অবিৰত প্ৰচেষ্টাত কমসময়ৰ ভিতৰত নিজৰ উদ্দেশ্যত সিদ্ধি লাভ কৰিলে। যাক লাভ কৰিবৰ কাৰণে কুল পুত্ৰই ঘৰ সংসাৰ ত্যাগ কৰি ভিক্ষু জীৱন গ্ৰহণ কৰিলে মানৱ জীৱনৰ এইয়া হৈছে উৎকৃষ্ট আৰ্দশ । তেও ভগবান বুদ্ধৰ ওচৰলৈ গ'ল আৰু প্ৰাৰ্থনা জনালে আৰু ক'লে তথাগতে আজ্ঞা দিলে মই মোৰ মাঁ দেউতাক চাই আহিব বিচাৰো।

তথাগতে নিজৰ অৰ্ন্তদৃষ্টিৰে ৰটঠপালৰ মন জয় কৰিব পাৰিলে আৰু তেওযে পুনৰ গৃহস্থী জীৱন যাপন নকৰে সেই কথা জানি তথাগতে ক'লে তুমি যেতিয়াই ইচ্ছা কৰা তেতিযাই তোমাৰ মাঁ-দেউতাৰাৰ ওচৰলৈ যাব পাৰিবা। বিনম্ৰতা পূৰ্বক ভগৱান বুদ্ধৰ পৰা বিদায় লৈ তেও পাত্ৰ চীৱৰলৈ ৰটঠপাল থুল্লকোটিঠ লৈ গ'ল আৰু তাৰ পৰা গৈ কুৰুনৰেশৰ মৃগোদ্যানত বিহাৰ কৰিলে। দ্বিতীয দিনা যেতিয়া তেও প্ৰাত কাল ভিক্ষাৰ কাৰণে ওলাল তেতিযা তেও প্ৰত্যেক ঘৰৰ সন্মুখত ভিক্ষাৰ নিমিত্তে থিয হ'ল। এইদৰে আহি আহি ৰটঠপালে নিজৰ ঘৰৰ দুৱাৰ মুখত থিয় হ'ল। ৰটঠপালৰ দেউতাকে সেই সময়ত ভিতৰৰ দুৱাৰৰ কাষত মূৰ আচুৰি আছিল। দূৰৰ পৰা আহি থকা ৰটঠপালক দেখি ক'লে এইদৰে মুণ্ডণ কৰাই মোৰ ল'ৰাটোকো গৃহ ত্যাগ কৰাই দিলে । এই কাৰণে ৰটঠপালে নিজৰ ঘৰৰ পৰা কোনো ভিক্ষা নাপালে।কেৱল গালিহে পালে। সেই সময়ত ঘৰৰ দাসীয়ে বাহী ভাত অলপ পেলাই দিবৰ কাৰণে আনিছিল। দাসীজনীক ৰটঠপালে কলে ভনী' সেইখিনি যদি পেলাই দিব বিচাৰিছা তেনে মোৰ ভিক্ষাৰ পাত্ৰতে ঢালি দিয়া।

যেতিযা ভাত খিনি ভিক্ষা পাত্ৰত দাসীযে ঢালি দিছিল তেতিযা তাই হাত ভৰি আৰু তেওৰ মুখৰ মাতত চিনি পালে তেনেতে তাই ঘৰলৈ দৌৰি গৈ মালিকনীক ক'লে সম্ভৱ আমাৰ সৰু মালিক ঘৰলৈ ঘূৰি আহিছে। মাকে ক'লে যদি তই কোৱা কথাই সত্য তেনে তই তোৰ দাসত্বৰ বন্ধনৰ পৰা মুক্ত হবি। এই বুলি কৈযে মালিকনী দৌৰি গৈ নিজ স্বামীৰ ওচৰ পালেগৈ। ক'লে শুনিবলৈ পোৱা হৈছে তেওৰ পুত্ৰ বোলে ঘৰলৈ

ঘূৰি আহিছে। জংঘলৰ কাষতে বহি ৰটঠপালে বাহী ভাত খিনি খাই আছিল। তেওঁৰ দেউতাক আহি সেই ঠাইত পালেহি। ক'লে মোৰ প্ৰিয় পুত্ৰ তুমি এই বাহী ভাত খিনি খাই আছা? তুমি বাৰু ঘৰলৈ অহা উচিত নাছিলনে?

ৰটঠপালে উত্তৰ দিলে "গৃহপতি৷ আমাৰ ঘৰ নাই। কিহৰ ঘৰ? আমিতো ঘৰ এৰিলোৱেই। এইকথা সচাঁ মই তোমাৰ ঘৰলৈ আহিছিলো। য'ত মই একো নাপালো, কেৱল গালিহে পালো। পুত্ৰ আহা৷ ঘৰলৈ আহা। নাই গৃহপতি! আজি মোৰ ভোজন হৈ গ'ল।" 'থিক আছে, কালিলৈ ভোজনৰ কাৰণে বচন দিয়া পুত্ৰ। ভিক্ষু ৰটঠপালে মৌণতাৰে স্বীকাৰ কৰিলে। বাপেক গৈ ঘৰ পালেগৈ আৰু আজ্ঞা দিলে যে সোণেৰে তেওঁৰ আসন সজ্জিত কৰিব লাগে। আৰু ৰটঠপালৰ পূৰ্বৰ ভাৰ্য্যাক ,নিৰ্দ্দেশ দিলে যে তেওঁ সুন্দৰ আভূষণেৰে তেওঁৰ মনৰ পৰিবৰ্ত্তন কৰি দিব লাগে। যাতে তেওঁ প্ৰসন্ন হৈ যায়। ৰাতি পাৰ হোৱাৰ পিচত গৃহ পতিয়ে সুন্দৰ ভোজনৰ ব্যৱস্থা কৰি ৰটঠপালক নিমন্ত্ৰণ জনালে। দুপৰীয়া ৰট্ঠপালে চীৱৰ ধাৰণ কৰি হাতত ভিক্ষাৰ পাত্ৰলৈ আহি ঘৰত উপস্থিত হ'ল।

সোণেৰে সজোৱা ধাৰীখন অতৰাই দিয়াত ৰটঠপালৰ পিতাকে ক'লে এইয়া তোমাৰ মাতৃৰ ধন। এইয়া পিতৃৰ ধন। এই নিযম তোমাৰ ককা দেউতাৰাৰ দিনৰ পৰা চলি আহিছে। এইলৈ তুমি বহুত দিন ভোগ কৰিব পাৰিবা আৰু পূণ্যও অৰ্জন কৰিব পাৰিবা। পুত্ৰ আহা৷ তোমাৰ সেই শ্ৰমণ চৰ্য্যা ত্যাগ কৰা। গৃহস্থী জীৱন পুণৰ আৰম্ভ কৰা। ভোগ কৰা আৰু পূণ্য কৰা।

ৰটঠপালে উত্তৰ দিলে গৃহ পতি৷ যদি মোৰ কথা শুনা তেনে এই সোণ বিলাক গাড়ীত তুলি নি গঙ্গাৰ মাজত পেলাই দিয়া। কাৰণ ইয়াৰ দ্বাৰা তোমাৰ দু খ দৈন্য ক্লেশ আদিৰ বাহিৰে একো নহয়।

ৰটঠপালৰ আন পত্নী সকলে তেওৰ ভৰিত ধৰি সুধিলে তোমাৰ সেই অপ্সৰা বিলাকনো কেনেকুৱা যাৰ কাৰণে তুমি এনে ব্ৰহ্মচৰ্য্য পালন কৰি আছা?

ৰটঠপালে ক'লে 'ভনী সকল৷ কোনো অপ্সৰাৰ কাৰণে নহয়। নিজৰ বাবেহে ভনী সকল। ভনী শব্দ শুনাৰ লগে লগে দেৱীসকল মূৰ্চ্চা গৈ মাটিত ঢলি পৰিল।

ৰটঠপালে পিতাকৰ প্ৰতি ক'লে গৃহপতি। যদি ভোজন খুৱাবলৈ মন আছে তেনে খুউৱা এনে কষ্ট নিদিবা।

পুত্ৰ ভোজন প্ৰস্তুত আছে, এই বুলি কৈয়ে ৰটঠপালক পিতাকে ভোজন কৰালে।

ভোজনৰ শেষত ৰটঠপাল কুৰুনৰেশৰ মৃগোদ্যানলৈ গুছি গ'ল। দুপৰীয়াৰ তমোময় ৰ'দ হোৱাৰ কাৰণে তেওঁ বৃক্ষৰ ছায়াতে জিৰণি ল'লে।

ৰজাই নিজৰ মালীক আজ্ঞা দিলে যে বাগিচাখন চাবলৈ যোৱাৰ আগতে যাতে সুন্দৰ পৰিস্কাৰ হৈ থাকে। মালিয়ে চফা কৰি গ'ল আৰু এজোপা বৃক্ষৰ তলত ৰটঠপালক বহি থকা দেখিবলৈ পালে। মালিয়ে গৈ ৰজাক জনালে যে যি জন ৰটঠপালৰ বিষয়ে ৰজাই চিন্তা কৰি আছিল সেইজন বাগিচাৰ গছৰ তলতে বহি আছে।

'আজি তবে মোৰ উদ্যান যাত্ৰা নহ'ব। মই সেই শ্ৰমনক দৰ্শন কৰিবৰ কাৰণে যাম।

ৰাস্তাত যিমানখিনি ভোজনৰ সামগ্ৰী লাগে সিমানখিনি ল'বৰ কাৰণে আজ্ঞা দিলে। পাৰিষদ বৰ্গক লগত লৈ ৰজাই ৰাজকীয় ৰথত আৰোহণ কৰি ৰটঠপালক চাবৰ কাৰণে নগৰৰ বাহিৰ ওলাল।

ৰথেৰে যাব পৰা খিনি ৰাস্তা তেওঁ গ'ল বাকীখিনি ৰাস্তা ৰজাই খোজ কাঢ়ি গ'ল। কুশল খা-খবৰ লোৱাৰ পিচত থিয়দি থকা ৰজাই ফুলেৰে সুশোভিত আসনত বহিবলৈ ৰটঠপালক আহ্বান জনালে।

'নহয় ৰাজন। আপুনি তাত বহক। মই মোৰ জেগাত বহিম। সংকেত কৰা ঠাইত ৰজা বহি ক'লে - ৰটঠপাল। মানুহে চাৰি প্ৰকাৰৰ হানিৰ কাৰণে চুলি দাড়ি খুৰাই গেৰুৱা বস্ত্ৰ ধাৰণ কৰি গৃহ ত্যাগ কৰে -

(১) বুঢাহলে (২) স্বাস্থ্য হানি হ'লে (৩) দৰিদ্ৰতা (৪) ওচৰ সম্বন্ধীয়ৰ মৃত্যুত ধৰা এজন মানুহ যি জন মানুহ বুঢা হলে বহুত আয়ুস হ'লে জৰাজীৰ্ণ অৱস্থা প্ৰাপ্ত হ'লে অন্তিম সময় আহি পৰিলে বা উপাৰ্জন কৰাৰ কষ্ট হলে বা যি আছে তাৰে চলিব নোৱাৰা অৱস্থা হলে তেতিয়াই তেও ঘৰৰ পৰা আঁতৰি যোৱাৰ সিদ্ধান্ত লয়। ইয়াক বুঢা কালৰ হানি বুলি কয়। কিন্তু তোমাৰ সন্মুখত বহুত বয়স পৰি আছে, ক'লা ক'লা তোমাৰ চুলি দেখাই শুনাই সুন্দৰ যুৱক বান্ধৰ্কহি হানি কৰাৰ আশংকা নাই। কোৱা চোন বাৰু তুমিনো কি পালা কি দেখিলা বা কি শুনিলা যাৰ কাৰণে তুমি গৃহত্যাগ কৰিলা?

বা এজন ৰোগী ব্যক্তিক লোৱা যি বৰ কষ্ট পাইছে, যি বেমাৰত ভুগি আছে, উপাৰ্জনৰ ৰাস্তাত বাধা পৰিছে, যিখিনি তেওঁৰ লগত আছে তাৰে তেও চলিব নোৱাৰা হৈ পৰিছে তেনে তেও ঘৰ ত্যাগ কৰিবনে কি? ইয়াক স্বাস্থ্যভাগি হোৱা হানি বুলি কয়। তোমাৰ কোনো বেমাৰ নাই কষ্ট নাই, হজমী শক্তিও ভাল স্বাস্থ্য অৱনতি হোৱাৰ কোনো কাৰণ নাই তুমিনো কি জানিলা কি দেখিলা বা শুনিলা যাৰ নিমিত্তে তুমি ঘৰ এৰিলা?

ধৰিলোৱা এজন ধনী মানুহ, যাৰ লগত বহুত ধন সম্পত্তি আছে, যিনেকি লাহে লাহে নাশহৈ গৈছে, বা উপাৰ্জন কৰিবলৈ কষ্ট অনুভৱ কৰিছে, যিখিনি তেওঁৰ লগত আছে, তাৰে তেও চলিব নোৱাৰাত পৰিছে । তেও কিবা ঘৰ ত্যাগৰ নিশ্চয় কৰিছেনে কি? ইয়াকে দৰিদ্ৰতাৰ হানি বুলি কৈছে। কিন্তু তুমিতো দৰিদ্ৰ নোহোৱা, সম্পতি হীন নোহোৱা দৰিদ্ৰতাইতো তোমাক পীড়িব নোৱাৰে তেনেস্থলত কি-বুজি কি দেখি বা শুনি তুমি ঘৰ ত্যাগ কৰিলা?

বা এজন ব্যক্তিৰ কথা ধৰা তেওঁৰ সম্বন্ধীয় বিলাক গৈ আছে, তেওঁৰ আত্মীয় মৰিছে বা তেও উপাৰ্জন কৰিবলৈ অক্ষম হৈ গৈছে। যি আছে তাৰে চলিব নোৱাৰা হৈছে, তেনে অৱস্থাত তেওঁ ঘৰত্যাগ কৰিছেনে কি? ইয়াক সম্বন্ধীয়ৰ হানি বুলি কোৱা হয়। কিন্তু তোমাৰতো সম্বন্ধীয় আৰু বন্ধু-বান্ধৱৰ অভাৱ নাই। তোমাৰ আত্মীয়তৰ মৰমৰ পৰা হোৱা হানিৰ কোনো প্ৰশ্ন নুঠে এনে স্থিতিত তুমি কি জানি কি দেখি বা শুনি ঘৰ ত্যাগ কৰি ওলালা?

'ৰাজন। মই ঘৰ ত্যাগ এই কাৰণেই কৰিলো যে মই চাৰিটা কথাৰ সন্মুখীন হ'লো

(ক) সংসাৰ অনিত্য নিৰন্তৰ পৰিবৰ্ত্তন শীল।

(খ) সংসাৰৰ কোনো মালিক বা সংৰক্ষক নাই।

(গ) আমাৰ বুলিবলৈ একো নাই সকলো এৰি গুছি যাব লাগিব

(ঘ) তৃষ্ণাৰ প্ৰতি বশীভূত হলেই সংসাৰত দুঃখী হোৱা যায়।

'অদ্ভুত কথা। অদ্ভুত কথা' ৰজাই কৈ উঠিল এই সম্বন্ধে তথাগতৰ কথন কিমান যে সত্য।'

---

১। মহাবগ্গ (১ ৬)।

২। বিনয় (মহাবগ্গ ১)।

৩। বিনয় (মহাবগ্গ )১।

৪। মহাবগ্গ ১ ৫ জাতক (নি ১১)।

৫। চুল্লয়গ ১ ২ ভাগ।

৬। অঙ্গুত্তৰ নিকায় অ ক ২ ৪ ৫ ।

৭। ৰটঠপাল সুত্তন্ত (মজ্জিম নিকায় ২। ৪। ২)।

---

# চতুৰ্থ ভাগ

## জন্ম-ভূমিৰ আবাহন

### ১ শুদ্ধোদনৰ লগত (অন্তিম) সাক্ষাৎ

সাৰিপুত্ৰ আৰু মৌগল্যাণৰ দীক্ষাৰ পিচত দুমাহ ধৰি ভগৱান বুদ্ধ ৰাজ গৃ হতেই থাকিল । ৰাজগৃহত তথাগত থকাৰ সংবাদ পাই শুদ্ধোদনে খবৰ পঠালে 'মই মৰাৰ আগতে মই মোৰ পুত্ৰক চাব বিচাৰিছো। আনে তেঁওৰ ধৰ্মৰ অমৃত পান কৰিবলৈ পাইছে, মই হলে পোৱা নাই আৰু আত্মীয় কুটুম্বেও পান কৰিবলৈ পোৱা নাই। শুদ্ধোদনৰ দৰবাৰী সকলৰ ভিতৰৰে এজন পুত্ৰ কালুদাসীয়ে এই খবৰ লৈ গৈছিল। খবৰ বাহকে আহি ক'লে - হে লোক পূজ্য। আপোনাৰ পিতাকে আপোনাক চাবৰ কাৰণে ইমানেই ব্যাকুল হৈছে যে যেনেকৈ কমল ফুলে সূৰ্য্যক। তথাগতে পিতাকৰ অনুৰোধ ৰক্ষা কৰি নিজৰ বিপুল ভিক্ষু সংঘ সহিত পিতৃ গৃহ মুখে প্ৰস্থান কৰিলে। ভগবান বুদ্ধৰ আগমনৰ লগে লগে কালুদাসীও গ'ল। কিন্তু ৰাস্তাত তথাগত ৰৈ ৰৈ যোৱা কাৰণে কালুদাসীয়ে ভাবিলে তাই দৌৰি গৈ যাতে ৰজাক তথাগত আহি থকাৰ খবৰ দিব পাৰে সেয়ে দৌৰি গৈ ৰজাক জনালেগৈ ।

এই খবৰে শাক্য জন সাধাৰণৰ মাজত বিয়পি পৰিল আৰু প্ৰত্যেকৰ মুখত এটাই কথা সেইয়া হৈছে গৌতমে বোধ লাভ কৰি কপিলাবস্তুলৈ ঘূৰি আহিছে। নিজৰ আত্মীয় কুটুম্ব আৰু মন্ত্ৰী পৰিষদক লগতলৈ শুদ্ধোদনে আৰু মহাপ্ৰজাপতিয়ে নিজ পুত্ৰক আগবঢাই আনিবলৈ গ'ল। নিজ পুত্ৰক দূৰৰ পৰা অহা দেখিলে আৰু তেওঁৰ অতুলনীয় সৌন্দৰ্য্য ব্যক্তিত্ব আৰু মহিমা মণ্ডিত শক্তিয়ে তেও বিলাকৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিলে। মনে মনে তেওঁ বিলাকে বৰ আনন্দ অনুভৱ কৰিলে। ক'বলৈ তেও বিলাকে কোনো ভাষাকে বিচাৰি নাপাইছিল।

সচাঁয় তেওঁ বিলাকৰ পুত্ৰৰ চেহেৰা তেনেই আছিল। সেই মহান শ্ৰমণজন তেওঁবিলাকৰ হৃদয়ৰ কিমান ওচৰত আছিল কিন্তু দূৰত্বৰ ব্যৱধান কিমান যে বাঢ়ি গ'ল। তেওঁ আজি তেওঁ বিলাকৰ সিদ্ধাৰ্থৰূপে থকা নাই। এতিয়া তেওঁ বুদ্ধ হ'ল সম্যক সম্বুদ্ধ হ'ল অৰ্হৎ হ'ল লোক সমাজৰ গুৰু হ'ল। নিজ পুত্ৰৰ ধাৰ্মিক পদৰ প্ৰতি সন্মান জনাই শুদ্ধোদন ৰথৰ পৰা নামিল আৰু সৰ্বপ্ৰথমে তেওঁক অভিনন্দন জনালে। ক'লে তোমাক নেদেখাকৈ সাতবছৰ অতিক্ৰম হ'ল। এনে ক্ষণত আমি কিমান প্ৰতীক্ষা কৰি থাকিম।

তথাগত গৈ শুদ্ধোদনৰ ওচৰত থিয় হ'ল। ৰজাই চকু কেইটা ডাঙৰ কৈ মেলি চাই থাকিল। তেও ইচ্ছা কৰিছিল যে তেওঁৰ নামলৈ মাতিবনে কি? কিন্তু তেওঁৰ সাহস নহ'ল। মনে মনে ক'লে সিদ্ধাৰ্থ ! পুত্ৰ তুমি নিজ পিতাৰ ওচৰলৈ ঘূৰি আহা সিদ্ধাৰ্থ পুনৰ তুমি মোৰ পুত্ৰ হৈ যোৱা। কিন্তু নিজৰ পুত্ৰৰ দৃঢ়তা দেখি নিজৰ ভাৱৰাশি নিজৰ বশত ৰাখিলে। শুদ্ধোদনে আৰু প্ৰজাপতি দুয়ো পৰস্পৰে নিৰাশহৈ গ'ল।

এইদৰে ৰজাই নিজ পুত্ৰৰ সন্মুখতে বহিল। তেও নিজৰ দুখত দুখী আৰু নিজৰ সুখত সুখী। তেওঁৰ নিজ পুত্ৰৰ ওপৰত অভিমান আছিল সেইয়া কিন্তু শেষহৈ গ'ল। তেও অনুমান কৰিলে যে তেওঁৰ পুত্ৰ কেতিয়াও তেওঁৰ উত্তৰাধিকাৰী নহ'ব। 'মই সমস্ত ৰাজ্য তোমাৰ চৰণতে অৰ্পণ কৰি দিম তেও ক'লে কিন্তু মই যদি এনে কৰো তেতিয়া তেও ইয়াক মাটিৰ সমান জ্ঞান নকৰিব

তথাগতে তেতিয়া সান্ত্বনা দিলে 'মই জানো ৰাজন! তোমাৰ হৃদয় প্ৰেমেৰে ভৰা। তুমি তোমাৰ পুত্ৰৰ কাৰণে বৰ দু খী। প্ৰেমৰ যি নিবীড় সূতাৰে তোমাৰ পুত্ৰক বান্ধি ৰাখিছিলা যি তোমাক এৰি গুছি গ'ল সেই প্ৰেমৰ অন্তৰ্গত তুমি গোটেই মানৱ বন্ধু সকলক বান্ধিলোৱা। তেতিয়া তোমাৰ পুত্ৰ সিদ্ধাৰ্থতকৈয়ো বেছি লাভ কৰিব পাৰিবা। তুমি বিচাৰি পাবা সেই সত্যৰ সংস্থাপকক পাবা তুমি ধৰ্মৰ মাৰ্গদৰ্শকক আৰু তুমি বিচাৰি পাবা সেই শক্তিৰ নিজ[illegible]ক। তেতিয়া তোমাৰ হৃদয় নিৰ্বাণেৰে ভৰি পৰিব।

যেতিয়া শুদ্ধোদনে নিজ পুত্ৰৰ পৰা এনে সাৰ গৰ্ভিত কথা শুনিবলৈ পালে তেওৰ মন আনন্দত উপচি পৰিল আৰু লগে লগে তেওৰশৰীৰ কঁপি উঠিল। তেওৰ চকুত পানী আৰু হাতজোৰ কৰি আছিল। তেও নিজে নিজে কৈ উঠিল - 'অদ্ভুত পৰিবৰ্ত্তন। তেওঁৰ সন্তপ্ত হৃদয় শান্ত হৈ গ'ল । প্ৰথমে মোৰ হৃদয়ৰ ওপৰত এটা প্ৰকাণ্ড পাথৰে হেচা মাৰি ধৰি আছিল। কিন্তু এতিয়া মই তোমাৰ এই মহান ত্যাগৰ মধুৰ ফল পান কৰিবলৈ পাইছো। তুমি সচাঁয় উচিত কামেই কৰিলা নিজৰ কৰুণাৰে প্ৰেৰিত হৈ ৰাস্তাৰ সুখ ভোগ ত্যাগ কৰি ধৰ্ম ৰাজ্যৰ সংস্থাপক হ'লা। তুমি এতিয়া এই ধৰ্ম জ্ঞানৰ দ্বাৰাই সকলোকে মোক্ষ পথৰ উপদেশ দিব পাৰিবা।

ভিক্ষু সংঘৰ সৈতে ভগৱান বুদ্ধই সেই উদ্যানতেই বিৰাজমান হৈ থাকিল যেতিয়ানে কি শুদ্ধোদন ঘৰলৈ ঘূৰি আহিল। পিচ দিনা তথাগতে কপিল বস্তুত ভিক্ষা কৰি ফুৰিব ধৰিলে। এই খবৰ চাৰিওফালে বিয়পি পৰিল যি খন নগৰত সিদ্ধাৰ্থই ৰথত উঠি ফুৰিছিল আজি সেই নগৰত হাতত ভিক্ষাৰ পাত্ৰলৈ ঘৰে ঘৰে বিচৰণ কৰি আছে। তেওঁৰ চীৱৰৰ

ৰঙ ৰঙা মাটিৰ দৰে আৰু হাতৰ ভিক্ষা পাত্ৰও মাটিৰেই। এই বিচিত্ৰ খবৰ শুনাৰ লগে লগে শুদ্ধোদন চকখাই গ'ল তুমি মোক এইদৰে লজ্জিত কিয় কৰিছা? তুমি বাৰু এই কথাও নাজানানে তোমাৰ ভিক্ষু সংঘক আৰু তোমাক ভোজন কৰাব নোৱাৰো বুলি ভাবিছানে কি?

তথাগতে উত্তৰ দিলে - এইয়া আমাৰ বংশ পৰম্পৰা। এইটো কেনেকৈ সম্ভৱ হ'ব পাৰে? আমাৰ বংশততো আজিলৈকে কোনেও ভিক্ষা কৰি পোঁৱা নাই। "হে ৰাজন। সচাঁ কথা। তুমি আৰু তোমাৰ বংশ হৈছে ক্ষত্ৰিয় বংশ। কিন্তু মোৰ বংশ হৈছে বুদ্ধৰ বংশ। তেও বিলাকে ভিক্ষা কৰিছে আৰু সদায় ভিক্ষাৰ ওপৰতে নিভৰ কৰিব।" শুদ্ধোদনে তেতিয়া মৌন হৈ গ'ল। তথাগতে কৈ গ'ল - কোনোবাই কিবা প্ৰকাৰে ধন পালে সেই ধন আনি নিজৰ পিতাকক উপহাৰ স্বৰূপে দিয়ে। মই তোমাক এই ধৰ্ম নিধি অৰ্পণ কৰিছো। তথাগতে নিজ পিতাকৰ প্ৰতি ক'লে- 'যদি তুমি নিজকে নিজে এই মিছা স্বপ্ন জালৰ পৰা মুক্ত কৰা তুমি যদি সত্য অঙ্গীকাৰ কৰা যদি তুমি অপ্ৰমাদী হৈ থাকা যদি তুমি ধৰ্মৰ পথতে চলি থাকা তেতিয়া তুমি অক্ষয় সুখ লাভ কৰি থাকিবা।

শুদ্ধোদনে তথাগতৰ কথাখিনি নি শব্দেৰে শুনি থাকিল আৰু ক'লে - পুত্ৰ। মই তোমাৰ কথা অনুসৰি আচৰণ কৰিবলৈ চেষ্টা কৰিম।

## ২ যশোধৰা আৰু ৰাহুলৰ লগত সাক্ষাৎ

তেতিয়া তথাগতক শুদ্ধোদনে ঘৰলৈ লৈ আনিলে। পৰিযালৰ সকলোৱেই তেওক অভিনন্দন জনালে। ১ কিন্তু ৰাহুলৰ মাক যশোধৰা হ'লে নাহিল। যেতিয়া শুদ্ধোদনে খবৰ পঠালে তেতিয়া তেও কৈ পঠালে 'যদি তেও মোক যোগ্য বুলি ভাবে তেনে সিদ্ধাৰ্থই নিজে আহি মোক লগ ধৰিব। নিজৰ সকলো ইষ্টকুটুম্বৰ লগত সাক্ষাৎ হোৱাৰ পিচত সিদ্ধাৰ্থই সুধিলে যশোধৰা ক'ত? তেও লগ ধৰিবলৈ অস্বীকাৰ কৰিছে বুলি ক'লে। সিদ্ধাৰ্থই কোনো বিলম্ব নকৰাকৈ পোনে পোনে তেওৰ ভৱন পালেগৈ। সাৰিপুত্ৰ আৰু মৌদ গল্যানক ও তেওৰ লগতে যশোধৰাৰ কোথালৈ লৈ গ'ল। তথাগতে ক'লে মই তো মুক্ত। কিন্তু যশোধৰা এতিযাও মুক্ত হোৱা নাই ইমান দিনে মোক দেখা নাই সেই কাৰণে তেও বৰ দুখীত। যেতিযালৈকে তেওৰ দুঃখৰ চকু পানী ৰাস্তাত বাগৰি নাযায় তেওৰ মন গধূৰ হৈয়ে থাকিব । যদি তেও তথাগতক স্পৰ্শ ও কৰে তথাপি তেওৰ কোনো বাধা নাই।

যশোধৰাই বহুত ভাবি ছিন্তি নিজৰ কোথাত বহি আছিল। তথাগতে কোথাত প্ৰবেশ কৰিলে যশোধৰাৰ সেই একেই ভক্তি আছিল যাকনে কি কোনোমতে মচিব নোৱাৰা । তেও পাহৰি গৈছিল যে তেওৰ স্নেহ ভাজন স্বামী গৌতম মহা মানৱ বুদ্ধ হ'ল লোক গুৰু হ'ল সত্যৰ মহান উপদেষ্টা হ'ল যশোধৰাই তথাগতৰ চৰণ দুখানী গৱামাৰি ধৰিলে আৰু হেপাহ পলুৱাই কান্দিব ধৰিলে। কিন্তু যেতিয়া তেও গম পালে যে সেই স্থানলৈ শুদ্ধোদনো আহিছিল তেতিয়া তেওঁৰ লাজলাগি গ'ল। ততালিকে তেও উঠিল আৰু ভাব ভক্তিৰে সৈতে একোণত বহিল।

শুদ্ধোদনে যশোধৰাৰ হৈ ক'লে - 'যশোধৰাৰ এই ব্যৱহাৰ ক্ষন্তেকীয়া ভাৱনাৰ পৰিণাম নহয়। তেওঁ বৰ গভীৰ ভক্তিৰ পৰিচয় দিলে। যেতিয়া তেও শুনিবলৈ পালে যে সিদ্ধাৰ্থই নিজৰ মূৰ খূৰাই পেলালে যশোধৰাই ও তাকেই কৰিলে যেতিয়া তেও শুনিলে যে সিদ্ধাৰ্থই অলংকাৰ আৰু সুগন্ধিত দ্ৰব্য সমূহৰ পৰিত্যাগ কৰি দিলে যশোধৰাই তাকেই কৰিলে আৰু যেতিয়া তেও শুনিলে যে সিদ্ধাৰ্থ একাহাৰী হৈ গ'ল আৰু তেতিয়াৰ পৰা তেও মাটিৰ পাত্ৰত আহাৰ গ্ৰহণ কৰিবলৈ ধৰিলে।

গতিকে এইয়া কোনো ক্ষন্তেকীয়া ভাৱনা নহয় এই বিলাক হৈছে যশোধৰাৰ সাহসৰ পৰিচায়ক।' সিদ্ধাৰ্থই যশোধৰাক তেওৰ মহান পূণ্যৰ কথাকে মনত পেলাই দিলে আৰু সেই মহান সাহসৰ পৰিচয় সিদ্ধাৰ্থই প্ৰব্ৰজ্যা লোৱাৰ সময়ত দিছিল। তেও ক'লে যে বোদ্ধিসত্বৰ অৱস্থাত বুদ্ধত্ব লাভ কৰিবৰ কাৰণে চেষ্টা কৰি আছিল সেই সময়ত তেওৰ পবিত্ৰতা তেওঁৰ কোমলতা তথা তেওৰ ভক্তিয়েই তেওৰ কাৰণে সৰ্ব্বোত্তম সম্বল ৰূপে সিদ্ধ হৈছিল। এইয়া তাৰেই কৰ্ম আৰু এইয়াই মহান পূণ্যৰ পৰিণাম আছিল।

যশোধৰাৰ বেদনা বাণী সমূহ আগৰ কথা আছিল। কিন্তু তেও যি বীৰতা আৰু ধীৰতা দেখুৱালে তেও তাৰ আধ্যাত্মিক উত্তৰাধিকাৰক প্ৰজ্বলিত কৰি তুলিলে। তেতিয়া যশোধৰাই সাত বছৰীয়া ৰাহুলক এজন ৰাজকুমাৰৰ বেশত সজাই পৰাই ক'লে এই শ্ৰমণ যি ব্ৰহ্মাৰ সমান যি জন তোমাৰ পিতা হয়। তেওঁৰ লগত অক্ষয় নিধি বিৰাজমান যাক মই এতিয়াও দেখিবলৈ পোৱা নাই। তেওঁৰ ওচৰলৈ যোৱা আৰু সেই অক্ষয নিধি বিচাৰা কিয়নো সেইয়া বিচৰাতো তোমাৰ উত্তৰাধিকাৰ।

ৰাহুলে ক'লে মোৰ পিতানো কোন? মইতো এজন বাবাকহে জানো সেইয়া হৈছে শুদ্ধোদন। যশোধৰাই নিজ পুত্ৰ ৰাহুলক কোচত তুলি লৈ খিড়িকীয়েদি তথাগতৰ ফালে দেখুৱালে সৌৱা চোৱা তেৱেঁই তোমাৰ পিতা শুদ্ধোদন তোমাৰ পিতা নহয়। সেই সময়ত তথাগতে ভিক্ষু সংঘৰ মাজত বহি ভিক্ষা গ্ৰহণ কৰি আছিল কোনো দূৰত নাছিল। ৰাহুল তেতিয়া তেওঁৰ ওচৰলৈ আহিল আৰু নিৰ্ভয় নি সংকোচে অত্যন্ত স্নেহাসিক্ত হৈ ক'লে - 'তুমি কি মোৰ পিতা নোহোৱানে কি? তেওঁৰ ওচৰত থিয় দি ক'ব ধৰিলে - শ্ৰমণ! তোমাৰ আশ্ৰয় সচাঁয় বৰ সুখ জনক। তথাগত হ'লে মৌণ হৈ থাকিল।

যেতিয়া তথাগতৰ ভোজনৰ পৰ্ব শেষ হ'ল তেতিয়া তথাগতে আৰ্শিবাদ কৰি মহলৰ পৰা বিদায় ললে। ৰাহুল তেওঁৰ পিছে পিছে গ'ল আৰু তেও নিজৰ অধিকাৰৰ দাবি সাব্যস্ত কৰিয়েই থাকিল। ৰাহুলক হ'লে কোনেও বাধা নিদিলে। স্বয়ং তথাগতে সাৰিপুত্ৰৰ ফালে চালে আৰু ক'লে 'ৰাহুলে উত্তৰাধিকাৰৰ কামনা কৰিছে। মই তেওক এই ধ্বংসৰ সম্বল দিব নোৱাৰো। যি নিজৰ চিন্তাৰ বাটহে দেখুৱাই থাকে, মই কিন্তু তেওক শ্ৰেষ্ঠ জীৱনৰ উত্তৰাধিকাৰীহে কৰিব বিচাৰো, যি নিজে নিজে অক্ষয় নিধি হৈ থাকে।

তথাগতে ৰাহুলৰ প্ৰতি ক'লে - মোৰ লগত সোণ ৰূপ আৰু হীৰা নাই। যদি তুমি আধ্যাত্মিক নিধি গ্ৰহণ কৰিব বিচাৰা যদি তাক সুৰক্ষিত কৰি ৰাখিবলৈ সমৰ্থ হোৱা তেনে সেইয়া মোৰ লগত বহুত আছে। মোৰ অধ্যাত্ম নিধিয়েই হৈছে মোৰ ধৰ্মৰ মাৰ্গ। তুমি কি

সেই সংঘত প্ৰবিষ্ট হ'বলৈ ইচ্ছা কৰা, যি নিজৰ জীৱন সাধনাত ব্যতিত কৰে আৰু যি শ্ৰেষ্ঠতকৈও শ্ৰেষ্ঠ সুখ আৰু যি প্ৰাপ্য, তাক যদি তুমি লাভ কৰিবলৈ ইচ্ছা কৰা?'

বাহুলে তেতিয়া দৃঢ়তা পূৰ্বক ক'লে -"প্ৰবিষ্ট হ'ব বিচাৰো।" যেতিয়া শুদ্ধোদনে শুনিলে যে বাহুলেও ভিক্ষু সংঘত যোগদান কৰিলে, তেতিয়া তেওঁ মনত বৰ দুঃখ পালে।

## ৩ শাক্য সকলৰ দ্বাৰা অভিনন্দন

যেতিয়া তথাগত শাক্য জনসাধাৰণৰ মাজলৈ আহে তেতিয়া তেওঁ দেখিলে যে তাৰ জনসমষ্টি দুটা ভাগত বিভক্ত হ'ল। কিছুমান অনুকূলে আৰুকিছুমানপ্ৰতিকূলে। ইয়াৰ ভিতৰত তেওঁৰ পুৰণা মত ভেদৰ কথা মনত পৰিল, যাৰ পৰিচয় শাক্যবিলাকে সেই সময়ত দিছিল যেতিয়া কোলিয় সকলৰ বিৰুদ্ধে যুদ্ধ ত্যাগকৰাআৰুযুদ্ধকৰা নকৰালৈ শাক্য সকলৰ বিচাৰাধীন হৈআছিলআৰুযিএনেআলোচনাতঅহত্বপূৰ্ণঅংশলৈছিল।

যি সকল সেই সময়ত তেওঁৰ বিৰোধী আছিল তেওঁ বিলাকে এতিয়াও তেওঁৰ মহানতাক স্বীকাৰ কৰাত আপত্তি দৰ্শাইছিল আৰু আন নালাগে তেওঁৰ সামান্য অভিনন্দন কনো নকৰিছিল। যি তেওঁৰ অনুকূলে আছিল তেওঁ বিলাকৰ প্ৰত্যেক পৰিয়ালে একোজনকৈ তৰুণ যুৱকক সংঘত দীক্ষিত কৰিবৰ কাৰণে সংকল্প কৰিলে। এইদৰে সকলোৱেই সংঘত দীক্ষিত হৈ ৰাজগৃহৰ অভিমুখে যাবলৈ সিদ্ধান্ত কৰিলে।

যি বিলাক পৰিয়ালৰ ভিতৰত এজন এজন কৰি যুৱকক সংঘত দীক্ষা দিয়াৰ সিদ্ধান্ত কৰিছিল তাৰ ভিতৰত শুক্ৰোদনৰ পৰিয়ালটোও তাৰ ভিতৰত আছিল!

শুক্ৰোদনৰ দুজন পুতেক আছিল এজন অনুৰুদ্ধ আৰু আনজন মহানাম। মহানাম অনুৰুদ্ধৰ ওচৰলৈ গ'ল -হয় তুমি গৃহত্যাগ কৰা নহ'য় মই কৰো। অনুৰুদ্ধৰ উত্তৰ হ'ল মই সুকুমাৰ। মই গৃহস্থী ত্যাগ কৰাতো কঠিন। তুমিয়েই ত্যাগ কৰা।

'কিন্তু অনুৰুদ্ধ। মই তোমাক কওঁ শুনা গৃহস্থীয়ে কি কি কৰিব লাগে? প্ৰথমে তুমি খেতিত হাল বাব লাগিব বীজ সিঁচিব লাগিব। বীজৰ পিচত খেতিত পানী দিব লাগিব পানী বেছি হ'লে উলিয়াব লাগিব। খেতি নিৰানী কৰিব লাগিব। শস্য কাটিব লাগিব। শস্য কাটি লৈ আনিব লাগিব। বলদ গৰুৰ দ্বাৰা শস্য মাৰিব লাগিব তাক বেলেগ কৰি ৰাখিব লাগিব। ভূচি বেলেগ কৰি থ'ব লাগিব। ৰ'দাব লাগিব। ভড়ালত ভৰাব লাগিব। পুনৰ বছৰি বছৰি খেতিৰ পুনৰাবৃত্তি কৰিব লাগিব। গতিকে বছৰে বছৰে এনেদৰে চলাই থাকিব লাগিব।

কামৰতো কোনো অন্ত নাই। মানুহৰ কাম কোনো কালে শেষ নহ'য়। আ ! আমাৰনো কাম কেতিয়া শেষ হ'ব? বাঃ। আমাৰ কাম কেতিয়া অন্ত হ'ব? এই পঞ্চ ইন্দ্ৰিয়ৰ ভোগৰ কাৰণেই এনেকৈ লাগি থাকিলে কেতিয়ানো আৰামত থাকিব পাৰিমহঁক? হ'য় প্ৰিয় অনুৰুদ্ধ কামৰ কোনো অন্ত নাই। মানুহৰ কামৰ অন্ত কেতিয়াওঁ নহয়।

অনুৰুদ্ধই ক'লে তেতিয়া হ'লে 'তুমিয়ে গৃহস্থী কাম পৰিচালনা কৰা। মইয়ে ঘৰ ত্যাগ কৰো।

তেতিয়া অনুৰুদ্ধ শাক্য - নিজৰ মাকৰ ওচৰলৈ গ'ল- 'মাঁ মই গৃহত্যাগ কৰি প্ৰব্ৰজিত হ'ব বিচাৰিছো। মোক অনুমতি দিব লাগে।

অনুৰুদ্ধ শাক্যৰ এনে কথাত তেওঁৰ মাকে কলে - 'অনুৰুদ্ধ! তোমালোক দুয়োটাই মোৰ আটাইতকৈ প্ৰিয় পুত্ৰ। তোমালোক দুটাৰ ভিতৰত কাৰো গাতে কোনো দোষ মই দেখিবলৈ পোৱা নাই। মই জানো যেতিয়া মৃত্যু আহিব তেতিয়া তোমালোকক মোৰ পৰা লৈ যাব কিন্তু মই জীয়াই থকাত তোমালোক দুয়োকে কেনেকৈ বাৰু প্ৰবজ্জিত হ'বলৈ এৰি দিব পাৰো।

দ্বিতীয় বাৰো অনুৰুদ্ধই একেটা প্ৰাৰ্থনা কৰিলে। দ্বিতীয় বাৰো তেওঁ একে উত্তৰকে পালে। তৃতীয়বাৰো অনুৰুদ্ধই একে প্ৰাৰ্থনাকে কৰিলে।

সেই সময়ত শাক্য জনপদত ভদ্দিযই ৰাজত্ব কৰিছিল। তেও অনুৰুদ্ধৰ শাক্যৰ বন্ধু আছিল। অনুৰুদ্ধৰ মাকে ভাবিছিল যে ভদ্দিয়ই শাক্যই কেতিয়াও নিজ ৰাজ্য ত্যাগ কৰি নাযায়। সেই কাৰণে ক'লে - 'অনুৰুদ্ধ যদি ভদ্দিয় ৰজাই শাক্য ৰাজ্য ত্যাগ কৰি যায় তেন্তে তুমিও তেতিয়া যাব পাৰিবা।

তেতিয়া অনুৰুদ্ধ ভদ্দিয়ৰ ওচৰলৈ গ'ল আৰু ক'লে - 'বন্ধু! মোৰ প্ৰব্ৰজ্যাত তুমি মোৰ বাধক হৈছা।

মিত্ৰ! যদি মই তোমাৰ বাধক হৈছো তেন্তে এই বাধা দূৰ হওক। মই তোমাৰ লগতে ওলাইছো। আনন্দ মনেৰে সংসাৰ ত্যাগ কৰা।

'প্ৰিয় বন্ধু। আহাঁ আমি একেলগে দুয়ো সংসাৰ ত্যাগ কৰো।

ভদ্দিয়ই ক'লে - 'মিত্ৰ! মই সংসাৰ ত্যাগ কৰাত অসমৰ্থ। আৰু তুমি মোক যি কৰিব কোৱা মই তাকে কৰিম। তুমি অকলে প্ৰব্ৰজিত হোৱা।

'মিত্ৰ! মাঁ য়ে কৈছে যদি তুমি প্ৰব্ৰজিত হোৱা তেন্তে মইয়ো হ'ব পাৰো। আৰু এইমাত্ৰ তুমি ক'লা বাধা দূৰ হওক। মই তোমাৰ লগত আছো। আনন্দ মনেৰে সংসাৰ ত্যাগ কৰা। গতিকে মিত্ৰ! আঁহা আমি একেলগে সংসাৰ ত্যাগ কৰা।

পুনৰ ভদ্দিয় শাক্য ৰজাই ক'লে - 'মিত্ৰ! সাত বছৰলৈ প্ৰতীক্ষা কৰা। সাত বছৰৰ পিচত আমি একেলগে প্ৰবজিত হৈ যাম।

মিত্ৰ! সাত বছৰ বহুত সময়। মই সাত বছৰ প্ৰতীক্ষা কৰিব নোৱাৰো।

ভদ্দিযই এইদৰে ছবছৰ পাঁচ বছৰ কমাই কমাই এবছৰ কৰিলে। পুনৰ এঘাৰমাহ, দহমাহ কমাই কমাই পোন্ধৰ দিনত পেলালে। অনুৰুদ্ধৰ একেটাই প্ৰশ্ন যে - এইযা বহুত সময়।

তেতিযা ভদ্দিযই ক'লে - 'বাৰু মিত্ৰ! এক সপ্তাহ তেন্তে প্ৰতীক্ষা কৰা এই কেইদিনৰ ভিতৰতে মই মোৰ ভাই আৰু পুত্ৰ সকলক ৰাজ্য অৰ্পণ কৰিব পাৰিম।

অনুৰুদ্ধই কলে -''সাতদিন বেছি দিন নহ'য়। ইমান দিন মই প্ৰতীক্ষা কৰিম।

শাক্য ৰজা ভদ্দিয অনুৰুদ্ধ আনন্দ ভৃগু কিম্বিল আৰু দেৱদত্ত আদিক লৈ কেতিযাবা তেও নিজ চতুৰঙ্গিনী সেনা সহিত উদ্যান উপভোগৰ কাৰণে গৈছিল। এতিযাওঁ তেও চতুৰঙ্গিনী সেনা সহিত ঘৰৰ পৰা ওলাল। উপালী নাপিতো তেও বিলাকৰ

লগত গ'ল। এইদৰে তেওঁ বিলাকৰ ভিতৰত সাতজন হ'ল।

এইদৰে কিছুদূৰ যোৱাৰ পিচত তেওঁ বিলাকে তেওঁ বিলাকৰ সেনা বাহিনী ঘূৰাই পঠালে আৰু সীমা পাৰ হৈ দ্বিতীয় জনৰাজ্যত প্ৰবেশ কৰিলে। তেওঁ বিলাকে নিজৰ সুন্দৰ অলংকাৰ আভৰণ আদি খহালে, সেই বিলাকৰ টোপোলা বান্ধিলে আৰু উপালী নাপিতৰ হাততদি ক'লে -"উপালী। তুমি এতিয়া কপিলবস্তুলৈ ঘূৰি যোৱা। তুমি জীয়াই থাকিবৰ কাৰণে সকলো সম্পদ ইয়াতে মজুত আছে। আমি তথাগতৰ ওচৰত শৰণ গ্ৰহণৰ কাৰণে যাওঁ।"আৰু তেওঁ বিলাক গুছি গ'ল।

উপালীয়ে তেওঁ বিলাক গুছি যোৱাত পুনৰ কপিল বস্তুলৈ ঘূৰি আহিল।

## ৪ সিদ্ধাৰ্থক গৃহস্থী কৰিবলৈ অন্তিম চেষ্টা

তেওঁ ভাবিলে যে এতিয়া আৰু তেওঁৰ পুতেকক কেতিয়াও দেখা নাপাব। এই বুলি শুদ্ধোদনে নিজ মন্ত্ৰী আৰু পুৰোহিতৰ প্ৰতি সুধিলে যে তেওঁ গৈ সিদ্ধাৰ্থক ইয়াতে ৰাখি নিজ ঘৰত ৰখাৰ চেষ্টা চলাবনে কি? ৰজাৰ ইচ্ছানুসৰি মন্ত্ৰী আৰু পুৰোহিতে বিদায় ল'লে আৰু যি ৰাস্তাত ভগবান বুদ্ধ গৈছিল সেই ঠাইত পালেগৈ। তেওঁবিলাক গৈ তেওক অভিনন্দন জনালে আৰু তেওঁৰ আজ্ঞাপাই বহিল। বৃক্ষৰ ছায়াত বহি থকা অৱস্থাত ৰাজ পুৰোহিতে নিবেদন কৰিলে- হে ৰাজকুমাৰ। আপোনৰ বিদায়ত ৰজাৰ হৃদযত তীব্ৰ শেলে বিন্ধাদি বিন্ধিব ধৰিছে, সেই ৰজাৰ প্ৰতি অকনমান ধ্যান দিয়ক তেওৰ অভিলাষা হ'ল আপুনি পুনৰ ঘৰলৈ ঘূৰি যাব লাগে। তেতিয়া তেওঁ শান্তিৰে মৰিব পাৰিব। তেওঁৰ কথা হৈছে -

মই জানো আপুনি ধৰ্মৰ অধিকাৰী আৰু মই ইযাকো জানো যে আপোনাৰ এই সংকল্প ব্ৰজৰ সমান দৃঢ। কিন্তু এইদৰে ঘৰ ত্যাগ কৰি গুছি যোৱাৰ কাৰণে মোৰ হৃদয় একেবাৰে ভাগি পৰিছে। হে ধৰ্ম প্ৰিয। ধৰ্মৰ কাৰণেই আপুনি আপোনাৰ এই সংকল্প ত্যাগ কৰি দিযক। "কিছু সময়ৰ কাৰণে হলেও এই পৃথিবীৰ ৰাজ্য উপভোগ কৰক, পিচতো শাস্ত্ৰ সম্মত বিধি অনুসৰি অৰণ্যবাস কৰিব পাৰে। আপুনি আপোনাৰ ইষ্টকুটুম্ব সকলৰ প্ৰতি যাতে নিৰ্দয়ী নহয়। সকলোৰে প্ৰতি দযাশীল হোৱাতোৱেই ধৰ্ম। ধৰ্ম সাধনা অনিবাৰ্য্যৰূপে কেৱল অৰণ্যতে নহয়, সাধুৱে নগৰত থাকিও মোক্ষ লাভ কৰিব পাৰে। জ্ঞান আৰু আচৰণেই হৈছে ধৰ্মৰ বাস্তৱিক সাধন। সাধুবেশ আৰু বনবাস কেৱল কায়ৰতাৰহে সূচনা।

'শাক্য ৰজা দুঃখ সাগৰত ডুবি আছে, য'ত তীব্ৰ বেদনাৰ ঢৌ উঠি আছে। এই কাৰণে তুমি তেওঁক উদ্ধাৰ কৰা। তেওঁৰ সেই অৱস্থা হৈছে সমুদ্ৰত ডুবি যোৱা গাইৰ দৰে। "আৰু সেই ৰাণী সেই প্ৰজাপতি গৌতমীৰ প্ৰতিও ধ্যান দিযকচোন যি আপোনাক পালন পোষণ কৰি ডাঙৰ দীঘল কৰিলে যিনেকি এতিয়াও অগস্ত্যলোকলৈ

যোৱা নাই। আপুনি কি তেওঁৰ কাৰণে অকনো চিন্তা নকৰেনে ? যেনেকৈ বিনা পোৱালীৰে গাইয়ে হেম্বেলীয়াই থাকে। "নিশ্চয় আপুনি আপোনাৰ দৃষ্টিৰে নিজ পত্নীক সন্তুষ্ট কৰাতো আপোনাৰ ধৰ্ম। যি নিজৰ পতি জীৱিত থকা সত্বেও বিধবাৰ দৰে দুঃখী জীৱন কটাব লগাত পৰিছে। অথবা এজনী মাখুন্দী হাতীজনীৰ দৰে যাৰ হাতীটোক অৰণ্যত এৰি গুছি গ'ল।" ৰাজ পুৰোহিতৰ কথাখিনি তেওঁ শুনিলে আৰু সেই ধৰ্মৰ অধিষ্ঠাতাই কিছু সময় চিন্তন মনন কৰিলে আৰু তেতিয়া তেওঁ এইদৰে উত্তৰ দিলে।

## ৫ ভগবান বুদ্ধৰ উত্তৰ

"মোৰ প্ৰতি ৰজাৰ যি বাৎসল্য প্ৰেম, সেই সম্পৰ্কে মই সুপৰিচিত, যি ভাব বিশেষ ৰূপে তেওঁ দেখুৱাইছে, কিন্তু ইমান বিলাক থকা সত্বেও যিহেতু মই সংসাৰৰ এই দুঃখজনক তত্বৰ লগতো সুপৰিচিত, এই কাৰণে মই ইষ্ট কুটুম্বক ত্যাগ কৰিবলৈ ও বাধ্য হৈছো। "যদি এই সংসাৰৰ প্ৰিয়জনৰ পৰা অনিবাৰ্য্য বিয়োগ নোহোৱা হ'লে তেনে কোনেনো নিজ প্ৰিয় জনৰ সৈতে থাকিবলৈ ইচ্ছা নকৰিব? কিন্তু বিয়োগ অৱশ্যোম্ভাবী, এই কাৰণে মই মোৰ প্ৰিয় পিতাক ত্যাগ কৰি গৈছো। 'কিন্তু তুমি ভবাৰ দৰে মই ৰজাৰ দুঃখৰ কাৰণ হৈছো। তেওঁ হ'লে নিজ ভৱিষ্যত বিয়োগৰ কথা চিন্তা কৰা নাই।

"এই কাৰণে এই বিষয়ে তোমাৰ মত দৃঢ হোৱা দৰ্কাৰ। বিয়োগৰ নানা ৰূপ দেখি তুমি এই কথা ভবা উচিত যে কোনো পুত্ৰ আৰু কোনো ইষ্ট কুটুম্বই দুঃখৰ কাৰণ বুলি ভবাতো থিক নহয়। কাৰণ গোটেই দুঃখৰ কাৰণ হৈছে অজ্ঞানতা মাত্ৰ। 'যেনেকৈ পথিক ৰাস্তাত গৈ থাকোতে একে লগ হয় আকৌ আগবাঢি গৈ পৃথক হৈ যায় থিক সেইদৰে আজি বা কালিলৈ সকলোৰে বিয়োগ অনিবাৰ্য্য হৈ যাব তেতিয়া কোনো বুদ্ধিমান মানুহ কোনো স্বজনৰ পৰা পৃথক হলেও দুখী কিয় হ'ব ? লাগিলে সেই স্বজন তেওঁৰ যিমানেই প্ৰিয় নহওঁক কিয়?

'নিজ সম্বন্ধীয় খিনিক আনলোকত এৰি মানুহ ইয়ালৈ গুছি আহে আকৌ ইয়াত তেওঁ বিলাকক এৰি আন ঠাইলৈ গুছি যায় আৰু তাতগৈ, তাৰ পৰাও আকৌ আনত গুছি যায়- এয়েই হৈছে মানুহৰ অৱস্থা। এজন মুক্ত পুৰুষ এই বিলাকৰ কাৰণে দুঃখী হয় কিয়? যেতিয়া কোনো সন্তান মাকৰ গৰ্ভৰ পৰা বাহিৰ হয় মৃত্যুয়ে তাৰ পিছে পিছে ঘূৰি ফুৰে, তেনে অৱস্থাত তুমি স্নেহ বশতঃ মোৰ বন গমনক অসময় বুলি কিয় কৈছা?

কোনো সাংসাৰিক বস্তু পাবৰ নিমিত্তে সময় অসময় হ'ব পাৰে সময় সকলো বস্তুৰ লগত লাগি থাকে সময়ে সংসাৰ খনক নানা পৰিবৰ্ত্তনৰ মাজেদি পাৰ কৰি দিয়ে কিন্তু জীৱন যেতিয়া অস্থিৰ, তেতিয়া ধৰ্ম কৰিবৰ কাৰণে কোনো অসময় নহয়। এনে

অৱস্থাত ৰজাৰ সংকল্প থকাৰ হেতুকেই এজন পিতাকৰ যোগ্য হৈছে যে তেওঁ মোক ৰাজ্য দিব বিচাৰে, কিন্তু সেইয়া মোৰ কাৰণে এনেহেন হ'ব যেনেকৈ কোনো লাভী ৰোগীয়ে প্ৰতিকূল ভোজন কৰাৰ দৰে হ'ব।

কোনো বুদ্ধিমানৰ কাৰণে 'ৰাজ্য অধিকাৰ কেনেকৈ উচিত হ'ব পাৰে, য'ত চিন্তাই খাই মাৰে, ৰাগ-দ্বেষে আবৰি থাকে, ভাগৰে বেৰি থাকে আনৰ প্ৰতি অন্যায় হয়।

"মোক এটা সোণৰ মহল লাগে, য'ত জুই লাগি থাকে, ভালভকৈও ভাল ভোজনৰ বিষ মিহলি হৈ থাকে আৰু কমল ফুলৰ দৰে পৰিবেষ্টিত শয্যাৰ ওপৰত, এনেহেন লাগে যেন তাৰ ওপৰত ঘঁৰিয়াল নামৰ জীৱ জন্তুৰেহে বাগৰি থাকে।

### ৬ মন্ত্ৰীৰ উত্তৰ

গৌতমৰ বিশাল জ্ঞান আৰু আভাযুক্ত গৰিমা, তৃষ্ণাৰহিত ভাব তৰ্কপূৰ্ণ কথা বিলাক শুনি মন্ত্ৰীয়ে ক'লে - "আপোনাৰ সংকল্প আৰু ধাৰণা সচাঁয় উত্তম, ই কেতিয়াও অযোগ্য হ'ব নোৱাৰে, কিন্তু সময়ৰ দৃষ্টিত এই সময় অযোগ্য । ই কোনোপধ্যে তোমাৰ ধৰ্ম হ'ব নোৱাৰে যিহেতু তুমি তোমাৰ বৃদ্ধ পিতাক দুঃখ সাগৰত পেলাই গুছি যোৱাতো। 'এনে স্থিতিত তোমাৰ বুদ্ধি কেতিয়াও সূক্ষ্ম হ'ব নোৱাৰে ধৰ্ম, অৰ্থ আৰু কামৰ ক্ষেত্ৰত হ'লে সূক্ষ্ম নহয়। য'তনেকি কোনো অবিদ্যমান অদৃশ্য বস্তুৰ কাৰণে আপুনি বিদ্যমান দৃশ্যক ত্যাগ কৰিবৰ কাৰণে প্ৰস্তুত হৈছে। "আকৌ কোনোৱে কয়যে পুনৰ জন্ম আছে বুলি, কোনোৱে আকৌ সেই বিশ্বাসতে ক'ব বিচাৰে যে নাই যেতিয়ানে কি এনে বিষয়ত ইমানেই সন্দেহ আছে তেনে এই কথা উচিত যে বৰ্ত্তমান পোৱা ভোগক ভোগ কৰিব লাগে।

"যদি কোনো পৰলোক আছে, তেতিয়া আমি পৰলোকৰে আনন্দ কৰিম, যদি কোনো পৰলোক নাই তেতিয়া এই গোটেই সংসাৰখনেই নিশ্চিত ৰূপে অনায়াসে মুক্ত। "এনে কিছুলোক আছে যি পুনৰ্জন্ম মানে, কিন্তু মোক্ষৰ কোনো সম্ভাৱনা নামানে। তেওঁৰ কথন হৈছে যে যেনেকৈ অগ্নি স্বভাৱতে উষ্ণ থাকে আৰু পানী স্বাভাৱিকতে তৰলহে থাকে, থিক তেনেদৰে সংসাৰখনো স্বাভাৱিক ভ্ৰমন-শীল। "কিছুমানৰ মত হৈছে যে সকলো বস্তুৰেই স্বভাৱজাত, লাগিলে ভালেই হওঁক বা বেয়াই হওঁক, লাগিলে সৎ হওঁক, লাগিলে অসৎ আৰু যেতিয়া এই গোটেই সংসাৰখনেই স্বভাৱজাত তেনেস্থলত আমাৰ সকলো চেষ্টাই ব্যৰ্থ। "যেতিয়া ইন্দ্ৰিয় সমূহৰ প্ৰক্ৰিয়া নিশ্চিত হৈ থাকে আৰু বাহ্যিক পদাৰ্থৰ অনুকূলতা আৰু প্ৰতিকূল অৱস্থাতো যাৰ বৃদ্ধ অৱস্থা আৰু কষ্টৰ মাজত অটুট সম্বন্ধ বৰ্ত্তি থাকে তেনে স্থলত কোনে কেনেকৈ তাক পৃথক কৰিব পাৰে? এই বিলাক জানো প্ৰাকৃতিক নহয়।?

"পানীয়ে জুই নুমাই দিয়ে আৰু জুইয়ে পানীক ভাপ কৰি উৰাই দিয়ে। এই সকলো বিলাক তত্ব যেতিয়া এক হৈ যায় তেতিয়াই সংসাৰখন নিৰ্মান হ'য। গৰ্ভৱিস্থাতে হাত ভৰি পেট পিঠি আৰু মূৰৰ সৃষ্টি হয়- বুদ্ধিমান সকলৰ বক্তব্য হৈছে যে এই বিলাকো প্ৰাকৃতিকেই। 'কাঁইটৰ জোঙা অংশনো কোনে নিৰ্মাণ কৰিছে? অথবা পশু আৰু পক্ষী বিলাকৰ স্বভাৱনো কোনে ৰচনা কৰিছে? এই সকলোবিলাক প্ৰাকৃতিকেই। কোনো কামেই এনে নহয়, বা কোনো কাৰ্য এই বিলাকৰ মূলতে হৈছে চেতনাই কাৰণ তেনেস্থলত 'চেতনা'ৰ অস্তিত্বই বা কেনে হোৱা উচিত?

কোনোৱে কয়যে এই সৃষ্টি হৈছে ঈশ্বৰৰ ৰচনা। যদিহে তেনেই হ'য তেতিয়াহলে চেতন আত্মাৰ প্ৰচেষ্টাৰ আৱশ্যকতাই বা কিয? যি সৃষ্টিক গতি প্ৰদান কৰে সিয়েই সেই গতিক অৱৰোধ কৰিবনে কি? "কোনোৱে কযযে প্ৰাণীৰ জন্ম আৰু মৃত্যু এই দুয়োটাই আত্মাৰ ওপৰত নিৰ্ভৰ কৰে। কিন্তু তেওঁৰ কথন হৈছে যে প্ৰাণীৰ জন্মতো অনায়াসে হয় এইয়া হৈছে মোক্ষ প্ৰযাস সিদ্ধ মাত্ৰ। 'মানুহে সন্তান উৎপন্ন কৰি পিতৃ ঋণৰ পৰা উদ্ধাৰ, শাস্ত্ৰ অধ্যযনৰ দ্বাৰা ঋষি-ঋণৰ পৰা উদ্ধাৰ যজ্ঞৰ দ্বাৰা দেৱ ঋণৰ পৰা উদ্ধাৰ পোৱা -যি এই তিনিওটা ঋণৰ পৰা মুক্ত তেৱেঁই বাস্তৱতে মুক্ত।

"এই কাৰণে বৌদ্ধিকবাদী সকলে ক'ব বিচাৰে যে যি এই ক্ৰমৰ দ্বাৰা মোক্ষৰ নিমিত্তে চেষ্টা কৰে তেওঁহে মোক্ষ লাভ কৰিব পাৰে। যি এই ক্ৰমত প্ৰযাস নকৰে তেওঁ বিলাকৰ ব্যৰ্থ পৰিশ্ৰমহে হয়। এই কাৰণে হে সৌম্য! যদি মোক্ষৰে ইচ্ছা তেনে শাস্ত্ৰৰ ক্ৰম অনুসৰি সেই ফালে অগ্ৰসৰ হ'ব লাগে, এই দৰে আপুনিও মোক্ষ লাভ কৰিব পাৰিব আৰু ৰজাইও দুঃখৰ পৰা মোক্ষ লাভ কৰিব। 'আৰু যদি আপুনি বনৰ পৰা ঘৰলৈ ঘূৰি আহিবলৈ পুনৰ শংকাবোধ কৰিছে। এই বিষযে চিন্তা কৰাৰ আৱশ্যকতা নাই। মধ্য ভাগতো মানুহ বনলৈ গৈ পুনৰ ঘৰলৈ ঘূৰি আহে অম্বৰীশ ঘূৰি আহিছে, দ্ৰুমকেশ ঘূৰি আহিছে, ৰাম ঘুৰি আহিছে আৰু এইদৰে বহুত ঘূৰি আহিছে।"

## ৭ ভগবান বুদ্ধৰ দৃঢ়তা

মন্ত্ৰী ৰজাৰ চকুৰ মণিৰ সমান আছিল। মন্ত্ৰীয়ে আত্মবিশ্বাসেৰে প্ৰিয়জনক নিজ বক্তব্য বুদ্ধলৈ আগবঢ়ালে । দৃঢ় সম্পন্ন বুদ্ধই মন্ত্ৰীৰ প্ৰত্যুত্তৰত ক'লে কথাখিনি কৈ গ'ল যথোচিত আমনি নোপোৱাকৈ আৰু উত্তাবল নোহোৱা ভাৱনাৰে - "কিবা আছে বা নাই ইযাত মোৰ কাৰণে প্ৰমাণ নাই, সাধনা আৰু তপস্যাৰ মাজেদি মই সত্যক জানিব পাৰিলো।

'মই এনে বিলাক সিদ্ধান্তক প্ৰকৃত বুলি মানি ল'ব নোৱাৰো । কাৰণ যি মূৰটো তললৈ কৰি আৰু ভৰি দুটা ওপৰলৈ কৰি অজ্ঞানতাবশতঃ থাকে এনে বিলাক সিদ্ধান্তক মই কদাপিও শুদ্ধ বুলি স্বীকাৰ কৰিব নোৱাৰো। য'তনে কি শ-শ কথাক এনেয়েও

প্ৰথমৰ পৰাই শুদ্ধ বুলি মানি আহিছে । এনে স্থিতিত কোন বুদ্ধিমান পুৰুষে এনে কথাৰ ওপৰত নিৰ্ভৰ কৰি বিশ্বাস কৰিব? মানৱ জাতিয়েঅন্ধৰ পিছে পিছে গৈ অন্ধকাৰত ডুবি চক্ষুহীন জাতিৰূপে চিহ্নিত হৈ আহিছে। "কিন্তু যদি কোনোবাই সত্য আৰু মিছাৰ বিচাৰ কৰিব নোৱাৰে, ভাল আৰু বেয়াৰ বিষয়ে মনত সন্দেহ থাকে, তেওঁ নিজৰ মনটোক ভালৰ প্ৰতিয়েই নিৰ্দ্দিষ্ট কৰি ৰাখিব লাগে। সৎবৃত্তি থকা সকলৰ কাৰণেও অকনমান ব্যৰ্থ পৰিশ্ৰমও কল্যানকাৰী হ'ব পাৰে।

"কিন্তু দেখিও এই পবিত্ৰ পৰম্পৰা'ৰ কোনো স্থিৰতা নাথাকে থিক সেইদৰে বুজিবৰ কাৰণে যত্ন কৰিব লাগে যি বিলাক বিশ্বসনীয় মানুহৰ কথা, আৰু বিশ্বসনীয়তাৰ অভিপ্ৰায হৈছে নিৰ্দ্দোষিতা। যি সদায় নিৰ্দ্দোষী সি কেতিয়াও সত্যৰ অপলাপ কৰিব নোৱাৰে। "আৰু তুমি মোক ঘৰলৈ ঘূৰি যোৱাৰ কথা কৈ আছা আৰু নিজ পক্ষৰ সমৰ্থনত কিছুলোকৰ উদাহৰণ দি আছা এনে পৰিস্থিতিত তেনে লোকৰ কি প্ৰমাণ আছে যি নিজৰ ব্ৰত ভঙ্গ কৰিছে। "লাগিলে সূৰ্য্যটো আহি পৃথিবীত পৰি যাওঁক আৰু হিমালয় পৰ্বতটো নিজ স্থানৰ পৰা আতঁৰি যাওঁক তথাপি মই কোনো পৰিস্থিতিতে ইন্দ্ৰিয় বিষযৰ বশীভূতহৈ ঘৰলৈ ঘূৰি যাব নোৱাৰো।

" মই জ্বলি থকা জুইৰ ওপৰত প্ৰবিষ্ট হৈ যাম, কিন্তু বিনা কাৰণত (মানবতাৰ কল্যাণৰ) উদ্দেশ্য সিদ্ধি নোহোৱাকৈ ঘৰলৈ ঘূৰি যাব নোৱাৰো। ইয়াকে কৈ নিজ দৃঢ নিশ্চযতাৰে তথাগত উপেক্ষিত হৈ উঠি গুছি গল। এনে অৱস্থাত মন্ত্ৰী আৰু পুৰোহিত দুয়োজনে বিষাদ মনেৰে কপিলা বস্তুলৈ ঘূৰি গল তেওঁবিলাকে সিদ্ধাৰ্থৰ দৃঢ নিশ্চয়তাৰ কথা অনুভৱ কৰিলে ।

ৰাজপুত্ৰৰ প্ৰতি অত্যধিক স্নেহ আৰু প্ৰেম থকাৰ কাৰণে আৰু ৰজাৰ প্ৰতি হৃদযত ভক্তিভাৱ থকাৰ হেতুকে তেওঁ বিলাক তথাগতৰ ওচৰৰ পৰা ঘূৰি আহিল, কিন্তু বাৰে বাৰে পিচলৈ ঘূৰি চাই আহিছিল। তথাগতক তেওঁ বিলাকৰ দৃষ্টিৰ পৰা আতঁৰ হবলৈ নিদিছিল যিনেকি সূৰ্য্যৰ দৰে প্ৰখৰ আৰু তেজস্বী আছিল। ৰাজপুত্ৰক ঘূৰাই অনাত অসমৰ্থ হৈ মন্ত্ৰী আৰু পুৰোহিতে খোজ কাঢো নাকাঢ়ো কৰি ঘূৰি আহিল। তেওবিলাকে পৰস্পৰে কৈ উঠিছিল। "আমি এতিয়া ৰজাক গৈ কি মুখ দেখুৱাম, যাৰ হৃদয়ে নিজ পুত্ৰক চাবৰ কাৰণে ব্যাকুল হৈ আছে ।"

---

১ জাতক নিদান কথা ৪ মহাবগ্গ অ ক ।

২ জাতকটঠ কথা (নিদান) ।

৩ চুল্ল বগ্গ ।

৪ সিদ্ধাৰ্থ কুমাৰৰ গৃহত্যাগৰ পিচতো ঘূৰাই আনিবৰ কাৰণে কৰা প্ৰচেষ্টা অশ্ব ঘোষ কৃত বুদ্ধচৰিত অনুসৰি বোধি লাভৰ আগৰ ।

## পঞ্চম ভাগ

## ধৰ্ম দীক্ষাৰ পুনৰাবৃত্ত

### ১ গাঁৱলীয়া ব্ৰাহ্মণ সকলৰ ধৰ্ম দীক্ষা

ৰাজ গৃহৰ সমীপতে, গৃদ্ধ কূটৰ কাষতে এখন গাঁৱ আছিল। য'ত প্ৰায় সত্তৰ ঘৰ মান ব্ৰাহ্মণ পৰিয়াল আছিল। এই সকলক ধৰ্ম দীক্ষা দিবৰ নিমিত্তে ভগবান বুদ্ধ আহি এজোপা বৃক্ষৰ তলত উপস্থিত হ'ল। মানুহ বিলাকে তথাগতৰ শক্তি আৰু গভীৰ ব্যক্তিত্ব দেখি তেওঁৰ প্ৰতি প্ৰভাৱিত হৈ তেওঁৰ ওচৰত আহি উপস্থিত হ'ল। তথাগতে তেতিয়া প্ৰশ্ন কৰিলে - "তোমালোক কেতিয়াৰ পৰা এই পৰ্বতৰ নামনি অঞ্চলত বসবাস কৰি আছাহঁক। তোমালোকৰ ব্যৱসায়নো কি ?"

তেওঁ বিলাকৰ উত্তৰ আছিল -'যোৱা ত্ৰিশ পুৰুষ ধৰি আমি ইয়াত আছোহঁক, আমাৰ ব্যৱসায় হৈছে পশুপালন। আৰু যেতিয়া তেওঁবিলাকক ধৰ্ম বিশ্বাসৰ ওপৰত প্ৰশ্ন কৰা হ'ল তেওঁ বিলাকে কৈছিল - 'আমি ঋতুভেদ অনুসৰি সূৰ্য্য চন্দ্ৰ, বৰুণ, অগ্নি আদি দেৱতা সকলক পূজা কৰোহঁক। আমাৰ মাজৰ কোনোবা জনৰ মৃত্যু হৈ গ'লে আমি একত্ৰিত হৈ প্ৰাৰ্থনা কৰো যে তেওঁ যাতে ব্ৰহ্মালোকত জন্ম হয়। পুনৰ্জন্ম যাতে হ'বলৈ নাপাই। ভগবান বুদ্ধই ক'লে - "এইয়া কোনো মুক্তি মাৰ্গৰ কথা নহয়। ইয়াৰ দ্বাৰা তোমাৰ কোনো লাভ নহয়। মোৰ মাৰ্গ অনুসৰণ কৰিলে প্ৰকৃত শ্ৰমণ হ'বলৈ হ'লে, আত্ম সংযমৰ অভ্যাস কৰিলেহে নিৰ্বাণ লাভ কৰিব পাৰে।

"যি সত্যক সত্য আৰু অসত্যক অসত্য বুলি ভাবে, এনে মিথ্যা দৃষ্টি সম্পন্ন মানুহৰ কেতিয়াও সদ্‌গতি লাভ নহয়।"[১] "যি সত্যক আৰু অসত্যক সত্য বুলি জানে এনে সম্যক দৃষ্টি সম্পন্ন মানুহৰহে সদগতি লাভ হয়।[২] সংসাৰত সকলোৱেই মৃত্যুবৰণ কৰে, কোনেও মৃত্যুৰ পৰা বাচি যাব নোৱাৰে। "এইটো জানিলোৱা যে যি জন্ম হৈছে, সি এদিন নহয় এদিন মৰিবই লাগিব, এই কাৰণে জন্ম মৰণৰ বন্ধনৰ পৰা মুক্ত হোৱাৰ নিমিত্তে এয়ে প্ৰকৃত ধৰ্ম সাধনা।"

যেতিয়া সত্তৰজন ব্ৰাহ্মণে তেওঁৰ এই মধুৰ বাণী শুনিলে তেতিয়া তেওঁ বিলাকে ততাতৈয়া কৰি শ্ৰমণ হোৱাৰ ইচ্ছা প্ৰকট কৰিলে। বুদ্ধ দেৱৰ দ্বাৰা অনুমতি লাভ হোৱাত তেওঁ বিলাকে চুলি খুৰালে। তেওঁ বিলাকৰ সাজন কাচন প্ৰকৃত শ্ৰমণৰ দৰে হৈ গ'ল। তাৰ পিচত তেওঁ বিলাক বিহাৰৰ ফালে গ'ল। ৰাস্তাত গৈ থাকোতে হঠাৎ তেওঁ বিলাকৰ পত্নীলৈ মনত পৰিল। নিজৰ পৰিয়াল বৰ্গলৈ মনত পৰিল। সেই সময়ত প্ৰবল বৰষুণে তেওঁবিলাকক আগবঢ়াত বাধা প্ৰদান কৰিলে।

ৰাস্তাত গৈ থাকোতে দহোটা ঘৰ পালে। তাত তেওঁ বিলাকে আশ্ৰয় বিচাৰিলে। এটা ঘৰৰ ভিতৰলৈ সোমাই গ'ল আৰু দেখিলে যে ঘৰৰ ছালে পানী দি আছে, সেয়ে

সেই ঘৰ নিষ্প্ৰয়োজন। এনে পৰিস্থিতিত ভগবান বুদ্ধই ক'লে - "যদি ঘৰখন ভালদৰে সজা নাযায় তেনে পানীৰ পৰা বাচিব পৰা নাযায়। থিক সেইদৰে মনক যদি ঠিকে ঠকে ৰখা নাযায় তেতিয়া (কাম) ৰাগৰ উপস্থিত হয়।"[৩]

"কিন্তু ঘৰৰ ছালখন যেনে দৰে সাজিব লাগে সেইদৰে নাসাজিলে তাৰ ভিতৰত মানুহ থকাতো সম্ভৱ নহয়। থিক সেইদৰে মনটোক যদি সুন্দৰ ভাৱে গঢ়ি লোৱা যায় তেনে তাত (কাম) ৰাগে প্ৰৱেশ কৰিব নোৱাৰে।"[৪] এনেধৰণৰ বাক্য বিলাক বুদ্ধৰ মুখৰ পৰা শুনি তেওঁ বিলাকৰ এনেহেন লাগিল যেন তেওঁবিলাকৰ মনৰ সংকল্প বিলাক শুভ নহয় তথাপি এনে ভুলৰ পৰা তেওঁবিলাক মুক্ত হ'ব পৰা নাই। তথাপি তেওঁ বিলাক লক্ষ্যস্থানৰ ফালে আগবাঢ়িয়েই থাকিল। আগবাঢ়ি গৈ থাকোতে তেওঁ বিলাকে পৃথিবীৰ ওপৰত কোনো সুগন্ধিত দ্ৰব্য পৰি থকা দেখিলে। বুদ্ধই তেওঁ বিলাকৰ প্ৰতি ধ্যান আকৰ্ষণ কৰিলে। অলপদূৰ যোৱাৰ পিচত ৰাস্তাত লেতেৰা জাবৰ জোঠৰ পৰি থকা দেখিবলৈ পালে। বুদ্ধই তেওঁ বিলাকক সেই ফালে দৃষ্টি আকৰ্ষণ কৰিলে আৰু ক'লে -

'যি বেযা স্বভাৱৰ মানুহৰ লগত বাস কৰে তেওঁবিলাক বেয়া স্বভাৱৰে হয় যেনেকৈ দুৰ্গন্ধযুক্ত পদাৰ্থ স্বযং গোন্ধাবলৈ ধৰে আৰু বেয়াৰ পৰা বেয়া কাম কৰাতে দক্ষ হৈ পৰে। 'কিন্তু যি বিলাক বুদ্ধিমান ব্যক্তি বুদ্ধিমানৰ সংগত থাকে তেওঁ তেনে ৰূপেই, হয়। যেনেকৈ কোনো সুগন্ধি পদাৰ্থ গ্ৰহণ কৰোতাৰ শৰীৰৰ পৰা সুগন্ধি ওলাই থাকে আৰু উত্তৰোত্তৰ বুদ্ধিমান হৈ যায চৰিত্ৰবান হৈ যায় গুণবান হৈ যায় আৰু সন্তোষ লাভ কৰে।"

এনে ধৰণৰ সৎভাবাপন্ন কথা বিলাক শুনি সেই সত্তৰ জন ব্ৰাহ্মণে নিশ্চিত কৰিলে যে আমি ইয়াৰ পৰা ঘূৰিগৈ ঘৰত পৰিয়াল বৰ্গৰ লগত কাম ভোগ কৰি জীৱন ব্যতিত কৰাৰ কথা ভাবিছিল, সেই বিলাক ধাৰণা সঁচায অমূলক। এই বিলাক চিন্তাৰ পৰা মানুহ সদায় মুক্ত হ'ব লাগে, তেওঁ বিলাকে এই দৰে চিন্তা ভাৱনা কৰি আহি বিহাৰত প্ৰৱেশ কৰিলে আৰু নিজ নিজ সাধনাৰ মাধ্যমেদি কম সময়ৰ ভিতৰতে মোক্ষ (অৰ্হৎ) লাভ কৰিলে।

## ২ উত্তৰৱতীৰ ব্ৰাহ্মণ সকলৰ ধৰ্ম দীক্ষা

যি সময়ত ভগৱান বুদ্ধই শ্ৰাৱস্তীৰ জেতবনাৰামত বিহাৰ কৰি আছিল। সেই সময়ত তেওঁ দেৱতা আৰু মনুষ্যৰ কল্যাণৰ অৰ্থে ধৰ্মৰ উপদেশ দি আছিল। থিক সেই সময়ত শ্ৰাৱস্তীৰ পূৰ্বৰ উত্তৰৱতী নামে নগৰত পাঁচশ ব্ৰাহ্মনে বাস কৰিছিল । তেওঁ বিলাক একত্ৰিত হৈ গঙ্গাপাৰ নিবাসী নিৰ্গ্ৰন্থ তপস্বীৰ ওচৰত যোৱাৰ সংকল্প কৰিলে,যিনেকি নিজৰ শৰীৰটো ধূলি মাটি সানি ঋষি ৰূপত আছিল। ৰাস্তাৰে গৈ

থাকোতে কান্তাৰ নামে ঠাইত তেওঁৰ বৰ পিয়াহ লাগিল। দূৰত তেও এজোপা গছ দেখিলে । তেওঁ ভাবিলে তাত নিশ্চয় বস্তী থাকিব লাগিব আৰু পানী পাব। তাতগৈ দেখে যে তাত কোনো ঘৰ নাই, ঘৰৰ পৰিবৰ্ত্তে এজোপা গছহে আছে। কিংকৰ্ত্তব্য বিমূঢ় হৈ তেওঁ বিলাকে কান্দিবলৈ ধৰিলে। তেনেতে বৃক্ষজোপাৰ পৰ। দেৱতাৰ মাত শুনিবলৈ পালে। বৃক্ষদেৱতাই সুধিলে — "তুমি চিঞৰি চিঞৰি কিয় কান্দি আছা?" কাৰণ জানিলত বৃক্ষ দেৱতাই তেওঁবিলাকক পেট পুৰাই খাদ্য খাবলৈ দিলে।

তেওঁ বিলাকে তাৰ পৰা যোৱাৰ আগতে ব্ৰাহ্মণ সকলে বৃক্ষ দেৱতাক সুধিলে যে পূৰ্ব জন্মত আপুনি কি কাম কৰিছিল যাৰ নিমিত্তে আপুনি বৃক্ষ দেৱতা হৈ জন্ম ল'লে? ভিক্ষু দেৱতাই উত্তৰ দিলে যে যি সময়ত (অনাথ পিণ্ডক) সুদত্তই তথাগতক জেতবনাৰাম খন দান কৰিছিল সেই সময়ত তেওঁ গোটেই ৰাতি ধৰ্ম শ্ৰৱণ কৰি আছিল। ঘূৰি যোৱাৰ সময়ত তেওঁ ভিক্ষু সকলক পানী দান কৰিছিল।
দ্বিতীয় দিনা ৰাতি পুৱা তেওঁ ঘৰলৈ ঘূৰি অহাত তেওঁৰ পত্নীয়ে সুধিলে যে তেওঁৰনো কি অপৰাধ হ'ল যাৰ কাৰনে তেওঁ গোটেই ৰাতি বাহিৰত থাকিব লগাত পৰিল। তেও ক'লেযে তেওঁ কোনো খণ্ডত বাহিৰত থকা নাছিল কেৱল গোটেই ৰাতি জেতবনত বুদ্ধৰ উপদেশ শুনি আছিল।

ইয়াকে শুনি তেওঁৰ পত্নীয়ে তেওঁক যাহাতাহা কথা শুনালে — "পাগল গৌতম' এওঁ কেৱল মানুহক ঠগাই।" "এনেদৰে কোৱা সত্বেও বৃক্ষ দেৱতাই ক'লে "মই তেওঁৰ বিৰোধ কৰা নাই। এই কাৰণে মৃত্যুৰ পিচত মই প্ৰেত হৈ জন্ম হ'লো,আৰু মোৰ সেই ভিকতাৰ পৰিণাম স্বৰূপে মোৰ ক্ষেত্ৰ এই গছ জোপাই সীমিত হ'ল। যজ্ঞ যজ্ঞাদিয়ে সকলোকে দিনে ৰাতিয়ে দুখহে দিয়ে ই চিন্তাৰ কাৰক হে। "চিন্তা্ৰ পৰা মুক্ত হ'বৰ কাৰণে আৰু দুঃখ ক্ষয় কৰিবৰ কাৰণে মানুহে (বুদ্ধৰ) ধৰ্মকহে স্বীকাৰ কৰিব লাগে আৰু এই ঋষি সকলৰ যি সাংসাৰিক ধৰ্ম তাৰ পৰা মুক্তি পোৱা উচিত।

ব্ৰাহ্মণ সকলে যেতিয়া বৃক্ষ দেৱতাৰ পৰা এই কথা খিনি শুনিলে তেতিয়া তেওঁ বিলাক শ্ৰাবস্তীলৈ যাবৰ কাৰণে সিদ্ধান্ত কৰিলে। তেওঁ বিলাক গৈ তাত পালেগৈ আৰু তথাগতক তেওঁ বিলাক অহাৰ অভিপ্ৰায় জনালে তথাগতে তেওঁ বিলাকৰ প্ৰাৰ্থনা শুনিলে আৰু ক'লে——

"মানুহ লাগিলে নগ্নহৈ থাকক,জটা ধাৰণ কৰক গছৰ পাত আৰু বাকলিৰে শৰীৰ ঢাকি লওঁক ধূলি মাটিৰে শৰীৰ বনকাই লওঁক,লাগিলে পাথৰৰ ওপৰতে শোৱক ,কিন্তু এনে বেশ ধাৰণ কৰিলেও তেওঁবিলাক হ'লে তৃষ্ণা ৰ পৰা মুক্ত হ'ব নোৱাৰে। "কিন্তু যি কেতিয়াও কাজিয়া নকৰে আৰু কাকো হত্যা নকৰে যি জুইৰ দ্বাৰা কাৰো অনিষ্ট সাধন নকৰে যি আনক পৰাজিত কৰি নিজে জয়ী হোৱাৰ কামনা নকৰে

যাৰ সকলোৰে প্ৰতি মৈত্ৰী ভাৱ থাকে এনে মানুহৰ হৃদয়ত কেতিয়াও কাৰো প্ৰতি দ্বেষ বা ঘৃণাৰ ভাব নাথাকে।

"ভূত প্ৰেতৰ প্ৰতি বলি আগবঢ়াই পূণ্য লাভৰ কাৰণেই হওঁক,বা পৰলোকত ফল পাবৰ কাৰনেই হওঁক, সৎপুৰুষৰ সৎকাৰ কৰি চতুৰ্থাংশও লাভ কৰিব নোৱাৰে। 'যি সদাচাৰী যি জনে জেষ্ঠৰ প্ৰতি বৃদ্ধ সকলৰ প্ৰতি সদায় আদৰ ভাব প্ৰদৰ্শন কৰে – তেতিয়া তেওঁবিলাকে এই চাৰিটা বস্তু লাভ কৰে যেনে –আয়ুস,বৰ্ণ,সুখ আৰু বল।" নিজৰ স্বামীৰ পৰা এইখিনি কথা শুনি তেতিয়া তেওঁৰ পত্নী শান্ত হৈ গ'ল।

---

(১) যমক বগ্গো- ১১(ধৰ্ম্মপদ)।

(২) যমক বগ্গো- ১২(ধৰ্ম্মপদ)।

(৩) যমক বগ্গো- ১৩(ধৰ্ম্মপদ)।

(৪) যমক বগ্গো- ১৪(ধৰ্ম্মপদ)।

(৫) দণ্ড বগ্গো- ১৫(ধৰ্ম্মপদ)।

---

## ষষ্ঠ ভাগ —

## নিম্ন স্তৰৰ লোকৰ ধৰ্ম দীক্ষা

### ১ নাপিত উপালিৰ ধৰ্ম দীক্ষা

ঘূৰি অহাৰ সময়ত নাপিত উপালিয়ে ভাবিলে "শাক্য বিলাক সাংঘাতিক উগ্ৰ ধৰণৰ। মই যদি এই সোণৰ টোপোলা টো লৈ গৈ দেশত ওলাওগৈ তেতিয়া শাক্য বিলাকে ভাবিব যে মই মোৰ লগৰীয়া বিলাকক হত্যা কৰি সোণ বিলাক লৈ আনিছো। এনে পৰিস্থিতিত তেওঁবিলাকে মোক হত্যা কৰিবও পাৰে।গতিকে মইও তেওঁ বিলাকৰ লগতে যোৱাতো মঙ্গল হ'ব যি ৰাস্তাৰে শাক্য কুলৰ পুত্ৰ বিলাক গৈছে ।১ "মইনো তেওঁবিলাকৰ পিছে পিছে কিয় নাযাওঁ বুলি নিজকে নিজে প্ৰশ্ন কৰিলে।সোণৰ টোপোলাটো কান্ধৰ পৰা নমাই এজোপা গছৰ ডালত আঁৰি কলে যি এই টোপোলাটো লব তেওঁ যেন নিজৰ বুলি ভাবি লৈ যায়।"এই দৰে তেওঁ শাক্য পুত্ৰ সকলৰ পিছ ল লে।

শাক্য বিলাকে দূৰৰ পৰাই তেওঁক দেখি সুধিলে 'উপালি। তই কিয় আমাৰ পিছে পিছে আহিলি?' তেওঁ বিলাকৰ প্ৰশ্নৰ উত্তৰত মনৰ কথা উপালিয়ে ক'লে - - তেতিয়া শাক্য কুল পুত্ৰই ক'লে-"উপালি। তই ভালেই কৰিলি ঘূৰিযে নগলি। কিয়'না শাক্য বিলাক নিঃসন্দেহে উগ্ৰ। সিহঁতে তোক মাৰি পেলাব পাৰে।'

এইদৰে তেওঁবিলাকে উপালিক লগতলৈ তাত পালেগৈ য'ত তথাগত আছিল।

তাত পাই তেওঁবিলাকে তথাগতক প্ৰণাম জনালে আৰু কাষতে বহিল। পিচত তেওঁ বিলাকে তথাগতৰ প্ৰতি নিবেদন কৰিলে - "হে ভগবান! আমি শাক্য বিলাক দৰাচলতে বৰ অভিমানী স্বভাৱৰ। আমাৰ এই উপালি নাপিতে চিৰ দিন সেৱা কৰি আহিছে ভগবানে যেন প্ৰথমতে এই উপালি নাপিতকে প্ৰব্ৰজিত কৰি উপসম্পন্ন কৰে, তেওঁক আমি আমাতকৈ ডাঙৰ বুলি ভাবিব পাৰো, অভিনন্দন জনাব পাৰো নমস্কাৰ কৰিব পাৰো, আৰু যাতে আমাৰ শাক্য সকলৰ অভিমান কিছু কমি যায়'

সেয়ে নাপিত উপালিক প্ৰথমতে তথাগতে প্ৰব্ৰজিত আৰু উপসম্পন্ন কৰিলে। ইয়াৰ পিচত সেই আন শাক্য কুলৰ পুত্ৰ সকলক ভিক্ষু সংঘত দীক্ষিত কৰিলে।

## ২ ভংগী (মেতৰ) সুনীতৰ ধৰ্ম দীক্ষা

ৰাজগৃহত ভংগী (মেতৰ) সুনীত নামেৰে এজন মেতৰ আছিল। গৃহস্থই ৰাস্তাত পেলোৱা জাবৰ জোথৰ চফা কৰি জীবিকা উপাৰ্জন কৰাটোৱেই তেওঁৰ ব্যৱসায আছিল। পৰম্পৰাগত ৰূপে এইয়া তেওঁৰ নীচ ব্যৱসায় আছিল।২ এদিন ৰাতি পুৱা শুই উঠিল আৰু চীৱৰ ধাৰণ কৰি তথাগতে হাতত ভিক্ষাৰ পাত্ৰলৈ বহুত ভিক্ষুৰ লগত ভিক্ষাৰ কাৰণে ওলাল। সুণীতে ৰাস্তাৰ জাবৰ-জোথৰ আৰু ময়লা বিলাক গোটাই ৰাখিছিল সেই বিলাক গাড়ীত বোজাই কৰি লৈ যোৱাৰ চিন্তা কৰিছিল। বিপুল ভিক্ষু সংঘ সহিত তথাগতক তেওঁ আহি থকা দেখিলে, তেওঁক দেখি তেওঁৰ মন আনন্দত পুলকিত হৈ গৈছিল, কিন্তু তেওঁ ভয়ো খাইছিল। ৰাস্তাৰ দাঁতিত পেলাবলৈ তেনে কোনো জেগা নাছিল। গাড়ীখন টানি নি দুৱাৰ মুখত ৰাখি কেৱল হাতজোৰ কৰি থিয় দি থাকিল।

তথাগত যেতিয়া আহি তেওঁৰ ওচৰ পালে তেতিয়া তেওঁ ক'লে- 'সুণীত! তোমাৰ দৰিদ্ৰতাৰ জীবিকা সাধন নো কি? তুমি তোমাৰ ঘৰ ত্যাগ কৰি সংঘত প্ৰবিষ্ট হ'বানে?" সুণীতৰ এনেহেন লাগিল যেন কোনোবাই তেওঁৰ ওপৰত অমৃত বৰ্ষণহে কৰিলে। ক'লে - যি সংঘত ভগবান বুদ্ধ আছে তালৈ মই কিয় আহিব নোৱাৰিম? অনুগ্ৰহ কৰি আপুনি মোক সংঘত যোগদান কৰিবলৈ অনুমতি দিব লাগে। তেতিয়া তথাগতৰ শ্ৰীমুখৰ পৰা নিগৰি আহিল "আহা ভিক্ষু! কেৱল একেটা শব্দতে সুণীতক প্ৰব্ৰজ্যা আৰু উপসম্পদা কৰিলে, লগে লগে তেওঁ চীৱৰ আৰু পাত্ৰৰ অধিকাৰী হৈ গ'ল।

ভগবান বুদ্ধই তেওঁক বিহাৰলৈ লৈ গ'ল আৰু ধৰ্ম তথা বিনয়ৰ শিক্ষা প্ৰদান কৰিলে -"শীল, সংযম আৰু দমনৰ দ্বাৰাই প্ৰাণী শুদ্ধ হ'ব পাৰে।" যেতিয়া প্ৰশ্ন কৰা হ'ল সুণীতনো কেনেকৈ মহান হ'ল? তেতিয়া তথাগতে ক'লে - ' যেনেদৰে ৰাস্তাত পৰি থকা লেতেৰা জাবৰ জোথৰৰ ওপৰত সুগন্ধিত আহাৰো জন্মিব পাৰে, থিক সেইদৰে অন্ধকাৰ জগতত, এই জাবৰ জোথৰে ভৰা সংসাৰত বুদ্ধৰ পুত্ৰ সকল জিলিকি উঠিব

পাৰে।”

### ৩ সোপাক তথা সুপ্রিয় অস্পৃশ্যৰ ধৰ্ম-দীক্ষা

সোপাক শ্ৰাৱস্তীৰ এজন অস্পৃশ্য ল'ৰা আছিল। প্ৰসব বেদনাৰ সময়ত তেওঁৰ মাঁক বেহুচ হৈ গৈছিল। তেওঁৰ স্বামী আৰু ইষ্টকুটুম্ব সকলে ভাবিলে যে তাই মৰিল। তাইক উঠাই শ্মশানলৈ লৈ গ'ল আৰু জ্বলাবৰ কাৰণে চিতা প্ৰস্তুত কৰিলে। কিন্তু সেই সময়ত ইমান ভীষণ বৰষুণ হ'ল, ধুমুহা আহিল যে জুই জ্বলোৱাটোৱেই টান হৈ পৰিল। মানুহ বিলাকে তাইক চিতাৰ ওপৰত তেনেকৈ তুলি ঘৰাঘৰি গুছি গ'ল। সোপাকৰ মাঁক হ'লে সেই সময়লৈকে মৰা নাছিল। তাই পিচতহে মৰিল। মৃত্যুৰ আগতে তাই এটা বালক জন্ম দি গ'ল। শ্মশানৰ ৰখীয়া সুপ্রিয়ই তাক পালন পোষণ কৰি ডাঙৰ কৰিলে। মাঁকৰ জাতিৰ নামানুসৰি তাৰ নাম সোপাক থলে।

এদিন ভগবান বুদ্ধ শ্মশানৰ কাষেদি পাৰ হৈ গৈছিল। সোপাকে তেওঁক দেখি তেওঁৰ ওচৰ পালেগৈ ভগবানৰ প্ৰতি নমস্কাৰ জনাই তেওঁক সংঘত দীক্ষিত কৰিবলৈ আজ্ঞা বিচাৰিলে। সেই সময়ত সোপাকৰ বয়স মাত্ৰ সাত বছৰ আছিল। ভগবানে তেওঁক পিতাকৰ পৰা আজ্ঞা লবলৈ ক'লে। সোপাকে গৈ নিজৰ পিতাককে লৈ আনিলে। পিতাকেভগবানক নমস্কাৰ জনালে আৰু প্ৰাৰ্থনা জনালে যে তেওঁৰ পুতেকক সংঘত দীক্ষিত কৰি ল'ব লাগে। এই কথাৰ প্ৰতি তেওঁ অৱশ্যে জিজ্ঞাসা নকৰিছিল তেওঁযে এটা 'অস্পৃশ্য' জাতিৰ ল'ৰা। ভগবান বুদ্ধই তেওঁক সংঘত দীক্ষিত কৰি ললে আৰু ধৰ্ম আৰু বিনয়ৰ শিক্ষা দিলে।

শেষত গৈ সোপাক স্থবিৰ হ'ল। সুপ্রিয় আৰু সোপাক সৰুৰে পৰা একেলগে ডাঙৰ হৈছিল। কিয়নো সুপ্রিকৰ পিতাকেই সোপাকক ডাঙৰ কৰিছিল। এই কাৰণে সুপ্রিকেও নিজ বন্ধু সোপাকৰ দ্বাৰাই ভগবান বুদ্ধৰ ওচৰত শিক্ষা গ্ৰহণ কৰিবলৈ পালে। তেওঁ সোপাকৰ জৰিয়তেই তেওঁক প্ৰব্ৰজিত কৰিবৰ কাৰণে প্ৰাৰ্থনা জনাইছিল। জাতীয়তা বাদৰ হিচাপত সোপাক সুপ্রিয়তকৈ 'নীচ' জাতিৰ আছিল। সোপাকে স্বীকাৰ কৰিলে যে সুপ্রিয় কোনো 'নীচ' জাতিৰ লোক আছিল আৰু তেওঁ বিলাকৰ পৰম্পৰাগত ব্যৱসায় শ্মশানৰ ৰখীয়া আছিল যদিও তেওঁ ভিক্ষু হৈ গ'ল।

### ৪ সুমঙ্গল তথা অন্য 'নীচ' জাতি সকলৰ ধৰ্ম দীক্ষা

সুমঙ্গল শ্ৰাৱস্তীৰ এজন খেতিয়ক আছিল।৫ তেওঁ হালকোৰ মাৰিয়েই নিজৰ জীৱিকা উপাৰ্জ্জন কৰিছিল। ছন্ন কপিলবস্তুৰে এজন অধিবাসী আছিল আৰু শুদ্ধোদনৰ ঘৰৰ এজন দাস আছিল। ধনীয় ৰাজগৃহত আছিল। সি কুমাৰ আছিল । সি কপ্পতকুৰ শ্ৰাৱস্তীতেই আছিল। গাত ফটাচিটা কাপোৰ আৰু হাতত মাটিৰ পাত্ৰ লৈ ভিক্ষা কৰি জীৱিকা অৰ্জন কৰাই তাৰ উৎস আছিল। সেইকাৰণে তাৰ নাম “চিথৰে চাৱল” হ'ল।

ডাণ্ডৰ হোৱাত সি ঘাঁহ বেচি জীৱিকা অৰ্জন কৰিছিল। সকলোৱেই যেতিয়া ভগবান বুদ্ধৰ সংঘত প্ৰবিষ্ট হ'বলৈ আজ্ঞা বিচাৰিলে। তথাগতে তেওঁ বিলাকক 'নীচ' কুলৰ বুলি জ্ঞান নকৰি, ব্যৱসায়ী বুলি ধ্যান নিদি সকলোকে বুদ্ধই সংঘত দীক্ষিত কৰিলে।

## ৫ কুষ্ঠ ৰোগী সুপ্ৰবুদ্ধৰ ধৰ্ম দীক্ষা

এসময়ত ভগবান বুদ্ধ ৰাজগৃহৰ বেলুবনত উপস্থিত হ'ল। তাত নেউলক দানা খুউৱা হৈছিল। সেই সময়ত ৰাজগৃহত এজন মানুহ আছিল, তেওঁ কুষ্ঠৰোগী আছিল, নাম তেওঁৰ সুপ্ৰবুদ্ধ। তেওঁ অত্যন্ত দুখীয়া, দুখী আৰু দুৰ্ভগীয়া আছিল। সেই সময়ত জন বহুল ঠাইত বুদ্ধই ধৰ্মৰ উপদেশ দি আছিল। কুষ্ঠৰোগীজনে বহুত দূৰৰ পৰা অনুমান কৰিছিল যে বহুত মানুহ গোটখাই আছে। সু প্ৰবুদ্ধই ভাবিলে "নিশ্চয় তাত ভিক্ষা বিলাই আছে। মইয়ো যদি তালৈ যাওঁ নিশ্চয় কিবা নহয় কিবা খাবলৈ পাম।"

এইদৰে সু প্ৰবুদ্ধ গৈ সেইজন সমুদ্ৰৰ কাষ পালেগৈ তাত গৈ তেওঁ দেখিলে যে জনসমাজক কেৱল বুদ্ধই ধৰ্মৰ উপদেশ দি আছে। তেওঁ ভাবিলে -"ইয়াত কোনো ভিক্ষা দিয়া নাই। ইয়াত কেৱল শ্ৰমণ গৌতমৰ ধৰ্মৰ উপদেশহে চলি আছে। যাহওঁক, মইয়ো ধৰ্মৰ উপদেশকে শুনো। তেওঁও একে নিশ্চয়তাকে লৈ এফালে বহিল 'মইয়ো ধৰ্মৰ উপদেশকে শুনিম।" উপস্থিত সমবেত মানুহৰ মনৰ দশা তথাগতে অনুমান কৰিলে - "উপস্থিত ধৰ্মৰ উপদেশ শুনোতাৰ ভিতৰত কাৰ বাৰু ধৰ্মৰ বোধ হৈছে?" তেতিয়া তথাগতে সভাত বহি থকা সু প্ৰবুদ্ধক দেখিলে। তেওঁক দেখি তথাগতে জানিব পাৰিলে যে -"এওঁৰহে ধৰ্মবোধ হ'ব পাৰে।'

পিচতগৈ তথাগতে সু প্ৰবুদ্ধক হে ধৰ্মৰ উপদেশ দিলে দান কথা শীল-কথা, স্বৰ্গ কথা আদি। তেওঁ কাম ভোগ বিষয় বাসনাক তুচ্চ কৰি সৎভাৱে মুক্তি লাভৰ কাৰণে চেষ্টা কৰিলে। যেতিয়া তথাগতে অনুমান কৰিলে যে সু প্ৰবুদ্ধৰ মন লাহে লাহে কুমলিব ধৰিলে, সৎচিন্তা কৰিব ধৰিলে, শ্ৰদ্ধাযুক্ত হ'লত বুদ্ধই সৰ্ব্বোত্তকৃষ্ট উপদেশ দিলে দু খ, দু খৰ সমুদয় দু খৰ নিৰোধ, এইদৰে তেওঁ দু খ নিবাৰণৰ মাৰ্গৰ উপদেশ দি যাব ধৰিলে।

যেনেকৈ শুদ্ধ বগা কাপোৰে ৰঙ টানি লয় থিক তেনেদৰে কুষ্ঠৰোগী সুপ্ৰবুদ্ধই স্নিগ্ধ, বিমল প্ৰজ্ঞা লাভ কৰিলে। যি বিলাক সমুদয় ধৰ্ম সেই সকলো বিলাকেই নিৰোধ ধৰ্ম। এইদৰে কুষ্ঠৰোগী সুপ্ৰবদ্ধই সত্যৰ দৰ্শন পালে, সত্যক তেওঁ লাভ কৰিলে আৰু তেওঁ সত্যাতে নিমগ্ন হৈ গ'ল। তেওঁ এতিয়া সন্দেহ সমূহৰ পৰা বহুত ওপৰলৈ গুচি গ'ল। তেওঁৰ মনৰ ভ্ৰম বিলাক নাইকিয়া হ'ল। আত্ম বিশ্বাসে তেওঁক ঘৰ কৰি ললে। এতিয়া আৰু তেওঁৰ কৰণীয় একো নাই। তেওঁ এতিয়া তথাগতৰ নিৰ্দ্দেশনাৰ ওপৰত সু প্ৰতিষ্ঠিত হৈ গ'ল। সু প্ৰবুদ্ধই নিজ আসনৰ পৰা উঠি গৈ তথাগতৰ কাষত বহিল।

তথাগতৰ প্ৰতি তেওঁ নিবেদন কৰিলে - 'অদ্ভুত ভগবান। অদ্ভুত! যেনেকৈ কোনো পতনক ওপৰলৈ উঠাই লুকাই থকাক উদ্ধাৰ কৰে, পথ ভ্ৰষ্টক পথ দেখুৱাই অন্ধকাৰক পোহৰাই তোলে, যাৰ চকু আছে তেওঁক ৰাস্তা দেখুৱাই, ঘিক সেইদৰে ভগবানে নানা প্ৰকাৰে ধৰ্মৰ ব্যাখ্যা কৰি দিলে। গতিকে মই ধৰ্ম আৰু সংঘত শৰণ লৈছো। ভগবানে যাতে মোৰ প্ৰাণ থাকে মানে মোক নিজ শৰণাগতক উপাসক ৰূপে স্বীকাৰ কৰে।

তথাগতৰ বাণীৰ দ্বাৰা চেতনা পাই আনন্দ লাভ কৰি কুষ্ঠৰোগী সু প্ৰবুদ্ধই নিজ স্থানৰ পৰা উঠিল আৰু ভগবানক নমস্কাৰ জনাই তাৰ পৰা বিদায় ললে।

দুভাৰ্গ্যবিশত ঃ এটাঘটনা ঘটিল। এটা জোৱান যাড গৰুৱে সেই কুষ্ঠৰোগী সু প্ৰবুদ্ধক শিংমাৰি তেওঁক নিধন কৰিলে।৬

---

১ চুল্ল বগ্গ - ৭/১-২
২ সুণীত থেৰো দ্বাদস নিপাতো (থেৰ-গাথা)।
৩ পুপ্ফ বগ্গো ধম্ম পদ (৪/১৫-১৬)।
৪ সুপ্পিয থেৰো তথা সোপাক থেৰো (থেৰ- গাথা- চতুৎথো বগ্গো) অটঠ কথা।
৫ সুমঙ্গল থেৰো (থেৰ গাথা-পঞ্চমো বগ্গো)
৬ কুটঠী সুত্তং (উদান ৫/১৩ )।

---

## সপ্তম ভাগ

## স্ত্ৰী সকলৰ ধৰ্ম দীক্ষা

### ১ মহা প্ৰজাপতি গৌতমী, যশোধৰা তথা অন্য স্ত্ৰী সকলৰ ধৰ্ম দীক্ষা

যেতিয়া গৌতম কপিলবস্তুলৈ ঘূৰি আহিছিল তেতিয়া শাক্য বংশৰ স্ত্ৰী বিলাকেও 'সংঘত দীক্ষিত হ'বৰ কাৰণে পুৰুষৰ সমানেই উৎসুক হৈছিল।১ এই স্ত্ৰী সকলৰ নেতৃত্ব দিছিল মহা প্ৰজাপতি গৌতমীযে। যি সময়ত গৌতম শাক্য বংশৰ ন্যগ্ৰোধাৰমত আছিল মহা প্ৰজাপতি গৌতমী তেওঁৰ ওচৰ পালেগৈ আৰু ক'লে "ভগবান।এইটো অতিকে উত্তম হ'ব যে স্ত্ৰী সকলকো যদি তথাগাতে ধৰ্মৰ বিনয়ৰ অনুসৰি দীক্ষিত হ'বৰ কাৰণে আজ্ঞা পাই। গৌতমী! থাকিবলৈ দিয়ক। এনে ধৰণৰ চিন্তা যাতে মনত উদয় হ'বলৈ নাপাই।" দ্বিতীয় আৰু তৃতীয় বাৰো মহা প্ৰজাপতিয়ে পুনৰ প্ৰাৰ্থনা জনোৱাত সেই একেটা উত্তৰকে পালে।

তেনে স্থিতিত মহা প্ৰজাপতি বহুত দুঃখীত হ'ল। আৰু তথাগতৰ ওচৰত মূৰ

দোৱালে চকুত পানীলৈ গুছি গ'ল।

তথাগত যেতিয়া ন্যগ্ৰোধাৰামৰ পৰা চাৰিকালৈ গুছি গ'ল, তেতিয়া মহা প্ৰজাপতি গৌতমী আৰু আন শাক্য স্ত্ৰী বিলাক একত্ৰিত হ'ল আৰু চিন্তা কৰিবলৈ ধৰিলে যে তথাগতে তেওঁ বিলাকৰ প্ৰাৰ্থনা স্বীকাৰ নকৰিলে যেতিযা ইয়াৰ পিচত কি ব্যৱস্থা কৰা যায়? শাক্য স্ত্ৰী বিলাকে ভাবিলে যে তেওঁ বিলাকে তথাগতৰ এই অস্বীকাৰক "অন্তিম নিৰ্ণয়" বুলি কেতিয়াও মানি নলয। কাৰণ যিকোনো প্ৰকাৰেই তথাগতক মনাবই লাগিব। তেওঁ বিলাকে এইটোও সিদ্ধান্ত কৰিলে যে নিশ্চয এখোৰ্জ আগবাটি যাবই আৰু নিজে নিজে 'পৰিব্ৰাজিকা'ৰ ৰূপত তথাগতৰ ওচৰত উপস্থিত হ'ব।

সেই অনুসৰি মহা প্ৰজাপতিযে নিজৰ চুলি কাটিলে গেৰুৱা বস্ত্ৰ ধাৰণ কৰি ল'লে আৰু লগত আন নাৰী সকলকো লৈ তেওঁ তথাগতক সাক্ষাৎ কৰিবলৈ গ'ল। সেই সমযত তথাগত বৈশালীৰ মহাবনৰ কুটাগাৰ ভৱনত আছিল। মহা প্ৰজাপতি গৌতমীয়ে লগত নাৰী সকলকলৈ গৈ বৈশালীৰ কুটাগাৰত পালেগৈ। সেই সময়ত গৌতমীৰ ভৰি ফুলি গৈছিল আৰু ধূলি বালিৰে লেতেৰা হৈ আছিল।

তথাগতক সাক্ষাৎ কৰি গৌতমীযে একেটা প্ৰাৰ্থনাকে কৰিলে। অৱশ্যে গৌতমীয়ে ন্যগ্ৰোধাৰমত কৰা প্ৰাৰ্থনাৰ কথাও তথাগতক স্মৰণ কৰাই দিলে। কিন্তু তথাগতে গৌতমীৰ সেই প্ৰাৰ্থনা আগৰদৰেই অস্বীকাৰ কৰি দিলে। দুবাৰকৈ প্ৰাৰ্থনা অস্বীকৃত হোৱাত মহাপ্ৰজাপতি গৌতমী অত্যন্ত ক্ষুন্ন হ'ল। কুটাগাৰৰ বাহিৰত গৈ থিযদি থাকিল। তেওঁ যেতিযা চিন্তা কৰি পাৰ নোপোৱা হ'ল আনন্দই সেই ফালেদি যাওঁতে কুটাগাৰৰ সন্মুখত থিয়দি থকা মহা প্ৰজাপতিক চিনি পালে।

তেওঁ মহা প্ৰজাপতিক প্ৰশ্ন কৰিলে - "তুমি বাৰান্দাত এনে দৰে কিয থিয দি আছা? তোমাৰ ভৰিদুখন ধূলিমাকতিৰে ভৰা আৰু ফুলি আছে। তোমাৰ মনটো একেবাৰে উদাসীন দেখা গৈছে। কান্দি কাটি আছা দেখোন।" "আনন্দ! তথাগতৰ মতে স্ত্ৰী সকলৰ কোনো ঘৰ নাই। কাৰণ তথাগতৰ মতে স্ত্ৰী সকলৰ ধৰ্ম আৰু বিনয় মতে প্ৰব্ৰজিত হ'ব নোৱাৰে।"

ইয়াৰ পিচত আনন্দ স্থবিৰে তথাগতক নমস্কাৰ জনাই একাযে বহিল আৰু নিবেদন কৰিলে - "ভগবান! মহাপ্ৰজাপতি গৌতমী বাহিৰৰ বাৰান্দাত কান্দি আছে। তেওঁৰ ভৰি দুখন গোধাহৈ ফুলি আছে। আপুনি হেনো নাৰী ঘৰৰ বাহিৰ আৰু ধৰ্ম তথা বিনয অনুসৰি প্ৰব্ৰজিত হ'ব নোৱাৰে বুলি কৈছে। ভগবান! এইটো অতিকে উত্তম হ'ব যে নাৰী সকলকো প্ৰব্ৰজিত হ'বৰ কাৰণে আজ্ঞা দিব লাগে।

"আনন্দ! তেনে প্ৰশ্ন নুঠাবা। নাৰী প্ৰব্ৰজিত হ'ব নোৱাৰা কথাতো হযতো তুমি জিজ্ঞাসা কৰিব পৰা নাই। আনন্দই এইদৰে প্ৰথম বাৰ, দ্বিতীয বাৰ আৰু তৃতীয বাৰো

প্ৰাৰ্থনা কৰাত তথাগতে আনন্দৰ অনুৰোধো প্ৰত্যাখ্যান কৰিলে।

তেতিয়া আনন্দই তথাগতৰ প্ৰতি প্ৰাৰ্থনা জনালে যে "নাৰীসকলনো হ'ব নোৱাৰাৰ কাৰণ কি?'

"ভগবানে এই কথা জানে যে ব্ৰাহ্মণৰ মত অনুসৰি শূদ্ৰ আৰু স্ত্ৰীয়ে কেতিয়াও মোক্ষ লাভ কৰিব নোৱাৰে, কিয়নো পুৰুষৰ তুলনাত নাৰী হৈছে অপৰিস্কাৰ আৰু 'নীচ' জাতিৰ। এই কাৰণে শূদ্ৰ আৰু নাৰীক প্ৰব্ৰজিত হ'বলৈ দিয়া নাযায়। তথাগতৰ দৃষ্টিত তেনে ব্ৰাহ্মণ সকল সমাননে?

তেতিযাহলে তথাগতে কি শূদ্ৰ বিলাকক সংঘত প্ৰবিষ্ট হ'বলৈ দিয়া নাই? যেনেকৈ ব্ৰাহ্মণক? ভগবান! তেনে নাৰী সকলক লৈ এনে ভেদভাৱ কিয়?

তথাগতৰ মতে তেনেহলে ধৰ্ম আৰু বিনয় অনুসৰি স্ত্ৰীয়ে নিৰ্বাণ লাভ কৰিব নোৱাৰে?

তথাগতে ক'লে - "আনন্দ! তুমি ভুল নুবুজিবা। মোৰ মতে পুৰুষৰ সৈতে সমানে নাৰীয়েও নিৰ্বাণ লাভ কৰিব পাৰে। আনন্দ! তুমি ভুল নুবুজিবা! মই পুৰুষক স্ত্ৰীতকৈ বিশেষ বেলেগ বুলি নাভাবো। মহাপ্ৰজাপতি গৌতমীৰ প্ৰাৰ্থনা মই স্বীকাৰ নকৰাৰ মুল কাৰণ পুৰুষৰ তুলনাত স্ত্ৰীক অৱহেলা কৰাৰ দৃষ্টিত নহয়। কেৱল ব্যৱহাৰিক কাৰণতহে।'

'ভগবান! আপোনাৰ যুক্তিত মই বৰ প্ৰসন্ন হৈছো, তথাগতে বাস্তৱিক কাৰণ দৰ্শোৱাৰ নিমিত্তে। কিন্তু ব্যৱহাৰিক কাৰণৰ দ্বাৰাই মহাপ্ৰজাপতি গৌতমীৰ প্ৰাৰ্থনা সদায় অৱহেলিত হৈ থাকিবনে কি? এইলৈ মানুহে সমালোচনা নকৰিবনে যে তথাগতে ধৰ্ম বিষযত পুৰুষৰ তুলনাত স্ত্ৰীক হেয় প্ৰতিপন্ন কৰা বুলি? কিন্তু যি বিলাক ব্যৱহাৰিক সমস্যাৰ কথা তথাগতে চিন্তা কৰিছে তাৰ পৰা বাচিবৰ কাৰণে কিছু নিয়ম প্ৰস্তুত কৰিব নোৱাৰিনে?"

"থিক আছে! আনন্দ! যদি মহাপ্ৰজাপতি গৌতমীয়ে মোৰ ধৰ্মত প্ৰব্ৰজিত হ'বৰ কাৰণে ইচ্ছা কৰিছে তেনে মই তেওঁৰ প্ৰস্তাৱ স্বীকাৰ কৰিছো। কিন্তু এটা কথা মহা প্ৰজাপতিয়ে ইয়াৰ কাৰণে স্ত্ৰী সকলক আঠোটা কথা স্বীকাৰ কৰাব লাগিব আৰু স্ত্ৰী সকলেও সেইখিনি কথা পালন কৰাৰ দায়িত্ব ল'ব লাগিব। তেতিয়াহে মহাপ্ৰজাপতি দীক্ষিত হ'ব'

আনন্দৰ তথাগতৰ লগত হোৱা আলোচনা মৰ্মে আনন্দই আঠোটা নিয়মৰ কথা লাভ কৰি মহাপ্ৰজাপতি গৌতমীৰ ওচৰলৈ গ'ল আৰু তথাগতৰ অভিপ্ৰায়ৰ কথা জনালে।

মহাপ্ৰজাপতি গৌতমীয়ে কলে -"আনন্দ! যেনেকৈ কোনো অলংকাৰ প্ৰিয় কুমাৰ

বা কুমাৰীয়ে স্নানৰ পিচত তেল কমল ফুল, বা চামেলী ফুলৰ মালা ধাৰণ কৰিবলৈ দিয়া হয় তেতিয়া তেওঁ সেই মালা দুয়োখন হাতেৰে ধৰি গলত ধাৰণ কৰিব, থিক সেইদৰে আনন্দ! মই এই আঠোটা নিয়মক সাদৰেৰে নিজ শিৰত সাৰোগত কৰি জীৱন পৰ্য্যন্ত সেই নিয়ম ধাৰণ কৰিবলৈ প্ৰস্তুত।

আনন্দ স্থবিৰ পুনৰ তথাগতৰ ওচৰলৈ আহিল আৰু নমস্কাৰ জনাই তথাগতৰ প্ৰতি ক'লে -"মহাপ্ৰজাপতি গৌতমীয়ে আপোনাৰ দ্বাৰা প্ৰেৰিত নিয়ম সমূহ পালনৰ প্ৰতিশ্ৰুতি দিছে। গতিকে এতিয়া তেওঁক উপসম্পদা প্ৰদান কৰা যায।"

মহা প্ৰজাপতি গৌতমীয়ে প্ৰব্ৰজ্যা আৰু উপসম্পদা গ্ৰহণ কৰিলে। মহাপ্ৰজাপতিৰ লগত শাক্যৰ পাঁচ গৰাকী দেৱীও তালৈ আহিছিল এইদৰে মহা প্ৰজাপতি গৌতমীযে প্ৰব্ৰজ্যা আৰু উপসম্পদা গ্ৰহণ কৰি তথাগতৰ ওচৰলৈ আহিল আৰু নমস্কাৰ জনালে। তথাগতে তেওঁক ধৰ্ম আৰু বিনয়ৰ শিক্ষা দিলে। আন পাঁচ গৰাকী ভিক্ষুণীক তথাগতৰ এজন শিষ্য নন্দই ধৰ্ম আৰু বিনয়ৰ শিক্ষা প্ৰদান কৰিলে।

মহাপ্ৰজাপতি গৌতমীৰ লগত যি বিলাক শাক্যদেৱীযে প্ৰব্ৰজ্যা গ্ৰহণ কৰিলে অৰ্থাৎ ভিক্ষুণী ৰূপে স্বীকৃত হ'ল, সেই সকলৰ ভিতৰত যশোধৰাও আছিল। ভিক্ষুণী হোৱাত তেওঁ বিলাকৰ নাম ভদ্দা কচ্চানা (ভদ্ৰা কাত্যায়না) হ'ল।

## ২ প্ৰকৃতি নামক চণ্ডালিকাৰ ধৰ্ম দীক্ষা

সেই সময়ত ভগবান বুদ্ধ শ্ৰাৱস্তীৰ অনাথ-পিণ্ডকৰ জেতবনাৰামত উপস্থিত আছিল। তথাগতৰ শিষ্য আনন্দই ভিক্ষাৰ্থে নগৰলৈ গৈছিল। ভোজনৰ পিচত আনন্দই পানী খাবৰ কাৰণে নদীলৈ গৈছিল। নদীত পানী বুৰাই থকা অৱস্থাত আনন্দই এজনী ছোৱালী দেখিলে। আনন্দই তাইক পানী খুজিলে। ছোৱালী জনীৰ নাম প্ৰকৃতি। তাই ক'লে - "মই চাণ্ডালৰ কন্যা। মই পানী দিব নোৱাৰো।"

আনন্দই উত্তৰ দিলে - 'মোক পানী লাগে। মই তোমাৰ জাতি বিচৰা নাই। ছোৱালী জনীয়ে আনন্দক নিজ বাচনেৰে পানী খাবলৈ দিলে।

আনন্দই জেতবনাৰামলৈ পুনৰ ঘূৰি আহিল। ছোৱালীজনীও তেওঁৰ পিছে পিছে আহিল। আনন্দ থকা ঠাইৰ ঠিকনা ল'লে। তাই এইটোও জানিললে যে তেওঁৰ নাম আনন্দ আৰু বুদ্ধৰ শিষ্য। ঘৰলৈ ঘূৰি আহি তাই নিজৰ মাক মাতংগীক সকলো কথা বিৱৰি ক'লে আৰু মাটিত বাগৰি বাগৰি কান্দিবলৈ ধৰিলে। মাঁকে তাইক কন্দাৰ কাৰণ সুধিলে। ছোৱালীজনীয়ে ক'লে "যদি তুমি বিবাহ কৰাব বিচাৰা তেনে আনন্দৰ লগতহে কৰাব লাগিব, আনৰ লগত মই বিবাহত নোসোমাও। বিচাৰি বিচাৰি মাঁকে আনন্দক লগ পালে। মাঁক ঘূৰি আহি ছোৱালীজনীক ক'লে - 'বিবাহ তেওঁৰ লগত অসম্ভৱ। কাৰণ আনন্দই ব্ৰহ্মাচৰ্য্য ব্ৰত গ্ৰহণ কৰিছে।

এই কথা শুনি প্ৰকৃতি বৰ দুখীত হ'ল। তাই খোৱা বোৱা কৰিবলৈ এৰি দিলে। কিন্তু তাই ইয়াক ভাগ্যৰ বিপাক বুলি মানিবলৈ প্ৰস্তুত নাছিল। এই কাৰণে তাই ক'লে- 'মাঁ' তুমিতো যাদু মন্ত্ৰ জানা। নাজানা জানো? এই কাম সিদ্ধিৰ কাৰণে যাদু মন্ত্ৰ নিক্ষেপ কৰিব নোৱাৰা জানো?"

মাঁকে ক'লে - "থিক আছে, মই বাৰু প্ৰয়োগ কৰি চাওঁ।" এইদৰে নিজ বিচাৰ বুদ্ধিৰে মাতংগীয়ে আনন্দক ভোজনৰ নিমিত্তে নিমন্ত্ৰণ দিলে। তেতিয়া প্ৰকৃতি বৰ আনন্দিত হ'ল। মাতংগীয়ে তেতিয়া আনন্দৰ প্ৰতি ক'লে মোৰ ছোৱালী প্ৰকৃতিয়ে তোমাৰ লগত বিবাহ পাশত সোমাব বিচাৰিছে। তেতিয়া মাতংগীৰ প্ৰশ্নৰ উত্তৰত আনন্দই ক'লে - "মই ব্ৰহ্মচৰ্য্য ব্ৰত ধাৰণ কৰিছো গতিকে কোনো স্ত্ৰীৰ লগত বিবাহত সোমাব নোৱাৰো।

মাতংগীয়ে ক'লে -'যদি তুমি মোৰ ছোৱালী জনীক বিবাহ নকৰোৱা তেনে তাই আত্ম-হত্যা কৰিব। তোমাৰ প্ৰতি তাইৰ বিৰাত আসক্তি।" আনন্দই ক'লে - "সেই কাম অসম্ভৱ। মাতংগীয়ে ঘৰলৈ গৈ জীয়েকক ক'লে যে আনন্দই কোনো পধ্যে বিবাহ পাশত নোসোমাই। তেওঁ স্পষ্ট অস্বীকাৰ কৰিছে। প্ৰকৃতিয়ে চিঞৰিব ধৰিলে -' তোমাৰ সেই তন্ত্ৰ-মন্ত্ৰ বিলাক ক'ত গ'ল? মাতংগীয়ে ক'লে - মোৰ যন্ত্ৰৰ মন্ত্ৰৰে তথাগতৰ যন্ত্ৰৰ মন্ত্ৰৰৰ বিৰুদ্ধে কোনো প্ৰভাব পেলাব নোৱাৰিলে।"

ছোৱালীজনীয়ে কেবল চিঞৰিলে -'মাঁ! দুৱাৰ বন্ধ কৰি দিয়া। তেওঁক বাহিৰ ওলাই যাবলৈ নিদিবা। আজি মই চাম এই ৰাতি তেওঁ মোক পত্নী হিচাবে গ্ৰহণ কৰেনে নাই? ছোৱালীজনীয়ে যেনেদৰে বিচাৰিছিল মাঁকে থিক তেনেদৰে কৰিলে। ৰাতি হ'লত মাঁকে বিচনা পাৰি দিলে। ছোৱালী জনীক সকলো প্ৰকাৰৰ অলংকাৰ আভূষণেৰে সুসজ্জিত কৰি তুলিলে যদিও তাইৰ প্ৰতি আনন্দৰ কোনো আকৰ্ষণ নহল। কোনো প্ৰভাব নপৰিল।

অৱশেষত আনন্দক বশ কৰিব নোৱাৰি যাদু মন্ত্ৰ প্ৰয়োগ কৰিলে। পৰিণাম স্বৰূপে কোথাৰ ভিতৰত জুই জ্বলি উঠিল। মাঁকে আনন্দৰ কাপোৰত থাপমাৰি ধৰি ক'লে -"যদি এতিযাও তুমি মোৰ ছোৱালীৰ লগত বিবাহ পাশত সোমাবলৈ মান্তি নোহোৱা তেনে তোমাক জুইৰ মাজলৈ দলিযাই দিম।" তথাপি আনন্দই সেও নামানিলে। মাঁক জীয়েকে সৰ্বতো প্ৰকাৰৰ চেষ্টা কৰি হাৰ মানিলে। শেষত আনন্দক স্বতন্ত্ৰ কৰি দিলে। ঘূৰি আহি আনন্দই ঘটিত ঘটনা ৰাশিৰ বিষয়ে তথাগতৰ আগত বিৱৰি ক'লে। দ্বিতীয় দিনা ছোৱালীজনীয়ে তেওঁক বিচাৰি গৈ জেতবন পালেগৈ। আনন্দ ভিক্ষাৰ কাৰণে ওলাই গৈছিল। তাইক দেখি তেওঁ তাইৰ পৰা আঁতৰিব বিচাৰিলে। কিন্তু আনন্দ য'তে যায় ত'তে তাইয়ো খেদি ফুৰিবলৈ ধৰিলে। আনন্দ যেতিয়া জেতবনৰ পৰা ঘূৰি আহিল

তেতিয়া তাই দুৱাৰ মুখত তেওঁৰ কাৰণে প্ৰতীক্ষা কৰি থাকিল। আনন্দই যেতিয়া তাইৰ বিষয়ে সবিশেষ তথাগতক জনালে তেতিয়া তথাগতে তাইক মাতি পঠালে।

ছোৱালীজনী যেতিয়া তথাগতৰ ওচৰত উপস্থিত হ'ল তেতিয়া তথাগতে তাইক সুধিলে -"তই আনন্দৰ পিছে পিছে কিয় ঘূৰি ফুৰিছ?" ছোৱালীজনীৰ উত্তৰ হ'ল তাই তেওঁৰ লগত বিবাহত সোমাব বিচাৰে। তাই ক'লে - "মই শুনিবলৈ পাইছো তেও বোলে অবিবাহিত। মইও অবিবাহিতা।'

ভগবান বুদ্ধই ক'লে - 'আনন্দ ভিক্ষু। তেওঁৰ মূৰত চুলি নাই। তুমি ও যদি তেওঁৰ দৰে মুণ্ডন কৰা তেতিয়াহে হয়তো কিবা এটা হ'ব পাৰে।

তাই ক'লে - ' মই তাৰ কাৰণে প্ৰস্তুত। 'ভগবানে ক'লে "কিন্তু এটা কথা তুমি মুণ্ডন কৰাৰ আগতে তোমাৰ মাঁৰ পৰা অনুমতি ল'ব লাগিব।

ছোৱালীজনী মাঁকৰ ওচৰলৈ আহিল আৰু ক'লে - 'মাঁ। যিটো কাম তুমি কৰিব নোৱাৰিলা, সেই কাম মই কৰি আহিলো। ভগবান বুদ্ধই কথা দিছে যে মই যদি মুণ্ডন কৰো তেতিয়া হ'লে আনন্দৰ লগত মোৰ বিবাহ পাতি দিব।'

মাঁকে ক্ৰোধকৰি ক'লে -'তুমি এনে কৰিব নোৱাৰা। তুমি মোৰ ছোৱালী আৰু তুমি চুলি কাটিব নোৱাৰিবা । তুমি বাৰু আনন্দৰ দৰে এজন শ্ৰমণৰ লগত বিবাহ কৰিবলৈ ইমান ব্যাকুল কিয় হৈছা ? মই তোমাক এজন ভাল ল'ৰাৰ লগত বিবাহ কৰাই দিম।

তাই ক'লে - 'হয় মই আনন্দৰ লগত বিবাহত সোমাম নাই মৰি যাম। তৃতীয় কথা আৰু কদাপি হ'ব নোৱাৰে।

মাঁকে ক'লে 'তুমি মোক কিয় অপমান কৰিছা? তাই ক'লে -'যদি মই তোমাৰ প্ৰিয় ছোৱালী বুলি ভাবা তেনে মোক মই বিচৰামতে কৰিবলৈ দিয়া। তেনে স্থিতিত মাঁকে কৰা বিৰোধিতা উঠাই ল'লে আৰু ছোৱালী জনীযে মুণ্ডন কৰিলে। প্ৰকৃতিয়ে গৈ তথাগতৰ ওচৰত উপস্থিত হ'ল আৰু ক'লে 'আপোনৰ নিৰ্দ্দেশ মৰ্মে মই মুণ্ডন কৰিলো।

তথাগতে পুনৰ তাইক সুধিলে 'শেষত এতিয়া তুমি বিচাৰিছা কি? তেওঁৰ শৰীৰৰ কোনটো অংগ তোমাৰ ভাল লাগে?' তাই ক'লে - "মই তেওঁৰ নাকটো ভাল পাও। মই তেওঁৰ মুখখন ভাল পাও। মই তেওঁৰ কান দুখন ভাল পাওঁ। মই তেওঁৰ মুখৰ মাতষাৰ ভাল পাও। মই তেওৰ চকুযুৰি ভাল পাওঁ। মই তেওঁৰ চাল চলন ভাল পাও।

তথাগতে তেতিযা ক'লে - 'তুমি জানানে যে চকু হৈছে চকুৰ পানীৰ ভড়াল। নাক হৈছে সেঙ্গুণৰ ঘৰ। মুখ হৈছে থুইৰ ভড়াল। কান হৈছে মলিৰ ঘৰ। শৰীৰ হৈছে সকলো মলমূত্ৰৰ ভড়াল মাত্ৰ। জযেতিয়া স্ত্ৰী আৰু পুৰুষৰ মিলন হয় তেতিযা তেওঁ

বিলাকে সন্তান জন্ম দিযে। য'ত জন্ম আছে তাত মৃত্যুও আছে। য'ত মৃত্যু আছে তাত দুঃখো আছে। হেৰ' ছোৱালী। মই বুজা নাই তই আনন্দৰ লগত বিবাহ কৰি পাবি কি?' এনে বিলাক প্ৰশ্নৰ সন্মুখীন হৈ তাই ভাবিবলৈ ধৰিলে - হযতো আনন্দৰ লগত বিবাহ কৰি কি লাভ? যাৰ কাৰণে তাই ইমান ব্যাকুল হৈছিল। তেতিযা তাইৰ মনৰ অভিপ্ৰায তথাগতৰ ওচৰত ব্যক্ত কৰিলে।

তথাগতৰ প্ৰতি নমস্কাৰ জনাই তাই ক'লে -"মই অজ্ঞানতাত বশীভূতহৈ আনন্দৰ পিছে পিছে ঘূৰি ফুৰিছিলো। মই এতিয়া জ্ঞান পালো, চকু মোৰ খোল খালে। নাবিকৰ দৰে নাঁৱ ডুবি পুনৰ কিনাৰত নাৱ লাগিছেহি। মই অৰক্ষিত বৃদ্ধৰ দৰে হৈ এতিযা সুৰক্ষা পালো। অন্ধৰ দৰে থাকি এতিযা দৃষ্টি শক্তি ঘূৰাই পাইছো। তথাগতৰ অমৃতজ্ঞানে মোৰ নিদ্ৰা ভঙ্গ কৰি দিলে।'

প্ৰকৃতি। তই সচাঁই ভাগ্যবান। যদিও তই চণ্ডাল কন্যা তথাপি তই শ্ৰেষ্ঠ পুৰুষ আৰু স্ত্ৰী সকলৰ দৰে আদৰ্শৰ পাথেয হবি। তই 'নীচ' জাতিৰ হলেও ব্ৰাহ্মণে তোৰ পৰা শিক্ষা গ্ৰহণ কৰিব। ন্যায তথা ধৰ্মৰ পৰা বিচলিত নহবা। তোমাৰ কীৰ্ত্তি ৰাজ সিংহাসনত বহা ৰাণীৰ কীৰ্ত্তিতকৈ বহুত ওপৰত।'

এই দৰে বিবাহৰ কথা বাদ পৰিল। তাই এতিযা "ভিক্ষুনী সংঘ"ত প্ৰবিষ্ট হোৱাৰ বাহিৰে আৰু আন কোনো বিকল্প ব্যৱস্থা নাছিল। তেওঁ ইচ্ছা ব্যক্ত কৰিলত ভিক্ষু সংঘত দীক্ষিত হ'ল। আৰু তাই এনেযেও 'নীচ' জাতিৰ আছিল।

---

১ অঙ্গুত্তৰ নিকায ৮ ২ ১ ১ ।
২ শাৰ্দুল কৰণ অপদান চোৱা।

---

## অষ্টম ভাগ

## পতিত সকল তথা অপৰাধী সকলৰ ধৰ্ম দীক্ষা

### ১ এজন বদমাচৰ ধৰ্ম দীক্ষা

সেই সমযত ৰাজগৃহত এজন বদমাচ মানুহ আছিল। তেওঁ নাই তেওঁৰ মাক বাপেকক আদৰ কৰিছিল, নাই বয়োজ্যেষ্ঠ সকলক। যেতিয়া তেওঁ কোনো এটা পাপ কাম কৰি পেলাই তেতিয়া সূৰ্য্য চন্দ্ৰ আৰু অগ্নিদেৱতাক পূজা কৰি সেই পাপ খণ্ডন কৰিব বিচাৰিছিল। এই দৰে পূণ্য অৰ্জন কৰা বুলি বদমাচী কাম বিলাক কৰি আছিল। একাদিক্ৰমে তিনিবছৰ ধৰি পূজা আৰু বলিবিধান কৰি শাৰিৰীক কষ্ট উঠাই ও তেওঁ মানসিক শান্তি নাপাইছিল। অৱশেষত তেওঁ শ্ৰাৱন্তীলৈ গৈ তথাগতক লগ ধৰিলে। তাত পাই তথাগতৰ তেজোদ্দীপ্ত ব্যক্তিত্বত তেওঁ প্ৰভাৱিত হ'ল। তেওঁৰ ওচৰত দণ্ডযমান

হৈ মনে মনে আনন্দ অনুভৱ কৰিলে।

তথাগতে তেওঁক বুজালে যে পশু বলি দিয়াতো মূৰ্খতাৰ কাম আৰু এনে ধৰণৰ বাহ্যিক কৰ্ম কাণ্ডত (যাৰ মনৰ লগত কোনো সম্বন্ধ নাই) লাগি থকা ব্যৰ্থ আৰু এনে চিকিৎসাৰ ক্ষেত্ৰত যেতিয়া আদৰণীয় সকলৰ মাজত আদৰ নহয়। এনে স্থিতিত তেওঁ কিছু গাথা-গাই শুনালে। সেই সময়ত তেওঁৰ শৰীৰৰ জ্যোতিয়ে গোটেই ঠাইখনকে পোহৰাই তুলিছিল। তেতিয়া সেই গাঁৱত থকা মানুহ বিলাক, বিশেষকৈ ল'ৰা ছোৱালী বিলাক তথা মাক বাপেক বিলাক আহি তথাগতৰ ওচৰত উপস্থিত হ'ল। ল'ৰা ছোৱালী বিলাকৰ মাক-বাপেকক দেখি আৰু তেওঁ বিলাকৰ ল'ৰা ছোৱালী বিলাকৰ বিষয়ে যি কথা ক'লে তাক শুনি তথাগতে হাঁহিলে আৰু এনেধৰণৰ গাথা বিলাক গাই শুনালে-

শ্ৰেষ্ঠ মানুহ সদায় ঈৰ্ষাৰ পৰা বিৰত থাকে। তেওৰ মুখটো পৰিস্কাৰ আৰু মুক্তভাবে প্ৰকাশযুক্ত ঠাইতহে থাকে। কেতিয়াবা যদি কিবা প্ৰকাৰে বিপদো আহে তেও কেতিয়াওঁ বিচলিত নহয়। সেই সময়তো তেওঁ তেওৰ বুদ্ধিৰ পৰিচয়কে দিয়ে।

শ্ৰেষ্ঠ ব্যক্তি বিলাকে সাংসাৰিক কথা বিলাকৰ প্ৰতি সম্বন্ধ নাৰাখে। তেওঁ ধনৰ ইচ্ছা নকৰে সন্তানৰ আৰু কোনো মাটি বাৰীৰ প্ৰতি লালসা নাৰাখে। তেও সদায় সাৱধানে শীল গ্ৰহণ কৰে। তেও প্ৰজ্ঞাৰ পথত অগ্ৰসৰ হয় আৰু বিচিত্ৰ তথা গুৰুত্বপূৰ্ণ সিদ্ধান্ত সমূহ অনুসৰণ কৰে। শ্ৰেষ্ঠ ব্যক্তিয়ে অনিত্যতাৰ ৰূপক ভালদৰে উপলব্ধি কৰি এই কথা জানে যে এই সংসাৰ বালিত জমি যোৱা বৃক্ষৰ দৰে। নিজৰ অস্থিৰ মনে মিত্ৰক স্থিৰতাৰ পথত লৈ যায় আৰু নিজৰ অপবিত্ৰ শীল মিত্ৰক পবিত্ৰতাৰ পথত লৈ আনিবৰ কাৰণে সম্পূৰ্ণ প্ৰয়াস কৰে।

## ২ ডকাইত আঙ্গুলিমালৰ ধৰ্ম দীক্ষা

কোশল ৰজা প্ৰসেনজিতৰ ৰাজ্যত আঙ্গুলিমাল নামেৰে এজন ডকাইত আছিল। যাৰ হাত সদায় তেজেৰে ৰাঙলী হৈ থাকে। যাৰ কাম সদায় মানুহক জখম কৰি থকা। সিইঁতৰ প্ৰাণ হৰণ কৰা, তাৰ মনত প্ৰাণীৰ প্ৰতি কোনো দয়া মমতা নাছিল। তেওৰ কাৰণেই সেই ঠাইত কোনো মানুহ নাথাকিছিল। যি বিলাক জনবসতি পূৰ্ণ এলেকা আছিল সেই বিলাক জনশূণ্য হ'ল। যাক তেওঁ হত্যা কৰিছিল তেওঁৰ আঙ্গুলি এটা কাটি তেওৰ মালাত গাঁঠি লৈছিল, সেই কাৰণে তেওঁৰ নাম আঙ্গুলিমাল হ'ল।

এসময়ত যেতিয়া ভগবান বুদ্ধ শ্ৰাৱস্তীৰ জেতবনাৰামত বিৰাজমান আছিল তেওঁ তেতিয়া ডকাইত আঙ্গুলিমালৰ বিষয়ে শুনিছিল। তথাগতে সেই ডকাইতটোক এজন সৎ পুৰুষলৈ ৰূপান্তৰিত কৰিবৰ কাৰণে সিদ্ধান্ত কৰিলে। এই কাৰণে এদিন ভোজনৰ শেষত হাতত ভিক্ষাৰ পাত্ৰ আৰু শৰীৰত চীবৰ ধাৰণ কৰি যি ফালে আঙ্গুলিমাল থকাৰ কথা শুনিছিল সেই ফালেই তেও গ'ল।

তথাগতক সেই ফালে যোৱা দেখি গৰু, ছাগলী চৰোৱা গুৱাল, হালোৱা আৰু ৰাস্তাত গৈ থকা মানুহ বিলাকে চিঞৰি উঠিল - "শ্ৰমণ! সেইফালে নাযাবা আঙ্গুলিমালৰ হাতত পৰি যাবা।' ' যেতিয়া দহজন, বিশজন, ত্ৰিশজন, আৰু চল্লিশ জন মানুহ পৰ্য্যন্ত যেতিয়া একে লগেই যাত্ৰা কৰে, তেতিয়াও তেওঁবিলাক সেই ডকাইতৰ অধীনলৈ আহি যায়।' কিন্তু তথাগতে এটা শব্দ নকৰাকৈ ৰাস্তাত গৈয়ে থাকিল। দ্বিতীয় আৰু তৃতীয় বাৰো সেই আশে পাশে থকা মানুহ বিলাকে তথাগতক সাৱধান কৰি দিলে। কিন্তু তথাগত নিজৰ ৰাস্তাত গৈয়ে থাকিল। ডকাইতটোৱে কিছুদূৰৰ পৰা তথাগতক সেই ফালে আহি থকা দেখিলে। ডকাইতটোৱে এনে স্থিতিত আচৰিত মানিলে। য'ত দহ, বিশ চল্লিশ, পঞ্চাশ জন মানুহেও এই ফালেদি অকলে আহিবলৈ সাহস নকৰে তেনে স্থলত এই 'শ্ৰমণে' অকলে আহি আছে। ডকাইতটোৱে 'শ্ৰমণ'ক হত্যা কৰাৰ চিন্তা কৰিলে। তেওঁ নিজৰ ঢাল, তৰোৱাল সুসজ্জিত কৰি ললে, ধনুৰ কাড় পৰ্য্যন্ত সাজু কৰি ললে আৰু তথাগতৰ পিছ ললে।

তথাগতে স্বাভাৱিক ভাৱে গৈ আছিল কিন্তু আঙ্গুলিমাল ডকাইতে বৰ কোৱা কুবি কৰি তেওঁৰ পিছ লৈছিল যদিও শ্ৰমণক হলে লগ ধৰিব নোৱাৰিছিল। ডকাইতটোৱে ভাবিলে -"এইটো বিচিত্ৰ কথা। আচৰিত কথা! বৰ বেগত যোৱা হাতী, ঘোঁৰা, এখন গাড়ী এটা হৰিণক দৌৰি থকা অৱস্থাত গৈ লগ ধৰিছিলো কিন্তু স্বাভাৱিক গতিত গৈ থকা শ্ৰমণৰ মই লগ ধৰিব নোৱাৰিলো। অৱশেষে ডকাইতটো বৈ গ'ল আৰু চিঞৰি চিঞৰি তথাগতৰ কলে - 'ৰবা। যেতিয়া দুয়োজন একে লগ হ'ল, তথাগতে কলে আঙ্গুঁলিমাল মইতো ৰৈছো। তইযো তোৰ পাপ কৰ্ম বিলাকৰ পৰা 'ৰ । মই ইয়ালৈ এই কাৰণেই আহিছো যে তই এতিয়াৰ পৰা সৎপথৰ অনুগামী হৈ যা। তোৰ মনৰ 'কুশলতা এতিয়াও শেষ হোৱা নাই। যদি তই এই পথৰ পথিক হৈ যাব তেনে তোৰ মনৰ পৰিবৰ্ত্তন হৈ যাব।

আঙ্গুঁলিমালৰ মনৰ ওপৰত তথাগতৰ অমৃত বচনৰ প্ৰভাৱ পৰিল। ক'লে - "অৱশেষত এই মুনিযে মোক প্ৰভাৱিত কৰিলে। "এতিয়া মোক আপোনাৰ এই দিব্য বাণীয়ে চিৰদিনৰ কাৰণে পাপ কৰ্মৰ পৰা বিৰত থাকিবলৈ কৈ আছে,। এনে অৱস্থাত মই এই অনুশাসন মানি চলিবলৈ প্ৰস্তুত।" আঙ্গুঁলিমালে নিজৰ ডিঙিৰ পৰা আঙ্গুঁলিৰ মালাধাৰ খুলি দূৰলৈ দলিয়াই পেলালে আৰু তথাগতৰ চৰণত পৰি 'ধৰ্ম-দীক্ষা' পাবৰ কাৰণে প্ৰাৰ্থনা জনালে। দেৱতা আৰু মনুষ্যৰ শাস্ত্ৰ অনুসৰি তথাগতে কলে -"ভিক্ষু আহা' আঙ্গুঁলিমাল সেই সময়তে "ভিক্ষু"হৈ গ'ল।

আঙ্গুঁলিমালক নিজৰ শিষ্য কৰি তথাগত শ্ৰাৱস্তীৰ জেতবনাৰামলৈ ঘূৰি গ'ল। সেই সময়ত ৰজা প্ৰসেনজিতৰ ৰাজমহলৰ সন্মুখত ভিৰ লাগিছিল আৰু চিঞৰি চিঞৰি

কৈ আছিল -"তোমাৰ ৰাজ্যৰ যি আঙ্গুঁলিমাল ডকাইত, যি আনক খুব অন্যায অত্যাচাৰ কৰি আছিল, জুলুম কৰি আছিল, নিৰ্দ্দোষীলোকক হত্যা আৰু বহুতকে জখম কৰিছিল। যিবিলাক মানুহক মাৰি পেলাইছিল সিহঁতৰ আঙ্গুঁলি কাটি মালা গুথি ডিঙিত ধাৰণ কৰি অভিমান কৰি ফুৰিছিল। মহাৰাজে যদি তেওঁক দমন কৰিব নোৱাৰে তেনে ৰাজ্যত কোনো শান্তিৰে থাকিব নোৱাৰিব। "ৰজাই আশ্বাসন দিও একো কৰিব নোৱাৰিলে।

এদিন ৰজা প্ৰসেনজিতে তথাগতক দৰ্শণ কৰিবৰ কাৰণে গ'ল। তথাগতে প্ৰশ্ন কৰিলে -"ৰাজন! মগধৰ ৰজা সেনিয় বা বৈশালীৰ বিম্বিসাৰৰ লগত কিবা মতানৈক্য চলি আছে নেকি? লিচ্ছবি সকলৰ লগত অথবা অন্য কোনো বিৰোধী শক্তিৰ লগত? "ভগবান! তেনে ধৰণৰ কোঁনো সমস্যাই দেখা দিয়া নাই। কিন্তু মোৰ ৰাজ্যত আঙ্গ লিমাল নামৰ এজন দুৰ্দ্ধৰ্শ ডকাইত আছে। যিনেকি মোৰ প্ৰজাবৰ্গক অত্যাচাৰ কৰি আছে, যাক দমন কৰিবৰ কাৰণে বিভিন্ন উপায অবলম্বন কৰিছো কিন্তু বিফল হৈছো।'

"ৰাজন! আঙ্গুঁলিমালে দাড়ি মোচ মূৰৰ চুলি খুৰাই এতিয়া সম্পূৰ্ণ গেৰুৱা বস্ত্ৰ ধাৰণ কৰিলে। এতিয়া তেওঁ এজন সম্পূৰ্ণ ভিক্ষু এতিয়া তেওঁ কাৰো ওপৰত অত্যাচাৰ কৰা নাই, চুৰি, ডকাইতি কৰা নাই, মিছা কথা কোৱা নাই এতিয়া তেওঁ সম্পূৰ্ণ নিৰামিষহাৰী হৈ শ্ৰেষ্ঠ জীৱন যাপন কৰি আছে - এনে অৱস্থাত তেওঁক আপুনি কেনে ব্যৱহাৰ কৰিব বিচাৰে?' ভগবান! হযতো মই তেওঁক অভিনন্দন জনাম বা তেওঁৰ আগমনত থিয হ'ম, বা বহিবৰ নিমিত্তে নিমন্ত্ৰণ জনাম বা তেওঁৰ কাৰণে চীৱৰ আৰু ভিক্ষুৰ অন্য আৱশ্যকীয সামগ্ৰী গ্ৰহণ কৰিবৰ কাৰণে প্ৰাৰ্থনা জনাম অথবা মই তেওঁৰ সুৰক্ষাৰ কাৰণে ব্যৱস্থা কৰিম, অৰ্থাৎ যিহৰ কাৰণে তেও অধিকাৰী হয। কিন্তু ইমান দুষ্ট আৰু ইমান পাপীলোক এজন এনেদৰে শীলবান কেনেকৈ হ'ব পাৰে?

সেই সমযত ভিক্ষু আঙ্গুঁলিমাল ভগবানৰ পৰা নাতি দূৰত বহি আছিল। ভগবানে সোঁহাতখনেৰে সংকেত কৰি কলে ৰাজন! সেইজনেই হৈছে আঙ্গুঁলিমাল। তেওক দেখাৰ লগে লগে ৰজাৰ মুখৰ মাত হৰিল, তেওঁৰ প্ৰত্যেক ডাল লোমকূপ ঠিযহৈ গ'ল। এনে অৱস্থাত তথাগতে কলে ৰাজন! ভয় নকৰিব। ইযাত এতিয়া ভয়ৰ কোনো কাৰণ নাই।" ৰজাৰ মনত উৎপন্ন হোৱা ভযৰ পৰা পৰিত্ৰাণ পাই ৰজা গৈ আঙ্গুঁলিমালৰ ওচৰত থিয় হ'ল আৰু কলে "পূজ্যবৰ! আপুনি সচাঁয আঙ্গুঁলিমালনে?" হয়, ৰাজন।"

"আপোনাৰ পিতাকৰ গোত্ৰ কি আছিল। আৰু আপোনাৰ মাকৰ গোত্ৰ কি আছিল?"

ৰাজন! মোৰ পিতা গাৰ্গ্য আৰু মাতা মৈত্ৰাযণী আছিল।"

'গাৰ্গ্য মৈত্ৰাযণীৰ পুত্ৰ! সুখী হোৱা। এতিয়াৰ পৰা মই তোমাৰ সকলো আৱশ্যকতা পূৰা কৰিম।"

তেতিয়ালৈকে আঙ্গুলিমালে ব্ৰত লৈছিল যে তেওঁ অৰণ্যত থাকিব, ভিক্ষাৰ ওপৰত জীৱন নিৰ্বাহ কৰিব আৰু তিনিখনতকৈ বেছি চীৱৰ ধাৰণ নকৰে, আৰু জোঠৰ পাত চাতৰ ওপৰত বিনা কাপোৰে শয়ন কৰিব। তেওঁ ইয়াকো কলে যে তেওঁৰ লগত তিনিখন চীৱৰ আছে গতিকে ৰজাৰ নিমন্ত্ৰণ ৰক্ষা কৰিব নোৱাৰে।

তেতিয়া ৰজা তথাগতৰ ওচৰলৈ গ'ল আৰু অভিনন্দন জনাই তেওঁৰ কাষতে বহিল আৰু ক'লে - "ভগবান! অতি আচৰিত! অতি অদ্ভুত! বনৰ বন্য জন্তুকো আপুনি পোহনীয়া কৰিব পাৰে আৰু দাঁত নোহোৱাকো দাতঁ গজাই দিব পাৰে। অশান্তক শান্ত কৰিব পাৰে। যাক মই লাঠি তৰোৱালেও বশ কৰিব পৰা নাই। কিন্তু তথাগতে বিনা তৰোৱাল আৰু লাঠিৰে সকলোকে আপোন কৰি ল'ব পাৰে। ভগবান! মই এতিয়া আপোনাৰ পৰা বিদায় ললো। মোৰ বহুত কাম আছে। আপুনি যি ভাবে।" এইদৰে ৰজা প্ৰসেনজিতে ভগবান তথাগতৰ প্ৰতি সন্মান প্ৰদৰ্শণ কৰি বিদায় ললে।

এদিন যেতিয়া হাতত ভিক্ষাৰ পাত্ৰ আৰু চীৱৰ ধাৰণ কৰি আঙ্গুলিমালে ভিক্ষা কৰি ফুৰিছিল, তেতিয়া এজন মানুহে তেওঁৰ মূৰলৈ এটা চপৰা দলিয়ালে, আন এজনে লাঠিৰে কোবালে, আৰু তৃতীয়জনে পাথৰ মাৰি তেওঁৰ মূৰফালি তেজ বোৱাই দিলে। ভিক্ষাৰ পাত্ৰ ভাগি থানবান হ'ল, কাপোৰ ফাটি গ'ল। এনে অৱস্থাৰেই আঙ্গুলিমাল গৈ তথাগতৰ ওচৰ পালেগৈ। তেওঁ সমীপ পোৱাৰ লগে লগে ভগবান বুদ্ধই ক'লে - 'আঙ্গুলিমাল! এই বিলাক তুমি সহ্য কৰা। অঙ্গুলিমাল এই বিলাক তুমি সহি যোৱা।"

এইদৰে ভগবান বুদ্ধৰ শিক্ষাত নিবৃত্ত হৈ আঙ্গুলিমাল ডকাইত গৈ এজন সৎ পুৰুষত পৰিণত হ'ল।

মুক্তি সুখৰ আনন্দলৈ তেওঁ কলে -"যি প্ৰথমতে প্ৰমাদী হৈয়ো শেষত অপ্ৰমাদী হৈ যায়, তেওঁ মেঘৰ দৰে মুক্ত হৈ চন্দ্ৰৰ দৰে সংসাৰত মিঠা পোহৰ বিলায়।"

"মোৰ শত্ৰু বিলাকেও যাতে এই শিক্ষা গ্ৰহণ কৰে, এই মত বিলাক যাতে হৃদয়ঙ্গম কৰে, আৰু প্ৰজ্ঞাৰ পথ বিলাক অনুসৰণ কৰে । মোৰ শত্ৰু বিলাকেও যাতে সময় থাকোতেই মৈত্ৰী বিনম্ৰ আৰু ক্ষমাশীলহৈ শিক্ষা গ্ৰহণ কৰে। তেওঁ বিলাকে যাতে সেইদৰে ব্যৱহাৰ কৰিবলৈ আগবাঢ়ি আহে।

আঙ্গুলিমালৰ ৰূপত মই পতন্মোখী হৈ গৈছিলো, মোৰ অধোগতি হৈছিল, মই পৃথিবীৰ তললৈ ডুবি গৈছিলো। তথাগতে মোক মাটিৰ তলৰ পৰা ওপৰলৈ আনি থিয় কৰিলে। আঙ্গুলিমালৰ ৰূপত মই তেজেৰে বাগুলি আছিলো; মই এতিয়া সম্পূৰ্ণ মুক্ত।"

### ৩ অন্যান্য অপৰাধী সকলক ধৰ্ম দীক্ষা

ৰাজগৃহৰ দক্ষিণ ফালে এটা ডাঙৰ পৰ্বত আছিল নগৰৰ পৰা প্ৰায় পয়সত্তৰ

মাইল দূৰত। এই দুশাৰী পৰ্বতৰ মাজৰ উপত্যাকাটো বৰ দ আৰু শান্ত। দক্ষিণ ভাৰতৰ ৰাস্তা এই উপত্যাকাৰ কাযে কাযে গৈছে। এই দুৰ্গম অঞ্চলত পাঁচশ ডকাইত আছিল, তেওঁবিলাকে এই ৰাস্তাইদি অতিক্ৰম কৰা পথিকক লুটপাট কৰিছিল। ৰজাই সিহঁতক দমন কৰিবৰ কাৰণে সেনা পঠাইছিল। প্ৰতিবাৰেই সেই ডকাইত বিলাক সাৰি গৈছিল।

বুদ্ধও তেওঁ বিলাকৰ পৰা বেছি দূৰত নাছিল। সেই কাৰণে তেওঁ সিহঁতৰ গতি বিধিৰ ওপৰত বিচাৰ বিমৰ্শ কৰিব ধৰিলে। সিহঁতে নাজানে নুবুজে সিহঁতযে কিমান দুৰাচাৰী। যদিও মই এনে প্ৰকৃতিৰ মানুহকে শিক্ষা দিবৰ কাৰণে জন্ম ধাৰণ কৰিলো কিন্তু তেওঁবিলাকে মোক দেখিছে জানো, মোৰ শিক্ষাৰ বিষযে শুনিছে জানো? এনে বিলাক কথা ভাবিচিন্তি তথাগত বুদ্ধই সিহঁতৰ ওচৰলৈ যোৱাতোকে সিদ্ধান্ত কৰিলে। তেওঁ এজন ধনী ঘোঁৰা আৰোহীৰ বেশ ধাৰণ কৰিলে। এটা সুন্দৰ ঘোঁৰাৰ পিঠিত উঠি গ'ল। তেওঁৰ হাতত ধনু কাড় আৰু তাৰোৱাল আছিল। টোপোলাটোত সোণ ৰূপ ভৰাই লৈছিল। ঘোঁৰাৰ লেকামডালো মূল্যবান অলংকাৰেৰে গঢ়া আছিল।

সেই অটব্য অৰণ্যৰ পাহাৰৰ মাজত প্ৰৱেশ কৰাৰ লগে লগে ঘোঁৰাটোৱে হিন হিনাব ধৰিলে। ঘোঁৰাৰ শব্দ শুনাৰ লগে লগে পাঁচশ ডকাইত ওলাই আহি দেখিলে আৰু পৰস্পৰে কোৱা কুই কৰিলে যে তেওঁ বিলাকে ইমান বিলাক মাল আগতে কেতিয়াও দেখা নাছিল। এইখিনি আমি হস্তগত কৰিবই লাগিব। এই বুলি ঘোঁৰাৰ আৰোহীক ধৰিব বিচাৰিলে।" সিহঁতে ঘোঁৰাৰ আৰোহীক ঘেৰি ল'ব বিচাৰিলে যাতে সি কেনিও সাৰি যাব নোৱাৰে। কিন্তু সিহঁতক দেখি ঘোঁৰা আৰোহী ঘোঁৰাৰ ওপৰৰ পৰা সৰি পৰিল।

যেতিয়া তেওঁ ঘোঁৰাৰ ওপৰৰ পৰা সৰি পৰিল তেতিয়া সিহঁতে চিঞঁৰিব ধৰিলে -'হে ভগবান। ই কি? হে ভগবান। এইযা কি?'

ঘোঁৰা আৰোহী জনে সিহঁতক বুজাব ধৰিলে যি দুঃখে গোটেই সংসাৰখন ঘেৰি ৰাখিছিল, তোমালোকে আনক যি দুঃখ দিছা তোমালোকেই আকৌ উঠাইছা। বাৰু একো কথা নাই কিন্তু অশ্ৰদ্ধা আৰু সন্দেহৰ আঘাতৰ সন্মুখত যি আঘাত নিজে খাই আৰু আনকো খুৱাই সেইয়াও বাৰু একো নহয়, কেৱল ধৰ্মৰ দোহাইহে আৰু সম্পূৰ্ণ একাগ্ৰতাইহে সেই আঘাত বিলাক পূৰাব পাৰে।

মানসিক দুঃখৰ সমান আঘাত অন্য একো হ'ব নোৱাৰে। মূখতাৰ সমান বিষবান নাই ধৰ্ম শিক্ষাহে হৈছে ইয়াৰ আচল চিকিৎসা। ইয়াৰ দ্বাৰা অন্ধই পোহৰ পাই আৰু অজ্ঞানীয়ে জ্ঞান লাভ কৰে।

মানুহ এই পোহৰৰ পিছে পিছে যায়, ই মানসিক দুঃখ দূৰ কৰে, ইয়াৰ দ্বাৰাই প্ৰীতি লাভ হয, আৰু এই বিমল প্ৰজ্ঞা সেই জনেই লাভ কৰে যি সাধনাৰ দ্বাৰাই

একান্তমনে (ধৰ্মৰ উপদেশ) শুনে। যি আটাইতকৈ বেছি পূণ্য লাভ কৰে, তেৱেঁই এই পদৰ অধিকাৰী হয়। এই নীতি বচন শুনাৰ পিচত ডকাইত বিলাকে তেওঁ বিলাকৰ দুষ্কৃতি বিলাকক লৈ পশ্চাত্তাপ কৰিব ধৰিলে। তেওঁ বিলাকৰ শৰীৰত যি বাণ লাগিছিল, সেই বিলাক নিজে নিজেই ওলাই আহিল, আৰু তেওঁ বিলাকৰ আঘাত বিলাক নিষ্পতি হ'ল। তেওঁ বিলাক পিচতগৈ শ্ৰাৱক হ'ল আৰু শান্তি লভিলে।

## ৪ ধৰ্ম দীক্ষাত বিপদ

পুৰণি কালত ভগবান বুদ্ধই ৰাজগৃহৰ পৰা পৌণে দুশ মাইল দূৰৰ পৰ্বত প্ৰদেশত আছিল। এই পৰ্বতত ১২২ জন মানুহে বাস কৰিছিল। তেওঁ বিলাকে জংঘলত জীৱ জন্তু চিকাৰ কৰি পেট প্ৰবৰ্ত্তন কৰি আছিল। যি সময়ত বুদ্ধ গৈ তাত পাইছিলগৈ সেই সময়ত পুৰুষ বিলাকে বাহিৰত চিকাৰ কৰাত ব্যস্ত আছিল, তেওঁ বিলাকৰ অনুপস্থিতে বুদ্ধই তেওঁ বিলাকৰ স্ত্ৰী বিলাকক ধৰ্মত দীক্ষিত কৰিলে। লগে লগে তেওঁ কৈ উঠিল যি দযাশীল তেওঁ কেতিযাও প্ৰাণী হত্যা নকৰে, তেওঁ কেৱল প্ৰাণীৰ জীৱন সুৰক্ষা কৰিহে ৰাখে। ধৰ্ম হৈছে অমৰ। যি নিজৰ ধৰ্মানুসাৰ আচৰণ কৰে, তেওঁ কোনো আপত্তিৰ সম্মুখীন হ'ব লগীয়া নহয়।

'বিনম্ৰতা, সাংসাৰিক ভোগৰ প্ৰতি উদাসীন, কাকো কষ্ট নিদিয়া, কাকো ক্ৰোধিত নকৰা এইযা কেৱল ব্ৰহ্মালোক বাসীৰহে লক্ষণ।

দুৰ্বলৰ প্ৰতি সদায় মৈত্ৰী ভাৱাপন্ন হোৱা, বুদ্ধ শিক্ষানুসৰি নিৰ্মল হোৱা বেছি মাত্ৰা ভোজন কৰাৰ পিচত অনুভৱ হোৱা, বাৰে বাৰে জন্ম লোৱা, মৃত্যুৰ পৰা হাত সৰাৰ এযেই হৈছে সাধন মাত্ৰ।

এনে বিলাক বুদ্ধৰ বচন শুনি গৃহিনী সকলে নিজ নিজ স্বামীৰ অনুপস্থিতেই বুদ্ধ ধৰ্মত দীক্ষিত হ'ল। যেতিযা পুৰুষ বিলাক চিকাৰ কৰি ঘূৰি আহিল আৰু কথা বিলাক গম পাই বুদ্ধক মাৰি পেলাব বিচাৰিলে। কিন্তু স্ত্ৰী বিলাকে তেওঁ বিলাকক হত্যা কাণ্ডৰ পৰা বিৰত ৰাখিলে। পিচত তেওঁ বিলাকে বুদ্ধৰ মৈত্ৰী সূক্তৰ পদ সমূহ শুনি বুদ্ধ ধৰ্মত দীক্ষিত হ'ল। ভগবান বুদ্ধই এই কথা কেই ফাঁকি কলে -

যি মৈত্ৰী ভাৱৰ অভ্যাস কৰে আৰু সকলোৰে প্ৰতি দয়ালু হয়। তেওঁৰ এঘাৰ প্ৰকাৰৰ পূণ্য লাভ হয়।

তেওঁৰ শৰীৰ সদায় সুখী থাকে সুন্দৰ ভাৱে টোপনি যায়, তেওঁৰ মন সদায় একাগ্ৰ হৈ থাকে।

তেওঁৰ মনলৈ দুস্বপ্ন ও নাহে। তেওঁক দেৱতাইও ৰক্ষা কৰে। তেওঁ মানুহৰ প্ৰিয়হৈ থাকে। বিষাক্ত জীৱৰ পৰা তেওঁৰ কোনো ক্ষতি নহয়। তেওঁ যুদ্ধ বিগ্ৰহৰ পৰা বাচি থাকে। অগ্নি আৰু পানীৰ পৰা কোনো হানি নহয।

তেওঁ য'তেই থাকে (নিজ কার্য্যত) সফল হয়। মৃত্যুৰ পিচত ব্ৰহ্মলোক গামী হয়, এই এঘাৰটা লাভ (= অনিসংঘ) হয়।"

এই বিলাক বাণীৰ উপদেশ শুনাৰ পিচত স্ত্ৰী সকল আৰু পুৰুষ সকলে ধৰ্ম দীক্ষা গ্ৰহণ কৰিলে। তেওঁ বিলাক সংঘত সম্মিলিত হৈ গ'ল। আৰু তেওঁ বিলাকে শান্তি লাভ কৰিলে।

---

১ আঙ্গুলিমাল সুত্ত (মজ্জিম নিকায ২/৪/৬)।
২ অঙ্গুত্তৰ নিকায়।

---

## তৃতীয় অধ্যায়
## বুদ্ধই কি শিকালে

১ প্ৰথম ভাগ - ধৰ্মত ভগবান বুদ্ধৰ নিজা স্থান
২ ভগবান বুদ্ধৰ ধৰ্মৰ বিষয়ে বিভিন্ন মত
৩ ধৰ্ম কি?
৪ অধৰ্ম কি?
৫ সৎ ধৰ্ম কি?

### প্ৰথম ভাগ
### ধৰ্মত ভগবান বুদ্ধৰ নিজা স্থান

১ ভগবান বুদ্ধই নিজ ধৰ্মত, নিজৰ কাৰণে কোনো বিশেষ স্থান ৰখা নাই।

যীশুৱে খৃষ্টান ধৰ্মৰ দেৱদূত হোৱাৰ দাবি কৰিছিল ইযাৰ আগত তেওঁ এইটোও দাবি কৰিছিল যে তেওঁ খোদাৰ বালক বুলি।

যীশুৱে ইযাকো কৈছিল যে যেতিয়ালৈকে কোনো মানুহে ইয়াক স্বীকাৰ নকৰে যে যীশু খোদাৰ বালক বুলি তেতিয়ালৈকে তেওঁৰ মুক্তি হ'ব নোৱাৰে ।

এইদৰে যীশুৱে যি কোনো খৃষ্টানৰ মুক্তিৰ কাৰণে নিজকে ঈশ্বৰৰ দেৱদূত আৰু বালক ৰূপে অনিবাৰ্য্য চৰ্ত্ত ৰাখি,খৃষ্টান ধৰ্মত এক বিশেষ স্থান সুৰক্ষিত কৰি ৰাখিলে।

ইছলামৰ দেৱদূত মহম্মদ চাহাবৰ দাবি আছিল যে তেওঁ খোদাৰ দ্বাৰা পঠোৱা ইছলামৰ দেৱদূত।

তেওঁৰ এইটোও অভিযোগ আছিল যে কোনো মানুহে নিজাত (=মুক্তি) মুক্তি লাভ কৰিব নোৱাৰে যেতিয়ালৈকে এই দুটা কথা স্বীকাৰ নকৰে।

যি ইছলামত থাকি মুক্তি লাভ কৰিব বিচাৰে তেওঁ এইটো স্বীকাৰ কৰিব লাগিব যে মহম্মদ চাহাব খোদাৰ দেৱদূত ।

যি ইছলামত থাকি মুক্তি লাভ কৰিব বিচাৰে তেওঁ এইটো স্বীকাৰ কৰিব লাগিব যে মহম্মদ চাহাব খোদাৰ শেষ দেৱদূত বা পয়গম্বৰ।

এইদৰে ইছলামত মুক্তি কেৱল তেওঁ বিলাকৰ কাৰণেহে সম্ভৱ যি ওপৰৰদুটা কথা স্বীকাৰ কৰিব।

এইদৰে মহম্মদ চাহাবে যিকোনো মুছলমানৰ মুক্তি নিজক খোদাৰ পয়গম্বৰ বুলি ভবাৰ অনিবাৰ্য্য চৰ্ত্তৰ ওপৰত নিৰ্ভৰ কৰি নিজৰ কাৰণে ইছলামত এক বিশেষ স্থান সুৰক্ষিত কৰি ল'লে।

ভগবান বুদ্ধই হলে এনে কোনো চৰ্ত্ত ৰখা নাই। তেওঁ কেৱল শুদ্ধোদন আৰু মহামায়াৰ প্ৰাকৃতিক পুত্ৰ হোৱাৰ বাহিৰে কেতিয়াও কোনো আন অভিযোগ বা দাবি কৰা নাছিল।

এইদৰে যীশু খৃষ্ট বা মহম্মদ চাহাবৰ দৰে চৰ্ত্ত ৰাখি নিজ ধৰ্ম শাসনত নিজৰ কাৰণে কোনো বিশেষ স্থান ৰখা নাই।

কাৰণ এযে যে ইমানখিনি সাহিত্য থকা সত্বেও আমি বুদ্ধৰ ব্যক্তিগত জীৱনৰ বিষয়ে ইমানেই কম জনা যায়।

জনাযায যে ভগবান বুদ্ধৰ পৰিনিৰ্বাণৰ পিচত ৰাজগৃহত প্ৰথম সংগীতি (কানফ্ৰেন্স) হৈছিল।

সেই সভাত মহাকাশ্যপ অধ্যক্ষ আছিল। আনন্দ, উপালি আৰু অন্যান্য সকলো আছিল । তথাগত বুদ্ধ কপিল বস্তুৰ যি যি ঠাইলৈ গৈছিল তালৈ এওঁলোকো গৈছিল অৰ্থাৎ সকলো ঠাইতে এওঁবিলাক আছিল। তেওঁৰ লগে লগে ফুৰিছিল আৰু মৃত্যু পৰ্য্যন্ত তেওঁৰ লগত বিৰাজমান আছিল।

কিন্তু অধ্যক্ষ মহাকাশ্যপে কি কৰিলে ?

তেওঁ আনন্দক ধৰ্মৰ সংগায়ন কৰিবৰ কাৰণে ক'লে আৰু সংগীতি কাৰক সকলক সুধিলে যে এইটো কি ঠিক কথা হ'বনে?"তেওঁ "হ'ব" বুলি উত্তৰ দিলে, মহাকাশ্যপে প্ৰশ্ন সিমানতে সমাপ্ত কৰিলে।

মহাকাশ্যপে উপালিক বিনয় সংগায়ন কৰিবৰ কাৰণে ক'লে আৰু সংগীতি কাৰক সকলক সুধিলে "এইটো ঠিক কথা হ'বনে?" তেওঁ বিলাকে হ'ব বুলি উত্তৰ দিলে, মহাকাশ্যপে সিমানতে প্ৰশ্ন শেষ কৰিলে।

মহাকাশ্যপৰ উচিত আছিল যে তেওঁ তৃতীয় জনকো যিনেকি সংগীতিত উপস্থিত কৰাইছিল, তেওঁকো আজ্ঞা দিলে যে তেওঁ ভগবান বুদ্ধৰ জীৱনৰ মুখ্য ঘটনা ৰাজি সংগায়ন কৰক।

কিন্তু মহাকাশ্যপে তেনে নকৰিলে।তেওঁ ভাবিলে যে 'ধৰ্ম'আৰু "বিনয়" এই

দুটা এনে বিষয় যাৰ সংঘৰ লগত সম্বন্ধ আছে ।

যদি মহাকাশ্যপে ভগবান বুদ্ধৰ জীৱনৰ ঘটনা সমূহৰ বিৱৰণ প্ৰস্তুত কৰিলেহেতেন, তেতিয়াহলে আজি আমাৰ ওচৰত ভগবান বুদ্ধৰ সম্পূৰ্ন জীৱন চৰিত্ৰ থাকিলহেতেন।

ভগবান বুদ্ধৰ জীৱনৰ মুখ্য মুখ্য ঘটনা সমূহৰ বিষয়ে বিৱৰণ প্ৰস্তুত কৰাৰ কথা মহাকাশ্যপে কিয় নাভাবিলে ?

ইয়াৰকাৰণ হয়তো অবহেলাৰ কাৰণে নহয। ইয়াৰ কাৰণ কেৱল এটাই উত্তৰ হৈছে যে ভগবান বুদ্ধই নিজৰ এই ধৰ্মশাসন'ত নিজৰ কাৰণে কোনো বিশেষ স্থান সুৰক্ষিতকৰি নাৰাখিলে।

ভগবান বুদ্ধ নিজৰ ধৰ্মৰ পৰা সদায় পৃথক আছিল । তেওঁৰ নিজা স্থান আছিল আৰু ধৰ্মৰো নিজা ।

ভগবান বুদ্ধই কাকোৱেই তেওঁৰ ধৰ্মৰ উত্তৰাধিকাৰী কৰিব বিচৰা নাছিল এইযাও এই কথাৰে উদাহৰণ বা প্ৰমাণ আছে যে তেওঁ নিজ 'ধৰ্মশাসন'ত তেওঁ নিজৰ কাৰণে কোনো স্থান সুৰক্ষিত কৰি ৰখাতো নিবিচাৰিছিল।

দুই তিনিবাৰ ভগবান বুদ্ধৰ শিষ্য ভিক্ষু সকলে তেওঁক প্ৰাৰ্থনা কৰিছিল যে তেওঁ কাৰোবাক নিজৰ উত্তৰাধিকাৰী ৰূপে নিযোগ কৰক।

প্ৰতিবাৰে ভগবান বুদ্ধই অস্বীকাৰ কৰিলে।তেওঁৰ উত্তৰ হ'ল ধৰ্মই ধৰ্মৰ উত্তৰাধিকাৰী।"

"ধৰ্মই নিজৰ শক্তিতে জীবিত থাকিব লাগে, কোনো মানবীয অধিকাৰৰ শক্তিৰে নহয় ।

'যদি ধৰ্মই মানবীয অধিকাৰৰ ওপৰত নিৰ্ভৰ কৰাৰ আৱশ্যকতা হয় তেতিযাহলে সি ধৰ্ম নহয়।"

ধৰ্ম প্ৰতিষ্ঠাৰ কাৰণে প্ৰতিবাৰেই ইযাৰ সংস্থাপকৰ নাম উচ্চাৰণ কৰি থকাৰ আৱশ্যক হৈ থাকে তেতিয়াহলে সি ধৰ্ম নহয়।"

নিজ ধৰ্মকলৈ স্বয়ং নিজৰ বাবে ভগৱান বুদ্ধৰ এয়ে দৃষ্টিকোণ আছিল।

২ ভগবান বুদ্ধই কেতিয়াও কাকো মুক্ত কৰিবৰ কাৰণে আশ্বাসন দিয়া নাই । তেওঁ কয় যেতেওঁ মাৰ্গ দাতাহে, মোক্ষ দাতা নহয ,

বস্তুত বিলাক ধৰ্মক "ইলহামী"(দৈৱবাণী) বুলি মনা যায়। ভগবান বুদ্ধৰ ধৰ্ম হলে"ইলহামী ধৰ্ম" নহয়।

কোনো এটা ধৰ্মক এই কাৰণেই "ইলহামী ধৰ্ম" বুলি কোৱা যায যে সেইযা হৈছে ভগবানৰ 'বাণী'বা 'বাতৰি' বুলি বুজা যায় যিহেতু তেওঁবিলাকে নিজৰ স্ৰষ্টাক পূজা কৰক যাতে তেওঁ তেওঁ বিলাকৰ আত্মাক মুক্ত কৰে।

এই বাণী বা বাতৰি কোনো নির্দিষ্ট ব্যক্তিৰ দ্বাৰা পোৱা বুলি ভবা হয়, যাক পযগম্বৰ বোলা হয়, যি এই বাণী লাভ কৰে আৰু পুনৰ যি এই বাণী সমূহ জনসাধাৰণৰ মাজলৈ পথিয়াই ।

এইয়া হৈছে পয়গম্বৰৰ কাম যি তেওঁৰ ধৰ্মৰ ওপৰত বিশ্বাস প্ৰতিস্থিত কৰিব পাৰে তেওঁবিলাকে মোক্ষৰ পথ নিশ্চিত কৰি দিয়ে।

যি ধৰ্মৰ ওপৰত বিশ্বাস ৰাখে,তেওঁৰ মুক্তিৰ অভিপ্ৰায় হৈছে তেওঁৰ দ্বাৰা উৎপন্ন মুক্তি যাতে তেওঁ নৰকলৈ যাব নোৱাৰে, কিন্তু তাৰ কাৰণে চৰ্ত্ত হৈছে যেতেওঁ খোদাৰ হুকুমৰ শিক্ষা মানিব লাগিব আৰু স্বীকাৰ কৰিব লাগিব যে পয়গম্বৰ খোদাৰ বাণী বাহক।

বুদ্ধই কেতিযাও নিজ্যক 'খোদাৰ পয়গম্বৰ ' হোৱাৰ দাবি কৰা নাই । যদি কোনোবাই বেতিযাবা এনেদৰে ভাবিছেও তেনে ভগবান বুদ্ধই তাক খণ্ডন কৰিছে।

ইযাতকৈযো বিশেষ মহত্বপূৰ্ণ কথা হৈছে যে ভগৱান বুদ্ধৰ ধৰ্ম এক আবিস্কাৰ মাত্ৰ [Discovery] এক অনুসন্ধান। এইকাৰণে এনেধৰণৰ কোনো ধৰ্মক "ইলহামী"বুলি কোৱা হয় ইয়াৰ প্ৰাৰ্থক্য বিলাক সম্পুৰ্ন ৰূপে স্পষ্ট হোৱা দৰ্কাৰ।

ভগৱান বুদ্ধৰ ধৰ্ম এনেবিলাক অৰ্থত আবিস্কাৰ,অনুসন্ধান মাত্ৰ।কিয়নো এই পৃথিবীত যি মানবীয় জীৱন, ইয়াৰ গভীৰ অধ্যযনৰ পৰিণাম মাত্ৰ, মানুহে যি বিলাক স্বাভাবিক প্ৰবৃত্তিক (insticts) লৈ মানুহে জন্ম গ্ৰহন কৰিছে তাক সম্পূৰ্নৰূপে বুজাৰ পৰিণাম আৰু লগতে সেই প্ৰবৃত্তি সমূহক মানুহৰ ইতিহাসে জন্ম দিছে আৰু যি আজি বিনাশৰ কাৰক হৈছে ।

সকলো বিলাক পযগম্বৰেই "মুক্তি দাতা" হোৱাৰ দাবি কৰে। ভগৱান বুদ্ধ এনে এজন মহাপুৰুষ যি এনে ধৰণৰ দাবি কৰা নাই ।তেওঁ "মোক্ষ দাতা"ক "মাৰ্গ দাতা"ৰ পৰা সদায় বেলেগ কৰি ৰাখিছে—এজন 'মোক্ষ' দাতা আৰু আনজন হৈছে কেৱল মাৰ্গ প্ৰদৰ্শন কৰোতা।

ভগৱান বুদ্ধ কেৱল 'মাৰ্গ' দাতাহে আছিল। নিজৰ মুক্তিৰ কাৰণে প্ৰত্যেকেই স্বযং নিজে প্ৰয়াস কৰিব লাগে।

এনে ক্ষেত্ৰত তেওঁ এটা সুত্তত ব্ৰাহ্মণ মোগ্গল্লানৰ উদাহৰণ দিছে।এবাৰ ভগবান বুদ্ধ শ্ৰাবস্তীৰ মিগাৰমাতাৰ প্ৰাসাদ পূৰ্বাৰামত আছিল। সেই সময়ত ব্ৰাহ্মণ মোগ্গল্লান গণক তথাগতৰ ওচৰলৈ আহিল আৰু শুভ খা খবৰ লোৱাৰ পিচত তেওঁৰ ওচৰতে বহিল। এইদৰে ব্ৰাহ্মণ মোগ্গল্লান গণকে তথাগতৰ প্ৰতি ক'লেঃ—"শ্ৰমণ গৌতম, যেনেকৈ কোনো মানুহে এই প্ৰাসাদৰ পৰিচয ক্ৰমশঃপাই যায়, তেতিয়া মানুহে ক্ৰম অনুসৰি এটাৰ পিচত এটাকৈ বহুত দূৰ মানুহ আগবাঢ়ি গৈ থাকে। ঠিক সেইদৰে আমাৰ

ব্ৰাহ্মণৰ শিক্ষা ক্ৰমো ক্ৰমশ ঃ অৰ্থাৎ আমাৰ বেদ সমূহৰ অধ্যয়নতে সীমাবদ্ধ থাকে।

"শ্ৰমণ গৌতম! যেনেদৰে ধনু বিদ্যাত, ব্ৰাহ্মণৰ শিক্ষা ক্ৰম ক্ৰমিক ৰূপে চলি থাকে, সেইদৰে গণণাতো। "আমি যেনেকৈ ছাত্ৰক গণনা শিকাও এক এক গুণ (এক) দুই দুগুণ (চাৰি) তিনি তিনি গুণ (ন) চাৰি চাৰি গুণ (যোল), এই দৰে এশলৈকে শিক্ষা দিয়া যায়। এতিয়া শ্ৰমণ গৌতম! আপুনিও ঠিক তেনেদৰে এনে শিক্ষাৰ ক্ৰমৰ পৰিচয় দিব পাৰিবনে যিনেকি ক্ৰমিক হয়, যি ক্ৰমশঃ হয় আৰু যাৰ নিৰ্দ্দেশৰ দ্বাৰা আপোনাৰ শিষ্য সকলে শিক্ষা গ্ৰহণ কৰিব পাৰেনে?"

"ব্ৰাহ্মণ! সেইয়া এনেকৈয়ে। ব্ৰাহ্মণ! এজন চতুৰ অশ্ব শিক্ষকৰ কথা ধৰা। তেওঁ এটা শ্ৰেষ্ঠ অশ্ব পোৱালী ব্যৱহাৰ যোগ্য কৰিবৰ কাৰণে সৰ্ব প্ৰথমে তেওঁ তাৰ মুখত লেকাম লগাই শিক্ষা দিয়ে। তাৰ পিচতহে অন্য শিক্ষা দিয়ে। "ঠিক সেই দৰে হে ব্ৰাহ্মণ। যি শিক্ষাৰ অনুৰাগী তেনে ব্যক্তিকহে তথাগতে লয় আৰু সৰ্ব প্ৰথমে সেই শিক্ষাকে দিয়ে যে = শীলবান হোৱা প্ৰাতিমোক্ষৰ নিয়ম সমূহ পালন কৰা।

"সদা আচৰণত দৃঢ় হৈ যোৱা, সৰু সৰু ভুল বিলাকো ডাঙৰ বুলি ভবা, শিক্ষা গ্ৰহণ কৰা আৰু বিনয় হ'বলৈ শিকা। "এইদৰে যেতিয়া প্ৰথম শিক্ষাতে তেওঁ দৃঢহৈ যায় তেতিয়া তথাগতে তেওঁক পিচৰ পাঠ প্ৰদান কৰে, শ্ৰমণ! আহা চকুৰে কোনো বস্তুৰ ৰূপটো দেখি তাৰ সামান্য স্বৰূপটো বা তাৰ বিৱৰণত যাতে আকৰ্ষিত নোহোৱা। "সেই প্ৰবৃত্তি বিলাকৰ ওপৰত নিয়ন্ত্ৰণ ৰাখা, যি তৃষ্ণাৰ পৰিণাম, যি অসংযত হৈ চাক্ষুস ইন্দ্ৰিয়ৰ দ্বাৰাই ৰূপ দেখাৰ লগে লগে উৎপন্ন হয় এই কু প্ৰবৃত্তি বিলাক, মনৰ অকুশল প্ৰবৃত্তি যি বিলাকেনে কি মানুহৰ মনত বান পানীৰ দৰে ঘেৰি লয়। চাক্ষুস-ইন্দ্ৰিয় সমূহক দমন কৰি ৰাখা। চাক্ষুস-ইন্দ্ৰিয় সমূহক নিয়ন্ত্ৰণ কৰা।

"আৰু সেইদৰে আন ইন্দ্ৰিয় সমূহকো নিয়ন্ত্ৰণ কৰা। যেতিয়া তুমি কাণেৰে কোনো শব্দ শুনা, বা নাকেৰে কোনো গন্ধ পোৱা, বা জিভাৰে কোনো বস্তু চাকি চোৱা, বা শাৰিৰীক ভাৱে কোনো বস্তু স্পৰ্শ কৰা, এইদৰে যেতিয়া তোমাৰ মনত সেই সম্বন্ধীয় সংজ্ঞা বিলাক জন্ম হয় তেতিয়া সেই বস্তুৰ সামান্য স্বৰূপৰ প্ৰতি অথবা সেই বিৱৰণৰ প্ৰতি আকৰ্ষিত নহবা।

যেতিয়া এই বিলাকৰ অভ্যাস হৈ যাব, তেতিয়া তথাগতে পিচৰ পাঠৰ শিক্ষা দিয়ে, শ্ৰমণ! আহা! এতিয়া ভোজনৰ বিষয়লৈ জিজ্ঞাসা কৰা, খেল ধেমালিৰ কাৰণে নহয়, আমোদৰ কাৰণে নহয় শৰীৰটোক সজাবৰ কাৰণে নহয়, কিন্তু যেতিয়ালৈকে এই শৰীৰৰ অস্তিত্ব থাকিব তেতিয়ালৈকে ইয়াক স্থিৰেৰে ৰাখিব লাগিব, হিংসাৰ পৰা বাচি থাকিবৰ কাৰণে, শ্ৰেষ্ঠ জীৱন ব্যতিত কৰিবৰ কাৰণে ভোজন গ্ৰহণ কৰা। ভোজন গ্ৰহণ কৰাৰ সময়ত এনে বিচাৰ কৰিব লাগিব যে প্ৰথমতে মই যি বেদনা পাইছিলো, তাক

এতিয়া নাশ কৰিব পাৰিছো, নতুন বেদনা উৎপন্ন হ'বলৈ দিয়া নাই গতিকে মোৰ জীৱন যাত্ৰা নিৰ্দ্দোষ হ'ব আৰু সুখদায়ক হ'ব।"

"ব্ৰাহ্মণ! ভোজন সম্বন্ধে যেতিয়া সংযত হৈ যাব, তেতিয়া তথাগতে পিচৰ পাঠ পঢ়াই ঃ শ্ৰমণ! আহা! জাগৃতি (যতি)অভ্যাস কৰিব লাগে, দিনৰ সময়ত গৈ থাকোতে বা বহি বহি নিজৰ মনটোক বিভিন্ন মলিৰ পৰা পৰিশুদ্ধ কৰা। ৰাতিৰ প্ৰথম পহৰতো চলি থাকোতে বা কোনো ঠাইত বহি ইয়াকেই কৰা। ৰাতিৰ দ্বিতীয় পহৰত সিংহ শয্যাৰ পৰা দক্ষিণ ফালে বাগৰ মাৰি এখন ভৰি আনখন ভৰিৰ ওপৰত ৰাখি, জাগৃতি তথা সম্যক জ্ঞানেৰে যুক্তহৈ অপ্ৰমাদী হৈ থাকিব লাগে। আকৌ ৰাতি তৃতীয় পহৰত সাৰ পাই উঠি গৈ থাকোতে বা বহি বহি নিজৰ মনক মনৰ মলিৰ পৰা পৰিশুদ্ধ কৰা।

আৰু ব্ৰাহ্মণ! যেতিয়া জাগৃতিৰ অভ্যাস হৈ যায, তেতিয়া তথাগতে পিচৰ পাঠ আৰম্ভ কৰে, শ্ৰমণ! আহা! জাগৃতি আৰু স্মৃতিৰ (=সম্যক জ্ঞান) লগত সম্বন্ধ ৰাখিব লাগে। আগলৈ গৈ থাকি বা পিচলৈ ঘূৰি নিজকে নিজে সংযত কৰা। আগলৈ গৈ থাকি বা পিছলৈ চাই, তলমূৰ কৰি, শিঠিলহৈ, চীৱৰ ধাৰণ কৰি, পাত্ৰ-চীৱৰ লৈ গৈ, খাই, চোবাই, চাকি চাই, শৌচতগৈ, গৈ থাকোতে থিয় হৈ থাকোতে, বাগৰদি থাকোতে, শুই থাকোতে, সাৰ পাই থাকোতে, কথাকৈ থাকোতে, বা মৌণ হৈ থাকোতে, স্মৃতি সম্যক্ জ্ঞানেৰে যুক্ত হ'ব লাগে।

'ব্ৰাহ্মণ! যেতিয়া তেওঁ আত্ম সংযমী হৈ যায় তেতিয়া পিচৰ পাঠ আৰম্ভ কৰি দিয়ে শ্ৰমণ! আহা! কোনো একান্ত স্থান বিচাৰা লাগিলে বনেই হওঁক, লাগিলে বৃক্ষৰ ছাযাই হওঁক, লাগিলে কোনো পৰ্বতেই হওঁক, পৰ্বতৰ গুহাই হওঁক, লাগিলে শ্মশান ভূমিযেই হওঁক, লাগিলে জুপুৰা হাবিয়েই হওঁক, লাগিলে খোলা আকাশেই হওঁক, লাগিলে কোনো ধানখেৰেই হওঁক। তেওঁ এনেই কৰে। ভোজনৰ শেষত আসন লগাই বহে আৰু শৰীৰ টোক পোনাই চাৰিওটা ধ্যানৰ অভ্যাস কৰে।

"ব্ৰাহ্মণ! যি এতিয়া শিক্ষিত, যি এতিয়াও শিক্ষিত, হৈ উঠা নাই যি শিক্ষিত হ'বৰ কাৰণে যত্ন কৰি আছে, তেওঁ বিলাকৰ কাৰণেই মোৰ এই শিক্ষা।

"কিন্তু যি অৰ্হতৰ পদ লাভ কৰিছে, যি নিজৰ তৃষ্ণা দূৰ কৰিছে, যি নিজৰ জীৱনৰ উদ্দেশ্য পূৰা কৰিছে, যি কৃত্য কৃত্য, যি নিজৰ মূৰৰ বোজা খহাই পেলাইছে, যি মুক্তি প্ৰাপ্ত কৰিছে, যি সংসাৰ বন্ধনৰ পৰা মুক্ত হৈছে, যি প্ৰজ্ঞা লাভ কৰিছে, ইয়াৰ কাৰণে উপৰোক্ত শ্ৰেষ্ঠ জীৱন সুখৰ হৈছে আৰু জাগ্ৰত মুক্ত জীৱন হৈছে আত্ম সংযমৰ কাৰণে।"

যেতিয়া এই কথাখিনি কোৱা হ'ল, তেতিয়া ব্ৰাহ্মণ মোগ্গল্লানে তথাগতৰ প্ৰতি কলে -

শ্রমণ গৌতম! মোক কোৱাচোন তোমাৰ শিষ্য সকলে নির্বাণ লাভ কৰিব পাৰিছেনে বাৰু অথবা একো কৰিব পৰা নাইনেকি?"

'ব্ৰাহ্মণ। এই ক্ৰমত শিক্ষা লাভ কৰা কিছু শ্ৰাৱকে নির্বাণ প্রাপ্ত কৰিছে, কিছুৱে কৰিব পৰা নাই।'

শ্ৰমণ গৌতম। ইয়াৰ কাৰণ কি? শ্ৰমণ গৌতম তুমি কৈছা ইয়াত নির্বান আছে। ইযাত নির্বাণৰ মার্গ আছে। আৰু ইযাত শ্ৰমণ গৌতমৰ দৰে যোগ্য পথ প্রদর্শক আছে। তেতিয়া হলে এইটো কি কাৰণ হ'ব পাৰে যে এই ক্ৰমত কিছুমানে শিক্ষা লাভ কৰিব পাৰিছে, কিছুমানে পৰা নাই কিয়?

ব্ৰাহ্মণ। মই তোমাক এই প্ৰশ্নৰ উত্তৰ দিম। কিন্তু প্ৰথমে তুমি যি ভাল পোৱা তেনেধৰণেই মোৰ প্ৰশ্নৰ উত্তৰ দিয়া। ব্ৰাহ্মণ। তুমি বাৰু মোক কোৱাচোন ৰাজগৃহলৈ যোৱা ৰাস্তাটো তুমি ভাল দৰে চিনি পোৱানে?

"শ্ৰমণ গৌতম। মই ৰাজ গৃহলৈ যোৱা ৰাস্তাটো ভাল দৰে জানো।

(তেনেতে কোনো এজন মানুহ আহে আৰু ৰাজ গৃহলৈ যোৱাৰ ৰাস্তাটো সোধে।) কিন্তু তেওঁক যিটো ৰাস্তা দেখুৱা হ'ল তেওঁ সেই ৰাস্তা ত্যাগ কৰি আন ৰাস্তা ধৰি ললে। তেওঁ এটা ভুল ৰাস্তাত গুছি গ'ল পূবৰ ঠাইত পশ্চিমলৈ গুছি গ'ল।

'তেনেতে এজন বেলেগ মানুহ আহিল আৰু তেওঁ ও ৰাস্তাৰ কথা সুধিলত তেওঁকো তুমি ঠিক তেনেকৈযে ৰাস্তা বুজাই দিলা। তুমি কৰা সংকেতৰ মতেই তেও গৈ ৰাজগৃহ ওলালগৈ?"

ব্ৰাহ্মণে কলে - মই তেনে কি কৰিম মোৰ কাম ৰাস্তা দেখুৱাই দিয়া ।'

ভগবান বুদ্ধই ক'লে - 'তেতিয়া হ'লে ব্ৰাহ্মণ। মইনো কি কৰিম তথাগতৰ কাম কেৱল ৰাস্তা দেখুৱাই দিয়া।"

এতিয়া স্পষ্ট কথা হৈছে যে তথাগতে কাকো মুক্তি নিদিয়ে, তেওঁ কেৱল মুক্তি পথৰহে পথ প্রদর্শক।

বাৰু তেনে মুক্তি বা নিজাতনো কাক কয়?

হজৰত মহম্মদ আৰু যীশুখৃষ্টৰ কাৰণে মুক্তি বা নিজাতৰ অৰ্থ হৈছে পযগম্বৰৰ মধ্যস্থতাৰ কাৰণে পাপীয়ে নৰকলৈ যোৱাৰ পৰা বাচি যায।

বুদ্ধৰ কাৰণে 'মুক্তি' হৈছে 'নির্বাণ' আৰু 'নির্বান'ৰ অৰ্থ হৈছে ৰাগ দ্বেষৰ অগ্নিক নুমাই দিয়া।

এনে ধৰ্মত 'মুক্তি'ৰ আশ্বাসন বা প্ৰতিজ্ঞাবদ্ধতা কেনেকৈ হ'ব পাৰে?

৩ বুদ্ধই নিজৰ বা শাসনৰ কাৰণে কোনো প্ৰকাৰৰ 'অপৌৰুষেয়তা'ৰ (অলৌকিকতা) দাবি কৰা নাই। তেওঁৰ ধৰ্ম মনুষ্যৰ কাৰণে এজন মনুষ্যৰ দ্বাৰা

আৱিস্কৃত ধৰ্ম আছিল । ই অলৌকিক নাছিল ।

প্ৰত্যেক ধৰ্মৰ সংস্থাপকে নিজ ধৰ্মক বা নিজকে 'ঈশ্বৰীয়' বুলি কৈছে।

হজৰত দেৱদূত যদিও নিজকে 'ঈশ্বৰীয়' বুলি কোৱা নাই, কিন্তু নিজৰ শিক্ষা খিনিক 'ঈশ্বৰীয়' বুলি কৈছে। তেওঁ নিজ শিষ্য সকলক কৈছে যে যদি তেওঁক "ক্ষীৰ' আৰু 'মধু'ৰ দেশলৈ পঠোৱা যায় তেনে তেওঁ সেই শিক্ষা মানিব লাগিব, কাৰণ তেওঁ ঈশ্বৰীয

যীশুখৃষ্টই নিজকে ঈশ্বৰীয় বুলি দাবি কৰিছে। তেওঁ দাবি কৰিছে যে তেওঁ ঈশ্বৰৰ পুত্ৰ বুলি। স্বাভাৱিকতে তেওঁৰ শিক্ষাও 'ঈশ্বৰীয়' হৈ গ'ল।

কৃষ্ণইও নিজকে নিজে 'ঈশ্বৰ' বুলি কৈছে আৰু নিজৰ শিক্ষাক 'ভগবানৰ বচন বুলি কৈছে।২

তথাগতে কিন্তু নিজৰ কাৰণে আৰু নিজৰ ধৰ্ম শাসনৰ কাৰণে এনে কোনো দাবি কৰা নাই।

তেওঁৰ দাবি এইটোৱেই আছিল যে তেওঁ ও মানুহৰ ভিতৰতে এজন মানুহ আৰু তেওৰ বাণী এজন মানুহৰ দ্বাৰা আনলৈ পঠোৱা বাণী মাত্ৰ।

তেও কেতিয়াও এইটো দাবি কৰা নাই যে তেওঁৰ কোনো কথা ভুল নহয় বুলি।

তেওঁৰ দাবি আছিল এয়েই যিমান দূৰ তেওঁ বুজে তেওঁৰ পথ হৈছে মুক্তিৰ সত্য মাৰ্গ-মাথোন।

কিযনো এযেই হৈছে সাংসাৰিক জীৱনৰ বিস্তৃত অনুভৱ।

তেওঁ কৈছে যে প্ৰত্যেকৰ কাৰণে এই কথাৰ স্বতন্ত্ৰতা আছে যে তেওঁ প্ৰশ্ন কৰক পৰীক্ষণ কৰক, আৰু চাওক ই সৎমাৰ্গ হযনে নহয়?

ধৰ্মৰ আন কোনো সংস্থাপকে নিজৰ ধৰ্মক এইদৰে পৰীক্ষাৰ ওপৰত পৰীক্ষা কৰি মুক্ত ভাৱে দাবি কৰা নাই।

---

গণক মোগ্গল্লান (১০৭)।
ভগৱদ গীতা চাওঁক - ৪/৬/

---

# দ্বিতীয়ভাগ

## ভগৱান বুদ্ধৰ ধৰ্ম্মৰ বিষয়ে বিবিধ মত

### ১ আন বিলাকে তেওঁৰ ধৰ্ম্মক কেনেদৰে বুজিলে?

'ভগবান বুদ্ধৰ বাস্তবিক শিক্ষানো কি? এইটো এনে এটা প্ৰশ্ন যাৰ বিষয়ে দুজন কোনো শিষ্য অথবা বুদ্ধ ধৰ্মৰ কোনো দুজন ছাত্ৰ একমত যেন নালাগে।

কোনোৰ কাৰণে সমাধি (ধ্যান) হৈছে তেওঁৰ বিশেষ শিক্ষা।

কোনোৰ কাৰণে বিপশ্যনা হে ।

কোনোৰ কাৰণে বুদ্ধ ধৰ্ম ছন্দ বিশেষ ৰূপে দীক্ষিত লোকৰ ধৰ্ম।

কোনোৰ কাৰণে এইয়া বহুত লোকৰ ধৰ্ম।

কোনোৰ নিমিত্তে এইয়া শুদ্ধ দাৰ্শনিকতাৰ বাহিৰে আৰু একো নহয়।

কোনোৰ কাৰণে এইয়া কেৱল ৰহস্যবাদহে।

কোনোৰ কাৰণে এই সংসাৰত স্বাৰ্থ পূৰণ কৰি পলায়ণ কৰা মাত্ৰ।

কোনোৰ কাৰণে ই হৃদয়ৰ প্ৰত্যেক সৰু বৰ ভাৱনাক কবৰ দিয়াৰ ব্যৱস্থিত শাস্ত্ৰ মাত্ৰ।

বুদ্ধ ধৰ্মৰ সম্বন্ধে আৰু নানা মতসংগ্ৰহ কৰিব পাৰি।

এই বিলাক মতৰ পাৰস্পৰিক বিৰোধ আচৰিত ধৰণৰ। এই বিলাকৰ ভিতৰত কিছুমান মত এনে ধৰণৰ যে কোনো মানুহৰ মনত কোনো বিশেষ কথাৰ কাৰণে বিশেষ আকৰ্ষণ। এনে বিলাক মানুহৰ মাজত কোনোৱে ভাবে যে বুদ্ধ ধৰ্মৰ সাৰ সমাধি বা বিপশ্যনাত অথবা চন্দ দীক্ষিত লোকৰ ধৰ্ম হোৱা নিমিত্তে।

কিছুমান আন মতৰ কাৰণ হৈছে যে বুদ্ধ ধৰ্মৰ বিষয়ে লিখোতা অনেক লোক প্ৰাচীন ভাৰতীয় ইতিহাসৰ পণ্ডিত। তেওঁ বিলাকৰ বৌদ্ধ ধৰ্মীয় অধ্যয়ণ আকস্মিক আৰু ইতিহাসৰ লগত সম্পৰ্ক থকাৰ কাৰণেহে।

তেওঁ বিলাকৰ ভিতৰত কিছুমান বুদ্ধ ধৰ্মৰ ছাত্ৰহে নহয় সেই শাস্ত্ৰ যি ধৰ্মৰ উৎপত্তি আৰু বিকাশৰ লগত সম্বন্ধ আছে।

প্ৰশ্ন উঠে যে ভগবান বুদ্ধৰ কোনো সামাজিক বাণী আছিলনে নাই? যেতিয়া ইয়াৰ উত্তৰৰ কাৰণে জোৰ দিয়া যায় তেতিয়া বুদ্ধ ধৰ্মৰ পণ্ডিতে প্ৰায় দুটা কথাৰ ওপৰত বিশেষ বল দিয়ে। তেওঁ বিলাকে কয় -

ভগবান বুদ্ধই অহিংসাৰ শিক্ষা দিছিল।

ভগবান বুদ্ধই শান্তি দিছিল।

প্ৰশ্ন উঠে - 'বুদ্ধই কোনো সামাজিক বাণী দিছিলনে কি?

"বুদ্ধই 'ন্যায়'ৰ শিক্ষা দিছিলনে কি?

'বুদ্ধই 'মৈত্ৰী'ৰ শিক্ষা দিছিলনে কি?'

"বুদ্ধই 'স্বতন্ত্ৰতা'ৰ শিক্ষা দিছিলনে কি?

"বুদ্ধই 'সমানতা'ৰ শিক্ষা দিছিলনে কি?"

"বুদ্ধই 'ভাতৃ ভাব'ৰ শিক্ষা দিছিলনে কি?"

'বুদ্ধ কাৰ্ল-মাৰ্ক্সৰ তুলনাত থিয় হ'ব পাৰেনে?"

বুদ্ধ ধৰ্ম বিচাৰ কৰাৰ সময়ত এই বিলাক প্ৰশ্ন প্ৰায় উঠিবাই নাযায়।

মোৰ উত্তৰ হৈছে যে ভগবান বুদ্ধৰ সামাজিক বাণী আছে। তেওঁৰ সামাজিক বাণী সমূহেই হৈছে এই প্ৰশ্ন সমূহৰ উত্তৰ। কিন্তু সেই প্ৰশ্ন সমূহৰ উত্তৰ সমূহ আধুনিক লেখক সকলে কবৰ দিলে।

## ২ ভগবান বুদ্ধৰ নিজা বৰ্গীকৰণ

### ১ ভগবান বুদ্ধই ধৰ্মক নিজা প্ৰণালীত বৰ্গীকৰণ কৰিছে।

প্ৰথম বৰ্গ ধৰ্ম'

তেও এটা তৃতীয় বৰ্গও মানে যাক যদিও ধৰ্ম' শব্দৰ অন্তৰ্গত গ্ৰহণ কৰা যায়, কিন্তু তাক বাস্তৱতে 'অধৰ্ম' বুলি মানে।

তৃতীয় বৰ্গ ধৰ্ম দৰ্শণৰ কাৰণে।

ভগবান বুদ্ধৰ ধৰ্মক বুজিবৰ কাৰণে তিনিটা বৰ্গক ভাল দৰে বুজিব লাগে - ধৰ্ম অধৰ্ম আৰু সদধৰ্ম।

# তৃতীয়ভাগ

## ধৰ্ম কি?

### ১ জীৱনক পবিত্ৰ কৰি ৰখাটোৱেই হৈছে ধৰ্ম

জীৱনৰ পবিত্ৰতা তিনি প্ৰকাৰৰ শাৰীৰিক পবিত্ৰতা কাক বোলে?

এজন মানুহ জীৱ হিংসাৰ পৰা বিৰত থাকে কাম, ভোগ মিথ্যা আচৰণৰ পৰা বিৰত থাকে। তাকে শাৰীৰিক পবিত্ৰতা বোলে।

"বাণীৰ পবিত্ৰতা কাক কয়?"

'এজন মানুহ মিছা কোৱাৰ পৰা বিৰত থাকে

'মানসিক পবিত্ৰতা কাক বোলে?'

"এজন ভিক্ষু যেতিয়া কাম ছন্দত ব্যস্ত থাকে তেতিয়া তেওঁ জানে যে কাম ছন্দই তেওঁক গ্ৰাস কৰি আছে। যদি কাম ছন্দই তেওঁক গ্ৰাস নকৰে তেতিয়া তেওঁ বুজিব যে তেওঁৰ কোনো কামছন্দ নাই। তেওঁ এইটোও জানে যে অনুৎপন্ন কাম ছন্দ কি দৰে উৎপত্তি হয়? তেওঁ এইটোও জানেযে উৎপন্ন হোৱা কাম ছন্দ কেনেদৰে নিৰ্মূল হয় আৰু ইয়াকো জানেযে ভবিষ্যতে যাতে কাম ছন্দ উৎপন্ন হ'ব নোৱাৰে।

"যদি তাত ব্যাপাদ (দ্বেষ) আছে তেতিয়া তেওঁ জানে যে মোত ব্যাপাদ (দ্বেষ) আছে। তেওঁ তাৰ উৎপত্তি বিনাশো জানে আৰু এইটোও জানে যে ভবিষ্যতে ইয়াৰ কেনেদৰে উৎপত্তি নহয়।

"যদি তাত স্ত্যান মৃদ্ধৰ (আলস্য-তন্দ্ৰা) উৎপত্তি হৈ থাকে তেতিয়া তেওঁ জানে যে স্ত্যান-মৃদ্ধ উৎপন্ন হৈছে উদ্ধৎপন যদি তাত কোনো সন্দেহ উৎপন্ন হয় তেতিয়া তেওঁ জানে যে ভ্ৰম উৎপন্ন হৈছে । তেওঁ এইটোও জানে যে কি দৰে ইয়াৰ বিনাশ হয় আৰু কি দৰে ভবিষ্যতে ইয়াৰ উৎপত্তি নহয়। ইয়াকেই মানসিক পবিত্ৰতা বুলি কোৱা হয়।[১] " যি শৰীৰ, বাণী আৰু মনেৰে পবিত্ৰ

' নিষ্পাপ, পৰিষ্কাৰ আৰু পবিত্ৰতাৰে যুক্ত

" তাক মানুহে 'নিষ্কলঙ্ক নামেৰে আহবান কৰে।"

(খ)

পবিত্ৰতা তিনি প্ৰকাৰৰ শৰীৰৰ পবিত্ৰতা বাণীৰ পবিত্ৰতা তথা মনৰ পবিত্ৰতা।

'শৰীৰৰ পবিত্ৰতা কাক কয়?

' এজন মানুহ জীৱ হিংসাৰ পৰা বিৰত থাকে চুৰি কাৰ্যৰ পৰা বিৰত থাকে কাম বাসনা মিথ্যা আচৰণৰ পৰা বিৰত থাকে। এইয়া শৰীৰৰ পবিত্ৰতা।

'বাণীৰ পবিত্ৰতা কাক কয়?

এজন মানুহ ঈৰ্ষালু নহয় আৰু সম্যক দৃষ্টি সকলোৰে প্ৰতি ৰাখে। ই হৈছে মনৰ পবিত্ৰতা। এই বিলাক হৈছে তিনি প্ৰকাৰৰ পবিত্ৰতা।[২]

(গ)

পাঁচ প্ৰকাৰৰ দুৰ্বলতা আছে, যাৰ নিবাৰণত বাধা পৰে। সেই পাঁচোটানো কি কি? জীৱ হিংসা চুৰি কাম মিথ্যাচাৰ মিছা আৰু ৰাগিয়াল দ্ৰব্য চাৰাপ আদি গ্ৰহণ কৰা।

পাঁচ প্ৰকাৰৰ দুৰ্বলতা আছে যাৰ নিবাৰণত বাধা প্ৰদান কৰে। সাধনাৰ দ্বাৰা যেতিয়া এই পাঁচোটা দুৰ্বলতা দূৰহৈ যায় তেতিয়া চাৰিটা স্মৃতি উপস্থাপনৰ উৎপত্তি হয়।

এজন ভিক্ষুৱে শৰীৰৰ প্ৰতি ধ্যান ৰাখি কায়ানুশ্যনা কৰি বিহাৰ কৰি থাকে যত্নশীল জ্ঞানবান স্মৃতিৰ সংস্যাৰৰ লোভ তথা দৈম্যন্যসক নিয়ন্ত্ৰণ কৰি ৰাখে।

ই বেদনা সমূহৰ প্ৰতি বেদনানু পশ্যয়ী হৈ বিহাৰ কৰে।

ই মনৰ প্ৰতি চিত্তানুদৰ্শী হৈ বিহাৰ কৰে।

মনত উৎপন্ন হোৱা বিচাৰ সমূহৰ (= ধৰ্ম ) প্ৰতি ধৰ্মানুপশ্যায়ী হৈ বিহাৰ কৰে যত্নশীল জ্ঞানবান স্মৃতি যুক্ত হৈ এই সংসাৰত বিদ্যমান থকা লোভ তথা দৈম্যনস্যক নিয়ন্ত্ৰণ কৰি ৰাখে।

যেতিয়া সাধনাৰ এই পাঁচোটা আতৰি যায় তেতিয়া চাৰিটা উপস্থানৰ উৎপত্তি হৈ যায়।[৩]

(ঘ)

ঘাত তিনি প্ৰকাৰৰ, শীলঘাত চিত্ত-ঘাত আৰু দৃষ্টি ঘাত। শীল ঘাত কি? এজন মানুহে প্ৰাণী হিংসা কৰে চুৰি কৰে, কাম ভোগ সম্বন্ধে মিথ্যাচাৰ কৰে মিছা কয় লগনীয়া কথা কয় কঠোৰ ব্যৱহাৰ কৰে তথা অনৰ্থক কথা কয়। ইয়াকে শীল-ঘাত বুলি কয়।

চিত্ত-ঘাত কাক বোলে ?

এজন মানুহ লোভী হয়, দৈম্যনস্য-যুক্ত হয়। এইয়া চিত্ত-ঘাত।

দৃষ্টি-ঘাত কি?

দৃষ্টি-ঘাতত কোনো মানুহে মিছা ধাৰণা কৰে, মিথ্যা দৃষ্টি ৰাখে - দান দিয়াত, ত্যাগ কৰাত, পৰিত্যাগ কৰাত কোনো পূণ্য নহয়, ভাল বেয়া কৰ্মৰ কোনো ফল নধৰে, নাই লোক আছে, নাই পৰলোক আছে, নাই মাতা নাই পিতা নাই স্ব উৎপন্ন প্ৰাণী আছে, সংসাৰত এনে কোনো শ্ৰমণ ব্ৰাহ্মণ নাই যি উত্তম শিখৰ পায়, যি পূৰ্ণতা লাভ কৰিছে যি নিজৰ অভিজ্ঞাৰ দ্বাৰা পৰলোকত সাক্ষাৎ কৰে আৰু যি তাৰ ঘোষণা কৰিব পাৰে। ভিক্ষু সকল। এয়াই হৈছে দৃষ্টি-ঘাত।

হে ভিক্ষু সকল! এই শীল-ঘাত চিত্ত-ঘাত আৰু দৃষ্টি-ঘাতৰ কাৰণেই এনে হয় যে মৃত্যুৰ পিচতো, প্ৰাণীয়ে এনে দুৰ্গতি ভোগ কৰিবলৈ পাই। তিনি ঘাত হৈছে এয়েই।

ভিক্ষু সকল! ইয়াৰ দ্বাৰাই তিনিটা ঘাত লাভ হয়। এই তিনিটা লাভনো কি? শীল লাভ চিত্ত-লাভ তথা দৃষ্টি-লাভ।

শীল-লাভ কি?

এজন মানুহ প্ৰাণী হিংসাৰ পৰা বিৰত থাকে কঠোৰ বচন কোৱাৰ পৰা বিৰত থাকে আৰু ব্যৰ্থ কথাৰ পৰা বিৰত থাকে। এয়াই হৈছে শীল-লাভ।

চিত্ত-লাভ কি?

এজন মানুহ নাই লোভী হয় নাই বেয়া চিন্তাৰে যুক্ত হয়। এইয়া হৈছে চিত্ত-লাভ।

আৰু দৃষ্টি-লাভ কি?

ইয়াত কোনো মানুহেই এইদৰে ভুল ধাৰণা মিছা ধাৰণা মনত নাৰাখে যে দান দিয়াত ত্যাগ কৰাত পৰিত্যাগ কৰাত কোনো পূণ্য নাই ভাল বেয়া কৰ্মৰ কোনো ফল নাই নাই লোক আছে, নাই পৰলোক নাই মাতা নাই পিতা আছে নাই নিজৰ দ্বাৰা উৎপন্ন কোনো প্ৰাণী আছে, সংসাৰত এনে কোনো শ্ৰমণ ব্ৰাহ্মণ নাই যি উত্তম শিখৰত আৰোহন কৰিব পাৰিছে যি পূৰ্ণতা লাভ কৰিব পাৰিছে, যি নিজৰ অভিজ্ঞাৰ দ্বাৰা পৰলোকত সাক্ষ্যৎ কৰিব পাৰিছে আৰু যি সঠিক ঘোষণা কৰিব পাৰে। ভিক্ষুসকল! এইয়া হৈছে দৃষ্টি লাভ।

ভিক্ষু সকল এই তিনিটা লাভৰ কাৰণে শৰীৰ নাশহৈ গলেও মৃত্যুৰ পিচতো প্ৰাণীয়ে সুগতি লাভ কৰে। ভিক্ষু সকল এই তিনিটা হৈছে লাভ।[৪]

## ২ জীৱনত পূৰ্ণতা লাভ কৰাতো ধৰ্ম

এই তিনিটাই হৈছে পূৰ্ণতা।

শৰীৰৰ পূৰ্ণতা, বাণীৰ পূৰ্ণতা তথা মনৰ পূৰ্ণতা।

মনৰ পূৰ্ণতা কেনেকুৱা?

আত্মবোঁ অৰ্থাৎ মনৰ মুক্তি অনুভৱ কৰিলে প্ৰজ্ঞা মুকলি হলে মনৰ মলিৰ পৰাও মুক্ত তাক লাভ কৰিলেই, তাত বিহাৰ কৰিব পাৰিব। ইয়াকেই মনৰ পূৰ্ণতা বুলি কোৱা হয়। পূৰ্ণতা তিনি প্ৰকাৰৰ।

আৰু দ্বিতীয়টো হৈছে পাৰমিতা। ভগবান বুদ্ধই সুভূতিক বুজাব ধৰিলে।

সুভূতি - " বোদ্ধিসত্ত্বৰ দান পাৰমিতানো কি?"

তথাগত - "বোদ্ধিসত্ত্বই মনৰ সকলো অৱস্থাৰ জ্ঞান কৰি দান কৰে, নিজৰ আভ্যন্তৰিক বা ব্যহ্যিক, আৰু সেই বিলাক সৰ্ব সাধাৰণৰ কাৰণে পৰিত্যাগ কৰি বোধি'ক সমৰ্পিত কৰে। ই আনকো এনে কৰিবৰ কাৰণে প্ৰেৰণা দিয়ে। কোনো বস্তুতে তেওঁৰ আসক্তি নাই।"

সুভূতি - 'এজন বোধিসত্ত্বৰ শীল পাৰমিতানো কি?"

তথাগত - "ই নিজে দহোটা কুশল পথক পৰিচালিত কৰে আৰু আনকো এনে কৰিবৰ কাৰণে প্ৰেৰণা দিয়ে।'

সুভূতি - "বোদ্ধিসত্ত্বৰ ক্ষান্তি - পাৰমিতানো কি?'

তথাগত - "ই স্বয়ং ক্ষমা-শীল হৈ যায় তথা আনকো ক্ষমাশীল হৈ থাকিবৰ কাৰণে প্ৰেৰণা দিয়ে।"

সুভূতি - বোধিসত্ত্বৰ ধৰ্ম পাৰমিতানো কি?

তথাগত - "ই পাঁচোটা সতত পাৰমিতাৰ সম্পূৰ্ণতাত সংলগ্ন থাকে তথা আনকো এনে কৰিবৰ কাৰণে প্ৰেৰণা দিয়ে।"

সুভূতি - "বোধিসত্ত্বৰ সমাধিৰ পাৰমিতানো কি?"

তথাগত - "ই নিজৰ কৌশলৰ দ্বাৰাই ধ্যান লাভ কৰে। কিন্তু সেই সম্বন্ধে ইয়াৰ ৰূপলোকত জন্ম নহয়। ই আনকো এনে কৰিবলৈ প্ৰেৰণা জোগাই।'

সুভূতি - "বোদ্ধিসত্ত্বৰ প্ৰজ্ঞা পাৰমিতানো কি?'

তথাগত - "ই কোনো ধৰ্মত (ভৌতিক বা অভৌতিক বস্তু) লিপ্ত নহয়, ই সকলো ধৰ্মৰ স্বভাৱৰ ওপৰত বিচাৰ কৰে। ই আনকো সকলো ধৰ্মৰ স্বভাৱৰ ওপৰত বিচাৰ কৰাত প্ৰেৰণা দিয়ে।"

এই বিলাক পাৰমিতা বিকাশ কৰাটোৱেই হৈছে ধৰ্ম।

## ৩ নিৰ্বাণ প্ৰাপ্ত কৰাই হৈছে ধৰ্ম।

ভগবান বুদ্ধই কৈছে : "নিৰ্বাণৰ ওপৰত আন একো সুখেই নাই। ভগবান বুদ্ধৰ দ্বাৰা উপদিষ্ট সকলো ধৰ্মৰ ভিতৰত নিৰ্বাণৰ প্ৰমুখস্থান।

নিৰ্বাণ নো কি? ভগবান বুদ্ধই নিৰ্বাণৰ যি অৰ্থ কৰিছে, সেইয়া সেই বিলাকৰ পৰা সম্পূৰ্ণ ভিন্ন যি তেওঁৰ উপৰি পুৰুষে কৰিছে। তেওঁ বিলাকৰ উপৰি পুৰুষৰ দৃষ্টিত নিৰ্বাণৰ অভিপ্ৰায় হৈছে 'আত্মা'ৰ মোক্ষ।

নিৰ্বাণৰ স্বৰূপ চাৰিটা : (১) লৌকিক, খোৱা-বোৱা আৰু মোজ কৰা), (২) যৌগিক, (৩) ব্ৰাহ্মণী, (৪) ঔপনিষদিক।

ব্ৰাহ্মণী আৰু ঔপনিষদিক নিৰ্বাণৰ এটা সমানতা আছিল। নিৰ্বাণৰ দুয়োটা স্বৰূপতে 'আত্মা'ৰ এটা স্বতন্ত্ৰ সত্তা স্বীকাৰ কৰিছিল এই সিদ্ধান্ত ভগবান বুদ্ধই অমান্য কৰিছিল। এই কাৰণে ভগবান বুদ্ধক নিৰ্বাণৰ ব্ৰাহ্মণী আৰু ঔপনিষদিক স্বৰূপটোক খণ্ডন কৰাত অস্বীকাৰ কৰাত কোনো অসুবিধা নাছিল।

নিৰ্বাণৰ ভৌতিক কল্পনাই ইমান অধিক জড়ত্ব আনি দিছিল যে ই কেতিয়াও বুদ্ধৰ ভিত্তিৰ পৰা হোৱা নাছিল। ইয়াত কোনো অধ্যাত্মিক তত্ব নাছিল।

ভগবান বুদ্ধৰ এনেহেন লাগিছিল যে নিৰ্বাণৰ এনে স্বৰূপক স্বীকাৰ কৰাতো কোনো মানৱৰ কাৰণে ডাঙৰ হানি কৰা হয়।

ইন্দ্ৰিয় সমূহৰ ভোকৰ সন্তুষ্টিয়ে সেই ভোকক বঢ়োৱাতহে সহায় কৰে। এনেদৰে জীৱনত সুখ কেতিয়াও উৎপন্ন হ'ব নোৱাৰে। ইয়াৰ বিপৰীতে এনে ধৰণৰ সুখে জীৱনত দুঃখহে অধিক উৎপন্ন কৰে।

নিৰ্বাণৰ যৌগিক স্বৰূপ সদায় অস্থায়ী অৱস্থাত থাকে। গতিকে ই য়াৰ সুখ হৈছে নেতিবাচক। ইয়াৰ মাধ্যমেদি সাংসাৰিক সম্বন্ধ বিচ্ছেদ হয়। সেই কাৰণে দুঃখৰ পৰা বাচি থাকিব লগাত পৰিছিল। অৱশ্যে সুখ পোৱা নাছিল। সুখৰ কাৰণে অধিক সময় যোগ কৰিব লগাত পৰিছিল। এইয়া কোনোপধ্যে স্থায়ী নাছিল।

বুদ্ধৰ নিৰ্বাণৰ স্বৰূপ নিজ উপৰি পুৰুষৰ স্বৰূপতকৈ প্ৰায় ভিন্ন আছিল।

বুদ্ধৰ নিৰ্বাণৰ স্বৰূপৰ মূলতে তিনিটা কথা আছে। এই কেইটাৰ ভিতৰত এটা হৈছে 'আত্মা'ৰ সুখ নাই, কেৱল প্ৰাণীৰহে সুখ আছে।

দ্বিতীয় কথা হৈছে সংসাৰত প্ৰাণীৰ সুখ আৰু মৃত্যুৰ পিচত আত্মাৰ মুক্তি বুদ্ধৰ বিচাৰৰ মতে এইয়া বিৰুদ্ধ কথা।

তৃতীয় বিচাৰ হৈছে বুদ্ধৰ নিৰ্বাণৰ মূলাধাৰ স্বৰূপ হৈছে ৰাগ দ্বেষানিক শান্ত কৰা।

ৰাগ তথা দ্বেষ হৈছে প্ৰজ্বলিত অগ্নিৰ নিচিনা এই কথা ভগবান বুদ্ধই নিজৰ বাণীত কৈছিল, বুদ্ধ গয়াত থকাৰ সময়ত ভিক্ষু সকলক তেওঁ কৈছিল। " ভগবান বুদ্ধই ক'লে

ভিক্ষু সকল! সকলো জ্বলি গৈছে। সকলো কি জ্বলি গৈছেনে?

"ভিক্ষু সকল, চক্ষু ইন্দ্ৰিয় জ্বলি আছে, ৰূপ জ্বলি আছে, চক্ষু বিজ্ঞান জ্বলি আছে, চক্ষু সংস্কাৰ জ্বলি আছে, এই বিলাক সংস্কাৰৰ দ্বাৰাই যি সুখ বেদনা আৰু অসুখ বেদনা উৎপন্ন হৈছে, সেই বেদনাও জ্বলি আছে।

"আৰু এই বিলাক কাৰ দ্বাৰা জ্বলি আছে?

"এই বিলাক ৰাগাগ্নিৰ দ্বাৰা জ্বলি আছে, এই বিলাক দ্বেষাগ্নিৰ দ্বাৰা জ্বলি আছে, মোহাগ্নিৰ দ্বাৰা জ্বলি আছে, জাতি, জৰা, মৰণ, দুঃখ, অশান্তি তথা বিৰক্তিৰ দ্বাৰা জ্বলি আছে।

ভিক্ষু সকল। এই বিলাকৰ যেতিয়া জ্ঞান হৈ যাব তেতিয়া শ্ৰেষ্ঠ জনৰ মনত উপেক্ষা উৎপন্ন হয় উপেক্ষা উৎপন্ন হলেই ৰাগাগ্নিৰ শান্তি হয় আৰু ৰাগাগ্নি সমূহ শান্ত হ'লে মুক্ত হয় আৰু মুক্ত হলো বুলি ভাবে।

নিৰ্বাণ কেনেকৈ সুখৰ হ'ব পাৰে? এইটো দ্বিতীয় প্ৰশ্ন যাৰ উত্তৰ প্ৰতীক্ষাজনক।

সামান্য ভাবে এই টো ক'ব আৰু বুজাব পাৰি যে অভাৱে মানুহক দুঃখী কৰে। সদায় এই কথা ঠিক নহয়। মানুহ বাহুল্যৰ মাজত থাকিলেও দুঃখী হয়।

দুঃখ হৈছে লোভৰ পৰিণাম লোভ দুয়োটাৰে হয় - যাৰ লগত ধন নাই তেওঁ ও দুঃখী আৰু যাৰ লগত ধন আছে তেওঁ ও দুঃখী।

ভগবান বুদ্ধই ভিক্ষু সকলক দিয়া বাণীত এই কথা ভালদৰে স্পষ্ট কৰি দিছে -

ভিক্ষু সকল। লোভৰ পৰা লুব্ধ, দ্বেষৰ পৰা দুষ্ট আৰু মোহৰ পৰা মূঢ়, এইদৰে মানুহ নিজৰ দুখতে দুখী হয় মানুহ আনৰ দুখতেই দুঃখী মানুহে মানসিক বেদনা আৰু পীড়া অনুভৱ কৰে।

'কিন্তু মানুহে যদি লোভ, দ্বেষ তথা মোহৰ মূলোচ্ছেদ কৰিব পাৰে তেতিয়া মানুহে নাই নিজৰ দুখত দুখী হয় নাই আনৰ দুখত দুখী থাকিব আৰু মানসিক বেদনা আৰু পীড়া অনুভৱ কৰিব।

এইদৰে ভিক্ষু সকল। নিৰ্বাণ এই জীৱনতে পোৱা যায়, ভৱিষ্যত জীৱনত নহয়, ভাল লাগে, আকৰ্ষণ হয় আৰু বুদ্ধিমান শ্ৰাবকে ইয়াক হস্তগত কৰিব পাৰে। *

যি বস্তুৱে মানুহক জ্বলাই দিয়ে দুখী কৰে সেই কথা ইয়াত স্পষ্ট কৰি দিয়া হৈছে। মানুহৰ ৰাগ দ্বেষ জ্বলি যোৱা অগ্নিৰ দৰে বুলি কৈ ভগবান বুদ্ধই মানুহৰ দুখক সৰ্বাংত্মক ৰূপত ব্যাখ্যা কৰিছে।

ৰাগ-দ্বেষৰ অধীনতাই মানুহক দুখী কৰে. ৰাগ দ্বেষক 'সংযোজন অথবা বন্ধন বুলি কোৱা হৈছে, যি মানুহক নিৰ্বাণৰ ওচৰ পোৱাত বাধা জন্মই। যিমানেই মানুহ ৰাগ দ্বেষৰ বন্ধনৰ পৰা মুক্ত হৈ যাব সিমানে তেওঁৰ কাৰণে নিৰ্বাণৰ পথ মুকলি হৈ যাব ইয়েই দুখ অন্ত কৰিব পাৰে।

ভগবান বুদ্ধই এই সংযোজন'ক তিনিটা ভাগত ভাগ কৰিছে -

প্ৰথম বিভাগ হৈছে যাৰ সম্বন্ধ সকলো প্ৰকাৰৰ তৃষ্ণাৰ দ্বাৰা হৈছে, যেনে কামুকতা আৰু লোভ।

দ্বিতীয় বৰ্গ হৈছে যাৰ সম্বন্ধ সকলো প্ৰকাৰৰ বিতৃষ্ণাৰ পৰা হৈছে - যেনে ঘৃণা ক্ৰোধ আৰু দ্বেষ (দোষ)।

তৃতীয় বৰ্গ হৈছে যাৰ সম্বন্ধ সকলোধৰণৰ অবিদ্যাৰ দ্বাৰা হয় - যেনে জড়তা, মূৰ্খতা আৰু মূঢ়তা (মোহ)।

প্ৰথম (ৰাগ) অগ্নি আৰু দ্বিতীয় (দ্বেষ) অগ্নিৰ সম্বন্ধ মানুহৰ সেই ভাৱনাৰ দ্বাৰা উৎপন্ন হয়, যি আনৰ প্ৰতি অৰ্থাৎ তৃতীয় (মোহ) অগ্নিৰ লগত সম্বন্ধ, সেই সকলো বিচাৰৰ লগত সম্বন্ধ আছে, যিনেকি সত্যৰ পৰা ভিন্ন।

ভগবান বুদ্ধৰ নিৰ্বাণৰ সিদ্ধান্তৰ সম্বন্ধে অনেক ভুল বুজি আছে। শব্দৰ ব্যুৎপত্তিৰ ফালৰ পৰা নিৰ্বাণ শব্দৰ শব্দাৰ্থ হৈছে নুমাই যোৱা।

শব্দৰ এই ব্যুৎপত্তিক লৈ সমালোচক সকলে 'নিৰ্বাণ'ক দুজনাও মান্যতা দিয়া নাই,

ইয়াক এক প্ৰকাৰ অৰ্থহীন বুলি ক'ব বিচাৰে।

তেওঁ বিলাকৰ মতে নিৰ্বাণৰ অৰ্থ হৈছে সকলো প্ৰকাৰৰ মানবীয় প্ৰবৃত্তি সমূহ নুমাই যোৱা অৰ্থাৎ মৃত্যু হোৱা।

এইদৰে আলোচক সকলে নিবাণৰ সিদ্ধান্তক উলাই কৰিব বিচাৰে। যি এই অগ্নি 'স্বন্ধোপম' সুক্ত'ৰ ভাষাৰ বিচাৰ কৰিব তেওঁ এই কথা বুজি পাব যে নিৰ্বাণৰ অৰ্থ এইটো কদাপি নহয়।

এই বাণীত এইটো কোৱা হোৱা নাইযে জীৱন জ্বলি আছে, দ্বেষাগ্নি জ্বলি আছে তথা মোহাগ্নি জ্বলি আছে।

এই অগ্নি স্কন্ধোপম সুক্তত এই কথা কোৱা হোৱা নাই যে মানুহৰ সকলো প্ৰকাৰৰ প্ৰবৃত্তি সমূহৰ মূল উচ্ছেদ কৰি দিব লাগে। ইয়াত অগ্নিত ঘিউ ঢালিবলৈ কোৱা হোৱা নাই।

দ্বিতীয় কথা হৈছে আলোচকে 'নিৰ্বাণ' আৰু 'পৰিনিৰ্বাণ'ৰ ভেদ কৰাটোও পাহৰি গৈছে।

উদানৰ অনুসৰি যেতিয়া শৰীৰৰ অস্তিত্ব নোহোৱা হয় তেতিয়া সমস্ত সংজ্ঞা বিলাক বৈ যায়, আৰু সমস্ত বেদনা সমূহ নাশহৈ যায় এই দৰে সকলো প্ৰকাৰৰ প্ৰক্ৰিয়া বন্ধ হৈ লাহে লাহে চেতনাহীন হৈ যায় আৰু তেতিয়াই পৰিনিৰ্বাণ লাভ হয়। এইদৰে পৰিনিৰ্বাণৰ অভিপ্ৰায় হৈছে সম্পূৰ্ণ ৰূপে নুমাই যোৱা।

নিৰ্বাণৰ হলে অৰ্থ এনে কেতিয়াও হ'ব নোৱাৰে। নিৰ্বাণৰ অৰ্থ হৈছে নিজৰ প্ৰবৃত্তি সমূহৰ ওপৰত ইমানেই নিয়ন্ত্ৰণ ৰাখিব লাগে যে মানুহ যাতে ধৰ্মৰ পথত চলিব পাৰে। ইয়াতকৈ অধিক আৰু অন্য কোনো সাৰ নাই।

ৰাধকক স্বয়ং ভগবান বুদ্ধই বুজাব ধৰিলে যে নিৰ্দ্দোষী জীৱনৰ আন এটা নাম হৈছে নিৰ্বাণ।

এবাৰ ৰাধ স্থবিৰ ভগবান বুদ্ধৰ ওচৰলৈ আহিল। আহি ভগবান বুদ্ধক অভিনন্দন জনাই নিজ আসনত বহিল। এইদৰে বহি ৰাধ স্থবিৰে ভগবান বুদ্ধৰ প্ৰতি সুধিলে - 'ভন্তে! নিৰ্বাণ কি কাৰণে লাগে?"

তথাগতে উত্তৰ দিলে - নিৰ্বাণৰ অৰ্থ হৈছে ৰাগাগ্নি, দ্বেষাগ্নি তথা মোহাগ্নি নুমাই দিয়া।

'কিন্তু ভন্তে! নিৰ্বাণৰ উদ্দেশ্যনো কি?"

'ৰাধ! নিৰ্দ্দোষ জীৱনৰ মূলাধাৰ হৈছে নিৰ্বাণৰত।

নিৰ্বাণেই হৈছে জীৱনৰ উদ্দেশ্য। নিৰ্বাণেই হৈছে অভীষ্ট।

'নিৰ্বাণৰ অভিপ্ৰায় হৈছে সকলো (প্ৰবৃত্তি সমূহ) নুমাই দিয়া। এই কথা সাৰি পুত্ৰই ও নিজৰ প্ৰবচনত স্পষ্ট কৰিছে।

এবাৰ ভগবান বুদ্ধ শ্ৰাৱস্তীত আছিল, অনাথ পিণ্ডকে জেতবনাৰামত বিহাৰ কৰি আছিল। সেই সময়ত সাৰি পুত্ৰও তাতেই উপস্থিত আছিল।

ভগবান বুদ্ধই ভিক্ষু সকলক সম্বোধন কৰি কলে-

"ভিক্ষু সকল। ধৰ্মৰ অধিকাৰী হোৱা। ভৌতিক বস্তুৰ অধিকাৰী হ'ব নালাগে। মোৰ তোমালোকৰ ওপৰত অনুকম্পা আছে। এই কাৰণে মই তোমালোকক ধৰ্মৰ অধিকাৰী পাতিলোঁ।"

ভগবান বুদ্ধই এই কথা কৈয়েই তাৰ পৰা তেওঁ উঠি (গন্ধ) কুটীৰলৈ গুছি গ'ল। সাৰিপুত্ৰ পিচত থাকি গ'ল। তেতিয়া ভিক্ষু সকলে সাৰিপুত্ৰৰ প্ৰতি প্ৰাৰ্থনা জনালে যে তেওঁ ক'ব লাগে, নিৰ্বাণনো কি?

তেতিয়া সাৰি পুত্ৰই ভিক্ষু সকলক উত্তৰ দি কৈছিল-

"ভিক্ষু সকল। লোভ হৈছে বেয়া বস্তু দ্বেষ বেয়া বস্তু।

'এই লোভ আৰু এই দ্বেষৰ পৰা মুক্তি পোৱাৰ সাধন হৈছে- মধ্যম মাৰ্গ যি চকু খোল খুৱাই, যি জ্ঞান দিয়ে, যি শান্তি দিয়ে, অভিজ্ঞা বোধ তথা নিৰ্বাণৰ ফালে লৈ যায়।

এই মধ্যম মাৰ্গনো কি? এই মধ্যম মাৰ্গ আৰ্য্য অষ্টাঙ্গিক মাৰ্গৰ বাহিৰে আন একো নহয় ই সম্যক্ দৃষ্টি, সম্যক্ বাণী সম্যক্ কৰ্মান্ত, সম্যক্ আজীৱিকা সম্যক্ চেষ্টা (ব্যায়াম) সম্যক স্মৃতি তথা সম্যক সমাধি ভিক্ষু সকল। এইয়াই হৈছে মধ্যম-মাৰ্গ।

'অ। ভিক্ষু সকল। ক্ৰোধ বেয়া বস্তু দ্বেষ বেয়া বস্তু ঈৰ্ষা বেয়া বস্তু মাৎসৰ্য্য বেয়া বস্তু কৃপনালী বেয়া বস্তু লালসা বেয়া বস্তু ফাকি ফুকা বেয়া বস্তু ঠগ প্ৰবঞ্চনা বেয়া বস্তু উৰ্দ্ধতালি বেয়া বস্তু মোহ বেয়া বস্তু প্ৰমাদ হোৱাতো বেয়া কথা।

মোহ তথা প্ৰমাদ নাশ কৰিবৰ কাৰণে মধ্যম-মাৰ্গ যি চকু মেল খুৱাই যি জ্ঞান প্ৰদান কৰে যি আমাক শান্তি, অভিজ্ঞা বোধি তথা নিৰ্বাণৰ ফালে লৈ যায়।

'নিৰ্বাণ আৰ্য্য অষ্টাঙ্গিক মাৰ্গৰ বাহিৰে আন একো নহয়। এইদৰে সাৰি পুত্ৰই ক'লে। ভিক্ষু সাৰি পুত্ৰৰ বাণী শুনি আনন্দিত হ'ল প্ৰসন্ন হ'ল। [৮]

নিৰ্বাণৰ মূলতে যি বিচাৰ উৎপন্ন হৈছে সেইয়া হৈছে যে ই নিষ্কলঙ্কতাৰ পথ। কোনেও নিৰ্বাণৰ বাহিৰে আন কথা চিন্তা কৰিব নালাগে।

সম্পূৰ্ণ উচ্ছেদবাদ হৈছে নিশেষ হোৱা আৰু পৰিনিৰ্বাণ হৈছে দ্বিতীয় অন্ত। নিৰ্বাণ হৈছে মধ্যম মাৰ্গ।

যদি নিৰ্বাণক এইদৰে উচিত ৰূপে বুজি লোৱা যায় তেতিয়া নিৰ্বাণৰ সম্বন্ধে সকলো ভুল ধাৰণা দূৰ হৈ যাব।

## ৪ তৃষ্ণাৰ ত্যাগ হৈছে ধৰ্ম

ধম্মপদত ভগবান বুদ্ধই কলে - 'আৰোগ্যতকৈ সন্তোষ একোৱেই হ'ব নোৱাৰে সন্তোষত কৈ ধন নাই। [১] ইয়াত সন্তোষৰ অৰ্থ পৰিস্থিতিৰ সন্মুখত মূৰ দোৱা নুবুজায়। এনেদৰে ভবাতো ভগবান বুদ্ধৰ আন শিক্ষাৰ লগত সৰ্বদাই প্ৰতিকূলহে হ'ব। ভগবান বুদ্ধই কতিয়াও কোৱা নাই যে "ভাগ্যবান বিলাক গৰীব বুলি।' ভগবান বুদ্ধই এইটো কোৱা নাইযে যি বিলাক পীডিত তেও বিলাকে নিজৰ পৰিস্থিতি পৰিবৰ্ত্তন কৰিবলৈ প্ৰয়াস কৰিব নালাগে। আনফালে তেওঁ ঐশ্চৰ্য্যক স্বাগত জনাইছে নিজ পৰিস্থিতিৰ ফালৰ পৰা অবহেলিত হৈ

থকাতকৈ তেওঁ উপদেশ দিব বিচাৰে বীৰ্য্যবান, উৎসাহ পূৰ্বক পৰিস্থিতিক পৰিবৰ্তন কৰিবলৈ প্ৰয়াস কৰিব লাগে।

যেতিয়া ভগবান বুদ্ধই কলে যে সন্তোষ হৈছে আটাইতকৈ ডাঙৰ ধন, তেওঁৰ কোৱাৰ অভিপ্ৰায় হৈছে যে মানুহ লোভৰ বশীভূত হ'ব নালাগে, যাৰ কোনো সীমা নাই। ভিক্ষু ৰাষ্ট্ৰপালে কৈছে - মই দেখিছো ধনী সকলে অধিকত কৈও অধিক গোটায়েই থাকে তাৰ পৰা কাকো একো নিদিয়ে তেওঁৰ তৃষ্ণাৰূপী হেপাহ নপলাই। যি ৰজাই সমুদ্ৰৰ পাৰলৈকে ৰাজ্য বঢাই লৈছে তাৰ উপৰিও সমুদ্ৰৰ সিপাৰলৈ হাত মেলে এইদৰে সমুদ্ৰৰ সিপাৰৰ সাম্ৰাজ্যক লৈয়ো দুখী। ৰজা প্ৰজা সকলো এই সংসাৰৰ পৰা গুছি যায় তথাপিও তেওঁ বিলাকৰ অভাৱ থাকিয়েই যায় তেওঁ বিলাকে শৰীৰ ত্যাগ দিয়ে তথাপি তেওঁ বিলাকৰ এই পৃথিবীৰ কাম ভোগৰ ইচ্ছাই তৃপ্তি নপলাই। [১০]

মহা নিদান সুত্ত [১১] ত ভগবান বুদ্ধই আনন্দকলোভ নিজৰ বশত নিয়ন্ত্ৰণ কৰিবলৈ কৈছে। তথাগতৰ বচন হৈছে -

এইদৰে আনন্দ! লাভৰ ইচ্ছাতেই তৃষ্ণাৰ জন্ম হয় যেতিয়া লাভৰ ইচ্ছাৰ পৰিবৰ্তন হৈ যায় তেতিয়া সম্পত্তিৰ ইচ্ছা নিজৰ সম্পত্তিৰ লগত বেয়াধৰণে লাগি থাকিবলৈ ইচ্ছা হয় তাকেই লোভ বুলি কয়।"

লোভ বা সংগ্ৰহ কৰাৰ অসংযত কামনাৰ ওপৰত নজৰ ৰখাতো দৰ্কাৰ।

এই তৃষ্ণা বা লোভক বশ কৰি ৰখাৰ দৰ্কাৰ কি? "কিয়নো ইয়াৰ দ্বাৰা ভগবান বুদ্ধই আনন্দক কলে- 'বহুত বেয়া অভ্যাস উৎপন্ন হয়। কাজিয়া পেচালো হৈ যায় মানুহে আঘাতো পায় কাজিয়াও হয়। পৰস্পৰ বিৰোধও হয় সংঘৰ্ষ ও হয় পৰস্পৰে পৰস্পৰক নিন্দা তথা মিছা ও কোৱা হয়। [১২]

ইয়াত কোনো সন্দেহ নাই যে শ্ৰেণী সংঘৰ্ষৰ এইয়া প্ৰকৃত বিশ্লেষণ।

এই কাৰণে ভগবান বুদ্ধই 'তৃষ্ণা আৰু লোভ'ক নিজৰ বশত ৰাখিবৰ কাৰণে কৈছে।

### ৫ এইটো স্বীকাৰ কৰা উচিত হ'ব যে সকলো সংস্কাৰ অনিত্য, ধৰ্ম অনিত্য সিদ্ধান্তৰ তিনিটা দিশ আছে।

অনেক তত্ত্বৰ দ্বাৰা সংযোগত হোৱা বস্তু হৈছে অনিত্য। ব্যক্তিগত ৰূপে প্ৰাণী হৈছে অনিত্য। প্ৰতীত্য সমুৎপন্ন বস্তু বিলাকৰ 'আত্মা-তত্ব হৈছে অনিত্য।

অনেক তত্ত্বৰ সংমিশ্ৰণত হোৱা বস্তুৰ অনিত্যতাৰ কথা মহান বৌদ্ধ দাৰ্শনিক অসংগে ভালদৰে বুজাই কৈছে - 'সকলো বস্তু কে অসংগই কব বিচাৰে ' হেতু তথা প্ৰত্যয়ৰ দ্বাৰা উৎপন্ন। কাৰো স্বাধীন অস্বিত্ব নাই। যেতিয়া হেতু প্ৰত্যয়ৰ উচ্ছেদ হৈ যায় বস্তু বিলাকৰ অস্তিত্ব নাথাকে। প্ৰাণীৰ শৰীৰ পৃথিবী জল অগ্নি আৰু বায়ু নামক চাৰিটা মহাভূতৰ পৰিণাম স্বৰূপ। যেতিয়া এই চাৰিওটা মহাভূতৰ পৃথক কৰণ হৈ যায় তেতিয়া প্ৰাণী নাথাকে। 'অনেক তত্ত্বৰ দ্বাৰা সংযোজিত হোৱা বস্তু অনিত্য বুলি কোৱাৰ অভিপ্ৰায় এয়েই। জীৱিত প্ৰাণীৰ অনিত্যতাৰ সৰ্বশ্ৰেষ্ঠ ব্যাখ্যা এয়েযে সি নাই সি হৈ আছে। এনে অৰ্থত ভূতকালৰ প্ৰাণীয়ে

নিজৰ জীৱন ব্যত্তিত কৰিলে নাই তেওঁ বৰ্ত্তমানত কৰিব পৰা নাই ভবিষ্যতে কৰিব। ভবিষ্যত কালৰ প্ৰাণী থাকিব কিন্তু নাই থকা আৰু নাথাকেও বৰ্ত্তমান কালৰ প্ৰাণী থাকে, কিন্তু নাই থকা আৰু নাথাকিব। ১

সংক্ষেপতে ইয়াকেই ক'ব পাৰি যে মানৱ নিৰন্তৰ পৰিবৰ্ত্তন শীল, নিৰন্তৰ সংবৰ্দ্ধন শীল। ই জীৱনৰ দুটা ভিন্ন ক্ষণৰ ভিতৰৰ এটাও নহয়। এই সিদ্ধান্তৰ তৃতীয় দিশটো হৈছে এজন সামান্য মানুহৰ কাৰণে ইয়াক বুজাতো জটিল। এইটোৱেই বুজিব লাগিব যে মানুহ এদিন নহয় এদিন অৱশ্যে মৰিবই বৰ সহজ কথা। কিন্তু এটা কথা বুজিব লাগিব যে এজন মানুহৰ জীৱিত অৱস্থাত কেনেদৰে পৰিবৰ্ত্তন হয়, সেইটোহে সিমান সহজ নহয়। "এইটো কেনেকৈ সম্ভৱ?" ভগবান বুদ্ধৰ উত্তৰ আছিল- "এইটো এই কাৰণেই সম্ভৱ যে প্ৰত্যেকটো বস্তুৱেই অনিত্য।" পিচত গৈ এই অনিত্যতাৰ সিদ্ধান্তই শূণ্যবাদৰ ৰূপ গ্ৰহণ কৰি ললে।

বৌদ্ধ 'শূণ্যতা'ৰ অৰ্থ বোল অনাই নিষেধ নহয়। ইয়াৰ অৰ্থ এয়ে যে সংসাৰত যি আছে সি প্ৰতিক্ষণে পৰিবৰ্ত্তন হৈ আছে। বহুত কম মানুহেই ইয়াক বুজিব পাৰে যে 'শূণ্যতা'ৰ কাৰণেই সকলো সম্ভৱ হৈছে। ইয়াৰ বাহিৰে সংসাৰত একোৱেই সম্ভৱ হৈ নাথাকিব। অন্যান্য সকলো কথাই বস্তুৰ অনিত্যতাৰ স্বভাৱৰ ওপৰতেই নিৰ্ভৰ কৰে। যদি বস্তু পৰিবৰ্ত্তন শীল নহলহেতেন তেনেহলে স্থায়ী আৰু অপৰিবৰ্ত্তন শীল হৈ থাকে তেতিয়া এটা ৰূপৰ পৰা আন এটা ৰূপত জীৱনৰ সমস্ত বিকাসেই বৈ যাব ক'তো কোনো পৰিবৰ্ত্তন নাথাকিব তেতিয়া কাৰো কোনো উন্নতি নহলহেতেন। যদি মানুহ মৰি যায় বা তাত কোনো পৰিবৰ্ত্তন আহি যায় পুনৰ সেই বিলাক সেই অৱস্থাত অপৰিবৰ্ত্তন শীল স্থিতিত থাকে তেতিয়া কি অৱস্থা হ'ব? তেনে মানৱ জাতিৰ প্ৰগতি সম্পূৰ্ণ বৈ যাব।

যদি 'শূণ্য'ৰ অৰ্থ 'অভাৱ বুলি ভবা হয় তেতিয়া বহুত সমস্যা উৎপন্ন হৈ যায়। 'শূণ্য সেই বিন্দুৱেই সমান যিনেকি এটা পদাৰ্থ কিন্তু যাৰ কোনো দীঘল ছুটি নাই। ভগবান বুদ্ধৰ এই উপদেশ আছিল যে সকলো বস্তুৱেই অনিত্য। এই সিদ্ধান্তৰ পৰা আমি কি শিক্ষা পালো? ই হৈছে অধিক মহত্বপূৰ্ণ প্ৰশ্ন। এই সিদ্ধান্তৰ পৰা আমি যি শিক্ষা পাইছো সি হৈছে সৰল। যাৰ দ্বাৰা কোনো বস্তুৰ প্ৰতি আসক্ত নোহোৱা। এই অনাশক্তি - সম্পত্তিৰ প্ৰতি আসক্তি সম্বন্ধীয়ৰ প্ৰতি বন্ধুৰ প্ৰতি তথা পৰিচিতৰ প্ৰতি অনাশক্তিৰ অভ্যাস কৰিবৰ কাৰণে ইয়াক কোৱা হৈছে যে সকলো বস্তুৱেই অনিত্য।

### ৬ কৰ্মক মানৱ জীৱনৰ নৈতিক সংস্থানৰ আধাৰ মানি লোৱাই ধৰ্ম

ভৌতিক সংসাৰত এক প্ৰকাৰৰ নিয়ম দেখিবলৈ পোৱা যায়। নিম্নলিখিত কথাখিনিয়ে তাৰ সাক্ষীবহন কৰিছে। আকাশৰ নক্ষত্ৰ সমূহৰ চলাচলতো এক প্ৰকাৰৰ নিয়ম আছে। ঋতু সমূহৰ অহা যোৱাতো নিয়ম আছে। বীজৰ পৰা বৃক্ষ উৎপন্ন হয় বৃক্ষত ফল লাগে আৰু ফলৰ পৰা পুনৰ বীজৰ উৎপত্তি হয় ইয়াতো এক প্ৰকাৰৰ নিয়ম আছে। বৌদ্ধ পৰিভাষাত এই সকলো বিলাক মিলি 'বীজ নিয়ম তথা ঋতু-নিয়ম আদি বুলি কোৱা যায়। এইদৰে সমাজতো কিবা নৈতিক ক্ৰম আছেনে? যদি আছে তেনে ই কেনেকৈ উৎপন্ন হয়? ইয়াৰ সংৰক্ষণ কেনেকৈ হয়? যি ঈশ্বৰ'ত বিশ্বাস ৰাখে তেওঁ বিলাকৰ কাৰণে ইয়াৰ উত্তৰ

দিয়াত কোনো কঠিন নহয়। তেওঁ বিলাকৰ উত্তৰ সৰল। তেওঁ বিলাকৰ বক্তব্য হৈছে সংসাৰৰ নৈতিক-ক্ৰম ঈশ্বৰৰ ইচ্ছাৰ পৰিণাম। ঈশ্বৰে এই সংসাৰ খন জন্ম দিছে আৰু ঈশ্বৰেই এই সংসাৰৰ কৰ্ত্তা-ধৰ্ত্তা। তেৱেঁই ভৌতিক তথা নৈতিক নিয়ম সমূহৰ সৃষ্টি-কৰ্ত্তা। তেওঁ বিলাকৰ বক্তব্য হৈছে যে নৈতিক নিয়ম মানুহৰ উন্নতিৰ কাৰণে। সেইয়া ঈশ্বৰৰ আজ্ঞা। মানুহে ঈশ্বৰে সৃষ্টি কৰা আজ্ঞা সমূহক পালন কৰিবই লাগিব, আৰু এই ঈশ্বৰৰ আজ্ঞা সমূহৰ পালন হৈছে যি এই সংসাৰখন চলাই আছে। সংসাৰৰ নৈতিক সংস্থান ঈশ্বৰৰ ইচ্ছাৰ পৰিণাম - ইয়াৰ পক্ষত এই তৰ্ককেই দিয়া হৈছে।

কিন্তু এই ব্যাখ্যা কোনোপধ্যে সন্তোষজনক নহয়। কিয়নো যদি 'ঈশ্বৰ' নৈতিক নিয়ম সমূহৰ জনক হয় আৰু ঈশ্বৰেই যদি নৈতিক নিয়ম সমূহৰ আৰম্ভ আৰু অৱসানৰ মূল হয় যদি মানুহে ঈশ্বৰৰ আজ্ঞা পালন কৰিবৰ কাৰণে বাধ্য, তেনে সংসাৰত ইমান নৈতিক অৰাজকতা বা অনৈতিকতানো কিয় হৈছে?

এনে 'ঈশ্বৰীয় নিয়ম'ৰ লগতনো কি শক্তি নিহিত হৈ আছে? এই 'ঈশ্বৰীয় নিয়ম'ৰ ওপৰত অধিকাৰনো কি? এই বিলাক মহত্বপূৰ্ণ প্ৰশ্ন। কিন্তু যি মানুহে ইয়াক মানিব বিচাৰে যে সংসাৰৰ নৈতিক সংস্থান সমূহ ঈশ্বৰৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ শীল হয় তেনে তেওঁ বিলাকৰ ওচৰত এই বিলাক প্ৰশ্নৰ কোনো সন্তোষজনক উত্তৰ নাই। এই জটিল পৰিস্থিতিৰ পৰা পৰিত্ৰান পাবৰ কাৰণে প্ৰসংগ অলপ পৰিবৰ্ত্তন কৰা হৈছে।

কৰবলৈ ধৰিলে - নিঁসন্দেহে ঈশ্বৰৰ ইচ্ছাতহে সৃষ্টিৰ অস্তিত্ব বৰ্ত্তি আছে। এইটোও সত্য যে প্ৰকৃতিয়ে ঈশ্বৰৰ ইচ্ছা আৰু মাৰ্গ দৰ্শণৰ অনুসৰিয়েই নিজৰ কাম আৰম্ভ কৰিলে। এইটোও সত্য যে তেওঁ প্ৰকৃতিক একেবাৰে সকলো শক্তি প্ৰদান কৰিলে যি এতিয়া সমস্ত ক্ৰিয়াশীলত্ৰৰ মূল 'ঈশ্বৰে প্ৰকৃতিৰ ওপৰত সমস্ত স্বতন্ত্ৰতা এৰি দিলে। তেওঁৰ দ্বাৰা সৃষ্টি আৰম্ভণি নিয়মৰ অনুসৰি কাম কৰি থাকক। যদি ঈশ্বৰৰ ইচ্ছা বা ঈশ্বৰৰ আজ্ঞা অনুসৰি কাৰ্য সম্পন্ন নহয় তেতিয়া-হলে ইয়াত ঈশ্বৰৰ কোনো দোষ নহয় সমস্ত দোষ প্ৰকৃতিৰহে। কিন্তু সিদ্ধান্তত পৰিবৰ্ত্তন কৰি দিলেও কাম নচলিব। ইয়াৰ দ্বাৰা কেৱল ইয়াকে ক'ব পাৰি যে ঈশ্বৰৰ ওপৰত কোনো অধিকাৰ নাই। কিন্তু প্ৰশ্ন উঠে ঈশ্বৰে এই কাম প্ৰকৃতিৰ ওপৰত কিয় জাপি দিলে? তেওঁ বনোৱা নিয়ম অনুসৰি কাম কৰিবনে? এই দৰে অনুপস্থিত কৰ্মহীন ঈশ্বৰৰ কি প্ৰযোজন?

এনে বিলাক প্ৰশ্নৰ দ্বাৰাই সংসাৰৰ নৈতিক ক্ৰমনো কেনেকৈ সুৰক্ষিত হৈ থাকিব? যি উত্তৰ বুদ্ধই দিলে সেইয়া সম্পূৰ্ণ ভিন্ন। তথাগতৰ উত্তৰ হৈছে বিশ্বৰ নৈতিক ক্ৰমক সজাই ৰাখোতা কোনো ঈশ্বৰ নাই সেইয়া কেৱল কৰ্মৰ নিয়মহে যি বিশ্বৰ নৈতিক ক্ৰমক চলন্ত ৰূপ দি আছে। "বিশ্বৰ নৈতিক ক্ৰম লাগিলে ভালেই হওঁক বা বেয়াই হওঁক কিন্তু ভগবান বুদ্ধৰ উপদেশানুসাৰ তেওঁ যেয়ে নহওঁক লাগে সেইয়া কেৱল মানুহৰ ওপৰতহে নিৰ্ভৰ আনৰ ওপৰত নহয়। 'কৰ্ম'ৰ অৰ্থ হৈছে মনুষ্যৰ দ্বাৰা কৰা 'কৰ্ম' আৰু 'বিপাক'ৰ অৰ্থ হৈছে তাৰ পৰিণাম। যদি নৈতিক ক্ৰম বেয়া তেতিয়া হ'লে ইয়াৰ অৰ্থ হৈছে যে মানুহে বেয়া (অকুশল) কৰ্ম কৰিছে, যদি নৈতিক কৰ্ম ভাল তেনে ইয়াৰ অৰ্থ হ'ব মানুহে

ভাল (কুশল) কামেই কৰে। বুদ্ধই কেৱল কৰ্ম্ম (কৰ্ম) কথাকে কোৱা নাই। তেওঁ কাম্মৰ (কৰ্ম) নিয়মৰ কথাও কৈছে - অৰ্থাৎ কৰ্মৰ কানুন সমূহৰ। কৰ্মৰ নিয়ম অনুসৰি বুদ্ধৰ অভিপ্ৰায় আছিল যে অনিবাৰ্য্য কৰ্মৰ পৰিণামে এনেদৰে পিচ লয় যেনেকৈ দিন ৰাতি হয়। ইয়ো এক নিয়ম।

কুশল কৰ্মৰ পৰা লাভ সকলোৱেই ভোগ কৰিব পাৰে, কিন্তু অকুশল কৰ্মৰ দ্বাৰা হোৱা হানিৰ পৰা কোনো ৰাচি যাব নোৱাৰে। এই কাৰণে ভগবান বুদ্ধৰ পৰামৰ্শ আছিল কুশল কৰ্ম কৰা যাতে তাৰ পৰা নৈতিক ক্ৰমৰ সহায়তা পায় আৰু তাৰ দ্বাৰা মানবতা লাভ হয়, অকুশল কৰ্ম নকৰিবা যাৰ দ্বাৰা নৈতিক ক্ৰমৰ হানি হয় আৰু যাৰ দ্বাৰা মানব দুঃখী হয়। এইটো হ'ব পাৰে যে এটা কৰ্ম আৰু তাৰ বিপাকত সময়ৰ হয়তো কিছু হেৰফেৰ হ'ব পাৰে। এইটো প্ৰায় বিলাকৰে হয়। এনে দৃষ্টিত কৰ্মৰ বহুত বিভাগ আছে যেনে - দিটঠ ধম্ম বেদনীয় কৰ্ম (এই জন্মতে ফল দিয়া কৰ্ম) উপজ্জ বেদনীয় কৰ্ম (উৎপন্ন হৈ ফলদিয়া কৰ্ম) অপৰা পৰিয় বেদনীয় কৰ্ম (অনিশ্চিত সময়ত ফল দিয়া কৰ্ম)। কৰ্ম কেতিযাবা কেতিয়াবা 'অহোসী কৰ্ম ও হ'ব পাৰে অৰ্থাৎ কৰ্মৰ যি 'বিপাক নহয়। এই 'অহোসী কৰ্ম'ৰ অন্তৰ্গত এই সকলো কৰ্মই আহে যিনেকি ইমানেই দুৰ্বল হয় যে তাৰ কোনো 'বিপাক হ'ব নোৱাৰে অথবা যিনেকি কোনো সবল কৰ্মৰ দ্বাৰা বাধিত হৈ যাব পাৰে।

এই সকলো বিলাক কথাৰ কাৰণে স্থানো মানি লোৱা যায় তেতিয়াও ভগবান বুদ্ধৰ এই দেশনা নিজ স্থানত থিকেই যে কৰ্মৰ নিয়ম প্ৰয়োগ হৈয়ে থাকিব। কৰ্মৰ সিদ্ধান্ত অনিবাৰ্য্য ৰূপে এইটো অৰ্থ নহয় যে কৰ্ম কৰোতাইহে কৰ্মৰ ফল ভোগ কৰিব পাৰে এনে ভবাতো ভুল। কেতিয়াবা কেতিয়াবা কৰ্ম কৰোতাতকৈ ইয়াৰ ফল আনৰ ওপৰতহে কৰ্মৰ প্ৰভাব পৰে। এই বিলাকো কৰ্মৰে নিয়ম, কিয়নো ই হয়তো নৈতিক ক্ৰমক নিয়ন্ত্ৰণ কৰে অথবা তাক খেলি মেলি কৰি দিয়ে। ব্যক্তি আহে আৰু যায়। কিন্তু বিশ্বৰ নৈতিক ক্ৰম চলন্ত হৈ থাকে আৰু তাৰ লগতে সেই কৰ্মৰ যি নিয়ম যাক নিয়ন্ত্ৰণ কৰি ৰাখে। কাৰণ এইটোৱে যে বুদ্ধৰ ধৰ্মত নৈতিকতাই সেই স্থান লাভ কৰে যিনেকি আন ধৰ্মত 'ঈশ্বৰ'ক।

প্ৰশ্ন হৈছে যে বিশ্বৰ নৈতিক ক্ৰম কেনেকৈ ঠন ধৰি আছে? বুদ্ধই তাৰ যি উত্তৰ দিলে সেইয়া হৈছে সবল আৰু পৰিপক্ক। ইমানখিনি হোৱা সত্বেও ইয়াৰ প্ৰকৃত অৰ্থ প্ৰায় স্পষ্ট নহয়। প্ৰায়ে নহয় প্ৰায়ে সদায় নতুবা ভালদৰে বুজা নাযায় বা ভুল বশত ব্যাখ্যা কৰা যায়। বহুত মানুহে এই কথা বুজি নাপায় যে 'কৰ্ম'ৰ নিয়মৰ সিদ্ধান্তৰ প্ৰশ্নৰ উত্তৰ হৈছে বিশ্বৰ নৈতিক ক্ৰমনো কেনেকৈ সৃষ্টি হয়? কিন্তু বুদ্ধৰ 'কৰ্ম নিয়ম'ৰ সিদ্ধান্তৰ প্ৰয়োজন এয়ে। 'কৰ্মৰ ক্ৰম'ৰ সম্বন্ধ কেৱল বিশ্বৰ নৈতিক ক্ৰমৰ প্ৰশ্নৰ লগত জড়িত। ইয়াৰ দ্বাৰা ব্যক্তি বিশেষৰ ধনী-নিৰ্ধনী হোৱা বা ভাগ্যবান ভাগ্যহীন হোৱাৰ পৰা কোনো লেনা দেনা নাই। ইয়াৰ দ্বাৰা কেৱল বিশ্বৰ নৈতিক ক্ৰম স্থায়ী হৈ থকাৰ লগতহে সম্বন্ধ। এই কাৰণেই 'কৰ্মৰ নিয়ম ধৰ্মৰ এটা মহত্বপূৰ্ণ অঙ্গ।

১। অঙ্গুত্তৰ নিকায়।
২। অঙ্গুত্তৰ নিকায়।
৩। অঙ্গুত্তৰ নিকায়।
৪। অঙ্গুত্তৰ নিকায়।
৫। সংযুক্ত নিকায় ৪৩ ৩ ৬। মহাবগ্গ । ১ ৩
৬। অঙ্গুত্তৰ নিকায়। ৩ ৫২।
৭। সংযুক্ত নিকায় ৪৩ ৩ ৬। মহাবগ্গ ১ ৩ ।
৮। ধম্ম দায়াদ সুত্তন্ত ( ১। ১। ৩।
৯। ধম্ম পদ সুখ বগ্গো- গাথা ২০৪ ।
১০। মজ্ঝিম নিকায় ৰিটঠ পাল ৮২ ।
১১। মহা নিদান সুত্ত (দীৰ্ঘ নিকায়ৰ ১৫ খণ্ড সুত্তন্ত)।

# চতুৰ্থ ভাগ

## অ - ধৰ্ম কি ?

### ১ পৰা - প্ৰাকৃতিকত বিশ্বাস হৈছে অধৰ্ম

যেতিয়া কোনো এটা ঘটনা ঘটে তেতিয়া মানুহে জানিব বিচাৰে এই ঘটনা কেনেকৈ ঘটিল? ইয়াৰ কাৰণ কি? কেতিয়াবা কেতিয়াবা উত্তৰ হোৱা কাৰণ বিচাৰি পোৱা টান হৈ পৰে। কেতিয়াবা আকৌ কাৰণ কাৰ্য্যৰ পৰা বহুত দুৰ হৈ যায় আৰু কাৰণ বিচাৰি পোৱাতো জটিল হৈ পৰে। সৰসৰীৰ দৃষ্টিৰে চাবলৈ গ'লে সেই কাৰ্য্যৰি কোনো কাৰণেই প্ৰতীত হোৱা দেখা নাযায। তেতিয়া প্ৰশ্ন উঠে যে অমুক ঘটনাটো কেনেকৈ ঘটিল? অত্যন্ত পোন উত্তৰ পোৱা যায যে ঘটনা কোনো পৰা প্ৰাকৃতিক কাৰণতেই ঘটিল যাক প্ৰায় কৰিশ্মা বা প্ৰাতিহাৰ্য্য বুলিও কোৱা যায়। বুদ্ধৰ কিছু পুৰ্ব পুৰুষেও এই বিলাক প্ৰশ্নৰ বিভিন্ন উত্তৰ দিছে। পকুদকচ্চনে হলে এইবিলাক মানিবই নিবিচাৰিছিল কাৰণ প্ৰতিটো কাৰ্যৰে কাৰণ আছে বুলি তওঁৰ মত আছিল যে ঘটনা বিনা কাৰণেও ঘটিব পাৰে।

মকখলী গোশালে মানিছিল যে প্ৰত্যেক টো ঘটনাৰ কাৰণ থাকিব লাগিব। কিন্তু তেও প্ৰচাৰ কৰিছিল যে মানুহৰ শক্তিৰ বাহিৰৰ কোনো প্ৰকৃতি কোনো 'অনিবাৰ্য্য' আৱশ্যকতা কোনো অনুৎপন্ন নিয়ম' অথবা কোনো ভাগ্যত হে বিচাৰিব লাগিব। ভগবান বুদ্ধই এনে ধৰণৰ সিদ্ধান্তক খণ্ডন কৰিছে। তেওঁৰ বক্তব্য হ'লযে কোনো ঘটনাৰ কিবা নহয় কিবা এটা কাৰণ থাকিব লাগিব কিন্তু সেই কাৰণ বা কোনো মানৱীয় কাৰণো হ'ব পাৰে বা প্ৰাকৃতিকো হ'ব পাৰে। কাল (সময়), প্ৰকৃতি, আৱশ্যকতা (?) আদিক কোনো ঘটনাৰ কাৰণ মানি লোৱাৰ বিৰুদ্ধে তেওঁৰ এয়ে বিৰোধ আছিল। যদি কাল (সময়), প্ৰকৃতি আৱশ্যকতা (?) আদিয়েই কোনো ঘটনাৰ একমাত্ৰ কাৰণ হয়, তেতিয়া হ'লে আমাৰ নিজৰ স্থিতি কেনে হ'ব?

তেতিয়াহলে মানুহে কি কাল (সময়) প্ৰকৃতি অকস্মাত হোৱা ঈশ্বৰ ভাগ্য, আৱশ্যকতা (?) আদি হাতৰ কাঠ পুতলানে? মানুহ যদি স্বতন্ত্ৰই নহয় তেনে তাৰ অস্তিত্বৰেই বা প্ৰয়োজন কি? যদি মানুহে পৰা প্ৰাকৃতিত বিশ্বাস ৰাখে তেনে তেওঁৰ বুদ্ধিৰেই বা আৱশ্যক কি? যদি মানুহ মানবীয় স্বতন্ত্ৰই হয় তেতিয়া হ'লে প্ৰত্যেকটো ঘটনাৰ বা তেনে কোনো মানবীয় ঘটনা হ'ব নালাগিব যাৰ দ্বাৰা প্ৰাকৃতিক কাৰণ থাকিব পাৰে।

এইটো সত্য কথাযে মানুহে কোনো ঘটনাৰ বাস্তৱিক কাৰণ বিচাৰি নাপাই। কিন্তু যদি তেও বুদ্ধিয়ক হয় তেনে নিশ্চয় এটা দিন বাচি ল'ব। পৰা প্ৰাকৃতিক-বাদৰ খণ্ডণ কৰাৰ ভগবান বুদ্ধই তিনিটা কাৰণ দৰ্শাইছে – তেওঁৰ প্ৰথম কাৰণ হৈছে মানুহ বুদ্ধিবাদী হোৱা উচিত। তেওৰ দ্বিতীয় কাৰণ হৈছে মানুহে স্বতন্ত্ৰ ভাবে যাতে সত্যৰ সন্ধান কৰিব পাৰে। তেওঁৰ তৃতীয় উদ্দেশ্য হৈছে মিথ্যা বিশ্বাসৰ জডতা নাশ কৰা কিয়নো ইয়াৰ পৰিণাম স্বৰূপে মানুহৰ অনুসন্ধান কৰাৰ প্ৰবৃত্তি হত্যা হৈ যায়। এয়াই হৈছে বুদ্ধ ধৰ্মৰ হেতু-বাদ। এই হেতুবাদেই হৈছে বুদ্ধ ধৰ্মৰ মূখ্য সিদ্ধান্ত। ই বৌদ্ধিকতাৰ শিক্ষা দিয়ে আৰু বুদ্ধ ধৰ্ম যদি বুদ্ধিবাদী নহয় তেনে ই একো নহয়। কাৰণ এয়েই যে পৰা প্ৰাকৃতিক পূজাই হৈছে অ-ধৰ্ম। ◆

## ২ ঈশ্বৰত বিশ্বাস অ-ধৰ্ম

সংসাৰ খন কোনে নিৰ্মণ কৰিলে এইটো সামান্য প্ৰশ্ন। সংসাৰখন ঈশ্বৰে নিৰ্মাণ কৰিলে এইটোৱেই হৈছে ইয়াৰ সামান্য উত্তৰ। ব্ৰাহ্মণ পৰিকল্পনাত সৃষ্টি কৰোতাজনৰ নাম কেইবাটাও প্ৰজাপতি ঈশ্বৰ ব্ৰহ্মা বা মহা ব্ৰহ্মা। যদি প্ৰশ্ন কৰা যায় যে ঈশ্বৰনো কোন তেওনো কেনেকৈ অস্তিত্ব লৈ আহিল তেতিয়া এই প্ৰশ্নৰ কোনো উত্তৰ নাই । যি মানুহে ঈশ্বৰত বিশ্বাস ৰাখে তেও বিলাকে তেওক সৰ্ব শক্তিমান সৰ্বব্যাপক তথা সৰ্ব অন্তৰ্য্যমী (= সৰ্বজ্ঞ) বুলি ভাবে। ঈশ্বৰত নৈতিক গুণ থকা বুলিও কয়। ঈশ্বৰক শিব (= ভাল) বুলিও কোৱা যায় ঈশ্বৰক ন্যায়ী বুলিও কোৱা যায় আৰু ঈশ্বৰক দয়ালু বুলিও কোৱা যায়।

প্ৰশ্ন উঠে যে তথাগতে ঈশ্বৰক সৃষ্টিকৰ্ত্তা ৰূপে বিশ্বাস বা স্বীকাৰ কৰেনে?

উত্তৰ হৈছে 'নকৰে। তেও স্বীকাৰ কৰা নাই ইয়াৰ অনেক কাৰণ আছে কাৰণ তথাগতে ঈশ্বৰৰ অস্তিতৰ সিদ্ধান্তক অস্বীকাৰ কৰিছে।

কোনে ও কেতিয়াও ঈশ্বৰক দেখা নাই। মানুহে কেবল তেওঁৰ চৰ্চাহে কৰে।

ঈশ্বৰ অজ্ঞাত 'অদৃশ্য।

ইযাক কোনেও ঠিৰাং কৰিব পৰা নাই যে এই সংসাৰখন ঈশ্বৰে সৃষ্টি কৰিলে বুলি সংসাৰখন বিকাসহে হৈছে, নিৰ্মাণ কৰা নাই। সেই কাৰণে ঈশ্বৰত বিশ্বাস কি লাভ হব? কোনো লাভ নহয়।বুদ্ধই কলে ঈশ্বৰৰ আশ্ৰিত ধৰ্ম কল্পনাশ্ৰিত। এই আশ্ৰিত ধৰ্মৰ পৰা কোনো প্ৰযোজন নহয়। ইয়াৰ দ্বাৰা কেবল মিথ্যা বিশ্বাসহে উৎপন্ন হয়। বুদ্ধই এই প্ৰশ্ন ইয়াত এনেয়ে এৰি দিয়া নাই। এই প্ৰশ্নৰ নানা দিশৰ ওপৰত বিচাৰ কৰিছে। যি বিলাক কাৰণত ভগবান বুদ্ধই ঈশ্বৰৰ অস্তিত্বৰ সিদ্ধান্তক অস্বীকাৰ কৰিলে সেই বিলাকৰ কাৰণ অনেক। তেওৰ যুক্তি হ'ল ঈশ্বৰৰ অস্তিতৰ সিদ্ধান্ত সত্যৰ ওপৰত প্ৰতিষ্ঠিত নহয়। ভগবান বুদ্ধই বাসেটঠ আৰু

ভাৰদ্বাজৰ লগত হোৱা নিজৰ কথা বাৰ্ত্তাতইয়াক স্পষ্ট কৰি দিছিল।[১] বাসেটঠ আৰু ভাৰদ্বাজৰ মাজত এটা বিবাদ উপস্থিত হ'ল যে প্ৰকৃত মাৰ্গনো কি? আৰু অসত্য মাৰ্গনো কি?

সেই সময়ত ভগবান বুদ্ধই মহান ভিক্ষু সংঘক লৈ কোশল জনপদত বিহাৰ কৰি আছিল । তেওঁ মনসাকত নামৰ এজন ব্ৰাহ্মণৰ গাৱঁত অচিৰৱতী নদীৰ পাৰৰ এখন বাগিচাত আছিল। বাসেটঠ আৰু ভাৰদ্বাজ দুয়ো মনসাকত নামৰ বস্তীত আছিল। যেতিয়া তেও শুনিবলৈ পালে যে তথাগত সেই বস্তীলৈ আহিছে। তেওঁ বিলাক তেওঁৰ ওচৰলৈ গ'ল। ভগবান বুদ্ধৰ ওচৰত নিজ নিজ বক্তব্য দাঙি ধৰিলে। ভাৰদ্বাজে ক'লে 'তৰ্ককথৰ দ্বাৰা দেখুৱা মাৰ্গেই হৈছে প্ৰকৃত ৰাস্তা, ই হৈছে মুক্তিৰ প্ৰকৃত পথ, অসবে যি পথ অনুসৰণ কৰিছে তালৈ লৈ গৈ পোনে পোনে ব্ৰহ্মাৰ লগত মিলাই দিযে।"

বাসেটঠে কলে — হে গৌতম! বহুত বিলাক ব্ৰাহ্মণে বহুত বিলাক মাৰ্গ দেখুৱাইছে — অধ্যৰ্য্য ব্ৰাহ্মণ,তৈত্তেৰীয় ব্ৰাহ্মণ, কংছোক ব্ৰাহ্মণ তথা ভীহ বৰ্গীয় ব্ৰাহ্মণ । এই সকলো বিলাকেই তেও কোৱা পথ অনুসৰণ কৰিছে, তেও বিলাকক ব্ৰহ্মাৰ লগত মিলাই দিছে । তথাগতে প্ৰশ্ন কৰিলে — তেতিয়া হলে বাসেট্ঠ! তোমাৰ মতে কি এই মাৰ্গ ঠিকনে? বাসেটঠে কলে — শ্ৰমণ গৌতম! হয় মোৰ বক্তব্য এয়ে।'

'কিন্তু বাসেটঠ! তিনিওখন বেদৰ জ্ঞাতা ব্ৰাহ্মাণ সকলৰ ভিতৰত কোনো এজন এনে আছেনে যি নেকি ব্ৰহ্মাক সম্মুখা সম্মুখী কৰি দৰ্শণ কৰিব পাৰিছেনে ।

'নাই! গৌতম।

গৌতম! নিশ্চয় পৰা নাই।

তেনেহলে কোনেও 'ব্ৰহ্মাক দেখা নাই? কোনেও সাক্ষাৎ কৰিব পৰা নাই?

বাসেটেঠ ক'লে 'হয় পৰা নাই।

তেনে তোমালোকে কেনেকৈ মানিব বিচাৰা যে বাহ্মাণ সকলৰ বক্তব্য সত্যৰ ওপৰত প্ৰতিষ্ঠিত বুলি?

'বাসেটঠ ! ধৰিলোৱা কোনো অন্ধ মানুহৰ এটা শাৰী। নাই আগত যোৱা অন্ধই দেখে নাই পিচত যোৱা অন্ধই দেখা পাই — সেইদৰে বাসেটঠ! মই ভাবো ব্ৰাহ্মাণে কোৱা কথা বিলাক অন্ধানুকৰণ। নাই আগত যোৱাই দেখে নাই মাজত যোৱাই নাই পিচত যোৱাই দেখে। এই ব্ৰাহ্মাণ সকলৰ বাৰ্ত্তালাপ মাত্ৰ উপহাসাস্পদহে। তেও বিলাকে শব্দহে প্ৰয়োগ কৰিছে শব্দৰ হলে সাৰ নাই। 'বাসেটঠ! এই বিলাক কথা এনে ধৰণৰ নহয়নে যিনেকি কোনো মানুহে কোনো অদৃশ্য স্ত্ৰীৰ লগত কৰা প্ৰেমৰ দৰে? যাক কেতিয়াও দেখা নাই।'বাসেটেঠ কলে - 'হয়, এইটো ঠিক তেনেকুৱাই। 'বাসেটঠ ! তুমি এতিয়া কোৱাচোন এইটো কেনে হ'ব যেতিয়া এজনে আনজনক সুধিব - মিত্ৰ! এই সমস্ত প্ৰদেশ বিলাকৰ ভিতৰত তুমি যি জনী স্ত্ৰীৰ লগত প্ৰেম কৰিব বিচাৰিছা, তেওনো কোন?তেও ক্ষত্ৰিয় জাতিৰ নে ব্ৰাহ্মাণ জাতিৰনে, বৈশ্য জাতিৰনে, নাই শূদ্ৰ জাতিৰ?

মহাব্ৰহ্মা হৈছে সৃষ্টিৰ তথাকথিত সৃষ্টিকৰ্ত্তা সেই জনৰ চৰ্চা কৰি তথাগতে ভাৰদ্বাজ আৰু বাসেটঠৰ প্ৰতি কলে, বন্ধুসকল! 'যি প্ৰাণীয়ে প্ৰথমে জন্ম লৈছিল তেও নিজৰ বিষয়ে

ভাবিব ধৰিলে মই ব্ৰহ্মা মহা ব্ৰহ্মা বিজেতা ,অবিজিত সৰ্বদ্ৰষ্টা সৰ্বাধিকাৰী মালিক নিৰ্মাতা ৰচয়িতা, মুখ্য ব্যৱস্থাপক নিজে স্বামী আৰু যি জন্ম লৈছে আৰু ভৱিষ্যতে জন্ম হ'ব লগীয়া আছে, সেই সকলোৰে পিতা হও। মোৰ পৰাই এই সমস্ত প্ৰাণীৰ জন্ম হৈছে। তেতিয়া হ'লে ইয়াৰ অৰ্থ এয়ে যে যি এতিয়া আছে, আগলৈও হ'ব লগীয়া আছে, এই সকলোবিলাকৰে পিতা ব্ৰহ্মাই নহয়নে? তোমাৰ বক্তব্য মতে যি জন পূজ্য বিজেতা অবিজিত আদি সকলোৰে পিতা যাৰ দ্বাৰাই সকলোৰে উৎপত্তি হৈছে, ইয়াত যি জনৰ কথা কোৱা হৈছে, তেও স্থায়ী সততে থাকোতা নিত্য অপৰিবৰ্ত্তন শীল আৰু তেও অনন্ত কাললৈকে এনেকৈয়ে থাকিব। এতিয়া কথা হ'ল যি জন ব্ৰহ্মাই আমাক উৎপন্ন কৰিছে, যি ব্ৰহ্মালোকৰ পৰা ইয়ালৈ আহিছে, এই সকলোবিলাক অনিত্য কিয় অস্থিৰ কিয় অল্পজীৱি কিয়? মৰণ ধৰ্মী কিয়?

এই বিলাক প্ৰশ্নৰ উত্তৰ হলে বাসেটঠৰ ওচৰত নাছিল। তথাগতৰ চতুৰ্থ তৰ্ক ঈশ্বৰেই হৈছে শিৱ কল্যাণ স্বৰূপ তেনেহলে মানুহ হত্যাকাৰী চোৰ ব্যভিচাৰী মিছলীয়া লুকাই নিন্দা কৰা বকি ফুৰা লোভী দ্বেষী আৰু কু পথেৰে কিয় পৰিচালিত হৈছে? শিৱৰ দৰে ভাল সুন্দৰ স্বৰূপৰ ঈশ্বৰ থাকোতে এই বিলাক কেনেকৈ সম্ভৱ হৈছে? তথাগতৰ পঞ্চম তৰ্ক ঈশ্বৰ-মৰ্মজ্ঞ ন্যায়ী আৰু দয়ালু হোৱাৰ বিষযে আছিল।

যদি এনে কোনো মহান সৃষ্টি কৰ্ত্তা আছেই যি ন্যায় পৰাযণ আৰু দয়ালু, তেনেস্থলত সংসাৰত ইমান বিলাক অন্যায় অত্যাচাৰ কিয় চলি আছে? এইযা ভগবান বুদ্ধৰ প্ৰশ্ন আছিল। তেও কলে- 'যাৰ চকু আছেতেও দুখজনক অৱস্থা চাই থাকিব পাৰেনে? ব্ৰহ্মাই নিজৰ ৰচনাক শুদ্ধ কৰা নাই কিয়? তেওৰ যদি শক্তিযেই ইমান অসীম তবে কোনেও বাধা দিব নোৱাৰে। তেওৰ হাতখন এনে হৈছে যেকাচিতহে কোনোৱে কল্যাণ কৰিব পাৰে? তেও সকলোকে কিয় সুখী কৰি ৰখা নাই? চাৰিও ফালে ঠগ প্ৰঞ্চনা মিছা আৰু অজ্ঞানতা কিয় বিয়পি আছে? সত্যৰ ওপৰত মিছাই কিয় বাজী মাৰি গুছি গৈছে? সত্য আৰু ন্যায়ে কিয় পৰাজয় বৰণ কৰিব লগাত পৰিছে? মই তোমাৰ ব্ৰহ্মাক হলে বৰ অন্যাযী বুলিহে মানো যিনেকি কেৱল অন্যায়ক আশ্ৰয় দিবৰ কাৰণেই এই জগতখন ৰচনা কৰিলে।

'যদি সকলো প্ৰাণীৰ মাজতে সৰ্বশক্তিমান ঈশ্বৰ ব্যাপ্তহৈ আছে তেনে কোনোক সুখী আৰু কোনোক দুখী কৰি ৰাখিছে কিয়? তেও বিলাকৰ দ্বাৰা যি পাপ পূণ্য কৰাইছে তাৰ পৰা তেও ও সাৰি যোৱা নাই হয়তো মানুহ ঈশ্বৰৰ আজ্ঞামতে চলা নাই অথবা ঈশ্বৰ ন্যায়ী আৰু শুদ্ধনহয় অথবা ঈশ্বৰ অন্ধ।

ঈশ্বৰৰ অস্তিত্বৰ সিদ্ধান্তৰ বিৰুদ্ধে তেওঁৰ পিচৰ তৰ্ক এয়ে আছিল যে ঈশ্বৰৰ ওপৰত চৰ্চা কৰাৰ কোনো প্ৰয়োজন নাই।

ভগবান বুদ্ধৰ মতে ধৰ্মৰ সম্বন্ধ ঈশ্বৰ আৰু মানুহৰ মাজত নহয় কেৱল মানুহ আৰু মানুহৰহে সম্বন্ধ। ধৰ্মৰ প্ৰয়োজন হৈছে মানুহক শিক্ষা দিব লাগে যাতে মানুহে মানুহৰ লগত কৰা ব্যৱহাৰৰ কাৰণে যাৰ দ্বাৰাই মানুহ প্ৰফুল্লিত হৈ থাকিব পাৰে। আৰু এটা কাৰণৰ দ্বাৰাই তথাগতে ঈশ্বৰৰ অস্তিত্বৰ বিষয় লৈ বিৰোধ কৰিছিল। তেওঁ ধাৰ্মিক আড়ম্বৰ আৰু ব্যৰ্থ ধাৰ্মিক ক্ৰিয়া কলাপ বিলাকৰ বিৰোধী আছিল। তেওৰ বিৰোধী কৰাৰ কাৰণ মাত্ৰ হৈছে

মিথ্যা বিশ্বাসৰ ঘৰ আৰু মিথ্যা বিশ্বাস সম্যক্ দৃষ্টিৰ শত্ৰু। সম্যক্ দৃষ্টি হৈছে তথাগতৰ আৰ্য্য অষ্টাঙ্গিক মাৰ্গ যি সবাতোকৈ মহত্বপূৰ্ণ পক্ষ।

তথাগতৰ দৃষ্টিত ঈশ্বৰ বিশ্বাস আটাইতকৈ সাংঘাতিক কথা আছিল। কিয়নো ঈশ্বৰ বিশ্বাসেই হৈছে প্ৰাৰ্থনা আৰু পূজাৰ সামৰ্থ্যত বিশ্বাসৰ উৎপাক আৰু প্ৰাৰ্থনা কৰোৱাৰ আৱশ্যকতাই পাদৰী পুৰোহিতক জন্ম দিলে আৰু সেই পুৰোহিতেই বদমাচী মগজু আছিল যি এনে বিশ্বাসক জন্ম দিলে আৰু সম্যক দৃষ্টিৰ মাৰ্গক অৱৰোধ কৰি দিলে।

ঈশ্বৰৰ অস্তিত্বৰ বিৰুদ্ধে দিয়া এনে বিলাক তৰ্কৰ ভিতৰত কিছু ব্যৱহাৰিক আছিল, কিছুমান মাত্ৰ সৈদ্ধান্তিক। তথাগতে জানিছিল যে এই বিলাক ঈশ্বৰৰ অস্তিত্বৰ বিশ্বাসৰ কাৰণে একদম মাৰক তৰ্ক দিয়াই নাই। এটা মাত্ৰ তৰ্ক দাঙি ধৰিছিল যি নিশ্চয়াত্মক ৰূপত ঈশ্বৰ বিশ্বাসৰ কাৰণে প্ৰাণ ঘাতক আছিল। এই বিলাক প্ৰতীত্য সমুৎপাদৰ সিদ্ধান্তৰ অন্তৰ্গত আছে।

এই সিদ্ধান্ত অনুসৰি ঈশ্বৰৰ অস্তিত্ব আছেনে নাই সেইটোও মুখ্য প্ৰশ্ন নহয়। এইটো প্ৰশ্নই মুখ্য নহয় যে ঈশ্বৰে সৃষ্টি ৰচনা কৰিছেনে নাই কৰা? আচল প্ৰশ্ন হৈছে সৃষ্টি কৰ্ত্তাই সৃষ্টি ৰচনা কি দৰে কৰিলে? যদি আমি এই প্ৰশ্নৰ সঠিক উত্তৰ দিব পাৰো যে সংসাৰ খনৰ ৰচনা কেনেকৈ হ'ল তেতিয়া ঈশ্বৰৰ অস্তিত্বৰ সিদ্ধান্তৰ কিছু উচিত সিদ্ধান্ত হ'ব পাৰে।

আটাইতকৈ মহত্বপূৰ্ণ প্ৰশ্ন হৈছে যে ঈশ্বৰে সৃষ্টি কৰা (= কোনো পদাৰ্থ) বিলাকৰ ভিতৰত উৎপন্ন কৰা অথবা অভাৱ (= শূণ্য) সমূহৰ ভিতৰতনে? ইয়াক বিশ্বাস কৰাতো অসম্ভৱ যে একো নাই'ৰ ভিতৰত 'কিবা ৰচনা হৈ গ'ল। যদি ঈশ্বৰে কৰা সৃষ্টিৰ ৰচনা 'কিবা'ৰ ভিতৰত কৰিলেহেতেন তেনেহলে 'কিবা - যাৰ ভিতৰত নতুন 'কিবা উৎপন্ন কৰাৰ আগৰ পৰাই চলি আছিল। এই কাৰণে ঈশ্বৰক সেই 'কিবা'ৰ ৰচনাত্মক বুলি স্বীকাৰ কৰিব পৰা নাযায যি 'কিবা সেই অস্তিত্বৰ আগৰ পৰাই চলি আহিল হেতেন । যদি ঈশ্বৰে কোনো ৰচনা কৰাৰ আগতেই কোনোৱে হয়তো 'কিবা'ৰ ভিতৰত সেই বস্তুটো ৰচনা কৰি দিলেহেতেন। তেতিয়া ঈশ্বৰক সৃষ্টিৰ আদি কাৰণ বুলি ক'ব নোৱাৰি। ভগবান বুদ্ধৰ এই শেষ তৰ্ক এনেকুৱা আছিল যে যি ঈশ্বৰ বিশ্বাসৰ কাৰণে সৰ্বদাই মাৰক আছিল যাৰ কোনো উত্তৰ নাছিল। মূল স্থাপনা অসত্য হোৱা কাৰণে ঈশ্বৰক সৃষ্টিৰ ৰচনা বুলি ভবাতো অ-ধৰ্ম। ই কেৱল মিছা'ক বিশ্বাস কৰাহে হ'ব।

## ৩ ব্ৰহ্ম-সাযুজ্যৰ ওপৰত আধাৰিত ধৰ্ম মিথ্যা-ধৰ্ম

বুদ্ধই যেতিয়া বৌদ্ধ ধৰ্ম প্ৰচাৰ কৰি আছিল সেই সময়ত এটা মত প্ৰচলিত আছিল যাক আমি বেদান্ত বুলি কও। এই ধৰ্মৰ সিদ্ধান্ত কম আৰু সৰল। এই বিশ্বৰ পৃষ্ঠ ভূমিত এটা সৰ্ব ব্যাপক জীৱন তত্ব বিদ্যামান হৈ আছে। যাক আমি 'ব্ৰহ্ম'বা 'ব্ৰহ্মাণ বুলি কও। এই 'ব্ৰহ্ম'ত এটা বাস্তৱিকতা আছে। 'আত্মা আৰু 'ব্ৰহ্ম'ৰ মাজত কোনো পাৰ্থক্য নাই দুয়োটা একেই। 'জীৱাত্মা আৰু ব্ৰহ্মাত্মা বাস্তৱিকতে এক -এক বুলি মানুহে মানিললেহে মোক্ষ লাভ কৰিব পাৰে। 'জীৱাত্মা আৰু 'ব্ৰহ্মা'ৰ মাজত একতা তেতিয়াই স্থাপিত হয় যেতিয়া এই বিষয়ে জ্ঞান হৈ যায় দুয়ো এক বুলি। 'জীৱাত্মা তথা 'ব্ৰহ্মা'ৰ মাজত একতা প্ৰতিষ্ঠা

কৰিবৰ কাৰণে সংসাৰ ত্যাগ কৰাৰ আৱশ্যক।

এই সিদ্ধান্তকে বেদান্ত' বুলি কোৱা হয়। এই সিদ্ধান্তৰ প্ৰতি বুদ্ধৰ আদৰ নাছিল। তেওঁ জানিছিল যে ইয়াৰ আধাৰ হৈছে মিথ্যা। ইয়াৰ কেনো উপযোগিতা নাই গতিকে ই গ্ৰহণ যোগ্য নহয়। এইয়া ভগবান বুদ্ধই বাসেটঠ আৰু ভাৰদ্বাজ নামৰ দুজন তৰুণ ব্ৰাহ্মণৰ লগত হোৱা কথা বাৰ্ত্তাৰ পৰা স্পষ্ট হয়। ভগবান বুদ্ধৰ বক্তব্য আছিল যে কোনো কথাক সত্য বুলি স্বীকাৰ কৰি লবৰ কাৰণে তাৰ কিবা প্ৰমাণৰ আৱশ্যক। প্ৰমাণ দুই প্ৰকাৰৰ প্ৰত্যক্ষ আৰু অনুমান।

ভগবান বুদ্ধৰ প্ৰশ্ন একেবাৰে পোন . 'কোনোবাই 'ব্ৰহ্মা'ক প্ৰত্যক্ষ কৰিব পাৰিছেনে কি? তুমি কি ব্ৰহ্মাক দেখিছানে। তুমি কি 'ব্ৰহ্মা'ৰ লগত কথা বাৰ্ত্তা পাতিছানে? তুমি কি 'ব্ৰহ্মা'ৰ গন্ধ পাইছানেকি?" বাসেটঠৰ উত্তৰ আছিল - নাই।' ব্ৰহ্মাৰ অস্তিত্বৰ আন অনুমানৰ প্ৰমাণো অসন্তোষজনক। ভগবান বুদ্ধৰ প্ৰশ্ন আছিল - 'আমি কি বস্তুটোত 'ব্ৰহ্মা থকাৰ অনুমান কৰিব পাৰো?' ইয়াৰ কোনো উত্তৰ নাছিল। কোনো লোকৰ বক্তব্য হৈছে যে অদৃশ্য বস্তুৰো অস্তিত্ব থাকিব পাৰে। তেও বিলাকে ক'ব বিচাৰে যে অদৃশ্য হলেও 'ব্ৰহ্মা'ৰ অস্তিত্ব আছে। এই বক্তব্যটো একেবাৰে উলংগ-কথন যিনেকি অসম্ভৱ প্ৰতিষ্ঠা লৈ আহিছে। কিন্তু যুক্তিৰ কাৰণে এইটো মানি লয়যে অদৃশ্য হলেও কোনো বস্তুৰ অস্তিত্ব থাকিব পাৰে।

মানুহে কয়যে ইয়াৰ আটাইতকৈ ভাল উদাহৰণ হৈছে বিজুলী। ই অদৃশ্য তথাপি ইয়াৰ। এই তৰ্ক ও পৰ্য্যপ্ত নহয়। কোনো অদৃশ্য বস্তুক কোনো আন দৃশ্যৰ ৰূপত নিজকে নিজে উপস্থিত কৰিব লাগে। তেতিয়া আমি ইয়াৰ বাস্তৱিকতা স্বীকাৰ কৰি ল'ব পাৰো। অদৃশ্য হলেও আমি বিজুলীৰ বাস্তৱিকতাৰ পৰা উৎপন্ন হোৱা পৰিণামক দেখি স্বীকাৰ কৰিব পাৰো। বিজুলীৰ পৰা প্ৰকাশ উৎপন্ন হয়। প্ৰকাশ হোৱাৰ কাৰণেই আমি অদৃশ্য হোৱা সত্বেও বিজুলীৰ বাস্তৱিকতাক স্বীকাৰ কৰো।

সেইটো কি দৃশ্য বস্তু যি এই 'অদৃশ্য 'ব্ৰহ্মা'ক উৎপন্ন কৰে? উত্তৰ হৈছে 'নাই। আন এটা উদাহৰণ দিব পাৰি। আইনতো এটা সামান্য কথা আছে যে কোনো এটা কথাক কোনো এটা প্ৰতিষ্ঠাক যদি মানি লোৱা যায় তাক সিদ্ধ কৰিব নোৱাৰি সি কেৱল মাত্ৰ 'কানুনীকল্পনা মাত্ৰহে। এনে ধৰণৰ 'কানুনী কল্পনা'ক আমি সকলোৱেই স্বীকাৰ কৰো। কিন্তু এই ধৰণৰ 'কানুনী কল্পনা'ক কিয় স্বীকাৰ কৰিলোৱা যায়? ইয়াৰ কাৰণ হৈছে যে 'কানুনী কল্পনা এই কাৰণেই স্বীকাৰ কৰি লোৱা যায় যে তাৰ দ্বাৰা ন্যায় সংগত তথা উপযোগী পৰিণাম ওলাই।

'ব্ৰহ্মা'ক 'কল্পনা ৰূপে মানি ললেও উপযোগী পৰিণামনো কি ওলাব?

ইয়াতো বাসেটঠ আৰু ভাৰদ্বাজৰ কোনো উত্তৰ নাছিল। তেও বিলাকৰ মগজুত ভালদৰে গজাল ঠুকিবৰ কাৰণে বাসেটঠক সম্বোধন কৰি সুধিলে বাৰু কোৱাচোন ব্ৰহ্মা'ক তুমি দেখিছানে? তিনিখন বেদৰ জ্ঞাতা ব্ৰাহ্মণ সকলৰ ভিতৰত বাৰু কোনোবাই 'ব্ৰহ্মা'ক আশে পাশে দেখিছেনে বাৰু?

'নিশ্চয় দেখা নাই গৌতম।

"বাসেটঠ। কোবাচোন বাক কোনোবাই দেখিছেনে?"

"নিশ্চয় দেখা নাই, গৌতম।

'বাসেটঠ! ব্ৰাহ্মণৰ সাত পুৰুষৰ ভিতৰত কোনোবা জনে বাক 'ব্ৰহ্মা'ক তেওঁৰ ওচৰত দেখা পাইছে?"

'নিশ্চয় দেখা নাই, গৌতম!"

"বাক বাসেটঠ! ব্ৰাহ্মণ সকলৰ পুৰণি ঋষি সকলৰ ভিতৰত বাক কোনোবাই কৈছেনে - "আমি 'ব্ৰহ্মা'ক জানো বুলি আমি 'ব্ৰহ্মা'ক দেখিছো বুলি। তেওঁনো ক'ত আছে, কোনফালে আছে?

'ক'তো নাই, গৌতম!" তথাগতে দুয়োজন তৰুণ ব্ৰাহ্মণক প্ৰশ্ন কৰিয়েই থাকিল। 'বাসেটঠ এতিয়া তোমাৰ কেনে লাগিছে? যদি তেনেই লাগিছে তেনে এনে লগা হোৱা নাইনে যে ব্ৰহ্মা সায়ুজ্য'ৰ ব্ৰাহ্মণসকলৰ এনে বিলাক কথা মূৰ্খতাপূৰ্ণ নহয়নে?

'বাসেটঠ! তুমি ধৰিলোৱা কোনো অন্ধৰ শাৰীক। আগত যোৱা অন্ধই দেখেনে, নাই মাজত যোৱা অন্ধই, নাই পিচত যোৱা অন্ধই দেখে সেইদৰে বাসেটঠ। মোৰ এনেহেন লাগিছে যে ব্ৰাহ্মণ সকলৰ বক্তব্য অন্ধানুকৰণহে। ব্ৰাহ্মণৰ এনে বিলাক কথা-বাৰ্ত্তা কেৱল উপহাসস্পদ মাত্ৰ ইয়াৰ কোনো সাৰ নাই।

'বাসেটঠ। এইটো এনে ধৰণৰ কথা নহয়নে যে কোনোবা এজন ব্যক্তিয়ে কোনোবা এগৰাকী নাৰীৰ লগত প্ৰেম কৰিব বিচাৰিছে, যাক তেওঁ কেতিয়াও দেখা নাই এইটোও তেনে ধৰণৰ কথা নহয়নে বাৰু?'

'বাৰু বাসেটঠ! তুমি এতিয়া কোবাচোন যি জনী ধুনীয়া নাৰীৰ লগত কোনোবাজন ব্যক্তিয়ে প্ৰেম কৰিব বিচাৰিছে, কথা পাতিব বিচাৰিছে, সেইজনী প্ৰেমীকা বাৰু কোন? তেওঁ ক্ষত্ৰিয় কুলৰনে ব্ৰাহ্মণৰনে বৈশ্যৰনে অথবা শূদ্ৰৰ?

যেতিয়া তেওক প্ৰশ্ন কৰা যাব তেতিয়া তাৰ উত্তৰ 'নাই।

'বাসেটঠ তেতিয়া তোমাৰ কেনে লাগে? সেই মানুহজনৰ কথা-বাৰ্ত্তা বিলাক মূৰ্খতাপূৰ্ণ যেন নালাগেনে?

দুয়োজন তৰুণ ব্ৰাহ্মণে কলে - প্ৰকৃততে এইটো এনেকুৱাই গৌতম এই কাৰণে 'ব্ৰহ্মা বাস্তৱ নহয় আৰু যদি কোনো ধৰ্ম 'ব্ৰহ্মাশ্ৰিত' বুলি ভবা হয় তেনে সেইটো একেবাৰে অমূলক।

## আত্মাক বিশ্বাস কৰা - অধৰ্ম

ভগবান বুদ্ধই কলে যে যি ধৰ্মৰ গোটেই আশ্ৰয় 'আত্মা'ৰ ওপৰত নিৰ্ভৰ কৰে সি হৈছে কল্পনাৰ দ্বাৰা আশ্ৰিত ধৰ্ম। আজিলৈকে কোনেনো বাৰু 'আত্মা'ক দেখিছে আৰু আত্মাৰ লগত বাৰু কথা পাতিছে? আত্মা হৈছে অজ্ঞাত অদৃশ্য।

যি হৈছে বাস্তৱিকতে মন বা চিত্ততহে, 'আত্মা'ত নহয়। মন আত্মাৰ পৰা ভিন্ন।

তথাগতে ক'লে - 'আত্মাত বিশ্বাস কৰাৰ কোনো কাম নাই। গতিকে যি ধৰ্ম 'আত্মা'ৰ ওপৰত নিৰ্ভৰ শীল, সি গ্ৰহণ যোগ্য নহয়। এনে ধৰ্ম কেৱল মিথ্যা বিশ্বাসৰ জনক মাত্ৰ।

বুদ্ধই এই বিলাক কথা এনেয়ে এৰি দিয়া নাই। তথাগতে এই বিষয়ে ভালদৰে চৰ্চা কৰিছে।

'আত্মা'ত বিশ্বাস কৰাতো যেনেকৈ সামান্য কথা তেনেকৈ পৰমাত্মা'ত বিশ্বাস ৰখাটোও সামান্য কথা। 'আত্মা'ত বিশ্বাস ৰখাতো 'ব্ৰাহ্মণী ধৰ্মৰ এটা অঙ্গ। 'ব্ৰাহ্মণী ধৰ্মত 'উৎপন্ন'ক 'আত্মা বা 'আত্মন বুলি কয়। 'ব্ৰাহ্মণী ধৰ্মত 'আত্মা'ক সেই তত্ব বিশেষক কোৱা যায় যি শৰীৰৰ পৰা পৃথক যি অবিৰাম জন্মৰ পৰা চলি থাকে।

'আত্মা'ৰ বিশ্বাসৰ লগত সেই সম্বন্ধীয় আন বিশ্বাসো জড়িত হৈ আছে। শৰীৰৰ লগত 'আত্মা'ৰ মৰণ কেতিয়াও নহয়। ই দ্বিতীয় জন্মৰ আন শৰীৰৰ লগত জন্ম গ্ৰহণ কৰে। শৰীৰ 'আত্মা'ৰ অতিৰিক্ত পৰিধান মাত্ৰ। ভগবান বুদ্ধই 'আত্মা'ত বিশ্বাস ৰাখিছিলনে? নাই, একে বাৰে কৰা নাই। 'আত্মা'ৰ সম্বন্ধে তেওৰ মত হৈছে 'অনাত্মবাৰ্দ যদি কোনো এটা অশৰীৰী 'আত্মা স্বীকাৰ কৰি লোৱা যায় তেতিয়া সেই সম্বন্ধে অনেক প্ৰশ্নৰ উদয় হয়। 'আত্মা'নো কি? 'আত্মা'ৰ আগমন ক'ৰ পৰা হ'ল? শৰীৰ নাশ হলে ইয়াৰ কি হয়? ই ক'লৈ যায়? শৰীৰটো ন'হ'লে ই পৰলোক'ত কেনেকৈ থাকে? কেতিয়ালৈকে তাত থাকে? যি বিলাক "আত্মা'ৰ সিদ্ধান্তৰ সমৰ্থক আছিল ভগবান বুদ্ধই তেও বিলাকক এনে ধৰণৰ প্ৰশ্নৰ উত্তৰ দিছিল।

প্ৰথমতে তেও তেওৰ আলোচনাত সামান্য ক্ৰমত ইয়াক দেখুৱাব বিচাৰে যে 'আত্মা'ৰ বিচাৰ বিবেচনা কিমান যে একাবেকা।

যি 'আত্মা'ৰ অস্তিত্বৰ ওপৰত বিশ্বাস ৰাখিছিল তেও বিলাকৰ পৰা ভগবান বুদ্ধই জানিব বিচাৰিছিল যে 'আত্মা'ৰ আকাৰ কিমান ডাঙৰ বা সৰু? আত্মাৰ চেহেৰা কেনেকুৱা?

আনন্দ স্থবিৰক তেও কৈছিল - 'আনন্দ। আত্মাৰ সম্বন্ধে মানুহৰ মাজত অসংখ্য মত। কোনোৱে কয় - মোৰ আত্মা'ৰ ৰূপ আছে, আৰু বৰ সূক্ষ্ম। আন কিছুমানৰ মতে আত্মাৰ ৰূপ আছে, ই অনন্ত আৰু সূক্ষ্ম। আন কিছুমানে আকৌ ক'ব বিচাৰে যে আত্মা নিৰাকাৰ আৰু অনন্ত।

'আনন্দ। 'আত্মা'ৰ বিষয়ে নানা ধৰণৰ মত আছে। 'যি বিলাক মানুহে 'আত্মা'ৰ অস্তিত্বৰ বিষয়ে বিশ্বাস কৰে তেও বিলাকৰ আত্মাৰ কল্পনানো কি? এইটোও ভগবান বুদ্ধৰ প্ৰশ্ন আছিল। কোনোৱে কয় - 'আমাৰ আত্মাই (সুখ-দুখ) অনুভৱ কৰে। আন কোনোলোকে কয় - আত্মাই ক্ৰিয়া অনুভৱ নকাৰে। কোনো লোকৰ মতে আত্মাই অনুভৱ কৰে আত্মাৰ গুণ হৈছে অনুভৱ কৰা। এইদৰে আত্মাৰ অনেক কল্পনা চলি আছে।

যি বিলাক মানুহে আত্মাৰ ওপৰত বিশ্বাস কৰে তেও বিলাকক ভগবান বুদ্ধই সুধিছে যে মৃত্যুৰ পিচত 'আত্মা'ৰ কি গতি হয়?

তথাগতে এই প্ৰশ্ন ও কৰিছে যে মৰাৰ পিচত 'আত্মা'ই দেখেনে? এইদৰে বিভিন্ন লোকৰ পৰা অসংখ্য অস্পষ্ট উত্তৰ পাইছিল। শৰীৰটো বিনাশ হৈ যোৱাৰ পিচত 'আত্মা'ৰ আকাৰ প্ৰকাৰ যেনে আছে। তেনেই থাকেনে? এই সম্বন্ধে বুদ্ধই পোৱা আঠোটা প্ৰশ্নৰ উত্তৰ কাল্পনিক আছিল।

'আত্মা শৰীৰৰ লগত মৰি যায়নে কি? এনে স্থিতিতো অসংখ্য কল্পনাই ঠাই পাইছিল।'[৩]

তথাগতে ইয়াকো সুধিছিল যে শৰীৰৰ মৃত্যুৰ পিচত 'আত্মা' সুখী বা দুখী হৈ থাকেনেকি? এই বিষয়েও শ্ৰমণ আৰু ব্ৰাহ্মণ সকলৰ মাজত ভিন্ন ভিন্ন মত আছিল। কোনো লোকৰ মতে দুখী থাকে। কোনো লোকৰ মতে সুখী থাকে। এইদৰে ভিন্ন ভিন্ন লোকৰ মতে 'আত্মা সুখী ও নহয়, দুখী ও নহয়।

তথাগতে আত্মাৰ সম্বন্ধে চুন্দকক উত্তৰ দিছিল - চুন্দকক তেওঁ কৈছিল - "হে চুন্দ। শ্ৰমণ বা ব্ৰাহ্মণ সকলে নিজৰ নিজৰ মত বিভিন্ন ধৰণে ৰাখে, গতিকে মই তেওঁ বিলাকৰ ওচৰলৈ যাওঁ আৰু সুধিম -'মিত্ৰ! আপোনাৰ এই মত গ্ৰহণ যোগ্যনে? যদি তেওঁ বিলাকে উত্তৰ দিয়ে, 'হয়', মোৰ মতেই ঠিক, বাকী সকলো মিছা, তেনে মই এই বিলাক মত মানিব নিবিচাৰো। এনে কিয়? অনেকৰ অনেক মত দেখিবলৈ পোৱা যায়। এওঁ বিলাকে যি বিলাক মত আগবঢ়াইছে, সেই বিলাক মই মানিব নোৱাৰো।

এতিয়া প্ৰশ্ন উঠে যে 'আত্মা'ৰ অস্তিত্বৰ সিদ্ধান্তৰ বিৰুদ্ধে ভগবান বুদ্ধই কেনে ধৰণৰ তৰ্ক দাঙি ধৰিছিল বাৰু? ভগবান বুদ্ধই 'আত্মা'ৰ বিৰুদ্ধে সামান্যভাৱে ই,য়াৰ তৰ্ক দাঙি ধৰিছিল। যিনেকি তেওঁ 'পৰমাত্মা'ৰ বিৰুদ্ধে দিছিল। তেওঁৰ তৰ্ক এয়েই আছিল যে 'আত্মা'ৰ চৰ্চা ইমানেই অনৰ্থক আৰু অনুপযোগী, যিমানখিনি পৰমাত্মা'ৰ ওচৰত চৰ্চা। তেওঁৰ তৰ্ক আছিল যে 'আত্মা'ৰ অস্তিত্বৰ বিষয়ে বিশ্বাস কৰাতো সম্যক্ দৃষ্টিৰ বিকাসত সিমানেই বাধক যিমানখিনি 'পৰমাত্মা'ৰ বিশ্বাসত। তেওঁৰ তৰ্ক আছিল যে 'আত্মা'ত বিশ্বাস ৰখাতো সিমানেই মিথ্যা বিশ্বাস, যিমানেই পৰমাত্মা'ত বিশ্বাস। তেওঁৰ সিদ্ধান্ত অনুসৰি 'আত্মা'ত বিশ্বাস ৰখাতো পৰমাত্মা'ত বিশ্বাস কৰাতকৈ অধিক সমস্যাপূৰ্ণ আছিল। কাৰণ ইয়াৰ দ্বাৰা পুৰোহিত শ্ৰেণীৰ জন্ম হয়, আৰু ইয়াৰ দ্বাৰা মিথ্যা বিশ্বাসৰ জন্ম হয়, আত্মাত বিশ্বাসৰ ফল স্বৰূপে মানুহৰ জন্মৰ পৰা ধৰি মৃত্যু পৰ্য্যন্ত তেওঁ বিলাকৰ সমস্ত জীৱনৰ ওপৰত পুৰোহিত শ্ৰেণীৰ অধিকাৰ হৈ যায়।

এনেদৰে সামান্য তৰ্ক সমূহৰ কাৰণে ভগবান বুদ্ধই 'আত্মা'ৰ বিষয়ে নিজৰ কোনো নিশ্চিত মত অভিব্যক্ত কৰা নাই। কিছুলোকৰ মত হৈছে যে তেওঁবিলাকে 'আত্মা'ৰ সিদ্ধান্তক খণ্ডণ কৰা নাই। আৰু আনবিলাকে কৈছে যে ভগবান বুদ্ধই সদায় এই'প্ৰশ্নক এৰাই গৈছিল।

এই আটাই বিলাকৰ মত সমূহ একেবাৰে ভুল। কিয়নো মহাশীক ভগবান বুদ্ধই স্পষ্টৰূপে নিশ্চিত শব্দত কৈছিল যে 'আত্মা' নামৰ কোনো পদাৰ্থ নাই।[8] এই কাৰণে 'আত্মা'ৰ সম্বন্ধে তথাগতৰ মত হৈছে অনাত্ম বাদ।

"আত্মা'ৰ বিৰুদ্ধে সামান্য তৰ্কৰ অতিৰিক্ত ভগবান বুদ্ধই বিশেষ তৰ্ক ও উপস্থিত কৰিছে যিনেকি তেওঁৰ অনুসৰি 'আত্মা'ৰ সিদ্ধান্তৰ কাৰণে ই একেবাৰে মাৰাত্মক তৰ্ক আছিল।

"আত্মা'ৰ অস্তিত্বৰ তুলনাত ভগবান বুদ্ধৰ নিজা সিদ্ধান্ত 'নাম ৰূপ'ৰ সিদ্ধান্ত আছিল।

এই 'নাম' 'ৰূপ'ৰ সিদ্ধান্ত হৈছে 'বিভজ্য-বাদ'ৰ দ্বাৰা পৰীক্ষণ কৰা পৰিণাম, মানৱ ব্যক্তিত্ব অথবা মানৱৰ আটাইতকৈ সূক্ষম কঠোৰ বিশ্লেষণৰ পৰিণাম। 'নাম-ৰূপ' প্ৰাণীৰ হৈ সামূহিক নাম।

ভগবান বুদ্ধৰ অনুসৰি প্ৰত্যেকটো প্ৰাণীয়ে কোনো ভৌতিক তথা মানসিক তত্ত্বৰ

সম্মিশ্ৰণৰ পৰিণাম মাত্ৰ । সেই বিলাকক ভৌতিক তথা মানসিক তত্ত্বৰ 'স্কন্ধ' বুলি কয়। ৰূপ স্কন্ধৰ অতিৰিক্ত (চিত্ত-চৈতসিকোৰ সমূহ) নাম-স্কন্ধ, যাৰ দ্বাৰা কোনো এটা প্ৰাণীৰ সৃষ্টি হয়।

এই নাম স্কন্ধক আমি বিজ্ঞান (= চেতনা) বুলি ও ক'ব পাৰো। এনেয়েও এই নাম স্কন্ধৰ অন্তৰ্গত বেদনা (ছয় ইন্দ্ৰিয় তথা সেই বিষয় বিলাকৰ সম্পৰ্কে উৎপন্ন হোৱা অনুভূতি), সঞ্ঞা (সংজ্ঞা) তথা সংখাৰ (সংস্কাৰ) বিজ্ঞানকো এই তিনিটাৰ লগত যোগ কৰিব পাৰি। এইদৰে পূৰ্বৰ তিনিটা চৈতসিক আৰু বিজ্ঞানক (= চিত্তা) মিলাই নাম স্কন্ধ হৈছে - অনু০)। এজন আধুনিক মানৱ-শাস্ত্ৰবেত্ৰাই আকস্মিক ভাবেহে ইয়াক এই ৰূপত কৰলৈ ভাল পাব যে চিত্তই হৈছে সেই মূল স্ৰোত, যাৰ দ্বাৰা সকলো চৈতসিক উৎপন্ন হয় (অথবা চৈতাসিক সমূহৰ বিশেষ নামেই হৈছে চিত্ত- অনু০)। বিজ্ঞান (= চিত্ত) কোনো প্ৰাণীৰ কেন্দ্ৰ বিন্দু।

পৃথিবী, জল, অগ্নি আৰু বায়ু এই কেইটা তত্ত্বৰ সম্মিশ্ৰণত বিজ্ঞান উৎপন্ন হয়। বুদ্ধৰ দ্বাৰা প্ৰতিপাদিত 'বিজ্ঞান'ৰ উৎপত্তিৰ এই সিদ্ধান্তৰ ওপৰত এটা আপত্তি উঠে।

যি এই সিদ্ধান্তৰ বিৰোধী তেওঁবিলাকে সুধিব বিচাৰে "বিজ্ঞানৰ (= চিত্ত) উৎপত্তি কেনেকৈ হয়?

এইটো সত্যযে মানুহৰ জন্মৰ লগত বিজ্ঞানৰ (= চিত্ত) উৎপত্তি হয় আৰু মানুহৰ মৰণৰ লগত বিজ্ঞানৰ (= চিত্ত) বিনাশ হয়। কিন্তু লগতে ইয়াক জানো ক'ব পাৰি বিজ্ঞানযে (= চিত্ত) চাৰিটা তত্ত্বৰে সম্মিশ্ৰণ হোৱা পৰিণাম বুলি?

ভগবান বুদ্ধই এই ৰূপত কোৱা নাইযে ভৌতিক তত্ত্ব সমূহৰ সহস্থিতি অথবা সেই বিলাকৰ সম্মিশ্ৰণৰ দ্বাৰা বিজ্ঞানৰ (= চিত্ত) উৎপত্তি হয়। তথাগতে ইয়াক এনেৰূপত কৈছে য'ত শৰীৰ বা ৰূপৰ কায়া আছে, তাত লগে লগে নামৰ কায়াও থাকে।

আধুনিক বিজ্ঞানৰ পৰা এটা উপমা লব পাৰি। য'ত য'ত বিদ্যুত ক্ষেত্ৰ (Magnetic field) থাকে। কোনেও নাজানে যে এই আৰ্কষণ ক্ষেত্ৰ কেনেদৰে উৎপন্ন হয়, বা কেনেদৰে অস্তিত্বলৈ আহে? কিন্তু য'ত য'ত বিদ্যুত ক্ষেত্ৰ থাকে তাত তাৰ লগত ই অনিবাৰ্য্য ৰূপত থাকে।

শৰীৰ আৰু বিজ্ঞানতো (= চিত্ত) আমি কিছু সম্পৰ্ক থকা বুলি কিয় মানি নলও? বিদ্যুৎ ক্ষেত্ৰত কৈ তাৰ আকৰ্ষণ ক্ষেত্ৰ বিদ্যুৎ ক্ষেত্ৰৰ দ্বাৰা প্ৰেৰিত ক্ষেত্ৰক (induced field) বুলি কোৱা হয়। কিন্তু আমি বিজ্ঞানক (= চিত্ত) ৰূপ কায়া বুলি (শৰীৰ ) কিয় নকওঁ।

আত্মাৰ বিৰুদ্ধে তথাগতে উঠোৱা তৰ্ক এতিয়াও সমাপ্ত হোৱা নাই। তাৰ মহত্বপূৰ্ণ বিশেষ বক্তব্য এতিয়াও বাকী আছে। যেতিয়া বিজ্ঞানৰ (= চিত্ত চেতনা) উদয় হয় তেতিয়াও মানুহ জীৱিত প্ৰাণী হয়। এই কাৰণে বিজ্ঞান (= চিত্ত চেতনা) মানুহৰ জীৱনৰ প্ৰধান বস্তু।

আক' বিজ্ঞানৰ প্ৰকৃতি হৈছে জ্ঞানমূলক ভাৱনা মূলক আৰু ক্ৰিয়া শীল।

ক বিজ্ঞানক জ্ঞানমূলক বুলি আমি তেতিয়াই কব পাৰো যেতিয়া ই আমাক খবৰ দিয়ে

কিছু জ্ঞান প্ৰদান কৰে সেই জ্ঞান ক্ষণিকৰ নহ'বও পাৰে, সি নিজৰ ভিতৰতে ঘটি থকা ঘটনাও হ'ব পাৰে ব্যাহিক ঘটনাও হব পাৰে।

বিজ্ঞানক আমি ভাৱ মূলক সেই সময়ত কব পাৰো যেতিয়া ই চিত্তৰ সেই অৱস্থা বিলাক উপস্থিত থাকে যি অনুকূল অনুভূতিও হ'ব পাৰে প্ৰতিকূলো হ'ব পাৰে, যেতিয়া ই ভাৱ মূলক জ্ঞান বেদনাৰ (= অনুভূতি) উৎপত্তি হ'ব পাৰে।

বিজ্ঞানে নিজৰ ক্ৰিয়া-শীল অৱস্থাত মানুহে মানুহৰ উদ্দেশ্য বিশেষৰ সিদ্ধি লাভৰ কাৰণে কিবা এটা কৰিবলৈ প্ৰেৰণা দিয়ে। ক্ৰিয়া-শীল বিজ্ঞান হৈছে সংকল্প বিলাকৰ বা মূল লক্ষ্যৰ জনক মাত্ৰ।

এইদৰে এইটো স্পষ্ট যে এটা প্ৰানীৰ যিমানখিনি ক্ৰিয়া হয় সিমান খিনি বিজ্ঞানৰ দ্বাৰা অথবা বিজ্ঞানৰ পৰিণাম স্বৰূপে সম্পূৰ্ণ হয়। এই বিশ্লেষণৰ পিচত ভগৱান বুদ্ধই প্ৰশ্ন কৰে যে সেইয়া কি কাম যি 'আত্মা'ক বচাই ৰাখে? আত্মাৰ যি কাম বুলি ভবা হয় সেই সকলো বিলাকেইতো বিজ্ঞানৰ (= চিত্ত) দ্বাৰা সম্ভৱ ।

যাৰ কোনো কাম নাই তেনে 'আত্মা'ৰ কোনো অৰ্থ নাই। এইদৰে ভগৱান বুদ্ধই 'আত্মা ৰ অস্তিত্বক অসিদ্ধ বুলি প্ৰমাণ কৰিলে। কাৰণ এয়েযে 'আত্মা'ৰ অস্তিত্ব স্বীকাৰ কৰাতো অ-ধৰ্ম মাত্ৰ।

## ৫ যজ্ঞত (বলি - কৰ্ম ) বিশ্বাস হৈছে অধৰ্ম

(১)

ব্ৰাহ্মণ্য ধৰ্ম যজ্ঞৰ ওপৰত নিৰ্ভৰশীল। কিছুমান যজ্ঞ 'নিত্য' আৰু কিছুমান যজ্ঞ নৈমিত্তিক । নিত্য যজ্ঞৰ অভিপ্ৰায় আছিল যি বিলাক অনিবাৰ্য্য কৰ্ত্তব্য যাৰ পৰা ফল লাগিলে পাওকেই বা নাপাওকেই তাক কৰিবই লাগিছিল।

নৈমিত্তিক যজ্ঞ সেই সময়ত কৰা হৈছিল যেতিয়া যজমানে কোনো সাংসাৰিক ইচ্ছা বিশেষৰ পূৰণৰ কাৰণে তাৰ নিমিত্তৰ বাবে সেই 'যজ্ঞ কৰিব লগাত পৰিছিল।

ব্ৰাহ্মন্য যজ্ঞ সমূহত সুৰাপান পশু বলি দিয়া আৰু সকলো ধৰণৰ আমোদ প্ৰমোদ কৰা হৈছিল। সেই সময়ত এই যজ্ঞসমূহক'ধাৰ্মিককৃত'ৰূপেজনাগৈছিল। এনেবিলাক ধৰ্মৰ আধাৰ আছিল 'যজ্ঞ -- বুদ্ধই ইয়াক গ্ৰহন যোগ্য বুলি নাভাৱে।

ভগৱান বুদ্ধৰ লগত যি বিলাক ব্ৰাহ্মণে এই সম্বন্ধে বিবাদ কৰিছিল তথাগতে নিজৰ কাৰণ বুজাই দিছিল যে 'যজ্ঞ সমূহ ধৰ্মৰ অঙ্গৰূপে মানিবলৈ বাধ্য নহৈছিল?

লিখিত ৰূপে পোৱা যায় যে এই বিষয়ে তিনিজন ব্ৰাহ্মণে তথাগতৰ লগত বাদ বিবাদ কৰিছিল। তেওঁ বিলাকৰ নাম এনেধৰণৰ - কূটদন্ত, উজ্জয় আৰু উদায়ী । কূটদন্তই তথাগতৰ প্ৰতি প্ৰশ্ন উঠাইছিল যে যজ্ঞৰ বিষয়ে তেওঁৰ মতামত কি আছিল? তথাগতে উত্তৰ দিছিল বাৰু তেন্তে ব্ৰাহ্মণ শুনা ধ্যান দিয়া আৰু মই যি কৈছো তাক সাৱধানেৰে শুনা।

কূটদন্তই ক'লে বৰ ভাল কথা -- তেতিয়া ভগবান বুদ্ধই ক'লে "হে ব্ৰাহ্মণ! প্ৰাচীন কালত মহা বিজেতা নামেৰে এজন ৰজা আছিল তেওঁ বৰ ধনে ধানে সমৃদ্ধিশালী ৰজা

আছিল। সোণ ৰূপ নন্দন - বন্দন আছিল সুখ ভোগৰ বিস্তৰ সামগ্ৰী আছিল মুঠৰ ওপৰত কোনো অভাৱ নাছিল।

"এবাৰ ৰজা চিন্তান্বিত হ'ল। মনেমনে চিন্তা কৰি বিচাৰ মগ্ন হৈ পৰিছিল। মানুহৰ সুখ ভোগৰ অভাৱ তেওঁৰ ওচৰত নাছিল। মইযে এই পৃথিবীৰ চক্ৰবৰ্ত্তী ৰজা।এটা কাম কৰা উচিত হ'ব মই এটা মহান যজ্ঞ আৰম্ভ কৰিম যাৰ দ্বাৰাই মই জীৱন জুৰি মঙ্গল হৈ থাকিম।"

যি জন ব্ৰাহ্মণ ৰজাৰ পুৰোহিত আছিল, তেওঁ ৰজাৰ প্ৰতি কলে -- 'ৰাজন। এই সময়ত আপোনাৰ প্ৰজাবৰ্গ হায়ৰান হৈছে, ৰাস্তাবিলাক অৰক্ষিত হৈছে যি পৰ্য্যন্ত এনে অচলা অৱস্থা চলি থাকিব, ইয়াৰ ওপৰত আকৌ যদি নতুন 'কৰ আৰোপ কৰিবলৈ যায় তেতিয়া হলে মহাৰজাৰ এইটো ডাঙৰ ভুল হ'ব।

'কিন্তু মহাৰাজে এইটো ভাবিব পাৰে যে মই দুষ্ট বিলাকৰ সকলো কাৰোবাৰ বন্ধ কৰি দিম, তেও বিলাকক ধৰি আনিম তেওঁ বিলাকৰ ওপৰত জৰিমনা লগাম তেওঁ বিলাকক দেশৰ পৰা খেদি পথাম মাৰি পেলাম। এনেধৰণে যদি ৰাজ্যত স্বেচ্ছাচাৰিতা চলি থাকে তেনে প্ৰজাই শান্তি নাপাব।

এনে বিলাক অশান্তিৰ পৰা পৰিত্ৰাণ পোৱাৰ এটা মাত্ৰ উপাই আছে সেইটো হৈছে মহাৰজাৰ ৰাজ্যত থকা পশুপালক খেতিয়ক বিলাকক যদি খেতি কৰিবৰ কাৰণে বীজ দিয়ে বেপাৰী বিলাকক বেপাৰ কৰিবৰ কাৰণে ধন দিয়ে ৰাজ্যত থকা কৰ্মচাৰী বিলাকক যদি ভোজনৰ ব্যৱস্থা আৰু বেতন দিয়ে তেনে তাত কাৰো কোনো আপত্তি নাথাকিব।

"এনেদৰে যেতিয়া প্ৰজাই নিজৰ কৰ্মত ব্যস্ত থাকিব তেতিয়া দেশত কোনো বিদ্ৰোহ নাথাকিব ৰাজ্যত ৰাজ্যকৰ বাঢ়ি ৰাজ্যৰ শ্ৰী বৃদ্ধি হ'ব আৰু দেশে শান্তি আৰু সুখেৰে অতিবাহিত কৰিব। জনতাৰ মাজত আনন্দৰ টৌ বাগৰি যাব। প্ৰজাই নিজৰ সন্তানক।" কোচত লৈ নাচিব আৰু নিৰ্ভয় মনে দৰ্জা খুলি শুব পাৰিব।

'ৰজাই ব্ৰাহ্মণৰ পৰামৰ্শ মানি ললে আৰু পুৰোহিতৰ কথা মতে কাম আৰম্ভ কৰিলে। প্ৰজা ও আনন্দমনেৰে কৰ্মব্যস্ত হ'ব ধৰিলে। তেওঁ বিলাকে দেশত উৎপাত কৰিবলৈ বাদ দিলে। ৰাজকীয় কৰৰ দ্বাৰাই ৰাজ ভড়াল টনকীয়াল হ'ব ধৰিলে। দেশত শান্তি আৰু সুখে বিৰাজ কৰিব ধৰিলে। জনতাৰ মাজত আনন্দৰ জোৱাৰ উঠিল। প্ৰজাই ধীৰে ধীৰে শান্তিৰে কালযাপন কৰিবলৈ ধৰিলে।

"দেশত যেতিয়া উপদ্ৰব নাইকিয়া হ'ল তেতিয়া ৰজা মহা বিজেতাই পুৰোহিতৰ প্ৰতি ক'লে -"দেশত এতিয়া কোনো আলৈ আহুকাল নাই, দেশত আনন্দৰ বহুৰা বৈ গৈছে। মই এতিয়া ভাবো দেশৰ ভৱিষ্যত মঙ্গল আৰু কল্যাণৰ কাৰণে এটা মহা যজ্ঞ আয়োজন কৰিব বিচাৰো। কওঁকচোন কেনেদৰে এতিয়া সেই যজ্ঞ পালন কৰিব পৰা যায়?

পুৰোহিতে ৰজাক পৰামৰ্শ আগবঢালেযে হে ৰাজন। আপুনি এতিয়া ৰাজধানী আৰু ৰাজধানীৰ বাহিৰৰ বেপাৰী সকলক নিমন্ত্ৰণ কৰক। মন্ত্ৰী ৰাজ্যৰ অধিকাৰী, প্ৰতিষ্ঠিত ব্ৰাহ্মণ ধনী গৃহস্থ সকলক নিমন্ত্ৰণ দিয়ক। জনাই দিয়ক যে দীৰ্ঘ কালীন শান্তিৰ নিমিত্তে মহা যজ্ঞ

পাতিবলৈ ইচ্ছা কৰিছো তাৰ কাৰণে আপোনালোকে স্বীকৃতি দিব লাগে।"

ব্ৰাহ্মণ পুৰোহিতৰ পৰামৰ্শ ক্ৰমে ৰজাই সকলোকে নিমন্ত্ৰণ কৰিলে। সভাৰ আলোচনা মৰ্মে ক্ষত্ৰিয়, মন্ত্ৰী, ব্ৰাহ্মণ তথা গৃহ পতি সকলে ৰজাই বিচৰা মতেই সম্মতি প্ৰদান কৰিলে। আৰু মহাযজ্ঞ আৰম্ভ কৰাৰ এয়ে অনুকূল সময়।

'ৰজা মহা বিজেতা বুদ্ধিমন্ত আৰু চতুৰ আছিল। ৰজাতকৈয়ো এখোপ পুৰোহিত চৰা আছিল।

"ৰজাই পুৰোহিতক সুধিলে। হে কূটদন্ত ব্ৰাহ্মণ! মহাযজ্ঞৰ কাৰণে কিমান টকা লাগিব? পুৰোহিতে কলে, ৰাজন। যজ্ঞ আৰম্ভ কৰাৰ আগত বা যজ্ঞ কৰাৰ সময়ত, বা হোৱাৰ পিচত যাতে আপোনাৰ মনত এনে ভাবৰ উদয় নহয় যে যজ্ঞত ৰাজ্যৰ আধাঅংশ খৰচ হোৱা বুলি, এনে বিচাৰ হ'লে কেতিয়াও আহিব নালাগে।

'যজ্ঞ আৰম্ভ হোৱাৰ লগে লগে যি বিলাক মানুহ যজ্ঞত ভাগ লবলৈ আহিব তেও বিলাকক লৈ যাতে ৰজাৰ মনত পশ্চাতাপ নহয়। পুৰোহিতে ক'লে - "ৰাজন! যজ্ঞত ভাগ লবৰ কাৰণে অনেক ধৰণৰ মানুহ আহিব, সেই বিলাকৰ ভিতৰত জীৱ হত্যা কৰোতা জীৱহত্যা নকৰা, চুৰি কৰা, চুৰি নকৰা, মিছা কথা কোৱা মিছা কথা নোকোৱা, পৰবঞ্চনাকাৰী, পৰবঞ্চনাকাৰী নোহোৱা টান কথা কওতা নকওতা লোভী নিৰ্লোভী, দ্বেষী-নিদ্বেষী, সম্যক দৃষ্টিৰ সম্যক দৃষ্টি নোহোৱা, ভাল আৰু বেয়া আদি সকলো উপস্থিত হ'ব। গতিকে ৰাজন পাত্ৰ চাই স্থান নিৰ্ণয় কৰা ভাল, এই দৰে সকলোকে সন্তুষ্ট ৰাখক, ইয়াৰ দ্বাৰাই আপোনাৰ মনত শান্তি হ'ব।

হে ব্ৰাহ্মণ। মহা বিজেতাৰ এই মহাযজ্ঞত বৃষভৰ হত্যা হোৱা নাছিল ছাগলী কটা হোৱা নাছিল, মূৰ্গা মূৰ্গী আৰু শকত গাহৰি বলি দিয়া হোৱা নাছিল। যুপ (= বধ-স্তম্ভ) হোমৰ কাৰণে কোনো গছ কটা হোৱা নাছিল। যজ্ঞ স্থলীৰ দুবৰী বন কটা হোৱা নাছিল যজ্ঞ ভূমিত যি বিলাক দাস আছিল নিজৰ নিজৰ কামত ব্যস্ত আছিল। সকলোৱেই আনন্দ মনেৰে কাম কৰিছিল। কাম কৰাৰো আপত্তি নাছিল আৰু নকৰাৰো। সেই যজ্ঞত ঘিউ, তেল মাখন, গাখীৰ মধু আৰু চেনিৰ বাহিৰে আন একোৰে ব্যৱহাৰ হোৱা নাছিল।

'যদি আপুনি কোনো যজ্ঞ কৰিব বিচাৰিছে তেনে ৰজা মহা বিজেতাৰ দৰে 'যজ্ঞ কৰা উচিত। অন্যথা যজ্ঞ বিফল। পশু বলি দি যজ্ঞ কৰাতো নিৰ্দয়তা মাথোন। যজ্ঞ কেতিয়াও ধৰ্মৰ অঙ্গ হ'ব নোৱাৰে। ই হৈছে ধৰ্মৰ একে বাৰে নিকৃষ্টতম ৰূপমাত্ৰ। কি কৰ বিচাৰে যে পশু বলি দিলে মানুহ স্বৰ্গলৈ যাব পাৰে।

তেতিয়া কূটদন্ত ব্ৰাহ্মণে প্ৰশ্ন কৰিলে - 'হে গৌতম। কোনোবাই আন যজ্ঞ কৰিলে তাত পশু বলি দিয়াতো ঠিক নহয়নে কি? কিন্তু অধিক ফলৰ আশাতেহে এনে কৰিবলৈ যায়।'

হে ব্ৰাহ্মণ! হয়, এনেই কৰিব লাগিব।

হে গৌতম। এনে ধৰণৰ 'যজ্ঞ কেনেকৈনো কৰিব লাগে?"

হে ব্ৰাহ্মণ। কোনোএজন শ্ৰদ্ধাযুক্ত হৈহে

(১) জীৱ হত্যাৰ পৰা বিৰত থকাৰ সংকল্প কৰে
(২) চুৰি কাৰ্য্যৰ পৰা বিৰত থাকিবলৈ সংকল্প কৰে,
(৩) কাম ভোগ সম্বন্ধীয় মিথ্যা অভ্যাসৰ পৰা বিৰত থকাৰ সংকল্প কৰে।
(৪) মিছাৰ পৰা বিৰত থকাৰ সংকল্প কৰে,
(৫) সুৰা তথা নিচা জাতীয় পণ্য সেৱনৰ পৰা বিৰত থকাৰ সংকল্প।

তেনে ই এটা এনে শুদ্ধ যজ্ঞ হ'ব য'ত অনৰ্থক খৰছৰ পৰা সাৰি যাব, ভিক্ষুৰ থকা মেলাৰ ব্যৱস্থা কৰাতকৈ ভিক্ষা দি থকাই ভাল, বিনেকি (ত্রি) শৰণ গ্রহণ কৰাতকৈ উত্তম।"

যেতিয়া ভগবান বুদ্ধই কুটদন্ত ব্রাহ্মণক বুজাই কলে তেতিয়া তেওঁ কলে -' শ্রমণ গৌতম! আপোনাৰ বক্তব্য সচাঁয় সর্বশ্রেষ্ঠ। আপোনাৰ উপদেশ সচাঁয় উত্তম।"

(২)

তেতিয়া ব্রাহ্মণ উজ্জয়ে তথাগতৰ প্রতি সুধিলে - "শ্রমণ গৌতম! আপুনি যজ্ঞৰ সপক্ষে প্রশংসকনে?" "ব্রাহ্মণ! নাই মই যজ্ঞক প্রশংসা নকৰো। মই প্রতিটো যজ্ঞকে নির্দ্দোষ বুলি ভাবো। হে ব্রাহ্মণ! যি কোনো যজ্ঞত গো ছাগলী ভেড়া, কুকুৰা আৰু গাহৰী হত্যা কৰা যায় এনে ধৰণে প্রাণী হত্যা কৰা যায় - এই ধৰণৰ 'যজ্ঞ'ত যি জীৱ জন্তু বলি দিয়া হয়। হে ব্রাহ্মণ! এই বিলাক মোৰ প্রশংসাৰ পাত্র নহয়। এনে কৰে কিয়?

' হে ব্রাহ্মণ! এনে ধৰণৰ 'যজ্ঞত' য'ত পশু বলি দিয়া, যায় এনে স্থানত কোনো শ্রেষ্ঠ জনৰ প্রবেশ নহয় আৰু প্রকৃত ৰাস্তাত যোৱা জনে ইয়াৰ পাশলৈ কেতিয়াও নাহে।

"কিন্তু হে ব্রাহ্মণ! যি যজ্ঞত গো-হত্যা নহয় পশুৰ হত্যা নহয় এনে ধৰণৰ যজ্ঞ য'ত পশুবলি দিয়া নহয় -এনে ধৰণৰ যজ্ঞহে মোৰ প্রশংসাৰ পাত্র। উদাহৰণ স্বৰূপে চিৰ স্থপিত দান বা পৰিয়ালৰ কল্যাণৰ কাৰণে ত্যাগ কৰা।

এনে কিয়?"

"কিয়নো ব্রাহ্মণ! যি যজ্ঞত পশু বলি দিয়া নাযায় এনে যজ্ঞত শ্রেষ্ঠজনে অংশ লয় আৰু তেও বিলাকেই শ্রেষ্ঠ মার্গৰ অধিকাৰী হয়।'

(৩)

উদায়ী ব্রাহ্মণেও তথাগতৰ প্রতি সেই প্রশ্নকে কৰিলে যি উজ্জয় ব্রাহ্মণে সুধিছিল-

"শ্রমণ গৌতম! আপুনি 'যজ্ঞ'ৰ প্রশংসা কৰেনে কি? তথাগতে তাৰ উত্তৰ উজ্জয়ৰ দৰেই দিছিল ঠিক সেই দৰে উদায়ীকো। তথাগতে কলে - "এনে বিলাক যজ্ঞ - যি উচিত সময়ত কৰা যায় এনে যজ্ঞযত পশু বলি দিয়া নাযায়, তালৈ তেওঁ বিলাকেই আহে যি শ্রেষ্ঠ জীৱন যাপন কৰে যাৰ চক্ষুৰ পৰা পর্দা আঁতৰি যায়। যি কালাতীত - যি জীৱন মৰণৰ বন্ধনৰ পৰা মুক্ত তেওঁ বিলাক তেনেদৰে আন প্রাজ্ঞতথা কুশল পূর্ণ যজ্ঞক প্রশংসা কৰে।

'যজ্ঞ অথবা শ্রদ্ধাযুক্ত কর্মত,
শ্রদ্ধাযুক্ত মনেৰে

পূণ্য ক্ষেত্ৰত,
যি বীজ সিচেঁ,
অথবা যি শ্ৰেষ্ঠ জীৱি,
তেওঁ বিলাকক যি দান দিয়ে,
তেওঁ বিলাকৰ প্ৰতি দেৱতাও প্ৰসন্ন হয়।
এই ধৰণৰ দানৰ দ্বাৰা বিজ্ঞজনে বিদ্যা লাভ কৰে,
তথা দুঃখৰ পৰা মুক্ত হৈ সুখী অৱস্থা লাভ কৰে।"

## ৬ কল্পনাৰ ওপৰত বিশ্বাস ৰখাতো অ-ধৰ্ম

### (১)

এনে ধৰণৰ প্ৰশ্ন বিলাক মনলৈ অহাতো স্বাভাবিক। যেনে - (১) প্ৰথমতে মই কি আছিলো, (২) প্ৰথমতে মই কি নাছিলো, (৩) সেই সময়ত মই কি আছিলো (৪) এতিয়া মই কি হৈ গলো (৫) ভবিষ্যতে মই কি হ'ম? (৬) ভবিষ্যতে কি মই একো নহওঁ? (৭) তেতিয়া মইনো কি হ'ম? (৮) মই কি হ'ম (৯) মই কেনেকৈ হ'ম? অথবা বৰ্ত্তমানক লৈ তেওঁ সন্দেহবাদী হ'বনে কি? (১) মই কি? (২) মই কি নহওঁনে কি? (৩) মই কি হওঁ? (৪) মই কেনেকৈ হওঁ? (৫) এই প্ৰাণী বিলাক ক'ৰ পৰা আহিল? (৬) এই বিলাক আকৌ কলৈ যাব?[১]

এনে ধৰণে সংসাৰৰ বিষয়ে অনেক প্ৰশ্ন সোধা হৈছিল তাৰ কিছুমান এনে ধৰণৰ- এই সংসাৰ খন কেনেকৈ উৎপন্ন কৰিলে? সংসাৰ খন অনন্তনে কি? প্ৰথম প্ৰশ্নৰ উত্তৰত কোনোৱে কৈছিল যে প্ৰত্যেক বস্তু ব্ৰহ্মাৰ দ্বাৰা উৎপন্ন হৈছে - অন্য কোনোৰ উত্তৰ আছিল যে ইয়াক প্ৰজাপতিৰ দ্বাৰা উৎপন্ন কৰা হৈছিল।

দ্বিতীয় প্ৰশ্নৰ উত্তৰ কোনোৱে কৈছিল যে ই অনন্ত। কোনোৱে আকৌ ইয়াক সান্ত বুলি কয়। কোনোৰ মতে ই সসীম (= সীমা সহিত) কোনোৱে আকৌ কৈছিল ই অসীম।

এনে ধৰণৰ প্ৰশ্ন বিলাক বুদ্ধই অ-ব্যাকৃত বুলি কয়। এনে বিলাক প্ৰশ্নক কদাপিও স্বাগত জনাব নোৱাৰি। তেওঁৰ মতে এনে বিলাক প্ৰশ্ন কৰোতা আৰু উত্তৰ দিওঁতা -এই দুই পক্ষই বিকৃত মস্তিষ্কৰ হ'ব লাগিব।

এনে বিলাক প্ৰশ্নৰ উত্তৰ দিওঁতা বা দিব পৰাৰ অভিপ্ৰায় হৈছে যে মানুহ "সৰ্বজ্ঞ" হ'ব লাগিব, যিনেকি হোৱাই নাই। তেওঁ বিলাক এনেধৰণৰ সৰ্বজ্ঞ যে নহয় যিনেকি এই বিলাক প্ৰশ্নৰ উত্তৰ দিব পাৰে। কোনেও দাবি কৰিব নোৱাৰে যে যি আমি জানো, তেৱেঁই সকলো জানে আৰু এইটো কোনেও দাবি কৰিব নোৱাৰে যে কোনো সময়ত যি আমি জানিব বিচাৰো সেই সকলো সময়তে তেওঁ জ্ঞাত হৈ থাকে। সদায় কিবা নহয় কিবা এটা অজ্ঞাত হৈ থাকে। এনে বিলাক কাৰণতেই ভগবান বুদ্ধই এনে ধৰণৰ কথা বিলাক নিজৰ ধৰ্মৰ পৰা বহুত দূৰত ৰাখিছে। তেওঁৰ দৃষ্টিত যি ধৰ্মই এনে বিলাক কথাক ধৰ্মৰ অঙ্গ বুলি

মানে সেই বিলাক কদাপি গ্ৰহণ যোগ্য নহয়।

(২)

যি বিলাক সিদ্ধান্ত বুদ্ধৰ সমসাময়িক আচাৰ্য্য সকলে ধৰ্মৰ আধাৰ বুলি মানে, সেই সিদ্ধান্ত সমূহৰ দুটা কথা লক্ষ্য কৰিছিল - (১) 'আত্মা'ৰ বাবা আৰু (২) বিশ্বৰ আৱৰ্তনিৰ বাবা। তেওঁ বিলাকে 'আত্মা'ৰ বিষয়ে বা নিজে নিজৰ বিষয়ে প্ৰশ্ন কৰিছিল। তেওঁ বিলাকে সুধিছিল ঃ "(১) প্ৰথমতে মই কি আছিলো? (২) প্ৰথমতে মই কি নাছিলো? (৩) সেই সময়ত মই কি আছিলো? (৪) মই কি হৈ কি হ'লো। (৫) মই কি ভৱিষ্যতে কিবা হ'ম? (৬) মই ভৱিষ্যতে কি একো নহওঁ? (৭) মই তেনে কি হ'ম? (৮) তেতিয়া মই কেনেকৈ হ'ম? (৯) মই কি হৈ কি হ'ম? অথবা তেওঁ বৰ্তমানক লৈও সন্দেহবাদী হয়। (১) মই কি হওঁ ? (২) মই কি একো নহওঁ? (৩) মই কি হওঁ? (৪) মই কেনেকৈ হওঁ? (৫) এই 'প্ৰাণী বিলাক ক'ৰ পৰা আহিল? (৬) এই বিলাক কলৈ যাব?"[10]

আন কিছুমানে বিশ্বৰ আৱৰ্তনিৰ বিষয়ে প্ৰশ্ন কৰিলে। কোনো লোকে কলে - ইয়াক ব্ৰহ্মাই জন্ম দিলে। আন কিছুমানে ক'ৰ বিচাৰে যে স্বয়ং প্ৰজাপতিয়ে নিজকে নিজে আহুতি দি সৃষ্টি কৰিলে। আন বিলাক আচাৰ্যই অন্য প্ৰশ্ন সুধিলে ঃ "সংসাৰ অনন্তনে? সংসাৰ খন অনন্ত নহয়নে? সংসাৰ সসীমনে? সংসাৰ অসীমনে? যি শৰীৰ সেয়ে জীৱন? শৰীৰ অন্য, জীৱ অন্যান্যসে? সত্য জ্ঞাতা (= তথাগত) মৰাৰ পিচত থাকেনে? তথাগত মৰাৰ পিচত নাথাকেনে? থাকেও নাথাকেও? তেওঁবিলাক নাথাকে আৰু থাকিও নাথাকে?"[11]

ভগবান বুদ্ধই ক'লে এনে ধৰণৰ প্ৰশ্ন বিলাক এনে ধৰণৰ মানুহে সোধে যাৰ মস্তিষ্ক বিকৃত ধৰণৰ।

ভগবান বুদ্ধই এনে ধৰণৰ ধাৰ্মিক সিদ্ধান্ত সমূহক কিয় খণ্ডণ কৰিলে? ইয়াৰ তিনিটা কাৰণ আছিল।

প্ৰথম কাৰণ এই বিলাক ধৰ্মৰ অৰ্জন কোনো অৰ্থ নাই। বহুতে এই বিলাক প্ৰশ্নৰ উত্তৰ 'সৰ্বজ্ঞ' বুলি দিব বিচাৰে সি কিন্তু কেতিয়াও বাস্তৱ সম্মত হোৱা নাই। তেওঁ বিলাকৰ প্ৰবচন সমূহত এনে বিলাক কথাৰ ওপৰত জোৰ দিছে। তেওঁ কৈছিল যে সেই সময়ত কোনেও সকলো কথাৰ জ্ঞান লাভ কৰিব পৰা নাই। জ্ঞানৰ কোনো পাৰ নাই। কিবা নহয় কিবা জানিবলৈ বাকী থাকেই।

এই বিলাক সিদ্ধান্তৰ বিৰুদ্ধে তৃতীয় তৰ্ক আছিল এনেধৰণৰ সিদ্ধান্ত বিলাক 'কল্পনাৰ দ্বাৰা আশ্ৰিত' আছিল। তাৰ কোনো 'সত্য' পৰীক্ষণ নাছিল, সেইহলে কোনো পৰীক্ষাই হোৱা নাছিল। সেই বিলাক কল্পনাৰ ঘোঁৰাৰ লেকামক টিলাই এৰি দিয়াৰ মাত্ৰ পৰিণাম আছিল। তাৰ সম্পৰ্কে কোনো তথ্য নাছিল।

এইদৰে কল্পনাশ্ৰিত সিদ্ধান্ত সমূহৰ ভিত্তিত এজন মানুহে আনজন মানুহৰ লগত পৰস্পৰ সম্বন্ধ কি প্ৰয়োজন আছিল? একেবাৰেই নাছিল।

তথাগতে সেই কাৰণে ইয়াক মানিব নিবিচাৰিছিল যে সংসাৰ খন নিৰ্মাণ হৈছে। কিন্তু তথাগতৰ স্বীকৃতি হৈছে যে সংসাৰ খনৰ বিকাশহে হৈছে।

## ৭. ধাৰ্মিক গ্ৰন্থ পঠন মাত্ৰে অধৰ্ম

ব্ৰাহ্মণ সকলে শিক্ষাৰ সমস্ত জোৰ (নিজৰ কাৰণে) বিদ্যাৰ ওপৰত দিছে। তেওঁ বিলাকে শিক্ষা দিব বিচাৰে যে 'বিদ্যা'ই হৈছে 'আৰম্ভ' আৰু 'বিদ্যা'ই হৈছে 'শেষ'। ইয়াতকৈ আন একো হ'ব নোৱাৰে। ইয়াৰ বিৰুদ্ধে ভগৱান বুদ্ধই সকলোৰে কাৰণে বিদ্যাৰ পক্ষপাতি আছিল। ইয়াৰ অতিৰিক্ত তেওঁৰ এই কথাৰ ওপৰত্তে ডাঙৰ চিন্তা হৈছিল যে 'বিদ্যা' লাভ কৰি মানুহে তাৰ কি প্ৰয়োগ কৰিছেনো? তেওঁৰ 'বিদ্যা' 'বিদ্যাৰ কাৰণে নাছিল' তেওঁৰ বিদ্যা প্ৰয়োগৰ কাৰণেহে আছিল। তেওঁ এই কথাৰ ওপৰত জোৰ দিছিল যে যি বিদ্বান হয় তেওঁ শীলবান হোৱাও দৰ্কাৰ। বিনা 'শীল'ৰ 'বিদ্যা' একেবাৰে সাংঘাতিক।

ভিক্ষু পটিসেনক ভগৱান বুদ্ধই যি কৈছিল তাৰ দ্বাৰা 'বিদ্যা'ৰ বিৰুদ্ধে 'শীল'ৰ মহত্ব একেবাৰে গুৰুত্ব পূৰ্ণ।

প্ৰাচীন কালত ভগৱান বুদ্ধ যেতিয়া শ্ৰাৱস্তীত বিহাৰ কৰি আছিল, সেই সময়ত পটিসেন নামেৰে একজন ভিক্ষু আছিল, তেওঁৰ স্মৃতটো ইমানেই অকামিলা আছিল যে তেওঁৰ এটা গাথা ও মনত নাথাকে। বুদ্ধই পটিসেনক শিক্ষা দিবৰ কাৰণে পাঁচশ অৰ্হতক নিয়োগ কৰিলে। কিন্তু তিনি বছৰৰ পিচতো তেও এটা গাথাও মুখস্থ কৰিব নোৱাৰিলে।

এনে স্থিতিত ভিক্ষু, ভিক্ষুণী বিলাক, উপাসক, উপাসিকা বিলাকে তেওঁক হাঁহি উৰুৱাই দিব বিচাৰিলে। এনে অৱস্থাত ভগৱান বুদ্ধৰ তেওঁৰ প্ৰতি দয়া উপজিল। তেওঁক ওচৰলৈ মাতি আনি এটা কোমল সুৰৰ গাথা এৰ্কাকি শিকাই দিলে -

কায়েন সংবৰো সাধু, সাধু বাচায় সংবৰো
মনসা সংবৰো সাধু, সাধু সব্বত্থ সংবৰো
সব্বত্থ সংবুতো ভিক্খু সব্ব দুক্খা পমুচ্চতি[১২]

(অৰ্থ - যাৰ মুখ সংযত, যাৰ বিচাৰ সংযত, আৰু যি নিজৰ শৰীৰৰ প্ৰতি বিকাৰাচৰণ নকৰে, তেৱেঁই নিৰ্বাণ প্ৰাপ্ত কৰে।)

তথাগতৰ কৰুণা ভৰা বাণীয়ে যেন পটিসেনৰ হৃদয়ৰ কলী ফুলাই দিলে। বৃদ্ধ ভিক্ষু পটিসেনেও সেই গাথা দোহাৰিলে। ভগৱান বুদ্ধই তেওঁৰ প্ৰতি ক'লে :- "হে বৃদ্ধ! এতিয়া তুমি কেৱল এটা গাথা ক'ব পাৰা আৰু মানুহে ইয়াক জানে। এই কাৰণে তোমাক মানুহে হাঁহিছে। মই তোমাক এইটো গাথাৰ অৰ্থ ও বুজাই দিছো। তুমি ধ্যান দি শুনা।"

এইদৰে ভগৱান বুদ্ধই শৰীৰৰ তিনিটা অকুশল কৰ্ম, বাণীৰ চাৰিটা অকুশল কৰ্ম আৰু মনৰ তিনিটা অকুশল কৰ্মৰ মুঠতে দহোটা অকুশল কৰ্মৰ বিষয়ে বুজালে। এই দহোটা অকুশল কৰ্ম ত্যাগ কৰিব পাৰিলেই মানুহে নিৰ্বাণ লাভ কৰিব পাৰে। এইদৰে বুজুৱাত ভিক্ষু পটিসেনৰ সত্যতা বোধ হ'ল আৰু তেওঁ অৰ্হত পদ লাভৰ জ্যোতী হৈ গ'ল।

সেই সময়ত বিহাৰত পাচঁশ ভিক্ষুণী আছিল। তেওঁ নিজৰ একজনক বুদ্ধৰ ওচৰলৈ পঠালে আৰু কোনো একজন ভিক্ষুক তেওঁক ধৰ্ম উপদেশ দিবৰ কাৰণে পঠালে।

তেওঁৰ প্ৰাৰ্থনা শুনি ভগৱান বুদ্ধই বৃদ্ধ পটিসেনকেই তেওঁ বিলাকক ধৰ্ম উপদেশ দিবৰ কাৰণে পঠাব বিচাৰিলে। যেতিয়া ভিক্ষুণী বিলাকে এই কথা গম পালে তেতিয়া তেওঁ

বিলাকে খুব হাঁহিবলৈ ধৰিলে। তেওঁ বিলাকে সিদ্ধান্ত কৰিলে যে আন দিনা বৃদ্ধ পটিসেন তাঁলৈ অহাত তেওঁ বিলাকে গাথাৰ ওলোটা উচ্চাৰণ কৰি তেওঁক বিপাণ্ডত পেলাই দিব, আৰু লজ্জিত কৰিব।

দ্বিতীয় দিনা যেতিয়া বৃদ্ধ পটিসেন আহিল ডাঙৰ সৰু সকলোৱেই তেওঁক অভিনন্দন জনালে, আৰু তেওঁক অভিবাদন জনাবলৈ লওঁতে সকলোৱেই খিত খিত কৰি হাঁহিব ধৰিলে।

বৃদ্ধ পটিসেন নিজ আসনত বহিল আৰু তেওঁক ভোজন কৰালে। ভোজনৰ অন্তত প্ৰত্যেকেই নিজা নিজা প্ৰবচন আৰম্ভ কৰিব ধৰিলে। আৰু বৃদ্ধ পটিসেনেও ধৰ্মাসন গ্ৰহণ কৰি নিজৰ প্ৰবচন আৰম্ভ কৰিলে -

"আই সকল। মোৰ বুদ্ধি আৰু জ্ঞান সিমান নাই। মই কেৱল এটাহে গাথা জানো। গাথাটো মই পঢ়িযাম আৰু অৰ্থ কৈ যাম। তোমালোকে গাথাটো শুনি তাৰ অৰ্থ গ্ৰহণ কৰিবৰ কাৰণে যত্ন কৰিবাইক।"

ভিক্ষুণী বিলাকে গাথা কেৱল ওলোটাইহে গালে। এইয়া কি? তেওঁ বিলাকৰ পিচত মুখেই খোলা নাখালে। তেওঁ বিলাক লাজতে মৰা প্ৰায় হ'ল। তেওঁৰ ওচৰত তেওঁ বিলাকে তলমূৰ কৰিয়েই থাকিল। ভগবান বুদ্ধৰ পৰা লাভ কৰা শিক্ষা অনুসৰি পটিসেনে সেই গাথাটো পুনৰাবৃত্তি কৰি ব্যাখ্যা দিবলৈ ধৰিলে।

তেওঁৰ মুখত অমোঘ প্ৰবচন শুনি ভিক্ষুণী বিলাক আচৰিত হ'ল। গাথাই তেওঁ বিলাকক আনন্দিত কৰিলে আৰু অন্তঃকৰণেৰে সৈতে স্বীকাৰ কৰিলে। আৰু তেওঁ বিলাকো অৰ্হৎ হৈ গ'ল।

ৰজা প্ৰসেনজিতে বুদ্ধ প্ৰমুখ্যে ভিক্ষু সংঘক ভোজনৰ নিমিত্তে নিমন্ত্ৰণ জনালে।

বুদ্ধই পটিসেনক বিশেষ উন্নত পৰ্য্যায়ৰ ভিক্ষু ৰূপে জ্ঞান কৰি ভিক্ষা পাত্ৰলৈ তেওঁ বিলাকৰ লগতে ওলাবলৈ কলে। বুদ্ধই ভিক্ষু সংঘ সহিত ৰাজমহলৰ দ্বাৰ পালেগৈ। দ্বাৰপালে পটিসেনক ভিতৰলৈ যাবলৈ অনুমতি নিদিলে। কলে - 'যি জন ভিক্ষুৱে কেৱল এটাই গাথা জানে তেওঁক আমি আতিথ্য কৰিব নোৱাৰো। তোমাৰ দৰে সামান্য জনৰ স্থান ইয়াত নাই। শ্ৰেষ্ঠ জনক ৰাস্তা এৰি দিয়া আৰু তুমি ইয়াৰ পৰা ঘূৰি যোৱা। পটিসেন দৰ্জাৰ বাহিৰতে বহি থাকিল।

বুদ্ধ নিজ আসনত বিৰাজমান হ'ল। আৰু ভোজনৰ নিমিত্তে হাত মুখ ধুলে। কিন্তু ই কি ইয়াত পটিসেন নাই? ভিক্ষা পাত্ৰসহিত পটিসেন বাহিৰত।

ৰজা, মন্ত্ৰী তথা উপস্থিত সভাসদ সকলে বুদ্ধৰ সংকেতত আচৰিত হ'ল। তেওঁ বিলাকে ভাবিলে "আঃএওঁনো কোন?" তথাগতে উত্তৰ দিলে - "এওঁ ভিক্ষু পটিসেন। তেও বোধি লাভ কৰিছে। তেওঁকো আমাৰ লগতে আহিবলৈ কৈছিলো। কিন্তু দ্বাৰ পালে তেওঁক ভিতৰলৈ আহিবলৈ নিদিলে।"

ইয়াৰ পিচতে পটিসেন ভিতৰলৈ সোমাল আৰু সংঘত সম্মিলিত হ'ল। তেতিয়া প্ৰসেনজিতে বুদ্ধৰ প্ৰতি ক'লে - "মই শুনিবলৈ পাইছো তেওঁৰ বোলে কোনো যোগ্যতা নাই। তেওঁ বোলে এটা গাথাহে জানে। তেওঁনো কেনেকৈ বোধি লাভ কৰিলে?" তথাগতে

উত্তৰত ক'লে - "জ্ঞান অধিক নহ'লেও শীল হৈছে মুখ্য বস্তু।

পাটিসেনে এটা গাথাৰ সম্পূৰ্ণ অৰ্থ হৃদয়ঙ্গম কৰি ইয়াৰ শৰীৰ বাণী আৰু বিচাৰ পূৰ্ণ অৰ্থই তেওঁৰ মন শান্ত কৰি দিলে। এজন মানুহে অধিক জ্ঞান পালেও তেওঁৰ যদি আচৰণ ঠিক নহয় তেনে তেওঁ বিস্তৰ জ্ঞানৰ অধিকাৰী হ'লেও বিনাশৰ মুখৰ পৰা বাচি থাকিব নোৱাৰে।" ইয়াৰ পিচত তথাগতে ক'লে ঃ- "লাগিলে মানুহে এক হেজাৰ গাথা পঢ়ক যদি পঠিত গাথা সমূহৰ লগত অপৰিচিত হৈ থাকে, তেনে গাথা মুখস্থ কৰি অৰ্থ বুজি নাপালে তাৰ পৰা কোনো লাভ নাহয়। কিন্তু এটা শব্দ, শুনি তাক বুজি, সেই অনুপাতে আচৰণ কৰিলে মোক্ষ লাভত সহায়ক হয়।[১৩]

'এজন মানুহে অনেক পাঠ কৰিব পাৰে যদি সেই বিলাক বুজি নাপাই তেনে অধ্যয়ন নিষ্পয়োজন। ধৰ্মৰ এটা পদক জনা আৰু সেই অনুপাতে চলিব পাৰিলেহে মোক্ষ লাভত সহায়ক হয়।"'[১৪]

এনে অৰ্থপূৰ্ণ গম্ভীৰ্য্যপূৰ্ণ কথা শুনি দুশ ভিক্ষু, ৰজা তথা তেওঁৰ মন্ত্ৰী সকল বিশেষ আনন্দিত হ'ল।

## ৮"ধৰ্ম"ৰ পুথি সমূহ ভুলৰ সম্ভাৱনাৰ পৰা বেলেগ বুলি ভবাতো অ-ধৰ্ম

ব্ৰাহ্মণ সকলে ঘোষণা কৰিছিল যে বেদ কেৱল পবিত্ৰ গ্ৰন্থই নহয় এই বিলাক নিজে নিজে প্ৰমাণিকো।

ব্ৰাহ্মণ সকলে বেদ সমূহক আপোনা আপুনি প্ৰমাণিক বুলি ঘোষণা কৰা নাছিল তেওঁ বিলাকে বেদ সমূহক ভুলৰ সম্ভাৱনাৰ পৰা বেলেগ বুলিহে মানিছিল। কিন্তু ভগবান বুদ্ধই ব্ৰাহ্মণ সকলৰ প্ৰতি বিৰোধী মতবাদহে ৰাখিছিল।

বেদ সমূহক তেওঁ পবিত্ৰ বুলি মানি লোৱা নাই। তেও বেদ সমূহ ভুলৰ সম্ভাৱনাৰ পৰা বেলেগ বুলি মানিব নিবিচাৰে। তেওঁৰ সমসাময়িক সকলৰো একেই মত আছিল। কিন্তু পিচত বা তেওঁৰ অনুসৰণকাৰী সকলে নিজৰ নিজৰ মত সমূহক ব্ৰাহ্মণ সকলৰ দৃষ্টিত বিশ্বাস জন্মাবৰ কাৰণে নিজৰ বুদ্ধিবাদী পক্ষক ত্যাগ কৰিলে। ভগবান বুদ্ধই হ'লে এই বিষয়ে কেতিয়াও আপোচ কৰা নাছিল। তেবিজ্জ সুত্ত[১৫] ত ভগবান বুদ্ধই বেদ সমূহক জল বিহীন দুৰ্গম জংঘল পথহীন হাবি, আৰু বিনাশৰ পথ বুলিহে অভিহিত কৰিছিল। যি মানুহৰ মনত বৌদ্ধিকতা আৰু নৈতিক তৃষ্ণা ভৰি আছে, তেওঁ বিলাক বেদৰ ওচৰলৈ গৈ নিজ তৃষ্ণা সফল কৰিব নোৱাৰে।

যিমান দুৰ বেদ সমূহক ভুলৰ সম্ভাৱনাৰ পৰা বেলেগ বুলি ধাৰণা কৰাৰ বিষয়ত তথাগতে বক্তব্য দাঙি ধৰে যে এনে কোনো বস্তু হ'ব নোৱাৰে যি ভুলৰ সম্ভাৱনাৰ পৰা বাচি যায়। এই কাৰণে ভগবান বুদ্ধই ক'ব বিচাৰে যে প্ৰত্যকটো বস্তুৰে পৰীক্ষা আৰু পুনৰ পৰীক্ষণ হোৱা দৰ্কাৰ। এই বিষয়ে ভগবান বুদ্ধই কালাম সকলক দিয়া প্ৰবচনৰ দ্বাৰাই স্পষ্ট কৰিছে।

এসময়ত বুদ্ধই ভিক্ষু সংঘৰ সহিত ঘূৰি ঘূৰি কোশল জন সাধাৰণৰ কেস পুত্ৰিয় নগৰত প্ৰৱেশ কৰিলে। সেই নগৰখন কালাম নামৰ ক্ষত্ৰিয় সকলৰ আছিল।

যেতিয়া ভগৱান বুদ্ধ তেওঁ বিলাকৰ তালৈ অহাৰ কথা গ'ম পালে তেতিয়া কালাম সকল আহি তেওঁৰ ওচৰ পালেহি। কালাম সকলে তেওঁৰ ওচৰত বহি বুদ্ধৰ প্ৰতি সম্বোধন কৰিলে - হে শ্ৰমণ গৌতম! আমাৰ গাঁৱলৈ কিছুমান শ্ৰমণ ব্ৰাহ্মণ আহে, তেওঁ বিলাকে তেওঁবিলাকৰ কিছুমান মত আমাৰ মাজত মত বিনিময় কৰে, নিজৰ মত বিলাক সৰ্বশ্ৰেষ্ঠ বুলি ক'ব বিচাৰে। আনৰ মত বিলাক মূল্যহীন অৰ্থহীন বুলি ক'ব বিচাৰে। এইদৰে অনেক শ্ৰমণ ব্ৰাহ্মণ আহে আৰু নিজৰ মত উৎথাপন কৰি আনৰ মত বিলাক খণ্ডণ কৰে।

এনে অৱস্থাত আমি এতিয়া বিপাণ্ডত পৰিছো। গতিকে শ্ৰমণ গৌতম! আপুনি কওঁকচোন বাৰু এই শ্ৰমণ সকলৰ ভিতৰত কোনে সত্য কয় আৰু কোনে মিছা কয়?

'কালাম সকল! তোমালোকৰ যোগ্য বিষয় সমূহৰ ওপৰত সন্দেহ উৎপন্ন হৈছে। তথাগতে কৈ যাব ধৰিলে - হে কালাম সকল! কোনো কথাক এই কাৰণে মানিব নালাগে যে তোমালোকে শুনিবলৈ পাইছা,যি বিলাক কথা আগৰ পৰা চলি আহিছে; যি বিলাকৰ হয়তো কোনো লোক সমৰ্থক কোনো কথা এই কাৰণে মানিব নালাগে যি কথা যি ধৰ্ম গ্ৰন্থ সমূহত লিখা আছে; কোনো কথা এই কাৰণেই মানিব নালাগে যি ন্যায় (শাস্ত্ৰ) অনুসৰি দেখুৱাইছে, কোনো কথা আকৌ ওপৰে ওপৰে চালে সত্য যেন লাগে কোনো কথা আকৌ অনুকূল বিশ্বাসৰ বা অনুকূল দৃষ্টিৰ, কোনো কথা আকৌ আদৰণীয় ব্যক্তিয়ে কোৱা বুলিয়েই মানিব নালাগে।

এনে স্থিতিত তেনে আমি কি কৰা উচিত? আমাৰ পৰীক্ষা কেনে হোৱা উচিত? কালাম ক্ষত্ৰিয় সকলে প্ৰশ্ন কৰিলে। তথাগতে ক'লে - 'কালাম সকল! পৰীক্ষা হৈছে এয়েযে নিজকে নিজে পৰীক্ষা কৰা যে অমুক কামটো কৰাতো উচিত হ'বনে নহয়? অমুক কথাটো নিন্দনীয়নে কি? অমুক কথাটো বিজ্ঞানৰ দ্বাৰা নিষিদ্ধনে কি? অমুক উপায়েৰে কাম কৰিলে কষ্ট আৰু দুঃখ হয়নে কি?

কালাম সকল! ইয়ানেই নহয়, তোমালোকে ইয়াকো চাব লাগিব যে মত বিশেষে তৃষ্ণা, ঘৃণা, মূঢ়তা আৰু দ্বেষৰ ভাৱনাৰ বৃদ্ধিতো ই সহায় নকৰে।

'কালাম সকল! এই কথাও চাব লাগিব যে মত বিশেষে কাকোৱেই নিজ ইন্দ্ৰিয় সমূহৰ দ্বাৰা গোলাম কৰি ৰখা নাইতো? হিংসা বৃত্তিক উদগণি দিয়া নাইতো? চুৰি কৰিবলৈ প্ৰেৰণা দিয়া নাইতো? কাম ভোগ সম্বন্ধীয় মিথ্যাচাৰত প্ৰবৃত্ত কৰোৱা যাইতো? এইদৰে আনক এনে কৰি থাকিবৰ কাৰণে প্ৰেৰণা দি থকা নাইনে? বাৰু, কালাম সকল! এতিয়া তোমালোকে তেওঁ বিলাকক সুধিব লাগিব যে এই দুঃখৰ কাৰণে অহিত হোৱাৰ মূল কাৰণ এই বিলাকেই নহয় জানো?

'কালাম সকল! এতিয়া তোমালোকে কি ভাবিছা? এনে কৰ্ম কৰিলে বাৰু হিত হয়নে অহিত হয়? 'ভন্তে অহিত হয়।

হে কালাম সকল! এই বিলাক কথা লাভ প্ৰদনে হানিপদ?

' ভন্তে! হানিপদ।"

' এই বিলাক নিন্দনীয়নে কি?'

ভন্তে! নিন্দনীয়।"

" এই বিলাক কথা বিজ্ঞ পুৰুষৰ দ্বাৰা নিষিদ্ধনে সমৰ্থিত?"

' বিজ্ঞ পুৰুষ সকলৰ দ্বাৰা নিষিদ্ধ।

এই বিলাক কৰিলে কষ্ট আৰু দুঃখ হয়নে কি?"

' ভন্তে! এই বিলাকৰ দ্বাৰাই কষ্ট আৰু দুঃখ হয়।"

' যেতিয়া কোনো ধৰ্ম গ্ৰন্থই এই বিলাক শিকাই, তেনে এনে গ্ৰন্থক প্ৰামাণিক বুলি মানিব পাৰিনে কি? তুলৰ সম্ভাৱনাৰ পৰা বেলেগ বুলি মানিব পাৰিনে?

' ভন্তে! নাই নোৱাৰি।

" কিন্তু কালাম সকল! মইতো এই কাৰণেই কৈছো যে কোনো কথাক কেৱল এই কাৰণেই মানিব নালাগে যি পৰম্পৰাগত ভাবে চলি আহিছে, কোনো কথাক এই কাৰণেই মানিব নালাগে যাক বহুতেই সমৰ্থন কৰে কোনো কথা এইকাৰণেই মানিব নালাগে যিনে কি (ধৰ্ম) গ্ৰন্থত কেৱল লিখা হৈছে, কোনো কথা এই কাৰণেই মানিব নালাগে যি তৰ্ক (শাস্ত্ৰ) অনুসৰি লিপিবদ্ধ কোনো কথা এই কাৰণেই মানিব নালাগে যাক ওপৰে ওপৰে মানিব পাৰি কোনো কথাক এই কাৰণেই মানিব নালাগে যি অনুকূল বিশ্বাস আৰু অনুকূল দৃষ্টিৰ ওপৰত কেৱল নিৰ্ভৰশীল, যি কথা ওপৰে ওপৰে প্ৰকৃত যেন লাগে তাকো মানিব নালাগে, আদৰণীয় আচাৰ্য্যৰ দ্বাৰা কোৱা কথা বুলিও মানি লোৱা উচিত নহয়।

"তোমাৰ আত্ম অনুভূতিৰ দ্বাৰা যেতিয়া এই কথা জানিবা যে "এই বিলাক কথা অহিতকৰ নিন্দনীয়, দুঃখ জনক বুলি তেতিয়া হে কালাম সকল। এনে বিলাক কথা ত্যাগ কৰা উচিত।

"ভন্তে! অদ্ভুত! গৌতম! অদ্ভুত! আমি আপোনাৰ ধৰ্ম আৰু সংঘত শৰণ ল'মহ'ক। আমাৰ প্ৰাণ থাকে মানে ভগবানে আমাক শৰণাগত উপাসকৰূপে ভাবিব।"[১৬]

এই দলিলৰ সাৰাংশ স্পষ্ট। কোনো মানুহৰ শিক্ষাক প্ৰামাণিক বুলি স্বীকাৰ কৰাৰ সময়ত এই কথা বিচাৰ কৰিব নালাগে যে সেইয়ানো (ধৰ্ম) গ্ৰন্থত লিখাহে, এই কথাৰ বিচাৰ নকৰিবা যে সি কেৱল তৰ্ক (শাস্ত্ৰ)ৰ অনুকূল, এই কথাৰ বিচাৰ নকৰিবা যে সি কেৱল ওপৰে ওপৰে মান্য বুলি ধৰা হয়, এই কথাৰ বিচাৰ নকৰিবা যে অনুকূল বিশ্বাস বা অনুকূল দৃষ্টিৰ হে কথা মাত্ৰ, এই কথাৰ বিচাৰ নকৰিবা যি ওপৰে ওপৰে সত্য মাত্ৰ এই কথাৰ বিচাৰ নকৰিবা যি কোনো আদৰণীয় আচাৰ্য্যৰ মাত্ৰ কোৱা কথাহে।

কিন্তু এই কথাহে মাত্ৰ জিজ্ঞাসা কৰিবা যি বিলাক মতক বা যি দৃষ্টিক তুমি স্বীকাৰ কৰাতো বিচাৰা সেইয়া হিতকৰ হয়নে নহয়, নিন্দনীয় হয়নে নহয়। কষ্ট তথা হানি প্ৰদ হয়নে নহয়?

কেৱল এটা আধাৰৰ ওপৰতহে আন কোনোৱে দিয়া শিক্ষাক স্বীকাৰ বা অস্বীকাৰ

কৰিব পাৰে।

১ তেবিজ্জ সুত্তন্ত (দীৰ্ঘ নিকায় -১। ১৩ )।
২ তেবিজ্জ সুত্তন্ত (দীৰ্ঘ নিকায় - ১/১৩ )।
৩ মজ্জিম নিকায় (দীৰ্ঘ নিকায় - ১। ৬ )।
৪ মহালি সুত্তন্ত, (দীৰ্ঘ নিকায়- ১। ৬ )।
৫ সব্বাসব সুত্তন্ত, (দীৰ্ঘ নিকায়)।
৬ কূটদন্ত সুত্ত (দীৰ্ঘ নিকায় ১। ৪ )।
৭ উজ্জয় সুত্তন্ত (অঙ্গুত্তৰ নিকায়)।
৮ অঙ্গুত্তৰ নিকায়।
৯ সব্বাসব সুত্ত (মজ্জিম নিকায়)।
১০ সব্বাসব সুত্ত (মজ্জিম নিকায়)।
১১ পোটঠপাদ সুত্তন্ত (দীৰ্ঘনিকায়)।
১২ ভিক্ষু বগ্গ ২৫-৩ (ধম্মপদ)।
১৩ সহস বগ্গ - ১ (ধম্ম পদ)।
১৪ সহস বগ্গ - ৩ (ধম্ম পদ)।
১৫ তেবিজ্জ সুত্ত - ১-১৩ (দীৰ্ঘ নিকায়)।
১৬ অঙ্গুত্তৰ নিকায় - নিকায় - তিক নিপাত।

# পঞ্চম ভাগ

## সদ্ ধৰ্ম কি?

### (ক) সদ্ ধৰ্মৰ কৰ্ম

### ১ মনৰ মলি দূৰ কৰি মনক নিৰ্মল কৰা

এটা সময়ত যেতিয়া ভগবান বুদ্ধই শ্রাবস্তীত বিহাৰ কৰি আছিল, তেতিয়া কোশল ৰজা প্ৰসেনজিত তালৈ আহিল য'ত তথাগত আছিল তাত পাই অত্যন্ত ভক্তি ভাবেৰে তথাগতৰ সমীপত বহিল। তথাগতক কালিলৈৰ কাৰণে তেওঁ নিমন্ত্ৰণ জনালে। দ্বিতীয় দিনা নগৰত সাৰ্বজনিক ধৰ্ম সভাত অংশ লবৰ কাৰণেও প্ৰাৰ্থনা জনালে। মানুহে যাতে তেওঁক দৰ্শন কৰিব পাৰে আৰু তেওঁৰ ধৰ্মৰ প্ৰতি যাতে আকৃষ্ট হ'ব পাৰে। ভগবান বুদ্ধই নিমন্ত্ৰণ স্বীকৰ কৰিলে। দ্বিতীয় দিনা ভিক্ষু সংঘ সহিত তেওঁ নগৰৰ চাৰি আলি পাৰহৈ পূৰ্ব নিৰ্দ্ধাৰিত সাৰ্বজনিক সভাত গৈ উপস্থিত হ'ল। ভোজনৰ অন্তত ৰজাই তথাগতক মুক্ত সভাত তেওঁৰ ভাষণ দাঙি ধৰিবলৈ অনুৰোধ জনালে। তেওঁৰ ভাষা শুনাৰ শ্ৰোতা অলেখ, ভাষণ শুনোতাৰ ভিতৰত দুজন বেপাৰী আছিল। এজনে কলে- 'মহাৰাজে সচায় বৰ বুদ্ধিয়কৰ কাম কৰিলে কাৰণ তেওঁ ধৰ্ম উপদেশৰ সন্মিলন পাতিলে। এনে বিলাক উপদেশ কিমানযে

গুৰুত্বপূৰ্ণ আৰু গভীৰ তথ্য পূৰ্ণ।'

দ্বিতীয় জনে কলে - "মহাৰাজে এইয়ানো কি মূৰ্খতাৰ কাম কৰিলে, এই ধৰণে ইয়াতনো কি উপদেশ বিলাক দি আছে?

"মাকৰ পিছে পিছে পোৱালী যোৱাৰ দৰে গৰু গাড়ী খনো বলদ টানি লৈ গৈ থাকে। ঠিক সেইদৰে ৰজাও বুদ্ধৰ ওচৰত বান্ধ খাই আছে।" দুয়ো নতাৰ পৰা বিদায় লৈ সৰাইত পালেগৈ। য'ত দুয়ো একে লগে থাকে।

সুৰা পান কৰাৰ সময়ত বিজন সৎ বেপাৰী আছিল তেওঁক চাতুমহ্যৰাজিক দেৱতা সকলে সংযমী কৰি সৰ্বতো প্ৰকাৰে সুৰক্ষা প্ৰদান কৰি আছিল। আনজন অসৎ বেপাৰীক দুষ্ট প্ৰেতাত্মাই অধৰ্মী কাম কৰিবলৈ অহৰহ প্ৰেৰণা দি থাকিল। সুৰাৰ বাগিত যি অধৈৰ্য্য হৈ সৰাইৰ ৰাস্তাৰ ওপৰতে পৰি থাকিল। বাত্তিপুৱা বেপাৰী বিলাকৰ গাড়ীৰ চকাৰ তলত পৰি সি মৰি গ'ল

দ্বিতীয় জন বেপাৰীয়ে সেই ঠাই এৰি বেলেগ এখন দেশলৈ গুছি গ'ল। ঘোঁৰাৰ পিঠিত উঠি সেই দেশত পোৱাৰ লগে লগেতেওঁক সেই দেশৰ মানুহে তেওঁক পবিত্ৰ জ্ঞান কৰি ৰাজ সিংহাসনত বহুৱালে।

এই বৈচিত্ৰ্য পূৰ্ণ ঘটনাক ৰোমন্থন কৰি পুনৰ তেওঁ নিজ দেশলৈ ঘূৰি আহিল। ভগবান বুদ্ধক তেওঁ নিমন্ত্ৰণ জনালে যে তেও যেন আহি তাৰ জন সমুদ্ৰক ধৰ্মৰ উপদেশ প্ৰদান কৰে।

তথাগতে সেই বেপাৰীজনৰ মৃত্যুৰ কথা কলে আৰু দ্বিতীয় জন বেপাৰী ঐশ্বৰ্য্যশালী হোৱাৰ কাৰণ দৰ্শালে। ইয়াৰ পিচত তথাগতে ইয়াকো ক'লে -

'মনেই হৈছে সকলোৰে মূল মনেই মালিক মনেই হৈছে সকলোৰে মূল কাৰণ। যদি মানুহৰ মনটো দুষ্ট বুদ্ধিৰে খেলি থাকে, তেতিয়া তেও দুষ্টামী বাণী বিলাককে কৈ থাকে আৰু দুষ্টালি কাৰ্য্যহি কৰি থাকে তেতিয়া দুখে মানুহৰ পিছ এনেদৰে লয় যে যেনেকৈ গৰু গাড়ীৰ চকা কেইটা বলদে টানি লৈ গৈ থকাৰ দৰে।

'মনেই হৈছে সকলোৰে মূল, মনেই কৰে মনেই সকলো পৰিকাল্পনা কৰে। 'মানুহৰ মনটো যেতিয়া শুদ্ধ থাকে, তেতিয়া তেও শুদ্ধ বাণীকে প্ৰকাশ কৰি থাকে, ভাল কাম কৰি থাকে তেতিয়া মানুহৰ পিছে পিছে সুখ ঘূৰি থাকে। যেনেকৈ ছাঁয়াই লগ এৰা নিদিয়ে থিক তেনেকৈ বস্তু বা ব্যক্তিৰ পিছে পিছে।'[১]

এই ভাষণ শুনাৰ পিচত ৰজা মন্ত্ৰী তথা অসংখ্য শ্ৰোতাই ধৰ্ম দীক্ষা গ্ৰহণ কৰিলে আৰু তেওঁ বিলাকে তথাগতৰ শিষ্যত্ব গ্ৰহণ কৰিলে।

## ২ সংসাৰ খনক 'ধৰ্ম ৰাজ্য'ত পৰিণত কৰিব লাগে

ধৰ্মৰ প্ৰয়োজন কিয়?

এই প্ৰশ্নৰ উত্তৰ ভিন্ন ভিন্ন ধৰ্মই ভিন্ন ভিন্ন ভাৱে দিছে। মানহক ঈশ্বৰ প্ৰাপ্তিৰ মাৰ্গত নিবিষ্ট কৰা আৰু তাৰ 'আত্মা'ই 'মোক্ষ' লাভৰ মহত্ব বুজি পোৱাটো এটা সামান্য উত্তৰ।

বস্তুত ধৰ্মই তিনিখন ৰাজ্যৰ কথা ক'ব বিচাৰে। এখন স্বৰ্গৰাজ্য দ্বিতীয়- পৃথিৱী

এই সকলোবে মূলতে হৈছে পূৰ্বজন্মৰ কৰ্মৰ পৰিণাম মাত্ৰ। পূৰ্বজন্মৰ দুষ্কৰ্ম সমূহৰ অন্তহোৱাত আৰু নতুন দুষ্কৰ্ম নকৰিলে ভৱিষ্যতৰ কাৰণে একো সংগ্ৰহ নহয়, যেতিয়া ভৱিষ্যতৰ কাৰণে কোনো সংগ্ৰহ নহয়, তেতিয়া দুষ্কৰ্ম সমূহ ক্ষয়হৈ যায়, যেতিয়া ই নাইকিয়া হয়, তেতিয়াই দুখৰ অন্ত পৰে, যেতিয়া দুঃখ অন্ত হয় তেতিয়াই সুখ অনুভৱ কৰা শক্তি (= বেদনা) ক্ষয় হৈ যায়। যেতিয়া বেদনা নিষ্কাসন হয় তেতিয়া গোটেই দুখ মূলোচ্ছেদ হৈ যায়। এইয়া হৈছে নিগণ্ঠনাথৰ শিক্ষা (= জৈন ধৰ্ম) আছিল। ইয়াৰ ওপৰত তথাগতে এই প্ৰশ্ন কৰিলে - 'তুমি জানো জানা অকুশল প্ৰবৃত্তি সমূহ মূলোচ্ছেদ হ'ল বুলি? আৰু কুশল প্ৰবৃত্তিৰ স্থাপনা হ'ল বুলি? উত্তৰ আছিল -"নাই।"

বুদ্ধই তেতিয়া আপত্তি কৰিলে : তেনেহলে পূৰ্ব দুষ্কৰ্মৰ পৰিণাম ক্ষয়ৰ কাৰণে আৰু নতুন দুষ্কৰ্ম নকৰিলেনো লাভ কি? যদি চিত্তৰ এই বিলাক অভ্যাস নাই তেনে অকুশল প্ৰবৃত্তিক কুশল প্ৰবৃত্তিত পৰিবৰ্ত্তন কৰিব পাৰে।" তেওঁৰ মতে যিকোনো ধৰ্মতেই এই বিনিব অভাৱ। শুভ প্ৰবৃত্তি বা শুভ সংস্কাৰে কোনোক স্থায়ী ভাৱে ভাল হ'বৰ কাৰণে প্ৰেৰণা জোগাই, এইয়া হৈছে একেবাৰে ডাঙৰ গাৰাণ্টি। কাৰণ এয়েই যে বুদ্ধই মনৰ সাধনাক প্ৰথম স্থান দিছে. যিনেকি সংস্কাৰ সমূহক সংশোধন কৰাৰ আননাম।

দ্বিতীয় কথা হৈছে যাক তেওঁ বিশেষ গুৰুত্ব দিছে সি হৈছে এয়েই মানুহৰ মাজত সাহস হওঁক লাগিলে সি অকল শৰীয়াই হওঁক তথাপি তেওঁযাতে প্ৰকৃত মাৰ্গৰ পৰা বিচলিত নহয়।

স ে খ সুত্ত' ত তথাগতে এই কথাৰ ওপৰত জোৰ দিছে। তেও কলে -

'তুমি তোমাৰ মনটো নিৰ্মল কৰিবৰ কাৰণে নিশ্চয় কৰি ল'ব লাগিব। লাগিলে লোকে তোমাৰ হানি কৰক তুমি হানি নকৰিবা।"

' লাগিলে আনে মোক হিংসা কৰক, মই হিংসা নকৰো।

লাগিলে আনে চুৰি কৰক মই চুৰি নকৰো।

লাগিলে আনে শ্ৰেষ্ঠ জীৱন যাপন নকৰক, মই শ্ৰেষ্ঠ জীৱন যাপন কৰিম।

' লাগিলে আনে মিছা কওঁক, লগোৱা ভগোৱা কৰক, কঠোৰ বচন কওঁক, অথবা বকি থাকক, মই সেই বিলাক নকৰো।

" লাগিলে আন লোভী হওঁক, মই লোভী নহওঁ।

" লাগিলে আনে দ্বেষ কৰক, মই দ্বেষ নকৰো।

" লাগিলে আন মানুহ মিথ্যা দৃষ্টিৰ হওঁক, মিথ্যা সংকল্পৰ হওঁক মিথ্যা বাণী কওঁতাই হওঁক মিথ্যা কৰ্মান্ত হওঁক মিথ্যা সমাধি যুক্ত হওঁক, মই হলে সম্যক্ দৃষ্টিৰ হ'ম, সম্যক্ সংকল্পৰ হ'ম, সম্যক বাণী কম সম্যক কৰ্মান্তৰ হ'ম, সম্যক আজীৱিকা, সম্যক ব্যায়াম, সম্যক স্মৃতি তথা সম্যক সমাধি যুক্ত হ'ম।

" লাগিলে আনে সত্যৰ পথতো ভুলকে কৰি থাকক, মুক্তিৰ পথতো যদি ভুলতে থাকে, মই সত্য আৰু মুক্তিৰ পথত কেতিয়াও ভুল পথত নাথাকো।

" লাগিলে আন এলেহুৱা আৰু নিষ্কৰ্মা যুক্ত হলেও মই এলাহ আৰু নিষ্কৰ্মাৰ পৰা

মুক্ত থাকিম।

" লাগিলে আন উদ্ধত স্বভাৱৰ হওঁক, মই বিনম্ৰ স্বভাৱৰ হ'ম।

" লাগিলে আন সন্দেহবাদী হওঁক, মই সন্দেহ মুক্ত হৈ থাকিম।

" লাগিলে আন ক্ৰোধী, দ্বেষী, ঈৰ্ষালু, কৃপণ, লোভী, মিছলীয়া, ঠগবাজী, উদ্ধত দুসাহসী, কুসংগতি, ঢিলা, অবিশ্বাসী নিৰ্লজ্জ, অধাৰ্মিক, অশিক্ষিত বলহীন শংকিত, মূৰ্খ হলেও মই এই বিলাকৰ সম্পূৰ্ণ বিৰোধী।

" লাগিলে আন লৌকিক বস্তুৰ লগত জড়িত হৈ থাকক, মই লৌকিকৰ প্ৰতি লালায়িত নহওঁ। এই বিলাকৰ পৰা পৰিত্যাগ শীল হৈ থাকিম।

"চুন্দ! বাণী আৰু কৰ্মৰতো কথাই নাই, বিজ্ঞানো চেতনাৰ প্ৰতি প্ৰভাৱিত। এই কাৰণে মই ক'ব বিচাৰো যে চুন্দ! এই সকলো বিলাক সংকল্পৰ সম্বন্ধে যি মই কৈছো, ইয়াত দৃঢ় নিশ্চয়ী হোৱা দৰ্কাৰ।"

ভগবান বুদ্ধৰ অনুসৰি এয়েই হৈছে ধৰ্মৰ উদ্দেশ্য।

(খ) ধৰ্মক তেতিয়াই সদ্ধৰ্ম বুলি কব পাৰি, যেতিয়া ই প্ৰজ্ঞাৰ (বুদ্ধি বা বিবেক) বৃদ্ধি কৰে।

১ ধৰ্ম তেতিয়াই সদ্ধৰ্ম হয় যেতিয়া সি সকলোৰে কাৰণে জ্ঞানৰ দাপোন খুলি দিয়ে

ব্ৰাহ্মণ্য সকলৰ সিদ্ধান্ত অনুসৰি সকলোৱে জ্ঞান লাভ কৰিব নোৱাৰে। এই জ্ঞান চন্দ সকলৰ নিমিত্তেহে সীমিত আছিল। তেওঁ বিলাকে কেৱল ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য সকলৰ কাৰণেহে জ্ঞান প্ৰাপ্তিৰ দুৱাৰ মুক্ত কৰি ৰাখিছিল। তেওঁ বিলাকৰ মতে পুৰুষৰ তুলনাত স্ত্ৰীয়ে শিক্ষা লাভ কৰিব নোৱাৰিছিল। ভগবান বুদ্ধই ব্ৰাহ্মণ সকলৰ এই অত্যন্ত নিৰ্দয়তা পূৰ্ণ সিদ্ধান্তৰ বিৰুদ্ধে ঘোৰ বিদ্ৰোহ কৰিলে। তেওঁৰ সিদ্ধান্ত হ'ল জ্ঞান লাভৰ দুৱাৰ সকলোৰে কাৰণে খোলা থাকিব লাগে - অৰ্থাৎ পুৰুষ আৰু স্ত্ৰী উভয়ৰ কাৰণে। বহুত ব্ৰাহ্মণে তেওঁৰ লগত শাস্ত্ৰাৰ্থ কৰিবৰ কাৰণে প্ৰয়াস কৰিছিল। ব্ৰাহ্মণ লোহিচ্চৰ লগত তথাগতৰ যি বাদ বিবাদ হ'ল তাৰ দ্বাৰা তেওঁৰ বিচাৰ সমূহৰ ওপৰত বিশেষ প্ৰভাৱ পৰিছে। মহান ভিক্ষু সংঘৰ সহিত তথাগতে কোশল জন সমুদ্ৰক অতিক্ৰম কৰি গৈ শালবৃক্ষৰে ঘেৰি থকা সালবতিকা গাঁৱত উপস্থিত হ'ল। সাল-বতিকা ঘনবসতি পূৰ্ণ স্থান আছিল। ঘাঁহ, জংঘল আৰু ধনে ধানে সমৃদ্ধিশালী আছিল। কোশলনৰেশ প্ৰসেনজিতে সেই গাঁৱখন লোহিচচ ব্ৰাহ্মণক দি থৈছিল। সেই গাঁৱত তেওঁৰ প্ৰভাৱ আৰু অধিকাৰ ইমানেই আছিল যে তেও যেন তাৰ ৰজাহে। লোহিচচ ব্ৰাহ্মণৰ মত আছিল যে যদি কোনো শ্ৰমণ বা ব্ৰাহ্মণে বিদ্যা লাভ কৰিব বিচাৰে তেনে তাত কোনো স্ত্ৰী বা শূদ্ৰক বিদ্যামান কৰিব নোৱাৰিব। লোহিচ্চ ব্ৰাহ্মণে জানিবলৈ পালে যে তথাগত আহি সাল বতিকাত আছেহি। তেওঁ ভেসিক নামৰ নাপিত এজনক মাতি কলে- "বাৰু ভেসিক। আমাৰ ইয়াত তথাগত আহি আছেহি। তুমি তেওঁৰ ওচৰলৈ যোৱা, প্ৰণাম জনাবা আৰু কালিলৈ ভিক্ষু সংঘ সহিত তথাগতক লোহিচ্চ ব্ৰাহ্মণৰ ঘৰত ভোজনৰ নিমিত্তে নিমন্ত্ৰণ জনাবা।" নাপিতে ক'লে -"বৰ ভাল কথা।"

লোহিচ্চ ব্ৰাহ্মণৰ কথা মতে তেওঁ তাকেই কৰিলে। তথাগতে তেওঁৰ নিমন্ত্ৰণ স্বীকাৰ

কৰিলে।

দ্বিতীয় দিনা তথাগত ভিক্ষু সংঘৰ সহিত লোহিচ্চ ব্ৰাহ্মণৰ ঘৰত উপস্থিত হ'ল। লোহিচ্চ ব্ৰাহ্মণে ভেসিক নাপিতক তথাগতক আগবঢ়াই আনিবৰ কাৰণে পঠালে। তেওঁ ও খোজ মিলাই তথাগতৰ পিছে পিছে গৈ আছিল। বাটত গৈ থাকোতে ভেসিকে কথাৰ প্ৰসংগত তথাগতক কলে লোহিচ্চ ব্ৰাহ্মণৰ দৃষ্টি বৰ মিথ্যা। তেওঁ স্ত্ৰী আৰু শূদ্ৰই বিদ্যা লাভ কৰিব নোৱাৰে বুলি মত পোষণ কৰে।

ভেসিক! হ'ব পাৰে। ভেসিক! হ'ব পাৰে।" তথাগতে ক'লে। ভগবান বুদ্ধ গৈ লোহিচ্চ ব্ৰাহ্মণৰ নিবাসস্থান পালেগৈ আৰু সুসজ্জিত আসনত বিৰাজমান হ'ল।

লোহিচ্চ ব্ৰাহ্মণে নিজহাতে স্বাদিষ্ট পূৰ্ণ খাদ্যান্ন সমৰ্পিত কৰিলে। ভোজনৰ শেষত লোহিচ্চ ব্ৰাহ্মণ তথাগতৰ ওচৰতে বহিল। তথাগতে লোহিচ্চ ব্ৰাহ্মণক সুধিলে -' এই কথা সত্যনে যি দৰে মানুহ বিলাকে কয় যে তুমি স্ত্ৰী আৰু শূদ্ৰই শিক্ষা লাভ কৰাত বাধা আৰোপ কৰিছা বুলি?"

লোহিচ্চই ক'লে - 'হয় গৌতম' তেনে ভাবো। 'বাৰু লোহিচ্চ! বাৰু তুমি কি ভাবা? তুমি জানো সালবতিকাৰ মালিক নোহোৱা? গৌতম! তেনেই।

লোহিচ্চ। উদাহৰণ স্বৰূপে ধৰিলোৱা যে এজন মানুহে কয় লোহিচ্চ ব্ৰাহ্মণৰ সালবতিকাৰ ওপৰত অধিকাৰ আছে। তেঁৱেই সালবতিকা ৰাজ্যৰ সমস্ত কৰ আৰু উৎপন্ন বস্তুৰ আনন্দ ল'ব লাগে। আনক একো দিব নালাগে। এনেধৰণে কোৱা মানুহ খিনি তোমাৰ কাৰণে সাংঘাতিক নহ্বনে? যিনেকি তোমাৰ ওপৰতে নিৰ্ভৰ কৰি থাকে?

"হয় গৌতম' তেওঁ বিলাকৰ কাৰণে বিপদজনক হৈ পৰিব।" "বিপদজনক বুলি ভবা মানুহ খিনি তেওঁৰ হিতাকাংক্ষী বুলি ভাবিব পাৰি জানো?" লোহিচ্চই ক'লে -'নাই এনে মানুহ তেওঁৰ কাৰণে কেতিয়াও হিতচিন্তক হ'ব নোৱাৰে।"

"যেতিয়া তেও বিলাক তেওঁৰ হিত চিন্তক নহব তেতিয়া তেওঁ বিলাক শত্ৰু হ'বনে মিত্ৰ হ'ব?

'শত্ৰু হ'ব। গৌতম।'

"লোহিচ্চ! উদাহৰণ ৰূপে ধৰিলোৱা এজন মানুহে যদি কয় "কোশলনৰেশ প্ৰসেনজিতৰ কাশী আৰু কোশলৰ ওপৰত অধিকাৰ আছে। তেৱেঁই সমস্ত ৰাজ্যৰ কৰ আৰু উৎপন্ন বস্তু ভোগ কৰিব। সেইয়া আনে নাপাই। এনেকৈ কোৱাজন ৰজাৰ ওপৰত নিৰ্ভৰ কৰিব। কিন্তু আন বিলাক মানুহৰ কাৰণেৰজা বিপদাপন্ন নহব জানো?"

'হয় গৌতম! নিশ্চয় বিপদ হ'ব।'

তেনে এনে বিপদকাৰীক তেওঁৰ হিত চিন্তক বুলিব পাৰিনে?" লোহিচ্চই কলে - 'নাই, হিতচিন্তক নহব।

'যেতিয়া হিতচিন্তা নকৰিব তেতিয়া 'শত্ৰু হ'বনে মিত্ৰ হ'ব।?"

"শত্ৰু হ'ব' গৌতম!

'তেনে যাক কোনোৱে কোনোক শত্ৰুজ্ঞান কৰে তেনে তেওঁৰ সিদ্ধান্ত শুদ্ধনে ভুল?

"এনে সিদ্ধান্ত ভুল, গৌতম।"

"লোহিচ্চ। তুমি স্বীকাৰ কৰিবানে যে সালবতিকা গাৱঁ আৰু তাৰ কৰ তথা উৎপন্ন বস্তুৰ ওপৰত কেৱল তোমাৰেই ভোগ হ'বনেকি? বাকী বিলাকে ভোগ কৰিব নোৱাৰে বুলি যেনেকৈ আনে কয় কোশল আৰু কাশীৰ ওপৰত কেৱল প্ৰসেনজিতৰ হে অধিকাৰ। তেওঁহে ৰাজ্যৰ কৰ কাতল আৰু উৎপন্ন বস্তু ভোগ কৰিব। আনে কৰিব নোৱাৰে। এনে অৱস্থাত নিৰ্ভৰ কৰা প্ৰজাৰ প্ৰতিকূলে গ'লে সিবিলাক ৰজাৰ কাৰণে বিপদজনক নহ'বনে? যি আনৰ কাৰণে সংকটপূৰ্ণ হয় তেওঁৰ কাৰণে হিত চিন্তক নহব। তেওঁ বিলাক তেওঁৰ কাৰণে শত্ৰু হ'ব। এইদৰে যি সিদ্ধান্তই কোনো কোনোবাৰ কাৰণে শত্ৰুৰূপে থিয় দিয়ে, তেতিয়া সেই সিদ্ধান্ত ভুল। "গতিকে লোহিচ্চ। যি মানুহে এইটো ক'ব বিচাৰে যে স্ত্ৰী আৰু শূদ্ৰই শিক্ষা লাভ কৰিব নোৱাৰে, কওঁতাজন তেওঁ বিলাকৰ শত্ৰু ৰূপে থিয় দিয়ে, আৰু সেইজন মানুহো, সেই জনৰ সমানেই।

"এইদৰে মানুহে মানুহৰ সন্মুখত শিলৰ ভেঁটি দিলে মানুহ মানুহৰ কাৰণে হিতচিন্তক নহব।

"গতিকে এই শ্ৰেণীৰ মানুহ তেওঁ বিলাকৰ কাৰণে হিত চিন্তক নহ'লে, তেওঁবিলাকৰ কাৰণে শত্ৰু হৈ যাব। এইদৰে পৰস্পৰে পৰস্পৰক শত্ৰু জ্ঞান কৰা সিদ্ধান্তই ভুল সিদ্ধান্ত।"

২ ধৰ্ম তেতিয়াহি সদধৰ্ম হয় যেতিয়া ই এই শিক্ষা দিয়ে যে কেৱল 'বিদ্বান' হোৱাটোৱেই পৰ্য্যাপ্ত নহয়, ইয়াৰ দ্বাৰা মানুহ পাণ্ডিত্য অভিমানীৰ ফালে অগ্ৰসৰ হৈ যায়।

এসময়ত যেতিয়া ভগবান বুদ্ধই কৌসম্বীৰ 'সুস্বৰ' বিহাৰত সমবেত জনসাধাৰণক ধৰ্মৰ উপদেশ দি আছিল, সেই সময়ত কৌসম্বীত এজন ব্ৰহ্মচাৰী আছিল

সেই ব্ৰহ্মচাৰী জনৰ অভিমান আছিল যে তেওঁৰ সমান শাস্ত্ৰত কোনো নিপুন নহয় বুলি ভাবিছিল। এইকাৰণে তেওঁ যেনি যায় জ্বলি থকা একুৰা জুই লৈ যায়।

এদিন এখন নগৰৰ এজন সাধাৰণ মানুহে এই বিচিত্ৰ আচৰণৰ কাৰণ সুধিলে। তেওঁৰ উত্তৰ এনে ধৰণৰ আছিল - "সংসাৰখন ইমান অন্ধকাৰত ডুবি আছে, পথ ভ্ৰষ্ট হৈছে, গতিকে মই যিমানদূৰ পাৰো তেওঁ বিলাকক সংস্কাৰ কৰি প্ৰকৃত ৰাস্তালৈ লৈ আনিব বিচাৰো। গতিকে ৰাস্তা মুক্ত কৰি দিবৰ কাৰণেই মই এই অগ্নিশিক্ষা লৈ ফুৰিছো।" তথাগতৰ এই কথা দৃষ্টিগোচৰ হোৱাত তেওঁ সুধিলে "হেৰ"। তোৰ এই অগ্নিশিখাৰ অভিপ্ৰায়নো কি? এই শিখা লৈ তই কিয় ঘূৰি আছ?"

ব্ৰহ্মচাৰীয়ে উত্তৰ দিলে যে -"সকলো মানুহ অজ্ঞান অন্ধকাৰত ডুবি গৈছে, মই তেওঁ বিলাকক ৰাস্তা দেখুৱাবৰ কাৰণেই এই জুইৰ শিখা লৈ ফুৰিছো।"

ভগবান বুদ্ধই তেতিয়া তেওঁক সুধিলে -"ধৰ্ম গ্ৰন্থত যি চাৰি প্ৰকাৰৰ বিদ্যাৰ কথা কোৱা হৈছে যেনে - শব্দ বিদ্যা, নক্ষত্ৰ বিদ্যা, ৰাজবিদ্যা, তথা যুদ্ধ বিদ্যাৰ বিষয়ে উল্লেখ আছে সেই বিষয়ে তোৰ কিবা জ্ঞান আছেনে?"

ব্ৰহ্মচাৰীয়ে এনে প্ৰশ্নত কিংকৰ্তব্য বিমূঢ় হৈ স্বীকাৰ কৰিলে যে এই বিষয়ৰ জ্ঞান তেওঁৰ নাই। তেওঁ লগে লগে জুইৰ শিখাডাল দলিয়াই পেলালে। তেতিয়া ভগবান বুদ্ধই কলে - "কোনো মানুহ পণ্ডিত হওঁকেই বা নহওঁকেই , তেওঁ হলেআনক মূৰ্খ বুলি ভাবি ঘৃণা কৰে আৰু নিজেও অন্ধৰ দৰে হৈ আনক এনে ধৰণে অগ্নি শিখা দেখুৱাই অন্ধত্ব প্ৰতিপন্ন কৰে।"

**৩ ধৰ্ম তেতিয়াই সদ্ ধৰ্ম হয়, যেতিয়া ই শিকাই যে যাৰ যেতিয়া যি বস্তুৰ আৱশ্যক হয় সেয়ে 'প্ৰজ্ঞা' (বিবেক বা বুদ্ধি)**

ব্ৰাহ্মণে 'বিদ্যা'ক ভয়ানক তত্ত্ব বুলি গণ্য কৰিছিল। মানুহ লাগিলে শীলবান হওঁকেই বা নহওঁকেই যদি তেওঁ 'বিদ্বান' হয় তেওঁ সকলোৱে দৃষ্টিত 'পূজ্য' বুলি ভাবে।

তেওঁৰ বক্তব্য হ'ল যে ৰজাক নিজ ৰাজ্যত পূজা যায় কিন্তু বিদ্বান সকলোতে পূজনীয় হয়, ইয়াৰ অভিপ্ৰায় 'বিদ্বান' ৰজাতকৈও শ্ৰেষ্ঠ। তথাগতে 'প্ৰজ্ঞা'ক 'বিদ্যা'তকৈ ভিন্ন বুলি ভাবে। ব্ৰাহ্মণে হলে 'প্ৰজ্ঞা' আৰু 'বিদ্যা'ক একবুলি মানিব নিবিচাৰে। এই কথা প্ৰমাণ হ'ল যে ভগবান বুদ্ধৰ 'প্ৰজ্ঞাৰ কল্পনাত আৰু ব্ৰাহ্মণৰ 'প্ৰজ্ঞা'ৰ কল্পনাত আকাশ-পাতাল পাৰ্থক্য। তথাগতে এই বিষয়ে অঙ্গুত্তৰ নিকায়ত বৰ্ণিত নিজৰ এটা বাণীৰ দ্বাৰাই ইয়াৰ স্পষ্ট ভেদ দাঙি ধৰিছে। এসময়ত ভগবান বুদ্ধ ৰাজগৃহৰ সমীপ বেলুবনাৰামৰ 'কলন্দক নিবাপ'ত আছিল। সেই সময়ত মগধৰ অমাত্য বৰ্ষকাৰ নামে এজন ব্ৰাহ্মণ তথাগতৰ ওচৰলৈ আহিল। প্ৰণাম জনোৱাৰ পিচত সুধিলে -"শ্ৰমণ গৌতম! যি মানুহৰ গাত এই চাৰিটা গুণ থাকে তেওঁক আমি 'বিদ্বান' বুলি ভাবো, ডাঙৰ মানুহ বুলি ভাবো। এই চাৰিটা গুণনো কি?

সেইয়া হৈছে - (১) বিজ্ঞ। যি শুনে তাৰ অৰ্থ জানে। তেওঁ কব পাৰে যে "ইয়াৰ অৰ্থ এয়ে।" (২) স্মৰণ-শক্তি ব্যতিত হৈ যোৱা কথাও মনত ৰাখিব পাৰে। (৩) নিজৰ গৃহস্থী জীৱনৰ কাম বিলাকত কুশল হয়। (৪) কামৰ উচিত অনুচিত বিচাৰ কৰিব পাৰে?

"শ্ৰমণ গৌতম! যদি কোনো এজন মানুহৰ গাত এই চাৰিটা গুণ থাকে, তেতিয়া আমি তেওঁক ডাঙৰ বিদ্বান বুলি ভাবো। শ্ৰমণ গৌতম! আপুনি মই কোৱা কথাখিনি হয় খণ্ডন কৰক নহয় সমৰ্থণ কৰক।

ব্ৰাহ্মণ! মই তোমাৰ যুক্তি সমৰ্থনো নকৰো আৰু খণ্ডনো নকৰো। এই বিলাক কথাই সেই মানুহক হে ডাঙৰ বিদ্বান বুলি ভাৱে, য'ত এই চাৰিটা গুণ বিৰাজমান হৈ থাকে, কিন্তু তুমি কোৱা চাৰিটা গুণৰ লগত একেবাৰে ভিন্ন।

হে ব্ৰাহ্মণ! এজন মানুহ বহুজনৰ হিতৰ কাৰণে কামত আছে। বহুজনৰ কল্যাণৰ কামত আছে। গতিকে তেও বিলাক হিতকৰ আৰু আৰ্য্যপথৰ অনুগামী হয়।

যি বিষয়ত তেওঁ মনোনিবেশ কৰিব বিচাৰে, তাত মন লগাব পাৰে, য'ত নিবিচাৰে, তাত তেওঁৰ মনক বাধা দিব পাৰে। "যি সংকল্পক লৈ তেওঁ কাম কৰিব বিচাৰে সেই মতে কৰে, যি সংকল্পৰ দ্বাৰা আনৰ কামত নাহে তেনে বিচাৰ তেওঁৰ মনত আহিবলৈ নিদিয়ে। এইদৰে নিজৰ বিচাৰ বিবেচনাৰ ওপৰতেই তেওঁৰ অধিকাৰ থাকে।

"যি দুঃসাহসেৰে ইচ্ছা কৰে, চাৰিও লোকৰ ধ্যান কৰিব পাৰে, বিনা কষ্টে তেওঁ

এই জীৱনতে সুখ অনুভৱ কৰিব পাৰে। "আৰু হে ব্ৰাহ্মণ! এই জীৱনতে পাপ ক্ষয় কৰি ক্ষয়ৰ জ্ঞান লাভ কৰে, চিত্তৰ মুক্তি লাভ কৰিব পাৰে, প্ৰজ্ঞাৰ দ্বাৰা মুক্তি লাভ কৰিব পাৰে, ইয়াত বিচৰণ কৰিব পাৰে। ইয়াত পৰিস্কাৰ শব্দত ভগবান বুদ্ধৰ দ্বাৰা প্ৰতি-পাদিত 'প্ৰজ্ঞা আৰু ব্ৰাহ্মণৰ দ্বাৰা প্ৰতি-পাদিত 'প্ৰজ্ঞা'ৰ মাজত থকা ভেদ খিনি স্পষ্ট কৰি দিছে। ভগবান বুদ্ধই ইয়াত এইটোও স্পষ্ট কৰি দিলে যে 'বিদ্যা'ত কৈ 'প্ৰজ্ঞা' অধিক মহত্ব পূৰ্ণ।

(গ) ধৰ্মক তেতিয়াই সদ্ধৰ্ম বুলি ক'ব পাৰি, যেতিয়া ই মৈত্ৰী বৃদ্ধি কৰাত সহায় কৰে।

(১) ধৰ্ম তেতিয়াই সদ ধৰ্ম হয় যেতিয়া ই শিক্ষা দিয়ে যে কেৱল 'প্ৰজ্ঞা'ই পৰ্য্যপ্ত নহয়, ইয়াৰ লগত শীলৰ অনিবাৰ্য্য সম্বন্ধ

প্ৰজ্ঞাত কৈ শীলৰ অধিক আৱশ্যক হয়। শীল অবিহনে প্ৰজ্ঞা বিপদ জনক। অকলে 'প্ৰজ্ঞা ও ভয়াবহ।

প্ৰজ্ঞা হৈছে মানুহৰ হাতৰ গাৰ্ধীৰতী অস্ত্ৰ। শীলবান মানুহৰ হাতত ই সুৰক্ষিত হৈ থাকে। কিন্তু শীল বিহীন ব্যক্তিৰ হাতত পৰিলে হয়তো ই কাৰোবাক হত্যাও কৰিব পাৰে। সেই কাৰণে প্ৰজ্ঞাতকৈ শীলৰ গুৰুত্ব বেছি। প্ৰজ্ঞা হৈছে বিচাৰ ধৰ্ম সম্যক বিচাৰ কৰা। শীল হৈছে আচৰণ ধৰ্ম সম্যক আচৰণ কৰা।

ভগবান বুদ্ধই শীলৰ পাঁচোটা মূলাধাৰ স্বীকাৰ কৰিছে।

এটা সম্বন্ধ হৈছে জীৱ হিংসা কৰা।

দ্বিতীয় সম্বন্ধ হৈছে চুৰি কৰা।

তৃতীয় সম্বন্ধ হৈছে কাম ভোগ সম্বন্ধীয় মিথ্যা আচৰণ কৰা।

চতুৰ্থ সম্বন্ধ হৈছে মিছা কোৱা।

পঞ্চম সম্বন্ধ হৈছে নিচা জাতীয় পদাৰ্থ সেৱন কৰা। এই পাঁচোটা মূলধনক লৈ তথাগতে মানুহক জীৱ হিংসাৰ পৰা বিৰত থাকিবলৈ কৈছে, চুৰি কাৰ্য্যৰ পৰা বিৰত থাকিবলৈ কৈছে, কাম ভোগ সম্বন্ধী মিথ্যা আচৰণৰ পৰা আঁতৰি থাকিবলৈ কৈছে, মিছা কথা কোৱাৰ পৰা বিৰত থাকিবলৈ কৈছে, মদ আদি নিচা জাতীয় পদাৰ্থ গ্ৰহণ কৰাৰ পৰা বিৰত থাকিবলৈ কৈছে।

ভগবান বুদ্ধই 'শীল'ক 'বিদ্যা'ত কৈ ও ওপৰত কিয় স্থান দিলে - এই ব্যাখ্যা স্পষ্ট দাঙি ধৰিছে।

জ্ঞানৰ প্ৰয়োজন মানুহৰ শীল অনুসৰিহে হয়। শীলৰ অবিহনে জ্ঞানৰ কোনো মূল্য নাই। এয়ে হৈছে তেওঁৰ বক্তব্যৰ সাৰ।

আন এঠাইত তেওঁ কৈছে - 'সংসাৰত শীলৰ সমান একো হ'ব নোৱাৰে।

'শীল হৈছে আৰম্ভণি, শীল হৈছে শৰণৰ স্থান, শীল হৈছে সমস্ত কল্যাণৰ জননী। সেই কাৰণে সৰ্বপ্ৰথম নিজৰ শীলক শুদ্ধ কৰিব লাগে।"

২ ধৰ্ম তেতিয়া সৎধৰ্ম হয় যেতিয়া ই এই শিক্ষা দিয়ে যে প্ৰজ্ঞা আৰু

**শীলৰ লগে লগে করুণা হোৱাতো অনিবাৰ্য্য**

এনে বিলাক প্ৰশ্নৰ ওপৰত বৌদ্ধ ধৰ্মৰ আধাৰশিলানো কি? এইলৈ কিছু মত ভেদ আছে। কেৱল প্ৰজ্ঞাই বৌদ্ধ ধৰ্মৰ আধাৰ শিলানে কি? কেৱল করুণাই বৌদ্ধ ধৰ্মৰ আধাৰ শিলানে কি?

এনে বিলাক মতভেদৰ কাৰণেই ভগবান বুদ্ধৰ অনুসৰণ কাৰী সকল দুটা ভাগত বিভক্ত হৈ গ'ল। এক পক্ষৰ মতে 'প্ৰজ্ঞা'ই ভগবান বুদ্ধৰ ধৰ্মৰ আধাৰ শিলা মাত্ৰ। দ্বিতীয় পক্ষৰ মতে কেৱল করুণাহে বৌদ্ধধৰ্মৰ আধাৰ শিলা মাত্ৰ। এই দুটা পক্ষ এতিয়াও বিভক্ত হৈ থাকিল।

বুদ্ধ প্ৰবচন সমুহ বিচাৰ কৰি চালে এই দুয়োটা পক্ষই ভুল যেন অনুমান হয়। কিন্তু নিসন্দেহে কব পাৰি যে বুদ্ধ ধৰ্মৰ দুয়োটা স্তম্ভৰ ভিতৰত এটা হৈছে 'প্ৰজ্ঞা'। প্ৰশ্ন উঠে যে দ্বিতীয় স্তম্ভও হয়নে নহয়? করুণাও যে ভগবান বুদ্ধৰ ধৰ্মৰ এটা স্তম্ভ ই হলে বিবাদৰ বাহিৰত। ইয়াৰ সমৰ্থনত 'বুদ্ধ বচন উদ্বৃত কৰিব পাৰি।

পুৰণি কালত গান্ধাৰ দেশত এজন ভয়ানক বেমাৰত পীড়িত সাধু আছিল। তেওঁ য'তেই বহিছিল ত'তেই ঠেগা নষ্ট কৰিছিল। তেওঁ এনে এখন বিহাৰত আছিল য'ত কোনেও তেওঁক সহায় নকৰিছিল।

পাঁচশ ভিক্ষু সহিত তথাগতে আৱশ্যকীয় বাচন বৰ্ত্তন আৰু গৰম পানী লৈ তাত উপস্থিত হ'ল। সেই ঠাই ডোখৰ ইমানেই দুগন্ধযুক্ত হৈ পৰিছিল যে সকলো সাধুৰে তেওঁৰ প্ৰতি ঘৃণা উপজিছিল। কিন্তু তথাগতে শক্ৰদেৱৰ দ্বাৰাই পানী ঢালাইছিল আৰু ৰোগীক নিজ হাতেৰে স্নান কৰোৱাই শুশ্ৰূষা কৰিছিল। সেই সময়ত গোটেই পৃথিবীখন কঁপি উঠিছিল আৰু সেই স্থান ডোখৰ অলৌকিক প্ৰকাশেৰে প্ৰকাশিত হৈ পৰিছিল। তেনে স্থিতিত ৰজা তেওঁৰ মন্ত্ৰী পৰিষদ আকাশৰ দেৱতা সকল নাগ আদি আহি তাত সমবেত হ'লাহি। আৰু তথাগতৰ পূজা কৰিলে। দেৱতা আৰু মনুষ্য যিমান বিলাক তাত উপস্থিত হৈছিল সকলোৱেই বুদ্ধৰ কাৰ্য্যত তবধ মানিলে। তেওঁ বিলাকে তথাগতক প্ৰশ্ন কৰিলে যে আপুনি ইমান উচ্চখাপৰ ব্যক্তি হৈ এনে সামান্য কাম কিয় কৰিলে? তথাগতে তেতিয়া বুজালে - তেওঁ সংসাৰলৈ অহাৰ উদ্দেশ্য হৈছে যে তেও দৰিদ্ৰ, অসহায় আৰু অৰক্ষিত সকলৰ মিত্ৰ হোৱা। শ্ৰমণেই হওঁক বা কোনো ৰোগীয়েই হওক তেওঁ বিলাকৰ সেৱা কৰাই হৈছে মোৰ ধৰ্ম। দৰিদ্ৰ অনাথ আৰু বুঢ়া সকলক সহায় কৰা আৰু আনকো এনে কামত নিবৃত্ত হ'বৰ কাৰণে প্ৰেৰণা দিয়া।'৭

৩ ধৰ্ম তেতিয়াই সৎধৰ্ম হ'ব পাৰে যেতিয়া ই শিক্ষা দিয়ে যে করুনাত কৈয়ো অধিক মৈত্ৰীৰ আৱশ্যক হয়।

বুদ্ধই 'করুণাক' ধৰ্মৰ ইতি বুলি কোৱা নাই। 'করুণা'ৰ অৰ্থ হৈছে দুখী মানুহৰ প্ৰতি কৰা দয়াহে। বুদ্ধই ইয়াৰ দ্বাৰা 'মৈত্ৰী'ৰ শিক্ষাও দিছে 'মৈত্ৰী' মানে প্ৰাণীৰ প্ৰতি কৰা দয়া। তথাগতে ইচ্ছা কৰিছিল যে মানুহ দুখী মনুষ্যৰ প্ৰতি 'করুণা'ৰ ভাব ৰাখিলেও পিচত গৈ প্ৰাণী মাত্ৰৰ প্ৰতি মৈত্ৰী' ভাব ৰাখিব লাগে। ভগবান বুদ্ধ-শ্ৰাবস্তীত থকাৰ অৱস্থাতে

এটা কথা স্পষ্ট কৰি দিছে। মৈত্ৰী বিষয়ে ভগবান বুদ্ধই ভিক্ষু সকলক কলে ঃ- "ধৰিলোৱা এজন মানুহে পৃথিবীখন খান্দিবৰ কাৰণে আহিছে, তেতিয়া তেওঁক পৃথিবীখনে বিৰোধীতা কৰেনে কি?"

ভিক্ষু সকলে উত্তৰ দিলে -"নাই। ভগবান।"

"ধৰিলোৱা এজন মানুহে ৰঙৰ তুলিকাৰে আৰু আনজনে ৰঙলৈ আকাশখনত চিত্ৰ বনাব বিচাৰিছে। তুমি ভাবানে কি যে আঁকিব পাৰিব বুলি?"

"ভগবান। নাই। নোৱাৰে।"

"কিয়?" ভিক্ষুৱে কলে -"কিয়নো আকাশখন যে ক'লা নহয়।" "সেইদৰে তোমাৰ মনটো হ'ব নালাগে, যিনেকি সেইয়া তোমাৰ ৰাগদ্বেষৰ পৰিণাম মাত্ৰ।'

'ধৰিলোৱা কোনো এজন ব্যক্তিয়ে জ্বলি থকা শিখাৰে গঙ্গা নদীখন জ্বলাবলৈ আহিছে, তেওঁ বাৰু জ্বলাব পাৰিবনে?

"ভগবান। নাই। নোৱাৰে।"

"কিয়?" ভিক্ষু সকলে উত্তৰ দিলে -'কিয়নো গঙ্গাজলত জুই জ্বলাৰ গুণ নাই।" নিজৰ প্ৰবচন শেষ কৰি তথাগতে কলে -ভিক্ষু সকল। পৃথিবীয়ে যেনেকৈ আঘাত অনুভৱ কৰিব নোৱাৰে ঠিক তেনেদৰে বিৰুদ্ধিতাও কৰিব নোৱাৰে যেনেকৈ বতাহত কোনো প্ৰকাৰৰ প্ৰতিক্ৰিয়া নহয় ঠিক তেনেকৈ গঙ্গা নদীৰ জল অগ্নিৰ দ্বাৰা অপ্ৰভাৱিত হৈ অবিৰাম বৈ থাকে, সেইদৰে হে ভিক্ষু সকল। যদি তোমাক কোনোবাই অপমান কৰে, অন্যায় কৰে তথাপি তুমি বিৰুদ্ধিতাৰ পৰিবৰ্ত্তে মৈত্ৰী ভাৱ বজাই ৰাখা।

ভিক্ষু সকল। মৈত্ৰী ভাৱ সদায় প্ৰবাহিত হৈ থাকিব লাগে, বায়ুৰ দৰে স্বচ্ছ হৈ থাকিব লাগে, গঙ্গা নদীৰ দৰে গভীৰহৈ থাকিব লাগে। যদি তুমি মৈত্ৰীৰ অভ্যাস ৰাখিব পাৰা তেতিয়া তোমাৰ প্ৰতি কোনোৱে অপ্ৰীতিকৰ ব্যৱহাৰ নকৰক কিয়, তোমাৰ মন কেতিয়াও বিচলিত নহব। যিহেতু বিৰোধী দল তুৰন্তে ভাগৰি পৰিব।

'তোমাৰ মৈত্ৰী ভাৱ বিশ্বৰ দৰে বিশাল হ'ব লাগে, তোমাৰ ভাব বিলাক অসীম হ'ব লাগে, যত দ্বেষ লেশ মাত্ৰ ও থাকিব নালাগে।

"মোৰ ধৰ্ম্মৰ অনুসৰি কৰুনাই যথেষ্ট নহয়, মানুহৰ মাজত 'মৈত্ৰী' ভাৱ থাকিব লাগে।" নিজৰ প্ৰবচনত ভগবান বুদ্ধই এটা কথা শুনালে যি মহত্বপূৰ্ণ -[৮]

'এসময়ত শ্ৰাবস্তিত বিদেসিকা নামৰ এজনী সম্পন্ন স্ত্ৰী আছিল, তাইৰ গৌৰৱ হ'ল তাই বৰ ধুনীয়া, বৰ শান্ত, তাইৰ এজনী চাকৰনী আছিল, তাইৰ নাম কালী আছিল, তাই বৰ চোকা ৰাতি পুৱা সোনকালে উঠি কাম কৰোতা। কালীয়ে এদিন ভাবিলে "তাইৰ মালিকনীৰ ইমান খ্যাতি তেওঁৰতো কোনো দিনেই খঙ নুঠে, নতুবা তেওঁ তেওঁৰ খঙ আনৰ ওচৰত কেতিয়াও নেদেখুৱাই। অথবা মই কৰা কামত তেওঁৰ ক্ৰোধ অকপট হৈ থাকেনে?

এইকাৰণে এদিন তেওঁ দেৰি কৰি শুই উঠিল। কালী। কালী। হয় মালীকনী। তই আজি দেৰিকৈ শুই উঠিলি?" "হয়। মালিকনী।" "তই আজি ইমান দেৰিকৈ কিয় উঠিলি?" মালিকনী। এনেয়ে।" 'দুষ্টছোৱালী। কৈছে আকৌ এনেয়ে।" দুষ্ট ছোৱালী। কৈছে আকৌ

এনেয়ে।" কৈয়েই তেওঁ খঙত ভোৰ ভোৰাই থাকিব ধৰিলে।

যদিও তাই নিজৰ ক্ৰোধ প্ৰকাশ কৰিবলৈ দিয়া নাই, তথাপি খঙতে মালিকনীয়ে ভোৰ ভোৰাই থাকিল।

"যদিও তাই নিজৰ ক্ৰোধ প্ৰকাশ কৰা নাই তথাপি ভিতৰি ভিতৰি ক্ৰোধ চলিয়েই থাকিল। কাৰণ মই মোৰ কাম ভালদৰে কৰো, সেইকাৰণে মালিকনীৰ ক্ৰোধ অপ্ৰকাশিত হৈ থাকে। মই মোৰ মালিকনীৰ আৰু পৰীক্ষা ল'ম " ছোৱালী জনীয়ে ভাবিলে। দ্বিতীয় দিনা তাই আৰু দেৰি কৰি শুই উঠিল। মালিকনীয়ে চিঞঁৰিলে-"কালী। কালী।" তাই মাত লগালে-"হয় মালিকনী।" "তই ইমান দেৰি কৰি কিয় উঠিলি?" "মালিকনী। এনেয়ে।"

"দুষ্ট ছোৱালী। ইমান দেৰিকৈ উঠিছ আকৌ কৈছে এনেয়ে" - মালিকনীৰ খুব খঙ উঠিল আৰু সাউৎকৰে দুৱাৰৰ শলখা ডাল খুলি জোৰেৰে তাইৰ মূৰত মাৰি দিলে। ছোৱালী জনীৰ মূৰৰ পৰা তেজ ওলাবলৈ ধৰিলে।

তেজেৰে লুতুৰি পুতুৰি হৈ কটা মূৰেৰে তাই ওচৰ চুবুৰীয়াৰ ওচৰত চিঞঁৰি চিঞঁৰি শুনাই আছিল -"তোমালোকে চোৱাচোন,আমাৰ শান্ত শিষ্ট মালিকনীক চোৱা চোন। আমাৰ ক্ৰোধৰহিত মালিকনীক। কথা ইমানেই যে শুই উঠা দেৰি হোৱাৰ কাৰণেই মূৰত মাৰি মূৰটো ফালি পেলালে।"

পৰিণাম স্বৰূপে বিদেহিকা অশান্ত বুলি খ্যাত হৈ পৰিল। তেওঁ ক্ৰোধী আৰু অশান্ত স্বভাৱৰ শান্ত আৰু বিনম্ৰ একেবাৰে নহয়।

"ঠিক সেইদৰে কোনো এজন ভিক্ষু বৰ শান্ত আৰু বিনম্ৰ হ'ব পাৰে, যেতিয়ালৈকে অপ্ৰসন্ন হোৱাৰ কথা কোৱা নাযায়। কোনো এজন ভিক্ষুৰ মনত মৈত্ৰী আছেনে নাই, ইয়াৰ পৰীক্ষা তেতিয়াহে ধাৰণা কৰিব পাৰি যেতিয়া তেওঁৰ বিৰুদ্ধে কোনো অভিযোগ অনা যায়।"ইয়াৰ পিচত তথাগতে ক'লে -"মই এজন ভিক্ষুক মৈত্ৰী ভাবাপন্ন বুলি ক'ব নোৱাৰো যি কেৱল ভোজন বস্ত্ৰ প্ৰাপ্ত কৰিবৰ কাৰণেহে মৈত্ৰী প্ৰদৰ্শন কৰে। মই সেইজনকেই প্ৰকৃত ভিক্ষু বুলি বিবেচনা কৰো যাৰ মৈত্ৰীৰ মূলাধাৰ হৈছে তেওঁৰ ধৰ্ম।

"ভিক্ষুসকল। কোনো এটা পূণ্য কাম মৈত্ৰী ভাৱৰ ষোল অনাৰ সমানো হ'ব নোৱাৰে মৈত্ৰী হৈছে চিত্তৰ মোক্ষ, এই বিলাক নিজৰ অন্তৰ্গত লোৱা যায় - ই প্ৰকাশমান হয়, ই প্ৰদীপ্ত হয় ই প্ৰজ্জ্বলিত হয়।

"এইদৰে ভিক্ষু সকল। যেনেকৈ গোটেই বিলাক তৰাৰ সমষ্টিত হোৱা পোহৰ যি দৰে চন্দ্ৰৰ দৰে ষোলঅনা সমান হ'ব নোৱাৰে, চন্দ্ৰৰ প্ৰকাশ প্ৰকাশমান হৈয়ে থাকে; প্ৰদীপ্ত হৈ থাকে, প্ৰজ্জ্বলিত হৈ থাকে ঠিক সেইদৰে ভিক্ষুসকল। কোনো পূণ্য কাম মৈত্ৰী ভাৱৰ ষোল অনাৰ সমান হ'ব নোৱাৰে। মৈত্ৰী হৈছে মনৰ মোক্ষ মাত্ৰ, যি নিজৰ ভিতৰতে সমাহিত কৰি লয় -ই উজ্জ্বলহৈ থাকে, ই প্ৰদীপ্ত হৈ থাকে, ই প্ৰজ্জ্বলিত হৈ থাকে। যেনেকৈ বৰ্ষা ঋতুৰ সমাপ্তিৰ পিচত পৃথিৱীখন স্বচ্ছ হৈ যায়, বিশাল আকাশখনত উদিত হোৱা সমস্ত অন্ধকাৰক মৰিমূৰ কৰি দিয়ে, সমস্ত জগতখন পোহৰাই পেলাই ঠিক মৈত্ৰী ভাবো তেনেই।"

(গ) ধৰ্মক তেতিয়াই সংধৰ্ম বুলি ক'ব পাৰি যেতিয়া ই সমস্ত সামাজিক ভেদ-

ভাব সমূহক নিমূল কৰি দিয়ে ।

## ১ ধৰ্ম তেতিয়াই সৎধৰ্ম হ'ব পাৰে, যেতিয়া এজন মানুহে আনজন মানুহৰ মাজৰ সমস্ত ওখ বেৰখন খহাই দিয়ে —

এখন আদৰ্শ সমাজনো কাক কয়? ব্ৰাহ্মণ সকলৰ অনুসৰি বেদে এখন আদৰ্শ সমাজৰ পৰিভাষা কৰিছে, কাৰণ বেদেই হৈছে স্বত প্ৰমাণিক ইয়াৰ কোনো ভুল হ'ব নোৱাৰে গতিকে মানুহৰ আদৰ্শ সমাজ সেয়ে যি বেদত বৰ্ণনা কৰিছে।

বেদ সমূহত যি 'আদৰ্শ সমাজৰ বিধান কৰিছে, সেয়ে হৈছে 'চতুৰ্বৰ্ণ'

বেদ অনুসৰি এই ধৰণৰ সমাজত তিনিটা কথাৰ আৱশ্যক - ইয়াত চাৰিটা বৰ্গ আছে ব্ৰাহ্মণ, ক্ষত্ৰিয় বৈশ্য তথা শূদ্ৰ। এই বৰ্গ সমূহৰ পাৰস্পৰিক সম্বন্ধ ক্ৰমিক অসমানতাৰ সিদ্ধান্তৰ ওপৰত আশ্ৰিত। আন শব্দত কবলৈ হ'লে এই সমস্ত শ্ৰেণী সমূহ পৰস্পৰে সমান হ'ব নোৱাৰে। সেই বিলাক পৰস্পৰে পৰস্পৰৰ মাজত ওখ চাপৰ হোৱাতো বাঞ্চনীয় - সামাজিক শ্ৰেণীৰ বিষয়ে অধিকাৰ সমূহৰ বিষয়ে তথা সুবিধা সমূহৰ বিষয়ে আটাইতকৈ ওপৰত হৈছে ব্ৰাহ্মণ তাৰ তলত ক্ষত্ৰিয় ক্ষত্ৰিয়ত কৈ তলত বৈশ্য বৈশ্যৰ তলত শূদ্ৰ।

এওঁ বিলাক প্ৰত্যেকেই নিজৰ নিজৰ ব্যৱসায়ত নিমগ্ন থাকিব লাগে। ব্ৰাহ্মণৰ কাম হৈছে পঢ়া পঢ়োৱা আৰু ধাৰ্মিক সংস্কাৰ কৰা। ক্ষত্ৰিয়ৰ ধৰ্ম হৈছে অস্ত্ৰধাৰণ আৰু যুদ্ধ কৰা। বৈশ্যৰ কাম হৈছে বেপাৰ বানিজ্য কৰা। শূদ্ৰৰ কাম হৈছে ওপৰৰ তিনিওটা শ্ৰেণীৰে সেৱা কৰা সিবিলাকৰ জাবৰজোঠৰ আৰু ময়লা চফা কৰা।

কোনো বৰ্গই আনবৰ্গৰ কাম নকৰে। কোনেও কাৰো ব্যৱসায়ত দখল নিদিয়ে। এই 'আদৰ্শ' সমাজ'ৰ সিদ্ধান্তক ব্ৰাহ্মণ সকলে উচ্চ আসন দিয়ে আৰু মানুহৰ মাজত ইয়াক প্ৰচাৰ কৰিলে।

এইটো স্পষ্ট কথা যে এই বৰ্গৰ সিদ্ধান্তৰ 'আত্মা হৈছে অসমানতা। এই সামাজিক অসমানতা কোনো সামাজিক খেতি বাতি অনায়াসে উৎপন্ন হোৱা শস্য নহয়। এই অসমানতা ব্ৰাহ্মণ বাদৰ শাস্ত্ৰ সম্মত সিদ্ধান্ত মাত্ৰহে।

ভগবান বুদ্ধই ইয়াৰ জড়মূল পৰ্য্যন্ত বিৰোধ কৰিছে। বুদ্ধ জাতীয়তাবাদৰ আটাইতকৈ বিৰোধী আছিল। তেও সমানতাৰ আটাইতকৈ জোৰদাৰ সমৰ্থক আছিল।

জাতিবাদ আৰু অসমানতাৰ সমৰ্থন কৰোতা সকলৰ এটাও এনে যুক্তি নাই, যাকনে কি তেও খণ্ডণ কৰা নাই।

এনে ব্ৰাহ্মণ বহুত আছিল যি এই সম্পৰ্কত বুদ্ধৰ লগত বিবাদ কৰিবৰ কাৰণে প্ৰয়াস কৰিছিল। কিন্তু তথাগতে তেওঁলোকক একেবাৰে মৌণ কৰি দিলে।

অশ্বলায়ন সূত্ত ৯ ত বৰ্ণিত কথা আছে যে এবাৰ সকলো ব্ৰাহ্মণ একহৈ অশ্বলায়ন ব্ৰাহ্মণক ভগবান বুদ্ধৰ ওচৰলৈ পঠালে। তেওঁগৈ তেওঁৰ লগত জাতিবাদৰ ওপৰত শাস্ত্ৰাৰ্থ কৰিব লাগে।

অশ্বলায়ন ভগবান বুদ্ধৰ ওচৰত উপস্থিত হ'ল আৰু ব্ৰাহ্মণৰ শ্ৰেষ্ঠতাৰ পক্ষত ভগবান বুদ্ধৰ সম্মুখত যুক্তি দাঙি ধৰিলে। তেওঁকলে -"শ্ৰমণ গৌতম! ব্ৰাহ্মণ সকলে কৈছে যে

ব্ৰাহ্মণ সকলহে মাত্ৰ উচ্চ শ্ৰেণীৰ বাকী বিলাক তেওঁ বিলাকৰ তলত, ব্ৰাহ্মণ হৈছে শুক্ৰবৰ্ণৰ বাকী হৈছে কৃষ্ণ বৰ্ণৰ, পবিত্ৰতা আৰু শুদ্ধতা কেৱল ব্ৰাহ্মণৰ লগত হে আছে, অ ব্ৰাহ্মণৰ

মাজত নাই কেৱল ব্ৰাহ্মণেই হৈছে ব্ৰহ্মাৰ ঔৰসত জন্মা পুত্ৰ, তেওঁৰ মুখৰ পৰা উৎপন্ন তেওঁৰে ৰচনা তেৰেঁই জন্ম দিয়া আৰু তেওঁৰ উত্তৰাধিকাৰী। শ্ৰমণ গৌতমে বাৰু এই বিষয়ে কি ক'ব বিচাৰে?'

তথাগতৰ উত্তৰে অশ্বলায়নক প্ৰথম অৱস্থাতে হতভম্ব কৰি দিলে। বুদ্ধই ক'লে - 'অশ্বলায়ন! ব্ৰাহ্মণৰ পত্নী ঋতুমতী নহয়নে কি? গৰ্ভ ধাৰণ নকৰেনে কি? আৰু সন্তান জন্ম নিদিয়েনে কি? এই বিলাক হোৱা সত্বেও ব্ৰাহ্মণে ক'ব বিচাৰে যে ব্ৰাহ্মণেই হৈছে উচ্চ বৰ্ণৰ ব্ৰাহ্মণেই হৈছে ব্ৰহ্মাৰ বৈধ পুত্ৰ ব্ৰাহ্মণেই কেৱল ব্ৰহ্মাৰ উত্তৰাধিকাৰীনে কি?"

তাৰ পিচত তথাগতে অশ্বলায়নক দ্বিতীয় প্ৰশ্ন সুধিলে- "অশ্বলায়ন! যদি এজন ক্ষত্ৰিয়ই কোনো ব্ৰাহ্মণী কন্যাৰ লগত সহবাস কৰে তেতিয়া মানৱ সন্তানেই জন্ম হ'ব অথবা দুয়োৰে সংযোগত কোনোবা জন্তুৱে জন্ম গ্ৰহণ কৰিবনে কি?" এনে প্ৰশ্নৰ উত্তৰ হলে অশ্বলায়নৰ ওচৰত নাছিল। 'যিমান দুৰ নৈতিক উন্নতি কৰিব পৰাৰ কথা আহি পৰে তেতিয়া কি একমাত্ৰ ব্ৰাহ্মণেহে নিজে নিজক ৰাগ দ্বেষৰ পৰা মুক্ত কৰিব পাৰিবনে কি? এজন ক্ষত্ৰিয়ই নোৱাৰিবনে কি? এজন বৈশ্যই নোৱাৰিবনে কি? এজন শূদ্ৰই নোৱাৰিবনে কি?

অশ্বলায়নে কলে - নাই চাৰিটা বৰ্গই কৰিব পাৰিব। 'অশ্বলায়ন! তুমি কি কেতিয়াবা শুনিবলৈ পাইছানে যে যৱন আৰু কম্বোজ দেশত তথা আন প্ৰতিবেশী দেশতো দুই ধৰণৰ বৰ্গ আছে বুলি? এটা আৰ্য্য (- স্বামী) আন এটা জাতি দাস[১০] (- গোলাম)· এজন আৰ্য্য যদি দাস হ'ব পাৰে তেনে আন এজন দাস আৰ্য্য হ'ব নোৱাৰেনে কি?" অশ্বলায়ন - 'হয়! মই এনেদৰে শুনিছো।'

'যদি তোমাৰ চতুৰ্বৰ্ণই এখন আদৰ্শ সমাজ গঢ়িব পাৰে তেনে সেই বিলাক দেশেনো কিয় গঢ়িব নোৱাৰে?' এই বিলাকৰ ভিতৰত কোনো এটা কথাকে অশ্বলায়নে নিজৰ জাতিবাদ আৰু অসমানতা পক্ষৰ সমৰ্থন কৰিব নোৱাৰিলে। তেওঁ একেবাৰে মৌণ হৈ থাকিব লগাত পৰিল। অৱশেষত অশ্বলায়নে বুদ্ধৰ শিষ্যত্ব গ্ৰহণ কৰিব লগাত পৰিল।

বাসেটঠ নামৰ এজন ব্ৰাহ্মণে তথাগতৰ ওচৰত শৰণ গ্ৰহণ কৰিছিল। আন এজন ব্ৰাহ্মণে এই কথাত প্ৰতিবাদ কৰিলে।

এদিন তেওঁ ভগবান বুদ্ধৰ ওচৰলৈ গ'ল আৰু সকলো কথা বিৱৰি ক'লে যে ব্ৰাহ্মণে তেওঁক এনেদৰে সমালোচনা কৰিছে।

বাসেটেঠ কলে - "ভগবান! ব্ৰাহ্মণৰ মতে ব্ৰাহ্মণহে সামাজিক স্তৰত শ্ৰেষ্ঠ বুলি বাকী সকলোৰেই নিকৃষ্ট। কেৱল ব্ৰাহ্মণ হে শুক্ৰ বৰ্ণৰ আন বিলাক কৃষ্ণ বৰ্ণৰ। ব্ৰাহ্মণেই হে শুদ্ধ বংশোৎপন্ন, বাকী বিলাক নহয় কেৱল ব্ৰাহ্মণেই ব্ৰহ্মাৰ ঔৰষৰ পুত্ৰ, তেওঁৰ মুখৰ

পৰাই উৎপন্ন হৈছে, ব্ৰাহ্মণ ব্ৰহ্মাৰে সন্তান, ব্ৰহ্মাৰ দ্বাৰা ৰচিত, ব্ৰহ্মাৰ উত্তৰাধিকাৰী।

"যিমান দূৰ তোমাৰ চৰ্চা হৈছে, তুমি তোমাৰ অভিজাত বৰ্ণ ত্যাগ কৰি নিম্ন বৰ্গৰ লগত সঙ্গ কৰিলা। মূৰ মুণ্ড কৰোতা সকলৰ লগত একহৈ গ'লা। সেই গাঁৱলীয়া বিলাকৰ লগত, সেই কৃষ্ণ বৰ্ণ বিলাকৰ লগত, সেই শূদ্ৰ বিলাকৰ মাজত মিলি গ'লা, তোমাৰ হ'লে এই কাম ঠিক নহল। তুমি তোমাৰ অভিজাত্যক ত্যাগ কৰি কিয় নীচ বৰ্গৰ লগত সঙ্গ কৰিলা? সেই মুণ্ড কৰোতা আৰু মূৰ্খ বিলাকৰ লগত একহৈ গ'লা, তুমি সেই আমাৰ জাতিৰ জোতাৰ পৰা উৎপন্ন হোৱা বৰ্গৰ লগত মিলি গ'লা।"

"ভগবান! আমাৰ ব্ৰাহ্মণ সকলে মোক এনেদৰে গালি গালাজ পাৰি ব্যতিব্যস্ত কৰি থাকে।'

"বাসেট্‌ঠ ব্ৰাহ্মণে যদি তেনেদৰেই ব্যৱহাৰ কৰিছে তেনে তেওঁ বিলাকে নিজৰ প্ৰাচীন পৰম্পৰাক পাহৰি গৈছে। সকলোৱেই আন বৰ্গৰ স্ত্ৰী বিলাকৰ দৰে, ব্ৰাহ্মণী বিলাকে সন্তান উৎপন্ন কৰে তথা পালন পোষন কৰা দেখিবলৈ পোৱা যায়। এনে হোৱা সত্বেও, মাকৰ যোনিৰ পৰা উৎপন্ন হোৱা পুত্ৰ, ব্ৰহ্মাৰ মুখৰ পৰা উৎপন্ন, ব্ৰাহ্মণ ব্ৰহ্মাৰ সন্তান ব্ৰাহ্মণ ব্ৰহ্মাৰ দ্বাৰা ৰচিত, তথা ব্ৰাহ্মণ ব্ৰহ্মাৰ উত্তৰাধিকাৰী।[11]

এবাৰ এসুকাৰী ব্ৰাহ্মণে তিনিটা কথালৈ বুদ্ধৰ ওচৰত শাস্ত্ৰাৰ্থ কৰিবৰ কাৰণে গ'ল।[12] তেওঁৰ প্ৰথম প্ৰশ্ন আছিল ব্যৱসায়ৰ স্থায়ী বৰ্গীকৰণৰ বিষয় আছিল। বৰ্গীকৰণৰ বিষয় লৈ তেওঁ কৈছিল - "মই আপোনাক এটা প্ৰশ্ন সুধিবৰ কাৰণে আহিলো। ব্ৰাহ্মণ সকলৰ মতে তেওঁ বিলাকেই সৰ্ব্বোপৰি সেই কাৰণে তেওঁ বিলাকে কাৰো সেৱা নকৰে। আন সকলোৱেই কেৱল তেওঁ বিলাকৰ সেৱাৰ নিমিত্তেহে জন্ম হৈছে।"

"শ্ৰমণ গৌতম! সেৱাক (= ব্যৱসায়) চাৰিটা ভাগ কৰা হৈছে (১) ব্ৰাহ্মণৰ দ্বাৰা সেৱা, (২) ক্ষত্ৰিয়ৰ দ্বাৰা কৰা হোৱা সেৱা (৩) বৈশ্যৰ দ্বাৰা কৰা হোৱা সেৱা (৪) শূদ্ৰৰ দ্বাৰা কৰা হোৱা সেৱা কিন্তু এজন শূদ্ৰক হলে আন কোনো শূদ্ৰই সেৱা কৰিব পাৰে। আন কোনেনো শূদ্ৰৰ সেৱা কৰিব? শ্ৰমণ গৌতমৰ বাৰু এই সম্বন্ধে বিচাৰ কি?"

ভগবান বুদ্ধই এসুকাৰী ব্ৰাহ্মণৰ প্ৰশ্নৰ উত্তৰ দিলে এনেধৰণে 'গোটেই সংসাৰ খনেই যদি ব্ৰাহ্মণৰ বুলি কোৱা যায়, তেনে এনে বৰ্গীকৰণক লৈ আপুনি বাৰু সহমতনে?

'যিমান দূৰ মোৰ কথা হৈছে মই সকলো বিলাক সেৱাৰ বিষয়ে কবলৈ যোৱা নাই যে (= ব্যৱসায়) সকলো সেৱাই কৰিব লাগিব বুলি, আৰু সকলো সেৱা (= ব্যৱসায়) কৰিব নালাগে বুলি, আৰু যদি কোনো সেৱা (= ব্যৱসায়) কৰিলে মানুহৰ স্থিতি ভাল নহৈ বেয়া হয় তেনে সেই সেৱা (= ব্যৱসায়) নকৰাটোৱেই যদি কোনো সেৱা (= ব্যৱসায় ভাল) কৰিলে মানুহৰ বেয়াৰ পৰিবৰ্ত্তে অতি উত্তম হয় তেনে সেই সেৱা (= ব্যৱসায়) কৰাতো উচিত।

এনে এটা পৰীক্ষাৰ ওপৰতেই ক্ষত্ৰিয় ব্ৰাহ্মণ বৈশ্য, শূদ্ৰ আদি সকলোৰে মাজত সেৱাৰ মনোবৃত্তি নিৱদ্ধ কৰাতো উচিত। প্ৰতি ব্যক্তিয়েই এনে সেৱা (= ব্যৱসায়) কৰিবলৈ অস্বীকাৰ কৰা উচিত যি তেওঁ বিলাকৰ স্থিতিক বেয়া কৰিব পাৰে, কিন্তু প্ৰত্যেক ব্যক্তিয়ে

এনে সেৱা (= ব্যৱসায়) কৰিব লগে যি নেকি তেওঁ বিলাকৰ স্থিতিক ভাল কৰিব পাৰে।

চৰ্চাৰ আন এটা বিষয় এসুকাৰী ব্ৰাহ্মণে উপস্থিত কৰিলে, সেইটো এনে ধৰণৰ আছিল যে মানুহৰ মৰ্য্যাদা বিচাৰ কৰাৰ সময়ত তেওঁৰ বংশ পৰম্পৰাৰ বিচাৰনো কিয় কৰা নাযায়?

এই প্ৰশ্নৰ উত্তৰ তথাগতে এনে ধৰণে দিলে -"যিমান দূৰ বংশ পৰম্পৰাৰ অভিমানৰ কথা আহি পৰে, এজন মানুহে যি বংশত জন্ম গ্ৰহণ কৰে, তাৰ দ্বাৰা তেওঁৰ কেৱল নাম কৰণহে কৰা যায় যে তেওঁ ক্ষত্ৰিয় কুলত জন্ম লৈছে, এওঁ ব্ৰাহ্মণ বংশত জন্ম হৈছে, তেওঁ বৈশ্যবংশত জন্ম হৈছে, আৰু এওঁ শূদ্ৰবংশত জন্ম হৈছে। যেনে -যি দৰে ইন্ধনবপৰা জুই উৎপন্ন হয়, সেইদৰে তেওঁৰ নামাকৰণ হৈ যায় এইয়া খৰিৰ জুই, এইয়া ফলাখৰিৰ জুই, এইয়া খৰিৰ মুঠাৰ জুই আৰু এইয়া গোবৰৰ জুই, এইদৰে মানুহৰ কাৰণে এইয়া হৈছে সৎধৰ্ম। এই দৰে জন্মৰ দ্বাৰাই মানুহৰ চাৰি বৰ্ণৰ ভিতৰত কোনো এটা বৰ্ণকে লেখত ধৰি লোৱা নাযায়।

"বংশৰ পৰম্পৰা হলেই নহব, সুন্দৰ চেহেৰা হলেই নহব, আৰু মানুহ ধন হলেই নহব,মানুহ ভাল বা বেয়া হয়েই। ভাল বংশতজন্ম হলেও মানুহ হত্যাকাৰী, চোৰ, ব্যভিচাৰী, মিছলীয়া, লগনীয়া, কুট কথা কওঁতা, বকি থকা লোভী দ্বেষী আৰু মিথ্যা দৃষ্টিৰ হ'ব পাৰে। সেই কাৰণে মই ক'ব বিচাৰো যে ভাল বংশত জন্ম হলেই কোনো মানুহ ভাল নহয়। ভাল বংশত জন্ম হলেও মানুহ এই বিলাক দোষত মুক্ত হ'ব পাৰে। গতিকে ভাল বংশত জন্ম হলেও কোনো মানুহ ভাল নহয়।'

এসুকাৰী ব্ৰাহ্মণে তথাগতৰ প্ৰতি কলে -"ব্ৰাহ্মণে চাৰি প্ৰকাৰৰ জীবিকাৰ সাধনৰ বিধান দিয়ে - (১) ব্ৰাহ্মণৰ কাৰণে ভিক্ষা, (২) ক্ষত্ৰিয় কাৰণে ধনুকাড়, (৩) বৈশ্যৰ কাৰণে বেপাৰ আৰু পশু পালন আৰু (৪) শূদ্ৰৰ কাৰণে আনৰ প্ৰতি কৰা সেৱা। নিজা নিজা কৰ্মৰ অতিৰিক্ত কোনোবাই যদি ব্যৱসায় ত্যাগ কৰি আন কাৰোবাৰ ব্যৱসাই কৰিবলৈ যায় তেতিয়া সেইয়া তেওঁৰ কাৰণে ভাল কথা নহয়, ঠিক তেনেদৰে কোনো চকিদাৰে যদি কোনো আনকোনোবাৰ সম্পত্তি হস্তগত কৰি লয় তেনে এই বিষয়ে শ্ৰমণ গৌতমৰ মত কি?"

"তেনে এই গোটেই সংসাৰখন ব্ৰাহ্মনী বৰ্গীকৰণৰ প্ৰতি সহমতনে?" এসুকৰী ব্ৰাহ্মণৰ উত্তৰ আছিল - "নাই।" বাসেট্ঠক তথাগতে কৈছিল - "উচ্চ আদৰ্শৰ মহত্ব আছে, কিন্তু উচ্চ জাতত জন্ম গ্ৰহণ কৰিলেই নহব।" অৰ্থাৎ য'ত জাতি নাই, অসমানতা নাই, উচ্চ নীচ নাই এয়ে হৈছে তথাগতৰ দেশনা।

"আনৰ লগত নিজকে নিজে এক কৰি দিয়া। ভাবিলোৱা যেনেকৈ তেওঁ বিলাক, তেনেকৈ মই হওঁ যেনে মই হওঁ, তেনে তেওঁ বিলাক।"

২ ধৰ্ম তেতিয়াই সৎ ধৰ্মত পৰিণত হয় যেতিয়া ই এই শিক্ষা দিয়ে যে কোনো মানুহ 'জন্ম'ৰদ্বাৰা লেখত লোৱা নাযায় তেওঁৰ 'কৰ্ম'ৰ দ্বাৰা মূল্যাংকণ কৰা হয় ।

ব্ৰাহ্মণে যি চতুৰ্বৰ্ণৰ বিষয়ে উপদেশ দিছিল তাৰ আধাৰ আছিল জন্মক লৈ। যি জন ব্ৰাহ্মণে মাতা পিতাৰ ঘৰত জন্ম গ্ৰহণ কৰিলে, তেঁৱেই ব্ৰাহ্মণ। যিজনে ক্ষত্ৰিয়ৰ ঘৰত

জন্ম ললে, তেওঁ হ'ল, ক্ষত্ৰিয়। যি বৈশ্য মাতাৰ ঘৰত জন্ম গ্ৰহণ কৰিলে তেও হ'ল বৈশ্য। আৰু যি জনে শূদ্ৰৰ ঘৰত জন্ম গ্ৰহণ কৰিলে, তেওঁ হ'ল শূদ্ৰ।

ব্ৰাহ্মণৰ অনুসৰি মানুহ নিজৰ জন্মৰ হিচাপ মতেই ডাঙৰ সৰু হয় আন কথাৰ দ্বাৰা নহয়। এই জন্মাশ্ৰিত উচ্চ নীচৰ সিদ্ধান্তক তথাগতে বৰ বেয়া পাইছিল অৰ্থাৎ চতুৰ্বৰ্ণৰ সিদ্ধান্তক। ভগবান বুদ্ধৰ সিদ্ধান্ত আছিল যে কোনো এজন ব্যক্তিৰ 'জন্ম'ৰ দ্বাৰাই তেওঁৰ হিচাপ লোৱা নহয় কেৱল তেওঁৰ 'কৰ্ম'ৰ দ্বাৰাইহে তেওঁৰ মূল্যাংকণ হয়।

যি সময়ত ভগবান বুদ্ধই নিজৰ এই সিদ্ধান্তৰ উপদেশ দিছিল সেই সময়ো বিশেষ মহত্ব পূৰ্ণ আছিল।

এসময়ত বুদ্ধ অনাথ পিণ্ডকৰ জেতবনাৰামত আছিল। এদিন দুপৰীয়া তেও ভিক্ষা পাত্ৰ হাতত লৈ ভিক্ষাৰ নিমিত্তে শ্ৰাবস্তীত প্ৰৱেশ কৰিলে।

সেই সময়ত যজ্ঞৰ অগ্নি জ্বলি আছিল আৰু ভিক্ষা কৰি কৰি ভগবান বুদ্ধই সেই অগ্নিকৰ ঘৰ পালেগৈ।

তথাগতক কিছু দূৰতে দেখি তেও খণ্ডত টিঙিৰিটুলা হৈ উঠিল। কলে -'মুণ্ডক তাতেইৰ ১। দৰিদ্ৰ শ্ৰমণতাতেইৰ ১। নীচ তাতেইৰ।'

অগ্নি ব্ৰাহ্মণৰ ব্যৱহাৰ শুনি তথাগতে তেওক সম্বোধন কৰি সুধিলে - হে ব্ৰাহ্মণ বৃষলনো (নীচ) কাক কয়? তুমি জানানে দুষ্কৰ্ম কৰিলে মানুহ বৃষল (= নীচ) হয়?

'নাই নাজানো শ্ৰমণ গৌতম। মই নাজানো বৃষলনো কাক কয়? অথবা কি কৰিলেনো মানুহ 'বৃষল (নীচ) হয়? ভগবান বুদ্ধই তেতিয়া কলে যে যদি তুমি জানিব খুজিছা তেনে মই কওঁ শুনা। বৃষলনো কোন ইয়াক হয়তো জানিলে তোমাৰ ক্ষতি নহয়। 'বাৰু তুমি যেতিয়া জানিব খুজিছা মই কওঁ শুনা।

ব্ৰাহ্মণে যেতিয়া জানিবলৈ ইচ্ছা কৰিলে তেতিয়া তথাগতে কলে -[১৩]

'যি মানুহ ক্ৰোদ্ধী হয় ঠগ হয় তাকেই 'বৃষল' বুলি কয়।

'লাগিলে যি প্ৰাণীয়েই নহওঁক, যি দ্বিজ (পক্ষী আদি) হওঁক প্ৰাণী সমূহক হানি কৰে আঘাত কৰে যাৰ অন্তৰত প্ৰাণী মাত্ৰে দয়া মমতা নাই তাকেই 'বৃষল বুলি কয়।

যি কোনো গাঁৱ আৰু জুপুৰী নষ্ট কৰে যি অত্যাচাৰী হয় তাকেই -বৃষল' বুলি কয়।

"লাগিলে গাঁৱতে, লাগিলে গাঁৱৰ বাহিৰৰ জংঘলতে হওঁক যি আনৰ বস্তুক নোকোৱাকৈ লৈ লয় অৰ্থাৎ চুৰি কৰি লয়- তাক 'বৃষল' বুলিয়েই জানিব লাগে।

'যি আনৰ পৰা ঋণ লৈ ঘূৰাই নিদিয়াকৈ ক'ব বিচাৰে যে মই তোমাক একো দিবলৈ নাই পলাই যায় তাকো 'বৃষল বুলিয়েই কয়।

"যি কোনো বস্তুৰ কামনাৰে, ৰাস্তাত গৈ থকা মানুহক মাৰ পিট কৰি কিবা লুট

কৰি লয়, তাকো 'বৃষল' বুলি কয়।

"যি কোনোৱে নিজৰ হিতৰ কাৰণে বা আনৰ হিতৰ কাৰণে অথবা ধনৰ লোভত পৰি মিছা সাক্ষী দিয়ে- তাকো 'বৃষল' বুলি কয়।

'যি কোনোৱে বল পূৰ্বক বা নিজৰ মৰমতালিৰে নিজৰ বন্ধু বা সম্বন্ধীয় পত্নীৰ প্ৰতি অনাচাৰ কৰে তাকো 'বৃবল বুলি কয়।

'যি নিজৰ লগত টকা পইচা থাকিলেও যৌৱন উৰলি যোৱা নিজৰ পিতৃ মাতৃক পালন পোষণ নকৰে তাকেই 'বৃষল বুলি কয়।

'যাক 'কুশল ধৰ্মৰ বিষয়ে সুধিলেও 'অকুশল' ধৰ্মৰ শিক্ষা দিয়ে ৰহস্য সজাই শিক্ষা দিয়ে তাকো 'বৃষল বুলি কয়।

'জন্মৰ দ্বাৰাই নাই কোনো ব্ৰাহ্মণ হৈছে, নাই কোনো শূদ্ৰ হৈছে।'[১৪]

এনে ধৰণৰ আদৰ্শ মূলক কথা বিলাক অগ্নিক ব্ৰাহ্মণে শুনিলে আৰু তথাগতৰ প্ৰতি যি অসৎ ব্যৱহাৰ কৰিছিলসেইলৈ তেও বৰ লজ্জিত হ'ল।

৩। ধৰ্ম তেতিয়াই সৎ ধৰ্মত পৰিণত হয় যেতিয়া ই মানুহ আৰু মানুহৰ মাজত সমানতাৰ ভাব অভি-বৃদ্ধি কৰে

মানুহ অসমান হৈ জন্ম লয়।

কিছুমান মানুহ সবল হয় কিছুমান দুৰ্বল।

কিছুমান অধিক বুদ্ধিমান হয় কিছুমান কম কিছুমান একে বাৰে নহয়।

কিছুমান অধিক সমৰ্থবান কিছুমান কম।

কিছুমান ধনী আৰু কিছুমান দুখীয়া হয়।

সকলোৱেই 'জীৱন সংঘৰ্ষত প্ৰৱেশ কৰিব লগাত পৰে। এই জীৱন সংঘৰ্ষ ত যদি অসমানতাক স্বাভাৱিক স্থিতি ৰূপে স্বীকাৰ কৰি লোৱা যায় তেতিয়া যি দুৰ্বল হয়, তেনে তেওঁৰ কোনো ঠিকনাই নাথাকিব।

এই 'অসমানতা'ৰ নিয়ম জীৱনৰ নিয়ম হৈ যাব লাগেনে কি? কোনোৱে কয় 'হয়। তেওঁৰ যুক্তি হৈছে যে যি জীৱন সংঘৰ্ষ'ত অধিক টিকি থকাৰ যোগ্য হয়, সি টিকি থাকিব।

প্ৰশ্ন হৈছে যে যি 'জীৱন সংঘৰ্ষ'ত টিকি থাকিবৰ কাৰণে যোগ্যতা অৰ্জন কৰিছে, সামাজিক দৃষ্টি কোণৰ দ্বাৰা তেঁৱেই শ্ৰেষ্ঠতম হয়নে কি?

ইয়াৰ কোনেও নিশ্চয়াত্মক উত্তৰ দিব নোৱাৰে। এই সন্দেহৰ কাৰণেই ধৰ্ম 'সমানতা'ৰ উপদেশক সমানত্ৰৰ কাৰণে যি শ্ৰেষ্ঠতম' ব্যক্তি বুলি পৰিচিত হয় তেওঁ হয়তো প্ৰতিষ্ঠিত হৈ থাকিব পাৰে, লাগিলে তেও 'জীৱন সংঘৰ্ষ'ৰ দৃষ্টিত যোগ্যবান নহওঁকেই।

সমাজে "শ্ৰেষ্ঠতম" মানুহ বিচাৰে 'যোগ্যবান' নহয়। এয়েই হৈছে প্ৰাথমিক কাৰণ যাৰ দ্বাৰাই 'ধৰ্ম' সমানতা'ৰ সমৰ্থক ৰূপে স্বীকৃত।

ভগবান বুদ্ধৰ এয়েই দৃষ্টিকোণ আছিল আৰু এই কাৰণে তেওঁ কৈছিল যে যি ধৰ্ম' 'সমানতা'ৰ সমৰ্থক নহয় সেইয়া গ্ৰহণ কৰাৰ যোগ্য নহয়।

আপুনি কি এনে কোনো ধৰ্মক বিশ্বাস কৰিব পাৰেনে? বা তাৰ কাৰণে মনত আদৰ ভাৱ ৰাখিব পাৰেনে? যি আনক দুখী কৰি নিজে সুখী হোৱাৰ শিক্ষা দিয়ে, অথবা নিজক দুখী কৰি আনক সুখী কৰাৰ শিক্ষা দিয়ে অথবা নিজক আৰু আনক দুয়োকে দুঃখী কৰাৰ শিক্ষা দিয়েনেকি?

সেই ধৰ্ম শ্ৰেষ্ঠতৰ নহয়নে কি যি নিজৰ সুখৰ লগে লগে আনৰ সুখক বৃদ্ধি কৰিব বিচাৰে আৰু কোনো প্ৰকাৰৰ অত্যাচাৰক সহ্য নকৰেনে কি?

যি বিলাক ব্ৰাহ্মণ 'অসমানতা'ৰ বিৰোধী আছিল ভগবান বুদ্ধই তেওঁ বিলাকক কেৰাটাও ডাঙৰ বিশেষ প্ৰশ্ন সোধে।

ভগবান বুদ্ধৰ ধৰ্ম হৈছে মানুহৰ নিজৰ পূণ্য মূলক প্ৰবৃত্তিৰ দ্বাৰা উৎপন্ন হোৱা ন্যায় সংগত ধৰ্ম।

---

১। যমক বগ্গ ১-২ (ধম্মপদ)
২। দেৱদহ্‌ সুত্তন্ত - মজ্জিম নিকায় (৩/১/১)।
৩। সল্লেখ সুত্তন্ত - (মজ্জিম নিকায় ১/১/৮)।
৪। লোহিচ্চ সুত্তন্ত - (দীৰ্ঘ নিকায় - ১২)।
৫। স্বদেশে পূজ্য ৰাজা বিদ্বান সৰ্বত্ৰ পূজ্যতে।
৬। বস্‌সকাৰ সুত্ত (অঙ্গুত্তৰ - নিকায় চতুকক নিপাত)।
৭। দেখো পুতিগত্ত - তিস্‌স কী কথা (ধম্ম পদটঠ কথা)
৮। ককচূপম সুত্তন্ত (মজ্জিম নিকায় - ৯৩)
৯। অশ্বলায়ন সুত্ত (মজ্জিম নিকায়- ৯৩)
১০। 'দাসকা প্ৰাচীন অৰ্থ' গুলাম নহীঁ হ্যাঁ। 'দাসৰ প্ৰাচীন অৰ্থ 'দাতা বুলি ও কৈছে। (চাওক ভগবান বুদ্ধ- ধম্মানন্দ কোসম্বী (পৃষ্ঠা ২৫)।
১১। সুত্ত নিপাত (পৃষ্ঠা ১১৫)।
১২। এসুকাৰী সুত্তন্ত (মজ্জিম নিকায ২/৫/৬ )।
১৩। চাওঁক অগ্নিক ভাৰদ্বাজ সুত্ত (সুত্ত নিপাত)।
১৪। 'ন জচ্চা বসলো হোতি ন জচ্চা হাতি ব্ৰাহ্মণো।

---

# চতুৰ্থ অধ্যায়

## ধাৰ্মিক সম্প্ৰদায় আৰু ধৰ্ম

প্ৰথম ভাগ— ধাৰ্মিক সম্প্ৰদায় আৰু ধৰ্ম

দ্বিতীয় ভাগ – কেনেদৰে শাব্দিক সমানতাৰ তাত্বিক ভেদক লুকুৱাই ৰাখে ?

তৃতীয় ভাগ – বৌদ্ধ জীৱন পথ

চতুৰ্থ ভাগ – তথাগতৰ প্ৰবচন

### প্ৰথম ভাগ

### ধাৰ্মিক সম্প্ৰদায় আৰু ধৰ্ম

#### ১ ধাৰ্মিক সম্প্ৰদায় কি ধৰ্মনে ?

ধাৰ্মিক সম্প্ৰদায় হৈছে এটা অনিশ্চিত শব্দ, যাৰ কোনো স্থিৰ অৰ্থ নাই । এইটো হৈছে এটা শব্দ কিন্তু ইয়াৰ অনেক অৰ্থ । ইয়াৰ কাৰণ হৈছে যে ধাৰ্মিক সম্প্ৰদায় বহুত বিলাক অৱস্থাৰ মাজেদি পাৰহৈ গৈছে । প্ৰত্যেকটো অৱস্থাতে আমি সেই মান্যতাক বিশেষ ধাৰ্মিক সম্প্ৰদায় বুলি কৈ থাকোহঁক । নিসন্দেহে প্ৰত্যেকটো সময়ৰ মান্যতাতকৈ ভিন্ন আৰু নিজৰ পিচত অহা মান্যতাতকৈ ভিন্ন ।

ধাৰ্মিক সম্প্ৰদায়ৰ কল্পনা কেতিয়াও স্থিৰ হৈ নাথাকে । ই প্ৰায় মাজে মাজে পৰিৱৰ্ত্তন হৈ থাকে । এক সময় আছিল যেতিয়া বিজুলি বৰ্ষা আৰু বানপানীৰ ঘটনা বিলাক আদিম মানুহৰ কল্পনাৰো অতীত আছিল । এই বিলাকৰ ওপৰত আধিপত্য লাভ কৰিবলৈ কিছুকাম কৰিব লগাত পৰিছিল যাক যাদু বুলি কোৱা হৈছিল । সেই সময়ত ধাৰ্মিক সম্প্ৰদায় আৰু 'যাদু একেটা বস্তুৰে দুটা নাম আছিল । তেনেতে ধাৰ্মিক সম্প্ৰদায়'ৰ বিকাসৰ আন এটা সুযোগ আহিল । সেই সময়ত ধাৰ্মিক সম্প্ৰদায়'ৰ অভিপ্ৰায় আছিল মানুহৰ বিশ্বাস ধাৰ্মিক কৰ্ম কাণ্ড ৰীতি-নীতি প্ৰাৰ্থনা আৰু বলি বিধান সম্বন্ধে যজ্ঞ । কিন্তু ধাৰ্মিক সম্প্ৰদায়'ৰ এই স্বৰূপ বুৎপন্ন । ধাৰ্মিক সম্প্ৰদায়ৰ কেন্দ্ৰবিন্দুৱে এই বিশ্বাসৰ ওপৰত নিৰ্ভৰ কৰিছিল যি নেকি কোনো বিশেষ শক্তি যাৰ কাৰণে এই বিলাক ঘটনাই ঘটি থাকে আদিম মানুহৰ কল্পনাও অতীত আছিল, যি নেকি এনে অৱস্থাত ক্ৰমে 'যাদু'ৰ প্ৰভাৱ যাব ধৰিলে ।

আৰম্ভণিতে এই শক্তি চৈতান'ৰহে আছিল । কিন্তু শেষত গৈ ই 'শিৱ ৰূপেই ল'লে । বিভিন্ন ধৰণৰ বিশ্বাস কৰ্ম কাণ্ড আৰু যজ্ঞই শিৱ স্বৰূপৰ শক্তিক প্ৰসন্ন কৰিবৰ কাৰণে আৰু ক্ৰোধী ৰূপী শক্তিক সন্তুষ্ট ৰাখিবৰ কাৰণে আৱশ্যক আছিল । পিছত গৈ সেই শক্তিকে 'ঈশ্বৰ পৰমাত্মা' বা সংসাৰখনক নিৰ্মান কৰ্ত্তা বুলি কব ধৰিলে । এইদৰে গৈ ধাৰ্মিক সম্প্ৰদায়ৰ মান্যতাই তৃতীয় ৰূপ গ্ৰহন কৰিলে যেতিয়া ইয়াক মানিবলৈ ধৰিলে যে এই শক্তিয়েই 'মানুহ আৰু 'সংসাৰ এই দুয়োটাকে জন্ম দিলে । ইয়াৰ পিচত ধাৰ্মিক সম্প্ৰদায়ৰ মান্যতাত এটা কথা লগহৈ গ'ল যে প্ৰতেক মানুহৰ শৰীৰত এটা 'আত্মা আছে, সেই 'আত্মা হৈছে নিত্য, আৰু মানুহে যি

ভাল বেয়া কাম কৰে, সেই 'আত্মা ঈশ্বৰৰ প্ৰতি উত্তৰদায়ী হৈ থাকিব লাগে ।

সংক্ষেপতে 'সাম্প্ৰদায়িক ধৰ্ম' হৈছে মান্যতা বিকাসৰ ইতিহাস । সাম্প্ৰদায়িক ধৰ্ম হৈছে এয়ে যাৰ দ্বাৰা এই ভাৰ্বাথকে গ্ৰহন কৰা যায় যাৰ ঈশ্বৰত বিশ্বাস আত্মাত বিশ্বাস ঈশ্বৰৰ পূজা আত্মাৰ সংস্কাৰ প্ৰাৰ্থনা আদিৰে ঈশ্বৰক সন্তুষ্ট কৰা ।

## ২ 'ধৰ্ম' সাম্প্ৰদায়িক ধৰ্মৰ পৰা কেনেকৈ ভিন্ন ?

ভগৱান বুদ্ধই যাক ধৰ্ম বুলি কয় সেইয়া 'সাম্প্ৰদায়িক ধৰ্ম'ৰ পৰা সৰ্বথাই ভিন্ন । এনেয়েও যাক ভগৱান বুদ্ধই ধৰ্ম' বুলি কয় সেইযা তাৰ সমানান্তৰ যাক ইউৰোপৰ দেৱবাদীয়ে 'ৰিলীজন' বুলি কয় । এই কাৰণে কিছু ইউৰোপীয় দেৱ-বাদীযে ভগৱান বুদ্ধৰ ধৰ্ম'ক 'সাম্প্ৰদায়িক ধৰ্ম' বুলি স্বীকাৰ কৰিবলৈ অস্বীকাৰ কৰে । আমি ইয়াৰ কাৰণে সংকোচ কৰিব নালাগে । লোকচান তেওলোকৰ । ইয়াৰ দ্বাৰাই 'ৰিলিজন'ৰ নমনীয়তা স্পষ্ট ভাৱে মনলৈ আহি যায় ।

এই বিবাদত পৰাতকৈ এইটো ভাল হ'ব যে এইটো আমি কম যে ধৰ্মনো কি আৰু এইটোও দেখুৱাওঁক যে এই 'সাম্প্ৰদায়িক ধৰ্ম বা 'ৰিলিজন'ৰ পৰা কেনেকৈ পৃথক হ'ল ? কোৱা-খায়যে 'সাম্প্ৰদায়িক ধৰ্ম' বা 'ৰিলিজন হৈছে ব্যক্তিগত বস্তু আৰু মানুহক ইয়াৰ দ্বাৰাই নিজৰ লগত সীমিত ৰাখিব লাগে । ইয়াক সাৰ্বজনিক জীৱনত একদম দখল দিব নালাগে । ইয়াৰ একেবাৰে বিৰুদ্ধ ধৰ্ম হৈছে এটা সামাজিক বস্তু । ই প্ৰধানকৈ আবশ্যকতাৰ ফালৰ পৰা সামাজিক । ধৰ্মৰ অৰ্থ হৈছে সদা আচৰণ যাৰ অভিপ্ৰায় হৈছে জীৱনৰ সকলো ক্ষেত্ৰতে এজন মানুহে আন এজন মানুহৰ প্ৰতি কৰা সুন্দৰ ব্যৱহাৰ মাত্ৰ । ইযাৰ দ্বাৰাই স্পষ্ট হয যে যদি ক'ৰবাত পৰস্পৰ সম্বন্ধীয দুজন মানুহ একেলগে থাকে তেতিযা তেও বিলাকে বিচাৰিলেও বা নিবিচাৰিলেও তেওঁবিলাকে ধৰ্ম'ৰ নিমিত্তে স্থান প্ৰস্তুত কৰিব লাগিব । দুয়ো জনৰ ভিতৰত কোনো এজন বাচি যাব নোৱাৰে । আন শব্দত বিনা ধৰ্ম'ই সমাজৰ কাম নচলে । সমাজে তিনিতা কথাৰ ভিতৰত যি কোনো এটা বাচি লবই লাগিব । সমাজে নিজা 'অনুশাসন 'ৰ কাৰণে ধৰ্মৰ নিৰ্বাচন কৰিব নোৱাৰে । যদি ধৰ্মই অনুশাসন মানি নচলে তেনে সেইয়া ধৰ্ম'ই হ'ব নোৱাৰে । গতিকে ইযাৰ অৰ্থ হৈছে সমাজ 'অৰাজকতা'ৰ পথত আগবাঢি যোৱাতো উচিত বুলি ভাবে । অন্যহাতে সমাজে পুলিচক অথাৎ 'ডিক্টৰ'ক 'অনুশাসনৰ কাৰণে নিৰ্বাচন কৰিব পাৰে ।

তৃতীয়তে সমাজে ধৰ্ম আৰু মেজিষ্টেট এই দুয়োজনক নিৰ্বাচন কৰিব পাৰে যিটো অংশত সমাজে ধৰ্ম' পালন কৰে সেই অংশত ধৰ্ম' আৰু য'ত ধৰ্ম'ৰ পালন নকৰে তাতেই মেজিষ্টেট । অৰাজকতা নাই স্বতন্ত্ৰতা আছে, নাই ডিক্টেটৰৰ ৰাজ্যত স্বতন্ত্ৰতা আছে । কেৱল তৃতীয় অৱস্থাতহে স্বতন্ত্ৰতা জীৱিত থাকে । এই কাৰণে যি স্বতন্ত্ৰতা বিচাৰে তেওঁৰ কাৰণেহে ধৰ্ম' অনিবাৰ্য্য । ধৰ্ম'নো কি ? ধৰ্মৰ অনিবাৰ্য্য আৱশ্যকতা ক'ত ? বুদ্ধৰ মতে ধৰ্মৰ দুটা প্ৰধান তত্ত্ব আছে -- প্ৰজ্ঞা আৰু কৰুণা ।

প্ৰজ্ঞা কি ? প্ৰজ্ঞা কিহৰ কাৰণে ? প্ৰজ্ঞাৰ অভিপ্ৰায় হৈছে বুদ্ধি (নিৰ্মল বুদ্ধি) । ভগৱান বুদ্ধই প্ৰজ্ঞাক তেওঁৰ ধৰ্মৰ দুটা স্তম্ভৰ ভিতৰত এটা বুলি মানে কিয়নো তেওঁ এইটো নিবিচাৰিছিল

যে 'মিথ্যা বিশ্বাস'ৰ কাৰণে ক'ৰবাত কিবা খুদ থাকি যোৱাতো ।

কৰুণা কি ? আৰু কৰুণানো কিহৰ কাৰণে ? কৰুণাৰ অৰ্থ হৈছে (দয়া) প্ৰেম (মৈত্ৰী)। ইয়াৰ অবিহনে সমাজ টিকি থাকিব নোৱাৰে — এই কাৰণে ভগবান বুদ্ধই কৰুণাক নিজ দ্বিতীয় স্তম্ভ বুলি গণ্য কৰে ।

ভগবান বুদ্ধৰ এয়ে ধৰ্ম'ৰ পৰিভাষা । 'সাম্প্ৰদায়ীক ধৰ্ম' বা 'ৰিলিজন'ৰ পৰিভাষাৰ লগত ইয়াৰ কিমান পাৰ্থক্য আছে ? কিমান যে প্ৰাচীন আৰু কিমানযে আধুনিক,এয়ে হৈছে ভগবান বুদ্ধৰ দ্বাৰা প্ৰেৰিত ধৰ্ম'ৰ পৰিভাষা। কিমান অলৌকিক আৰু কিমান মৌলিক ! কাৰো পৰা ধাৰ কৰা নাই । ইযে কিমান পবিত্ৰ ।

'প্ৰজ্ঞা আৰু 'কৰুণা'ৰ এটা অলৌকিক সংমিশ্ৰণেই হৈছে তথাগতৰ 'ধৰ্ম' ।'সাম্প্ৰদায়িক ধৰ্ম' অথবা 'ৰিলিজন আৰু ধৰ্মৰ ইমানেই পাৰ্থক্য ।

## ৩ সাম্প্ৰদাযিক ধৰ্ম'ৰ উদ্দেশ্য আৰু 'ধৰ্ম'ৰ উদ্দেশ্য

'সাম্প্ৰদায়িক ধৰ্ম' বা 'ৰিলিজন'ৰ উদ্দেশ্য কি ? ধৰ্মৰ উদ্দেশ্য কি ? দুয়োটাই সমাননে কি ? আৰু একেইনে কি ? আথবা দুয়োটাই বেলেগ আৰু ভিন্ন ভিন্ননে কি ? এই প্ৰশ্নৰ উত্তৰ দুটা সুক্তত আছে, এটা হৈছে য'ত ভগবান বুদ্ধ আৰু সুনকখত্তৰ কথা বাৰ্ত্তাৰ বৰ্ণনা আছে ১ আৰু দ্বিতীয়তে য'ত ভগবান বুদ্ধ আৰু পোটঠপাদ ব্ৰাহ্মণৰ কথা বাৰ্ত্তাৰ বৰ্ণনা আছে।

এসময়ত তথাগতে মল্লোনগৰৰ আনুপ্ৰিয়ত বিচৰণ কৰি আছিল । দুপৰীয়া ভগৱান বুদ্ধই চীৱৰ ধাৰণ কৰি হাতত প াত্ৰ লৈ আনুপ্ৰিয় নগৰত ভিক্ষা কৰিবৰ কাৰণে ওলাল ।ৰাস্তাত গৈ থাকোতে তেওঁ ভাবিলে ভিক্ষাৰ কাৰণে অলপ দেৰি ৰোৱাতো ভাল হ'ব ।এইদৰে বিচাৰ কৰি তেওঁ ভগ্নৱ পৰিব্ৰাজকৰ আশ্ৰমলৈ গ'ল । তেওঁক অহা দেখি ভগ্নৱ পৰিব্ৰাজক থিয় হ'ল আৰু নমস্কাৰ জনালে আৰু ক'লে — 'আনুগ্ৰহ কৰি আপুনি আসন গ্ৰহণ কৰক । আপোনাৰ কাৰণে আসন সজাই থোৱা আছে ।

তথাগতে আসন গ্ৰহণ কৰিলে । ভগ্নৱ ও তেওৰ ওচৰতে বহিল আৰু পৰিব্ৰাজক ভগ্নৱে বুদ্ধৰ প্ৰতি ক'লে— শ্ৰমণ গৌতম ! বহুত দিন হ'ল । সুনকখত্ত লিচ্ছৱী মোৰ ওচৰলৈ আহিছিল । কৈছিল যে তেওঁ শ্ৰমণ গৌতমৰ শিষ্যত্ব ত্যাগ দিলে । তেওঁ যেনেদৰে কৈছিল সেই কথা সচাঁনে ? ভগ্নৱ ! সুনকখত্ত লিচ্ছৱীয়ে যি কৈছিল সেয়ে সত্য । তথাগতে ক'লে - 'কিছুদিন হ'ল সুনকখত্ত লিচ্ছৱী মোৰ ওচৰলৈ আহিছিল আৰু কবলৈ ধৰিলে — 'মই এতিয়া তথাগতৰ শিষ্যত্ব ত্যাগ কৰিছো । মই এতিয়া তথাগতৰ শিষ্য হৈ নাথাকো । যেতিয়া তেওঁ মোক এইদৰে ক'লে তেতিয়া মই তেওঁক সুধিলো — সুনকখত্ত ! মই তোমাক কেতিয়াবা কৈছোনেকি তুমি মোৰ শিষ্য হোৱা বুলি ?

'নাই ! ভগবান ! আপুনি তেনেকৈ কোৱা নাই ।'

অথবা তুমিয়ে মোক কেতিয়াবা কৈছিলানে যে তথাগতক গুৰু ' ৰূপে স্বীকাৰ কৰো বুলি ।

'নাই ! ভগৱান! আপুনি তেনেকৈ কোৱা নাই ।

"যদি মই তোমাক কোৱা নাই আৰু তুমিও মোক কোৱা নাই তেনে ত্যাগ কৰাৰ কথা কিয় কৈ আছা ? মূৰ্খ ক'ৰবাৰ, এইয়া কি তোমাৰেই দোষ নহয়নে ?

সুনকখত্তই ক'লে — "কিন্তু ভগৱান ! আপুনি মোক সামান্য মনুষ্যৰ শক্তিত কৈ কোনো প্ৰাতিহাৰ্য্য (= চমৎকাৰ) নেদেখুৱাইনে ?

'সুনকখত্ত ! মই তোমাক কেতিয়াবা কৈছিলোনে কি যে তুমি মোৰ শিষ্য হৈ যোৱা বুলি ? আৰু মই কেতিয়া কৈছিলো তোমাক সামান্য মনুষ্যৰ শক্তিতকৈ প্ৰাতিহায্য দেখুৱাম বুলি ?'

'ভগৱান ! এনেদৰে আপুনি কেতিয়াও কোৱা নাই । অথবা সুনকখত্ত ! তুমিয়েই মোক কৈছিলানে যে ভগৱানৰ 'শিষ্যত্ব স্বীকাৰ কৰিছো বুলি, কিয়নো ভগৱান মোক সামান্য মানুহৰ শক্তিৰ ওপৰত কোনো প্ৰাতিহাৰ্য্য দেখুৱাম বুলি কোৱা নাই '।

'ভগৱান ! নাই। মই এনেদৰে কোৱা নাছিলো ।

যেতিয়ানে কি মই তোমাক কোৱাই নাই তুমিও মোক কোৱা নাই তেনে স্থলত তুমি মোক এনেদৰে কিয় কৈ আছা ? সুনকখত্ত ! তুমি কি ভাবিছা লাগিলে সামান্য মনুষ্যত কৈ শক্তিৰ চমৎকাৰ দেখুৱালেও বা নেদেখুৱালেও এইটো মোৰ ধৰ্মৰ উদ্দেশ্য নহয় যে যি মোৰ ধৰ্ম অনুসৰি আচৰণ কৰিব, তেও তেওৰ দু খ নিবাৰণ কৰিব পাৰিব বুলি ? 'ভগৱান ! প্ৰাতিহাৰ্য্য দেখুৱালেও বা নেদেখুৱালেও নিশ্চয় কৰি তথাগতৰ ধৰ্মদেশনা অনুসৰি আচৰণ কৰিব তেও দুঃখ নাশ কৰিব পাৰিব ।

'সুনকখত্ত ! ধৰ্মৰ উদ্দেশ্যৰ দৃষ্টিৰে ইয়াৰ কোনো মহত্ব নাই প্ৰাতিহাৰ্য্য দেখুওৱা যায় বা নাযায় প্ৰাতিহাৰ্য্য প্ৰদৰ্শন কৰাৰ মূল্য ক'ত ? মূৰ্খ ! ইয়াত তোমাৰ কিমান দোষ হৈছে ।

কিন্তু ভগৱান ! মোক সৃষ্টিৰ আৰম্ভণিৰ ঠিকনাও নিদিয়ে নেকি ?

'বাৰু সুনকখত্ত ! মই তোমাক কেতিয়া কৈছিলো তুমি মোৰ শিষ্য হৈ যোৱা বুলি আৰু কেতিয়া সৃষ্টিৰ ৰহস্য কম বুলি কৈছিলো ?

'ভগৱান ! আপুনি কোৱা নাছিল ।

যেতিয়ানে কি মই তোমাক একো কোৱাই নাই তেনে তুমি মোক ত্যাগ কৰাৰ কথা কিয় গাই ফুৰিছা ? মইতো কেতিয়াও তোমাক কোৱা নাই সৃষ্টিৰ আৰম্ভণিৰ কথা কম বুলি ? মোৰ ধৰ্মৰ এইটো উদ্দেশ্য নহয় যে যি মোৰ ধৰ্ম গ্ৰহন কৰিব তেও দু খৰ অন্ত পৰিব বুলি?

ভগৱান লাগিলে আপুনি সৃষ্টিৰ ৰহস্য উদঘাটন কৰকেই বা নকৰক নিশ্চয় কৰি তথাগতৰ ধৰ্মৰ উদ্দেশ্য এয়েই যি তথাগতৰ ধৰ্ম অনুসৰি আচৰণ কৰিব তেও তেওৰ দু.খ নাশ কৰিব পাৰিব ।

সুনকখত্ত ! যেতিয়া ধৰ্মৰ উদ্দেশ্যৰ দৃষ্টিৰে ইয়াৰ কোনো মহত্বই নাই যদিও সৃষ্টিৰ আৰম্ভণিৰ ঠিকনা কোৱা যায় লাগিলে কোৱা নাযায় তথাপি তোমাৰ কাৰণেই ইয়াৰ মূল্য আছে যদি ইয়াক কোৱা যায় ? ইয়াৰ দ্বাৰা এইটো স্পষ্ট হয় যে 'সাম্প্ৰদায়িক ধৰ্ম বা 'ৰিলিজন'ৰ

সম্বন্ধ সৃষ্টিৰ আৰম্ভণিৰ পৰাই সম্বন্ধ আছে, ধৰ্মৰ হলে একদম নাই ।

'সাম্প্ৰদায়িক ধৰ্ম' অথবা 'ৰিলিজন আৰু ধৰ্মৰ মাজত যি আন পাৰ্থক্য আছে সেই বিলাক সেই চৰ্চাৰ পৰা স্পষ্ট হৈ পৰিছে যে ভগৱান বুদ্ধ আৰু পোটঠ পাদৰ মাজত যি চৰ্চা হৈছিল । ২

এসময়ত ভগৱান বুদ্ধই অনাথ পিণ্ডকৰ জেতবনাৰামত বাস কৰিছিল । সেই সময়ত পোটঠপাদ পৰিব্ৰাজক মল্লিকাৰ মহা প্ৰাসাদত থাকিছিল । সেই সময়ত তেওঁ বিলাকৰ চৰ্চাৰ বিষয় আছিল দৰ্শন । তেওঁৰ লগত তিনিশ শিষ্য আছিল । ভগৱান বুদ্ধ আৰু পোটঠপাদৰ মাজত চৰ্চা আৰম্ভ হ'ল । পোটঠপাদে সুধিলে ভগৱান ! যদি ই এনেকুৱাই হয় তেনে মোক কওকচোন সংসাৰখন অনন্ত আৰু বাকী বিলাক মিথ্যানে কি ?' তথাগতে উত্তৰ দিলে – পোটঠপাদ । মইনো কেতিয়া কৈছো এই মতেই ঠিক বুলি যে সংসাৰখন 'অনন্ত' আৰু বাকী বিলাক মিথ্যা বুলি ? এই সম্পৰ্কে মই কেতিয়াও নিজৰ মত ব্যক্ত কৰা নাই ।

ইয়াৰ পিছত পোটঠপাদে এই সকলো বিলাক প্ৰশ্ন ক্ৰমশ এনেদৰে সুধিলে –

(ক) সংসাৰখন অনন্ত নহয়নে কি ?

(খ) স৲সাৰখন সসীমনে কি ?

(গ) সংসাৰখন অসীমনে কি ?

(ঘ) শৰীৰ আৰু আত্মা একেইনে ?

(ঙ) আত্মা আৰু শৰীৰ ভিন্ন-ভিন্ননেকি ?

(চ) তথাগত মৃত্যুৰ পিচত থাকেনে কি ?

(ছ) তথাগত মৰণৰ পিছত নাথাকেনে কি ?

(জ) আৰু তেও বিলাক থাকেনে নাথাকে ?

এইদৰে তথাগতে প্ৰত্যেকটো প্ৰশ্নৰে উত্তৰ একেটাই দিছিল ।

পোটঠপাদ । এই বিষয়েতো মই মোৰ মত কেতিয়াও ব্যক্ত কৰা নাই ।

'তথাগতেনো এই বিলাক বিষয়ৰ ওপৰত কিয় মত ব্যক্ত কৰা নাই ।

'কাৰণ এই বিলাক প্ৰশ্নৰ উত্তৰ দিলে কাৰো কোনো লাভ নহয় । ধৰ্মৰ লগত ইয়াৰ কোনো সম্বন্ধ নাই, ইয়াৰ দ্বাৰাই মানুহৰ আচৰণ সংস্কাৰ কৰাত সহায় নকৰে ইয়াৰ দ্বাৰা কোনো বিৰাগ নবঢাই, ইয়াৰ দ্বাৰা ৰাগ দ্বেষৰ পৰা মুক্তি লাভ কৰিব নোৱাৰে । এই বিলাকৰ পৰা শান্তি নাপাই, জ্ঞান লাভ নহয় বিদ্যালাভ নহয়, প্ৰজ্ঞা লাভ নহয় আৰু ই নিৰ্বাণৰ ফালে অগ্ৰসৰ নকৰাই । এই কাৰণে মই এই বিষয় বিলাকৰ ওপৰত কোনো মত ব্যক্ত নকৰো ।

তেনে হলে তথাগতে কোন বিলাক বিষয়ৰ ওপৰতনো ব্যাখ্যা দাঙি ধৰিছে ?

মই সুধিব বিচাৰো দু খনো কি ? দু'খৰ সমুদায় (= মূল কাৰণ ) কি ? দুঃখৰ নিৰোধনো কি ? দুঃখৰ নিৰোধৰ (=অন্ত) ৰাস্তানো কি ?

আৰু তথাগতে এই বিষয় বিলাকৰ ওপৰত ব্যাখ্যা কিয় দিলে ? 'কিয়নো পোটঠপাদ । এই বিলাকৰ দ্বাৰা মানুহৰ লাভ আছে, ইয়াৰ ধৰ্মৰ লগত সম্বন্ধ আছে, ইয়াৰ দ্বাৰা মানুহৰ

আচৰণ সংস্কাৰ কৰাত সহায়ক হয় ইয়াৰ দ্বাৰা বিৰাগ বাঢে ইয়াৰ দ্বাৰা দ্বেষৰ পৰা মুক্তি পাই শান্তি পাই সংযমী হয় । বিদ্যা লাভ হয় প্ৰজ্ঞা লাভ হয় আৰু নিৰ্বাণৰ ফালে অগ্ৰসৰ কৰাই এই কাৰণে পোটঠপাদ ' মই এই বিলাকৰহে ব্যাখ্যা কৰিছো ।

এই সংবাদৰ দ্বাৰা এইটো স্পষ্ট হয় যে 'সাম্প্ৰদায়িক ধৰ্ম' আৰু 'ৰিলিজন'ৰ কাৰণে কোনোটো প্ৰশ্ন বিচাৰণীয় আৰু ধৰ্ম ৰ কাৰণে কোনটো প্ৰশ্ন বিচাৰণীয় । এই দুয়োটাৰ মাজত আকাশ পাতাল প্ৰাৰ্থক্য ।

ধৰ্মৰ উদ্দেশ্য হৈছে স শাৰখনক পুননিৰ্মাণ কৰাহে ।

## (৪) সাম্প্ৰদায়িক ধৰ্ম আৰু নৈতিকতা

সাম্প্ৰদায়িক ধৰ্ম বা ৰিলিজনৰ মাজত নৈতিকতাৰ স্থান কি ? প্ৰকৃত কথা হৈছে যে নৈতিকতাৰ দৃষ্টিত সাম্প্ৰদায়িক ধৰ্ম বা 'ৰিলিজন'ৰ মাজত কোনো স্থানেই নাই । 'সাম্প্ৰদায়িক ধৰ্ম' আৰু 'ৰিলিজন'ৰ অন্তৰ্গত আহে— 'ঈশ্বৰ 'আত্মা প্ৰাৰ্থনা পূজা কৰ্ম কাণ্ড 'ৰীতি—নীতি 'যজ্ঞ বলি কৰ্ম' । নৈতিকতাৰ সম্বন্ধ তাতেই আহে য'ত এজন মানুহৰ সম্বন্ধ আনৰ দ্বাৰা আৰম্ভ হয় । সাম্প্ৰদায়িক ধৰ্ম বা 'ৰিলিজন'ৰ মাজত নৈতিকতা' বাহিৰৰ পৰা অহা বতাহৰ দৰে খুন্দা মাত্ৰ এই ব্যৱস্থা যাতে শান্তি স্থাপনত উপযোগী সিদ্ধ হয় । 'সাম্প্ৰদাযিক ধৰ্ম বা 'ৰিলিজন হৈছে ত্ৰিকোন ব্যৱস্থা । নিজৰ প্ৰতিবেশীৰ লগত ভাল ব্যৱহাৰ কৰা কাৰণে তোমালোক দুয়ো একেজন পিতা পৰমাত্মাৰ পুত্ৰ হোৱা । এয়েই 'সাম্প্ৰদায়িক ধৰ্ম' বা 'ৰিলিজন'ৰ তৰ্ক । প্ৰত্যেক 'সাম্প্ৰদায়িক ধৰ্মই বা 'ৰিলিজনে নৈতিকতাৰ উপদেশ দিয়ে কিন্তু নৈতিকতা 'সাম্প্ৰদায়িক ধৰ্ম বা 'ৰিলিজন'ৰ মূলাধাৰ নহয় । ই এখন সেই ৰেলৰ ডবাটোৰ দৰে যাকনে কি এনেয়ে জোৰা লগাই দিয়া যায় । যথা সময়ত জোৰা লগাই দিয়া যায় আৰু পৃথকো কৰি দিয়া যায় । এই কাৰণে 'সাম্প্ৰদায়িক ধৰ্ম'ক 'ৰিলিজন'ৰ ক্ৰিয়া পৰিপাটিৰ মাজত নৈতিকতাৰ স্থান হৈছে আকস্মিক আৰু কেতিয়াবা কেতিয়াবা তাৰো প্ৰয়োজন হয় । এই কাৰণে 'সাম্প্ৰদায়িক ধৰ্ম' বা 'ৰিলিজন'ৰ মাজত নৈতিকতাৰ ভাবোৎপাদকতা নাই ।

## ৫ ধৰ্ম আৰু নৈতিকতা

ধৰ্মত নৈতিকতাৰ স্থান কি ? পোনপটীয়া সৰল উত্তৰ হৈছে নৈতিকতাই হৈছে ধৰ্ম আৰু ধৰ্মই হৈছে নৈতিকতা । আন শব্দত যদিও ধৰ্মত ঈশ্বৰৰ কাৰণে কতো স্থান নাই তথাপি ধৰ্মত নৈতিকতাই সেই স্থান লাভ কৰে যি আকৌ 'সাম্প্ৰদায়িক ধৰ্ম বা 'ৰিলিজনত ঈশ্বৰৰ স্থান । ধৰ্মত প্ৰাৰ্থনাৰ কাৰণে তীৰ্থ যাত্ৰাৰ কাৰণে, কৰ্ম কাণ্ডৰ কাৰণে ৰীতি নীতিৰ কাৰণে তথা বলি বিধানৰ কৰ্মৰ কাৰণে কোনো স্থান নাই । নৈতিকতাই হৈছে ধৰ্মৰ সাৰ নৈতিকতা নাথাকিলে ধৰ্মও নাথাকে । ধৰ্মত নৈতিকতাৰ মূল স্ৰোত হৈছে মানুহে মানুহৰ প্ৰতি ৰখা মৈত্ৰী ভাৱ । ইয়াত ঈশ্বৰে মঞ্জুৰী দিয়াৰ আৱশ্যকতা নাই । ঈশ্বৰক প্ৰশস্ন কৰিবৰ কাৰণে মানুহ নৈতিক হোৱাৰ দৰ্কাৰ নাই । নিজৰ ভালৰ কাৰণেহে মানুহে মানুহৰ প্ৰতি মৈত্ৰী ৰাখিব লাগে ।

## ৬ কেৱল সদাচাৰেই যথেষ্ট নহয় , ই পবিত্ৰ আৰু ব্যাপক হোৱা উচিত

কোনো এটা বস্তু বা কোনো কথা কেতিয়া পবিত্ৰ হ'ব? প্ৰত্যেক মানব সমাজত - লাগিলে আদিম অৱস্থাতেই হওক লাগিলে উন্নত অৱস্থাতেই হওঁক কোনো ব স্তুক বিশ্বাসৰ ওপৰতলৈ 'পবিত্ৰ' বুলি ধৰা নাযায় । যেতিয়া কোনো বস্তু বা বিশ্বাসে 'পবিত্ৰতাৰ সীমাৰ ভিতৰত প্ৰবেশ কৰে তেতিয়া তাৰ অৰ্থ হৈছে যে তাৰ প্ৰতি কোনো বিৰুদ্ধ আচৰণ কৰা নাযায় । উচিত মাত্ৰাত তাক স্পৰ্শই কৰা নাযায় । এনে কৰাটো সৰ্বথাই নিষিদ্ধ । ইয়াত কৈ কোনো ভিন্ন বস্তু বা কথাকে পবিত্ৰ বুলি মানি লোৱা নাযায় , তাৰ বিৰুদ্ধ আচৰণহে কৰা যায়, অথাৎ মানুহে বিনা সংকোচে অথবা আত্ম প্ৰতাড়নাৰ দ্বাৰাই সেই বিষয়ত যেনেদৰে বিচাৰে তেনেদৰে কৰিব পাৰে । পবিত্ৰতাৰ অৰ্থ হৈছে 'ধাৰ্মিকতা এই ধৰণৰ বস্তু বা কথাৰ বিৰুদ্ধে যোৱাৰ অৰ্থ হৈছে সাম্প্ৰদায়িক ধৰ্মৰ মৰ্য্যাদাক উলংঘন কৰা । কোনো এটা বস্তু ক কিয় 'পবিত্ৰ' বুলি ধৰা যায় ? নিজ প্ৰশ্নক এই বিষয়ৰ ভিতৰত ৰাখিবৰ কাৰণে সুধিব পাৰি যে নৈতিকতা পবিত্ৰ' বুলি কিয় ভবা যায় ? নৈতিকতাৰ পবিত্ৰতাক বজাই ৰাখিবৰ কাৰণে তিনিটা কথাৰ ওপৰত নিৰ্ভৰ কৰা যায়। প্ৰথম কথা হৈছে যি শ্ৰেষ্ঠ, সামাজিক হিতৰ দৃষ্টিৰে মহত্ব পূৰ্ণ তাক সুৰক্ষিত কৰি ৰাখিব । এই প্ৰশ্নৰ পৃষ্ঠ ভূমিৰ সম্বন্ধ সেই কথাৰ লগত জড়িত যাক আমি 'জীৱন সংঘৰ' বুলি কও য'ত যোগ্যজন জীৱিত থকাৰ কথা কৈছে । এই প্ৰশ্ন 'বিকাশ বাদৰ সিদ্ধান্তৰ লগত সম্বন্ধিত । প্ৰতেকেই জানে যে মানব সমাজত যি বিকাশ হৈছে সেইয়া জীৱন সংঘৰ্ষৰ কাৰণেহে হৈছে, কাৰণ আৰম্ভণি যুগত ভোজন-সামগ্ৰী বৰ সীমিত মাত্ৰাতহে পো ৱা গৈছিল । ভয়ানক সংৰ্ঘষ হৈছিল । প্ৰকৃতিৰ ককাল আৰু দাত তেজোময় হৈ গৈছিল । এই 'জীৱন-সংঘৰ্ষত যি ৰক্ত ৰঞ্জিত হৈছিল তাৰ ভিতৰত যোগ্যতম খিনিহে বাচি থাকিল । সমাজৰ মূল অৱস্থা এনেদৰেই বৰ্ত্তি থাকে । বহুত প্ৰাচীন কালত এই প্ৰশ্ন কৰিছিল যে যোগ্যতম জনেই (= আটাইতকৈ অধিক শক্তি সম্পন্ন) শ্ৰেষ্ঠ বুলি ভাবিব লাগিবনে কি ? দুৰ্বল জনকো যদি সুৰক্ষা দি বচাই ৰখা যায় তেনে সিয়ো পিচত গৈ সমাজৰ হিত চিন্তক নহবনে কি ? এনে অনুমান হয় যে সেই সময়ৰ যি স্থিতি আছিল সেই সময়ত তেও নিশ্চয় কোনো স্বীকাৰত্মক উত্তৰ অৱশ্যে দিছিল সম্ভৱ ? প্ৰশ্ন উঠে যে দুৰ্বলী বিলাকৰ সংৰক্ষণৰ উপাই কি ? যি যোগ্যতম (= আটাইতকৈ অধিক শক্তিশালী) বুলি ভবা হয় । তেওঁৰ ওপৰত কিছু প্ৰতিবন্ধক থকাৰ বাবে কাম চলোৱাৰ অৱস্থা নাছিল । এনে স্থিতিত নৈতিকতাৰ মূল আৰু আবশ্যকতা লুকাই থাকে । এই নৈতিকতাৰ কাৰণে পবিত্ৰ হোৱাতো আৱশ্যক কাৰণ প্ৰথম প্ৰথম এই পাব বন্দী (= প্ৰতিবন্ধক) যোগ্যতম (সৰ্বাধিক শক্তিশালী) ব্যক্তিৰ ওপৰতহে লগোৱা হৈছিল । ইয়াৰ বাবে পৰিণাম গভীৰ হ'ব লগাত পৰিছিল । প্ৰথম প্ৰশ্ন ইয়াতেই উৎপন্ন হৈছে যে নৈতিকতাই যেতিয়া সামাজিক ৰূপে গ্ৰহণ কৰি লয় তেতিয়াতো ই অসামাজিক (= সামাজিক হিতৰ বিৰোধী ) হৈ নাযায় ?

চোৰৰ গাতো যে 'নৈতিকতা নাই এনে নহয় । বেপাৰী সকলৰ গাতো নৈতিকতা আছে । এটা জাতিৰ নৈতিকতা থাকেই আৰু ডকাইতৰ দলৰ মাজতো নৈতিকতা থাকে । কিন্তু এই নৈতিকতা প্ৰাৰ্থক্যৰ ভাৱনা লৈহে থাকে এই নৈতিকতাত আনক বহিস্কাৰ কৰাৰ ভাৱ

নিহিত হৈ থাকে । এই নৈতিকতা দল বিশেষৰ স্বাৰ্থ সংৰক্ষণৰ কাৰণেহে । গতিকে এই নৈতিকতা সমাজৰ হিত বিৰোধী । এই প্ৰকাৰৰ নৈতিকতাৰ পাৰ্থক্য নিজ-ভাৱনাতে সীমিত হৈ থাকে যাৰ দ্বাৰাই ইয়াৰ সমাজে হিত বিৰোধিনী প্ৰবৃত্তিক ক্ৰিয়াশীল হোৱাৰ সুবিধা প্ৰদান কৰে । এই কথা সেই সময়ত প্ৰযোজ্য হয় যেতিয়া কোনো এটা দলে নিজ স্বাৰ্থ ৰক্ষা কৰিবৰ কাৰণে নৈতিকতাৰ আশ্ৰয় লয । সমাজৰ এই দল বন্দীৰ প্ৰভাব বহু দূৰলৈ বিয়পাইছে । যদিহে সমাজত এই ধৰণৰ অ সামাজিক দল গঠন হৈয়ে থাকে তেনে সমাজ সদায় অ সংগঠিত হৈয়ে থাকিব । আৰু সমাজ টুকুৰা টুকুৰ হৈ যাব । এই অ সংগঠিত আৰু খণ্ড খণ্ড সমাজৰ আটাইতকৈ ডাঙৰ সমস্যা এয়ে যে ই বিভিন্ন ধৰণৰ জীৱন লেখ আৰু আৰ্দশৰ জন্ম দিয়ে ।

যেতিয়ালৈকে মানুহৰ মাজত জীৱণৰ মানদণ্ড সমান নহয় আৰু যেতিয়ালৈকে মানুহৰ মাজত জীৱন আৰ্দশ সমান নহব তেতিয়ালৈকে সমাজে পৰস্পৰ মিলি জুলি থকাৰ সমাজ গঢ়ি তুলিব নোৱাৰিব । যেতিয়া জীৱনৰ এনে মানদণ্ড থাকিব আৰু এনে জীৱন আৰ্দশ থাকিব তেতিয়া ব্যক্তিৰ কাৰণে মনৰ অ বিৰোধী ভাব গঢ়ি তোলাতো অসম্ভৱ । বুদ্ধিপূৰ্বক বিচাৰ কৰিলে কোনো জনসংখ্যা আদিৰ দৃষ্টিৰে যাৰ যিমান অধিকাৰ হোৱা দৰ্কাৰ সি নহৈ যদি কোনো সমাজৰ কোনো এটা ফালৰ কোনো অনিশ্চিত প্ৰধানতা হৈয়ে থাকে তেনে ইয়াৰ আৱশ্যম্ভাৱী পৰিণাম স্বৰূপে পৰস্পৰৰ মাজত কাজিয়াৰ সৃষ্টি হৈ থাকিব । এই কাজিয়া নিৰ্মূল কৰাৰ উপায় হৈছে সকলোৰে কাৰণে নৈতিকতাৰ দৰে নিয়ম সকলোৱেই পবিত্ৰ বুলি জ্ঞান কৰক । ইয়াত এটা তৃতীয় কাৰণো সন্নিবিষ্ট হৈ আছে যাৰ কাৰণে নৈতিকতাক পবিত্ৰ বুলি ভাবিব লাগিব আৰু ই সৰ্বমান্য হ'ব লাগিব ব্যক্তিৰ উন্নতিৰ সংৰক্ষণৰ হিতৰ কাৰণে । য'ত জীৱন সংৰ্ঘৰ আছে, অথবা য'ত বৰ্গ বিশেষৰ শাসন আছে । তাত হ'লে ব্যক্তিৰ কল্যাণ সুৰক্ষিত নহয় । দল বিৰোধী ব্যক্তিক চিত্তৰ সেই অবিৰোধী ভাব প্ৰাপ্ত কৰিবলৈ নিদিয়ে যিনেকি তেতিয়াহে সম্ভৱ যেতিয়া সমাজত সমান 'জীৱন যাপন' হ'ব আৰু সমান জীৱন আৰ্দশ থাকিব । ব্যক্তিৰ বিচাৰ নাইকিয়া হৈ যাব আৰু ই একতা দেখিবলৈ নাপাব । আনহাতে দলবন্দীত পক্ষপাত থাকেই আৰু ন্যায়ৰ আশা নাথাকে । দলবন্দীৰ লগত বৰ্ণ জড়িত হৈ থাকে । মালিক সদায় মালিক হৈয়ে থাকে গোলাম সদায় গোলাম হৈয়ে থাকে । মজদুৰ সদায় মজদুৰ হৈয়ে থাকে । বিশিষ্ট অধিকাৰী সদায় বিশিষ্ট অধিকাৰী হৈয়ে থাকে ।

ইয়াৰ অৰ্থ হৈছে কোনোলোকৰ কাৰণে স্বতন্ত্ৰতা হব পাৰে কিন্তু এইটো সকলোৰে কাৰণে নহয় । ইয়াৰ অভিপ্ৰায় হৈছে চন্দলোকৰ কাৰণে সমানতা হব পাৰে কিন্তু অধিকাংশৰ কাৰণে হ'ব নোৱাৰে । ইয়াৰ চিকিৎসা কি ? চিকিৎসা হৈছে এটাই সেইয়া হৈছে ভাতৃত্ব বোধক সৰ্বমান্য আৰু প্ৰভাৱশালী কৰি তুলিব লাগে । ভ্ৰাতৃ ভাবনো কি ? মানুহে প্ৰত্যেক মানুহক নিজৰ ককাই ভাই বুলি বুজিব লাগে - এয়েই হৈছে নৈতিকতা । এই কাৰণে ভগৱান বুদ্ধই কৈছে যে ধৰ্মই হৈছে নৈতিকতা আৰু যি দৰে ধৰ্ম পবিত্ৰ , ঠিক সেইদৰে নৈতিকতাও হৈছে পবিত্ৰ ।

১ পাটিক সুত্ত (দীঘ নিকায় ২৪ খণ্ড সুতন্ত)।
২ পোটঠপাদ সুতন্ত (দীঘ নিকায় ১.৯)।

# দ্বিতীয় ভাগ

## কেনেদৰে শাব্দিক সমানতাই তাত্বিক ভেদক লুকাই ৰাখে

## পুন জৰ্ম্ম

### ১ প্ৰস্তাৱনা

এই প্ৰশ্ন প্ৰায় সোধা যায় যে মৃত্যুৰ পিচত কি হয় ? বুদ্ধ দেৱৰ সমসাময়িক আচাৰ্য্য সকলৰ মাজত এই লৈ দুটা মত আছিল । এক শ্ৰেণী 'আত্ম বাদী বা 'শাশ্বতবাদী বুলি কোৱা হৈছিল দ্বিতীয় শ্ৰেণীক কোৱা হৈছিল উচ্ছেদবাদী ।

যি 'শাশ্বতবাদী' তেওঁ বিলাকৰ মতে 'আত্মা'ৰ মৰণ নহয় এই কাৰণে জীৱন শাশ্বত। পুনজৰ্ম্মৰ দ্বাৰা ইয়াৰ নবীকৰণ কৰা হৈ থাকে ।

উচ্ছেদবাদীৰ মতে প্ৰতেকটো বস্তুৰ বিনাশ আছে মৃত্যুৰ পিচত একো বাকী নাথাকে । ভগবান বুদ্ধ 'শাশ্বতবাদী নাছিল তেও পৃথক নিত্য 'আত্মা'ত বিশ্বাস কৰা যাৰ তেও বিৰোধী আছিল । তেনে তথাগত উচ্ছেদবাদী আছিল নে কি ? তেওঁ যেতিয়া 'আত্মা'ৰ অস্তিত্বক স্বীকাৰ নকৰিছিল স্বাভাবিক অবস্থাত তেওক উচ্ছেদবাদী বুলি ভবাৰ প্ৰবৃত্তি হ'ব পাৰে। কিন্তু অলগদ্দুপমসুত্ত ১ত ভগবান বুদ্ধই আপত্তি
কৰিছে যে তেওঁ 'উচ্ছেদবাদী নহয় বুলি বুজা যায় । তেওঁ কৈছে 'যদিও মই এই মতক স্থাপন কৰিছো ইয়াৰ ওপৰত দেশনা কৰিছো এইদৰে কিছুমান শ্ৰমণ উচ্ছেদবাদী ব্ৰাহ্মণে ভুলতে মোৰ ওপৰত মিছা বদনাম আৰোপ কৰিছে যি নেকি বাস্তবিকতে বিৰুদ্ধ কথাৰে মই উচ্ছেদবাদৰ দেশনা কৰিছো বুলি ক'ব বিচাৰে যে মই মানুহ বিলাকক খণ্ড বিখণ্ড কৰিছো বুলি নাশ কৰিছো বুলি সম্পূৰ্ণ ৰূপে নাশ কৰিছো বুলি ।

এইয়া যি মোৰ মত বুলি ভাবে আচলতে সেইয়া মোৰ মত নহয় যি মতক মই সমৰ্থন নকৰো যাক ভুল বশতঃ মিছাকৈ ভাল মানুহৰ দ্বাৰা মোৰ বিৰুদ্ধে লগাইছে আৰু মোক উচ্ছেদবাদী বুলি মোৰ ওপৰত দোষ জাপি দিছে ।" যদি এই কথাই বাস্তব হয় আৰু এনে বিলাক মানুহৰ দ্বাৰা বৌদ্ধ ধৰ্মক ব্ৰাহ্মণী ৰঙ্গত ৰঙীণ কৰি দিব বিচাৰিছে, যি সত্য নহয় তেনে এনে কথনৰ দ্বাৰা মনত এটা গভীৰ সমস্যা উৎপন্ন কৰি দিছে । এইটো কেনেকৈ সম্ভৱ হ'ব পাৰে যে ভগবান বুদ্ধই 'আত্মা'কো নামানে আৰু তাৰ উপৰি তেওঁ কব বিচাৰে যে মই সম্পূৰ্ণ উচ্ছেদবাদী নহওঁ বুলি ? ইয়াৰ দ্বাৰাই এই প্ৰশ্ন উঠিব পাৰে যে ভগবান বুদ্ধই কি পুন জৰ্ম্ম মানিছিলনে ?

## (২) পুন জৰ্ম্ম কি (বস্তুৰ) ?
## ভগৱান বুদ্ধই কি পুনজৰ্ম্ম মানিছিলনে ?
## "হয়" বুলি উত্তৰ আছিল ।

এই প্ৰশ্নক দুটা ভাগত ভগাব পাৰি (১) কি বস্তুৰ জন্ম হয় ? আৰু )কোন ব্যক্তিৰ জন্ম হয় ?

উত্তম হ'বযে এই দুয়োটা প্ৰশ্নকে এক এক কৰি লোৱা হওক । পুনজৰ্ম্ম কোন বস্তুৰ হ য় ? প্ৰথমতে আমি প্ৰথম প্ৰশ্নটোকে লওঁহক । সদায় এই প্ৰশ্নটোকে উপেক্ষা কৰা যায় । এই দুয়োটা প্ৰশ্নকে এক কৰি দিয়াৰহে পৰিণাম যে পুনজৰ্ম্মৰ কথাক লৈ ইমান খেলিমেলি । ভগৱান বুদ্ধৰ অনুসৰি চাৰিটা ভৌতিক পৰ্দাথ আছে, চাৰিটা মহাভূত আছে যাৰ দ্বাৰা এই শৰীৰ নিৰ্মাণ হৈছে – (১) পৃথিৱী (২) জল (৩) অগ্নি (৪) বায়ু ।

প্ৰশ্ন উঠে যে যেতিয়া শৰীৰৰ মৰণ হয় তেতিয়া এই চাৰিটা মহাভূ তৰ কি হয় ? এই বিলাক কি শৰীৰৰ লগতে মৰি যায়নে কি ? কিছু লোকৰ বক্তব্য হৈছে যে এই বিলাকো মৰি যায় । ভগৱান বুদ্ধই কৈছে যে 'নাই । আকাশত যি বিলাক ভৌতিক পৰ্দাথ সামুহিক ৰূপে বিদ্যমান হৈ আছে, সেই বিলাক মিলি যায় । এই বিদ্যমান (=সাতুৰি থকা) ৰাশি সমূহৰ পৰা যেতিয়া এই চাৰি মহাভূতৰ পুনৰ মিলন হয় তেতিয়াই পুনজৰ্ম্ম হয় ।

ভগৱান বুদ্ধৰ পুনজৰ্ম্মৰ লগত এয়েই অভিপ্ৰায আছিল । এনে বিলাক ভৌতিক পদাৰ্থৰ কাৰণে এইটো আৱশ্যক নহয় যে সেই বিলাক সেই শৰীৰৰ নিমিত্তহে যাৰ মৰণ হৈ গৈছে সেই বিলাক নানা মৃত শৰীৰৰ নিমিত্তে ভৌতিক অংশ হব পাৰে । ভগৱান বুদ্ধই এনে ধৰণৰ পুনজৰ্ম্মকে মানিছিল । সাৰিপুত্ৰই মহাকোটিঠতৰ লগত যি কথা বাৰ্ত্তা কৰিছিল তাত এই বিষয়ৰ ওপৰত বহুত প্ৰকাশ পাইছিল । লিখিছে যে এসময়ত যেতিযা ভগৱান বুদ্ধই শ্ৰাবস্তীৰ অনাথ পিণ্ডকৰ জেতবনাৰামলৈ গৈছিল তেতিয়া ম হা কোটিঠৰ ধ্যান কৰি উঠি সাৰিপুত্ৰৰ ওচৰলৈ গ'ল আৰু তেওৰ ওচৰত এনে ধৰণৰ কিছুমান প্ৰশ্নৰ উত্তৰ স্পষ্ট কৰি দিবৰ কাৰণে প্ৰাৰ্থনা কৰিলে যি বিলাকে তেওঁৰ মনত খেলি মেলি লগাই আছিল । এই বিলাক প্ৰশ্নৰ ভিতৰত এটা প্ৰশ্ন আছিল এনেধৰণৰ প্ৰথম ধ্যান প্ৰাপ্তি হোৱাৰ পিচত কিমান সংযোযনৰ প্ৰ হান হয় আৰু প্ৰথম ধ্যানত কোন কোন বিলাক অ,গ বাকী থাকে ? সাৰি পুত্ৰৰ উত্তৰ আছিল দুয়োটাৰে পাচঁটা পাচঁটা । কামছন্দ ব্যাপাদ থীনমিদ্ধ (=আলস্য) উদ্ধচ্চ কৌ,কৃয় তথা অনিশ্চয়তাৰ প্ৰহান থাকি যায় । বিৰ্তক বিচাৰ প্ৰীতি সুখ তথা একাগ্ৰতা বাকী থাকে ।

মহাকোটিঠত – 'চক্ষু শ্ৰোত্ৰ ঘ্ৰাণ জিহ্বা আৰু স্পৰ্শ – এই পাচোঁটা ইন্দ্ৰিয়ক লোৱা হওক । প্ৰত্যেকৰে বিষয় পৃথক ক্ষেত্ৰ পৃথক প্ৰত্যেকেই এটাৰ পৰা আনটো ইন্দ্ৰিয়ৰ লগত পৃথক পৃথক আৰু স্পষ্টৰূপে পৃথক । এই বিলাকৰ অন্তিম আধাৰণো কি ? কোনেনো এই পাচোঁটা ইন্দ্ৰিয়ৰ বিষয় সমূহ আৰু ক্ষেত্ৰ সমূহৰ উপভোগ কৰে ?

সাৰিপুত্ৰ – 'মন

মহাকোটিঠত – " এই পাচোঁটা ইন্দ্ৰিয় কিৰ ওপৰত নিৰ্ভৰ কৰে ? '

সাৰিপুত্ৰ – " চেতনাৰ (= জীৱিত ইন্দ্ৰিয় ) ওপৰত ।

মহাকোটিঠত – ' চেতনাই কিহৰ ওপৰত নিৰ্ভৰ কৰে ?"

সাৰিপুত্ৰ – " উষ্ণতাৰ ওপৰত ।"

মহাকোটিঠত – "উষ্ণতাই কিহৰ ওপৰত নিৰ্ভৰ কৰে ?"

সাৰিপুত্ৰ – চেতনাৰ ওপৰত '

মহাকোটিঠত – "আপুনি কয়যে চেতনা উষ্ণতাৰ ওপৰত নিৰ্ভৰ কৰে আৰু উষ্ণতা চেতনাৰ ওপৰত নিৰ্ভৰ কৰে । তেনে ইয়াৰ উত্তৰ কি অৰ্থতনো বুজা যায় ?"

সাৰিপুত্ৰ – " এটা উদাহৰণৰ দ্বাৰা বুজাও । যেনেকৈ প্ৰদীপৰ প্ৰকাশে প্ৰদীপৰ জুইৰ শিখা উৎপন্ন কৰে আৰু প্ৰদীপৰ জুইৰে প্ৰদীপৰ প্ৰকাশ উৎপন্ন কৰে ঠিক সেইদৰে চেতনাই উষ্ণতাৰ ওপৰত নিৰ্ভৰ কৰে আৰু উষ্ণতাই চেতনাৰ ওপৰত নিৰ্ভৰ কৰে ।'

মহাকোটিঠত – এনে কোন বিলাক বস্তু যাৰ পৰা মুক্ত হৈ শৰীৰ মৰা বুলি জানি শুকান কাঠৰ দৰে তাক দলিয়াই পেলোৱা যায় ?"

সাৰিপুত্ৰ - 'জীৱিত ইন্দ্ৰিয় উষ্ণতা আৰু বিজ্ঞান ।'

মহাকোটিঠত – 'মৃত দেহত আৰু সেই ধ্যানযোগী ভিক্ষুৰ গাত যি সংজ্ঞা আৰু বেদনাই নিৰোধ কৰিছে, তাৰ প্ৰাৰ্থক্য কি ?

সাৰিপুত্ৰ – 'মৃত দেহত শৰীৰ বাণী আৰু মনৰ ক্ৰিয়া কেৱল শান্ত হৈ নাযায় কিন্তু চেতনা (=জীৱিত ইন্দ্ৰিয)ও নাথাকে উষ্ণতাও নাথাকে তথা ইন্দ্ৰিয় সমূহৰো মূলোচ্ছেদ হৈ যায় যেতিয়ানেকি ধ্যানী ভিক্ষুৰ চেতনা অক্ষয় অৱস্থাত থাকে আৰু উষ্ণতাও থাকে আৰু ইন্দ্ৰিয় সমূহো সক্ৰিয় হৈ থাকে অবশ্যে শ্বাস প্ৰশ্বাস বন্ধ হৈ যায় ইন্দ্ৰিয় সমূহৰ বিৰ্তক বিচাৰ সংজ্ঞা আদি ক্ৰিয়া সমূহ শান্তহৈ যায়।

সম্ভৱতং ই মৃত্যু বা উচ্ছেদৰ সৰ্বাধিক শ্ৰেষ্ঠ বাখ্যা ।এই সংবাদত কেৱল এটা কডীযেই কম । মহাকোটিঠয়ে বিছাৰিছিল যে তেওঁৰ চাৰিজন পুত্ৰৰ দ্বাৰা এইটোও সোধে যে উষ্ণতা মানেনো কি ?

সাৰিপুত্ৰই কি উত্তৰ দিলেহেতেন ইয়াৰ কল্পনা নহয় কিন্তু ইয়াতো কোনো সন্দেহ নাই যে 'উষ্ণতা'ৰ অৰ্থ হৈছে 'শক্তি' ।

ইয়াৰ উত্তৰটো যদি অলপ অধিক স্পষ্ট কৰি দিয়া যায় তেনে এই প্ৰশ্নৰ উত্তৰ হ'ব শৰীৰৰ উৎপন্ন শক্তি বন্ধহৈ যাব । কিন্তু ইয়াৰ উত্তৰ কেৱল মাত্ৰ এটা অংশহে । কিন্তু মৃত্যুৰ অভিপ্ৰায হৈছে যে শৰীৰৰ পৰা যি শক্তি ওলাই গৈছে সি সেই শক্তি সমূহৰ লগত লগহৈ একহৈ গ'ল যি বিশ্বত সঞ্চালন হৈ আছে ।এই কাৰণে মৃত্যুৰ দুটা অৰ্থ হয় । ইয়াৰ অৰ্থ হৈছে একালে নতুন শক্তি উৎপন্ন বন্ধহোৱা । আনফালে ইয়াৰ অৰ্থ হৈছে যে বিশ্বত যি শক্তি পুঞ্জ সঞ্চয় হৈ আছে, তাত বৃদ্ধি হোৱা ।

সম্ভৱতঃ মৃত্যুৰ এই দুটা পক্ষৰ কাৰণে ভগৱান বুদ্ধই কলে যে তেওঁ বিলাক 'উচ্ছেদবাদী

নাছিল । যিমানদূৰ আত্মাৰ কথা আহে তোতয়া তেও বিলাক উচ্ছেদবাদী । কিন্তু য'ত (নাম-) ৰূপৰ কথা আহে তেতিয়া তেও বিলাক উচ্ছেদবাদী নহয় ।

এই ব্যাখ্যা স্বীকাৰ কৰি ল'লে ইয়াক বুজাটো টান নহয় যে ভগবান বুদ্ধই এনেদৰে কিয় ক'লে যে তেও উচ্ছেদবাদী নহয় । তেও বিলাকে (নাম-) ৰূপৰ পুনৰ উৎপত্তিত বিশ্বাস ৰাখিছিল যে 'আত্মা'ৰ পুনজৰ্ম্ম নহয় ।

এইদৰে ব্যাখ্যা হলেও ভগবান বুদ্ধৰ মত বৰ্ত্তমান বিজ্ঞানৰ সৰ্বথা অনুকুল । কেৱল এনে অৰ্থত ক'ব পাৰি যে ভগবান বুদ্ধই পুনজৰ্ম্মক বিশ্বাস কৰিছিল । শক্তি কেতিয়াও 'শূণ্য'ত পৰিণত নহয় । বিজ্ঞানত ইয়াৰ পক্কা সিদ্ধান্ত আছে । যদি 'মৃত্যু'ৰ এই অৰ্থ কৰা যায় যে মৃত্যুৰ পিচত একো নাথাকে, তেনেহ'লে এই কথা বিজ্ঞানৰ বিৰোধী হ'ব । কিয়নো ইয়াৰ অৰ্থ হ'ব যে সামূহিক ৰূপে শক্তিৰ সত্যতা নাই । এইটোৱেই এটা বিধান যাৰ দ্বাৰা পুনজৰ্ম্ম সম্বন্ধে সমস্যাৰ অন্ত হ'ব পাৰে ।

(৩) পুনজৰ্ম্ম কোন (ব্যক্তিৰ)?

আটাইতকৈ কঠিন প্ৰশ্ন হৈছে পুনজৰ্ম্ম কোন (ব্যক্তিৰ)? সেই মৰা মানুহজনে কি আকৌ নতুন জন্ম গ্ৰহন কৰেনে ? ভগবান বুদ্ধই এই সিদ্ধান্তক মানিছিলনে ? উত্তৰ হৈছে — একেবাৰে কম সম্ভাৱনা। যদি মৃত মানুহজনৰ দেহৰ সকলো ভৌতিক অংশই পুনৰ নতুন ৰূপত একেই আকৌ এটা নতুন শৰীৰ নিৰ্মান কৰিব পাৰে তেতিয়াহ'লে এইটো মানি লব লাগিব যে সম্ভব সেই মানুহে পুনৰ নতুন জন্ম লৈছে । যদি ভিন্ন ভিন্ন মৃত শৰীৰৰ অংশ সমূহ একহৈ নতুন শৰীৰ এটা গঠন হয় তেনে ই পুনজৰ্ম্মতো হ'ল কিন্তু ই সেই মানুহৰ পুনজৰ্ম্ম নহল।

ভিক্ষুণী খেমাই ৰজা প্ৰসেনজিতক এই কথা ভালদৰে বুজাই দিছিল । এবাৰ তথাগত শ্ৰাবস্তীৰ ওচৰৰ অনাথপিণ্ডকৰ জেতবনাৰাম বিহাৰত আছিল । সেই সময়ত কোশল জন সমুদ্ৰৰ মাজত বিচৰণ কৰি থাকোতে ভিক্ষুণী খেমাই শ্ৰাৱস্তী আৰু সাকেতৰ মাজত তোৰণ বৃৎথু নামক স্থানত আছিল । সেই সময়ত কোশল ৰজা প্ৰসেনজিতে সাকেতৰ পৰা শ্ৰাৱস্তীলৈ আহি আছিল । সাকেত আৰু শ্ৰাৱস্তীৰ ৰাস্তাত তেও এটা ৰাতিৰ কাৰণে তোৰণ ব্যথুত ৰৈছিল।

কোশল ৰজা প্ৰসেনজিতে এজন মানুহক মাতি আনি সুধিলে হেৰা ভাল মানুহ জন । কোনো এজন শ্ৰমণ ব্ৰাহ্মণক বিচাৰি উলিউৱা যাৰ লগত আজি আমি সঙ্গ কৰিব পাৰো । তেতিয়া সেই মানুহজনে খেমাক দেখিলে তেও তোৰণ বৃথৎথ আছিল । তেওক দেখি তেও কোশল ৰজা প্ৰসেনজিতৰ ওচৰলৈ গ'ল আৰু ক'লে — 'মহাৰাজ । তোৰণ ব্যথুৎত এনে কোনো শ্ৰমণ ব্ৰাহ্মণ নাই যাৰ লগত আপুনি সংগতি কৰিব বিচাৰিছে । কিন্তু মহাৰাজ । ভিক্ষুণী খেমা নামৰ তথাগতৰ এজনী শিষ্যা আছে । তেওৰ খ্যাতি শুনিবলৈ পোৱা হৈছে যে তেও অৰ্হত যোগ্য পণ্ডিত আৰু কথা বাৰ্ত্তাত নিপুন আৰু প্ৰত্যুৎপন্নমতি । মহাৰাজ । আজি আপুনি তেওৰ লগতে সংগতি কৰিব পাৰে । তেতিয়া কোশল ৰজা প্ৰসেনজিত ভিক্ষুণী খেমাৰ ওচৰলৈ গ'ল । তেওঁৰ ওচৰলৈ গৈ নমস্কাৰ জনালে আৰু এফালে বহিল । বহি তেও ভিক্ষু

খেমাৰ প্ৰতি ক'লে —

' আপুনি এই বিষয়ে কি ক'ব বিচাৰে ? তথাগত মৃত্যুৰ পিচত থাকেনে ?"

মহাৰাজ ! এই কথাও তথাগতৰ দ্বাৰা গোপনীয় ।"

"তেনে এইটো কেনে ধৰণৰ কথা যে যেতিয়া মই সোধো যে তথাগত মৃত্যুৰ পিচত থাকেনে ? এই কথাও গোপনীয় বুলি কয় । আপুনি অনুগ্ৰহ কৰি কওঁকচোন কি কাৰণেনো তথাগতে গোপন কৰিছে ।

মহাৰাজ ! আপোনাক মই এটা প্ৰশ্ন সুধিব বিচাৰো তাৰ উত্তৰ আপুনি যেনেদৰে ভাল পাই দিব । আপোনাৰ লগত কোনোবা গণক আছেনে কি ? হিচাপ কৰিব পৰা কোনো লোক আছেনে কি ? যি নেকি ক'ব পাৰিব যে গঙ্গা নদীত ইমান শ ইমান হাজাৰ বা ইমান লাখ বালিৰ কণ আছে বুলি ? '

"নাই" । ' তেনে কোনো গণক আছেনে , যি হিচাপ কৰি ক'ব পাৰে যে সমুদ্ৰত ইমান পানী আছে, ইমাণ শ (গেলন) পানী আছে, বা ইমান লাখ (গেলন) পানী আছে বুলি ?'

'নাই ।'

' তেনেহলে কিয় এনে ?" সমুদ্ৰ হৈছে অসীম বহুত দ ইয়াৰ তলিলৈকে যাব পৰা নাযায় ।

এইদৰে মহাৰাজ ! যদি কোনোৱে তথাগতৰ ৰূপত তথাগতক জুখিব বিচাৰে তেতিয়া তথাগতৰ সেইৰূপ পৰিত্যক্ত হয়, জড়মূলৰ পৰা সি আঁতৰি যায় । কটা যোৱা তাড়ৰ বৃক্ষৰ দৰে হৈ যায় সি অভাৱগ্ৰস্ত হৈ যায়, গতিকে তাৰ আৰু উৎপত্তিৰ সম্ভাৱনা নাথাকে । মহাৰাজ ! তথাগতৰ ৰূপলৈ তথাগতৰ পাশেও যাব পৰা নাযায় । তথাগত হৈছে গম্ভীৰ । তথাগত হৈছে অসীম গতিকে তথাগতৰ কাষ চপাতো অসম্ভৱ, ঠিক তেনেদৰে সমুদ্ৰও । এই কাৰণে এই কথা ক'ব পৰা নাযায় যে তথাগত মৃত্যুৰ পিচত থাকে বুলি । এই কথাও ক'ব নোৱাৰি যে 'তথাগত মৃত্যুৰ পিচত নাথাকে । এইটোও কব নোৱাৰি যে তথাগত থাকেও আৰু নাথাকেও ।

সেই কাৰণে মহাৰাজ ! যদি কোনোৱে তথাগতৰ বেদনাত তথাগতক জুখিব বিচাৰে, তথাগতৰ তেনে সেই বেদনা পৰিত্যক্ত । অথাৎ জড়মূলৰ পৰা আৰু কটা যোৱা তাড়ৰৰ পৰা বিচ্ছিন্ন । সম্ভাৱনা নাই । মহাৰাজ ! কোনো বেদনাৰ দ্বাৰা তথাগতৰ কাষলৈ যাব নোৱাৰে । যেনেকৈ সমুদ্ৰলৈ । এই কাৰণে ক'ব নোৱাৰি যে মৃত্যুৰ পিচত তথাগত যেনেকৈ সমুদ্ৰলৈ । এই কাৰণে কব নোৱাৰি যে মৃত্যুৰ পিচত তথাগত থাকেনে নাই ।

ভিক্ষুণী খেমাৰ উত্তৰত ৰজা প্ৰসেনজিত সুখী হ'ল । তেওঁক নমস্কাৰ জনাই তেওঁ তাৰ পৰা উঠি গুছি গ'ল । কোনো এক সুবিধানুসৰি ৰজা প্ৰসেনজিত তথাগতৰ দৰ্শনাথে গ'ল । তথাগতৰ প্ৰতি অভিবাদন জনাই কাষতে বহিল আৰু নিবেদন কৰিলে —

"ভগৱান ! অনুগ্ৰহ কৰি জনাবনে তথাগত মৃত্যুৰ পিচত থাকেনে ? ।"

" মহাৰাজ ! এই কথা মই অব্যক্ত কৰি ৰাখিলো ।"

তেনেহ'লে তথাগত মৃত্যুৰ পিচত নাথাকে ।'

মহাৰাজ । এই কথাও মই অব্যক্ত কৰি ৰাখিছো ।

এইদৰে ৰজাই অন্য এটা প্ৰশ্ন সুধিলে সেইয়াও তেও অব্যক্ত কৰি ৰাখিলে ।[১]

'ভগৱান । এইটো কেনেকৈ হ'ব পাৰে, যেতিয়া মই সোধো যে তথাগত মৃত্যুৰ পিচত থাকেনে নাই ? আপুনি কয় সেই কথা গোপনীয় বুলি যেতিয়া মই নাথাকে বুলি কওঁ তেতিয়াও সেই প্ৰশ্নৰ উত্তৰ গোপনীয় ভগৱান । আপুনি কওঁকচোন বাৰু কি কাৰণেনো এই বিলাক কথা গোপনীয় কৰি ৰাখিছে ?"

" ভগৱান । আৰু প্ৰশ্ন সুধিব বিচাৰো, সেইটো হৈছে আপোনাৰ হাতত কোনো গণক আছেনে কি ? .. । ( গোটেই প্ৰশ্নৰ উত্তৰ আগৰদৰেই )[২]

'অদ্ভুত গৌতম । অদ্ভুত সুগত । আচৰিত শাস্তা আৰু শ্ৰাবিকাৰ উত্তৰত অৰ্থৰ দৃষ্টিত আৰু ব্যঞ্জণৰ দৃষ্টিৰে ক'তো অকনো প্ৰাৰ্থক্য নাই । সম্পূৰ্ণ একেই উত্তৰ । ভগৱান । এসময়ত মই ভিক্ষুণী খেমাৰ ওচৰলৈ গৈছিলো । এনেবিলাক প্ৰশ্নৰ উত্তৰ মই আপুনি কোৱাৰ দৰেই পালো । বক্তব্য সচায় উচ্চ খাপৰ । 'বাৰু । আমি এতিয়া ভগৱানৰ ওচৰৰ পৰা বিদায় মাগিছো আমাৰ বহুত কাম আছে । 'মহাৰাজ । আপুনি যেনে উচিত বুলি ভাবে । ভগৱান বুদ্ধৰ সন্নিধানত ৰজা প্ৰসেনজিত প্ৰসন্ন হৈ নমস্কাৰ জনাই নিজ ৰাজ্যৰ ফালে গমন কৰিলে ।

## কৰ্ম

### ১ 'বুদ্ধ'ৰ "কৰ্ম"ৰ সিদ্ধান্ত ব্ৰাহ্মণী 'কৰ্ম'ৰ সিদ্ধান্তৰ লগত একেইনেকি ?

বুদ্ধ ধৰ্মৰ কোনো এনে সিদ্ধান্ত নাই যিনেকি ইমান 'ভুল বুজাবুজি'ৰ জন্ম দিলে যিমানখিনি এই 'কৰ্ম'ৰ সিদ্ধান্ত । বুদ্ধধৰ্মত 'কৰ্ম'ৰ স্থান কি আৰু ইয়াৰ বাস্তবিক মহত্বনো কি ? হিন্দুৰ অজ্ঞ নুবুজা সকলে শব্দৰ সমানতাক দেখি ব্ৰাহ্মণবাদ বা হিন্দুধৰ্ম তথা বৌদ্ধ ধৰ্ম একেই বুলি মত পোষণ কৰে । পঢ়া শুণা কৰা ব্ৰাহ্মণ আৰু গোড়া শ্ৰেণীয়েও ইয়াকেই কয় । অজ্ঞ জনতাক ভুল পথে পৰিচালিত কৰিবৰ কাৰণেই এনেদৰে কৈছে । শিক্ষিত ব্ৰাহ্মণ সকলে জানে যে বুদ্ধৰ কৰ্ম সিদ্ধান্তব্ৰাহ্মণী 'কৰ্ম'ৰ সিদ্ধান্তৰ লগত প্ৰায় ভিন্ন । তথাপিতো তেও বিলাকে ক'ব বিচাৰে ব্ৰাহ্মণবাদ বা হিন্দু ধৰ্ম বুলি ।

শব্দ সমূহৰ সমানতাৰ গণ্যালৈ মিছা আৰু দুষ্ট বুদ্ধিৰে ইয়াক প্ৰচাৰ কৰিবলৈ সুবিধা পালে। এই কাৰণে এইটো আৱশ্যক হৈ পৰিছে এনে স্থিতি বিলাকৰ পূৰ্ণ পৰীক্ষা হোৱাতো বাঞ্চনীয় । ভগৱান বুদ্ধৰ কৰ্ম সিদ্ধান্ত শাব্দিক সমানতা লাগিলে যিমানেই যি নহঁওক নিজ অৰ্থত হ'লে ব্ৰাহ্মণী 'কৰ্ম'ৰ সিদ্ধান্তৰ সমান হবই নোৱাৰে । দুয়োৰে মূল স্থাপনাত পৰস্পৰে পৰস্পৰৰ মাজত ইমান অধিক ভিন্ন যে পৰিণাম একেটা হবই নোৱাৰে। দুয়োৰে পৰিণাম বেলেগ বেলেগ হ'বই লাগিব ।

সুবিধা অনুসৰি হিন্দু 'কৰ্মৰ' মান্যতা সমূহ ক্ৰমশঃ এনেদৰে লেখত লব পাৰি ঃ— হিন্দু 'কৰ্ম'ৰ সিদ্ধান্ত অনুসৰি আত্মাৰ ওপৰত মান্যতা নিৰ্ভৰ কৰে । বৌদ্ধ ধৰ্মত নহয় । কিয়নো বৌদ্ধ ধৰ্মত 'আত্মা'ৰ বিচাৰ কৰাই নাযায় ।

ব্ৰাহ্মণী 'কৰ্ম'ৰ সিদ্ধান্ত বংশানুগত । ই এটা জন্মৰ পৰা ধৰি আন এটা জন্মলৈকে চলি থাকে । কাৰণ এয়েই যে 'আত্মা'ৰ পুনজৰ্ম্ম হৈয়ে থাকে । 'কৰ্ম'ৰ বৌদ্ধ সিদ্ধান্তৰ মতে এই কথা সত্য নহয় । এই কাৰণেই বৌদ্ধ ধৰ্মত আত্মা'ৰ ব্যাখ্যা নাই ।

'কৰ্ম'ৰ হিন্দু সিদ্ধান্ত অনুসৰি শৰীৰৰ পৰা পৃথক এক আত্মাৰ ওপৰত নিৰ্ভৰ কৰে । শৰীৰ মৰে আত্মা শৰীৰৰ লগত নমৰে । 'আত্মা ভুৰুং কৰি উৰি যায় । 'কৰ্ম'ৰ বৌদ্ধ সিদ্ধান্ত মতে এই কথা সত্য নহয় । 'কৰ্ম'ৰ হিন্দু সিদ্ধান্ত মতে মানুহে কোনো কাম কৰিলে তেতিয়া সেই 'কৰ্ম'ৰ পৰিনাম হয় দুটা । 'কৰ্ম' কাম কৰোতা জন প্ৰভাবিত হয় আৰু কৰ্মৰ ফল আত্মাৰ ওপৰত প্ৰ ভাব পৰে । তেও যি কৰ্মই নকৰক তেওঁৰ 'আত্মা'ৰ ওপৰত তাৰ প্ৰভাব পৰেই । মানুহ যেতিয়া মৰে,'আত্মা'ই তেতিয়া শৰীৰ ত্যাগ কৰি গুছি যায় । 'আত্মা'ই সেই সংস্কাৰৰ পৰা সংস্কৃত হৈ যায় । এই সংস্কাৰেই হৈছে ভবিষ্যত জন্ম আৰু স্থিতিক নিৰ্ণয় কৰে । হিন্দু আত্মবাদৰ লগত বৌদ্ধ আত্মবাদৰ মিল নাই । এনে বিলাক কাৰণৰ দ্বাৰাই 'কৰ্ম'ৰ বৌদ্ধ সিদ্ধান্ত আৰু 'কৰ্ম'ৰ হিন্দু সিদ্ধান্ত এক হব পৰা নাই । এই কাৰণে 'কৰ্ম'ৰ বৌদ্ধ সিদ্ধান্ত আৰু 'কৰ্ম'ৰ ব্ৰাহ্মণী সিদ্ধান্তক এক বুলি ভবাতো একেবাৰে মূৰ্খতা মাথোন । মুঠৰ ওপৰত ক'ব পাৰি যে এনে বিলাক শাব্দিক মায়াজালৰ পৰা সাৱধান হোৱা দৰ্কাৰ ।

## ২ ভগবান বুদ্ধই ইয়াক মানিছিলনে কি যে পূৰ্বকৰ্মৰ ফলাফল ভবিষ্যত জন্মৰ ওপৰত প্ৰভাৱ পৰে বুলি ?

ভববান বুদ্ধই 'কৰ্ম সিদ্ধান্তৰ প্ৰতিপাদন কৰিছিল । সৰ্বপ্ৰথম তেওঁ কৈছিল যেনে কৰ্ম কৰিবা তেনে ফল পাবা । 'কৰ্ম সিদ্ধান্তৰ ওপৰত জোৰ দি তেও কৈছিল যে যদি 'কৰ্ম সিদ্ধান্তক দৃঢ়তা পূৰ্বক মানিলোৱা নাযায় তেতিয়া নৈতিক অনুশাসন পালন কৰিব পৰা নাযায় ।

বুদ্ধৰ 'কৰ্ম সিদ্ধান্তৰ সম্বন্ধ 'কৰ্ম'ৰ দ্বাৰা আছিল আৰু সেইয়াও বৰ্ত্তমান জন্মৰ 'কৰ্ম'ৰ দ্বাৰাহে । তেনেহ'লে কৰ্মবো এটা বৃদ্ধি প্ৰাপ্ত সিদ্ধান্ত আছে । এই অনুসৰি 'কৰ্ম'ৰ অভিপ্ৰায় হৈছে পূৰ্বজন্মৰ 'কৰ্ম' অথবা পূৰ্বজন্মৰ 'কৰ্ম' । মানুহৰ জন্ম যদি দুখীয়া পৰিয়ালত হৈছে তেনে এইয়া তেওঁৰ পূৰ্বজন্মৰ বেয়া কামৰ পৰিণাম । যদি এজন মানুহ ধনী পৰিয়ালত জন্ম হৈছে তেনে এইয়া তেওৰ পূৰ্বজন্মৰ ভাল কৰ্মৰ পৰিণাম ।

কাৰোবাৰ গাত যদি কোনো জন্মজাত দোষ আছে তেনে ইয়াৰ কাৰণ তেওঁৰ পূৰ্বজন্মৰ বেয়া কৰ্মৰ ফল ।

এইবিলাক হৈছে একেবাৰে বেয়া সিদ্ধান্ত । কৰ্মৰ যদি এই ব্যাখ্যা মানিলোৱা যায় তেনে মানৱে চেষ্টা কৰিবলৈ ক'তো কোনো ঠাই নাথাকিব । পূৰ্বজন্মৰ কৰ্মৰ দ্বাৰাই সকলোবিলাক পূৰ্বনিশ্চিত হৈ থাকে । এই বৃদ্ধি প্ৰাপ্ত সিদ্ধান্ত বিলাকত ভগবান বুদ্ধ ও অলৰ অচৰ হৈ থাকিল । ভগবান বুদ্ধই এই বিলাক সিদ্ধান্ত মানিছিল ? এই বৃদ্ধি প্ৰাপ্তি সিদ্ধান্তক ভালদৰে পৰীক্ষা কৰিবৰ কাৰণে যি ভাবাত ইয়াৰ উল্লেখ কৰা যায় তাত কিছু পৰিবৰ্ত্তন কৰি দিব লাগিব । ইয়াক কোৱাতকৈ পূৰ্বজন্মৰ 'কৰ্ম'ৰ দ্বাৰা আৰু পূনজৰ্ম্ম হয় আমি কওঁযে পূৰ্বজন্মৰ 'কৰ্ম' বংশ

পৰম্পৰাৰ পৰা লাভ হয় ।এই ভাষাক পৰিবৰ্ত্তন কৰিলে আমি 'বংশ পৰম্পৰাৰ নিয়ম অনুসৰি ইয়াক পৰীক্ষা কৰিব পাৰো ।এনে কৰিলে নাই ইয়াৰ নিয়মৰ অৰ্থতে কোনো পাৰ্থক্য আহিব নতুবা বাস্তবিক অৰ্থ ।ভাষা পৰিবৰ্ত্তনৰ দ্বাৰা দুটা প্ৰশ্ন উঠে যাক সহজে সুধিব পাৰি আৰু যাক কদাচিত সুধিব পৰা নাযায় আৰু যি বিলাকেনেকি বিনা উত্তৰ দিয়েই কথা স্পষ্ট নকৰে ।

প্ৰথম প্ৰশ্ন হৈছে যে পূৰ্বজন্মৰ কৰ্ম বংশ পৰম্পৰাগত ।ইয়াক কেনেকৈ লাভ কৰিব পাৰি ? ইয়াৰ বিধিনো কি ?

দ্বিতীয় প্ৰশ্ন হৈছে, যে বংশানুগত ক্ৰমৰ হিচাপত পূৰ্বজন্মৰ সেই কৰ্মৰ নিজা স্থিতিনো কি ? এইয়া কি বংশানুক্ৰমে পোৱা কোনো গুণ অথবা স্বয়ং অৰ্জন কৰা কোনো গুণ'নে কি ? বংশানুক্ৰম হিচাপে আমি আমাৰ মাতা পিতাৰ পৰা কি লাভ কৰো ?

বিজ্ঞানৰ অনুসৰি যদি বিচাৰ কৰা যায় তেনে নতুন প্ৰাণীৰ আৰম্ভ সেই সময়ৰ পৰা হয় যেতিয়া বীৰ্য্য আৰু তেজ সংযোগ হয় ।প্ৰাণীৰ উৎপত্তি তেতিয়াহে হয় যেতিয়া বীৰ্য্যকণ তেজৰ কণত প্ৰবেশ কৰে ।প্ৰত্যেক মানুহৰ আৰম্ভণি তেতিয়াই হয় যেতিয়া দুইটা জীৱিত কণ মিলি একহৈ যায় —অৰ্থাৎ মাতাৰ তেজৰ কণ আৰু পিতাৰ বীৰ্য্যৰ কণ । এই বিষয়ে চৰ্চা কৰিবৰ কাৰণে যক্ষ ভগৱান বুদ্ধৰ ওচৰলৈ আহিছিল তেওক ভগৱান বুদ্ধই কৈছিল যে মানুহৰ উৎপত্তি মাতা আৰু পিতাৰ ওপৰতহে নিৰ্ভৰ কৰে ।

সেই সময়ত ভগৱান বুদ্ধ ৰাজ গৃহৰ ইন্দ্ৰকুট পৰ্বতত আছিল ।তেতিয়া এজন যক্ষ ভগৱান বুদ্ধৰ ওচৰলৈ আহিল আৰু তেওঁ তেওক এনেদৰে সম্বোধন কৰিলে :—

'আপোনাৰ বক্তব্য হৈছে যে 'ৰূপ কেৱল জীৱ নহয়
তেনে জীৱৰনো শৰীৰ কেনেকৈ হয় ?
জীৱই এই হাড় আৰু নাড়ী বিলাক কেনেকৈ লাভ কৰিলে ?
মাকৰ গৰ্ভত জীৱই কেনেদৰে ওলমি থাকে ?

তথাগতে তাৰ যথোচিত উত্তৰ এনেদৰে দিলে —

সৰ্ব প্ৰথম গৰ্ভাশয় হয়
অৰ্বুদ হয়
মাংশ পিণ্ড হয়
দৃঢ হয়

দৃঢ হোৱাৰ লগে লগে চুলি আৰু নখ আদি উৎপন্ন হয় আৰু মাকে যি খোৱা বোৱা কৰে তাৰ দ্বাৰাই সন্তান মাকৰ গৰ্ভত বাঢিব ধৰে ।

হিন্দুৰ সিদ্ধান্ত হ'লে ইয়াৰ ব্যক্তিক্ৰম ।এও বিলাকৰ মতে শৰীৰ হৈছে বংশানুগত অথবা মাক বাপে কৰ পৰা পোৱা ।কিন্তু 'আত্মা নহয় ।ই শৰীৰৰ বাহিৰৰ পৰা প্ৰবেশ কৰে । ক'ৰ পৰা ? এই সিদ্ধান্তত এই কথা হ'লে স্পষ্ট কৰি দিয়া নাই । দ্বিতীয় প্ৰশ্ন হৈছে যে পূব জন্মৰ সেই কৰ্মৰ নিজা স্থিতিনো কি ? এইয়া কি বংশানুক্ৰমে পোৱা কোনো গুণ'নে কি ?

অথবা নিজে অৰ্জন কৰা কোনো গুণ মাত্ৰ নেকি ? যেতিয়ালৈকে এই প্ৰশ্নৰ উত্তৰ পোৱা নাযায় তেতিয়ালৈকে বংশানুক্ৰমৰ বৈজ্ঞানিক সিদ্ধান্তৰ অনুসৰি ইয়াৰ পৰীক্ষণ হ'ব নোৱাৰে । যদিও মানি লোৱা যায় যে এই প্ৰশ্নৰ উত্তৰ ইফাল সিফাল যি কোনো প্ৰশ্নই সম্ভৱ তেনে আমি বিজ্ঞানৰ সহাযতাৰে ইয়াক কেনেকৈ নিৰ্ণয় কৰিব পাৰো যে এই সিদ্ধান্ত কিছু বুদ্ধি সংগত বা একদম মূৰ্খতা পূৰ্ণ নেকি ? বিজ্ঞানৰ অনুসৰি বালকে বংশ পৰম্পৰাৰ দ্বাৰা নিজৰ মাতা-পিতাৰ পৰা গুণ লাভ কৰে ।

'কৰ্ম'ৰ হিন্দু সিদ্ধান্ত মতে নিজ মাতা পিতাৰ পৰা শৰীৰে অতিৰিক্ত একো লাভ কৰিব নোৱাৰে । হিন্দু সিদ্ধান্তৰ 'কৰ্ম অনুসৰি বালকৰ পূৰ্ব কৰ্ম হৈছে নিজে অৰ্জন কৰা 'কৰ্ম' সেইয়া তেও নিজৰ দ্বাৰাই নিজৰ কাৰণেহে লাভ কৰে । মাক বাপেকে বালকক একো নিদিয়ে । বালকে নিজেই সকলো লৈ আহে । এনে ধৰণৰ সিদ্ধান্ত অশিষ্টাতাৰ বাহিৰে একো নহয় । ওপৰত যেনেকৈ দেখুওৱা হৈছে ভগৱান বুদ্ধই এনে ধৰণৰ অশিষ্টতাত বিশ্বাস নকৰিছিল । ( এই ধৰণৰ চৰ্চা কৰাত মানুহে নিজৰ ভাল বেয়া কৰ্মৰ পৰিণামৰ পৰা মুক্ত হয়নে কি ? স্থবিৰ নাগসেনে ৰজা মিলিন্দক উত্তৰ দিছিল ) 'যদি পুনৰ উৎপত্তি নহয় তেনে সি নিজৰ কৰ্মৰ ফালৰ পৰা মুক্ত হৈ যায় যদি মুক্ত হয় তেনে উৎপত্তি নহয় ।

ৰজা মিলিন্দই ক'লে – মোক এটা উদাহৰণ দিয়া। 'ৰজা ! উদাহৰণ স্বৰূপে এজন মানুহে কাৰোবাৰ আম চুৰি কৰিলে তেনে সেই চোৰটো শাস্তিৰ অধিকাৰী হ'বনে কি ?

'হব।

'কিন্তু যি আমৰ (বীজ) তেও মাটিত ৰোপণ কৰিছিল সেইয়া তেও চুৰ কৰা নাইনে তেনে তেও শাস্তি কিয় পাব ?

'অৰ্থাৎ তেও যি আম চুৰ কৰিছিল তেও তাৰ পৰাই উৎপন্ন হৈছিল যি বীজ মাটিত ৰুইছিল ।

'ঠিক সেইদৰে ভাল বা বেয়া কৰ্ম কৰিছে নাম-ৰূপে আৰু সেই কৰ্মৰ দ্বাৰা আন নাম-ৰূপে জন্ম গ্ৰহণ কৰে । এই কাৰণে তেও নিজ কৰ্মৰ ফালৰ পৰা মুক্ত নহয় ।

'বৰ ভাল কথা । নাগসেন ! ৰজা মিলিন্দই তেতিয়া সুধিলে – 'নাগসেন ! যেতিয়া এক নাম ৰূপে কাম কৰে তেতিয়া সেই কৰ্মৰ কি হয় ?

'ৰজা ! তেও বিলাকে কৰ্মৰ ছায়াৰ দৰে পিছ লৈ থাকে ।

কোনোৱে সেই কৰ্মৰ বিষয়ে কব পাৰেণে যে কৰ্ম ইয়াতেই আছে বুলি ? অথবা তাতেই আছে বুলি ?

'নাই ।

মোক এটা উ পমা দিয়াচোন ।

তেনে হে ৰাজন । সেই বৃক্ষ জোপাৰ ফল কোনোৱে দেখুৱাব পাৰেনে কি আৰু কব পাৰেনে কি যে –

এই বিলাক ইয়াত আছে অথবা তাত আছে বুলি ?'

'নিশ্চয় কব নোৱাৰে ।'

এইদৰে যেতিয়ালৈকে জীৱন স্রোতৰ উচ্ছেদ নহব ৰাজন ! তেতিয়ালৈকে কৃত কৰ্মৰ ওপৰত কোৱাতো অসম্ভৱ ।'

"বৰ ভাল কথা ! নাগসেন। (ভগৱান বুদ্ধই কি এই কথা মানিছিলনে যে পূৰ্ব কৰ্মৰ ফলাফল ভ বিষ্যত জন্মৰ ওপৰত প্ৰভাৱ পৰে বুলি ?)

(২)

এনে ধৰণে ভগৱান বুদ্ধৰ পূৰ্ব কৰ্মৰ সিদ্ধান্ত বিজ্ঞানৰ লগত অমিল নহয় । ভগৱান বুদ্ধই পূৰ্বজন্মৰ কৰ্মৰ লগত পুনঃজন্মৰ বিশ্বাস নকৰিছিল ।

এই কথা তেও মানি লৈছিল যে জন্ম হয় মাতা পিতাৰ পৰা বালকৰ গাত যি গুণ দোষ হয় সি বংশানুক্ৰমে মাতা পিতাৰ দ্বাৰাহে লাভ হয় তেনে অৱস্থাত কৰ্ম অনুসৰি পুনঃজন্মৰ ওপৰত কেনেকৈ বিশ্বাস কৰিব পাৰি ?

যুক্তিৰ অতিৰিক্ত এই কথাৰ পোন প্ৰমাণো সেই সুক্তত বিদ্যমান যাক দুকখ-খন্ধ-সুক্ত'ত পোৱা হৈছে আৰু যত ভগৱান বুদ্ধ তথা জৈন সকলৰ কথা বাৰ্ত্তাৰ বৰ্ণনা আছে । এই সংবাদত ভগৱান বুদ্ধই কৈছে - 'নিগণ্ঠো । তুমি ইয়াকেই কোৱা নাইনে যে আমি এই শিক্ষা ভাল পাওঁ আৰু এইটো মানো যে আমি পূৰ্বজন্মত যি পাপ কৰিলো তাক আমি কঠোৰ তপস্যাৰ দ্বাৰা সমাপ্ত কৰিছো । শৰীৰ বাণী আৰু মন। সংযমে পূৰ্বজন্মৰ পাপ কৰ্মক সমাপ্ত কৰি দিয়ে । এইদৰে তপস্যাৰ দ্বাৰা নিজৰ পুৰণি সকলো পাপ কৰ্মকে সমাপ্ত কৰি দিব পাৰিলেই আৰু নতুন পাপ কৰ্ম নকৰিলে ভবিষ্যত উজ্জ্বল হৈ যায় ভবিষ্যত উজ্জ্বল হৈ যোৱাৰ লগে লগে দু খ আৰু নাথাকে দু খ নাথাকিলে দু.খদ বেদনা নাথাকে আৰু এতিয়া দু খদ বেদনা সমূহ একদম নাথাকিলে সমস্ত দু খ ক্ষয় হৈ যাব নেকি ? সেই নিগণ্ঠো বিলাকে 'হয় বুলি কোৱাৰ লগতে মইযো প্ৰশ্ন কৰিলো যে - ইয়াৰ আগতে যে তোমাৰ জন্ম হৈছিল সেই কথা তুমি জানানে ? তোমাৰ পূৰ্বজন্ম নহবনে কি ?

'নাজানো।

তুমি জানা যে তোমাৰ পূৰ্বজন্মত তুমি নিৰ্দ্দোষী আছিলা তুমি জানা জানো নিৰ্দ্দোষী আছিলা বুলি ?

'নাই। তুমি পূৰ্বজন্মত অমুক পাপ কৰ্মতো কৰা নাছিলানে ? কৰা নাছিলো । 'নাই ভগৱান বুদ্ধই জোৰ দি এই কথাও কৈছে যে এজন মানুহৰ স্থিতি বংশ পৰম্পৰাগত ৰূপে পোৱা গুণৰ ওপৰত সিমান নিৰ্ভৰ নকৰে যিমান খিনি পৰিস্থিতিৰ ওপৰত নিৰ্ভৰ কৰে।

ভগৱান বুদ্ধই দেৱদহ সুত্ত- পঞ্চমত কৈছে ঃ— কিছু শ্ৰমণ ব্ৰাহ্মণৰ মত হৈছে যে যি মানুহে ভোগ কৰে, সেইয়া তেওঁ বিলাকৰ পূৰ্বজন্মৰ কৰ্মৰ পৰিণাম লাগিলে সুখেই হওঁক বা দুঃখেই হওঁক লাগিলে অসুখ হওক । এই কাৰণে (তেও কয়) পূৰ্বকৰ্মৰ নিৰ্জৰাৰ দ্বাৰা নতুন শুভ কৰ্মৰ পৰা বিৰত থাকিলে পাপ কৰ্ম ক্ষয় হৈ যায় তেতিয়া দু.খ ক্ষয় হৈ যায় (দুঃখদ)

বেদনা সমুহো ক্ষয়হৈ যায়  যেতিয়া বেদনা সমূহ ক্ষয় হৈ যাব তেতিয়া সমস্ত দুঃখ সমুলঞ্চে উচ্ছেদ হৈ যাব ।' এইয়া হৈছে নিগণ্ঠো (জৈন বিলাকৰ) মত ।

যদি প্ৰাণী সমূহৰ (পূৰ্ব) জন্মৰ পৰিস্থিতি তেওঁ বিলাকৰ দুঃখ সুখ ভোগ কৰাৰ কাৰণ হয় তেতিয়াও নিৰ্গণ্ঠো সকলৰ গৰ্হাৰ ভাজন, পৰিস্থিতি যদি কাৰণ যুক্ত নহয়  তেতিয়াও তেওঁ বিলাক গৰ্হা ভাজন হৈ থাকে ।'

ভগৱান বুদ্ধৰ এই বচন বিলাক প্ৰস্তুত বিষয়ৰ লগত সম্বন্ধিত । ভগৱান বুদ্ধই যদি পূব কৰ্মত বিশ্বাস ৰাখে তেনে তেও পূ ৰ্ব কৰ্মৰ বিষয়ে কিয় সন্দেহ প্ৰকাশ কৰে ? আৰু যদি ভগৱান বুদ্ধই মানে যে সুখ দুখ হৈছে পূৰ্বজন্মৰ পৰিণাম মাত্ৰ তেনেহ'লে তেওঁলোকে এইটো কিয় কয় যে বৰ্ত্তমান জীৱণৰ সুখ দুঃখ পৰিস্থিতিৰ পৰিণাম মাত্ৰ বুলি । পূৰ্বকৰ্মৰ (সুখ দুঃখৰ কাৰণ হয় ) সিদ্ধান্ত শুদ্ধ ব্ৰাহ্মণী সিদ্ধান্ত । পূৰ্বজন্মৰ প্ৰভাৱ বৰ্ত্তমান জীৱনৰ ওপৰত পৰিছে । ই ব্ৰাহ্মণী 'আত্মা'ৰ ওপৰত প্ৰভাৱ পেলাইছে । কিন্তু 'বুদ্ধ  ধৰ্মৰ 'অনাত্মবাদ  হলে ইয়াৰ লগত কোনোপধ্যে মিলি থাকিব নোৱাৰে । এনে অনুমান কৰিব পাৰি যে সমস্ত (পিচৰ) বৌদ্ধ ধৰ্মক প্ৰক্ষিপ্ত কৰি দিলে কোনো কাৰণত বৌদ্ধ ধৰ্মক হিন্দু ধৰ্মৰ সদৃশ কৰিব বিচাৰিছিল যদিও প্ৰকৃত বৌদ্ধ ধৰ্মৰ লগত অপৰিচিত আছিল । ইয়াৰ কাৰণ হয়তো মানিব লাগিব যে বুদ্ধই  হয়তো কেতিয়াও এই সিদ্ধান্তৰ দেশনা কৰা নাই । আৰু এটা কাৰণ হয়তো মানিব লাগিব যাৰ দ্বাৰা এই কথা মানিব লাগিব যে ভগৱান বুদ্ধই হয়তো এই সিদ্ধান্তৰ বিষয়ে কোনো দেশনা দিব পৰা নাছিল । ভৱিষ্যত জীৱনৰ সঞ্চালকৰ ৰূপত পূৰ্বজন্মক স্বীকাৰ কৰাৰ সিদ্ধান্তৰ আধাৰ অন্যায়পূৰ্ণ। এনেধৰণৰ সিদ্ধান্তৰ আৱিস্কাৰ কৰাৰ শেষ প্ৰয়োজননো কি আছিল  ? ইয়াৰ হয়তো এটাই উদ্দেশ্য  হব পাৰে ৰাজ্য অথবা সমাজক দৰিদ্ৰ সীমাৰেখাৰ দায়িত্বৰ পৰা মুক্ত কৰা । অন্যথা এনেধৰণৰ অত্যাচাৰপূৰ্ণ তথা অৰ্দকাৰী সিদ্ধান্তৰ আৱিস্কাৰ হয়তো নহলহেতেন । এইটো কল্পনা কৰাই অসম্ভৱ যে কাৰুণিক বুদ্ধই হয়তো কেতিয়াও এনে ধৰণৰ সিদ্ধান্তক সমৰ্থন কৰা নাই ।

## অহিংসা

### ১  অহিংসাৰ নানা অৰ্থ আৰু ব্যৱহাৰ

অহিংসা অথবা জীৱ হিংসা নকৰাটো বুদ্ধৰ শিক্ষাৰ একেবাৰে মহত্বপূৰ্ণ অঙ্গ  । ই কৰুণা অৰু মৈত্ৰীৰ একেবাৰে ওচৰ সম্বন্ধ । প্ৰশ্ন উঠে যে ভগৱান  বুদ্ধৰ ব্যৱহাৰত অহিংসা সপক্ষে আছিলনে নাই নিৰপেক্ষ ? এইয়া শীল বা নিয়ম আছিলনে কি ? যি বিলাকে ভগৱান বুদ্ধৰ উপদেশ সমূহ মানি অহিংসাক নিৰপেক্ষ বন্ধনৰ ৰূপত স্বীকাৰ কৰাটো একেবাৰে টান কাম  তেওঁ কয় যে এনে ধৰণৰ অহিংসাৰ দ্বাৰা বেযাই ভাল স্থান লয় আৰু  দুগুণে সৎগুণৰ স্থান লয় । এই প্ৰশ্নক স্পষ্ট কৰাটো দৰ্কাৰ । 'অহিংসাৰ  প্ৰশ্নই বিবাদ উৎপন্ন কৰা প্ৰশ্ন ।

বৌদ্ধ দেশৰ মানুহ বিলাকে অহিংসাক কি ৰূপত বুজে আৰু কেনেদৰে ব্যৱহাৰ কৰে ? এইটো হৈছে একেবাৰে মহত্বপূৰ্ণ প্ৰশ্ন  যাৰ বিচাৰ কৰিবই লাগিব । সিংহলৰ ভিক্ষুৱে নিজে যুদ্ধ কৰে আৰু তেও বিলাকে মানুহ বিলাকক বিদেশী আক্ৰমণকাৰী সকলৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ

কয় । অন্যহাতেদি বৰ্মাৰ ভিক্ষুসকলে বিদেশী আক্ৰমণকাৰী বিলাকৰ লগত যুদ্ধ কৰিবলৈ অস্বীকাৰ কৰিলে আৰু মানুহ বিলাকক যুদ্ধ নকৰিবলৈ ক'লে ।

বৰ্মাৰ মানুহ বিলাকে ডিমহে খায় মাছ নাখায় । অহিংসাক এনেধৰণে ও বুজিব আৰু ব্যৱহাৰ কৰিব পাৰি । কিছুদিনৰ আগতে জাৰ্মানি বৌদ্ধ সমিতিয়ে এটা প্ৰস্তাব গ্ৰহণ কৰিলে যে তেওঁ বিলাকে পাঁচটা শীলৰ ভিতৰত (জীৱ হিংসাৰ পৰা বিৰত থকাৰ শীলক বাদ দি ) বাকী চাৰিটা শীল স্বীকাৰ কৰিব । গতিকে অহিংসাৰ সিদ্ধান্তক লৈ এনে ধৰণৰ স্থিতি উৎপন্ন হয় ।

## ২ অহিংসাৰ অৰ্থ

অহিংসা শব্দৰ অভিপ্ৰায় কি ? ভগবান বুদ্ধই ক'তো 'অহিংসা'ৰ পৰিভাষা দিয়া নাই । ঠিক কথা হৈছে এয়ে যে তেওঁ বহুত সীমিত অৱস্থাত নিশ্চিত শব্দাৱলীত এই বিষয়ে চৰ্চা কৰিছে । এই কথা আৱশ্যক যে পৰিস্থিতি জন্য সাক্ষীৰ দ্বাৰাহে ভগবান বুদ্ধই ইয়াক নি ́য় কৰাৰ ইচ্ছা কৰিছিলনেকি ? পৰিস্থিতি জন্য প্ৰথম সাক্ষী হৈছে এয়েই যে যদি কোনো ভিক্ষুৱে ভিক্ষাত মাংসও পাই তেনে স্থিতিত ভগবান বুদ্ধই তাক স্বীকাৰ কৰাত আপত্তি নকৰিছিল । ভিক্ষুৱে জীৱহত্যা কৰি খোৱাত সম্বন্ধ নাই অৱশ্যে ভিক্ষাত পোৱা মাংস তেওঁ বিলাকে গ্ৰহণ কৰিব পাৰে । দেৱদত্তৰ বক্তব্য আছিল যে ভিক্ষাৰ মাংস পালে ভিক্ষুৱে গ্ৰহণ কৰিব নোৱাৰে । কিন্তু ভগবান বুদ্ধই তেওঁৰ সেই প্ৰস্তাব অস্বীকাৰ কৰিলে । অন্য এক সাক্ষী স্বৰূপে তেওঁ যজ্ঞ বিলাক (তো) পশু হিংসাৰ বিৰোধী আছিল । এই কথা তেওঁ নিজেই কৈছে ।

'অহিংসা পৰমো ধৰ্ম এইটো অন্য এক ঠাইৰ সিদ্ধান্ত । এইয়া হৈছে জৈন সিদ্ধান্ত । এইয়া বৌদ্ধ সিদ্ধান্ত নহয় । আৰু এটা সাক্ষী হৈছে পৰিস্থিতি জন্য সাক্ষীতকৈ পোনাপুনী সাক্ষী সেইয়া হৈছে এক প্ৰকাৰ অহিংসাৰ পৰিভাষা । তেওঁ কৈছে সকলোৰে লগত মৈত্ৰী কৰা যাতে কোনো প্ৰাণী মৰাৰ আৱশ্যক নহয় । এইটো হৈছে অ-হিংসা সিদ্ধান্তৰ স্বীকাৰত্মক পদ্ধতি । ইয়াৰ দ্বাৰাই এইটোকে বুজা যায় যে 'অহিংসা সৰ্ম্পকে বৌদ্ধ সিদ্ধান্তই এইটো কোৱা নাইযে 'নামাৰিবা কেৱল ইয়াকহে কবলৈ গৈছে যে 'সকলো প্ৰাণীৰ প্ৰতি মৈত্ৰী ৰাখা ।

উক্ত কথনৰ দ্বাৰা এই কথা বুজিবলৈ বাকী নাথাকে যে 'অহিংসাৰ দ্বাৰা ভগবান বুদ্ধৰ অভিপ্ৰায় কি আছিল ?

এইটো একেবাৰে স্পষ্ট কথা যে ভগবান বুদ্ধই 'জীৱহত্যা কৰাৰ চেতনা আৰু জীৱ হত্যা কৰাৰ আৱশ্যকতা'ৰ মাজত পাৰ্থক্য ৰাখিব বিচাৰিছিল । য'ত জীৱ হত্যা কৰাৰ আৱশ্যকতা আছিল তাত তেওঁ জীৱ হত্যা কৰিবলৈ মানা কৰা নাই । এনে অৱস্থাত তেওঁ জীৱ হত্যা কৰিবলৈ মানা কৰিছে য'ত কেৱল 'জীৱ হত্যাক চেতনা বুলি কৈছে । এনে ধৰণে বুজিবলৈ গ'লে অহিংসা বৌদ্ধ সিদ্ধান্তত কোনো খেলি মেলি নহয় । এইটো হৈছে একেবাৰে ষোল অনা পকা কথা, স্থিৰ নৈতিক সিদ্ধান্ত যাকনে কি সকলোৱেই আদৰ কৰা উচিত । ইয়াত কোনো সন্দেহ নাই যে এই কথাৰ নিৰ্ণয় তেওঁ কেৱল ব্যক্তিৰ ওপৰতহে এৰি দিছে যে 'জীৱ হত্যাৰ আৱশ্যকতা আছেনে নাই ? ব্যক্তিৰ বাহিৰেনো এই নিৰ্ণয় কাৰ ওপৰতনো এৰিব পৰা

যাব ? মানুহৰ লগত প্ৰজ্ঞা আছে, সেয়ে মানুহে ইয়াক প্ৰয়োগ কৰিব লাগে । এজন নৈতিক মানুহৰ ওপৰতহে ইয়াক ভৰষা কৰিব পাৰি যি নেকি প্ৰকৃততে ইয়াৰ বিভাজন ৰেখা টানিব পাৰিব ।

ব্ৰাহ্মণী ধৰ্মত 'জীৱ হিংসা কৰাৰ চেতনা' আছে । জৈন ধৰ্মত 'জীৱ হিংসা নকৰাৰ চেতনা ' আছে । ভগৱান বুদ্ধৰ সিদ্ধান্ত হৈছে ইয়াৰ মধ্যমমাৰ্গৰ অনুৰূপ । ইয়াক যদি অন্য কথা বা শব্দত কোৱা যায় তেনে ভগৱান বুদ্ধই শীল (Principle) আৰু বিনয় নিয়মৰ (rule) মাজত পাৰ্থক্য কৰিছে । তেওঁ অহিংসাক নিয়ম কৰি লোৱা নাই । জীৱনক তেওঁ এটা পথ বুলি মানে । ইয়াত কোনো সন্দেহ নাই যে এনে কৰি ভগৱান বুদ্ধই প্ৰজ্ঞাপূৰ্ণ কথা কৈছে ।

এই শীল (Principle) তোমাৰ কামৰ নিমিত্তে স্বতন্ত্ৰভাৱে ত্যাগ কৰিব লাগে । এই নিয়ম (rule) স্বতন্ত্ৰভাৱে এৰি দিয়া নাযায় । নতুবা তুমি নিয়ম ভঙ্গ কৰিছা । নতুবা নিয়মে তোমাক ভঙ্গ কৰিছে ।

## সংসৰণ (জন্ম আৰু পুনৰ্জন্ম)

### ১ আত্মা এটা শৰীৰৰ পৰা আন এটা শৰীৰলৈ অহা

ভগৱান বুদ্ধই পুনৰ্জন্মৰ বিষয়ে ব্যাখ্যা দাঙি ধৰিছে । কিন্তু ভগৱান বুদ্ধই এইটোও কৈছে যে পুনৰ্জন্ম নহয় ।

এনে মানুহৰ সংখ্যা কম আছিল যি নেকি ভগৱান বুদ্ধৰ ওপৰত সেই দোষাৰোপন আৰোপ কৰিছিল আৰু দুটা পৰস্পৰ বিৰোধী সিদ্ধান্তৰ ব্যাখ্যা কৰিছিল ।

আলোচকে প্ৰশ্ন কৰিছিল – বিনা জন্মই পুনৰ্জন্ম কেনেকৈ হ'ব পাৰে । ইয়াত কোনো বিৰোধীতা নাই , বিনা জন্মই পুনৰ্জন্ম হ'ব পাৰে । ৰজা মিলিন্দৰ প্ৰশ্নৰ উত্তৰত ভদন্ত নাগসেনে প্ৰশ্ন কৰিলে – ভগৱান ! বুদ্ধই কি পুনৰ্জন্ম (সংসৰণ) মানিছিলনে কি ?

স্থবিৰ নাগসেনৰ উত্তৰ আছিল 'হয় ।'

তেনে পাৰস্পৰিক বিৰোধীতা ইয়াত নাইনে কি ?

স্থবিৰ নাগসেনে ক'লে – "নাই ।"

"বিনা আত্মাই কি পুনৰ্জন্ম সম্ভৱনে ?"

স্থবিৰ নাগসেনে ক'লে "হয় এইটো নিশ্চয় সম্ভৱ হ'ব পাৰে ।"

"অনুগ্ৰহ কৰি বুজাই দিয়কচোন কেনেকৈনো সম্ভৱ হ'ব পাৰে ? ৰজাই ক'লে – "নাগসেন ! য'ত জন্মই নাই, তাত কি পুনৰ্জন্ম হ'বনে ?"

"হয় হ'ব পাৰে ।'

"কিন্তু এইটো কেনেকৈ সম্ভৱ হব পাৰে তাৰ এটা উদা হৰণ দি বুজাই দিয়ক ।"

"ৰাজন ! যদি এজন মানুহে এটা চাকিৰে আনটো চাকি জ্বলাই তেনেহ'লে ক'ব লাগিবনে কি যে এটাৰ জন্ম আন ঠাইত হৈ গ'ল বুলি ?

"নিশ্চয় নহয়।"

"ৰাজন। এইদৰে বিনাজন্মই পুনৰ্জন্ম হ'ব পাৰে।"

"মোক আৰু এটা উদাহৰণ দিয়ক।"

"মহাৰাজ। আপোনাৰ কোনো ছন্দ (কবিতা)ৰ চৰণ মনত আছেনে যিনেকি আপুনি ল'ৰালি কালত নিজৰ আচাৰ্য্যৰ পৰা শিকিছিল ?"

"হয়, মোৰ মনত আছে"

"সেই ছন্দ তেনে আপোনাৰ আচাৰ্য্যৰ ,মুখৰ পৰা পৰা ওলাই আপোনাৰ মুখলৈ আহিছিলনে কি?"

"নিশ্চয় "নাই।"

"ৰাজন। সেইদৰে বিনা জন্মই ও পুনৰ্জন্ম হয়।"

"তেনে বৰ ভাল কথা। নাগসেন। বজাই সুধিলে — 'নাগসেন। তেনেহ'লে 'আত্মা' কোনো বস্তুনে কি ?"

* "বাস্তৱিক দৃষ্টিৰে চাবলৈ গ'লে 'আত্মা' নামৰ কোনো বস্তু নাই।'

'বৰ ভাল কথা। নাগসেন।'

## ২ ভুল ধাৰণাৰ কাৰণ

ভগবান বুদ্ধই যি উপদেশ দিছিল সেই বিলাক যি শুনিছিল সেই সকলৰ ভিতৰত অধিকাংশই ভিক্ষু আছিল।

যি কোনো বিষয়ৰ ওপৰত ভগবান বুদ্ধই যি কৈছিল সেই উপদেশ বিলাক জন সাধাৰণৰ ওচৰত ভিক্ষু সকলেই পোৱাইছিল। সেই সময়ত লেখন কলাৰ বিকাস হোৱা নাছিল, সেই কাৰণে ভিক্ষু সকলে শুনা কথা বিলাক কণ্ঠস্থ কৰি ৰাখিছিল। কিছুমান ভিক্ষুৱে অৱশ্যে সেই বিলাক মুখস্থ কৰিবলৈ চেষ্টা কৰা নাছিল। কিন্তু কিছুমান ভিক্ষু যে সেই বিলাক মুখস্থ কৰি ৰাখিবৰ কাৰণে চেষ্টা কৰিছিল গৰ্ত্তিকে তেওঁ বিলাকক 'ভাণক' বুলি কৈছিল।

বৌদ্ধ ত্ৰিপিট ক আৰু অটঠ কথা সমূহ সমুদ্ৰৰ দৰে বিশাল। তাক মুখস্থ কৰিব পৰাতো প্ৰকৃততে বৰ অসাধাৰণ কথা আছিল।

অধিক বাৰ এনে হৈছে যে ভগবান বুদ্ধই যি বিলাক কথা কৈছিল তাৰ 'ৰিপোর্ট' বিলাক শুদ্ধ নাছিল। ভগবান বুদ্ধৰ জীৱন কালতেই কেইবাবাৰো তেওঁৰ বচন সমূহৰ ভুল ৰিপোটি জনসাধাৰণৰ মাজত প্ৰচাৰ হৈছিল। এনে ধৰণে পাঁচটা সুযোগৰ উদাহৰণ উল্লেখ কৰিব পাৰি। এটা উল্লেখ অল্লাদুপম সুত্ত ৯ ত আহিছে , দ্বিতীয়তো মহাকম্মবিভঙ্গ সুত্ত ১০ত, তৃতীয় কম্মকটঠল সুত্ত ১১ত পোৱা হৈছে। চতুৰ্থতে মহাতহ্না সংখ্যা ১২ ত আৰু পঞ্চমতে জীৱক সুত্ত ১৩ ত পোৱা হৈছে।

সম্ভৱ এনে ধৰণৰ আৰু অনেক সুযোগ আহিছে যেতিয়ানেকি তথাগতৰ বচন সমূহৰ উপযুক্ত 'ৰিপোটি দিয়া হোৱা নাই। কিয়নো আমি দেখিবলৈ পাইছো যে ভিক্ষু সকলো

ভগবান বুদ্ধৰ ওচৰলৈ গৈছে আৰু প্ৰশ্ন কৰিছে যে এনে পৰিস্থিতিত তেওঁবিলাকে কি কৰা উচিত ?

'কৰ্ম' আৰু 'পুনৰ্জন্ম'ৰ বিষয় লৈ যেতিয়া ভুল ৰিপোৰ্ট ওলাইছে তাৰো হয়তো অনেক সুযোগ গ্ৰহণ কৰিছে । এনে বিলাক সিদ্ধান্তই ব্ৰাহ্মণী ধৰ্মতো স্থান পাইছে । এই কাৰণে ভাণক সকলৰ কাৰণে তুলনামূলক ভাবে সুগম পথ আছিল যে তেওঁ বিলাকে বৌদ্ধ ধৰ্মতো ব্ৰাহ্মণী ধৰ্মৰ খিচিৰি কৰি দিব বিচাৰিছিল ।

ত্ৰিপিটকক যি 'বুদ্ধ বচন' বুলি মানি লোৱা যায়, সেই বিলাক 'বুদ্ধ বচন' বুলি স্বীকাৰ কৰি লোৱাত বিশেষ সাবধানতাৰ প্ৰয়োজন হৈছিল ।

ইয়াৰ পৰীক্ষা অৱশ্যে বিদ্যমান হৈ আছে ।

ভগবান বুদ্ধৰ বিষয়ে এটা কথা বিশেষ বিশ্বাসেৰে ক'ব পাৰি — যদিহে তেওঁ বিলাকৰ কথন বুদ্ধিসংগত, তৰ্ক সংগত নাছিল, তেনে আন বিলাক কথা যথাযোগ্য মূল্যাংকন কৰি এই কথা ক'ব পাৰি যে যি কথা বুদ্ধিসংগত, আৰু তৰ্ক সংগত সেয়াই হৈছে 'বুদ্ধ বচন' ।

দ্বিতীয় কথা হৈছে ভগবান বুদ্ধই কেতিয়াও অনৰ্থক চৰ্চাত পৰিব নিবিচাৰিছিল, যি হৈছে মানুহৰ কল্যাণত সহায়ক নহয় । এই কাৰণে যি কথা জনসাধাৰণৰ কল্যাণৰ কামত নাহে, যদি কোনোবাই ইয়াক ভগবান বুদ্ধৰ বচন বুলি কোনোৱে ক'ব বিচাৰে, তথাপি তাক বুদ্ধবচন বুলি স্বীকাৰ কৰিব পৰা নাযায় ।

তৃতীয় পৰীক্ষা হৈছে যে ভগবান বুদ্ধই সকলো বিষয়কে দুটা ভাগত ভাগ কৰিছিলনে কি ? এনে বিলাক বিষয় আছিল যি নেকি নিশ্চিত আছিল আৰু এনে বিষয় যি নিশ্চিত নাছিল। যি বিলাক বিষয় প্ৰথম শ্ৰেণীত আছে সেই বিলাকৰ বিষয়ে তেওঁ নিজৰ বিচাৰ নিশ্চয়াত্মক ৰূপ দি অন্তিম ৰূপত ব্যক্ত কৰিছে । যি বিলাক বিষয় দ্বিতীয় শ্ৰেণীত আছে সেই বিলাকৰ বিষযে তেওঁ নিজৰ মত ব্যক্ত কৰি দিছে । কিন্তু তেওঁ বিলাকৰ এনে বিলাক বিচাৰক পৰিবৰ্ত্তন কৰি দিব পাৰি ।

যি তিনিটা প্ৰশ্নৰ বিষয়ে সন্দেহ আৰু মতভেদ আছে সেই বিষয়ে নিশ্চয় কৰাৰ আগতে ভগবান বুদ্ধৰ নিশ্চিত মতনো কি আছিল সেই পৰীক্ষা সমূহক আমি পাহৰিব নালাগিব ।

---

১ অলগদ্দু পম সুত্তন্ত (মজ্জিম নিকায় ১/৩/২ )।

২ খেমা তথা প্ৰসেনজিতৰ প্ৰসংগৰ নিমিত্তে চোৱা সংযুক্ত নিকায় ।

৩ ইন্দুক সুত্ত (সংযুক্ত নিকায় )।

৪ চুল-দুকখ-ক্খন্ধ-সুত্তন্ত (১/২/৪/)।

৫ দেৱদহ সুত্ত (মজ্জিম নিকায় ১০১)।

৬ সিংহল ভিক্ষুৱে মাছ খাই, কণী নাখাই ।

৭ অহিংসা পৰমো ধৰ্ম ঃ- এইয়া মহাভাৰতৰো বচন ।

৮ মিলিন্দ - প্রশ্ন ।
৯ অলগাদ্দুপম সুতন্ত - মজ্জিম নিকায় (২২) ।
১০ মহা কম্ম বিভংগ সুত্ত - মজ্জিম নিকায় (১৩৬)।
১১ কম্ম কট্ঠল সুত্ত - মজ্জিম নিকায় - ১০ )।
১২. মহাতণ্ডা সংখ্যা - মজ্জিম নিকায় - ৩৪)।
১৩ জীৱক - মজ্জিম নিকায় ৫৫ )।

---

# তৃতীয় ভাগ

## বৌদ্ধ জীৱন মাৰ্গ

### ১ শুভ কৰ্ম অশুভ-কৰ্ম তথা পাপ

শুভ কৰ্ম কৰা । অশুভ কৰ্মত সহযোগ নকৰিবা । কোনো পাপ কৰ্ম নকৰিবা । এয়াই হৈছে বৌদ্ধ জীৱণ মাৰ্গ ।[১]

যদি মানুহে শুভ কৰ্ম কৰে তেনে ইয়াক তেঁও বাৰে বাৰে কৰিব লাগে । তাতেই মনোনিবেশ কৰিব লাগে । শুভ কৰ্মৰ সঞ্চয় সুখকৰ হয় ।[২]

ভালৰ বিষয়ে এইটো নাভাবিবা যে মই ইয়াক লাভ কৰিব নোৱাৰিম । এটোপাল এটোপাল কৰি প নীৰে নাদ ভৰি যায় । এনেদৰে অলপ অলপ কৰি বুদ্ধিয়ক মানুহে বহুত শুভ কৰ্ম কৰিব পাৰে । ৩

যি কাম কৰি মানুহে দুঃখ ভোগ কৰিব লগাত নপৰে আৰু যাৰ ফলত তেওঁ আনন্দ মনেৰে ভোগ কৰিব পাৰে, সেই কাম কৰাটোৱে উত্তম । ৪

যি কাম কৰি মানুহে অনুতাপ কৰিব লগাত নপৰে আৰু যাৰ ফল প্ৰফুল্ল মনেৰে ভোগ কৰিব পাৰে , সেই কাম কৰাটো ভাল । ৫

যদি মানুহে কোনো শুভ কৰ্ম কৰে তেনে তাক তেওঁ বাৰম্বাৰ কৰিব লাগে । ইয়াত তেওঁ আনন্দিত হ'ব লাগে । গতিকে শুভ কৰ্ম কৰাটো আনন্দদায়ক । ৬

ভাল মানুহেও কেতিয়াবা বেয়া দিনৰ সন্মুখীন হব লগাত পৰে যেতিয়ালৈকে তেওঁ নিজৰ শুভ কৰ্মৰ ফল পোৱাৰ আৰম্ভণি নহয়, কিন্তু যেতিয়া নিজা কৰ্মৰ ফল পাবলৈ ধৰে তেতিয়া ভাল মানুহে ভাল দিন দেখিবলৈ পাই । ৭

ভাল কামৰ বিষয়েও এইটো কেতিয়াও নাভাবে যে মই ইয়াক লাভ কৰিব নোৱাৰিম । যি দৰে টোপাল টোপাল কৰি গাগৰী ভৰ্ত্তি হৈ যায় ঠিক সেইদৰে অলপ অলপ কৰি ভাল মানুহ অভ্যস্ত হৈ যায় । ৮

শীলৰ ( = সদাচাৰ ) সুগন্ধি চন্দন, তগৰ তথা মল্লিকা আদি সকলো সুগন্ধিতকৈ শ্ৰেষ্ঠ । ৯

ধূপ আৰু চন্দনৰ গন্ধ অলপ দূৰলৈকে যায়, কিন্তু শীলৰ সুগন্ধি বহুতদূৰলৈকে যায় ।১০

বেয়া কামো ওচৰ নাপাবহি বুলি ভাবিব নালাগে । যেনেকৈ টোপ টোপ কৰি কলহ পানীৰে ভৰি যায় তেনেকৈ অলপ অলপ কৰি অশুভ কাম বিলাক জমা হৈ যায় । ১

কোনোটো কামকে এনেদৰে কৰিব নালাগে যাক কৰিলে অনুতাপ কৰিব লগাত পৰে, আৰু যাৰ কাৰণে চকু পানী টুকি পশ্চত্তাৰ লাগে । ২

যদি কোনোৱে দুষ্ট মনোবৃত্তিৰে কিবা কবলৈ যায় বা কোনো কাম কৰে তেনে তেওঁৰ পিছে পিছে দুঃখ এনেদৰে ঘূৰে যেনেকৈ গাড়ীৰ চকা বৈ নিয়া (পশুৰ) পিছে পিছে । ৩

পাপ কৰ্ম নকৰিবা । মত্তলীয়া হৈ নাথাকিবা । বেয়া দৃষ্টি নাৰাখিবা । ৪

শুভ কৰ্ম বিলাকত অপ্ৰমাদী হোৱা । বেয়া বিচাৰ বিলাক দমন কৰা । যি জনে কোনো শুভ কৰ্ম কৰাত ঢিলাই দিয়ে, তেওঁৰ মন পাপ কৰ্মত নিমগ্ন হৈ থাকে । ৫

যি কাম কৰাৰ পিছত অনুতপ্ত হব লগাত পৰে তেনে কাম কৰাটো ঠিক নহয়, যাক কৰিলে কান্দিব লগাত পৰে । ৬

পাপীয়েও সুখ ভোগ কৰি থাকে যি পৰ্য্যন্ত তেওঁৰ পাপ কৰ্ম নপকে যেতিয়া তেওঁৰ পাপ কৰ্ম পকিব ধৰিব তেতিয়া তেওঁ দুঃখ ভোগ কৰিবলৈ ধৰে । ৭

কোনো মানুহেই বেয়াক সৰু বুলি নাভাবিব আৰু এই কথা ভবা উচিত নহয় যে তাৰ গাত লাগিব নোৱাৰে বুলি । পানীৰ টোপালেৰে কলহ ভৰ্তি হোৱাৰ দৰে পাপ কৰ্মৰ দ্বাৰাই মূৰ্খ মানুহ পাপ কৰ্মত পোত যায় । ৮

মানুহে শুভ কৰ্ম কৰোতে সদায় সোনকাল কৰিব লাগে আৰু মনক বেয়াৰ পৰা দূৰত ৰাখিব লাগে । যদি মানুহে শুভ কৰ্ম কৰাত ঢিলাই দিয়ে তেনে তেওঁৰ মন পাপত ৰমণ কৰিবলৈ ধৰে । ৯

যদি এজন মানুহে পাপ কৰে, তাক যাতে বাৰে বাৰে নকৰে । পাপ কৰি তেওঁ আনন্দ কৰিব নালাগে । পাপ বিলাক জমা হৈ দুঃখহে দিয়ে । ১০

কুশল কৰ্ম কৰিব লাগে, অকুশল কৰ্ম কৰিব নালাগে । কুশল কৰ্ম কৰোতা সকল এই লোকত সুখেৰে থাকে । ১১

কামুকতাৰ পৰা দুঃখ উৎপন্ন হয় কামুকতাৰ পৰা ভয় উৎপন্ন হয় । যি কামুকতাৰ পৰা একদম মুক্ত তেওঁৰ নাই দুঃখ হয়, নাই ভয় হয় । ১২

ভোক আটাইতকৈ ডাঙৰ ৰোগ, সংস্কাৰ একেবাৰে ডাঙৰ দুঃখ । যি এই বাস্তবিক কথাতো জানে তেওঁৰ কাৰণে নিৰ্বাণ আটাইতকৈ ডাঙৰ সুখ । ১৩

নিজে উৎপন্ন কৰা তথা স্বয়ং আৰ্জিত পাপ কৰোত্ৰ সকলক এনেদৰে পিটি পেলাই যেনেকৈ বজ্ৰৰ দ্বাৰা মূল্যবান মাণিকক । ১৪

যি মানুহে অত্যন্ত দুঃশীল হয়, তেওঁ নিজকে নিজে এনে স্থিতিলৈ ঠেলি পঠিয়াই, য'ত তাৰ শত্ৰুৱে তাক বিচাৰি থাকে, ঠিক সেইদৰে আকাশী লতাই বৃক্ষক ঘেৰি থাকে । ১৫

অকুশল কৰ্ম তথা অহিত কৰ্ম কৰাটো একেবাৰে সহজ । কুশল কৰ্ম তথা হিত জনক কৰ্ম কৰাটো কঠিন । ১

## ২. লোভ আৰু তৃষ্ণা

লোভ আৰু তৃষ্ণাৰ বশীভূত নহবা ।
এয়ে হৈছে বৌদ্ধ জীৱন মাৰ্গ ।

ধনৰ বৰষুণ হলেও মানুহৰ কামনা পূৰ নহয় । বুদ্ধিয়ক মানুহে জানে যে কামনা সমূহৰ পূৰণৰ অল্পস্বাদ আৰু দুঃখ আছে । ২ তেওঁ দিব্য কাম ভোগত ও আনন্দ নাপাই । তেওঁৰ তৃষ্ণাৰ ক্ষয়তে লাগি থাকে । তেওঁ হৈছে সম্যক্ সম্বুদ্ধৰ শ্ৰাৱক ।৩ লোভৰ পৰা দুঃখ উৎপন্ন হয় । লোভৰ পৰা ভয় উৎপন্ন হয় । যি লোভৰ পৰা মুক্ত, তেওঁৰ কাৰণে নাই দুঃখ অছে নাই ভয় আছে । ৪ তৃষ্ণাৰ পৰা দুঃখ উৎপন্ন হয় , তৃষ্ণাৰ পৰা ভয় , তৃষ্ণাৰ পৰা যি মুক্ত তেওঁৰ কাৰণে নাই দুঃখ নাই ভয় । ৫ যি নিজৰ মনটো সমৰ্পিত কৰে, যি জনে নিজৰ জীৱণৰ বাস্তৱ উদ্দেশ্যক পাহৰি কাম ভোগৰ পিছে পিছে দৌৰে, পিছত গৈ তেওঁ ধ্যানীক ঈৰ্ষাৰ দৃষ্টিৰে চাই।

মানুহ কোনো বস্তুৰ প্ৰতি আসক্ত হব নালাগে কোনো বস্তুৰ হানি হ'লে দুঃখ উৎপন্ন হয় । এইদৰে যাৰ কাৰো প্ৰতি প্ৰেম নাই আৰু ঘৃণা নাই তেওঁ বিলাক বন্ধন মুক্ত । ৬ কাম ভোগক দ্বাৰা দুঃখ উৎপন্ন হয়, কাম ভোগৰ পৰা ভয় উৎপন্ন হয়, যি জন কাম ভোগৰ পৰা মুক্ত, নাই তেওঁৰ দুঃখ আছে, নাই তেওঁৰ ভয় আছে । ৭ আসক্তিৰ পৰা ভয় উৎপন্ন হয় , যি আসক্তিৰ পৰা মুক্ত , তাৰ নাই দুঃখ আছে নাই ভয় । ৯ লোভৰ পৰা দুঃখ উৎপন্ন হয় , লোভৰ পৰা ভয় উৎপন্ন হয় , যি লোভৰ পৰা মুক্ত , নাই তেওঁৰ দুঃখ, নাই তেওঁৰ ভয় । ১০ যি শীলবান , যি প্ৰজ্ঞাবান, যি ন্যায়ী, যি সত্যবাদী তথা যি নিজৰ কৰ্ত্তব্যক পূৰা কৰে - তেওঁক মানুহে মৰম কৰে । ১১ যি মানুহ প্ৰবাস কালৰ পৰা নিৰাপদে ঘুৰি আহে, তেওঁৰ সম্বন্ধীয় তথা মিত্ৰই তেওঁক অভিনন্দন জনাই । ১২এইদৰে শুভ কৰ্ম কৰোতাৰ শুভ কৰ্ম বিলাকৰ দ্বাৰাই পৰলোকত তেওঁক স্বাগত জনাই । ১৩

## ৩ ক্লেশ আৰু দ্বেষ

কাকো দুঃখ নিদিবা, কাৰো প্ৰতি শত্ৰুতা নকৰিবা । এয়ে হৈছে বৌদ্ধ জীৱন মাৰ্গ । সংসাৰত এনে কোনো নিৰ্দোষী মানুহ আছে জানো যাক দোষ দিব নোৱাৰি, যেনেকৈ প্ৰশিক্ষিত ঘোঁৰাই চাবুকৰ মাৰৰ বিনে নবয় । [১] শ্ৰদ্ধা, শীল, বীৰ্য্য, সমাধি ধৰ্ম বিচয় (= সত্যৰ সন্ধান) বিদ্যা, তথা আচৰণৰ পূৰ্ণতা আৰু স্মৃতিৰ (জাগৰুকতা) দ্বাৰা এই মহান দুঃখৰ অন্ত কৰা । ক্ষমা আটাইতকৈ ডাঙৰ তপ 'নিৰ্বাণ' আটাইতকৈ ডাঙৰ সুখ এনেদৰে বুদ্ধই কয় । যি আনক দুঃখ দিয়ে তেওঁ প্ৰব্ৰজিত হব নোৱাৰে, যি আনক পীড়া নিদিয়ে তেৱেঁই হে শ্ৰমণ । [৩] বাণীৰ দ্বাৰা বেয়া বচন নোকোৱা, কাকো কষ্ট নিদিয়া, বিনয় পূৰ্বক (= নিয়ম অনুসৰি ) সংযমী হৈ থকা এয়ে হৈছে বুদ্ধৰ বাণী । [৪] জীৱ হিংসা নকৰিবা আৰু নকৰাবা । [৫] নিজৰ বাবে বিচৰা যি লোক , সুখ বিচৰা প্ৰাণী সমূহক নাই কষ্ট দিয়ে, নাই সি হত্যক মাৰে, সেই জনেই সুখ লাভ কৰে । [৬] যদি এটা ভঙা পাত্ৰৰ দৰে তুমি নিশব্দে বৈ থোৱা, তেনে তুমি নিৰ্বাণ লাভ কৰিব পাৰিবা, ক্ৰোধৰ লগত তোমাৰ কোনো সম্বন্ধ নাই । ৭

যি নির্দোষী আৰু দুৰ্ব্বল ব্যক্তিক কষ্ট দিয়ে, তেওঁ নিজে কষ্ট ভোগ কৰে ।[৮] তেওঁ সৰ্বতো প্ৰকাৰে অলংকৃত হলেও নিজৰ চৰ্য্যাৰ প্ৰতি মনকান নিদিয়ে, যদি তেওঁ শান্ত হয়, দানী হয়, স্থিৰ প্ৰজ্ঞ হয়, ব্ৰহ্মচাৰী হয়, আনৰ দোষ খুচৰি নুফুৰে তেন্তেহে প্ৰকৃত শ্ৰমণ । এজন প্ৰকৃত ভিক্ষু হব পাৰে ।[৯] কোনো মানুহ লজ্জাৰ কাৰণে সংযমী হৈ থাকেনে কি তেওঁক কোনেও একো কব নোৱাৰেনেকি , যেনেকৈ এটা ভাল ঘোঁৰাক চাবুকৰ অৱিহনে বাধিব নোৱাৰি ।[১০] যদি কোনো মানুহে কোনো দুৰ্ব্বল , শুদ্ধ আৰু নিৰ্দোষ মানুহৰ বিৰুদ্ধে কোনো কাম কৰে তেনে তেওঁৰ সেই বেয়া কামৰ প্ৰভাৱ আহি কৰোতাৰ ওপৰত পৰেহি, ঠিক তেনেদৰে বায়ুৰ বিৰুদ্ধে চটিউৰা ধূলি ঘূৰি আহি দলিওৱাৰ ওপৰতহে আহি পৰেহি ।[১১]

## ৪ ক্ৰোধ আৰু শত্ৰুতা

ক্ৰোধ নকৰিবা । শত্ৰুক পাহৰি যোৱা । নিজৰ শত্ৰু ক মৈত্ৰী ভাবেৰে জয়ী কৰা । এয়ে হৈছে বৌদ্ধ জীৱন মাৰ্গ । ক্ৰোধাগ্নি শান্ত হবই লাগিব । যি জনে ভাবি থাকে তেওঁ মোক গালি পাৰিলে, বেয়া ব্যৱহাৰ কৰিলে, মোক পৰাস্ত কৰি দিলে, মোক সৰ্বস্বান্ত কৰি দিলে তেওঁৰ শত্ৰুতা কেতিয়াও শান্ত নহয় ।[১]

যি জনে এনে ভাব বা বিচাৰ নাৰাখে তেওঁৰ শত্ৰুতা নাথাকে । শত্ৰুৱে শত্ৰুক হানি কৰে, ঘৃণা কৰোতাই ঘৃণা কৰোতাক কিন্তু শেষত হানি কৰে ? ক্ৰোধক অক্ৰোধৰ দ্বাৰাই , বেয়াক ভালৰ দ্বাৰাই , লোভীক উদাৰতাৰ দ্বাৰাই মিছাক সচাঁৰে জয়ী কৰিব লাগে ।[২] সত্য কোৱা, ক্ৰোধ নকৰা অলপ থাকিলেও দিয়া ।[৩] মানুহে ক্ৰোধ ত্যাগ কৰিব লাগে মান ত্যাগ কৰিব লাগে সকলো বন্ধন চিঙি পেলোৱা , যি জন মানু হ নাম ৰূপত আসক্ত নহয়, যি কোনো বস্তুক মোৰ বুলি নাভাবে তেওঁ কোনো কষ্ট নাপাই ।[৪] যি কোনো উৎপন্ন ক্ৰোধক বাধা দিব পৰা সাৰথি ভ্ৰান্ত ৰথক ( জীৱন ৰথৰ) প্ৰকৃত সাৰথি বুলি ভবা বাকী বিলাক হৈছে চকটী ধৰাহে মাত্ৰ ।[৫] জয়ী হলেই শত্ৰুতা উৎপন্ন হয় । পৰাজিত মানুহ দুখী হৈ থাকে । শান্ত মানুহে জয় পৰাজয়ৰ চিন্তা বাদ দি সুখে শান্তিৰে শোৱে ।[৬] কামাগ্নিৰ সমান জুই একো হব নোৱাৰে ঘৃণাৰ সমান দুৰ্ভাগ্য নাই । উপাদান স্কন্ধৰ সমান দুঃখ নাই , নিৰ্বাণতকৈ কোনো সুখ নাই ।[৭]

## ৫ মান, মন আৰু মনৰ মালি

মানুহ তেনেদৰেহে হয় , যেনেদৰে মনে তৈয়াৰ কৰে । সৎ মাৰ্গত আগবাঢ়িবলৈ হ'লে মনৰ সাধনা হৈছে প্ৰথম প্ৰদক্ষেপ । বৌদ্ধ জীৱণ মাৰ্গত এইয়া হৈছে মূখ্য শিক্ষা । প্ৰতিটো কথাতে মন হৈছে পূৰ্বগামী, মনেই হৈছে মূখ্য । যদি কোনো মানুহে দুষ্ট মনেৰে কিবা কবলৈ যায় বা কৰিবলৈ যায় তেনে দুখে তেওঁৰ পিছ এনেদৰে লয় যে যেনেকৈ গাড়ীৰ চকা টানি নিয়া পশুৰ পিছে পিছে ।[৮] যদি মানুহে পৰিস্কাৰ মনেৰে কিবা কয় বা কৰে তেনে সুখে তেওঁৰ পিছে পিছে দৌৰি থাকে , যেনেকৈ কোনো কালে লগ এৰা নিদিয়া ছায়াই তেওঁৰ পিছে পিছে ।[৯] এনে ধৰনে চঞ্চল , অস্থিৰ , দঃৰক্ষা , দুনিবাৰ্য্য মনক মেধাবী মানুহে এনে ধৰণেই পোনাই লয় যেনেকৈ বাণ প্ৰস্তুত কৰোতাই বাণ নিৰ্মাণ কৰে ।[১০] বিলৰ পানী বাহিৰলৈ উলিয়াই দিয়াৰ

পিচত মাছে যেনেকৈ চট্ফটাবলৈ ধৰে, ঠিক সেইদৰে মাৰবাদ্ধি থকাৰ পৰা মুক্ত হ'লে এই মনে ধৰফৰাই থাকে ।[১]

ম্যাক নিজৰ অধীনত ৰখাতো টান, যি চঞ্চল, যি সদায় 'মোজ'হে বিচাৰি ফুৰে এনে মনক ধৰি ৰখাতো মঙ্গল । মনক বান্ধি ৰাখিব পাৰিলে সুখৰ মুখ দেখা পোৱা যায় ।[২] নিজকে নিজে এটা চাকি (বা দ্বীপ) কৰি লোৱা, পৰিশ্ৰম কৰা, যেতিয়া তোমাৰ অন্তৰৰ মলি দূৰহৈ যাব আৰু তুমি দিব্য ভূমি প্ৰাপ্ত কৰি ল'ব পাৰিবা ।[৩] যেনেকৈ সোনাৰীয়ে অলপ অলপ কৰি সোণ ৰূপৰ মলি দূৰ কৰি দিয়ে ঠিক তেনেদৰে বুদ্ধিমন্ত মানুহে নিজৰ মনৰ মলি অলপ অলপ কৰি দূ ৰ কৰি দিয়ে ।[৪] যেনেকৈ লোহাৰ পৰা উৎপন্ন হোৱা মামৰে লোহাক খাই পেলাই ঠিক তেনেদৰে পাপীয়ে নিজৰ কৰ্মক দুৰ্গতিৰ ফালে লৈ যায় ।[৫] কিন্তু সকলো মলৰ ওপৰত আটাইতকৈ বেয়া হৈছে মল । অবিদ্যা হৈছে আটাইতকৈ বেয়া মল । হে ভিক্ষু সকল । এই মল ত্যাগ কৰি নিৰ্মল হৈ যোৱা।[৬] যি মানুহ কাউৰীৰ দৰে নিৰ্লজ্জ দুষ্ট, দুঃ সাহসী তেওঁৰ জীৱন হৈছে দুৰ্গম।[৭] কিন্তু যি বিলাক মানুহ বিনম্ৰ সদায় পবিত্ৰতাৰ সন্ধানত থাকে অনাসক্ত শান্ত, নিৰ্মল,বুদ্ধি মুক্ত-এনে মানুহৰ জীৱন সুগম হয়।[৮] যি মানুহে জীৱ হিংসা কৰে, যি মিছা কথা কয়, যি পৰস্ত্ৰী গমন কৰে যি মানুহে মদ মদিৰা পান কৰে- তেওঁ এই সংসাৰতে নিজে নিজৰ কবৰ খান্দি থাকে ।[৯] হে মনুষ্য । এই কথা জানি লোৱা যে অসংযতৰ অৱস্থা ভাল নহয় । সাৱধান হ'ব লাগিব যে লোভ আৰু পাপ কৰ্মই তোমাক চিৰকাল পৰ্য্যন্ত যাচে দুঃখ দিব নোৱাৰে ।[১০] সংসাৰখনে কাৰোবাক কিবা দিছে বা শ্ৰদ্ধাৰে দিছে, বা আনন্দেৰে দিছে, যদি মানুহে আনে পোৱা পানীয়বা ভোজন দেখি জ্বলি থাকে তেনে ব্যক্তিয়ে নাই দিনত শান্তি পাই নাই ৰাতি ।[১১] যাৰ মনত এনে বিলাক চিন্তা নাথকে জড়মূল আদি সকলো নষ্ট হৈ যায় সেই জনে দিনতো আৰু ৰাতিও শান্তিতে থাকে ।[১২] ৰাগৰ সমান জুই নাই আৰু লোভৰ সমান বানপানী ( বানপানী ) নাই ।[১৩] আনৰ দোষ বিলাক সহজে দেখুৱাই দিয়ে জোৰেৰে । মানুহে আনৰ দোষ বিলাক ভূচীৰ দৰে উৰাই দিয়ে, কিন্তু নিজৰ দোষ বিলাক হ'লে লুকুৱাই ৰাখে যেনেকৈ জুৱাৰীয়ে গুটি লুকুৱাই ।[১] যি মানুহে কেৱল আনৰ দোষহে দেখি থাকে আৰু সদায় জ্বলি থাকে, তেওঁৰ ঈৰ্ষা বাঢ়িয়েই থাকে। সেই জন নিজৰ মনৰ মলি দূৰ কৰাৰ পৰা বহুত দূৰত।[২] সকলো পাপৰ পৰা বাচি থাকা, কুশল কৰ্ম কৰা। নিজৰ বিচাৰ বুদ্ধি ঠিক কৈ ৰাখা। এয়ে হৈছে বুদ্ধৰ শিক্ষা।[৩]

## ৬ নিজে নিজে আৰু আত্ম-বিজয়

মানুহ নিজে নিজে আত্ম বিজয়ী হোৱা দৰ্কাৰ। এয়ে হৈছে বৌদ্ধৰ জীৱন -মাৰ্গ।

মানুহ নিজে নিজৰ মালিক, আন কোন মালিক হ'ব পাৰে? মানুহ যদি নিজকে নিজে সংযত কৰি ৰাখিব পাৰে তেনে তেওঁ দুৰ্লভ স্বামীত্ব লাভ কৰিব পাৰে।[১] যি মূৰ্খ অৰহতে বা আচাৰ্য্যই অথবা শীলবানৰ শাসকক উপেক্ষাৰ দৃষ্টিৰে চাই আৰু মিছাৰ সিদ্ধান্তক অনুকৰণ কৰে যি কাঠৰ ( বাঁহ) ফলৰ নিমিত্তেই নিজৰ বিনাশ কৰে সেই মানুহৰ কৰ্মই হৈছে তেওঁৰ

বিনাশৰ মূল কাৰণ ।[৫] মানুহে নিজে নিজে পাপ কৰ্ম কৰে, নিজে নিজে মলিত পোত যায় । নিজে নিজে পাপ কৰ্মৰ পৰা বিৰত থাকে , নিজে নিজে তাক শুদ্ধ কৰে । শুদ্ধি অশুদ্ধি হৈছে প্ৰত্যেক ব্যক্তিৰ ব্যক্তিগত কথা । আনে আনক শুদ্ধ কৰিব নোৱাৰে ।[৬] যি 'সুন্দৰক সুন্দৰ' বুলিয়েই দেখি আছে, যি ইন্দ্ৰিয় সমূহৰ প্ৰতি অসংযত, যি ভোজনত মিতব্যয়ী নহয়, যি ঢিলাহে থাকে আৰু হীন বীৰ্য্যৰ হয় সেই মানুহক তেওঁৰ সেই অসংযত কৰ্মৰ দ্বাৰাই এনেদৰে উঁৰি যায়, যেনেকৈ বায়ুৱে দুৰ্বল গছক ।[৭] যি 'সুন্দৰক সুন্দৰ' বুলি নাভাবে বা নেদেখে, যি ইন্দ্ৰিয় সংযত ৰাখে , যি ভোজনত মিতব্যয়ী, যি শ্ৰদ্ধাবান তথা বীৰ্য্যবান তেওঁ সেইদৰে উঁৰি নাযায় যেনেকৈ বায়ুৰ দ্বাৰা পৰ্বত ।[৮] মানুহে যদি নিজকে নিজে ভাল পাই তেনে তেওঁ নিজৰ ওপৰত কঠোৰ দৃষ্টি ৰাখিব লাগিব ।[৯] সৰ্বপ্ৰথমে নিজকে নিজে উচিত কৰ্মত প্ৰবিষ্ট কৰিব লাগে তাৰ পিছতহে আনক উপদেশ দিব লাগে । বুদ্ধিমন্ত মানুহে জানিব লাগে যে এনে কোনো সুবিধা দিব নালাগে যাতে তেওঁক আনে কিবা শুনাব পাৰে ।[১০] নিজকে নিজে নিয়ন্ত্ৰন কৰি ৰখাটো টান কাম । মানুহে আনক যেনেদৰে উপদেশ দিয়ে ঠিক সেইদৰে চলিলে আনকো নিয়ন্ত্ৰণত ৰাখিব পাৰিব। এতেকে নিজক নিজে নিয়ন্ত্ৰণ কৰাটো জটিল ।[১১] মানুহে নিজে পাপ কৰি নিজে ভোগ কৰে। যদি নিজে সেই পাপৰ পৰা বিৰত থাকে আৰু নিজে নিজে পবিশুদ্ধ হয় । শুদ্ধি অশুদ্ধি হৈছে ব্যক্তিগত কথা । কোনেও কাকো পবিশুদ্ধ কৰিব নোৱাৰে ।[১] এজন মানুহে হাজাৰ জনৰ ওপৰত বিজয় লাভ কৰিব পাৰে এজন মানুহে নিজকে নিজে বিজয়ী কৰক , তেতিয়া তেওঁহে প্ৰকৃত সংগ্ৰামত বিজয়ী হব ।[২] মানুহে যেনেদৰে উপদেশ আনক দিয়ে তেওঁ নিজেই যদি সেই অনুসৰি চলে তেনে তেওঁ আনক নিয়ন্ত্ৰণত ৰাখিব পাৰিব । নিজক নিজে নিয়ন্ত্ৰণত ৰখাটো টান।[৩] নিশ্চয় পূৰ্বক মানুহ নিজে নিজৰ ৰক্ষক । আন কোন ৰক্ষক হ'ব পাৰে ? যদি মানুহে নিজকে নিজে ৰক্ষা কৰে তেনে তেওঁ এনে ৰক্ষকক লাভ কৰিব পাৰে যাৰ সমান ৰক্ষক পোৱাতো টান।[৪]

## ৭ বুদ্ধি, ন্যায় আৰু সংগতি

বুদ্ধিমান হোৱা, ন্যায়শীল হোৱা আৰু সংগতি ভাল ৰখা । এয়ে হৈছে বৌদ্ধ জীৱন মাৰ্গ ।

এনে মানুহ পোৱা যায় যাক উপযুক্ততাৰ পৰা বঞ্চিত কৰে, কষ্ট দিয়ে আৰু যদি তেওঁ বুদ্ধিমান হয় তেনে তেওঁৰ দ্বাৰা কোৱা কথা খিনি এনেদৰে মানিব লাগিব, যেনে তেওঁ ধন ভড়ালৰ বিষয়েহে কৈছে । যি তেওঁক অনুসৰণ কৰিব, তেওঁৰ কাৰণে এইটো ভাল হ'ব, বেয়া নহ'ব ।[৯] যি আলস্য ধৰণৰ টান কথা কয়, যি শিক্ষা দিয়ে, যি অনুচিত ভাল কাম কৰাৰ পৰা বিৰত থাকে, তেওঁক সৎ পুৰুষে মৰম কৰে, অসৎ পুৰুষে ঘৃণা কৰে ।[১০] পাপী পুৰুষৰ সঙ্গ নকৰিবা, নীচ পুৰুষৰ সঙ্গ নকৰিবা । সদাচাৰী বিলাকৰ লগত বন্ধুত্ব কৰা, শ্ৰেষ্ঠ পুৰুষৰ লগত মিত্ৰতা কৰা ।[১১] যি ধৰ্মত অমৃত পান কৰে, তেওঁ অত্যন্ত প্ৰসন্ন মনেৰে সুখপূৰ্বক থাকে । শ্ৰেষ্ঠ পুৰুষৰ দ্বাৰা উপদেশ দিয়া ধৰ্মত পণ্ডিত সকল সদায় সুখী হৈ থাকে ।[১] পাপী যেনি যাৰ

বিচাৰে, তেনি যায়, যান প্ৰকৃত কৰোতাই যান পোনাই লয় । বাঢ়েয়ে কাঠ পোন পাজৰ কৰি লয় আৰু পণ্ডিত সকলে নিজকে নিজে বিনীত (= নিয়ম অনুসৰি চলোতা) কৰি লয় । [২] যেনেকৈ থূপ পাতি থকা পৰ্বত বায়ুৰ বতাহে লৰাব নোৱাৰে ঠিক তেনেদৰে পণ্ডিত সকল নিন্দা প্ৰশংসাৰ দ্বাৰা বিচলিত নহয় । ধৰ্মৰ বাণী শুনাৰ পিছত পণ্ডিত সকল দ' গভীৰ সৰোবৰৰ দৰে শান্ত হৈ যায় । [৩] সৎপুৰুষসকল সকলো পৰিস্থিতিতে সমান হৈ থাকে । সৎ পুৰুষে ইচ্ছাৰ তৃপ্তিৰ নিমিত্তে কেতিয়াও মুখ নোখোলে, তেওঁ বিলাকে সুখ বা দুঃখৰ অনুভৱ হলেও উচ্চ নীচ ভাব প্ৰদৰ্শন নকৰে । [৪] যেতিয়ালৈকে পাপ কৰ্ম নপকে তেতিয়ালৈকে মূৰ্খ মানুহে তাক মধুৰ বুলিয়েই ভাবে । কিন্তু যেতিয়া পাপ কৰ্ম সম্পূৰ্ণ পকে তেতিয়া মূৰ্খ মানুহ বিলাক দুখী হয় । [৫] মূৰ্খ মানুহে যেতিয়া পাপ কৰ্ম কৰে তেতিয়া সি নাজানে যে (তেওঁ পাপ কৰ্ম কৰি আছে বুলি) জুই জ্বলাৰ দৰে সি জ্বলি থাকে । [৭] যি জাগি থাকে তেওঁৰ কাৰণে ৰাতিটো বৰ দীঘল। শান্ত মানুহৰ ওজন গভীৰ, ধৰ্মৰ প্ৰতি অনুৰাগ নথকা মূখ মানুহৰ জীৱন দীঘলীয়া । [৮] যদি মানুহে নিজতকৈ শ্ৰেষ্ঠ বা নিজৰ সমকক্ষ বন্ধু নাপায় তেনে তেওঁৰ জীৱন পথত অকলেই আগবাঢ়িব লাগিব । মূৰ্খ মানুহৰ সংগতি (ভাল) নহয় । [৯] এইটো মোৰ পুত্ৰ , এইয়া মোৰ ধন ইয়াকে ভাবি ভাবি মূৰ্খ মানুহ দুঃখী হৈ পৰে । নিজে নিজৰ হৈ নাথাকে তেনে স্থলত কি পুত্ৰ আৰু কি ধন ? [১০]

যি মূৰ্খ মানুহে নিজকে মূৰ্খ বুলিয়েই ভাবে, সেই অংশত তেওঁ পণ্ডিত, আচল মূৰ্খ সেই জনহে যি মূৰ্খ হৈও নিজকে নিজে পণ্ডিত বুলি ভাবে । [১১] যদি কোনো এজন মূৰ্খ মানুহে জনমজুৰি কোনো পণ্ডিতৰ সংগতিত থাকে তেনে তেওঁ সৎ ধৰ্মক বুজিব নোৱাৰে যেনেকৈ হেতাই দালিৰ ৰসক ধৰিব নোৱাৰাৰ দৰে । [১২] কোনো মেধাবীয়ে যদি অল্পমান সময়ৰ কাৰণেও পণ্ডিতৰ সংগতি কৰে তেনে তেওঁ সৎ ধৰ্মক জানিব পাৰে যেনেকৈ জিভাই দালিৰ ৰসক । [১৩] মেধাহীন মূৰ্খ নিজৰ শত্ৰু নিজেই হয় কিয়নো তেও এনেদৰেই পাপ কৰ্ম কৰে যাৰ ফল তিতা হয় । [১৪] যি কাম কৰাটো ঠিক নহয় সেই কাম কৰিলে মানুহে পস্তাব লাগে যাৰ ফল কান্দি কান্দি ভুগিব লগাত পৰে । [১] সেই কামহে কৰা ভাল যাক কৰি অতোৱাৰ পিচত অনুতাপ কৰিব লগাত নপৰে আৰু যাৰ ফল মানুহে প্ৰফুল্ল মনেৰে প্ৰীতিযুক্ত হৈ ভোগ কৰিব পাৰে । [২] যেতিয়ালৈকে পাপ কৰ্ম নপকে , তেতিয়ালৈকে মূৰ্খই তাক মধুতকৈ মধু বুলি ভাবি থাকে । কিন্তু যেতিয়া পাপ কৰ্ম পকে তেতিয়াহে মূৰ্খ দুঃখী হয় । [৩] লুকুৱাই ৰখা পাপ যেতিয়া মূৰ দাঙি উঠে, তেতিয়া মূৰ্খৰ কাৰণে দুঃখ হৈ পৰে, তেতিয়া তেওঁ বগা অংশক বাদ দি দিয়ে কিন্তু তেওঁৰ মূৰটো তেতিয়া টুকুৰা টুকুৰ হয় । [৪] মিছা যশস্যাৰ কামনা ভিক্ষু আৰু বিহাৰ সমূহত নিজৰ প্ৰাধ্যান্যতাৰ ইচ্ছা, আনৰ দ্বাৰা সংকৃত কৰাৰ ভাৱনা - কোনো মূৰ্খৰ কাৰণেহে এৰি দিয়ে । [৫] এজন মানুহ চুলি পকি যোৱাৰ কাৰণেই তেওঁ 'বৃদ্ধ' হ'ব নোৱাৰে । তেওঁৰ চুলি পকি গলেই তেওঁক মিছাকৈ বুঢ়া হোৱা বুলি কয় । [৬] য'ত সত্যতা আছে, শীল আছে, কৰুণা আছে, সংযম আছে, শুদ্ধি আৰু বুদ্ধি আছে - তেওঁহে বাস্তবিকতে 'বৃদ্ধ' । [৭] অধিক কৰ পাৰিলেই

বা ধুনীয়া হলেই কোনো ঈর্ষালু, কৃপণ, বেইমান মানুহ কেতিয়াও 'আদৰণীয়' হ'ব নোৱাৰে। ৮ যাৰ মনৰ পৰা এই বেয়াগুণ বিলাক আতৰি যায়, যি ঘৃণাৰ পৰা মুক্ত হয় আৰু যি বুদ্ধিমান তেৱেঁই আদৰণীয় হব পাৰে। ৯ যদি কোনো এজন ব্যক্তিয়ে কোনো কাম বলপূৰ্বক কৰি লয় তেনে তেওঁক 'ন্যায পৰায়ণ' বুলি কোৱা নাযায়। যি 'ধৰ্ম' আৰু 'অধৰ্মক' চিনি পাই, যি বুদ্ধিমান আৰু যি বলপূৰ্বক কাম নকৰে, কেৱল ধৰ্মানুসাৰে আনক মাৰ্গ প্ৰদৰ্শন কৰে, এনে বিজ্ঞ এনে ধৰ্ম ৰক্ষকক 'ন্যায়ী' বুলি কব পাৰি। ৯ বহুত কথা জানিলেও তেওঁক ধৰ্মধৰ বুলি ক'ব নোৱাৰি, কেৱল যি অকনমান ধৰ্মৰ কথা শুনে কিন্তু যাক তেওঁ কাৰ্য্যত পৰিণত কৰে, যি ধৰ্মৰ বিষয়ত কেতিয়াও প্ৰমাদ নকৰে, তেৱেঁই 'ধৰ্মধৰ' বুলি খ্যাত হয়। ১২ যদি কোনো মানুহে বুদ্ধিমান বন্ধুক লগ পাই, ধৈৰ্য্যবান সকলো বিপদৰ পৰা বাচি থাকে, তেওঁ সুখ পূৰ্বক, বিবেক যুক্ত হৈ তেওঁৰ লগত থাকে। ১৩ যদি কোনোৱে বুদ্ধিমান আৰু ধৈয্যবান ব্যক্তিক লগ পাই তেনে তেওঁ সেই ৰজাৰ দৰে নিজৰ বিজিত দেশখনক ত্যাগ কৰিব পাৰে বা জংঘলত হাতীৰ দৰে অকলেই থাকিব পাৰে। ১৪ মূৰ্খৰ লগত সংগতি কৰাতকৈ অকলে থকাই ভাল, মানুহ অকলে থাকক, কোনো পাপ কাম নকৰক অথাৎ জংঘলত হাতী থকাৰ দৰে। ১ সময়ত বন্ধুৰ লগত থকাটো সুখ জনক, ভোগৰ সামগ্ৰী সদায় সুখকৰ হয়, শুভ কৰ্ম কৰাটো সদায় সুখজনক হয় শেষ সময় আহি পালেও পূণ্যকৰ্ম কৰি থাকিলে সুখকৰ হয়, সকলো দুঃখ নাশ কৰিলে সুখকৰ হয়। ২ ভ্ৰাতৃত্ব বোধ সুখকৰ, পিতৃত্ববোধ সুখকৰ তথা শ্ৰমণত্ব সুখকৰ। ৩ বৃদ্ধকাল পৰ্য্যন্ত শীল পালন কৰাটো সুখকৰ দৃঢ়তাপূৰ্বক প্ৰতিষ্ঠাত শ্ৰদ্ধা সুখকৰ, প্ৰজ্ঞা লাভ কৰাটো সুখকৰ তথা পাপ নকৰাটো সুখকৰ। ৪ মূৰ্খৰ সংগতিয়ে বহুত দেৰিলৈকে কষ্ট দিয়ে মূৰ্খৰ সংগতি শত্ৰুৰ সংগতিৰ সমান সদায় দুঃখজনক, বুদ্ধিমানৰ লগত কৰা সংগতিয়ে সম্বন্ধীয় সংগতিৰ সমানেই সদায় সুখজ নক। ৫ এই কাৰণে মানুহ হব লাগে প্ৰজ্ঞাবান, বুদ্ধিমান, বিজ্ঞ ক্ষমাশীল ধৰ্মধৰ তথা শ্ৰেষ্ঠ মানুহৰ অনুসৰণ এনেদৰে কৰিব লাগে যেনেকৈ চন্দ্ৰই নক্ষত্ৰ পথক অতিক্ৰম কৰে। ৬ ভুল ভ্ৰান্তিত যাতে নপৰে, আৰু কাম ভোগৰ পিছত যাতে নপৰে। নিভূল ব্যক্তিয়ে বিপুল সুখ শান্তি লাভ কৰে। ৭ যেতিয়া বুদ্ধিমান ব্যক্তিয়ে ভুলক ভুলৰ দ্বাৰা বহুৱাই দিয়ে তেতিয়া প্ৰজ্ঞাৰ প্ৰসাদত উঠি স্বয়ং শোকৰহিত হৈ তেওঁ ধৈৰ্য্যবান শোকগ্ৰস্ত মূৰ্খ জনতাক এনেদৰে চাইযে যেনেকৈ পৰ্বতৰ ওপৰত উঠা কোনো ধৈয্যবানে মাটিত থিয় দি থকা জনতাক। ৮ দোষীৰ মাজত নিৰ্দ্দোষীয়ে শুই থাকি জাগি থকা বুদ্ধিমান মানুহে আনক পিছ পেলাই নিজে এনেদৰে আগবাঢ়ে যে যেনেকৈ কোনো দুৰ্বল ঘোঁৰাক পিচত এৰি বলবান ঘোঁৰাই আগবাঢি যোৱাৰ দৰে। ৯

## ৮ মনৰ সজাগতা আৰু একাগ্ৰতা

প্ৰত্যেকটো কাম কৰাৰ সময়ত সাৱধান হোৱা দৰকাৰ, প্ৰত্যেক কামকে চিন্তা চৰ্চা কৰি কৰিব লাগে, প্ৰত্যেক বিষয়ত অপ্ৰমাদী আৰু উৎসাহী হোৱা। এয়েই হৈছে বৌদ্ধ জীৱন মাৰ্গ। আমি যি হওঁ এই সকলো বিলাক আমাৰ বিচাৰৰ পৰিণাম মাত্ৰ। ই আমাৰ বিচাৰৰ

ওপৰতহে আধাৰিত , ই আমাৰ বিচাৰৰ দ্বাৰাই নিৰ্মিত । যদি মানুহে বেয়া মনোভাবলৈ কিবা কয় বা কৰে , তেনে সি দুঃখ ভোগ কৰে । যদি মানুহে পবিত্ৰ ভাবেৰে কোনো বিচাৰ কৰে বা কয়, তেনে তেওঁ সুখ পাই । এই কাৰণে পবিত্ৰ বিচাৰ হৈছে মহত্বপূৰ্ণ । ১০ বিচাৰহীন নহবা বিচাৰ যুক্ত হোৱা । বোকাত পৰি থকা হাতীৰ দৰে নিজকে মানুহে নিজৰ নামটোক নিজৰ মনটোক ৰক্ষা কৰিব লাগে , ইয়াক ৰক্ষা কৰাটো সহজ নহয়, ই যতে ইচ্চা কৰে ততে যাব বিচাৰে , সেইদৰে চিত্তক ৰক্ষা কৰাটো সুখদায়িনী । ২ ভালদৰে মেৰামতি নকৰা ঘৰে পানী দিয়ে , ঠিক সেইদৰে মনটো যদি সাধনবিহীন হয়, তেনে তাত ৰাগে প্ৰবেশ কৰিব পাৰে । ৩ যেনেদৰে ভালদৰে মেৰামতি কৰা ঘৰে পানী নিদিয়ে ঠিক তেনেদৰে সাধনাযুক্ত মনত ৰাগে প্ৰবেশ কৰিব নোৱাৰে। ৪ প্ৰথমতে মনে য'ত ইচ্ছা কৰে তাতে যায় , কিন্তু মনক এনেদৰে নিয়ন্ত্ৰন কৰি ৰাখিব লাগে, যেনেকৈ মাউতে অংকুশৰ দ্বাৰা বনৰীয়া হাতীক বান্ধি ৰাখে । ৫ য'তে ইচ্ছা কৰে ত'তে যোৱা মনৰ সাধনা ভাল । কিন্তু ইয়াক নিয়ন্ত্ৰনত ৰখা টান । কিন্তু সাধনা যুক্ত মন সুখজনক হয় । ৬ যি এই দুৰগামী মনক সংযত কৰি ৰাখিব তেওঁ বিলাক ( কামৰাগৰ) বন্ধনৰ পৰা মুক্ত থাকিব ।৭ যদি মানুহৰ মনটো অস্থিৰ হৈ থাকে তেওঁ ধৰ্মক জানিব নিবিচাৰে যদি তেওঁৰ মনটো শান্ত নহয় তেনে তেওঁ প্ৰজ্ঞা কেতিয়াও পূৰ্ণ কৰিব নোৱাৰে । ৮ এজন শত্ৰুৱে নিজৰ শত্ৰুৰ যিমানখিনি হানি কৰিব পাৰে ভুল পথে যোৱা মনে মানুহক তাতোতকৈ বেছি হানি কৰিব পাৰে । ৯ ঠিক সেইদৰে উচিত ৰাস্তাত গৈ থকা মনে মানুহৰ যিমানখিনি মঙ্গল কৰিব পাৰে সিমান খিনি মঙ্গল নাই মাতা-পিতাই কৰিব পাৰে নাই আন সমন্ধীয় মানুহে কৰিব পাৰে । ১০

## ৯ অপ্ৰমাদ আৰু বীৰ্য্য

যেতিয়া অপ্ৰমাদীয়ে প্ৰমাদক জয়ী কৰে তেতিয়া শোক মুক্ত হৈ তেওঁ স্বয়ং শোক গ্ৰস্ত মানৱ জাতিক প্ৰজ্ঞাৰূপী প্ৰসাদৰ ওচৰত থিয় হোৱা দেখিবলৈ পায় ঠিক তেনেকৈ কোনো পৰ্বতৰ শিখৰৰ ওপৰত উঠা বুদ্ধিমান মানুহে মাটিত ঠিয় দি থকা মূৰ্খ বিলাকক দেখিবলৈ পায় । ১১ অপ্ৰমাদী বিলাকক অপ্ৰমাদীয়ে শুই থকাক জাগি থকাই এনেদৰে পিছ পেলাই যায় যেনেকৈ বেগবান অশ্বই দুৰ্বল অশ্বক চেৰ পেলাই যায় । ১২

প্ৰমাদত লিপ্ত নহবা । কাম ভোগত নপৰিবা । অপ্ৰমাদীয়ে ধ্যান লাভ কৰিব পাৰে । ১ অপ্ৰমাদ হৈছে অমৃত পদ, প্ৰমাদ হৈছে মৃত্যুৰ সমান । যি লোক অপ্ৰমাদী তেওঁলোক নমৰে আৰু অপ্ৰমাদী হলে মৰাৰ সমান । ১ নিজৰ (জীৱনৰ) উদ্দেশ্যক আনৰ ডাঙৰ অৰ্থ কাৰণে এৰি নিদিবা । যেতিয়া এবাৰ তোমাৰ উদ্দেশ্য স্পষ্ট হৈ যায় তেতিয়া তেওঁক দৃঢতাপূৰ্বক ধৰি ৰাখিব লাগে । ২ অপ্ৰমাদী হৈ থাকা । প্ৰমাদক দুৰলৈ খেদি পঠোৱা সৎপথৰ ওপৰত চলা , যি মানুহ সৎ পথত চলে, তেওঁ সংসাৰত সুখেৰে থাকে । প্ৰমাদ হৈছে এটা কলঙ্ক , সততে প্ৰমাদ হৈছে এক প্ৰকাৰ ক'লা চেকা । নিৰন্তৰ প্ৰয়াস আৰু প্ৰজ্ঞাৰ সহায়তাৰে প্ৰমাদৰূপী বিষ কাড়ডাল বাহিৰ কৰি দিয়া । প্ৰমাদত নপৰিবা । কাম ভোগত নপৰিবা । অপ্ৰমাদী আৰু ধ্যানীয়েহে

অসীম সুখ লাভ কৰে । ৩ যদি কোনো অপ্ৰমাদী মুক্ত মানুহ জাগ্ৰত হৈ থাকে যদি তেওঁ বিস্মৰণ শীল নহয় আৰু তেওঁৰ যদি চৰ্য্যা শুদ্ধ হয় তেতিয়া তেওঁ নিজৰ বিবেকৰ আশ্ৰয় লয় । তেওঁ যদি সংযত হয় তথা তেওঁৰ আচৰণ ধৰ্মানুসাৰ হয় তেনে তেঁওৰ যশস্যা বাঢ়ি যায় । ৪

## ১০ দুঃখ আৰু সুখ, দান তথা দয়া

দৰিদ্ৰ হলেই দুঃখ উৎপন্ন হয় কিন্তু এই কথা আৱশ্যক নহয় যে দৰিদ্ৰতা দূৰ হলেই মানুহ সুখী হৈ যাব বুলি । উচ্চ জীৱন স্তৰ হলেই নহব । কেৱল উচ্চ আচৰণৰ দ্বাৰাহে সুখৰ মূলমন্ত্ৰ । এয়ে হৈছে বৌদ্ধ জীৱন মাৰ্গ । ভোক আটাইতকৈ ডাঙৰ বেমাৰ । আৰোগ্য আটাইতকৈ ডাঙৰ লাভ, সন্তোষ আটাইতকৈ উত্তম ধন , বিশ্বাস হৈছে আটাইতকৈ উত্তম সম্বন্ধীয় আৰু নিৰ্বাণ হৈছে আটাইতকৈ উত্তম সুখ । ৫ শত্ৰুৰ মাজতো আমি অজাত শত্ৰু হৈ সুখেৰে থাকিব পাৰো । ৬ আতুৰৰ মাজতো অনাতুৰ হৈ আমি সুখ পূৰ্বক থাকিময়ঁক । ৭ লোভীৰ মাজতো নিৰ্লোভী হৈ আমি সুখেৰে থাকিব পাৰো । ৮ যেনেদৰে অপ্ৰাপতিয়াল বাহে খেতি নষ্ট কৰে ঠিক তেনেদৰে তৃষ্ণাই মানুহক কষ্ট দিয়ে । এই কাৰণে তৃষ্ণা হৈছে মুক্ত ব্যক্তিকে তেওঁক দান দিয়াটো হৈছে মহান ফল । ১ ধৰ্মৰ দান হৈছে আটাইতকৈ ডাঙৰ দান । ধৰ্মৰ মাধুৰ্য্য আটাইবিলাক মাধুৰ্য্যতকৈ উত্তম । ধৰ্মৰ আনন্দ আটাইবিলাক আনন্দতকৈ উত্তম আনন্দ । ২ বিজয়ী হ'লে শত্ৰুতা উৎপন্ন হয় , পৰাজিত হ'লে দুঃখী হয় । যি জয় আৰু পৰাজয়ৰ ভাৱনাক ত্যাগ কৰি দিয়ে তেনে সেইয়া সন্তোৰতকৈ অধিক সুখী । বাগাখিৰ সমান জুই নাই , ঘৃণাৰ সমান পৰাজয় নাই , এই শৰীৰৰ সমান কোনো দুঃখৰ কাৰণ নাই , শান্তিৰ সমান কোনো সুখ নাই । ৪ আনৰ দুৰ্বলতাৰ প্ৰতি বা আনৰ কৃত কৰ্মৰ প্ৰতি মন নকৰিবা । নিজৰ দুৰ্বলতা বা নিজৰ কৃত অকৰ্মৰ প্ৰতিহে মনোনিবেশ কৰিব লাগে । ৫ যি নম্ৰ, যি শুদ্ধ গৱেষক, যি আসক্তি ৰহিত, যি নিৰ্জনতা ভাল পাই, যি পবিত্ৰ জীৱন যাপন কৰাটো বিচাৰে, যি বিবেকশীল - তেওঁ বিলাকৰ কাৰণে জীৱন কঠিন । ৬ সংসাৰত তেনে কোনো মানুহ নাই যি লেকি এনে সুবিধা দিব নোৱাৰেনে যে কিবা ক'ব বা শুনিব নোৱাৰে, যেনেকৈ এটা ভাল সোঁৱাই নিজৰ আৰোহীক কেতিয়াও চাবুক চলাবলৈ সুবিধা নিদিবনে ? কাৰো প্ৰতি কঠোৰ বচন নকবা । আনেও তেনে উত্তৰকে দিব । ক্ৰোধ যুক্ত বাণী দুঃখদ । কাৰোবাক যদি প্ৰহাৰ কৰা তেনে তোমাৰ ওপৰতো প্ৰহাৰ কৰিব ।

স্বতন্ত্ৰতা, উদাৰতা, সদাশয়তা আৰু নিস্বাৰ্থ পৰতাই সংসাৰৰ কাৰণে এনেকুৱাই মহত্ব যেনেকৈ চকাৰ ধুৰাডাল চকাৰ নিমিত্তেই নিমিত্ত ।

এয়ে হৈছে বৌদ্ধ জীৱন মাৰ্গ ।

## ১১ ধূৰ্ত্ততা আড়ম্বৰ (ঢোংগ)

কোনেও মিছা কোৱা উচিত নহয় । কোনেও আনক মিছা কথা কবৰ কাৰণে প্ৰেৰণা দিব নালাগে আৰু আনে মিছা কলেও তাৰ সমৰ্থন কৰিব নালাগে । সকলো প্ৰকাৰৰ মিথ্যা ভাৱণৰ পৰা দূৰত থাকিব লাগে ।

যেনেদৰে তথাগতে কয় — তেনেদৰে আচৰণ কৰিব লাগে । যেনে আচৰণ কৰে তেনেদৰে কয়ও । কিয়নো তেওঁ যথা ভাষী ৰূপে খ্যাত, এই কাৰণে তেওঁক তথাগত বুলি কোৱা হয় ।এয়ে হৈছে বৌদ্ধ-জীৱন-মাৰ্গ ।

## ১২ সম্যক্ মাৰ্গৰ অনুসৰণ

সৎ মাৰ্গক বাচিলোৱা । সেই পথৰ পৰা বিচলিত নহবা ।এনেয়ে অনেক পথ আছে কিন্তু সকলো বিলাক সৎমাৰ্গৰ ফালে নাযায় ।

সৎমাৰ্গে কেৱল অলপ মানুহকে সুখী নকৰে , সকলো মানুহকে সুখী কৰে ই আৰম্ভণিতে কল্যাণকাৰী হ'ব লাগিব মধ্যভাগত কল্যাণকাৰী আৰু শেষ পৰ্য্যন্ত কল্যাণকাৰী হ'ব লাগে।

সৎমাৰ্গত চলাৰ অভিপ্ৰায় হৈছে বৌদ্ধ জীৱন মাৰ্গত চলা। আটাইতকৈ সৰ্বশ্ৰেষ্ঠ মাৰ্গ হৈছে আৰ্য্য অষ্টাঙ্গিক মাৰ্গ, সৰ্বশ্ৰেষ্ঠ সত্য চাৰি প্ৰকাৰৰ আৰ্য্যসত্য, সৰ্বশ্ৰেষ্ঠ ধৰ্ম হৈছে বিৰাগ সৰ্বশ্ৰেষ্ঠ পুৰুষ হৈছে চক্ষুমান (= বুদ্ধ)। ১ এইটোৱেই হৈছে প্ৰকৃত মাৰ্গ প্ৰজ্ঞাৰ বিশুদ্ধি কৰণৰ আনমাৰ্গ নাই। এই কাৰণে এই মাৰ্গত চলা। ২ যদি তুমি এই মাৰ্গত চলিব পাৰা তেন্তে তোমাৰ দুখৰ অন্ত কৰিব পাৰিবা। মই দুখ ৰূপী শল্যৰ সম্যক্ জ্ঞান লাভ কৰি একাদিক্ৰমে এই মাৰ্গৰ বিষয়ে উপদেশ দিছো। ৩ তুমি নিজেই চেষ্টা কৰিব লাগিব।তথাগত হৈছে কেৱল পথ প্ৰদৰ্শক মাত্ৰ। ৪ সকলো সংস্কাৰেই অনিত্য যেতিয়া কোনোৱে প্ৰজ্ঞাৰ দৃষ্টিৰে ইয়াক চাব বিচাৰে, তেতিয়া তেওঁ দুখৰ অন্ত কৰিব পাৰে। ৫ সকলো ধৰ্মই অনাত্ম' যেতিয়া কোনোৱে ইয়াৰ প্ৰজ্ঞাৰ দৃষ্টিৰে চাই তেতিয়া তেওঁ দু খৰ পৰা মুক্তি পাই। ৬ যি উৎসাহেৰে কাম নকৰে ডেকা আৰু অত্যন্ত শক্তিশালী হৈয়ো এলেহুৱা হৈ থাকে যাৰ সংকল্প শক্তি দৃঢ় নহয় এনেধৰণৰ এলেহুৱা মানুহ কেতিয়াও প্ৰজ্ঞাবান হ'ব নোৱাৰে। ৭ বাণীৰ প্ৰতি সজাগ থাকিব লাগিব। বিচাৰ সমু হ সংযত কৰি ৰাখিব লাগিব, শৰীৰ দ্বাৰা যাতে কোনো বেয়া কাম নহয়। মানুহে যদি এই তিনিটা কৰ্ম পথক নিৰ্মল কৰি ৰাখিব পাৰে তেনে বুদ্ধৰ দ্বাৰা উপদিষ্ট পথ লাভ কৰিব পাৰিব। ৮ বাস্তৱিকতা হৈছে জ্ঞান লাভ কৰা, জ্ঞানৰ অভাৱ হৈছে হানি এই দুটা কথা জানি মানুহে জানিব লাগিব যে এনে ব্যৱহাৰৰ দ্বাৰাই জ্ঞানৰ বৃদ্ধি হয়। ৯ নিজ হাতেৰে শৰত কালীন ভেট ফুলৰ দৰে স্নেহ সুত্ৰক বাদ দিয়া ।শান্তিৰ পথত খোজ দিয়া ।সুগতে (= বুদ্ধ) নিৰ্বাণৰ দেশনা কৰিছে । ১০ অসৎ ধৰ্ম সেৱন কৰিব নালাগে ।অবিচাৰবান হৈ থাকিব নালাগে । মিথ্যা মত বৃদ্ধি কৰিব নালাগে । ১১ উঠি ঠিয় হোৱা, ভুল নকৰিবা । সৎ ধৰ্ম পা লন কৰিবা । শীলবানে সংসাৰত সুখী হৈ থাকে । প্ৰথমতে তেওঁ ভুল নীতিত থাকিলেও কিন্তু পিচত ভুল নীতি বিলাক বাদ দিয়ে । তেওঁ মেঘৰ পৰা মুক্ত, চন্দ্ৰৰ দৰে এই লোকক প্ৰকাশিত কৰে । ১ যি মানুহে ধৰ্মক অতিক্ৰম কৰে আৰু যি মিথ্যাবাদী, তেওঁ যি কোনো পাপ কামেই কৰিব পাৰে । ২ যি সদায় জাগ্ৰত, যি দিনে ৰাতিয়ে নিজকে শিক্ষাৰ অধিকাৰী কৰি তোলে, আৰু যি নিৰ্বাণৰ প্ৰতি ঢাল খাই , তেওঁৰ বেয়া কৰ্ম বিলাক অন্তমিত হৈ যায় । ৩ এইটো হৈছে পুৰণি কথা যি

মনে মনে থাকে তেওঁবো নিন্দা হয় , যি বেছি কয় তেওঁবো নিন্দা হয় , যি কম কয় তেওঁবো নিন্দা হয়, এই পৃথিবীত এনে কোনো মানুহ নাই যিনেকি তেওঁৰ নিন্দা কৰোতা ওলোৱা নাই । ৪ এনে কোনো মানুহ হোৱা নাই , নহ'ব আৰু নাই , যাৰ একেবাৰেই নিন্দাই নিন্দা হৈ আছে অথবা একাদিক্ৰমে প্ৰশংসা হৈ আছে । ৫ বাণীৰ ক্ৰোধৰ প্ৰতি সাৱধান থাকিব লাগিব । নিজৰ মনৰ ওপৰত সংযম ৰাখিব লাগিব । ৬ অপ্ৰমাদ হৈছে অমৃত (নিৰ্বাণৰ) পথ, প্ৰমাদ হৈছে মৃত্যুৰ পথ । যি অপ্ৰমাদী তেওঁ বিলাক কেতিয়াও নমৰে, যি প্ৰমাদী তেওঁ বিলাক মৰাৰ নিচিনা ।[৭]

## ১৩ সৎ ধৰ্মৰ লগত মিথ্যা ধৰ্মক নিমিলাবা

যি মিছাক সঁচা আৰু সঁচাক মিছা বুলি ভাবে এনেধৰণৰ মিথ্যা দৃষ্টি সম্পন্ন মানুহে কেতিয়াও সত্য লাভ কৰিব নোৱাৰে । ৮ যি সঁচাক মিছা আৰু মিছাক সঁচা বুলি ভাবে এনে ধৰণৰ মিথ্যাবাদী লোকে কেতিয়াও সত্যৰ ওপৰত অধিষ্ঠিত হ'ব নোৱাৰে । ৯ যি সত্যক সত্য বুলি আৰু মিছাক মিছা বুলি ভাবে - এনে ধৰণৰ সম্যক দৃষ্টি সম্পন্ন মানুহে সত্যতা লাভ কৰিব পাৰে । ১০ যেনেকৈ ভালদৰে নসজা এটা ঘৰে পানী দিয়ে ঠিক সেইদৰে সাধনা/ৰহিত মনত ৰাগে প্ৰবেশ কৰে । ১১ যেনেকৈ ভালদৰে সজা এটা ঘৰত পানী নপৰে ঠিক তেনেদৰে সাধনাযুক্ত মনত ৰাগে প্ৰবেশ কৰিব নোৱাৰে । ১২ উঠা । প্ৰমাদ নকৰিবা । সৎ মাৰ্গত যোৱা । সৎমাৰ্গত যোৱা মানুহে এই লোকত তথা আন লোকতো অৰ্থাৎ সকলো লোকতে সুখী থাকে। ১৩ সৎমৰ্গী হোৱা । কু মৰ্গী নহবা । সৎমাৰ্গত চলোতাই এই লোক তথা আন সকলো লোকতে সুখী থাকে । ১৪

---

পৃষ্ঠা ২৮০-১, ধম্ম পদ, বুদ্ধ বগ্গো (৫) ২, ধম্ম পদ পাপবগ্গো (৩), ৩ ধম্ম পদ, পাপবগ্গো (৭) ৪, ধম্ম পদ বালবগ্গো (৮),৫ ধম্ম পদ, বালবগ্গো,(৯),৬ ধম্ম পদ, পাপ বগ্গো (৩),৭ ধম্ম পদ, পাপ বগ্গো (৫) ,৮ ধম্ম পদ , পাপ বগ্গো (৭), ৯ ধম্ম পদ, পুপ্ফ বগ্গো (১২) ১০ পু প্ফ বগ্গো (১৩) ।

পৃষ্ঠা ২৮১-১ পাপ বগ্গো (৬),২ বালবগ্গো (৮),৩ যমক বগ্গো (১),৪ লোক বগ্গো (১),৫ নিৰয় বগ্গো,(৮),৬ বালবগ্গো (৮),৭ পাপ বগ্গো-৮ পাপ বগ্গো-৬,৯ পাপ বগ্গো-১,১০, পাপ বগ্গো-২,১১, লোক বগ্গো-৩,১২ পিয় বগ্গো-৭,১৩, সুখ বগ্গো-৭,১৪ অত্তবগ্গো-৫,১৫ অত্তবগ্গো-৬ ।

পৃষ্ঠা ২৮২-ৰ ৰ পৰা ১৩ লৈকে , অত্তবগ্গো (৭) বুদ্ধবগ্গো(৮), বুদ্ধবগ্গো(৯) পিয়বগ্গো(৬), পিয় বগ্গো(৮) পিয় বগ্গো(৩), পিয়বগ্গো(৭), পিয়বগ্গো(৬), পিয়বগ্গো(৪), পিয়বগ্গো(৮), পিয়বগ্গো (৯), পিয়বগ্গো (১১), পিয়বগ্গো (১২) ।

পৃষ্ঠা ২৮৩-১ ৰ পৰা ১১ লৈকে, দণ্ড বগ্গো(১৫), দণ্ড বগ্গো(১৬), বুদ্ধবগ্গো(৬) দণ্ডবগ্গো (৭), দণ্ডবগ্গো(১), দণ্ডবগ্গো (৪), দণ্ডবগ্গো (৬), দণ্ডবগ্গো (৯), দণ্ডবগ্গো (১৪), দণ্ডবগ্গো (১৫), পাপ বগ্গো(১০) ।

পৃষ্ঠা ২৮৪-১ ব পবা ১০ লৈকে; যমক বগ্গো (৩),কোধবগ্গো(৩), কোধ বগ্গো (৪), কোধবগ্গো (১), কোধবগ্গো (২), সুখবগ্গো(৫), সুখবগ্গো(৬), যমক বগ্গো (১), যমকবগ্গো(২), যমক বগ্গো (২), চিত্তবগ্গো(১) ।

পৃষ্ঠা ২৮৫-১ ব পবা ১৩ লৈকে, চিত্ত বগ্গো(২), চিত্তবগ্গো(৩), মলবগ্গো(২), মলবগ্গো(৫), মলবগ্গো(৬), মলবগ্গো (৯), মলবগ্গো (১০), মলবগ্গো (১১), মলবগ্গো (১২,১৩), মলবগ্গো (১৪), মলবগ্গো (১৫), মলবগ্গো (১৬) মলবগ্গো (১৭)

পৃষ্ঠা ২৮৬-১ ব পবা ১১ লৈকে মল বগ্গো(১৮), মলবগ্গো(১৬), মলবগ্গো(৮) অন্তবগ্গো(৯), যমকবগ্গো(৭), যমকবগ্গো (৮), অন্তবগ্গো (১), অন্তবগ্গো (২), অন্তবগ্গো (৩)।

পৃষ্ঠা ২৮৭-১ ব পবা ১১ লৈকে , অন্তবগ্গো (৯), সহস্স বগ্গো (৪), অন্তবগ্গো (২), অন্তবগ্গো (৩), অন্তবগ্গো (৪), অন্তবগ্গো (১), অন্তবগ্গো (৯), অন্তবগ্গো (৪), পন্ডিত বগ্গো (১), পন্ডিত বগ্গো (২), পন্ডিতবগ্গো (৩) ।

পৃষ্ঠা ১৮৮-১ ব পবা ১৪ লৈকে , পন্ডিত বগ্গো(৪), পন্ডিতবগ্গো (৫), পন্ডিত বগ্গো (৬), পন্ডিতবগ্গো (৭), পন্ডিতবগ্গো (৮), বালবগ্গো (১০), বালবগ্গো (১২), বালবগ্গো (১), বালবগ্গো (২), বালবগ্গো (৩) ,বালবগ্গো (৪) বালবগ্গো (৫), বালবগ্গো (৬), বালবগ্গো (৭) ।

পৃষ্ঠা ২৮৯-১ ব পবা ১৪ লৈকে; বাল বগ্গো(৮) ,বালবগ্গো (৯), বালবগ্গো (৯), বালবগ্গো (১০), বালবগ্গো (১৩), বালবগ্গো (১৪), ধম্মট্ঠ বগ্গো(৫), ধম্মট্ঠ বগ্গো (৬) ধম্মট্ঠ বগ্গো (৭), ধম্মট্ঠ বগ্গো (৮), ধম্মট্ঠ বগ্গো (১,২), ধম্মট্ঠ বগ্গো (৪), নাগবগ্গো (৯), নাগ বগ্গো (১০) ।

পৃষ্ঠা ২৯০-১ ব পবা ১০ লৈকে , নাগবগ্গো (১১), নাগবগ্গো (১৩), নাগবগ্গো (১৪) সুখবগ্গো (১১), সুখবগ্গো (১২), অপ্পমাদবগ্গো (৭), অপ্পমাদবগ্গো (৮), অপ্পমাদবগ্গো (৯), যমকবগ্গো (১,২) ।

পৃষ্ঠা ২৯১-১ ব পবা ১৩ লৈকে; নাগবগ্গো (৮), চিত্তবগ্গো (৩), যমকবগ্গো , চিত্তবগ্গো (৬), চিত্তবগ্গো (১০), চিত্তবগ্গো (১১), অপ্পমাদবগ্গো (৮), অপ্পমাদ বগ্গো (৯), অপ্পমাদবগ্গো (৭) ।

পৃষ্ঠা ২৯২-১ পবা ৯ লৈকে; অপ্পমাদ বগ্গো (১), অন্তবগ্গো (১০), অপ্পমাদবগ্গো (৭), অপ্পমাদবগ্গো (৪), সুখবগ্গো (৮), সুখবগ্গো (১), সুখবগ্গো (২), সুখবগ্গো (৩), তনহবগ্গো (২৩)

পৃষ্ঠা ২৯৩-১ ব পবা ৬ লৈকে ; তহ্নাবগ্গো (২৬), তহ্নাবগ্গো (২১), সুখবগ্গো (৫), সুখবগ্গো (৬), পুপ্ফ বগ্গো (৭), মলবগ্গো (১১) ।

পৃষ্ঠা ২৯৪-১ ব পবা ১৩ লৈকে; মগ্গবগ্গো(১), মগ্গবগ্গো (২), মগ্গবগ্গো (৩), মগ্গবগ্গো (৪), মগ্গবগ্গো (৫), মগ্গবগ্গো (৭) ,মগ্গবগ্গো (৮), মগ্গবগ্গো (৯), মগ্গবগ্গো (১০), মগ্গবগ্গো (১), লোকবগ্গো (১), লোকবগ্গো (২), লোকবগ্গো (৬) ।

পৃষ্ঠা ২৯৫-১ ব পবা ১৪ লৈকে; লোকবগ্গো (৭), লোকবগ্গো (১০), কোধবগ্গো (৬),কোধবগ্গো (৭), কোধবগ্গো(৮), কোধবগ্গো(১২,১৩), অপ্পমাদবগ্গো(১), যমকবগ্গো(১১) যমকবগ্গো (১১), যমকবগ্গো (১২), যমকবগ্গো (১৩), যমকবগ্গো (১৪), লোকবগ্গো (২) লোকবগ্গো (৩) ।

# চতুৰ্থ ভাগ

## বুদ্ধ-প্ৰৱচন

## গৃহস্থীৰ কাৰণে প্ৰৱচন (উপদেশ, বাণী)

### ১ সুখী-গৃহস্থী

এবাৰ ভগবান বুদ্ধৰ ওচৰলৈ অনাথ পিণ্ডক আহিল আৰু অভিবাদন জনাই কাষতে বহিল। অনাথ পিণ্ডকে জানিব বিচাৰিছিল যে গৃহস্থ কেনেকৈ সুখী হ'ব পাৰে? সেই অনুসৰি অনাথ পিণ্ডকে গৃহস্থ জীৱনৰ সুখৰ ৰহস্য বুজাই দিবৰ কাৰণে ভগবান বুদ্ধৰ প্ৰতি প্ৰাৰ্থনা জনালে। ভগবান বুদ্ধই ক'লে গৃহস্থৰ প্ৰথম সুখৰ সোপান হৈছে সম্পত্তিৰ গৰাকী হোৱা। এজন গৃহস্থই ধাৰ্মিক উপায়েৰে, ন্যায় পূৰ্বক পৰিশ্ৰমেৰে, গাৰ বাহুবলেৰে, গাৰ ঘাম বোৱাই ধন উপাৰ্জন কৰে। তেওঁ এনে ধাৰণা কৰে যে ন্যায় পূৰ্বক তেওঁ ধন অৰ্জন কৰিছে গতিকে তেওঁ প্ৰসন্ন।

দ্বিতীয় সুখ হৈছে সম্পত্তি ভোগ কৰাতো। এজন গৃহস্থই ধাৰ্মিক উপায়েৰে, ন্যায়সঙ্গত ৰূপে বিশেষ পৰিশ্ৰমৰ ফলত বাহুবলৰ দ্বাৰা, অশেষ পৰিশ্ৰমেৰে ধন উপাৰ্জন কৰে। তেওঁ নিজৰ ধনেৰে উপভোগ কৰে আৰু পূণ্য কৰ্ম কৰে। এই বিচাৰৰ দ্বাৰা তেওঁ ন্যায় পূৰ্বক আৰ্জিত ধনেৰে পূণ্য কাম কৰে গতিকে তেওঁ সুখী।

তৃতীয় সুখ হৈছে ঋণ' গ্ৰস্ত নোহোৱাৰ। এজন গৃহস্থৰ ওপৰত কাৰো কম বা বেছি ঋণ নাথাকে। এই বিচাৰৰ দ্বাৰা তেওঁৰ ওপৰত কাৰো কম বা বেছি 'ঋণ' যেতিয়া নাথাকে তেওঁ ও তেতিয়া প্ৰসন্ন চিত্তে থাকে।

চতুৰ্থ সুখ হৈছে দোষ ৰহিত হোৱাৰ। এজন গৃহস্থৰ শাৰিৰীক কৰ্ম নিৰ্দোষ হয়, বাণীৰ কৰ্ম বিলাক নিৰ্দোষ হয় আৰু মনৰ কৰ্ম সমূহ নিৰ্দোষ হয়। গতিকে তেওঁ নিৰ্দোষী ৰূপে সুখী।

অনাথ পিণ্ডক। প্ৰকৃততে এই চাৰিটা সুখ এনে ধৰণৰ যদিহে গৃহস্থই চেষ্টা কৰে তেনে লাভ কৰিবলৈ সক্ষম হয়।[১]

### ২ পুত্ৰী পুত্ৰতকৈ ভাল হ'ব পাৰে

যি সময়ত ভগবান বুদ্ধ শ্ৰাৱস্তীত আছিল, কোশল নৰেশ প্ৰসেনজিত তেওঁৰ দৰ্শনৰ কাৰণে আহিল। যি সময়ত কোশল নৰেশ প্ৰসেনজিতে ভগবান বুদ্ধৰ লগত কথা বাৰ্ত্তা পাতি আছিল, ৰাজমহলৰ পৰা এজন দূত আহিল আৰু তেওঁ আহি ৰজাৰ কাণৰ ওচৰত এটা খবৰ দিলে যে মল্লিকাই এজনী পুত্ৰী জন্ম দিলে। এনে খবৰে ৰজাক দুখীত কৰিলে। ভগবান বুদ্ধই ৰজাৰ খিন্নতাৰ বিষয়ে সুধিলে।

ৰজাই তেতিয়া কলে মই এই মাত্ৰ অপ্ৰসন্ন হোৱাৰ এটা খবৰ পালো যে ৰাণীয়ে এজনী পুত্ৰী জন্ম দিলে। ভগবান বুদ্ধই তেতিয়া ক'লে "মহাৰাজ! পুত্ৰতকৈ পুত্ৰী ভাল হ'ব পাৰে। তাই যদি বুদ্ধিমতী হয়, ধুনীয়া হয় আৰু স্বামীৰ প্ৰতি যদি অচলা ভক্তি আৰু পিতা মাতাৰ প্ৰতি স্নেহ শ্ৰদ্ধা আৰু সুন্দৰ পৰিচৰ্য্যা কৰিব পৰা হ'লে পুত্ৰীয়েই উত্তম পুত্ৰতকৈ।

আৰু যি পুত্ৰ জন্ম দিব সি ডাঙৰ কাম কৰিব, ডাঙৰ ৰাজ্যৰ শাসক হ'ব। শ্ৰেষ্ঠ মাকৰ শ্ৰেষ্ঠ পুত্ৰইহে নিজ দেশৰ নেতা হ'ব পাৰে।"[২]

## ৩ পতি আৰু পত্নী

এসময়ত ভগবান বুদ্ধই মধুৰা (= মথুৰা) আৰু নেৰঞ্জা মাজৰ মহা পথেদি গৈ আছিল। সেই পথেদি গৃহস্থ আৰু পত্নী সকলো গৈ আছিল। ভগবান বুদ্ধই ৰাস্তা এৰি এজোপা গছৰ তলত বহিল। গৃহস্থ আৰু পত্নী সকলে বৃক্ষৰ তলত বহি থকা দেখিলে। তথাগত য'ত বহি আছিল গৃহস্থ আৰু পত্নী সকলো তালৈ আহিল আৰু তেওঁৰ কাষতে বহিল। তথাগতক সম্বোধন কৰি পতি পত্নী সকলে সুধিলে ভগবান! পতি আৰু পত্নীৰ মাজত কেনে ব্যৱহাৰ হ'ব লাগে? এইদৰে ভগবান বুদ্ধই পতি পত্নীৰ প্ৰতি কলে -

"গৃহপতি সকল। পতি-পত্নী একে লগেই থকাৰ চাৰিটা ৰূপ আছে। এজন দুষ্ট পুৰুষ এজনী দেৱীৰ লগত থাকে, এজন দেৱতা এজনী দুষ্টৰ সৈতে থাকে। আৰু এজন দেৱতা এজনী দেৱীৰ লগত থাকে, "গৃহপতি সকল। এজন পতিয়ে হত্যা কৰে চুৰিকৰে ব্যভিচাৰ কৰে, মিছা মাতে, মদ্যপান কৰে, দুষ্ট, পাপী, লোভী মনেৰে গৃহস্থী জীৱন যাপন কৰে সৎ আচৰণ কৰোতাক কটুকথা কয় আৰু গালি দিয়ে। তাৰ পত্নীয়েও হত্যা কৰে চুৰি কৰে ব্যভিচাৰ কৰে, মিছা মাতে, মদ্যপান কৰে দুষ্ট পাপী আৰু লোভনীয় মনলৈ গৃহস্থী জীৱন যাপন কৰে, সদাচাৰীক কঠোৰ বচন বোলে। গালি দিয়ে। হে গৃহপতি সকল! এইদৰে এজন দুষ্ট পুৰুষে, এজনী দুষ্ট স্ত্ৰীৰ লগত বাস কৰে।

গৃহপতি। এজন স্বামীয়ে হত্যা কৰে, চুৰি কৰে ব্যভিচাৰ কৰে মিছা কথা কয় মদ্যপান কৰে, দুষ্ট, পাপী, লোভী মনেৰে গৃহস্থী জীৱন যাপন কৰে সদাচাৰীক টান কথা কয়, গালি দিয়ে। কিন্তু তেওঁৰ পত্নীয়ে নাই হত্যা কৰে নাই চুৰি কৰে নাই ব্যভিচাৰ কৰে নাই মিছা কয় নাই মদ্যপান কৰে নাই দুষ্ট নাই পাপী নাই কোনো লোভনীয় মনলৈ গৃহস্থী জীৱন যাপন নকৰে, নাই সদাচাৰীক কটু কথা কয়, নাই কাৰোবাক গালি দিয়ে। এইদৰে গৃহপতি সকল। নিশ্চয় এজন দুষ্টমানুহে এজনী দেৱীৰ লগত বাস কৰে।

'গৃহপতিসকল। এজন পতিয়ে হত্যা নকৰে, চুৰি নকৰে, ব্যভিচাৰ নকৰে মিছা নকয় মদ্যপান নকৰে, দুষ্ট নহয়, পাপী নহয় লোভীমনলৈ গৃহস্থী জীৱন যাপন নকৰে সদাচাৰীক কটু কথা নকয়, গালি নাপাৰে। কিন্তু তেওঁৰ পত্নীয়ে হলে হত্যা কৰে চুৰি কৰে, ব্যভিচাৰ কৰে মিছামাতে মদ্যপানকৰে, দুষ্ট, পাপী, লোভী মনলৈ জীৱন যাপন কৰে অত্যাচাৰীক বেয়া কথা কয় আৰু গালি দিয়ে। এইদৰে গৃহপতি সকল। নিশ্চয় এজন দেৱতা এজনী দুষ্ট স্ত্ৰীৰ লগত বাস কৰে।

গৃহপতি সকল! কোনো পতি পত্নীয়ে নাই হত্যা কৰে, নাই চুৰি কৰে, নাই ব্যভিচাৰ কৰে নাই মিছা মাতে, নাই মদ্যপান কৰে, নাই দুষ্ট হয়, নাই পাপী হয় নাই লোভী মন এটালৈ জীৱন যাপন কৰে, নাই সদাচাৰীক কটু কথা শুনাই, নাই গালি দিয়ে। এইদৰে গৃহপতি সকল। নিশ্চয় এজন দেৱতাই এজনী সৎ দেৱীৰ লগত বাস কৰে।

"গৃহপতি সকল! পতি পত্নীয়ে এনেদৰে একে লগে থকাৰ এই চাৰিটাই ৰূপ।"[৩]

সুচৰিত্ৰবান হৈ থকাৰ কাৰণে প্ৰবচন ।

## ১ মানুহৰ পতন কেনেকৈ হয়?

এসময়ত ভগবান বুদ্ধই শ্ৰাৱস্তীত অনাথ পিণ্ডৰৰ জেতবনাৰামত আছিল।[৪]

ৰাতি যেতিয়া বেছি হৈ গৈছিল, তেতিয়া এজন দেৱতাই দেখিবলৈ পালে যে যাৰ প্ৰকাশত গোটেই জেতবনখন পোহৰহৈ উঠিছিল সেই স্থিতি দেখি সেই দেৱতাজন তথাগতৰ ওচৰলৈ আহিল আৰু শ্ৰদ্ধাপূৰ্বক অভিনন্দন জনালে আৰু ওচৰতে ৰহিল।

"হে তথাগত। মই আপোনাৰ ওচৰত প্ৰশ্ন কৰিবৰ কাৰণে উপস্থিত হৈছো। অনুগ্ৰহ কৰি কওঁকচোন কেনেকৈনো মানুহৰ পতন হয়।" ভগবান বুদ্ধই প্ৰশ্নৰ উত্তৰ এনেদৰে দিব ধৰিলে-

"উন্নতিশীল মানুহৰ লক্ষনও সহজ আৰু পতনমুখী মানুহৰ লক্ষণ ও সহজ। যি জনে ধৰ্মৰ প্ৰতি প্ৰেম কৰে তেওঁ উন্নত হয়। যি জনে ধৰ্মৰ প্ৰতি ঘৃণা কৰে তেঁওৰ পতন হয়।

'অসৎ পুৰুষক তেওঁৰ ভাল লাগে সৎপুৰুষক তেওঁৰ ভাল নালাগে, অসৎ পুৰুষৰ ধৰ্ম ভাল লাগে- এইয়া হৈছে পতনোমুখী মানুহৰ দ্বিতীয় লক্ষণ। তেওঁ এলেহুৱা হয় আনৰ লগত গল্প মাৰি থাকি ভাল পায় তেওঁ পৰিশ্ৰমী নহয় দুৰ্বল আৰু ক্ৰোধী হয় - এইয়া হৈছে পতনোন্মুখৰ তৃতীয় লক্ষণ।

'যি জনে লগত পইচা ৰাখিও নিজৰ গত যৌৱনত মাক বাপেকক পালন পোষণ নকৰে সেইয়া হৈছে পতনোন্মুখীৰ চতুৰ্থ লক্ষণ।

'যি জনে মিছা কথাৰে কোনো ভাল মানুহক (= ব্ৰাহ্মণ) কোনো শ্ৰমণক বা অন্য কোনো সাধুক ঠগে- এইয়া হৈছে পতনোন্মুখীৰ পঞ্চম লক্ষণ।

যি মানুহে বহুত সম্পত্তি ৰাখে যাৰ লগত বহুত ধন ধান থাকে কিন্তু সেই বিলাক অকলেই ভোগ কৰে - সেইয়া হৈছে পতনোন্মুখীৰ ষষ্ঠ লক্ষণ।

যি জনে নিজৰ জন্মৰ ধনৰ বা জাতিৰ অভিমান কৰে আৰু নিজৰ সম্বন্ধীয়ৰ ফালৰ পৰা দূৰে দূৰে থাকে সেইয়া হৈছে পতনোন্মুখী মানুহৰ সপ্তম লক্ষণ।

"যি মানুহ ব্যভিচাৰী মদপী জুৱাৰী আৰু যি লগত আছে তাক অবাবত উৰাই দিয়ে - সেইয়া হৈছে পতনোন্মুখী মানুহৰ অষ্টম লক্ষণ।

"যি নিজৰ পত্নীৰ ওচৰত সন্তুষ্ট নাথাকি, বেশ্যালয় তথা পৰস্ত্ৰীৰ ওচৰলৈ যায় সেইয়া হৈছে পতনোন্মুখী মানুহৰ নৱম লক্ষণ।

"যি মানুহে কোনো অসংযত অযথা খৰছ কৰোতা পুৰুষ বা স্ত্ৰীক অধিকাৰী পাতি লয় সেইয়া পতনোন্মুখৰ দশম লক্ষণ।

যি ক্ষত্ৰিয়, অলপ সাধন ৰাখি কিন্তু বিৰাত মহৎ আকাংখ্যাৰে ৰজা হ'ব বিচাৰে এইয়া হৈছে পতনোন্মুখীৰ একাদশ লক্ষণ।

'হে দেৱতা সকল। পতনৰ এই বিলাক কথা জানিলোৱা যদি তুমি এই বিলাকৰ পৰা বাচি থাকিব পাৰা, তেনে তুমি সুৰক্ষিত হৈ থাকিব পাৰিবা।

## ২ বেয়া মানুহ

ভ্ৰমণ কৰি থকা সময়ত ভগবান বুদ্ধই ভিক্ষু সকলক লগত লৈ গৈ থাকোতে এই উপদেশ দিছিল — ভিক্ষু সকলক সম্বোধন কৰি ভগবান বুদ্ধই কলে — "তোমালোকে বেয়া মানুহৰ পৰিচয় জানানে?'

"নাই। ভন্তে।"

'মই তোমালোকক এজন বেয়া মানুহৰ পৰিচয়ৰ বিষয়ে কৈছোঁ।"

' কোনো মানুহ এনে হয় যাক কিবা সুধিলে কবানে কি, নোসোধাকৈ আনৰ বদনাম ৰচনা কৰিবলৈ ধৰে। কিন্তু সুধিলে প্ৰশ্ন কৰিলে, আনৰ বদনাম নঠকা কৰি নুলুকুৱা কৰি বহলাই ব্যাখ্যা কৰিব ধৰে। ভিক্ষু সকল। এনে বিলাক মানুহেই বেয়া মানুহ হয়। কোনো মানুহ এনেকুৱা যে কোনো কথা নুসুধিলেও সুধিলেও আন মানুহৰ গুণৰ কথা নকয়। সুধিলে প্ৰশ্ন কৰিলেও সুধিলেও আন মানুহৰ গুণৰ কথা নকয়। সুধিলে প্ৰশ্ন কৰিলেও তেওঁ আনৰ গুণ গাই।

কোনো মানুহ এনেকুৱা হয় নুসুধিলেও ক'ব বিচাৰে, সুধিলেও নিজৰ দোষৰ কথা স্বীকাৰ নকৰে। সুধিলেও প্ৰশ্ন কৰিলেও তেও নিজৰ দোষ প্ৰকাশ নকৰে কিন্তু তাক লুকুৱাই ৰাখে। সম্পূৰ্ণ বৰ্ণনা নকৰে। ভিক্ষু সকল। এনে ধৰণৰ মানুহেই বেয়া মানুহ। 'কোনো মানুহ এনে হয় তেওঁকতো সুধিবই নালাগে। নোসোধাকৈয়ে নিজৰ গুণৰ কথা বৰ্ণনা কৰিবলৈ লয়। সুধিলেও প্ৰশ্ন কৰিলেও নিজৰ সংগুণৰ বৰ্ণনা কৰিবলৈ ধৰে। তাক তেও ঢাকি নাৰাখে লুকুৱাই নাৰাখে। তেও তাৰ পূৰা বিৱৰণ দিয়ে। ভিক্ষু সকল। এনে ধৰণৰ মানুহ বিলাকেই বেয়া মানুহ হয় ।

## ৩ সৰ্বশ্ৰেষ্ঠ মানুহ

ভ্ৰমণৰত অৱস্থাত ভগবান বুদ্ধই ভিক্ষু সকলক উপদেশ দিছিল - ভিক্ষু সকলক সম্বোধন কৰি ভগবান বুদ্ধই কলে - 'ভিক্ষু সকল। এই সংসাৰত চাৰি ধৰণৰ মানুহ আছে।

(১) যিজনে নাই নিজৰ ভাল কাম কৰিছে, নাই আনৰ কৰিছে, (২) যি জনে নাই আনৰ ভাল কাম কৰিছে, নাই নিজৰ কৰিছে (৩) যি জনে অৱশ্যে নিজৰ ভাল কাম কৰিছে। কিন্তু আনৰ হ'লে কৰা নাই। (৪) যি জনে নিজৰ ভাল কাম কৰিছে, আনৰো অৱশ্যে কৰিছে। যি জন মানুহে নাই নিজৰ কাৰণে ভাল কাম কৰিছে, নাই আনৰ কাৰণে চেষ্টা কৰিছে। তেওঁ হৈছে শ্মশানৰ খড়িৰ দৰে যিনেকি দুয়ো ফালে জ্বলি আছে, আৰু যাৰ মনৰ মাজত মলিৰে ভৰি আছে, সেই জনে নাই গাৱঁ জ্বলাব নাই জংঘল। এনে ধৰণৰ মানুহ নাই সংসাৰৰ কোনো কামৰ কাৰণে উপযুক্ত হয় নাই নিজৰ কোনো কামৰ বাবে।

'যি জনে নিজৰ হানি কৰি আনৰ উপকাৰ কৰে তেও এই দুয়োটাতকৈ অনেক গুণে ভাল।

'কিন্তু ভিক্ষু সকল। চাৰি ধৰণৰ মানুহৰ মাজত আটাইতকৈ উত্তম হৈছে সেয়ে যি আনৰ ভাল কৰিবৰ কাৰণে চেষ্টা কৰে আৰু নিজৰ ভাল কৰিবৰ কাৰণে ও চেষ্টা কৰে।

## ৪ জ্ঞানী মানুহ

এসময়ত ভগবান বুদ্ধ উকট্‌ঠ আৰু সেতব্য নামক দুখন নগৰৰ মাজৰ মহাপথেদি গৈ আছিল। সেই সময়ত দোণ নামক এজন ব্ৰাহ্মণো বুদ্ধ যোৱাৰ পথেদি গৈ আছিল।

বুদ্ধই ৰাস্তা এৰি এজোপা বৃক্ষৰ তলত পদ্মাসন লগাই বহিল। তেতিয়া দোণ ব্ৰাহ্মণেও তেওঁৰ চৰণ চিহ্ন অনুসৰণ কৰি তাত পালেগৈ। য'ত ভগবান বুদ্ধই বৃক্ষৰ তলত শান্ত মুদ্ৰাত সংযত ইন্দ্ৰিয় সহিত প্ৰসন্ন মনেৰে আৰু একাগ্ৰতাৰে বহি আছিল। ইয়াকে দেখি দোণ ব্ৰাহ্মণও গৈ তেওঁৰ কাষতে বহিল।

দোণ ব্ৰাহ্মণে ভগবানৰ প্ৰতি প্ৰশ্ন কৰিলে -

"আপুনি দেৱতা নহয়নে কি?"

'ব্ৰাহ্মণ! মই নিশ্চয় কৰি দেৱতা নহওঁ।'

'আপুনি গন্ধৰ্ব নহয়নে কি?"

"ব্ৰাহ্মণ! মই নিশ্চয় কৰি গন্ধৰ্ব নহওঁ।

"আপুনি যক্ষ নহয়নে কি?"

"ব্ৰাহ্মণ! মই নিশ্চয় কৰি যক্ষ নহওঁ।

"আপুনি মানুহ নহয়নে কি?"

"ব্ৰাহ্মণ! মই নিশ্চয় কৰি (সামান্য) মানুহ নহও। তথাগতৰ এনে উত্তৰ শুনি দোণ ব্ৰাহ্মণে কলে - "আপুনি দেৱতানে বুলি প্ৰশ্ন কৰাত উত্তৰ দিলে- নহওঁ।

গন্ধৰ্ব বুলি প্ৰশ্ন কৰাত উত্তৰ দিলে - নহও।

যক্ষ বুলি প্ৰশ্ন কৰাত উত্তৰ দিলে - নহঁও।

মনুষ্য হয়নে বুলি প্ৰশ্ন কৰাত উত্তৰ দিলে - নহওঁ।

তেনেহলে আপুনিনো কি?

'ব্ৰাহ্মণ! মই নিশ্চয় কৰি এজন দেৱতা এজন গন্ধৰ্ব, এজন যক্ষ এজন মানৱ অৰ্থাৎ সকলো ৰূপতে আছিলো অৰ্থাৎ যি পৰ্যন্ত মই পাপৰ পৰা মুক্ত হ'ব পৰা নাছিলো। এতিয়া মই সকলো জঞ্জালৰ পৰা মুক্ত সেই বিলাক এতিয়া কাটি দিয়া তাড়ৰ দৰে হৈ গ'ল, এই বিলাকৰ জড়মূল সমূলঙ্কে নিৰ্মূল হৈ গ'ল। ইয়াৰ এতিয়া উৎপত্তিৰ কোনো সম্ভাৱনা নাই।

যেনেকৈ কমল ফুল পানীত উৎপন্ন হৈ, পানীতে বাঢে পানীৰ পৰা বাহিৰলৈ ওলাই আছে, আৰু পানীৰ মাজত পানীয়ে স্পৰ্শ কৰিব নোৱাৰা অৱস্থাত থাকে; সেইদৰে হে ব্ৰাহ্মণ! মই সংসাৰত উৎপন্ন হৈছো ডাঙৰ-দীঘল হৈছো কিন্তু এতিয়া সংসাৰখনক বিজয় কৰি সংসাৰখনক স্পৰ্শ কৰিব নোৱাৰা অৱস্থাত আছো।

এই কাৰণে ব্ৰাহ্মণ! এতিয়া তুমি মোক তথাগত (= জ্ঞানী মানুহ) বুলি জানিবা।"[৭]

## ৫ মনুষ্য-ন্যায়ী তথা সৎলোক

ভিক্ষু সকলক সম্বোধন কৰি ভগবান বুদ্ধই কলে -

এতিয়া চাৰি প্ৰকাৰৰ মানুহৰ ভেদ জানি লোৱাতো দৰ্কাৰ যদিহে তুমি সৎলোক আৰু ন্যায় পৰায়ণ লোকৰ পৰিচয় জানিব বিচাৰা।

"ভিক্ষু সকল! কিছুমান এনে মানুহ আছে, যি নিজৰ মঙ্গল কৰিবৰ কাৰণে চেষ্টা কৰে, আনৰ কাৰণে নহয়।

"ভিক্ষু সকল! কোনো মানুহে নিজৰ কাম ভাবক দূৰ কৰিবৰ কাৰণে বিচাৰে আনৰ হ'লে কাম ভাব দূৰ কৰিব নিবিচাৰে নিজৰ খং (= ক্ৰোধ দূৰ) কৰিবৰ কাৰণে যত্ন কৰে আনৰ হ'লে ক্ৰোধ দূৰ কৰিবৰ কাৰণে চেষ্টা নকৰে নিজৰ অবিদ্যা দূৰ কৰিল্ব কাৰণে চেষ্টা চলাই কিন্তু আনৰ অবিদ্যা হলে দূৰ কৰিবৰ কাৰণে প্ৰেৰণা নজগাই।

'ভিক্ষু সকল! এই বিলাক মানুহে নিশ্চয় কৰি নিজৰ উন্নতিৰ কামমাহে কৰে আনৰ হ'লে নকৰে। ভিক্ষু সকল! এই বিলাক মানুহে নিজৰ উন্নতিত কৈ আনৰ উন্নতিৰ কাৰণেহে চেষ্টা কৰে।

'ভিক্ষু সকল! কোনো মানুহে নিজৰ কামভোগ ক্ৰোধ আৰু বিদ্যাক দূৰ কৰিবৰ নিমিত্তে চেষ্টা নকৰে কিন্তু আনক হ'লে কাম ভোগ ক্ৰোধ আৰু অবিদ্যা নাশ কৰিবৰ কাৰণে প্ৰেৰণা দিয়ে।

ভিক্ষু সকল! এনে মানুহ আছে যি আনৰ মঙ্গলৰ চেষ্টাহে কৰে নিজৰ কাৰণে নকৰে।

'ভিক্ষু সকল! কিছুমান মানুহ এনে হয় যিনে কি নাই নিজৰ উন্নতিৰ কাৰণে চেষ্টা কৰে নাই আনৰ উন্নতিৰ নিমিত্তে চেষ্টা কৰে।

ভিক্ষু সকল! কোনো মানুহে নাই নিজৰ কাম ভোগ ক্ৰোধ তথা অবিদ্যাক দূৰ কৰিবৰ কাৰণে চেষ্টা কৰে নাই আনৰ কামভোগ ক্ৰোধ তথা অবিদ্যাক দূৰ কৰিবৰ কাৰণে প্ৰেৰণা দিয়ে।

'ভিক্ষু সকল! এই শ্ৰেণীৰ মানুহে নাই নিজৰ মঙ্গল কামনা কৰে নাই আনৰ কৰে।

ভিক্ষু সকল! এনেধৰণৰ কিছুমান মানুহ আছে যি নিজৰ উন্নতিৰ লগে লগে আনৰো উন্নতি কামনা কৰে।

'ভিক্ষু সকল! এনে মানুহ আছে যি নিজৰ কাম ভোগ ক্ৰোধ আৰু অবিদ্যাক দূৰ কৰাৰ চেষ্টা কৰাৰ লগে লগে আনৰো কাম ভোগ ক্ৰোধ আৰু অবিদ্যা দূৰ কৰিবৰ কাৰণে প্ৰেৰনা জোগাই।

'ভিক্ষু সকল! এনে ধৰণৰ মানুহে নিশ্চয় পূৰ্বক নিজৰ উন্নতিৰ লগে লগে আনৰো উন্নতিত সহায় কৰে।"

এইদৰে এই অন্তিম মানুহহে ন্যায়ী আৰু সৎলোক বুলি ধৰি ল'ব লাগে।

## ৬ শুভ কৰ্ম কৰাৰ আৱশ্যকতা

কোনো এক সুবিধানুসৰি ভগবাম বুদ্ধই ভিক্ষু সকলক এনে ধৰণে সম্বোধন কৰিলে-

'ভিক্ষু সকল! শুভ কৰ্ম কৰাত বিলম্ব নকৰিবা। ইয়াত যি 'কুশল শব্দ প্ৰয়োগ কৰা হৈছে ই এক প্ৰকাৰ সুখ বা ভাল পোৱা বা আনন্দ দিয়াৰ পৰ্য্যায় মাত্ৰ। ভিক্ষু সকল!

ইয়াৰ মই নিজেই সাক্ষী যে মই নিজেই চিৰকাল পৰ্যন্ত শুভ কৰ্মৰ ইচ্ছা কৰো, ৰুচি গাহ্য প্ৰিয় তথা আনন্দদায়ক ফল উপভোগ কৰিছো।"

'মই নিজকে নিজে সোধো যে এইয়া কোন বিলাক শুভ কৰ্মৰ পৰিণাম এইয়া কোন বিলাক কুশল কৰ্মৰ ফল যাৰ কাৰণে মই ইমান সন্তুষ্ট আৰু সুখী? "যি উত্তৰ মই পাও সেইয়া হৈছে এই তিনিটা কুশল কৰ্মৰ ফল - দানৰ, শীলৰ তথা সংযমৰ। এই সময় হৈছে মঙ্গলৰ সময় এই সময় উৎসৱ পালন কৰাৰ সময় এই সময় আনন্দ কৰাৰ সময় মঙ্গলময় ক্ষণৰ সময়, যেতিয়া দান যোগ্য জনক দান দিয়া যায়, যেতিয়া শুভ কৰ্ম, শুভ বচন আৰু শুভ বিচাৰৰ পৰিণাম স্বৰূপে ইয়াৰ অভ্যাস কৰোতাই শুভফল লাভ কৰে। তেওঁ বিলাক ভাগ্যবান যি এই লাভৰ গৰাকী হৈছে, যি সমৃদ্ধি লাভ কৰিছে। এই কাৰণে তুমি ও নিজৰ ইষ্ট কুটুম্ব সহিত নিৰোগ আৰু সুখী থাকি সৎপথৰ সমৃদ্ধি লাভ কৰা।

### ৭ শুভ সংকল্প কৰাৰ আৱশ্যকতা

এবাৰ শ্ৰাৱস্তীৰ জেতবনত বিহাৰ কৰি থকা সময়ত ভগবান বুদ্ধই ভিক্ষু সকলক কলে — 'ভিক্ষুসকল। পবিত্ৰ আৰু সুখী জীৱন ব্যতিত কৰিবৰ কাৰণে শুভ সংসল্পৰ নিতান্তই আৱশ্যক।

'মই তোমাক ক'ব বিচাৰিছো যে তোমাৰ শুভ সংকল্প কেনে হোৱা উচিত?

(১) সংকল্প কৰিব লাগে যে আমি জীৱন যুৰি পিতা-মাতাৰ সেৱা কৰিব লাগে।

(২) সংকল্প কৰিব লাগে যে আমি ডাঙৰক আদৰ কৰিব লাগে।

(৩) সংকল্প কৰিব লাগে যে আমি মধুৰ ভাষী হ'ব লাগে।

(৪) সংকল্প কৰিব লাগে যে আমি কাৰো বেয়া নকৰো।

(৫) সংকল্প কৰিব লাগে যে আমি আমাৰ হৃদয়ক স্বাৰ্থপৰতাৰ পৰা মুক্ত কৰিব লাগে দানশীল হৈ থাকিব লাগে।

(৬) সংকল্প কৰিব লাগে যাতে আমি যি পাওঁ তাক আমি সকলোৰে মাজত ভাগ কৰি লম।

(৭) সংকল্প কৰিব লাগে যে আমি জীৱনভৰ শান্ত হৈ থাকিম আৰু যদি ক্ৰোধ উৎপন্ন হয় তেনে আমি তাক শান্ত কৰিম।

ভিক্ষু সকল। এই সাতোটা সংকল্প, যাক তুমি তোমাৰ হৃদয়ত স্থান দিলা আৰু সেই অনুসৰি আচৰণ কৰিলে জীৱনটো সুখী আৰু পবিত্ৰ কৰিব পাৰিবাইক।'

## সৎ আচৰণ সম্বন্ধীয় প্ৰবচন

### ১ সৎ আচৰণনো কি?

এসময়ত ভগবান বুদ্ধই মহান ভিক্ষু সংঘক লগত লৈ ঘূৰি ফুৰিছিল তেতিয়া তেওঁ শালা নামৰ এখন ব্ৰাহ্মণ গাঁৱত পালেগৈ। সেই গাঁৱখন কোশল জনপদত আছিল। শালা গ্ৰামৰ ব্ৰাহ্মণ মুখিয়া সকলে শুনিবলৈ পালে যে ভগবান বুদ্ধই ভ্ৰমণ কৰি আহি তেও বিলাকৰ কোশল জনপদত আহি পালেহি। তেওঁ বিলাকে চিন্তা কৰিলে যে ভগবান বুদ্ধৰ দৰ্শনাৰ্থে

যোৱাতো মঙ্গল হ'ব। এই বুলি তেওঁবিলাক গ'ল আৰু তেওঁৰ ওচৰতে বহিল। আৰু ভগৱান বুদ্ধৰ প্ৰতি প্ৰাৰ্থনা জনালে যে সৎ আচৰণৰ অভিপ্ৰায়নো কি আমাক বুজাই দিবনে কি? তেওঁ বিলাকৰ আগ্ৰহত ভগৱান বুদ্ধই ক'ব ধৰিলে - 'শৰীৰৰ তিনিটা দুৰাচৰণ বাণীৰ চাৰিটা দুৰাচৰণ আৰু মনৰ তিনিটা দুৰাচৰণ আছে।

যিমান দূৰ শৰীৰৰ দুৰাচৰণৰ কথা আহি পৰে -

(১) তেজৰ বাঙলী হাতেৰে, হত্যাকাৰী হোৱা কাৰণে, প্ৰাণীৰ প্ৰতি কোনো দয়া মমতা নোহোৱাৰ কাৰণে জীৱ হত্যা কৰিব পাৰে।

(২) গাঁৱৰ বা অৰণ্যৰ যি বস্তু তেওঁৰ নহয়, তাক তেওঁ চুৰিৰ মানসিকতাৰে নিদিয়াকৈ লৈ লয়, অথবা তেওঁ ব্যভিচাৰ কৰিব পাৰে, মাতা পিতা, ভাই ভনী অথবা আন কাৰোবাৰ লগত থকা সম্বন্ধীয়ৰ অধীনত থকা (অবিবাহিত) জীয়ৰী বিলাকৰ প্ৰতি, এনে বিলাক ছোৱালীকো মালা দিব বিচাৰে যি বিলাক ছোৱালীৰ ডিঙিত ইতিমধ্যে মালা পৰিগৈছে।

যিমান দূৰ বাণীৰ দুৰাচৰণৰ কথা আহি পৰে -

(১) মানুহে মিছা ক'ব পাৰে যেতিয়া তেওক কোনো সভাৰ সম্মুখত বা গাঁৱ পঞ্চায়তৰ সম্মুখত বা পৰিবাৰ পৰিষদৰ সম্মুখত বা ৰাজকীয় পৰিষদৰ সম্মুখত বা নিজৰ শ্ৰেণীৰ সম্মুখত সাক্ষী দিবৰ কাৰণে কোৱা যায় তেনে তেও নাজানিও ক'ব বিচাৰে যে মই জানো মই নাজানো নেদেখিলেও কয় মই দেখিছো বুলি, দেখিও কয় যে নাই দেখা তেওঁ নিজৰ হিতৰ নিমিত্তে আন কাৰোবাৰ হিতৰ কাৰণে অথবা কোনো লোভৰ কাৰণে জানি শুনিও মিছা ক'ব পাৰে।

(২) তেও এজন লগনীয়া হ'ব পাৰে, ইয়াত শুনিলে আৰু তাতগৈ কলেগৈ যাতে ইয়াৰ লগত তাৰ কাজিয়া হৈ যায় অথবা তাত শুনিলে আৰু ইয়াত কিবা প্ৰকাৰে লগাই দুয়ো পক্ষৰ মাজত কাজিয়া কৰাই দিয়ে তেও হৈছে শান্তি ভঙ্গ কৰোতা আৰু অশান্তিক উত্তেজিত কৰোতা কাজিয়া লগোৱাৰ অভিপ্ৰায়েৰেই তেও কয় কাজিয়াখন লাগিলেহে সি আনন্দ পাই উৎফুল্লিত হয় প্ৰসন্ন হয়। অথবা।

(৩) তেওঁৰ মুখখন তিতা হব পাৰে, যি তেওঁ কয় সেইয়া অপ্ৰিয় আৰু কঠোৰ হয় আনৰ হৃদয়ত দুখ দিওঁতা, ক্ৰোধক উত্তেজিত কৰোতা আৰু নিৰ্জনতা ভঙ্গ কৰোতা। অথবা (৩)তেও হয়তো এজন বহুকথকী হ'ব পাৰে, অৰ্থহীন কথা কৈ থকা, কেতিয়াও ধৰ্মৰ নাম নোলোৱা ব্যক্তি, কেতিয়াও নীতিৰ কথা নোকোৱা মানুহ, সদায় তুচ্ছ, অসাময়িক, নিৰুদ্দেশ্য তথা নিষ্প্ৰয়োজন কথা কওঁতা।

যিমানদূৰ মনৰ দুৰাচৰণৰ কথা আহি পৰে এজন মানুহ (১) লোভী হ'ব পাৰে তেও ইচ্ছা কৰিব পাৰে যে আনৰ সকলো সম্পত্তি তেওঁৰেই হওঁক অথবা (২) তেওঁ হিংসা পৰায়ন হ'ব পাৰে, আশে পাশে থকা প্ৰাণী বিলাক মাৰিবলৈ ইচ্ছা কৰিব পাৰে, নষ্ট হৈ যোৱাৰ কামনা কৰিব পাৰে, অথবা (২) তেওঁ মিছলীয়া হ'ব পাৰে, মিছা ধাৰণা কৰোতা সি হয়তো ভাবিব পাৰে যে দান, ত্যাগ (= যজ্ঞ) আৰু দক্ষিণাৰ দৰে কোনো বস্তু নাই, শুভা শুভ কৰ্মৰ ফল যেন একো নায়েই, লোক পৰলোক বুলি একো বস্তু নাই, মাতা পিতা

বা আন সম্বন্ধীয়ৰ দৰে কোনো বস্তু নাই আৰু যেন এই সংসাৰত কোনো শ্ৰমণ ব্ৰাহ্মণ নাই যি সম্যক্ মাৰ্গ গ্ৰহণ কৰি বা সম্যক্ মাৰ্গত গৈ এই লোক তথা পৰলোকৰ যথাৰ্থ জ্ঞান লাভ কৰিছে আৰু আনকো কৰাইছে।

এই বিলাকৰ বিৰুদ্ধে শৰীৰৰ তিনিটা সৎ আচৰণ আছে, চাৰিটা বাণীৰ সৎ আচৰণ আছে আৰু মনৰ তিনিটা সৎ আচৰণ আছে। বিমানন্দুৰ শাৰিৰীক সৎ আচৰণৰ কথা আহি পৰে এজন মানুহ (১) জীৱ হিংসাৰ পৰা বিৰত থাকে, সকলো শ্ৰেণীৰ প্ৰাণী হিংসাৰ পৰা বিৰত থাকে, দণ্ড ত্যাগী, খড়্গ ত্যাগী, নিৰপৰাধী দয়ালু আৰু প্ৰত্যেক প্ৰাণীৰ প্ৰতি তেওঁৰ মনত কৰুণা আৰু অনুকম্পা থাকে।

(২) চুৰি কাৰ্য্যৰ পৰা বিৰত থাকে তেওঁ কোনো কাৰো বস্তু গ্ৰহণ নকৰে, যেতিয়ালৈকে তেওঁক দিয়া নাযায়। তেওঁ আত্মবিশ্বাসেৰে জীৱন ব্যতিত কৰে।

(৩) তেওঁ কাম ভোগ সম্বন্ধীয় মিথ্যা আচৰণৰ পৰা বিৰত থাকে। তেওঁ এনে ছোৱালীৰ লগত সহবাস নকৰে যি যাক বাপেক ভাইভনী অথবা আন সম্বন্ধীয়ৰ অধীনত থকা (অবিবাহিত) ছোৱালীয়েই হওঁক আৰু এনে ধৰণৰ ছোৱালী যাৰ বিবাহ হৈ গৈছে বা যাৰ ডিঙিত বৰ মালা পৰি গৈছে।

যিমানন্দুৰ বানীৰ সৎ আচৰণৰ কথা আহি পৰে এজন মানুহে (১) মিছা কথা ত্যাগ কৰে মিছা অপবাদৰ পৰা বিৰত থাকে যেতিয়া তেওঁক কোনো সভা বা গাঁৱ পঞ্চায়তৰ সম্মুখত বা পৰিবাৰ পৰিষদৰ সম্মুখত বা ৰাজকীয় পৰিষদৰ সম্মুখত বা নিজৰ শ্ৰেণীৰ সম্মুখত সাক্ষী দিবৰ কাৰণে কোৱা যায় তেতিয়া তেওঁ নাজানিলেও কয়যে মই নাজানো জানিও কয়যে মই নাজানো, নেদেখাকৈ মই দেখিছো বুলি কয় দেখাক দেখা বুলি কয় তেওঁ নিজৰ হিতৰ কাৰণে অথবা কোনো লোভৰ কাৰণে জানি শুনি মিছা নকয়।

(২) তেওঁ লগনীয়াৰ কাম নকৰে তেওঁ শান্তি ভঙ্গ কৰোতা বা অশান্তি উত্তেজিত কৰোতা নহয়, শান্তি প্ৰতিষ্ঠা কৰাৰ মানসিকতাৰে তেওঁ কয়যে মিলাজুলা কৰি দিহে তেওঁ আনন্দ পাই, ভাল পাই অথবা প্ৰসন্ন হ'ব পাৰে।

(৩) তেওঁ জিভাখন তিতা কৰিব নিবিচাৰে, তেওঁ যি কয় তাত কটুতা নাথাকে প্ৰিয়ভাৱহে থাকে মৈত্ৰী ভাৱহে থাকে অন্তৰৰ পৰা কয় ভদ্ৰ ব্যৱহাৰ কৰে, অনুকুল কথা কয় আৰু সকলোৰেই ভালপোৱা কথাহে কয়।

(৪) তেওঁ বেছি কথকী নহয় বিনা অভিপ্ৰায়ে কোনো ব্যৰ্থ কথা নকয়। সদায় ধৰ্ম আৰু নীতিৰ কথাহে কয়, যি বিলাক কথা সময়ানুকুল যাক মনত ৰাখিব পৰা যায়, এনেবিলাক কথাত অনেক জ্ঞান ভৰি আছে, এনে ধৰণৰ কথা যিনেকি ভালদৰে কোৱা যায় তথা এনেধৰণৰ কথাহে পাতে যাৰ দ্বাৰা আনৰ উপকাৰত আহে ।

যিমানন্দুৰ সত্তৰ মনৰ দুৰাচৰণৰ কথা আহি পৰে, এজন মানুহ

(১) নিৰ্লোভী, তেওঁ কেতিয়াও নিবিচাৰে যে আনৰ সকলো সম্পত্তি তেওঁৰ অধীকাৰৰ হৈ যক বুলি,

(২) তেওঁ কেতিয়াও নিজৰ মনত দ্বেষ উৎপন্ন হ'বলৈ নিদিয়ে তেওঁ এইটোহে

কামনা কৰে যে তেওঁৰ আশে পাশে থকা সকলো বিলাক প্ৰাণীয়েই যাতে শান্তি আৰু সুখেৰে (৩) তেওঁৰ দৃষ্টি ,সম্যক হয় তথা তেওঁৰ সংকল্প আৰু ধাৰণা সমূহ যাতে ঠিকে থাকে; সকলো ধৰণৰ শত্ৰুতা আৰু অত্যাচাৰৰ পৰা সুৰক্ষিত হৈ থাকে।"

"দুৰাচৰণ আৰু সদাচৰণৰ ওপৰত মোৰ এয়ে অভিপ্ৰায়।"

## ২ সৎ আচৰণৰ আৱশ্যকতা

তেতিয়া তথাগতে পাটলিগ্ৰামৰ উপাসক সকলক সম্বোধন কৰিলে - "হে গৃহপতি সকল। বেয়া স্বভাৱৰ দুষ্ট মানুহে এনে বিলাক দুষ্পৰিণাম ভোগ কৰিব লগাত পৰে। বেয়া স্বভাৱৰ দুষ্ট মানুহে প্ৰমাদৰ কাৰণেই বহুত ধন হানি কৰে। তেওঁৰ অপযশ হয় যাক সংসাৰ বাসীৰ দৃষ্টিৰ পৰা তললৈ নমাই দিয়ে। তেওঁ যি কোনো ঠাইলৈ গলেও লাগিলে তেওঁ পৰিষদৰে হওঁক, লাগিলে ব্ৰাহ্মণ পৰিষদৰে হওঁক লাগিলে গৃহপতি পৰিষদৰে হওঁক অথবা লাগিলে শ্ৰমণ পৰিষদৰে হওঁক তেওঁৰৰ সংকোচ মনেৰেহে যায় তেওঁৰ হৃদয় বিদীৰ্ণ হৈ যায়। তেওঁ নিৰ্ভীক হ'ব নোৱাৰে। এইয়া হৈছে তৃতীয় হানি। মৰাৰ সময়ত তেওঁ শান্তি নাপাই, মৃত্যুৰ সময়ত দুখী হৈ থাকে। এইয়া হৈছে চতুৰ্থ হানি। হে গৃহপতি সকল! উদ্ধত দুষ্ট মানুহে এনে বিলাক দুষ্পৰিণাম ভুগিবই লাগিব। হে গৃহ পতি সকল। এতিয়া বিচাৰ কৰা যাওঁক কোন বিলাক কাম কৰিলে লাভ হয় - যি জন সৎ শীলবান ব্যক্তি তেওঁহে লাভ কৰিব পাৰে।

"সৎ শীলবান মানুহে অপ্ৰমাদৰ কাৰণে বহুত ধন সংগ্ৰহ কৰিব পাৰে। "তেওঁৰ যশস্যা গৌৰৱ বিয়পি পৰে। তেওঁ য'তেই যায় ত'তেই সম্মান লাভ কৰে। তেওঁ যি কোনো ঠাইত গলেও লাগিলে ক্ষত্ৰিয় পৰিষদৰে হওক লাগিলে শ্ৰমণ পৰিষদৰে হওঁক - তেওঁ সকলো ঠাইতে নিঃসংকোচে যাব পাৰে নিৰ্ভয় মনেৰে প্ৰবেশ কৰিব পাৰে। পুনৰ তেও মানসিক শান্তি লাভ কৰিব পাৰে মৃত্যুৰ সময়ত তেওঁৰ হৃদয়ে শান্তিৰে সৈতে শৰীৰ ত্যাগ কৰিব পাৰে। মূৰ্খ মানুহে পাপ কৰাৰ সময়ত এই কথা নাজানে যে তেওঁ পাপ কৰি আছে বুলি। অগ্নিৰ দৰে তেওঁৰ পাপ কৰ্ম বিলাকে তেওঁক জ্বলাই দিয়ে। যি কোনো এনে ব্যক্তিক - যি অহানিকাৰক আৰু নিৰ্দ্দোষী ব্যক্তিক দুঃখ দিয়ে তেনে ব্যক্তি কোনো ডাঙৰ দুৰ্ঘটনাৰ চিকাৰ হ'ব পাৰে বা তাৰ মন বিক্ষিপ্ত হৈ যায় বা তাৰ ধনৰ বিশেষ হানি হয়।"[১১]

## ৩ সদা আচৰণ আৰু সংসাৰৰ দায়িত্ব

এসময়ত যেতিয়া ভগবান বুদ্ধ ৰাজগৃহৰ বেলুবনাৰামত আছিল তেতিয়া তেও কেকেটুৱা বিলাকক দানা খুৱাই আছিল। তেনে সময়ত বহুত বিলাক ভিক্ষুক লগতলৈ আয়ুষ্মান সাৰিপুত্ৰই দক্ষিণৰ পাহাৰ সমূহত ঘূৰি ফুৰিছিল।[১২]

ৰাস্তাত গৈ থাকোতে তেওঁ এজন ভিক্ষুক লগ পালে যি ৰাজগৃহত বৰ্ষাবাস পালন কৰি আছিল। তেনেতে তেওঁ ভগবান বুদ্ধ তথা সংঘৰ শুভ খাখবৰ সুধিলে। তেওঁক কোৱা হৈছিল যে তেও বিলাক ভালেই আছে। তেতিয়া সাৰিপুত্ৰই ৰাজগৃহৰ তণ্ডুলপাল-দ্বাৰৰ ধানজ্যানি ব্ৰাহ্মণৰ খা-খবৰ সুধিলে। তেওঁক কোৱা হ'লযে তেও ও ভালদৰে আছে।

সাৰি পুত্ৰই তেতিয়া ভিক্ষুৰ প্ৰতি প্ৰশ্ন কৰিলে :- 'আৰু ধানজ্যানি ব্ৰাহ্মণ আগৰ

দৰেই অপ্ৰমাদ হৈ আছেনে বাৰু?" ভিক্ষুৱে ক'লে - ধানজ্যানি ব্ৰাহ্মণ কেনেকৈ অপ্ৰমাদ হৈ থাকিব পাৰে? তেওঁ ব্ৰাহ্মণ আৰু গৃহপতি সকলৰ মুণ্ডণৰ কাৰণে ৰজাৰ সহায় লৈছে আৰু ৰজাক মুণ্ডন কৰিবৰ কাৰণে ব্ৰাহ্মণ আৰু গৃহপতি সকলক প্ৰয়োগ কৰিছে। ভাল কুলৰ পৰা যি জনী মানুহ বিবাহ কৰি আনিছিল সেই জনী এতিয়া মৰিল। যি জনী এতিয়া পুনৰ আনিলে সেই জনী হ'লে ভাল বংশৰ নহয় আৰু নিজেও এতিয়া ভাল নহয়। সাৰিপুত্ৰই কলে — ধানজ্যানিৰ প্ৰমাদযুক্ত এই বিলাক বৰ বেয়া খবৰ শুনিবলৈ পালো। বাৰু থিক আছে যদি মই তেওঁক লগ পাওঁ তেনে কথা পাতিম।" দক্ষিণৰ পাহাৰ সমূহত যথেষ্ট দিন থকাৰ পিচত সাৰিপুত্ৰই ভ্ৰমণ কৰি ৰাজগৃহলৈ আহিল আৰু বেলুৱনাৰামত নিবাস কৰিবলৈ ধৰিলে। দ্বিতীয় দিনা ৰাতিপুৱা চীবৰ ধাৰণ কৰি হাতত ভিক্ষাৰ পাত্ৰলৈ সাৰিপুত্ৰই নগৰত ভিক্ষা কৰিবলৈ গ'ল। যি সময়ত তেও নগৰত প্ৰবেশ কৰিছিল সেই সময়ত ধানজ্যানিয়ে গাখীৰ খিৰাই আছিল।

ভিক্ষাৰ শেষত সাৰিপুত্ৰই ধানজ্যানিক বিচাৰি উলিয়ালে। ভিক্ষুজনক দেখি তেওঁ আগবাঢ়ি আহিল আৰু গাখীৰ খাবৰ কাৰণে অনুৰোধ জনালে। "ব্ৰাহ্মণ। আজিৰ কাৰণে মই ভোজন কৰিলো। এতিয়া মই এজোপা বৃক্ষৰ তলত বিশ্ৰাম কৰিম। মোক লগ ধৰিবৰ কাৰণে তুমি তালৈ আহিবা। ধানজ্যানিয়ে তেওঁৰ কথাত সম্মতি জনালে আৰু নিজৰ আহাৰ গ্ৰহণৰ পিচত গৈ তেওঁৰ ওচৰত বহিল। সাৰিপুত্ৰই নিজেই তেওঁৰ লগত কথা আৰম্ভ কৰিলে - ধানজ্যানি। মই বিশ্বাস কৰিব পাৰোনে যে তুমি আগৰ দৰেই অপ্ৰমাদী হৈ আছা বুলি? সদা আচৰণখিনি নিয়মিত ৰূপে পালন কৰি আছানে বাৰু?

এইটো কেনেকৈ সম্ভৱ হ'ব পাৰে নিজৰ খোৱাবোৱাৰ চিন্তা কৰাৰ উপৰিও মই মোৰ পিতামাতাক পালন পোষণ কৰিব লগাত পৰে নিজৰ পত্নী আৰু পৰিয়ালটো চলাব লগাত পৰিছে, নিজৰ দাস দাসী তথা চাকৰক ভোজন কৰাব লাগে নিজৰ পৰিচিত বন্ধু সম্বন্ধীয় আৰু অতিথি বিলাকক আতিথ্য কৰিব লাগে মৃতক সকলৰ শ্ৰাদ্ধ কৰিব লাগে দেৱতাৰ ওচৰত যজ্ঞ, বলি আদি দিব লাগে আৰু ৰজাক কৰ পৰিশোধ কৰিব লাগে।" ধানজ্যানি! তুমি বাৰু কি ভাবা? ধৰিলোৱা এজন মানুহে নিজৰ মাক বাপেকৰ কাৰণে ন্যায় উচিত পথ ত্যাগ দিয়ে তেতিয়া তেওঁৰ কিবা লাভ হ'বনে? এইদৰে ন্যায়। পথৰ পৰা আঁতৰি অহা জনক জেইলৰে বাৰু মুক্তি দিবনে? 'নাই। সকলো ধৰণৰ প্ৰাৰ্থনা জনালেও জেইলৰে তেওঁৰ প্ৰাৰ্থনা নুশুনে ওলোটাই তেওঁক জেলতহে ভৰাই থব। "তাৰ পৰা তেওঁৰ কিবা লাভ হ'বনে? যদি তেওঁ নিজেই কয় বা তেওঁৰ পত্নী আৰু পৰিয়ালৰ সদস্য বৃন্দই আপত্তি দৰ্শাই যে তেও ন্যায় আৰু উচিত মাৰ্গ ত্যাগ কৰিছে বুলি।

'নাই 'ইয়াৰ পৰা তেওঁৰ কিবা লাভ হ'বনে বাৰু যদি তেওঁৰ দাস বা আন চাকৰ বাকৰে তেওঁৰ হৈ যদি ওকালতি কৰে? একেবাৰে লাভ নহয়।'

'অথবা তেওঁৰ মৃত পুৰুষ সকলে যদি তেওঁৰ হৈ ওকালতি কৰে যে এওঁ দেৱতা সকলক 'বলি দিয়া বা ৰজাক 'কৰ' পৰিশেধ কৰাত ন্যায় আৰু উচিত মাৰ্গক ত্যাগ কৰিলে বুলি?"

'একেবাৰে নহয়।"

" অথবা ইয়াৰ দ্বাৰা তেওঁৰ কিবা লাভ হলেও তেওঁ নিজে কলেও বা আনে কলেও নিজৰ খোৱা বোৱাৰ কাৰণেই ন্যায় আৰু উচিত মাৰ্গ ত্যাগ কৰিছেনে কি?

' নাই। "

ধানঞ্জ্যানি ! তুমি কোৱাছোন বাৰু এই দুজনৰ ভিতৰত কোনজন বাৰু ভাল মানুহ? কোনোবাই জানো নিজৰ মাক-বাপেকৰ কাৰণে ন্যায় আৰু উচিত মাৰ্গ ত্যাগ কৰিছে? অথবা তেওঁ আনৰ চিন্তা নকৰি ন্যায় আৰু উচিতৰ ৰাস্তা ত্যাগ কৰা নাইনে? ধানঞ্জ্যানিয়ে। উত্তৰ দিলে যে " দ্বিতীয় কথাটোহে উপযুক্ততাৰ পথ। যাক ত্যাগ নকৰাতো মঙ্গল। আৰু আনটো ৰাস্তা হৈছে যে বিনা ন্যায়ে উপযুক্ততাক ত্যাগ কৰি কোনো যদি বেয়া ৰাস্তাত নাযায়, নিজৰ পিতা মাতাক ভালদৰে পালন পোষণ কৰে তেনে সপৰিয়াল আৰু অন্যান্য সকলৰ কাৰণে এই পন্থাই উচিত নহয় জানো?" সাৰি পুত্ৰ। কথা হৈছে এয়েই। সাৰি পুত্ৰৰ কথাত প্ৰসন্ন হৈ ধান-জ্যানি ব্ৰাহ্মণে সাৰি পুত্ৰক ধন্যবাদ জ্ঞাপন কৰি গুছি গ'ল।

## ৪ সজ আচৰণত সম্পূৰ্ণতা কেনেকৈ লাভ কৰিব পাৰি?

এসময়ত যেতিয়া ভগবান বুদ্ধই শ্ৰাৱস্তীৰ জেতবনাৰামত বিৰাজমান আছিল তেতিয়া তেওৰ লগত পাচঁশ উপাসক আহিছিল। সেই সকলৰ ভিতৰত এজনৰ নাম ধাৰ্মিক আছিল। ধাৰ্মিকে তথাগতৰ প্ৰতি প্ৰশ্নকৰিলে— আপোনৰ শ্ৰাৱক সকলে সজ আচৰণত কেনেকৈ পূৰ্ণতা লাভ কৰিছে? মই আপোনাৰ প্ৰতি এই প্ৰশ্ন এই কাৰণেই কৰিছো যে আপুনি মানৱ-কল্যাণৰ অনুপম বাটকটীয়া।' 'সমৰ্থ তৈৰ্থিক আৰু পৰিব্ৰাজক সকলে আপোনাৰ পৰা পাৰ পাব নোৱাৰিলে। কিন্তু বয়সষ্ঠ বৃদ্ধ ব্ৰাহ্মণ আৰু শাস্ত্ৰৰ প্ৰতি অনুৰক্ত লোক হ'লে আপোনাৰ সেৱক হ'ব পাৰে। আপোনাৰ দ্বাৰা উপেদিষ্ট সত্য বহুত সুক্ষ্ম আৰু মহত্বপূৰ্ণ সকলোৱেই ইয়াৰ কাৰণেই হাবাথুৰি খায়। গতিকে ভগবান। কৃপাকৰি ইয়াৰ সমিধান দিব লাগে। [১৩]

'ভগবান ! আমি উপাসক সকলে আঁপোনাৰ পৰিশুদ্ধ ধৰ্ম শ্ৰৱণ কৰিবলৈ যাতে পাও।

ধৰ্মৰ প্ৰতি আসক্ত হোৱা উপাসক সকলৰ প্ৰতি তথাগতে ক'লে • 'মন দি শুনা।'[১৩] মই তোমালোকৰ শুদ্ধ আচৰণৰ নিয়ম কৈছো সেই অনুসৰি আচৰণ কৰা।" [১] প্ৰাণে নামাৰিবা হত্যা নকৰিবা হত্যা কৰিবলৈ উদগণি নিদিবা। সবলেই হওক বা দুৰ্বলেই হওঁক- কোনো প্ৰাণীৰ প্ৰতি হিংসা কৰিব নালাগে।" [২] কোনেও জানি বুজি চুৰি কৰিব নালাগে, চুৰি কৰাব নালাগে চুৰিৰ কাৰণে অনুমোদন জনাব নালাগে- আনে যি দিয়ে তাকেই লোৱা।' [৩] "ব্ৰহ্মচাৰীহীনক জুইৰ শিখা বুলি ভাবিব লাগে। ব্ৰহ্মচাৰীহীন হৈ বিবাহিতা স্ত্ৰীৰ লগত সংগ কৰিব নালাগে। [৪]

" নিজৰ পৰিষদত আদালতত বা কথা-বাৰ্তাত মিছাৰ আশ্ৰয় লব নালাগে, আনক মিছা ক'বলৈ প্ৰেৰিত কৰিব নালাগে, সমৰ্থনো কৰিব নালাগে। অসত্যক ত্যাগ কৰা উচিত। "উপাসকে এই নিয়ম বিলাক মানি চলিব লাগে। কোনো বাগিয়াল বস্তু সেৱন কৰিব নালাগে কাকো পান কৰাব নালাগে। অনুমোদন জনাব নালাগে। বুজাব লাগে কেনেকৈ ই মানুহক

পাগল কৰি তোলে। মদৰ জ্বালাত উপাসকে পাপ কাম কৰিব পাৰে আৰু প্ৰমাদী উপাসকক পাপ কৰ্মত প্ৰবৃত্ত কৰাব পাৰে। পাগল কৰি বিপথে পৰিচালিত কৰা এই মূৰ্খ-স্বৰ্গক পৰিত্যাগ কৰা উচিত। প্ৰাণী হিংসা নকৰিবা,চুৰি নকৰিবা মিছা নকৰা নিচা জাতীয় পনীয়া পদাৰ্থৰ পৰা বিৰত থাকিব লাগে অব্ৰহ্মচৰ্য্যৰ পৰা আঁতৰি থাকিব লাগে ৰাতি শুকপাকী ভোজন কৰিব নালাগে। 'সুগন্ধি তথা পুষ্প মালা আদি ত্যাগ কৰিব লাগে,তুলিৰে সজোৱা ওখ বিচনাত শয়ণ কৰিব নালাগে। এইদৰে সকলো উপাসকে দিনৰ ভাগত এনে ব্ৰত পালন কৰিব লাগে আৰু পবিত্ৰ মনেৰে এই অষ্টাঙ্গিক ব্ৰত গ্ৰহন কৰিব লাগে। "ৰাতিপুৱা এই ব্ৰত সমূহ গ্ৰহন কৰিব লাগে আৰু শুদ্ধ শ্ৰদ্ধাযুক্ত মনেৰে ভিক্ষু সকলক যথাসাধ্য ভোজন তথা পেয় পদাৰ্থ দান কৰিব লাগে। 'মাতা পিতাৰ সেৱা কৰিব লাগে। ধাৰ্মিক উদ্যোগহে কৰিব লাগে।এইদৰে দৃঢ় শ্ৰদ্ধাৱান হৈ উপাসকে উচ্চ আসন লাভ কৰিব পাৰে।'

### ৫ সৎ মাৰ্গত যাবৰ কাৰণে বন্ধুৰ কাৰণে প্ৰতীক্ষা কৰাতো অনাবশ্যক।

যেনেকৈ হাতীয়ে যুদ্ধ ক্ষেত্ৰত বাণৰ প্ৰহাৰ ও সহ্য কৰে ঠিক তেনে দৰে দুষ্টৰ বেয়া ব্যবহাৰো সহ্য কৰিব লাগে কিয়নো সংসাৰত দুঃচৰিত্ৰ বানৰ অভাৱ নাই।[১] যিটো শান্ত হাতী তাকহে যুদ্ধ ক্ষেত্ৰলৈ নিয়া হয় এই হাতীৰ ওপৰতহে ৰজাই আৰোহন কৰে এই কাৰণে প্ৰাণী বিলাকৰ ভিতৰতহে শান্ত শিষ্ট ব্যক্তি শ্ৰেষ্ঠ যি কটু বচন প্ৰয়োগ নকৰে।[২] শিক্ষিত খচ্চৰ (পশু) ভাল সিন্ধুৰ শিক্ষিত শ্ৰেষ্ঠ ঘোঁৰা ভাল বল সম্পন্ন শিক্ষিত হাতীও ভাল মানুহৰ মাজত আত্মসংযমী ব্যক্তি আটাইতকৈ উত্তম।[৩] শ্ৰেষ্ঠ বাহন হলেও নিৰ্বাণ পথত লৈ যাব নোৱাৰি। নিজে আত্ম নিৰ্ভৰশীল আৰু আত্মসংযমী হৈহে নিৰ্বাণ পথত অগ্ৰসৰ হ'ব পাৰে।[৪]

অপ্ৰমাদতহে আনন্দ কৰিব লাগে। নিজৰ স্মৃতি সংযত কৰিব লাগে, প্ৰমাদ হৈ থাকিব নালাগে। নিজকে নিজে কু-পথৰ পৰা সু-পথলৈ আনিব লাগে, হাতীক বোকাৰ পৰা তুলিব লাগে।[১] যদি তুমি কোনো শ্ৰেষ্ঠ বুদ্ধিমান দৃঢ় বন্ধুক লগ পাইছা তেনে সকলো চিন্তা পৰিহাৰ কৰি তেওৰ লগত আনন্দ মনেৰে বিচৰণ কৰা।[২] যদি তুমি কোনো শ্ৰেষ্ঠ, বুদ্ধিমান বন্ধুক লগ পোৱা নাই তেনে যেনেদৰে ৰজাই নিজৰ বিজয়ী প্ৰদেশ ত্যাগ কৰি জংঘলত অকলে বিচৰণ কৰি থকা হাতীৰ দৰে থাকে ঠিক তেনে দৰে তুমি ও অকলেই বিচৰণ কৰা।[৩] অকলে থকা ভাল। মূৰ্খৰ লগত নাথাকিবা। কোনো পাপ কৰ্ম নকৰিবা। নিৰ্জনত থাকিব লাগে। যেনেকৈ জংঘলত বল সম্পন্ন হাতী থাকে।[৪]

অকুশল চেতনাক ত্যাগ কৰিব লাগে। ইয়াৰ পৰা মুক্ত হোৱাৰ বিধি এনে ধৰণৰ- তুমি এনে ধৰণৰ সংকল্প কৰিব লাগিব আন মানুহে হানি কৰিলেও তুমি হানি কৰিব নালাগে।

আন হিংসুক হলে ও তুমি হিংসুক নহবা। লাগিলে আনে চুৰি কৰক তুমি নকৰিবা। আনে যাতে পবিত্ৰ জীৱন যাপন নকৰক তুমি হ'লে কৰিবা আনে লাগিলে কাৰোবাক নিন্দা কৰক বিৰোধীতা কৰক তুমি হ'লে তেনে নকৰিবা নকৰা। লাগিলে আনে লোভ লালচ কৰক তুমি নকৰিবা। আন ঘৃণিত হলেও তুমি ঘৃণিত নহবা। লাগিলে আন বিলাক মিথ্যা

দৃষ্টিৰ হওঁক তুমি নহবা। আন মিথ্যা সংকল্পৰ হওঁক তুমি সম্যক সংকল্পৰ হ'বা। লাগিলে আনৰ বানী মিথ্যা হওঁক তোমাৰ কৰ্ম সম্যক্ ৰূপে কৰিবা। লাগিলে আনৰ জীৱিকাৰ সাধন মিথ্যা হওঁক তুমি তোমাৰ জীৱিকাৰ সাধন সম্যক ৰূপে ৰাখিবা। লাগিলে আনৰ প্ৰয়াস (= সাধনা) অসম্যক্ হওঁক, তুমি নিজৰ চেষ্টাক সম্যক্ ৰূপে ৰাখিবা। লাগিলে আনৰ স্মৃতি আৰু সমাধি অসম্যক্ হওক তুমি নিজৰ স্মৃতি আৰু সমাধি সম্যক ৰূপে ৰাখিবা। লাগিলে আনৰ (আৰ্য্য) সত্য আৰু মুক্তিৰ পথ ভুল হওক তুমি হ'লে সত্য আৰু মুক্তিৰ (পথৰ) পথ থিক কৰি ৰাখিবা।

লাগিলে আন আলস্য আৰু তন্দ্ৰাৰ দ্বাৰা যুক্ত হওঁক, তুমি এলাহ আৰু তন্দ্ৰাৰ পৰা মুক্ত থাকিবা। লাগিলে আন অভিমানী হওক তুমি হলে বিনম্ৰ হ'বা। আন লাগিলে ভুল যুক্ত হওঁক, তুমি হ'লে ভুলযুক্ত নহবা। লাগিলে আন ক্ৰোধী হওঁক দুষ্ট হওক ঈৰ্ষালু হওঁক, কৃপণ হওঁক লোভী হওক মিছলীয়া হওক ঠগ হওক উদ্ধত হওক দু সাহসিক হওঁক, কোনো নীতিকে মানি নলওক অশিক্ষিত হওক জড় হওক ভ্ৰমিত হওক তথা অজ্ঞ হওঁক- তুমি নহবা অৰ্থাৎ তুমি এই বিলাকৰ সম্পূৰ্ণ বিৰোধী হৈ থাকিবা।

## নিৰ্বাণ সম্বন্ধে প্ৰবচন

### ১ নিৰ্বাণ কি?

এসময়ত ভগবান বুদ্ধ শ্ৰাৱস্তীৰ অনাথ পিণ্ডকৰ জেতবনাৰামত আছিল। তাতে সাৰিপুত্ৰও আছিল।

তথাগতে ভিক্ষু সকলক সম্বোধন কৰি কলে 'ভিক্ষু সকল। তোমালোকে ধমৰ দায়াদ (= উত্তৰাধিকাৰী) হোৱা উচিত ভৌতিক বস্তুৰ দ্বাৰা নহয়। কিয়নো মোৰ মনত তোমালোক সকলোৰে কাৰণে অনুকম্পা আছে, সেই কাৰণে মই তোমালোকক কৈ আছো।১৪

ইয়াকে কৈয়ে তথাগত তাৰ পৰা নিজ কুটীৰলৈ গুছি গ'ল। সাৰিপুত্ৰ থাকি গ'ল। ভিক্ষু সকলে সাৰিপুত্ৰৰ ওচৰত নিবেদন জনালে যে নিৰ্বাণনো কি আপুনি ক'ব লাগে।

ভিক্ষু সংঘক সম্বোধন কৰি তেও কলে - 'ভিক্ষু সকল! তোমালোকে জানা যে লোভ হৈছে অকুশল ধৰ্ম দ্বেষ হৈছে অকুশল ধৰ্ম।

লোভ আৰু দ্বেষৰ দ্বাৰাই মোক্ষ লাভ কৰাৰ হেতুকে মধ্যমমাৰ্গ যি আমাক চকু দিছে, জ্ঞান দিছে, শান্তি দিছে, বোধি আৰু নিৰ্বাণৰ ফালে লৈ গৈ আছে।

এই মধ্যম মাৰ্গনো কি? ই অষ্টাঙ্গিক মাৰ্গৰ বাহিৰে আন একো নহয় এয়ে হৈছে সম্যক দৃষ্টি সম্যক্ সংকল্প সম্যক্‌বাণী সম্যক্ কৰ্মান্ত, সম্যক আজীৱিকা, সম্যক ব্যায়াম (=মনৰ সাধনা) সম্যক্ স্মৃতি তথা সম্যক্ সমাধি। ভিক্ষু সকল! এয়েই হৈছে মধ্যম মাৰ্গ।

হে ভিক্ষু সকল। ক্ৰোধ হৈছে অকুশল ধৰ্ম পটিঘ (= বিৰোধী ভাব) অকুশল ধৰ্ম ঈৰ্ষা আৰু মাৎসৰ্য্য অকুশল ধৰ্ম কৃপনালী আৰু লালচ অকুশল ধৰ্ম মিছা ঠগ আৰু উদ্ধত স্বভাব হৈছে অকুশল ধৰ্ম অভিমান অকুশল ধৰ্ম তথা প্ৰমাদ অকুশল ধৰ্ম।

'অভিমান আৰু প্ৰমাদ ত্যাগ কৰিবৰ কাৰণে মধ্যম মাৰ্গ যি চকু দিছে, জ্ঞান দিছে, তথা শান্তি, প্ৰজ্ঞা আৰু বোধিৰ ফাললৈ লৈ গৈছে।

'আৰ্য্য অষ্টাঙ্গিক মাৰ্গৰ আন নাম হৈছে নিৰ্বাণ। এইদৰে মহাস্থবিৰ সাৰিপুত্ৰই বুজালত সকলো ভিক্ষু আনন্দিত হৈ তেওঁক অভিনন্দন জনালে।

## ২ নিৰ্বাণৰ মূল

এসময়ত ৰাধস্থবিৰ তথাগতৰ ওচৰলৈ আহিল। অভিবাদন জনাই তেওঁৰ ওচৰতে বহিল। তথাগতৰ প্ৰতি তেও সম্বোধন কৰিলে -

'ভগবান! নিৰ্বাণনো কি নিমিত্তে?

ভগবান বুদ্ধই উত্তৰ দিলে - 'নিৰ্বাণৰ অৰ্থ হৈছে ৰাগদ্বেষৰ পৰা মুক্তি পোৱা।

'কিন্তু ভগবান! নিৰ্বাণৰনো উদ্দেশ্য কি?'

ৰাধ! শ্ৰেষ্ঠ জীৱন হৈছে নিৰ্বানাশ্ৰিত। নিৰ্বাণেই হৈছে লক্ষ্য। নিৰ্বানেই হৈছে উদ্দেশ্য। ১৫

(২)

এসময়ত ভগবান বুদ্ধই শ্ৰাৱস্তীৰ অনাথ পিণ্ডকৰ জেতবনাৰামত বিহাৰ কৰি আছিল। তেতিয়া তথাগতে ভিক্ষু সকলৰ প্ৰতি সম্বোধন কৰিলে - 'ভিক্ষু সকল! "ভদন্ত! বুলিকৈ ভিক্ষু সকলে প্ৰত্যেুত্তৰ দিলে। তথাগতে কলে - ভিক্ষু সকল মই কোৱা পাচোঁটা বন্ধনৰ বিষয়ে তোমালোকৰ মনত আছে নহয়? যি মানুহক তলৰ ফালে টানি লৈ যায়।"

এই বুলি সুধিলত স্থবিৰ মালুংক্য পুত্ৰই তথাগতৰ প্ৰতি নিবেদন কৰিলে -

'ভগবান! মোৰ সেই পাচোঁটা বন্ধনৰ বিষয়ে মনত আছে।

'মালুংক্য পুত্ৰ! সেই পাঁচোটা বন্ধনৰ কথা কেনেকৈনো মনত আছে? ভগবান! মোৰ মনত আছে, আপুনি কৈছিল যে (সৰু ল'ৰাক) সক্কায় দিটিঠ (শৰীৰাত্ম দৃষ্টি) ভ্ৰম শীল ব্ৰত আদিৰ ওপৰত নিৰ্ভৰ কৰি থকা কাম ৰাগ তথা দ্বেষ এই পাচোঁটা বন্ধনে যে তলৰ ফালে টানি লৈ যায়। ভগবান! এই পাচোঁটা বন্ধনৰ কথা মোৰ মনত আছে।

'মালুংক্য পুত্ৰ। মই নিৰ্দ্দেশ কৰা পাচোঁটা বন্ধনৰ কথা তুমি কেনে দৰে মানিছা? আন মতৰ অনুসৰি সৰু ল'ৰাক উপমা দি তোমাক এইকথাই দোষ নিদিবনে?

'মালুংক্য পুত্ৰ! আকাশৰ ফালে মুখ কৰি বাগৰি থাকি অবোধ বালকৰ এতিয়া কায়া হৈছে একেবাৰে অ বিকসিত। তাতনো সক্কায়দিটিঠ ক'ৰ পৰা উৎপন্ন হ'ব? অৱশ্যে তাতো সক্কায় দিটিঠৰ বীজ মৌজুদ আছে।

এইদৰে মালুংক্য পুত্ৰ! ওপৰ মূৰ কৰি পৰি থকা অবোধ সৰু ল'ৰা এটাৰ মন অবিকসিত হৈ থকা অৱস্থাত মনৰ ভ্ৰমনো কেনেকৈ উৎপন্ন হ'ব? অৱশ্যে তাত ভুলৰ বীজ সংৰক্ষিত আছে।

এইদৰে মালুংক্য পুত্ৰ! এই অৱস্থাত তাৰ মনত শিল উৎপন্ন হ'ব নোৱাৰে। তেনে স্থিতিত শীলব্ৰতৰ নিৰ্ভৰতা ক'ৰ পৰা হ'ব? অৱশ্যে শীলব্ৰত সম্বন্ধে নিৰ্ভৰতাৰ বীজ তাত সুৰক্ষিত আছে।

'মালুংক্য পুত্ৰ! অবোধ বালকৰ গাত কাম-ৰাগ অবিকসিত । তেনে অৱস্থাতকাম-ৰাগৰ বীজ ক'ৰ পৰা আহিব ? অৱশ্যে কাম-ৰাগৰ বীজ নীহিত আছে। এতিয়াও বিশ্বচৰাচৰৰ

প্ৰাণী সমূহৰ অস্তিত্বৰ বিষয়ে কোনো জ্ঞান হোৱা নাই। তেনে অৱস্থাত প্ৰাণীৰ প্ৰতি বালকৰ মনত দ্বেষৰ ভাব ক'ৰ পৰা হ'ব? তাতো অৱশ্যে দ্বেষৰ বীজ মৌজুদ আছে।

"মালুংক্য পুত্ৰ। এই বিশ্লাক মত অনুসৰি সৰু বালকৰ লগত এনেদৰে উপমা দাঙি ধৰিলে তোমাক দোষাৰোপ নকৰিবনে? যেতিয়া এনেদৰে কোৱা হ'ল তেতিয়া মহাস্থবিৰ আনন্দই তথাগতৰ প্ৰতি নিবেদন জনালে যে - 'সুগত। এতিয়া আপুনি বিশ্ৰাম কৰাৰ সময়। সুগত! এতিয়া বিশ্ৰামৰ সময়।

## সৎ ধৰ্ম সম্বন্ধে প্ৰবচন

## ১ সম্যক্ দৃষ্টিত প্ৰথম স্থান কিয়?

আৰ্য্য অষ্টাঙ্গিক মাৰ্গত সম্যক্ দৃষ্টি হৈছে শ্ৰেষ্ঠ তম্। সম্যক্ দৃষ্টি শ্ৰেষ্ঠ জীৱনৰ প্ৰত্যেক কথাৰ ভূমিকা চাবি কাঠি। আৰু সম্যক্ দৃষ্টি নোহোৱাতো সকলো বেয়াৰ মূল। সম্যক্ দৃষ্টিৰ বিকাসৰ কাৰণে আৱশ্যক হৈছে মানুহে জীৱনৰ প্ৰত্যেক ঘটনাক প্ৰতীত্য সমুৎপন্ন বুলি জানিব লাগে সম্যক্ দৃষ্টিৰ অৰ্থ হৈছে প্ৰতীত্য সমুৎপাদৰ নিয়মক জনা।

'ভিক্ষু সকল! যি কোনো ব্যক্তিয়ে মিথ্যা দৃষ্টি ৰাখিলে মিথ্যা সংকল্প ৰাখিলে মিথ্যা বাণী ৰাখিলে মিথ্যা কৰ্ম কৰিলে মিথ্যা জীৱিকা অৰ্জন কৰিলে ব্যথা চেষ্টা কৰিলে মিথ্যা স্মৃতি তথা মিথ্যা সমাধি ৰাখিলে যাৰ জ্ঞান আৰু বিমুক্তি অযথা তেওঁৰ প্ৰত্যেক কাম বচন বিচাৰ চেতনা আকাংখ্যা নিশ্চয়তা, প্ৰক্ৰিয়া আদিয়ে তেওক এনে স্থিতিলৈ লৈ যায় যিনেকি অৰুচিকৰ হয় অপ্ৰীতিকৰ হয়, বেয়া লাগে, লাভ হীন হয় দুঃখদ হয়। এনে কিয় হয়? মিথ্যা দৃষ্টিৰ কাৰণে।

'থিক তেনেদৰে আচৰণেই পৰ্য্যপ্ত নহয়। এটা সৰু ল'ৰাই উচিত আচৰণ কৰিব পাৰে কিন্তু ইয়াৰ অৰ্থ এইটো নহয়যে তাৰ ইয়াৰ জ্ঞান আছে বুলি। কিন্তু উচিত ব্যৱহাৰৰ কাৰণে উচিত ব্যৱহাৰৰ জ্ঞান আৱশ্যক। 'আনন্দ। বাস্তৱিক ভিক্ষু কাক কয়? বাস্তৱিক ভিক্ষু তেওকেই কয় যি বুদ্ধি পূৰ্বক সম্ভৱ আৰু অসম্ভৱৰ প্ৰাৰ্থক্য বুজি পাই।

## মৃত্যুৰ পিচৰ জীৱনৰ চিন্তা ব্যৰ্থ

এসময়ত স্থবিৰ মহাকাশ্যপ তথা স্থবিৰ সাৰি পুত্ৰ বেনাৰসৰ ওচৰৰ ঋষি পতনৰ মৃগদায়ত আছিল।'' স্থবিৰ সাৰি পুত্ৰই গধূলিৰ ধ্যানাৱস্থাৰ পৰা উঠি স্থবিৰ মহাকাশ্যপৰ ওচৰলৈ গ'ল আৰু ওচৰতে বহিল। এইদৰে বহি সাৰিপুত্ৰই স্থবিৰ মহাকাশ্যপক কলে ৷- 'কাশ্যপ। মৰণৰ পিচত তথাগত থাকেনে কি ? বুদ্ধই ইয়াৰ ব্যাখ্যা দিয়া নাইযে তথাগত থাকে বুলি। তেতিয়া হ'লে তথাগত মৃত্যুৰ পিচত নাথাকে? 'ভগবান বুদ্ধই এই ব্যাখ্যাও কশা নাই। তেনেহলে তথাগত মৃত্যুৰ পিচত থাকিবও পাৰে নাথাকিবও পাৰে। থাকে ,থাকে ব্যাখ্যাও বুদ্ধই দিয়া নাই। কিন্তু বুদ্ধইনো এই কথা কিয় ভাঙ্গি নকলে। অৰ্থাৎ এই প্ৰশ্নৰ উত্তৰ দিলে মানুহৰ কোনো কামত নাহে। এইয়া শ্ৰেষ্ঠ জীৱনৰ আৰম্ভনি নহয়। ইয়াৰ দ্বাৰা নাই প্ৰজ্ঞা লাভ কৰিব পাৰে নাই নিৰ্বাণ মুখী হ'ব পাৰে। কাৰণ এয়েযে বুদ্ধই ইয়াক বিনা ব্যাখ্যাই ৰাখিছে।

### ৩ ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰা আৰু কিবা বিচৰাতো অৰ্থহীন

এসময়ত ভগবান বুদ্ধই বাসেটঠৰ প্ৰতি কথা প্ৰসংগত কৈছিল :- 'যদি নদীখন পানীৰে উপচি থাকে মানুহৰ নদীৰ সিপাৰে কাম থাকিলে নদীখন পাৰ হ'ব বিচাৰিলে নদীৰ পাৰত যদি থিয়হৈ মানুহে নদীখনৰ সিপাৰক বিঙিয়াই হেৰা। নদীৰ কিনাৰ এই ফালে আহা, এই ফালে।"

হে বাসেটঠ। ভাবিচোৱাচোন। মানুহজনে যদি প্ৰাৰ্থনা কৰি, বিচৰা মতে আশা কৰামতে স্তুতি মিনতি কৰিলে জানো নদীৰ কিনাৰটো আহিব?

থিক সেই দৰে বাসেটঠ। তিনিখন বেদৰ জ্ঞাতা ব্ৰাহ্মণে সেই গুণ বিলাক উপেক্ষা কৰি যি কোনোক বাস্তৱতে ব্ৰাহ্মণ বনাব পাৰে বেয়া গুণ বিলাকৰ অভ্যাস কৰাব পাৰে কোনোক অব্ৰাহ্মণ বনাব এনে ধৰণৰ প্ৰাৰ্থনাৰ দ্বাৰা বিচাৰিলে সম্ভৱ হয় জানো?

"হে ইন্দ্ৰ হে ব্ৰহ্মা! হে ঈশান। তোমালোকক আবাহন কৰো। হে প্ৰজাপতি তোমাক আবাহন হে ব্ৰহ্মা' তোমাক আবাহন কৰো।

'বাসেটঠ! এইটো নিশ্চিত যে এনে কেতিয়াও হ'ব নোৱাৰে। নিজৰ প্ৰাৰ্থনা নিজৰ বিচৰা মতে নিজৰ আশা বিলাক নিজৰ স্তুতিৰ দ্বাৰাই ব্ৰাহ্মণ ব্ৰহ্মাত লীন হৈ যাব মৃত্যুৰ পিচত 'ব্ৰহ্মা'ৰ লগত লীন হৈ যাব এনে ধৰণৰ নিশ্চয়তা কেতিয়াও হ'ব নোৱাৰে।১৮

### মানুহৰ ভোজনে মানুহক 'পবিত্ৰ' নকৰে

এজন ব্ৰাহ্মণ ভগবান বুদ্ধৰ ওচৰলৈ আহিল আৰু তেও প্ৰশ্ন কৰিলে যে ভোজনে মানুহৰ চৰিত্ৰৰ ওপৰত প্ৰভাৱ পেলাইনেকি? 'ব্ৰাহ্মণে ক'লে। যৱধান পাহাৰী আলু, দাইল ফল কোপলে, - এই ধৰণৰ ভোজন যদি ভালদৰে কৰিব পাৰে তেনে সদাআচৰণত সহায়ক হয়। কিন্তু (ভেকুলি) মুদৰি মাংস খোৱাতো বেয়া। 'ভগবান। যদিও আপুনি কয়যে আপুনি (ভেকুলি) 'মুদৰি মাংস নাখায় কিন্তু আপুনি পক্ষীৰ মাংসৰে বনোৱা সুন্দৰ ভোজন কৰে - মই আপোনাক সুধিব বিচাৰো যে মুৰ্দা- মাংস নো কাক কোৱা যায়? তথাগতে উত্তৰ দিলে - কোনো প্ৰাণী হত্যা কৰা কাৰোবাৰ অঙ্গছেদ কৰা মাৰ পিট কৰি বধ কৰা বান্ধি ৰখা চুৰি মিছা কোৱা ঠগোৱা বঞ্চিত কৰা ব্যভিচাৰ কৰা - এই আটাইবিলাক মুদৰি মাংস, ইয়াক মাংস ভোজন কৰা বুলি কোৱা নাযায়।

'কাম ভোগৰ প্ৰতি লালায়িত হৈ থকা যি একেৰাহে খাও খাওঁ কৰি থাকে, অপবিত্ৰ জীৱন ব্যতিত কৰে শত্ৰুক বিৰোধিতা কৰে এই আটাইবিলাকেই হৈছে 'মুদৰি মাংস ভোজন নহয়। 'নিন্দা কৰা নিৰ্দয়তা বিশ্বাস ঘাত অত্যন্ত অভিমানী তথা নীচ কৃপণ এইবিলাক হৈছে মুদৰি মাংস মাংস ভোজন নহয়। ক্ৰোধ মান বিদ্ৰোহ, চালাকী ঈৰ্ষা অহংকাৰ, কুসংগতি এইবিলাক হৈছে মুদৰি মাংস মাংস ভোজন নহয়। নীচজীৱন, কাৰোবাক এনেয়ে নিন্দা বা মিছা বদনাম দিয়া ফাঁকি দিয়া বঞ্চিত কৰা এই সকলোবিলাক হৈছে মুদৰি মাংস মাংস ভোজন নহয়। হত্যা কৰিবৰ কাৰণে তথা চুৰি কৰিবৰ কাৰণে কৰা চেষ্টা এইবিলাক অপৰাধ এইবিলাক বিপদেৰে ভৰা এই বিলাক হৈছে নৰকৰ দ্বাৰ এই বিলাক হৈছে মুদৰি মাংস মাংস ভোজন নহয়। যি মানুহ শংকাশীল শংকাভাৱে তেওঁক নাই মাছ মাংসৰ পৰা

বিৰত কৰিব পাৰে নাই বস্ত্ৰহীনহৈ থাকিবলৈ নাই জটাধাৰী হ'বলৈ নাই মুণ্ডন হৈ থাকিবলৈ নাই (মৃগ) ছাল পাৰি বহি থাকিবলৈ নাই অগ্নি পূজা কৰিবলৈ নাই ভবিষ্যত সুখ শান্তিৰ কাৰণে কঠোৰ তপস্যা কৰিবলৈ নাই পানীৰে পৰিস্কাৰ কৰিবলৈ নাই যাগ যজ্ঞহোম আদি নাই আন কোনো সংস্কাৰ কৰিবলৈ মনস্থ কৰে। নিজৰ ইন্দ্ৰিয় সমূহক সংযম কৰি ৰখা নিজৰ ওপৰত নিয়ন্ত্ৰণ ৰখা সত্যৰ প্ৰতি আগ্ৰহ ৰখা দয়াবান হোৱা। যি শান্ত পুৰুষ তেওঁ সকলো বন্ধন চিঙি দিয়ে আৰু সকলো দুখৰ ওপৰত বিজয় লাভ কৰে। তেওঁ পুনৰ শুনি থকা সত্বেও (অন্যসক্ত) হৈ থকাৰ ন ৰণেও (অনাসক্ত হৈ থকাৰ কাৰণে) নিৰ্মল হৈ থাকে। তথাগতৰ পৰা এনেধৰণৰ উচ্চখাপৰ ত্ৰান পোৱাৰ ধৰ্ম দেশনা শুনি য'ত মুদৰি মাংসৰ নিন্দা কৰা হৈছিল আৰু যি দুখক ক্ষয় কৰিছিল সেই ব্ৰাহ্মণে বিনম্ৰভাৱে প্ৰাৰ্থনা জনালে আৰু তৎক্ষণাত প্ৰব্ৰজ্যাৰ কাৰণে নিবেদন জনালে।

## ৫ ভোজনৰ দ্বাৰা নহয় 'পবিত্ৰ কৰ্মৰ দ্বাৰাহে মহত্ব হয।

আমগন্ধ নামেৰে এজন ব্ৰাহ্মণ তপস্বী নিজৰ শিষ্যবৰ্গৰ সহিত হিমালয়ত আছিল। তেওঁবিলাকে মাছ মাংস নাখাইছিল। প্ৰতিবছৰে তেওঁবিলাকে নিমখীয়া টেঙা খাবৰ কাৰণে নিজৰ আশ্ৰমৰ পৰা নামনি বস্তিলৈ নামি আহিছিল। গাঁৱৰ মানুহ বিলাকে তেওঁক বৰ আদৰ কৰিছিল। একাদিক্ৰমে চাৰিমাহ ধৰি তেওক আতিথ্য কৰিছিল। তেতিয়া ভিক্ষু সংঘ সহিত ভগবান বুদ্ধও তালৈ আহিল। মানুহ বিলাকে তথাগতৰ ধৰ্মৰ উপদেশ শুনি তেওঁবিলাক তেওৰ শ্ৰাৱক হৈ পৰিল। আনদিনৰ দৰে তপস্বী আমগন্ধ আৰু তেওৰ শিষ্য সকলো সেই গাঁৱলৈ আহিল কিন্তু মানুহবিলাকে আগৰ দৰে উৎসাহ পূৰ্বক তেওক অভিনন্দন নজনালে। আমগন্ধই এনে পৰিস্থিতিত মনতে নিৰাশ হ'ল যে তথাগতে মাছ মাংস খোৱাত নিষেধাজ্ঞ কৰা নাই। এই বিষয়ে বিত৲ তথ্য জানিবৰ কাৰণে শ্ৰাৱস্তীৰ জেতবন বিহাৰ পালেগৈ য'ত তথাগত আছিল। তেওঁ ক'লে গেহ, ফলমূল খাবপৰা পাত আলু যি কোনো লতাত লগা শাক এনেবিলাক খাদ্য যি ভক্ষণ কৰে তেও বিলাকে সুখ ভোগৰ নিমিত্তে মিছা নামাতে।

'আপুনি আনে দিয়া আনৰ দ্বাৰা প্ৰস্তুত কৰা সুন্দৰ স্বাদিষ্ট পূৰ্ণ আমিষ ভোজন গ্ৰহণ কৰে। যি এনেধৰণৰ চাউল (মাংস) পুলাও খাই সেইদৰে আমগন্ধই খায়। আপুনি পক্ষীৰ মাংসৰ লগত বনোৱা সুন্দৰ সুগন্ধিযুক্ত ভোজন কৰে আৰু আপুনি কয়যে মোৰ ওপৰত আমগন্ধ দোষ নালাগে। 'মই আপোনাৰ পৰা ইয়াৰ অৰ্থ জানিব বিচাৰো। এইয়া আপোনাৰ 'আমগন্ধ কেনেধৰণৰ? তথাগতে তেতিয়া উত্তৰ দিলে - 'জীৱ হিংসা কৰা পীটা কটা বন্ধা চুৰকৰা মিছাকোৱা ঠগোৱা প্ৰবঞ্চনা কৰা অনুপযোগী খবৰ তথা ব্যাভিচাৰ এইবিলাক হ'ল আমগন্ধ মাংসৰ ভোজন নহয়। 'ইন্দ্ৰিয় বিষয়সমূহত অসংযত হোৱা ভাল বস্তুৰ প্ৰতি লোভ হোৱা অপবিত্ৰ কাৰ্যত সম্বন্ধ ৰখা মিথ্যা দৃষ্টি ৰখা সহজ সৰল নোহোৱা অনুকৰণীয় নোহোৱা - এইয়া আমগন্ধ মাংসৰ ভোজন নহয়। ক্ৰোধ অভিমান মূৰ্খতা বিৰোধীভাৱ ঠগ ঈৰ্ষা অধিক অহংকাৰ কৰা কুসংগতি - এইয়া হৈছে আমগন্ধ মাংসৰ ভোজন নহয়।

'দুশ্চৰিত্ৰতা সোণলৈ ধাৰনমৰা আনৰ অপযশ বিয়পোৱা বঞ্চিত কৰা ফাঁকিতে

চলা - এই সংসাৰত নিকৃষ্টতম মানুহৰ দৰে কুকৰ্ম কৰা এইয়া হ'ল আমগন্ধ মাংসৰ ভোজন নহয়। 'প্ৰাণী সমূহৰ (প্ৰাণ মৰা) বিষয়ে অসংযত হোৱা আনক কষ্ট দিবলৈ উঠি পৰি লগা আনৰ বস্তু কাঢ়ি লোৱা দু ᾽চৰিত্ৰবান হোৱা, নিৰ্দ্দয়ী হোৱা কঠোৰ হোৱা তথা আদৰৰ ভাব ৰহিত হোৱা এইয়া হ'ল আমগন্ধ মাংস ভোজন নহয়। লোভ বা দোষৰ দ্বাৰা প্ৰাণী সমূহৰ ওপৰত আক্ৰমণ কৰা তথা সদায় কুকৰ্ম কৰিবলৈ উদ্যত হোৱা - মৃত্যুৰ পিচত মানুহক অন্ধকাৰৰ পৰা লৈ গৈ নৰক কুণ্ডত পোৱাই দিয়া এইয়া হ'ল আমগন্ধ মাংসভোজন নহয়।

'মাছ মাংস খোৱাৰ পৰা বিৰত নাথাকিলে নাঙঠ হৈ নাথাকিলে মূৰ নুখুৰালে জঁটা নাবান্ধিলে মৃগছাল ধাৰণ নকৰিলে অগ্নিপূজা নকৰিলে অমৃত প্ৰাপ্তিৰ কাৰণে বিবিধ তপস্যা নকৰিলে মন্ত্ৰ জপ নকৰিলে বলি আগ নবঢ়ালে আৰু ঋতু অনুসৰি ভিন্ন ভিন্ন যাগ যজ্ঞ আদি নকৰিলেহে সেই মানুহ শুদ্ধ হ'ব পাৰে, যাৰ মনৰ সন্দেহ দূৰ হোৱা নাই। যি ইন্দ্ৰিয় সমূহক সংযত কৰিছে, যি ধৰ্মত স্থিৰ হৈ আছে, যি শীল পালন কথাত আনন্দ অনুভৱ কৰিছে, যি আসক্তিক ত্যাগ দিছে আৰু দুখক ক্ষয় কৰিব পাৰিছে, সেই মানুহ দেখি শুনিও আসক্ত নহয়। এইয়া হৈছে অকুশল কৰ্ম আমগন্ধ মাংস ভোজন নহয় ।

## ৬ বাহ্য শুদ্ধি অপৰ্য্যাপ্ত

এসময়ত ভগবান বুদ্ধই শ্ৰাবস্তীত বিহাৰ কৰি আছিল সেই সময়ত সঙ্গাৰৱ ব্ৰাহ্মণো তাতেই আছিল। তেও পানীৰেহে শুদ্ধি কৰিব বিচাৰিছিল আৰু পানীৰ দ্বাৰাই শুদ্ধিৰ ক্ৰিয়া কৰিছিল। দিনে ৰাতিয়ে তেও প্ৰায় স্নান কৰিয়েই থাকিছিল। ২০ আনন্দ মহাস্থবিৰে চীৱৰ ধাৰণ কৰি নিজৰ পাত্ৰ চীৱৰ হাততলৈ শ্ৰাবস্তীত ভিক্ষা কৰিবৰ কাৰণে ওলাল। ভিক্ষাৰ পৰা ঘূৰি আহি, ভিক্ষা গ্ৰহণ কৰি আনন্দ মহাস্থবিৰ তথাগতৰ ওচৰ পালেগৈ অভিবাদন জনালে আৰু এফালে বহিল। এইদৰে বহি আনন্দ মহাস্থবিৰে কলে 'ভগবান! ইয়াৰ শ্ৰাবস্তীত সঙ্গাৰৱ নামৰ এজন ব্ৰাহ্মণ থাকে। তেও পানীৰ শুদ্ধিৰ ওপৰতহে বিশ্বাস ৰাখে আৰু পানীৰ দ্বাৰা শুদ্ধি কৰি থাকে। দিনে ৰাতিয়ে তেওঁৰ অধিকাংশ সময় কেৱল স্নান কৰাতে খৰছ হৈছিল। ভগবান এইটো ভাল হ'ব যে যদি আপুনি সঙ্গাৰৱ ব্ৰাহ্মণৰ ওপৰত দয়া কৰি তেওক লগ কৰিবলৈ যায়। তথাগতে মৌন সহকাৰে তেওঁৰ কথাত সন্মতি জনালে। দ্বিতীয় দিনা ৰাতিপুৱা তথাগত নিজৰ চীৱৰ ধাৰণ কৰি পাত্ৰ চীৱৰ হাততলৈ সঙ্গাঁৰৱ ব্ৰাহ্মণৰ ঘৰ পালেগৈ। তাত গৈ পাৰি থোৱা আসনত বিৰাজমান হ'ল। তেতিয়া সঙ্গাঁৰৱ ব্ৰাহ্মণে য'ত তথাগত আছিল তালৈ আহিল আৰু শুভ খা-খবৰ লোৱাৰ পিছত তেওঁ বহিল। তেও বহাত তথাগতে সঙ্গাঁৰৱ ব্ৰাহ্মণৰ প্ৰতি সুধিলে - 'ব্ৰাহ্মণ! মানুহে যেনেদৰে কয় কি এইটো সত্যনে যে তুমি জলৰ দ্বাৰা শুদ্ধিৰ ওপৰত বিশ্বাস কৰা বোলে পানীৰ দ্বাৰাই বোলে শুদ্ধি কৰি থাকা? তোমাৰতো দিনে-ৰাতিয়ে এনেদৰে পানীৰে স্নান কৰি থাকোতে বহুত সময় অতিবাহিত হৈ যায়।

'শ্ৰবণ গৌতম' এইটো সত্য কথা।

'ব্ৰাহ্মণ। এইদৰে দিনে ৰাতিয়ে স্নান কৰি থাকি তোমাৰ কি লাভ হৈছিল?

শ্ৰমণ গৌতম! এইটো এনেধৰণৰ কথা যে মই দিনটোত যি পাপ কৰ্ম কৰো

মই ৰাতিহলে গা ধুই পেলাও। আৰু ৰাতি যি পাপ কাম কৰো সেইয়া ৰাতিপুৱা শুই উঠিয়েই গা ধুই পাপ খণ্ডন কৰো। এনেদ্ৰ দিনে-ৰাতিয়ে স্নান আদি কৰি থাকিলে যি শুদ্ধতা অনুভৱ কৰো এয়ে মোৰ লাভ হয়।" তেতিয়া তথাগতে ক'লে — ধৰ্মই হৈছে সেই জলস্ৰোত যি স্নিগ্ধ যি নিৰ্মল। "ইয়াত যেতিয়া শাস্ত্ৰ সমূহৰ জ্ঞাতাই স্নান কৰিবলৈ আহে তেতিয়া তেওঁৰ প্ৰত্যেক অঙ্গই শুদ্ধ হৈ যায় তথা আন পাৰলৈ গুছি যায়।' তথাগতে এনেদৰে কোৱাত সঙ্গাৰৱ ব্ৰাহ্মণে ক'লে - শ্ৰমণ গৌতম। এইয়া দেখোন একেবাৰে অদ্ভুত কথা। আজিৰ পৰা মোক আপোনাৰ শৰণাগত উপাসক বুলি যেন গন্য কৰে।

## পবিত্ৰ জীৱননো কি?

এসময়ত ভগবান বুদ্ধই ভ্ৰমণ কৰি থাকোতে ভিক্ষু সংঘক নিম্নলিখিত প্ৰৱচন খিনি দিছিল ৽- 'ভিক্ষুসকল! এই পবিত্ৰ জীৱনটো আনক ঠগিবৰ কাৰণে নহয় ইয়াৰ দ্বাৰা কিবা লাভ কৰিবৰ কাৰণে নহয় যশ-গৌৰৱ লাভ কৰিবৰ কাৰণে নহয় নাই শাস্ত্ৰাৰ্থ শিকিবৰ কাৰণে আৰু এইটো নহয় যে মানুহে জানক যে এও অমুক বুলি। নিশ্চয় কৰি ভিক্ষুসকল। এই পবিত্ৰ জীৱনৰ অভ্যাস কৰিব লাগিব শৰীৰ আৰু বাণীক সংযত কৰি ৰাখিবৰ কাৰণে বেয়া ভাৱবিলাক দূৰ কৰিবৰ কাৰণে তথা মনৰ বিমুক্তি আৰু তৃষ্ণাক ক্ষয় কৰিবৰ কাৰণেহে পবিত্ৰ জীৱন। ২১

## সামাজিক ৰাজনীতিক প্ৰশ্নৰ ওপৰত প্ৰৱচন

### ১ ৰজাৰ অনুগ্ৰহৰ ওপৰত ভৰষা নকৰিবা

এসময়ত ভগবান বুদ্ধই ৰাজগৃহৰ বেলুবনাৰামৰ কলন্দক নিবাপত আছিল। সেই সমযত ৰাজকুমাৰ অজাত শত্ৰু দেৱদত্তৰ সহায়ক হৈ আছিল যি নেকি ভগবান বুদ্ধৰ বিৰোধী হৈ গৈছিল। তেওঁ পাঁচশখন গাড়ীত পৰ্য্যাপ্ত পৰিমাণৰ ভোজনৰ বস্তু ভৰাই পাঁচশ বাচন-বৰ্ত্তন সহিত দেৱদত্তৰ সমৰ্থকৰ ওচৰত ৰাতিপুৱা গধূলি নি যোগান ধৰিছিল।২২ তেতিয়া কিছুমান ভিক্ষু তথাগতৰ ওচৰলৈ আহিল অভিনন্দন জনালে আৰু ওচৰতে বহিল। তেওৰ ওচৰত ভিক্ষুসকলে তথাগতক সকলো বৃত্তান্ত কৈ শুনালে।

তেতিয়া তথাগতে ভিক্ষুসকলক সম্বোধন কৰি ক'লে - 'ভিক্ষু সকল। ৰজাৰ পৰা কোনো লাভ সৎকাৰ তোষামোদৰ আশা নকৰিবা। যেতিয়ালৈকে ভিক্ষুসকল। অজাতশত্ৰুৱে পাঁচশ গাড়ীৰ দ্বাৰা ভোজন আৰু পাঁচশ বাচন-বৰ্ত্তন সহিত দেৱদত্তৰ সমৰ্থক সকলক ৰাতিপুৱা গধূলি যোগান ধৰি থাকে তেতিয়ালৈকে ইয়াৰ দ্বাৰা দেৱদত্তৰ হানিহে হৈ থাকে ইয়াৰ দ্বাৰা লাভ নহয়।

ভিক্ষুসকল। যদি কোনো পাগল কুকুৰে নাকলৈকে কাৰোবাৰ কলিজা লৈ যায় তেনে সেই কুকুৰক আৰু পাগল কৰি তুলিব ঠিক সেইদৰে ভিক্ষুসকল। যেতিয়ালৈকে অজাতশত্ৰুৱে পাঁচশ গাড়ীৰ দ্বাৰা ভোজন সহিত পাচঁশ বাচন বৰ্ত্তন লাদি দেৱদত্তৰ সমৰ্থক বিলাকক ৰাতিপুৱা গধূলি দি থাকিব তাত তেও বিলাকৰ কোনো লাভ ন'হব। ভিক্ষুসকল। ৰজাক লগ পোৱাসকলৰো লাভ সৎকাৰ- তোষামোদ আৰু উপহাৰ আদি সমানেই ভয়ানক হৈ পৰিব।

সেইবিলাক হৈছে শান্তি প্ৰাপ্তি মাৰ্গৰ বিশেষ প্ৰতিবন্ধক। দুখজনক বাধাৰূপে চিহ্নিত হয়। এই কাৰণে ভিক্ষুসকল। এনেধৰণৰ অভ্যাস কৰিব লাগে যেতিয়া আমি ৰজাৰ পৰা কোনো লাভ সৎকাৰ তোষামোদ আৰু উপহাৰ আদি পাই থাকিমহক আমি তাক অস্বীকাৰ কৰিম আৰু যেতিয়া তেও আমাৰ সীমাত আহি যাব তেতিয়া তেওঁ আমাক টানি বান্ধি ৰাখিব নোৱাৰিব আমাৰ হৃদয়ত তেওঁৰ কাৰণে কোনো স্থান নহব আৰু আমাক তেওঁ ৰাজকুমাৰ সকলৰ গোলাম কৰি ৰাখিব নোৱাৰিব।

## ২ ৰজা ধাৰ্মিক হ'লে, প্ৰজাও ধাৰ্মিক হ'ব

এসময়ত ভগবান বুদ্ধই ভিক্ষু সকলক সম্বোধন কৰি ক'লে -

'ভিক্ষুসকল। এনেসময়ত যেতিয়া ৰজা অধাৰ্মিক হৈ যায় তেতিয়া তেওঁৰ মন্ত্ৰীগণ আৰু অফিচাৰ বিলাকো অধাৰ্মিক হৈ যায়। যেতিয়া মন্ত্ৰী আৰু অফিচাৰ বিলাকো অধাৰ্মিক হৈ যায়। তেতিয়া ব্ৰাহ্মণ আৰু গৃহপতি সকলো অধাৰ্মিক হৈ যায়। যেতিয়া ব্ৰাহ্মণ আৰু গৃহপতি বিলাকো অধাৰ্মিক হয় তেতিয়া নগৰৰ নাগৰিক আৰু গাঁৱ সমূহৰ মানুহবিলাকো অধাৰ্মিক হৈ যায়।

'কিন্তু ভিক্ষুসকল। এনে অৱস্থাত যেতিয়া ৰজা ধাৰ্মিক হয় তেতিয়া তেওঁৰ মন্ত্ৰীগণ আৰু অফিচাৰ বিলাকো ধাৰ্মিক হৈ যায় যেতিয়া মন্ত্ৰীগণ আৰু অফিচাৰবিলাক ধাৰ্মিক হৈ যায় তেতিয়া নগৰৰ নাগৰিক আৰু গাঁৱৰ গাৱবাসীও ধাৰ্মিক হৈ যায়।

যেতিয়া গৰুবিলাকে নদী পাৰ হয় তেতিয়া যদি কোনো বুঢ়া বলদে ভুলপথে গতি কৰে তেতিয়া অনুকৰণ কৰি বেলেগ বিলাকেও সেই ভুল পথেদি গতি কৰিব। সেইদৰে মানুহৰ ভিতৰতো যি মুখীয়াল হয় সি যদি বেয়া পথে যায় তেনে আনবিলাকো তেওৰ দৰে কুপথে যাবলৈ ধৰিব।

এইদৰে ৰজা যেতিয়া পথভ্ৰষ্ট হ'ব তেতিয়া সমস্ত ৰাজ্য দুখী হ'ব। যেতিয়া গৰুবিলাক নদী পাৰ হয় তেতিয়া যদি বৃষভ পোন ৰাস্তাৰে যায় তেতিয়া সকলো গৰুৱেই তাক অনুকৰণ কৰিব আৰু পোনে পোনে যাব। এইদৰে মানুহৰ ভিতৰতো যি মুখীয়া হয় তেওঁ যদি সৎমাৰ্গী হয় তেনে আনবিলাকো সৎমাৰ্গীয়েই হ'ব ৰজা যেতিয়া ধাৰ্মিক হ'ব তেতিয়া গোটেই ৰাজ্যখনেই সুখী থাকিব। ২৩

## ৩ ৰাজনৈতিক তথা সামৰিক শক্তি সামাজিক ব্যৱস্থাৰ ওপৰত নিৰ্ভৰ কৰে

এসময়ত ভগবান বুদ্ধ ৰাজগৃহৰ গৃদ্ধকূট পৰ্বতত আছিল। ২৪ সেই সময়ত মগধ ৰজা বৈদেহী পুত্ৰ অজাত শত্ৰুৱে বজ্জি বিলাকৰ ওপৰত আক্ৰমণ কৰিব বিচাৰিছিল। তেও নিজৰ মনতে ক'লে - 'এওঁ বিলাক লাগিলে যিমানেই শক্তি শালী নহওঁক মই এই বজ্জি বিলাকৰ সৰ্বনাশ কৰি পেলাম, মই বজ্জি বিলাকক সমূলঞ্চে বিনাশ কৰি পেলাম।" তেতিয়া তেওঁ মগধৰ প্ৰধান মন্ত্ৰী বৰ্ষকাৰ ব্ৰাহ্মণক মাতিলে আৰু ক'লে "ব্ৰাহ্মণ। তুমি আহা আৰু ভগবান বুদ্ধৰ ওচৰলৈ যোৱা মোৰ ফালৰ পৰাও তেওঁক নমস্কাৰ জনাবা তেতিয়া তেওঁৰ শুভ খা-খবৰ সুধিবা যে তেওঁ সুস্থসবল আৰু সুস্বাস্থ্য হৈ আছেনে নাই? 'আৰু তেতিয়া তেওঁক ক'বা যে লাগিলে তেওঁবিলাক যিমানেই শক্তিশালী নহওঁক, সিহঁতৰ শিপা উঘালি

দিব তেওঁ সিহঁতক নষ্ট কৰি পেলাব সিহঁতক সবংশে ধ্বংশ কৰি পেলাব।

এনেদৰে কোৱাৰ পিছত তথাগতে ইয়াৰ উত্তৰ যিদৰে দিব তাক তুমি একান্তমনেৰে শুনিবা আৰু আহি মোক কবাহি। কিয়নো বুদ্ধৰ কথা কেতিয়াও অথলে নাযায়।

তেতিয়া বৰ্ষকাৰ ব্ৰাহ্মণে ৰজাৰ কথা শুনিলে আৰু ক'লে - 'আপুনি যেনেদৰে কৈছে তেনেদৰে হ'ব।' আৰু বহুত সুন্দৰ ৰথ সুসজ্জিত কৰি গৃদ্ধকূট পৰ্বত পালেগৈ। তেতিয়া তেওঁ তাত পাই বৰ্ষকাৰ ব্ৰাহ্মণে তথাগতৰ প্ৰতি অভিবাদন জনালে তেওৰঁ শুভ খা-খবৰ ল'লে আৰু ৰজাৰ আজ্ঞানুসৰি মগধ ৰজাৰ খবৰনি তথাগতৰ ওচৰত নিবেদন কৰিলে।

সেই সময়ত আনন্দ স্থবিৰ তথাগতৰ ওচৰত থিয় দি আছিল। তথাগতে আনন্দক সম্বোধিত কৰি সুধিলে - 'আনন্দ! তুমি কি শুনিছানে নাই বজ্জিবিলাকে প্ৰায় তেওঁবিলাকৰ সাৰ্বজনিক সমিতি পাতি থাকেনে বুলি ?

আনন্দ স্থবিৰে উত্তৰ দিলে - 'হয় ভগবান! মই এনেদৰে শুনিছো। তথাগতে ক'লে 'আনন্দ! যেতিয়ালৈকে বজ্জিবিলাকে তেওঁবিলাকৰ সাৰ্বজনিক সমিতি পাতিয়েই থাকিব তেতিয়ালৈকে বৃদ্ধি হৈ থাকিব তেও বিলাকৰ হ্ৰাস নহব।

'আনন্দ! যেতিয়ালৈকে বজ্জিবিলাক মিলি জুলি বহিব মিলি জুলি উঠিব আৰু মিলি জুলি নিজৰ দৃঢতাক কাৰ্য্যৰূপ দিবৰ কাৰণে চেষ্টা কৰি থাকিব তেতিয়ালৈকে হ'ব।

'আনন্দ যেতিয়ালৈকে তেওঁবিলাকে নিয়ম নবনোৱাকৈ কোনো কাম কৰিব যি নিয়ম কৰা হৈ গৈছে তাৰ উলংঘন নকৰিব আৰু পুৰণি কালৰ পৰাই চলি অহা বজ্জি সকলৰ পৰম্পৰা অনুসৰি কাৰ্য্য কৰিয়েই থাকিব তেতিয়ালৈকে হ'ব।

যেতিয়ালৈকে তেও বিলাকে বজ্জি বিলাকৰ আদৰ সৎকাৰ কৰি থাকিব তেওঁবিলাকৰ আৱশ্যকতাখিনি পুৰা কৰি থাকিব আৰু তেওঁৰ কথা বিলাকৰ ওপৰত মহত্ব দিয়েই থাকিব তেতিয়ালৈকে হ'ব।

যেতিয়ালৈকে তেওঁবিলাকে কোনো বজ্জি ছোৱালী বা স্ত্ৰীক জোৰ জুলুমকৰি তেওঁবিলাকৰ ইয়াত আনি নাৰাখিব তেতিয়ালৈকে হ'ব।

যেতিয়ালৈকে বজ্জিগণে লোক ধৰ্ম পালন কৰি থাকিব তেতিয়ালৈকে হ'ব।

যেতিয়ালৈকে তেওঁবিলাকে এনে বিলাক কথা কৰিয়েই থাকিব তেতিয়ালৈকে বজ্জিবিলাকৰ বৃদ্ধি হৈয়েই থাকিব তেওঁবিলাকৰ হ্ৰাস নহব আৰু কোনেও তেওঁবিলাকক নাশ কৰিব নোৱাৰিব।

কেইটামান শব্দত মাত্ৰ ভগবান বুদ্ধই ক'লে যে যেতিয়ালৈকে বজ্জিগণে প্ৰজাতন্ত্ৰত বিশ্বাস কৰিব আৰু প্ৰজাতান্ত্ৰিক নিয়মেৰে থাকিব তেতিয়ালৈকে তেওঁবিলাকৰ গণৰাজ্যত কোনো বিপদ নহব।

তেতিয়া তথাগতে বৰ্ষকাৰৰ প্ৰতি সম্বোধন কৰি ক'লে - হে ব্ৰাহ্মণ! যেতিয়া মই বৈশালীত আছিলো তেতিয়া মই বজ্জি বিলাকক এই কথা শিকাইছিলো।

ব্ৰাহ্মণে ক'লে - তেনেহ'লে আমি বজ্জিসকলৰ উন্নতি আশা কৰিব পাৰোঁ অৱনতিৰ নহয়। হে গৌতম! মগধ ৰজাই বজ্জিসকলৰ ওপৰত বিজয় লাভ কৰিব নোৱাৰে।

এইদৰে বৰ্ষকাৰ ব্ৰাহ্মণে তথাগতৰ কথা শুনিলে নিজ আসনৰ পৰা তেও উঠিল আৰু ৰাজগৃহলৈ ঘূৰি গ'ল গৈ তেওঁ মগধ ৰজাক এই সকলোবিলাক কথা কৈ শুনালে যি তেও তথাগতৰ পৰা শুনিছিল।

## ৪ যুদ্ধ নিষিদ্ধ

এনে অৱস্থা হ'ল যে মগধ ৰজাক অজাত শত্ৰুৱে ঘোঁৰা আৰু পদাতিক সৈন্যলৈ কোশল ৰজা প্ৰসেনজিতৰ ৰাজ্যৰ একোণত কাশী জনপদত আক্ৰমণ চলাই দিলে। দুয়োপক্ষৰ মাজত যুদ্ধ হ'ল। অজাত শত্ৰুৱে প্ৰসেনজিতক হৰুৱাই দিলে। প্ৰসেনজিত ঘূৰি শ্ৰাৱস্তীলৈ গুছি গ'ল। যিবিলাক ভিক্ষুৱে শ্ৰাৱস্তীৰ পৰা ভিক্ষা কৰি ঘূৰি আহিছিল তেওঁ বিলাকে আহি ভগবান বুদ্ধক প্ৰসেনজিতে হাৰি ঘূৰি যোৱাৰ খবৰ দিলে।' ভিক্ষু সকল। মগধৰ ৰজা অজাতশত্ৰু অকুশলৰ পক্ষ লৈছে। কোশল ৰজা প্ৰসেনজিত হৈছে কুশলধৰ্মী। এতিয়া প্ৰসেনজিত ৰজা পৰাজিত হৈ যোৱাৰ কাৰণে দুখী হৈ থাকিব।

'জয়ী হলেই শত্ৰুতা উৎপন্ন হয়। পৰাজয় হ'লে দুখী হয়। কিন্তু যি উপশান্ত হৈ থাকে যি জয় পৰাজয়ৰ কথা চিন্তা নকৰে তেওঁ সুখ শান্তিৰে শোৱে। পুনৰ এনেহল যে তেও বিলাক দুয়োৰজাই দ্বিতীয়বাৰ যুদ্ধ ভূমিত আকৌ লগ হ'ল। কিন্তু এইবাৰ কোশল ৰজা প্ৰসেনজিতে অজাত শত্ৰুক হ'লে হৰুৱাই দিলে আৰু জীয়াই জীয়াই ধৰিলে। তেতিয়া প্ৰসেনজিতে ভাবিলে ঃ- 'যদিও অজাত শত্ৰুৱে -যাক মই কেতিয়াও হানি কৰা নাছিলো মোক কষ্ট দিছে, তথাপি সি মোৰ ভতিজা। যদি মই তাক কিবা প্ৰকাৰে জীয়াই জীয়াই এৰি দিলোহেতেন কিন্তু তাৰ গোটেই সেনা হাতী ঘোঁৰা ৰথ আৰু পদাতিক লৈ ললোহেতেন তেও তাকেই কৰিলে।

শ্ৰাৱস্তীত ভিক্ষা কৰি ঘূৰি গৈ ভিক্ষুসকলে তথাগতক এই খবৰ শুনালে তেতিয়া তথাগতে ক'লে এজন মানুহে আনজনৰ যথেষ্ট হানি কৰিব পাৰে কিন্তু যাৰ হানি হয় তেও আনৰো হানি কৰে। যেতিয়ালৈকে পাপকৰ্মই ফল দিবলৈ আৰম্ভ নকৰে তেতিয়ালৈকে মূৰ্খ মানুহে আনন্দ কৰি থাকিব। কিন্তু যেতিয়া পাপকৰ্মই ফল দিবলৈ আৰম্ভ কৰিব তেতিয়া মূৰ্খবিলাকৰ মুখৰ হাঁহি ম্লানহৈ দুখী হয়। 'হত্যাকাৰীয়ে হত্যাকাৰীক লগ পায় যি আনক যুদ্ধ ক্ষেত্ৰত হৰুৱাই তেওঁক পৰাজিত কৰোতা ওলাই পৰে যি আনক গালি দিয়ে, তেওঁকো গালি দিওঁতা ওলাই পৰে।' এইদৰে কৰ্মৰ বিকাশৰ ফলস্বৰূপে যি মানুহে আনক কষ্ট দিয়ে তেওঁও কষ্ট পায়।

## ৫ যুদ্ধ বিজেতাৰ কৰ্ত্তব্য

যেতিয়া যোদ্ধাই যুদ্ধত বিজয় কৰে তেতিয়া সামান্যভাৱে তেওঁ অধিকাৰ পোৱা বুলি ভাৱে যদি তেও পৰাজয়বৰণ কৰাক নিজৰ দাসৰূপে ৰাখে তেতিয়া তেওঁ খুউব বাহাদুৰী কৰে। ভগবান বুদ্ধৰ কিন্তু তেনেক্ষেত্ৰত ভিন্ন দৃষ্টিকোণ দেখিবলৈ পোৱা যায়। তেওঁ ভাবিছিল যে যদি 'শান্তি' নামৰ কিবা অৰ্থ আছে, তেন্তে তাৰ এয়েই অৰ্থ হোৱা দৰকাৰ যে বিজেতাই নিজৰ 'বিজয় লাভৰ দ্বাৰাই বিজয় কৰোঁতাক শ্ৰদ্ধা কৰে। এই বিষয়ে তেও ভিক্ষুসকলক কৈছিল - 'শান্তি প্ৰতিষ্ঠা হৈ গ'লে (যুদ্ধ) কুশল মানুহৰ কাৰণে আৱশ্যক হয় যে তেওঁ

যাতে যোগ্য হয় সহজ সৰল ৰূপে পৰিগণিত হয় মৃদুভাষী হয় কোমল স্বভাৱৰ হয় অভিমানী হ'ব নালাগে সন্তুষ্ট হৈ থকা হ'ব লাগে সুন্দৰ ভাৱ (যাৰ ভাৱৰ কোনো অনুভৱ নহয়) অল্পকৃত্য লঘু, গুণযুক্ত ইন্দ্ৰিয় বিজয়ী বুদ্ধিমান অহংকাৰীহীন যোগ্য ব্যৱহাৰ কৰোঁতা তথা কেতিয়াবা সৰুতকৈও সৰু হৈ কোনোৱে এনে বেয়া কাম যাতে নকৰে যাক পণ্ডিতলোকে নিন্দা কৰিব পাৰে।

'সকলো প্ৰাণী সুখী থাকক সকলোৰে কল্যাণ হওঁক, সবলেই হওঁক বা দুৰ্বলেই হওঁক ডাঙৰেই হওঁক বা সৰুৱেই হওঁক দৃশ্য হওঁক বা অদৃশ্য হওঁক ওচৰত থকাই হওঁক বা দূৰত থকাই হওঁক উৎপন্ন হোৱাই হওঁক বা উৎপন্ন হ'বলগীয়াই হওঁক - সকলো প্ৰাণীয়েই শান্ত হৈ থাকক। কোনেও কাকো অপমান কৰিব নালাগে ক্ৰোধ বা ঘৃণাৰ বশীভূতহৈ যাতে কোনেও কাৰো বেয়া হোৱাতো কামনা নকৰে। যেনেদৰে মাকে নিজৰ প্ৰাণ দিও নিজৰ একমাত্ৰ সন্তানক মৰম কৰে ঠিক তেনেদৰে সম ভাৱনা সকলো প্ৰাণীৰ প্ৰতি ৰাখিব লাগে। ওপৰত তলত চাৰিওফালে অসীম মৈত্ৰী ভাৱনা ৰাখিব লাগে য'ত ঘৃণাৰ কোনো গোন্ধ থাকিব নালাগে শত্ৰুতাৰ নামত গোন্ধ থাকিব নালাগে । থিয়হৈ থাকোঁতে গৈ থাকোঁতে বহি থাকোঁতে শুই থাকোঁতেও এনেধৰণৰ ভাৱনাকে ৰাখিব লাগে ইয়াকেই 'ব্ৰহ্মা বিহাৰ বুলি কোৱা হয়।

---

১। অংগুত্তৰ নিকায় চতুৰক নিপাত।
২। সংযুক্ত নিকায়।
৩। অংগুত্তৰ নিকায় চতুৰক নিপাত।
৪। পৰাভৱ সুত্ত (সুত্ত নিপাত)।
৫। অংগুত্তৰ নিকায় চতুৰক নিপাত তৃতীয় বৰ্গ।
৬। অংগুত্তৰ নিকায় চতুৰক নিপাত পঞ্চম সৰ্গ।
৭। অংগুত্তৰ নিকায় চতুৰক নিপাত চককবগ্গো।
৮। অংগুত্তৰ নিকায় চতুৰক নিপাত।
৯। অংগুত্তৰ নিকায় সত্তক নিপাত।
১০। সালেয্য সুত্তন্ত, মজ্ঝিম নিকায় (১/৫/১)।
১১। ধম্মপদ দণ্ডবগ্গো (৯-১২)।
১২। ধানঞ্জ্যানি সুত্তন্ত, মজ্ঝিম নিকায় (২/৫/৭)।

পৃষ্ঠা ৩১২-১ ৰ পৰা ৪ লৈকে- নাগবগ্গো (১) নাগবগ্গো (২)নাগবগ্গো (৩) নাগবগ্গো (৪)

পৃষ্ঠা ৩১৩-১ ৰ পৰা ৪ লৈকে- নাগবগ্গো (৮) নাগবগ্গো (৯)নাগবগ্গো (১০) নাগবগ্গো (১১)

পৃষ্ঠা ৩১৪-১ সুখবগ্গো (১ ৰ পৰা ৪),

১৩। সংযুক্ত নিকায় (সুত্তপিটক)।

১৪। ধম্মদায়াদ সুত্তন্ত (মজ্জিম নিকায় ১/১/৩ )।
১৫। ৰাধ সুংযুক্ত - সংযুক্ত নিকায়।
১৬। মহামাল্যুংক্য সুত্তন্ত মজ্জিম নিকায় (২/২/৪)।
১৭। কস্সপ সংযুক্ত সংযুক্ত নিকায়।
১৮। তেবিজ্জ সুত্তন্ত (দীর্ঘ নিকায ১/১৩ )।
১৯। ধম্মপদ দণ্ডবগ্গো - ১৩।
২০। সংগাৰৱ সুত্ত (সংযুক্ত নিকায়)।
২১। মহাসাৰোপম সুত্ত মজ্জিম নিকায় (১/৩২)।
২২। সংযুক্ত নিকায়
২৩। চতুবক নিপাত (অঙ্গুত্তৰ নিকায়) দ্বিতীয় বৰ্গ।
২৪। মহাপৰি নিৰ্বাণ সুত্ত দীঘ নিকায় (১৬)।

---

## পঞ্চম অধ্যায়

## সংঘ

প্ৰথম ভাগ — সংঘ
দ্বিতীয় ভাগ - ভিক্ষু তথাগতৰ ভিক্ষুকল্পনা।
তৃতীয় ভাগ - ভিক্ষুৰ কৰ্ত্তব্য
চতুৰ্থ ভাগ - ভিক্ষু আৰু গৃহস্থ।
পঞ্চম ভাগ - গৃহস্থী জীৱনৰ নিয়ম।

## প্ৰথম ভাগ

## সংঘ

### ১ সংঘৰ সংগঠন

ভগবান বুদ্ধৰ শ্ৰাৱক সকল দুটা ভাগত বিভক্ত আছিল, ভিক্ষু আৰু গৃহস্থ শ্ৰাৱক যাক উপাসক বুলি কৈছিল। ভিক্ষুসকলৰ একোটা সংগঠিত 'সংঘ' আছিল, গৃহস্থৰ নাছিল। বৌদ্ধ ভিক্ষু প্ৰথম অবস্থাত পৰিব্ৰাজক। এই পৰিব্ৰাজক সংস্থা টো বৌদ্ধ ভিক্ষুতকৈও প্ৰাচীন। পুৰণি পৰিব্ৰাজক এনেধৰণৰ মানুহ আছিল, যি পাৰিবাৰিক জীৱন ত্যাগ কৰিছিল আৰু ইফালৰ পৰা সিফাললৈ ঘূৰি ফুৰিছিল। তেও বিলাক এঠাইৰ পৰা আনঠাইলৈ যোৱাৰ উদ্দেশ্য আছিল ভিন্ন ভিন্ন আচাৰ্য্য আৰু দাৰ্শনিক সকলক লগ কৰি সত্য অনুসন্ধানৰ প্ৰয়াস কৰা তেওঁবিলাকৰ প্ৰবচন শুনা আৰু নীতি দৰ্শন প্ৰকৃতি তথা ৰহস্যবাদ আদি বিষয় সমূহৰ ওপৰত চৰ্চা কৰা। কিছুমান পুৰণিধৰণৰ এনেবিলাক 'পৰিব্ৰাজক আছিল যে যেতিয়ালৈকে তেওঁ কোনো 'গুৰু নাপায় তেতিয়ালৈকে কোনো এজন গুৰু'ৰ অধীনত থাকিছিল। কিছুমান এনেধৰণৰ আছিল যি কোনোক নিজৰ গুৰু বুলি নামানিছিল আৰু অকলেই থাকিছিল।

এনেধৰণৰ পূৰণি পৰিব্ৰাজকৰ মাজত কিছুমান স্ত্ৰী পৰিব্ৰাজিকা আছিল। স্ত্ৰী পৰিব্ৰাজিকা বিলাকে কেতিয়াবা কেতিয়াবা পুৰুষ পৰিব্ৰাজকৰ লগত থাকিছিল আৰু কেতিয়াবা কেতিয়াবা অকলে থাকিছিল। এনেবিলাক পূৰণি পদ্ধতিৰ পৰিব্ৰাজকৰ কোনো সংঘ নাছিল, তেওঁৰ কোনো নিশ্চিত নিয়ম উপনিয়ম নাছিল। তেওঁবিলাকৰ মাজত কোনো ব্যৱস্থিত আদৰ্শও নাছিল।

ইতিহাসত প্ৰথম বাৰৰ কাৰণে তথাগতে নিজ ভিক্ষুসকলৰ নিমিত্তে এটা সংঘ প্ৰতিষ্ঠা কৰিলে, তাৰ ব্যৱস্থাৰ কাৰণে সংঘত কিছুমান নিয়ম বনালে আৰু সংঘৰ সদস্যসকলৰ সন্মুখত এটা নিশ্চিত আদৰ্শ উপস্থিত কৰিলে।

## ২ সংঘত প্ৰৱেশ

সংঘত প্ৰৱেশ কৰাতো সকলোৰে কাৰণে খোলা আছিল। জাত পাতৰ কোনো বাধা নাছিল। স্ত্ৰী পুৰুষৰ কোনো বাধা নাছিল। যোগ্যতাৰ কোনো বাধা নাছিল। জাত পাতৰ কাৰণে সংঘত কোনো স্থান নাছিল। সামাজিক স্থিতিৰ সংঘত কোনো স্থান নাছিল। সংঘৰ ভিতৰত সকলো সদস্যই সমান আছিল।

সংঘৰ ভিতৰত 'সৰু ডাঙৰ'ৰ নিৰ্ণয সদস্যৰ গুণৰ ওপৰত কৰা হৈছিল তেওঁৰ জন্মৰ দ্বাৰা নহয়।

তথাগতে যেনেকৈ কৈছিল সংঘ হৈছে এখন সমুদ্ৰৰ সমান আৰু ভিক্ষু হৈছে সেই নদীবিলাকৰ সমান যি সমুদ্ৰত বিলীন হৈ যায়। নদীৰ নিজা নাম আছে আৰু নিজা পৃথক অস্তিত্ব আছে। কিন্তু যেনেকৈ নদীয়ে সমুদ্ৰত প্ৰবেশ কৰে নাই তাৰ কোনো পৃথক নাম আছে আৰু নাই পৃথক অস্তিত্ব। ই সকলোৰে লগ লাগি একহৈ যায়। এনে স্থিতি। সংঘৰো। যেতিয়া কোনো এজন 'ভিক্ষু'ৱে সংঘত প্ৰবেশ কৰে তেতিয়া ই সমুদ্ৰৰ জলৰ দৰেই আন সকলোৰে লগত মিলি একহৈ যায়। তথাগতে ক'লে - তেওঁবিলাকৰ কোনো পৃথক জাতি নাথাকে। তেও বিলাকৰ কোনো পৃথক যোগ্যতা নাথাকে। 'সংঘ'ৰ ভিতৰত যদি কোনো বৰ্গীকৰণ আছিল তেনে পুৰুষ স্ত্ৰীৰ দৃষ্টিতহে আছিল। ভিক্ষু সংগঠন পৃথক আছিল আৰু ভিক্ষুণী সংগঠনো পৃথক। সংঘত প্ৰবেশ কৰোতাৰ দুটা শ্ৰেণী আছিল শ্ৰামণেৰ তথা ভিক্ষু। বিশ বছৰ কম বয়সৰ হলেও শ্ৰামণেৰ হ'ব পাৰে। ত্ৰিশৰণ তথাদান শীল গ্ৰহণ কৰিলেও কোনো বালক শ্ৰমণ হ'ব পাৰে।

'মই বুদ্ধত শৰণ লওঁ মই ধৰ্মত শৰণ লও তথা মই সংঘত শৰণ গ্ৰহণ কৰোঁ - এই তিনিটাই হৈছে 'শৰণ । মই প্ৰাণী হিংসাৰ পৰা বিৰত থাকিম মই চুৰি নকৰোঁ মই অব্ৰহ্মচৰ্য্যৰ পৰা বিৰত থাকিম মই মিছা নামাতো। তথা ৰাগিয়াল পেয় পদাৰ্থৰ পৰা বিৰত থাকিম। 'মই সন্ধ্যা ভোজনৰ পৰা বিৰত থাকিম, মই নাচ-গান বাজনা আদিৰ পৰা বিৰত থাকিম মই নিজক সজোৱা আৰু অলংকৃত কৰাৰ পৰা বিৰত থাকিম মই সকলো প্ৰকাৰৰ আমোদ প্ৰমোদৰ পৰা বিৰত থাকিম । আৰু মই জাত-ৰূপ (সোণ ৰূপ) আদি গ্ৰহণ কৰাৰ পৰা বিৰত থাকিম। দস 'শীল'। এজন শ্ৰমণেৰ যেতিয়া ইচ্ছা কৰে তেতিয়া 'সংঘ ত্যাগ কৰি গৃহস্থী জীৱন যাপন কৰিব পাৰে। এজন শ্ৰমণ এজন ভিক্ষুৰ তলত বান্ধ

খাই থাকিব লাগে আৰু তেওঁৰ অধিকাংশ সময় তেওঁৰ সেৱাত নিমগ্ন থাকিব লাগে। তাক এক প্ৰকাৰ প্ৰব্ৰজিত' বুলি ধৰা নাযায়।

দুটা অবস্থা পাৰ কৰিলেই মানুহে 'ভিক্ষু' পদৰ অধিকাৰী হ'ব পাৰে প্ৰথম অৱস্থাক 'প্ৰব্ৰজ্যা বুলি কয় আৰু দ্বিতীয় অবস্থাক 'উপ সম্পদা 'উপসম্পন্ন' হ'ব পাৰিলেহে কোনো ভিক্ষুৰ শাৰীলৈ আহিব পাৰে। যি প্ৰাৰ্থীয়ে ভিক্ষু হোৱাৰ মানসেৰে 'প্ৰব্ৰজ্যা' গ্ৰহণ কৰে তেওঁ এজন উপাধ্যায় বিচাৰি উলিয়াব লাগে। কমেও দহ বছৰ পৰ্য্যন্ত যি জন ভিক্ষু হৈ আছে, তেঁৱেই উপাধ্যায় হ'ব পাৰে। এনেধৰণৰ প্ৰাৰ্থীক যদি উপাধ্যায়ৰ দ্বাৰা বাচি লোৱা যায় তেতিয়া তেওঁক 'পৰিব্ৰাজক' বুলি কয় আৰু তেওঁক উপাধ্যায়ৰ সেৱা শুশ্ৰুষা কৰি, তেওঁৰ অধীনতে 'সংৰক্ষণ হৈ থাকিব লগাত পৰে।' 'শিক্ষণ' কাল সমাপ্ত হলে উপাধ্যায়কহে নিজৰ পৰিব্ৰাজক'ৰ নাম 'সংঘ'ৰ সন্মুখত প্ৰস্তাৱ কৰিব লগাত পৰে। 'সংঘ'ৰ বৈঠক সম্পন্ন কৰিবৰ নিমিত্তে কোনো উপসম্পন্নক মাতিব লগাত পৰে। 'উপসম্পদা'ৰ কাৰণে 'উপসম্পদাপেক্ষী'ক স্বয়ং 'সংঘৰ প্ৰতি প্ৰাৰ্থনা কৰিব লগাত পৰে। 'সংঘ'ই প্ৰথমতে এই বিষয়ত সন্তোষ লাভ কৰে যে প্ৰাৰ্থী যোগ্য ব্যক্তি হয়নে নহয় আৰু 'ভিক্ষু হোৱাৰ অধিকাৰী হয়নে নহয়? ইয়াৰ কাৰণে কিছুমান নিশ্চিত প্ৰশ্ন আছে, যিবিলাক প্ৰাৰ্থীয়ে উত্তৰ দিব লগাত পৰে। 'সংঘ'ই অনুমতি দিলেহে তেওঁ 'উপসম্পদা লাভ কৰিব পাৰে আৰু তেওঁ ভিক্ষু হ'ব পাৰে। ভিক্ষুণী সংঘত প্ৰবেশ পাবৰ কাৰণেও বহুত নিয়ম আছে বা এনেয়েও ভিক্ষু সংঘত প্ৰবেশ কৰাৰ নিয়ম আছে।

## ৩ ভিক্ষুৰ ব্ৰত

এজন উপাসক আৰু এজন শ্ৰমণেও 'শীল গ্ৰহণ কৰে। তাক তেওঁবিলাকে পালন কৰে।

এজন ভিক্ষুৱে সেই 'শীল সমূহক 'শীল ৰূপে গ্ৰহণ কৰিব পাৰে কিন্তু তেও তাক 'ব্ৰত ৰূপেও গ্ৰহণ কৰে। তেও নিজ 'ব্ৰত সমূহ ভংগ নকৰে যদি তেওঁ তাক ভংগ কৰে তেতিয়া তেওঁ 'দণ্ডনীয় হয়। এজন ভিক্ষুৱে স্ত্ৰী গমনৰ পৰা বিৰত থকাৰ ব্ৰত গ্ৰহণ কৰে।[২] এজন ভিক্ষুৱে চুৰিৰ পৰা বিৰত থাকিবলৈ ব্ৰত লয়। এজন ভিক্ষু (কোনো পৰা প্ৰাকৃতিৰ শক্তিৰ সম্বন্ধে) আত্ম অভিমানে নামাৰিবৰ কাৰণে ব্ৰত লয়। এজন ভিক্ষুৱে কোনো মানুহক হত্যা নকৰিবৰ কাৰণে ব্ৰত লয়। এজন ভিক্ষুৱে কোনো নিয়মক বাহ্যিক বস্তুক অঙ্গীকাৰ নকৰিবৰ কাৰণে ব্ৰত লয়।

ভিক্ষুৰ ওচৰত এই আঠোটা বস্তুৰ বাহিৰে আৰু আন একো থাকিব নালাগে

তিনিখন চীৱৰ - (১) অন্তৰ-বাচক (ভিতৰৰ বস্ত্ৰ) (২) উত্তৰাসংগ (- ওপৰৰ বস্ত্ৰ); (৩) সংঘাটী (- শীত আদিৰ পৰা বাচি থাকিবৰ কাৰণে দোহৰী চাদৰ।

(৪) কমৰত মেৰিওৱা এচলা পেটী।

(৫) ভিক্ষা - পাত্ৰ।

(৬) উস্তৰা (- কুঠাৰৰ নিচিনা ডাঙৰ চুৰিকটাৰী)

(৭) বেজী গুলি।

(৮) পানী ছেকা কাপোৰ।

এজন ভিক্ষুৱে নিধনতাৰ ব্ৰত ল'ব লাগে। মুখ্যৰূপে তেওঁ নিজে ভিক্ষা কৰি নিজে খাব লগাত পৰে। তেওঁ 'ভিক্ষা -জীৱী' হ'ব লাগে। তেওঁ একাহাৰী বা গধূলি সাজ ভোজনৰ পৰা বিৰত থাকিব লাগে। য'ত 'সংঘ'ৰ কাৰণে বিহাৰ নাথাকে, তাত বৃক্ষৰ তলতো থাকিব লাগে।

এজন ভিক্ষুৱে কোনো এজন ব্যক্তিৰ প্ৰতিটো আজ্ঞা মানিবৰ কাৰণে ব্ৰত লয়। নিজৰ জ্যেষ্ঠজনৰ প্ৰতি বাহ্য সম্মান প্ৰদৰ্শন আদিতকৈ এজন শ্ৰামণেৰ দ্বাৰা ৰখা যায়। তেওঁৰ নিজৰ মুক্তি আৰু এজন ধৰ্ম উপদেশকৰ ৰূপত তাৰ উপযোগিতা তেওঁৰ নিজৰ সাধনাৰ ওপৰত নিৰ্ভৰ কৰে। তেও নিজতকৈ কোনো ডাঙৰ ব্যক্তিৰ আজ্ঞাত থাকিব লগাত নহয় কিন্তু ধৰ্মৰ আজ্ঞা মতে থাকিব লগাত পৰে। তেওক ডাঙৰ নোহোৱা কোনো পৰা প্ৰাকৃতিক প্ৰভাৱ মালিক বুলি ধৰা যায় আৰু তেওঁৰ লগত কোনো এনে সামৰ্থ্য থাকে যি তেওক 'পাপ মুক্ত' কৰি ৰাখিব পাৰে। তেওঁ যদি থিয়দি থাকে তেনে নিজৰ বলতে থিয় দিব পাৰে আৰু যদি নামিব বিচাৰে তেনে নিজেই নামিব। ইয়াৰ কাৰণে তেও নিজৰে ভাবিবলৈ স্বাধীনতা থাকিব লাগে।

চাৰিটা বিশেষ ব্ৰত এনেধৰণৰ যাক ত্যাগ কৰিলে ভিক্ষু পাৰাজ্ঞিকা'ৰ অপৰাধী হৈ যায়। পাৰাজিক'ৰ দোষী হ'লেও সংঘ ত্যাগ কৰাতো একমাত্ৰ দণ্ডহে।

## ৪ সাংঘিক নিয়মসমূহৰ সম্বন্ধে দোষ

নিজে কোনো ব্ৰত ভংগ কৰিলে ভিক্ষুৰ কাৰণে ধৰ্ম'ৰ বিৰুদ্ধে কৰা অপৰাধ। সেই অপৰাধ সমূহৰ অতিৰিক্ত আৰু কোনো অপৰাধ হ'লে যিনেকি ভিক্ষুৱে তাক নিবাৰণ কৰিব পাৰিছিল। সেই বিলাক সংঘক্লেশ বুলি কোৱা হৈছিল - সাংঘিক নিয়ম সম্বন্ধী দোষ।

বিনয় পিটকৰ অনুসৰি সংঘাদিদেস তেৰ প্ৰকাৰৰ।

সংঘাদি সেসোঁৰ নম্বৰ পাৰাজিকাৰ পিছতে।

## ৫ ভিক্ষু আৰু প্ৰতিবন্ধ

এইবিলাক অপৰাধৰ পৰা সম্পূৰ্ণ বাচি থকাৰ চেষ্টা কৰাৰ লগে লগে ভিক্ষুৱে আৰু কিছুমান প্ৰতিবন্ধক স্বীকাৰ কৰি ল'ব লগাত পৰে। এজন গৃহস্থৰ সমানেই এজন ভিক্ষুৱে যি বিচাৰে সেই মতে কৰিব নোৱাৰে। এই ধৰণৰ কিছুমান প্ৰতিবন্ধকক 'নিস্সগীয় পাচিত্তিয়' বুলি কয়। এইবিলাকৰ সংখ্যা ছাবিশ ধৰণৰ। সেইবিলাকৰ সম্বন্ধ চীৱৰ সমূহৰ স্বীকৃতি আৰু অস্বীকৃতিৰ লগত জড়িত উলৰ বিচনা ভিক্ষা পাত্ৰ তথা ৰোগী সকলৰ আৱশ্যকতা'ৰ স্বীকৃত অস্বীকৃতৰ ওপৰত নিৰ্ভৰশীল। তেওঁবিলাকৰ সম্বন্ধ সোণ ৰূপ লোৱা নোলোৱাৰ ওপৰতো নিৰ্ভৰ কৰে। ভিক্ষুৰ দ্বাৰা ক্ৰয় বিক্ৰয় কৰাৰ ওপৰত নিৰ্ভৰ কৰে তথা সাংঘিক বস্তুক নিজৰ কৰি লোৱা নোলোৱাৰ ওপৰত নিৰ্ভৰ কৰে। এনেবিলাক দোষণীয় কামৰ দণ্ডও নিস্সগীয় (নৈসৰ্গিক) আৰু পাচিত্তিয় (পশ্চাতাপ অনুভৱ) কৰাৰ ওপৰত নিৰ্ভৰ কৰে। এনেবিলাক প্ৰতিবন্ধকৰ উপৰিও ভিক্ষু জীৱনৰ আৰু কিছুমান প্ৰতিবন্ধকতা আছে। সেই বিলাকক কেৱল পাচিত্তিয় বুলি কয়। সেই বিলাকৰ সংখ্যা বিৰানব্বৈ ধৰণৰ।

## ৬ ভিক্ষু আৰু শিষ্টাচাৰৰ নিয়ম

এজন ভিক্ষুৰ ব্যৱহাৰ অতি সুন্দৰ হ'ব লাগে। শিষ্টাচাৰৰ নিয়ম পালন কৰাত আদৰ্শ থাকিব লাগে। এই উদ্দেশ্য পূৰণৰ কাৰণে তথাগতে বহুবিলাক শিষ্টাচাৰ সম্বন্ধীয় নিয়ম অনুধাৱন কৰিব লাগে। এনেবিলাক শিষ্টাচাৰৰ নিয়মক 'সেখিয় ধৰ্ম' বুলি কোৱা হৈছিল। এই বিলাকৰ সংখ্যা পয়সত্তৰ বিধ।

## ৭ ভিক্ষু আৰু অপৰাধীবিলাকৰ বিচাৰ

এইবিলাকৰ নিয়ম এইবিলাকৰ বিধান কেৱল 'বিধান' প্ৰস্তুত কৰিবৰ কাৰণেই নাছিল। সেইবিলাকৰ আইন সঙ্গত স্থিতি আছিল যি অনুসৰি কাৰোবাৰ ওপৰত নিশ্চিত আৰোপ লগাব লগাত পাৰিছিল তেতিয়া সংঘই তাৰ বিচাৰ কৰিছিল আৰু তেতিয়াই তেওঁক হয়তো দোষমুক্ত বুলি ভাবি এৰি দিয়া হৈছিল বা দণ্ড দিয়া হৈছিল। বিনা বিধিৱত আদালতী বিচাৰে কেতিয়াও কোনো ভিক্ষুক দণ্ডিত কৰা হোৱা নাছিল। যি ঠাইত অপৰাধ হৈছিল সেই ঠাইৰ মানুহেই হৈছে ভিক্ষুসকলৰ ন্যায়ালয়। ন্যায়ালয়ৰ কাৰণে আৱশ্যকীয় সংখ্যাত ভিক্ষু যদি উপস্থিত নহয় তেনে কোনো মোকদ্দমা চলাব নোৱাৰিছিল।

যেতিয়ালৈকে কাৰোবাৰ ওপৰত কোনো নিশ্চিত 'আৰোপ লগোৱা নাযায় তেতিয়ালৈকে কোনো মোকৰ্দ্দমাক আইনসঙ্গত বুলি মানি লোৱা নগৈছিল। কোনো মোকৰ্দ্দমাকে আইনসঙ্গত বুলি মানি লোৱা নহৈছিল যেতিয়ালৈকে সেই ভিক্ষুক যাৰ ওপৰত কোনো 'আৰোপ লগোৱা হৈছে, নিজৰ দোষৰ নিৰ্দ্দোষিতা প্ৰমাণ হৈ নাযায়।

এজন অপৰাধী ভিক্ষুৱে নিম্নলিখিত দণ্ড ভোগ কৰিব লগাত পৰিছিল

(১) তৰ্জনীয় কৰ্ম

(২) নিয়স্স কৰ্ম

(৩) প্ৰব্ৰজনীয় কৰ্ম

(৪) উৎক্ষেপণী৷৲ কৰ্ম

(৫) প্ৰতি সাৰণীয় কৰ্ম

বিহাৰৰ পৰা বাহিৰ কৰি দিয়াৰ কৰ্মৰ (= পৰিবাস কৰ্ম) পিচত অবভান-কৰ্ম (আবাহন-কৰ্ম) হ'ব পাৰিছিল। এই পৰিবাস কৰ্মৰ পিচত সংঘৰ দ্বাৰা ক্ষমাদান কৰাৰ পিচত সম্ভৱ হৈছিল।

## ৮ ভিক্ষু আৰু অপৰাধ স্বীকৃতি

ভিক্ষু সকলৰ স৲গঠনক লৈ যি সৰ্বাধিক মৌলিক আৰু অনুপম সংস্থা বা প্ৰথা ভগবান বুদ্ধই আৰম্ভ কৰিছিল সেইয়া অপৰাধ স্বীকৃতিৰ সংস্থা আছিল। ইয়াক উপোসথ বুলি কোৱা হৈছিল।

তথাগতে এইটো কথা বুজি পাইছিল যে যি বিলাক কথাক তেওঁ 'অপৰাধ'ৰ শ্ৰেণীত ৰাখিছিল তাক পালন কৰাইছিল। কিন্তু আন কিছুমান প্ৰতিবন্ধকো আছিল যি অপৰাধ নাছিল। তেও কৈছিল যে চৰিত্ৰ নিৰ্মাণৰ কাৰণে আৰু চৰিত্ৰক সুদৃঢ় কৰি ৰাখিবৰ কাৰণে এনেধৰণৰ

প্ৰতিবন্ধকতা হোৱাতো আৱশ্যক আৰু এইটোও চোৱা আৱশ্যক যে এইবিলাকৰ পালন হৈছেনে নাই?

কিন্তু এই প্ৰতিবন্ধকক পালন কৰাৰ কোনো প্ৰভাৱশালী পদ্ধতি বিচাৰি উলিওৱাতো সহজ নাছিল। এই কাৰণে তেও খোলা অপৰাধ স্বীকৃতিক ভিক্ষুৰ আন্তৰিক সংগঠন কৰিবলৈ আৰু তাক ভুল পদক্ষেপৰ পৰা বচাই ৰাখিবলৈ এটা সাধন উলিয়ালে। অপৰাধ স্বীকৃতিক প্ৰতি বন্ধক ৰূপে পালন নকৰিবৰ কাৰণে আছিল ভিক্ষু নিয়ম সমূহৰ সংগ্ৰহক প্ৰাতিমোক্ষ বুলি কোৱা হয়।

উপোসথৰ ( অপৰাধ স্বীকৃতি) কাৰণে এটা 'সীমা'ৰ কোনো এঠাইত ভিক্ষুসকল সমবেত হোৱাতো আৱশ্যক। দুয়োটা পক্ষৰ দুটা অষ্টমিয়া কৃষ্ণ পক্ষৰ চতুদৰ্শী আৰু শুক্ল পক্ষৰ পঞ্চদৰ্শী এই চাৰিটা দিন উপোসথ বুলি কোৱা যায়। এইবিলাকৰ ভিতৰত চতুদৰ্শী আৰু পঞ্চদৰ্শীক প্ৰাতিমোক্ষ'ৰ পাঠ আৰু তাৰ হিচাপতহে উপোসথ কৰ্ম হ'ব পাৰিছিল। উপোসথ হলে ভিক্ষু এজন এজন কৰি প্ৰাতিমোক্ষৰ নিয়ম সমূহক পাঠ কৰে আৰু প্ৰত্যেক নিয়মৰ পুনৰায়ণ কৰিলেও হয় 'কিয়নো আপোনালোক সকলোৱেই মৌন এই কাৰণে মই ভাবো যে আপোনালোকৰ মাজত কোনোৱে এইবিলাকৰ ভিতৰত কোনো নিয়মক উল্‌ঘন নকৰে। তেওঁ ইয়াক তিনিবাৰ কয়। ইয়াৰ পিচত আগৰ প্ৰতিবন্ধকৰ নিয়ম পৰে।

ভিক্ষুণী সংঘইও এনেধৰণৰ উপোসথ সভা পাতিব লাগে। অপৰাধ স্বীকৃতিৰ ওপৰত 'আৰোপ আৰু মোকৰ্দ্দমা চলিব পাৰে। যদি কোনোৱে অপৰাধ স্বীকাৰ নকৰে তেনেহলে কোনো ভিক্ষুৱে কোনো 'অপৰাধ'ৰ ৰিৰ্পোট কৰিব পাৰে। যদি তেও সেই নিয়ম উলংঘা কৰা দেখা পাই আৰু তেতিয়া 'আৰোপ আৰু তাৰ পিচত হযতো মোকৰ্দ্দমা আৰম্ভ হ'ব পাৰে।

---

১ স্থিবিৰ বাদ পৰম্পৰাত তাৰ সংখ্যা ত্ৰিশ অনু ০।

---

## দ্বিতীয় ভাগ

## ভিক্ষু- ভগবান বুদ্ধৰ কল্পনা

### ১ ভগবান বুদ্ধৰ আদৰ্শ হৈছে ভিক্ষুৰ কল্পনা

ভগবান বুদ্ধই নিজেই ভিক্ষু সকলক কৈ দিছিল যে তেও ভিক্ষু সকলক কেনেৰূপত চাব বিচাৰিছিল। তেও কৈছিল --- সংযম আৰু সত্যৰ বিনে নিজকে নিজে মনৰ মলি (কাষায়ো) শুদ্ধ কৰাৰ বিনে হালধীয়া বস্ত্ৰ ধাৰণ কৰিলেও তেও হালধীয়া বস্ত্ৰ ধাৰণ কৰাৰ যোগ্য নহয়। কিন্তু যি সংযম আৰু সত্যৰ দ্বাৰা যুক্তহৈ নিজক নিজে মনৰ মলিনতাৰ পৰা (=হালধীয়া) পৰিশুদ্ধ কৰি হালধীয়া বস্ত্ৰ ধাৰণ কৰে তেও হালধীয়া বস্ত্ৰ ধাৰণ কৰাৰ যোগ্য হয়। এজন মানুহক কেৱল এই কাৰণেই 'ভিক্ষু বুলি কোৱা নাযায় কিয়নো তেও আনৰ পৰা 'ভিক্ষা মাগি খাই। যেতিয়া তেওঁ ধৰ্মক সম্যক প্ৰকাৰে গ্ৰহণ কৰে তেতিয়া তেওক ভিক্ষু বুলি কোৱা হয়। 'যি শীলবান হয় ব্ৰহ্মাচাৰী হয় যি সাৱধানযুক্ত হৈ সংসাৰত

বিচৰণ কৰে তেৱেঁই প্ৰকৃত 'ভিক্ষু'। হে ভিক্ষু! কেৱল নিয়ম পালন কৰিলেই নহ'ব নাই বহুত শ্ৰুত (= অধ্যয়ন) হলেই নহব, ধ্যান নকৰা কৰি একান্ত-বাস নকৰা কৰি কোনেও বিমুক্তি লাভ কৰিব নোৱাৰে যাৰ আনন্দ পৃথক-মনে (অনাৰ্য্য-জন) কেতিয়াও ল'ব নোৱাৰে। হে ভিক্ষু! যেতিয়ালৈকে মলিনতা ক্ষয় কৰিব নোৱাৰে, তেতিয়ালৈকে তেওঁ বিশ্বস্তহৈ নিশ্চিন্তমনে বহি থাকিব নালাগে।

যি ভিক্ষুৱে নিজৰ (বাণী) কথা সংযত কৰি ৰাখিব পাৰে, যি বৌদ্ধিকতা আৰু শান্তিৰে কথা কয় যি ধৰ্মৰ অৰ্থ বুজি পাই, তেওঁৰ কোৱাখিনি সদায় 'মধুৰ' হয়। যি ধৰ্মত নিবাস কৰে, যি ধৰ্মত আনন্দিত হয়, যি ধৰ্মৰ বিচাৰ কৰে যি ধৰ্মক অনুস্মৰণ কৰে এনেধৰণৰ ভিক্ষু সৎধৰ্মৰ পৰা কেতিয়াও বিচলিত হ'ব নোৱাৰে। ভিক্ষুৱে যি পায় তাক বহুত' বুলি ভাবিব লাগে তেওঁ আনৰ প্ৰতি ঈৰ্ষা ভাব কৰিব নালাগে। এজন ভিক্ষুৱে যদি আনৰ প্ৰতি ঈৰ্ষা পৰায়ণ হয় তেনে তেওঁৰ মনে কেতিয়াও শান্তি অনুভৱ কৰিব নোৱাৰে। যি ভিক্ষুৱে অলপ পায়ো 'বহুত পোৱা বুলি যেতিয়া ধাৰণা কৰি লয় আৰু যি ভিক্ষুৰ জীৱন পবিত্ৰ আৰু অপ্ৰমাদী হৈ থাকে দেৱতাইও তেওঁক প্ৰশংসা কৰে। যাৰনাম ৰূপত অকনো আসক্তি নাই যি কোনো বস্তু বা কোনো ব্যক্তি নাথাকিলেও অকনো চিন্তা নকৰে তেওঁৱেই প্ৰকৃত ভিক্ষু।

যি জন ভিক্ষুৰ হৃদয়ত কৰুণা (মৈত্ৰী) আছে, যি বুদ্ধৰ শাসনত প্ৰসন্ন হয তেঁও নিৰ্বাণ লাভ কৰিব দুৰ্বলতাক ক্ষয় কৰি সুখ অনুভৱ কৰিব। হে ভিক্ষু! এই (জীৱনৰূপী) নাৱঁখন লঘু কৰা। নাৱঁখন লঘু হ'লে ইয়াৰ গতি বেগ খুব তীব্ৰ হ'ব। ৰাগ আৰু দ্বেষৰ বন্ধনক ছিঙিব পাৰিলেই তুমি নিৰ্বাণ মুখী হৈ যাব পাৰিবা। পাচোঁটা (বন্ধন) কাটি দিয়া এই পাচোঁটাক এৰি দিয়া এই পাচোঁটাৰ ওপৰলৈ যোৱা। এজন ভিক্ষুৱে যেতিয়া এই পাচোঁটা বন্ধনৰ পৰা মুক্তি লাভ কৰিব ওঘত্তীৰ্ণ' বুলি কোৱা যায় অৰ্থাৎ যেন বান পানীৰ পৰা বাচি গ'ল।

ভিক্ষু! ধ্যান কৰা। আত্মগৌৰৱ নকৰিবা। সাৱধানে থাকা যাতে তোমাৰ মন কাম সুখৰ পিছে পিছে নুঘুৰে। যি প্ৰজ্ঞাবান নহয় তেও ধ্যান কৰিব নোৱাৰে যি সাধনা কৰিব নোৱাৰে তেও প্ৰজ্ঞা লাভ কৰিব নোৱাৰে। যি প্ৰজ্ঞাবান তেৱেঁই নিৰ্বাণৰ সমীপলৈ যাব পাৰে। ভিক্ষুৱে যেতিয়া একান্ত বাসত প্ৰবেশ কৰে আৰু যেতিয়া তেওঁৰ মন শান্ত থাকে আৰু যেতিয়াই তেওঁ সৎধৰ্মৰ লগত সাক্ষাৎ হয় তেতিয়াই দিব্যসুখ অনুভৱ কৰে আৰু এজন বুদ্ধিয়ক ভিক্ষুৰ কাৰণে এই প্ৰগতি ক্ৰমেই শ্ৰেষ্ঠ ইন্দ্ৰিয় সংযম সন্তোষ প্ৰাতিমোক্ষৰ নিয়ম সমূহৰ পালনে পবিত্ৰতা অপ্ৰমাদী মিত্ৰৰ সঙ্গ লাভ কৰে । যি জন ভিক্ষু ভিক্ষাজীৱি হ'ব যি নিজৰ কৰ্ত্তব্য পালনত প্ৰমাদ নকৰে তেওঁ প্ৰীতি প্ৰমুদ্ৰতাৰ বহুলতাত দুখৰ অন্ত কৰিব পাৰে। হে ভিক্ষু! নিজক নিজে উৎসাহিত কৰা নিজক নিজে পৰীক্ষা কৰা। যেতিয়া তুমি আত্ম ৰক্ষিত হৈ থাকিবা আৰু মেধাবী হ'বা তেতিয়াই তুমি সুখী থাকিবা। কিয়নো নিজেইহে নিজৰ স্বামী হৈ থাকিব পাৰে নিজেইহে নিজৰ গতি গতিকে নিজকে এনেদৰে বশ কৰি ৰাখা যেনেকৈ বেপাৰীয়ে ভাল ঘোঁৰাটো ৰাখে। যিজন ভিক্ষু অপ্ৰমাদত আনন্দিত হৈ থাকে

আৰু প্ৰমাদৰ প্ৰতি ভয় কৰে তেওঁ জুইৰ দৰে নিজৰ সৰু বৰ সকলো বন্ধন জ্বলাই বিচৰণ কৰি থাকিব পাৰে। যিজন ভিক্ষু অপ্ৰমাদত আনন্দিত হৈ থাকে আৰু প্ৰমাদৰ প্ৰতি ভয় কৰে তেওঁৰ পতন কেতিয়াও হ'ব নোৱাৰে তেওঁ যেন নিৰ্বাণৰ সমীপ বুলিয়েই জানিবা। গৌতম (বুদ্ধ)ৰ শ্ৰাৱক সকল সদায় সজাগ থাকে। তেওঁ বিলাকে দিনে ৰাতিয়ে 'সংঘ'ৰ ধ্যান ৰাখে।

গৌতম (বুদ্ধ)ৰ শ্ৰাৱক সকল সদায় জাগ্ৰত হৈ থাকে। তেও বিলাকে দিনে ৰাতিয়ে 'ধৰ্ম'ৰ ধ্যান কৰি থাকে। গৌতম (বুদ্ধ)ৰ শ্ৰাৱক সকল সদায় সাৱধান হৈ থাকে। তেওঁবিলাকে দিনে-ৰাতিয়ে নিজৰ শৰীৰ সম্বন্ধীয় ক্ৰিয়া সমূহৰ ধ্যান ৰাখে। গৌতম (বুদ্ধ)ৰ শ্ৰাৱক সকল সদায় জাগ্ৰত হৈ থাকে। তেওঁ বিলাকে দিনে-ৰাতিয়ে 'কৰুণাৰ (অহিংসা) ধ্যান ৰাখে। গৌতম (বুদ্ধ)ৰ শ্ৰাৱক সকল সদায় জাগ্ৰত হৈ থাকে। দিনে ৰাতিয়ে তেওঁবিলাকে যোগাভ্যাসৰ (ভাৱনা) ধ্যান কৰি থাকে। সংসাৰ ত্যাগ কৰাটোও কঠিন কাম সংসাৰত থকাটোও টান কাম। বিহাৰ ও দুষ্কৰ ঘৰো দুষ্কৰ। নিজৰ সমান মানুহৰ লগত গৃহস্থী জীৱন যাপন কৰাটোও সহজ নহয় প্ৰব্ৰজিত জীৱনো সহজ নহয়। যি মানুহ শ্ৰদ্ধাযুক্ত যি শীলবান যি যশস্বী যি ঐশ্বৰ্য্যবান তেও য'তেই নাথাকক সকলো ঠাইতেই পূজনীয় হৈ থাকে।

২ ভিক্ষু আৰু 'তপস্বী'

ভিক্ষুতেনে কি 'তপস্বীনেকি? উত্তৰ 'নহয় ।

নিগ্ৰোধ পৰিব্ৰাজকৰ লগত কথা বাৰ্ত্তা পাতোতে স্বয়ং তথাগতে নকৰাত্মক উত্তৰ দিছে। এসময়ত ভগবান বুদ্ধ ৰাজগৃহ গৃদ্ধ কূট পৰ্বতত আছিল। সেই সময়ত উদুম্বাৰিক ৰাণীৰ উদ্যানত বহুত বিলাক পৰিব্ৰাজকৰ লগত নিগ্ৰোধ পৰিব্ৰাজকও আছিল। এই উদ্যানখন পৰিব্ৰাজক সকলৰ কাৰণে পৰিত্যক্ত আছিল।

সেই সময়ত ভগবান বুদ্ধ গৃদ্ধ কূটৰ তললৈ নামি আহিল য'ত ম'ৰা চৰাই বিলাকৰ চৰাৰ ঠাই আছিল তালৈ তথাগতে খোজকাটি সুমগধা নদীৰ পাৰত খোজ কাটি ঘূৰি ফুৰিছিল। এইদৰে তথাগতে খোজকাটি তাত ঘূৰি ফুৰা দেখিবলৈ পালে আৰু তেওৰ শিষ্যসকলক সাৱধান কৰি দিলে - 'মনে মনে থাকা শান্তিৰে থাকা। শ্ৰমণ গৌতম সুমগধা নদীৰ পাৰে পাৰে ভ্ৰমণ কৰি আছে। তেওঁৰ দ্বাৰা এনেদৰে কোৱাত পৰিব্ৰাজক সকল মৌন হৈ গ'ল।

তেতিয়া তথাগত নিগ্ৰোধ পৰিব্ৰাজকৰ ওচৰলৈ আহিল। নিগ্ৰোধ পৰিব্ৰাজকে কলে -হে ভগাবান হে সুগত। আপুনি আহক। ভগবানৰ প্ৰতি স্বাগত জনোৱা হৈছে। তথাগতৰ প্ৰতি অভিনন্দন জনোৱা হৈছে। বহুত দিনৰ পিচত ভগবানে এইফালে দৰ্শন দি কৃপা কৰিলে। আপুনি অনুগ্ৰহ কৰি আসন গ্ৰহণ কৰক। আপোনাৰ কাৰণে আসন সুসজ্জিত হৈ আছে।

তথাগতে সজাই থোৱা আসন গ্ৰহণ কৰিলে নিগ্ৰোধেও তেওঁৰ তলতে এখন আসন পাৰি বহিল আৰু ক'লে ঃ-

'কিয়নো শ্ৰমণ গৌতম আমাৰ ইয়ালৈ আহিছে, আমি শ্ৰমণ গৌতমৰ প্ৰতি এই প্ৰশ্ন সুধিব বিচাৰোঁ যে এইয়া তথাগতৰ ধৰ্ম বিনয় নেকি যাৰ দ্বাৰা তথাগতে নিজৰ শ্ৰাৱক সকলক নিবেদন কৰে আৰু যি ধৰ্ম বিনয় শিকি তথাগতৰ শ্ৰাৱক সকলে সন্তোষ লাভ

কৰে তেওঁ নিজৰ শৰণ স্থান বুলি স্বীকাৰ কৰে আৰু তাক লোকধৰ্ম বুলি মানেনে?

'নিগ্ৰোধ, আনৰ প্ৰতি দৃষ্টি দিয়া সকলৰ কাৰণে অন্য প্ৰকৃতি সমূহৰ কাৰণে তথা অন্য মান্যতাৰ কাৰণে বিনা অভ্যাসে আৰু বিনা শিক্ষণে ইয়াক লাভ কৰাতো কঠিন যে তেওঁ এইটো বুজিব পাৰে যে তথাগতৰ ধৰ্ম বিনয়নো কি? যাক তথাগতে নিজৰ শ্ৰাৱক সকলক বিনীত্ৰ কৰে আৰু যি ধৰ্ম বিনয়ক শিকি তথাগতক শ্ৰাৱক সকলে সন্তুষ্টি লাভ কৰে তেওঁবিলাকে তেওঁৰ শৰণ স্থান স্বীকাৰ কৰে আৰু তাক লোকোত্তৰ ধৰ্ম বুলি মানি লয়।

"কিন্তু হে নিগ্ৰোধ। তুমি মোৰ পৰা নিজৰ সিদ্ধান্তৰ বিষয়ে, এই কঠোৰ তপস্যাৰ বিষয়ে সোধা যে এইবিলাক তপস্যাৰ দ্বাৰা কোনবিলাক কথা পূৰণ হয় আৰু কোনবিলাক কথা কাৰ্য্যকৰী নহয়?

তেতিয়া নিগ্ৰোধে তথাগতৰ প্ৰতি ক'লে 'ভগবান আমি আত্মা ক্লেশ দায়ক কঠোৰ তপস্যাৰ সমৰ্থক আমি তাক আৱশ্যক বুলি ভাবো আমি সেইবিলাকৰ লগত জড়িত হৈ থাকো। এইবিলাকৰ দ্বাৰা কি কথানো পূৰণ হয় আৰু কি কথানো পূৰণ নহয়?'

'নিগ্ৰোধ! উদাহৰণ স্বৰূপে এজন তপস্বী নগ্ন হৈ থাকে কোনো বেয়া কথা ক'ব পাৰে নিজ হাতেৰে চখ কৰে যদি কোনোৱে কয়যে 'ভিক্ষাৰী আহক তেতিয়া তেওঁৰ কথা নুশুনে যদি কোনোৱে কয়যে ভিক্ষাৰী ৰ'বা তেতিয়া তেওৰ কথাও নুশুনে দিবৰ কাৰণে যি বস্তু আনে তাক গ্ৰহণ নকৰে কোনো নিমন্ত্ৰণ স্বীকাৰ নকৰে তেওঁ সিজোৱা বস্তু দিলেও গ্ৰহণ নকৰে দুৱাৰ ডলিৰ ভিতৰত ৰখা কোনো বস্তু গ্ৰহণ নকৰে উড়ালত ৰখা কোনো বস্তু খৰিৰ ওপৰত ৰখা কোনো বস্তু জাতত পিচা কোনো বস্তু তেওঁবিলাক দুজনে দিয়া কোনো বস্তুকে স্বীকাৰ নকৰে যি একেলগে বহি খাই থাকিলেও নাই কোনো গৰ্ভিনী দ্বাৰা দিয়া বস্তু নাই কোনো দায়ীৰ দ্বাৰা যি জনী মাইকী মানুহে কোনো মানুহৰ লগত সহযোগ কৰিছে, কোনো ভোজনৰ বস্তু শুকাই থাকিলে সেই স্থানৰ পৰা কোনো বস্তু গ্ৰহণ নকৰে য'ত কুকুৰ থাকে য'ত মাখিয়ে ভেন ভেনাই থাকে নাই তেও মাছ মাংস গ্ৰহণ কৰে নাই পেয় পানীয় পদাৰ্থ গ্ৰহণ কৰে নাই ভাতৰ মাৰ গ্ৰহণ কৰে। তেওঁ হয়তো এখন ঘৰৰ পৰাই ভোজন গ্ৰহণ কৰে এক কড়ি খাওঁতা, বা দুঘৰ মানুহৰ ঘৰৰ পৰা ভোজন গ্ৰহণ কৰে, দুই কড়ি খাই বা সাত ঘৰৰ পৰা ভোজন গ্ৰহণ কৰে সাত কড়ি খাই। তেওঁ এক দুই বা সাতটা ভিক্ষাৰ ওপৰত নিৰ্ভৰ কৰে। ইয়াতো দিনে তেও এবাৰহে ভোজন গ্ৰহণ কৰে, বা দুইদিনৰ ভিতৰত এবাৰ আৰু বা সাতদিনৰ ভিতৰত এবাৰহে ভোজন কৰে। এইদৰে তেও নিয়মানুসৰি ভোজন গ্ৰহণ কৰে পোন্ধৰ দিনত এবাৰ কৰি অথবা গামলাত সিজোৱা পৌদোংৰ ওপৰত নিৰ্ভৰ কৰি চলে অথবা জংঘলী চাউলৰ ওপৰত বা নীৱাৰ বীজৰ ওপৰত বা চামৰাৰ ওপৰত বা সেৱালৰ ওপৰত; বা চাউলৰ পৰা তৈয়াৰী আটাৰ ওপৰত, বা কাঞ্জীৰ ওপৰত, বা আটাৰ ওপৰত বা খলীৰ ওপৰত বা ঘাঁহৰ ওপৰত বা গোবৰৰ ওপৰত অথবা জংঘলৰ ফল ফুলৰ ওপৰত বা গছৰ পৰা সহজে পোৱা বস্তু। তেওঁ ডাঠ শণৰ কাপোৰ পিন্ধে তেও ডাঠ ৰঙীন কাপোৰ পিন্ধে, তেওঁ মৰামানুহৰ শ

ঢকা পেলাই দিয়া কাপোৰ পিন্ধে তেওঁ পেলাই দিয়া ফটাচিটা কাপোৰ পিন্ধে তেওঁ গছৰ বাকলি পিন্ধে বা মৃগছাল ধাৰণ কৰে, বা মৃগছালৰ পৰা বনোৱা জাল ধাৰণ কৰে অথবা কুশ-তৃণ ধাৰণ কৰে বা ছালবস্ত্ৰ ধাৰণ কৰে বা মাটি ধাৰণ কৰে বা মানুহৰ চুলিৰ পৰা বনোৱা কম্বল ধাৰণ কৰে বা ঘোঁৰাৰ চুলিৰ দ্বাৰা বনোৱা কম্বল ধাৰণ কৰে অথবা ফেঁচাৰ ছালৰ বস্ত্ৰ ধাৰণ কৰে। তেওঁ বিলাকে দাড়ী আৰু চুলি কাটি থাকে এই দুয়োটাকে মিহি কৰি ৰাখে তেওঁ সদাই থিয় দিয়েই থাকে তেওঁ ভৰিৰ গেৰোৱাৰে খোজ 'কাঢে তেও বহি চাই থাকে, তেওঁ কাঁইটেৰে ~ৰা শৰ্য্যাত শয়ন কৰে তেও কাঁইটেৰে ভৰা বা লোহাৰ সদৃশ টান বিচনাত শয়ন কৰে তেও মাটিত শয়ন কৰে এক কাটি হৈ শোৱে মাটি ধূলিতে পৰি থাকে তেওঁ খোলা বায়ুত থাকোতা য'তে ত'তে তেওঁ বহে, লেতেৰা খোৱাতে তেওঁ অভ্যস্ত হয় তেও পানী নাখায় তেওঁ (গৰম) পানী খাওঁতা আৰু তেওঁ ৰাতিপুৱা দুপৰীয়া আৰু সন্ধ্যা স্নান কৰোঁতা।

ইমানবিলাক কথাৰ উপৰিও ভগবান বুদ্ধই সুধিলে হে নিগ্ৰোধ! তুমি বাৰু কি ভাবা আত্ম ক্লেশ কাৰক কঠোৰ তপস্যাৰ দ্বাৰা কি এইখিনি পূৰণ হয়নে নহয়?

ভগবান! সঁচাকৈয়ে যদি এনেই হয় তেতিয়া আত্ম ক্লেশ কাৰক কঠোৰ তপস্যা পূৰ্ণ হৈ যায়।"

হে নিগ্ৰোধ! এতিয়া মই কওঁ যে আত্ম ক্লেশ পৰক কঠোৰ তপস্যাত নানা দোষ আছে।"

"ভগবান! আপুনি ইয়াত বাৰু কি দোষ দেখিছে?

হে নিগ্ৰোধ! যেতিয়া কোনো এজন তপস্বীয়ে তপস্যা কৰে তেতিয়া তাৰ পৰা তেওঁ মিছা সন্তোষহে লাভ কৰে যে তেওঁৰ উদ্দেশ্য পূৰহৈ গ'ল বুলি। হে নিগ্ৰোধ! এইয়া তাৰ এটা দোষ হৈ যায়।"

"হে নিগ্ৰোধ! যেতিয়া এজন তপস্বীয়ে তপস্যা কৰে তেতিয়া তাৰ দ্বাৰা তেওঁ নিজকে বৰ ওখ আৰু আনক বহুত তলৰ বুলি ভাবে। হে নিগ্ৰোধ! এইটোও তেওঁৰ দোষৰ ভিতৰতে পৰে।

হে নিগ্ৰোধ! যেতিয়া এজন তপস্বীৰ লাভ আৰু যশস্যা প্ৰাপ্তি হয় তেতিয়া তেওঁৰ নিচা বাঢি যায় আৰু নিশ্চিন্ত হৈ যায়। হে নিগ্ৰোধ! এইটো তেওঁৰ দোষ হয়।

'হে নিগ্ৰোধ! যেতিয়া এজন তপস্বীয়ে তপস্যা কৰিবলৈ লয় তেতিয়াতেওঁ ভিন্ন ভিন্ন প্ৰকাৰৰ ভোজনৰ মাজত ভেদ কৰিবলৈ ধৰে। এইটো মোৰঅনুকূল এইটো মোৰ প্ৰতিকূলৰ ভিতৰত পৰে। যি বিলাক নিজৰ ভোজন বুলি ভাৱে তাৰ তেওঁ প্ৰতিকূলে যায় তাক তেওঁ জানি বুজিও ত্যাগ কৰে। যি বিলাক তেওঁৰ অনুকূলে যায় সেইবিলাকৰ প্ৰতি তেওঁ লোভী আৰু ব্যাকুল হৈ যায়। তাত তেওঁৰ আসক্তি বাঢ়ি যায়। তাত তেওঁৰ কোনো ভয়, তাত কোনো বিপদ নেদেখে। তেও তাৰ ৰসলৈ খায়। হে নিগ্ৰোধ! এইয়াও তেওঁৰ দোষ হয়।

"হে নিগ্ৰোধ! এজন তপস্বীয়ে নিজৰ লাভ আৰু যশৰ কামনাৰ কাৰণে এইটো

ভাবিবলৈ ধৰে যে মোৰ প্ৰতি ৰজা সকল আৰ্কষিত হ'ব তেওঁৰ মন্ত্ৰী সকল আকৰ্ষিত হ'ব ক্ষত্ৰিয় বিলাক আৰ্কষিত হ'ব ব্ৰাহ্মণ সকল আৰ্কষিত হ'ব গৃহপতি বিলাক আকৰ্ষিত হ'ব তথা ডাঙৰ ডাঙৰ আচাৰ্য্য সকলো আকৰ্ষিত হ'ব। হে নিগ্ৰোধ! এইটোও তেওঁৰ এটা দোষ হৈ যায়।

হে নিগ্ৰোধ! এজন তপস্বীয়ে আন কোনো তপস্বী বা ব্ৰাহ্মণক লৈ গৰ্বগৰাই থাকে অমুক মানুহে গোটেই বিলাক বস্তু খাই আলুৰ দৰে কন্দ ডালত লাগি থকা ফল হাবিত লাগি থকা বগৰী আদি জিমী কন্দ আৰু নানাধৰণৰ বীজ এই গোটেই বিলাক বস্তুকে পিচি পেলাই খাই। তথাপি মানুহে তেওঁক ধৰ্মাত্মা বুলি কয়। হে নিগ্ৰোধ! এইটোও তপস্বী সকলৰ এটা দোষ হৈ যায়।

হে নিগ্ৰোধ! এজন তপস্বীয়ে দেখিবলৈ পাইছে যে কোনো আন শ্ৰমণ বা ব্ৰাহ্মণৰ বহুত যশস্যা লাভ হয় বহুত মান সংকাৰ সন্মান পাই আছে। এইবিলাক দেখি তেওঁ ভাৱে এই বিলাক মানুহে ইমান আৰামত ইমান আদৰ সংকাৰ কৰে নাগৰিকৰ পৰা ইমানবিলাক লাভ আৰু যশ লাভ কৰে কিন্তু মই যি তপস্বী মই যি ইমান কঠোৰ তপস্যা কৰোঁ মোৰ ফালে কোনেও ধ্যান দিয়া নাই মোৰ কোনো আদৰ সংকাৰ কৰা নাই, মই লাভ আৰু গৌৰৱ লাভ কৰিব পৰা নাই। এইকাৰণে তেওঁ নাগৰিকৰ প্ৰতি আপত্তি কৰে। এইটোও তেওঁৰ দোষ হৈ যায়।

হে নিগ্ৰোধ! এজন তপস্বী 'ৰহস্যময়'হৈ যায়। তেওঁক যদি সোধা হয় যে আপুনি এই কথা স্বীকাৰ কৰেনে নকৰে যদি স্বীকাৰ কৰিও তেওঁ যদি কয় স্বীকাৰ নাই কৰা অস্বীকাৰ কৰিও কয় যে স্বীকাৰ কৰিছো। এইদৰে তেওঁ জানি বুজিও মিছা কয়। এইয়াও তেওঁৰ কাৰণে দোষ।

হে নিগ্ৰোধ! এজন তপস্বী খণ্ডাল ও হ'ব পাৰে আৰু তাৰ মনত ঘৃণাও উৎপন্ন হ'ব পাৰে। এইটোও তপস্বীৰ কাৰণে দোষ হয়।

হে নিগ্ৰোধ! তপস্বী মিছলীয়া হ'ব পাৰে ঠগ হ'ব পাৰে ইৰ্ষালু হ'ব পাৰে, গৰ্বগৰাই থকা হ'ব পাৰে তেওঁ বৰ চালাক হ'ব পাৰে তেওঁ বৰ কঠোৰ হৃদয় আৰু অভিমানী হ'ব পাৰে তেওঁৰ মনত বেয়া বেয়া ইচ্চাও থাকিব পাৰে আৰু তেওঁ বিলাকৰ গোলাম হৈ থাকিব পাৰে মিথ্যা ধাৰণা কৰি ল'ব পাৰে আৰু পৰা প্ৰাকৃতিক কথা কবলৈ ধৰে, তেওঁ নিজৰ অনুভৱৰ ভুল ব্যাখ্যা কৰিবলৈ ধৰে তেওঁ লোভী হয় বৈৰাগ্যৰ পৰা পৰমুখাপেক্ষী হয়। এইয়াও তপস্বীৰ দোষ।

'নিগ্ৰোধ! তুমি বাৰু কি ভাবা? আত্ম ক্লেশ কৰি তপস্যা কৰিলে এইবিলাক দোষ হয়নে নহয়?"

'ভগবান! আত্ম ক্লেশকৰি তপস্যা কৰিলে এইবিলাক দোষ নিশ্চয় কৰি হয়। ভগবান! এইটো অসম্ভৱ নহয় যে কোনো তপস্বীয়ে এই বিলাক দোষৰ ভিতৰত কাৰোবাৰ পৰা নহয় সকলোৰে পৰা অভিযুক্ত হয়।'

ভিক্ষুসকল! এনেবিলাক দোষৰ পৰা মুক্ত থাকিব লাগে।

## ৩ ভিক্ষু তথা ব্ৰাহ্মণ

ভিক্ষু আৰু ব্ৰাহ্মণৰ মাজত কিবা পাৰ্থক্য আছেনে? দুয়োজন একেইনে? এই প্ৰশ্নৰ উত্তৰো নকৰাত্মক। এই বিষয়ৰ চৰ্চা যি কোনো এঠাইত পোৱা নাযায়। বুদ্ধৰ বচন সমূহত ই জেগাই জেগাই সিচঁৰিত হৈ আছে। কিন্তু এই দুয়োজনৰ মাজত যি পাৰ্থক্য আছে তাক সহজতে একেঠাইতে একত্ৰ কৰিব পাৰি। এজন ব্ৰাহ্মণ পুৰোহিত হয়। তেওৰ মুখ্য কাম কাৰোবাৰ জন্ম বিবাহ মৃত্যু আদিৰ সময়ত সংস্কাৰ কৰা। এই 'সংস্কাৰ আৱশ্যক হয় কিয়নো ক'ৰবাত মানি লোৱা যায় যে আত্মা মূলতে পাপত লিপ্ত হয় আৰু তাক নিৰ্মল কৰি নিষ্পাপ কৰিব লাগে যিহেতু 'আত্মা তথা পৰমাত্মা'ৰ অস্তিত্বও স্বীকাৰ কৰা যায়।

এই সকলোবিলাক 'সংস্কাৰ কৰা আৰু কৰাবৰ কাৰণে পুৰোহিত'ৰ আৱশ্যক। কোনো এজন ভিক্ষুৱে নাই কোনো 'মূল পাপ'ক বিশ্বাস কৰে আৰু নাই 'আত্মা বা পৰমাত্মা'ক বিশ্বাস কৰে। এই কাৰণে তাক কোনেও সংস্কাৰ কৰা বা কৰ'সলগীয়া নহয়। এই কাৰণে এজন ভিক্ষু পুৰোহিত নহয়। ব্ৰাহ্মণ জন্ম হয়। ভিক্ষু নিৰ্মাণ কৰা হয়। ব্ৰাহ্মণৰ 'জাতি আছে। ভিক্ষুৰ কোনো 'জাতি নাই এবাৰ মাত্ৰ 'ব্ৰাহ্মণ'ৰ ঘৰত জন্ম হৈ গ'লে জনম জনমৰ কাৰণে 'ব্ৰাহ্মণ হৈ যায়। কোনো পাপ কোনো জুলুম এনে নহয় যে এজন ব্ৰাহ্মণক 'অব্ৰাহ্মণ কৰি দিব পাৰে।

কিন্তু এবাৰ 'ভিক্ষু হোৱাৰ পিচত এইটো আৱশ্যক নহয় যে এজন ভিক্ষু জীৱনভৰৰ কাৰণে 'ভিক্ষুৱেই হৈ থাকিব। এজন 'ভিক্ষু 'ভিক্ষু হ'ব পাৰে কিন্তু যদি তেও কেতিয়াবা এনে কথা কৈ উঠে যে যি তেওঁক 'ভিক্ষু হৈ থকাৰ যোগ্য বনাই দিয়ে তেনে তেও 'ভিক্ষু হৈ থাকিব নোৱাৰে। 'ব্ৰাহ্মণ হ'বৰ কাৰণে কোনো মানসিক বা নৈতিক শিক্ষণ অনিবাৰ্য্য নহয়। ব্ৰাহ্মণৰ পৰা যি কথা আশা (কেৱল আশা) কৰিব পৰি সেইয়া তেওৰ নিজৰ ধাৰ্মিক শাস্ত্ৰ জ্ঞানহে মাত্ৰ। ভিক্ষুৰ কথা ইয়াৰ একেবাৰেই প্ৰতিকূল। মানসিক তথা নৈতিক শিক্ষণ হৈছে জীৱন প্ৰাণ।

এজন ব্ৰাহ্মণে লাগিলে যিমান সম্পত্তি বিচাৰে সিমানে লাভ কৰিব পাৰে। এজন ভিক্ষুৱে কৰিব নোৱাৰে। এইয়া কোনো সৰুসুৰা পাৰ্থক্য নহয়। মানুহৰ মানসিক আৰু নৈতিক স্বাধীনতাৰ ওপৰত বিচাৰৰ ক্ষেত্ৰত আৰু কাৰ্য্যৰ ক্ষেত্ৰতো সম্পত্তিয়ে একেবাৰে কাঢ়া প্ৰতিবন্ধকৰ কাম কৰে। ইয়াৰ দ্বাৰা দুটা প্ৰবৃত্তিৰ মাজত সংঘৰ্ষ উৎপন্ন হয়। এই কাৰণে ব্ৰাহ্মণে সদায় পৰিবৰ্ত্তনৰ বিৰোধিতা কৰে কিয়নো তেওঁবিলাকৰ কাৰণে পৰিবৰ্ত্তনৰ অৰ্থ হৈছে শক্তিৰ হানি ধনৰ হানি। সম্পত্তিহীন ভিক্ষু মানসিক আৰু নৈতিকতাৰ ফালৰ পৰা স্বতন্ত্ৰ হৈ থাকে। কোনো এজন ব্যক্তি এনে স্বাৰ্থপৰ নহয়, যিনেকি তেওঁৰ আত্মবিশ্বাস আৰু পবিত্ৰতাত বাধক হ'ব পাৰে। ব্ৰাহ্মণ হ'লে হয়। কিন্তু প্ৰত্যেকজন ব্ৰাহ্মণ নিজেই একোজন অকলশৰীয়া ব্যক্তি হয়। এনে কোনো ধাৰ্মিক সংগঠন নাই যাৰ তেওঁ অধীন হ'ব নোৱাৰে। প্ৰত্যেক ব্ৰাহ্মণে নিজৰ আইন নিজেই প্ৰণয়ন কৰে। অৱশ্যে ব্ৰাহ্মণে পৰস্পৰে ভৌতিক স্বাৰ্থৰ লগত বান্ধখাই বা জড়িত হৈ থাকে। অন্যহাতে এজন ভিক্ষু সদায় সংঘৰ সদস্য হৈ থাকে। কল্পনাৰো অতীত যে কোনো ভিক্ষুহলে সংঘৰ সদস্য নোহোৱাকৈ থাকে। ভিক্ষুৱে নিজৰ

আইন নিজে নকৰে। সেইয়া 'সংঘ'ৰ অধীনত হয়। 'সংঘ হৈছে এক আধ্যাত্মিক সংগঠন।

## ৪ ভিক্ষু আৰু উপাসক

সদ্ ধৰ্মই ভিক্ষুৰ ধৰ্ম আৰু উপাসকৰ ধৰ্ম'ৰ মাজত স্পষ্টভাবে বিভাজন ৰেখা টানিলে। ভিক্ষুৱে বিনা পত্নীয়ে থাকিব লাগে। উপাসকে নালাগে, তেওঁবিলাকে বিবাহ কৰিব পাৰে। ভিক্ষুৰ কোনো ঘৰ থাকিব নোৱাৰে। ভিক্ষুৰ কোনো পৰিবাৰ থাকিব নোৱাৰে। উপাসকৰ কাৰণে ইয়াৰ কোনো আৱশ্যক নাই। উপাসকৰ ঘৰ থাকিব পাৰে, উপাসকৰ পৰিবাৰ থাকিব পাৰে। ভিক্ষুৰ কোনো সম্পত্তি হ'ব নোৱাৰে। কিন্তু গৃহস্থীৰ সম্পত্তি থাকিব পাৰে তেওঁ বিলাকে সম্পত্তি ৰাখিব পাৰে। ভিক্ষুৰ কাৰণে প্ৰাণী হত্যা কৰাতো আনিবাৰ্যৰূপে বৰ্জনীয়। গৃহস্থীৰ কাৰণে নহয়। তেও (অৱস্থা বিশেষে) জীৱ হত্যা কৰিব পাৰে। এনেয়ে পঞ্চশীলৰ নিয়ম দুয়োপক্ষৰ কাৰণে সমান। কিন্তু ভিক্ষুৰ কাৰণে হ'লে এইয়া ব্ৰতৰূপে পালন কৰিব লাগিব। যদি সেই নিয়ম ভংগ কৰিব তেতিয়া তেওঁ শাস্তিৰ সন্মুখীন হ'ব লাগিব। উপাসকৰ কাৰণে হ'লে এই নিয়ম অনুকৰণীয় শীল মাত্ৰ।

ভিক্ষুৰ কাৰণে পঞ্চশীল নিয়ম পালন কৰাতো অনিবাৰ্য্য বিষয়। গৃহস্থীৰ কাৰণে হ'লে সেইয়া তেওৰ বিবেকৰ ওপৰত নিৰ্ভৰশীল। তথাগতে এই দুয়োটাৰ মাজত এই পাৰ্থক্য কিয় ৰাখিলে? ইয়াৰ অন্তৰালত নিশ্চয় কোনো বিশেষ কাৰণ থাকিব লাগিব। কিয়নো বিনা বিশেষ কাৰণত তথাগতে কেতিয়াও কিবা কৰাঁতো নিবিচাৰে। ক'তো ইযাৰ কাৰণ তথাগতে স্পষ্টৰূপে কোৱা নাই। এইযা হৈছে আমাৰ অনুমানৰ বিষয়। তথাপিতো এইটো আৱশ্যক যে এই বিভাজক ৰেখাৰ কাৰণ স্পষ্টৰূপে বুজিব পৰা যায়। ইয়াত কোনো সন্দেহ নাই যে তথাগতে নিজৰ ধৰ্মৰ দ্বাৰা এই পৃথিৱীত ধৰ্ম ৰাজ্য প্ৰতিষ্ঠা কৰিব বিচাৰিছিল। এইকাৰণে তেও সকলোকে নিজৰ ধৰ্মৰ উপদেশ দিছিল ভিক্ষু সকলক আৰু গৃহস্থী সকলকও। কিন্তু তথাগতে এই কথাও জানিছিল যে সৰ্বসামান্য মানুহক ধৰ্মৰ উপদেশ দিয়া মাত্ৰকে তেওঁবিলাকে আদৰ্শ সমাজ প্ৰতিষ্ঠা কৰিব নোৱাৰে যাৰ আধাৰ একমাত্ৰ ধৰ্মইহে কৰিব পাৰে।

এই ধৰণৰ চেষ্টাও তেতিয়া আৰম্ভ হ'ব পাৰে যেতিয়া মানুহৰ মগজুৰ সন্মুখত সেই আদৰ্শৰ ওপৰত আশ্ৰিত এখন সমাজৰ বাস্তৱিক স্বৰূপ ৰূপে চিহ্নিত হ'ব পাৰে যাৰ দ্বাৰা সৰ্বসাধাৰণ জনতাইও এইটো বুজিব পাৰে যে 'আদৰ্শ' কেতিয়াও 'অব্যৱহাৰিক হ'ব নোৱাৰে ই কেৱল সাকাৰ ৰূপহে হ'ব পাৰে। তথাগতে যি ধৰ্ম'ৰ বিষয়ে উপদেশ দিছিল সংঘই হৈছে ইয়াৰ এটা সাকাৰ সামাজিক ব্যৱস্থা মাত্ৰ। কাৰণ এয়েই যে ভগবান বুদ্ধই এজন ভিক্ষুৰ ধৰ্ম' আৰু এজন উপাসকৰ (গৃহস্থ) ধৰ্মৰ মাজত এই বিভাজন ৰেখা টানিলে। ভিক্ষু হৈছে তথাগতৰ আদৰ্শ সমাজৰ প্ৰতীক আৰু উপাসক হৈছে যথা সামৰ্থ্য তাক অনুকৰণ কৰাৰ মাধ্যম। আৰু এটা প্ৰশ্ন হৈছে সেইয়া হৈছে ভিক্ষুৰ জীৱনকাৰ্য্য কি? ভিক্ষুৰ জীৱন কি ব্যক্তিগত সাধনাৰ কাৰণেহে অথবা তেওঁ জনতাৰ সেৱা কৰা তথা তেও বিলাকৰ মাৰ্গদৰ্শণ কৰানে কি?

এই দুয়োটাই হৈছে তেওঁ বিলাকৰ জীৱন কাৰ্য্য। বিনা ব্যক্তিগত সাধনাৰ দ্বাৰা তেও

নেতৃত্ব দিব নোৱাৰে। এই কাৰণে তেওঁ নিজকে সম্পূৰ্ণ সৰ্বশ্ৰেষ্ঠ ধাৰ্মিক আৰু জ্ঞান সম্পন্ন ব্যক্তি ৰূপে পৰিগণিত হ'বই লাগিব। ইয়াৰ কাৰণে তেওঁ ব্যক্তিগত সাধনা কৰিব লাগিব। এজন ভিক্ষুৱে গৃহত্যাগ কৰে। তেওঁ সংসাৰ ত্যাগ নকৰে তেওঁ নিজৰ ঘৰখন এই কাৰণেই এৰি দিয়ে যাতে তেওঁ সেইবিলাক মানুহৰ সেৱা কৰিবলৈ সুবিধা পাই আৰু এনেধৰণৰ সুবিধা পাই যাতে মুকলি মনেৰে কৰিব পাৰে কাৰণ নিজৰ ঘৰখনত তেও বেয়াধৰণে আসক্ত হৈ থাকে। আৰু যি দুখত পৰে যি চিন্তাত পৰি থাকে যাৰ মনত শান্তি নাই আৰু যি সহায়তা বিচাৰে। কৰুণা হৈছে ধৰ্মৰ সাৰ ইয়াৰ মহত্বৰ ওপৰত এই কাৰণেই বল দিছে যে প্ৰত্যেক মানুহে পৰস্পৰৰ প্ৰতি প্ৰেম কৰিব পাৰে আৰু আনৰ সেৱা কৰিব পাৰে। ভিক্ষু ইয়াৰ পৰা বাদ পৰি নাথাকে। ব্যক্তিগত সাধনাত লাগিলে কোনোৱে যিমানেই উচ্চ আসনত কিয় নাথাকক যদি কোনো ভিক্ষু পীড়িত মানৱতাৰ পৰা উদাসীন হয় তেনে তেওঁ ভিক্ষু নহয়। তেওঁ আন কিবা হ'ব পাৰে। কিন্তু তেওঁ ভিক্ষু হ'ব নোৱাৰে।

---

১ উদুম্বৰিক সীহনাদ সুত্তন্ত (দীৰ্ঘনিকায় — ২৫)

---

# তৃতীয় ভাগ

## ভিক্ষুৰ কৰ্ত্তব্য

### আনক ধৰ্ম দীক্ষা দিয়াই হৈছে ভিক্ষুৰ কৰ্ত্তব্য

যশ কুল পুত্ৰ আৰু তেওঁৰ বন্ধুবৰ্গই ধৰ্মত দীক্ষিত হোৱাৰ খবৰে বহুত দূৰলৈকে শিপাইছিল। পৰিণামস্বৰূপে উচ্চ খাপৰ কুলৰ কুল পুত্ৰ আৰু তেওঁৰ নিম্ন শ্ৰেণীৰ কুলপুত্ৰ বিলাকেও তথাগতৰ ওচৰত শিক্ষা গ্ৰহণ কৰিবৰ কাৰণে 'বুদ্ধ তথা ধৰ্মত শৰণ গ্ৰহণ কৰিবৰ কাৰণে আহিবলৈ ধৰিলে। ভগবান বুদ্ধই জানিছিল যে প্ৰত্যেকক ব্যক্তি বিশেষে শিক্ষা দিয়াতো সহজ নহয়। তেওঁ এইটোও অনুভব কৰিছিল যে দিনে দিনে বাঢ়ি অহা প্ৰব্ৰজিত সকলৰ 'দলক' এটা সংঘত সংগঠিত কৰি দিব লাগে।

এই কাৰণে তেওঁ প্ৰব্ৰজিত বিলাকক 'সংঘ'ৰ সদস্য কৰি দিলে আৰু অনুশাসন ক্ৰম বা প্ৰণালীগত নিয়ম কিছুমান বান্ধি দিলে, যাক 'বিনয় বুলি কোৱা হৈছিল। 'সংঘৰ সদস্য সকলৰ কাৰণে 'বিনয়'ৰ নিয়মসমূহ পালন কৰাতো অনিবাৰ্য্য আছিল।

তথাগতে পিচত গৈ 'ভিক্ষু হ'বৰ কাৰণে ইচ্ছা কৰা যি কোনো শ্ৰাবকৰ কাৰণে দুটা জখলাৰ ব্যৱস্থা কৰিলে। প্ৰথম অৱস্থাত তেওঁ প্ৰব্ৰজিত হ'ব লগা হৈছিল আৰু এজন 'প্ৰব্ৰজিত'ৰ নিমিত্তেই। যেতিয়া তেওঁৰ 'শিক্ষণ সমাপ্ত হৈ যায় তেতিয়া তেও 'উপসম্পন্ন' হোৱাৰ অনুমতি পাইছিল কিন্তু তেতিয়াই যেতিয়া তেওঁৰ 'পৰীক্ষকে' এই বিষয়ত সন্তোষ প্ৰকাশ কৰিছিল যে তেও 'সংঘ'ৰ সদস্য হোৱাৰ যোগ্য।

ধৰ্ম প্ৰচাৰৰ আৰম্ভণি অৱস্থাত এই ধৰণৰ ব্যৱস্থা কৰাৰ স্থান নাছিল। সেই সময়ত তথাগতে তেওঁক 'ভিক্ষু' কৰিলে আৰু চাৰিওফালে ' ধৰ্ম দূত''ৰ সামৰ্থ্যৰে ধৰ্ম প্ৰচাৰ কৰিবৰ কাৰণে পঠালে। তেওঁ বিলাকক ধৰ্ম প্ৰচাৰৰ কাৰণে বিদায় দিয়াৰ আগতে তথাগতে ক'লে - 'ভিক্ষুসকল! যিমান বিলাক দিব্য তথা মানুহ বন্ধন হৈ আছে, সেই সকলো বিলাকৰ পৰা মুক্ত হোৱাহঁক। ভিক্ষুসকল এতিয়া তোমালোক যোৱা বহুতজনৰ হিতৰ কাৰণে বহুতজনৰ সুখৰ কাৰণে এই সংসাৰক অনুকম্পা কৰিবৰ কাৰণে আৰু দেৱতা তথা মনুষ্যৰ হিতৰ কাৰণে সুখ আৰু কল্যাণৰ কাৰণে বিচৰণ কৰা।

তোমালোকৰ ভিতৰত কোনো দুজন এটা দিশত নাযাবা। ভিক্ষুসকল সেই ধৰ্মৰ দেশনা কৰা যি আদিতে কল্যাণকাৰক হ'ব পাৰে যি মধ্যত কল্যাণ কাৰক হ'ব পাৰে যি শেষত কল্যাণকাৰক হ'ব পাৰে। ভিক্ষুসকল অৰ্থ আৰু ব্যঞ্জনৰ (= শব্দ সমূহ) দ্বাৰা যুক্ত এনে ধৰ্মৰ দেশনা কৰিবা যি পৰিশুদ্ধ আৰু শ্ৰেষ্ঠ জীৱন হয়। ১"এই কাৰণে প্ৰত্যেক জনপদতে বিচৰণ কৰা, যি এতিয়াও ধৰ্মত অদীক্ষিত হৈ আছে, তেওঁ বিলাকক দীক্ষিত কৰা দুখন জৰ্জৰিত সমস্ত সংসাৰত বিচৰণ কৰা প্ৰত্যেক ঠাইতে শিক্ষা দান কৰা সকলো অজ্ঞানীকে জ্ঞান দান কৰা।

যোৱা য'ত মহৰ্ষিসকল থাকে ৰাজৰ্ষিসকল থাকে ব্ৰহ্মৰ্ষি সকল থাকে তাত থাকা আৰু তেওঁ বিলাকৰ নিজা নিজা মতৰ অনুসৰি তেওঁ বিলাকক প্ৰভাবিত কৰা ।

'এইকাৰণে যোৱা অকলে যোৱা অনুকম্পাৰে প্ৰেৰিত হৈ যোৱা। মানুহবিলাকক (বন্ধন) মুক্ত কৰা আৰু তেওঁ বিলাকক দীক্ষিত কৰা।

তথাগতে সেই ভিক্ষুসকলক এইটোও ক'লে - ধৰ্ম দান সকলো দানৰ ভিতৰত উৎকৃষ্ট ধৰ্মৰ মাধুৰ্য্য সকলো মাধুৰ্য্যতকৈ উৎকৃষ্ট ধৰ্মৰ আনন্দ সকলো আনন্দতকৈ উৎকৃষ্ট ।২

যেনেকৈ খেতি (ব্যৰ্থ) ঘাঁহৰ দ্বাৰা নষ্ট হৈ যায়। ঠিক তেনেদৰে প্ৰজাৰাগৰ দ্বাৰা নষ্ট হৈ যায়। এই কাৰণে ধৰ্মদান হৈছে আটাইতকৈ মহান ফল। ৩

"যেনেকৈ খেতি (ব্যৰ্থ) ঘাঁহৰ দ্বাৰা নষ্ট হৈ যায়। ঠিক তেনেদৰে প্ৰজা হিংসাৰ দ্বাৰা নষ্ট হৈ যায়। এই কাৰণে ধৰ্মদান হৈছে মহান ফল। ৩

'যেনেকৈ খেতি (ব্যৰ্থ) ঘাঁহৰ দ্বাৰা নষ্ট হৈ যায়। ঠিক তেনেদৰে প্ৰজা অহংকাৰৰ কাৰণে নষ্ট হৈ যায়। এই কাৰণে ধৰ্মদান মহান ফল। ৩

যেনেকৈ খেতি (ব্যৰ্থ) ঘাঁহৰ দ্বাৰা নষ্ট হৈ যায়। ঠিক তেনেদৰে প্ৰজা তৃষ্ণাৰ কাৰণে নষ্ট হৈ যায়। এই কাৰণ ধৰ্ম দান আটাইতকৈ মহান ফল। ৩

তেতিয়া ষাঠিজন ভিক্ষুধৰ্ম প্ৰচাৰৰ নিমিত্তে চাৰিওফালে গুছি গ'ল।

তথাগতে তেওঁবিলাকক ধৰ্ম দীক্ষা'ৰ বিষয়ে আৰু প্ৰেৰণা দান কৰিলে।

## ২ চমৎকাৰৰ (= প্ৰাতি--হাৰ্য্যে) দ্বাৰা ধৰ্ম দীক্ষা নহয়

তথাগতে এবাৰ মল্লোনগৰ অনুপ্ৰিয়ত বিহাৰ কৰি আছিল। ৪ সেইসময়ত দুপৰীয়া তথাগতে চীবৰ ধাৰণ কৰি তপাত্ৰ আৰু চীবৰ গ্ৰহণ কৰিলে আৰু অনুপ্ৰিয় নগৰত ভিক্ষাৰ কাৰণে ওলাল। ৰাস্তাত তেওঁৰ এনে লাগিল যেন ভিক্ষাৰ কাৰণে অলপদেৰি ৰ'ব লাগিব। য'ত ভগ্গৱ পৰিব্ৰাজক থাকে মই তাঁলৈ কিয় নাযাম আৰু তেওকনো কিয় লগ নধৰিম' এই কাৰণে তথাগতে ভগ্গৱ পৰিব্ৰাজকৰ আশ্ৰমলৈ গুছি গ'ল। তেতিয়া ভগ্গৱে তথাগতৰ প্ৰতি ক'লে - 'ভগবান! আপুনি আহক। ভগবান। আপোনাক অভিনন্দন। আপুনি বহুত দিনৰ মূৰত এইফালে আহি আমাৰ প্ৰতি অনুকম্পা কৰিলে আপুনি অনুগ্ৰহ কৰি আসন গ্ৰহণ কৰক। আপোনাৰ কাৰণে আসন সুসজ্জিত হৈ আছে।

তেতিয়া তথাগত তাত বিৰাজমান হ'ল। ভগ্গৱেও তেওঁৰ কাষতে এখন চাপৰ আসনত বহিল। এইদৰে বহি ভগ্গৱ পৰিব্ৰাজকে ভগবান বুদ্ধৰ প্ৰতি ক'লে – 'কিছুদিন হ'ল বহুত দিন হ'ল হে শ্ৰমণ গৌতম। সুনকখত্ত লিচ্ছবী মোৰ ওচৰলৈ আহিছিল। কৈছিল যে এতিয়া মই শ্ৰমণ গৌতমৰ শিষ্যত্ব ত্যাগ দিলো। এইয়া কি তেও কোৱাৰ দৰে সচাঁনে? 'ভগ্গৱ এই কথা তেনেই যেনেকৈ সুনকখত্ত লিচ্ছবীয়ে কৈছে। কিছুদিন হ'ল বহুত দিন হ'ল সুনকখত্ত লিচ্ছবী মোৰ ওচৰলৈ আহিছিল আৰু কবলৈ ধৰিলে - এতিয়া মই তথাগতৰ 'শিষ্যত্বৰ ত্যাগ কৰিলো। এতিয়া মই তথাগতৰ শিষ্য হৈ নাথাকো। যেতিয়া তেও মোক এইদৰে ক'লে তেতিয়া মই তেওক সুধিলো সুনকখত্ত ! মই তোক কেতিয়াবা কৈছিলোনে কি যে তই মোৰ শিষ্য হৈ থাক বুলি?

'ভগবান! নাই এনেদৰে আপুনি মোক কোৱা নাছিল।

'অথবা তয়েই বা মোক কেতিয়াবা কৈছিলিনে যে মই তথাগতক গুৰু' বুলি স্বীকাৰ

কৰিছো।

ভগবান। নাই মই এনেদৰে কেতিয়াও কোৱা নাছিলো।

তেতিয়া মই তেওক সুধিলো - যেতিয়ানেকি মইতোক একো কোৱাই নাই আৰু তইয়ো একো কোৱা নাই এনেস্থলত তই কিয ত্যাগ কৰাৰ কথা কৈ আছ ? মূৰ্খ কৰবাৰ ইয়াত এইযা কি তোৰেই দোষ নহযনে?

সুনকখত্তই কলে 'কিন্তু ভগবান। আপুনি মোক সামান্য মনুষ্যৰ শক্তিতকৈ বাহিৰৰ কোনো চমৎকাৰ প্ৰাতিহাৰ্য্য দেখুওৱা নাইতো?"

'সুণকখত্ত । মই তোক কেতিয়াবা কৈছিলোনে যে সুনকখত্ত তই আহি মোৰ শিষ্য হৈ যা বুলি মই তোক সামান্য মনুষ্যৰ শক্তিতকৈ কিবা অন্য প্ৰাতিহাৰ্য্য দেখুৱাম বুলি কৈছিলোনে কি? 'ভগবান । এনেদৰে আপুনি কেতিয়াও কোৱা নাই ।

'অথবা সুনকখত্ত । তয়েই মোক কেতিযাবা কৈছিলিনে যে মই ভগবানৰ 'শিষ্যত্ব স্বীকাৰ কৰিছো বুলি কিয়নো ভগবানে মোক সামান্য মানুহৰ শক্তিতকৈ কিবা অন্য প্ৰাতিহাৰ্য্য দেখুৱাম বুলি।

'ভগবান। নাই মই এনেদৰে কোৱা নাছিলো।

যেতিয়ানেকি ময়েই তোক কোৱা নাই আৰু তই এই বিলাক কি কৰি আছ, যিনেকি তই ত্যাগ কৰাৰ কথা কৈ আছ?

'সুনকখত্ত ! তই কি ভাবিছ, লাগিলে সামান্য মনুষ্যৰ শক্তিতকৈ যদি প্ৰাতিহাৰ্য্য দেখুৱা যায় আৰু যদি দেখুৱাও নাযায মোৰ ধৰ্মৰ কি এয়েই উদ্দেশ্যানে কি যে যি মোৰ ধৰ্মৰ দৰে আচৰণ কৰিব তেওৰ নিজৰ দুখখিনি নাশ কৰিব পাৰিব বুলি ?'

'ভগবান। প্ৰাতিহ্যৰ্য্য লাগিলে দেখুৱাওক বা নেদেখুৱাওঁক নিশ্চয় কৰি তথাগতৰ ধৰ্ম দেশনাৰ এয়েই উদ্দেশ্য যে যি তথাগতৰ ধৰ্ম্ম অনুসৰি আচৰণ কৰিব তেও নিজৰ দুখ লাঘৱ কৰিব পাৰিব।

'কিন্তু ভগ্নৱ। সুনকখত্তই মোক কৈ আছে, ভগবান। মোক সৃষ্টিৰ আৰম্ভণিৰ বিষয়ে জনাব লাগে।

"বাৰু সুনকখত্ত ! মই তোক কেতিয়াবা কৈছিলো নে যে সুনকখত্ত । তই মোৰ শিষ্য হৈ যা, মই তোক সৃষ্টিৰ আৰম্ভণিৰ বিষয়ে কম বুলি কেতিয়া কৈছিলো?'

'ভগবান? আপুনি কোৱা নাছিল।

"অথবা তয়েই মোক কেতিয়া কৈছিলি যে মই আপোনাৰ শিষ্য হ'ম কিয়নো আপুনি মোক সৃষ্টিৰ আৰম্ভণিৰ বিষয়ে জনাব বুলি?"

'ভগবান। মই কোৱা নাছিলো।'

"যেতিয়ানে কি মই তোক কোৱাই নাই আৰু তয়েই মোক ক'লি তেনে মই হওঁ আৰু তই হব, যি তই ত্যাগ কৰাৰ কথা কৈ আছ। সুনকখত্ত। তই কি ভাবিছ, লাগিলে মই সৃষ্টিৰ আৰম্ভণিৰ ৰহস্যৰ বিষয়ে কওঁ বা নকওঁ মোৰ ধৰ্মৰ অনুসৰি আচৰণ কৰিব সি নিজৰ দুখ নাশ কৰিব পাৰিব বুলি?

'ভগবান! লাগিলে আপুনি সৃষ্টিৰ আৰম্ভণিৰ ৰহস্যৰ বিষয়ে কওঁক বা নকওঁক নিশ্চয় কৰি তথাগতৰ ধৰ্ম দেশনাৰ এয়েই উদ্দেশ্য যে যি কোনো তথাগতৰ ধৰ্ম অনুসৰি আচৰণ কৰিব তেওঁ নিজৰ দুখ নাশ কৰিব পাৰিব।

'সুনকখত্ত ! যেতিয়া ধৰ্মৰ উদ্দেশ্যৰ দ্বাৰা সৃষ্টিৰ কোনো মহত্বই নাই তেনেস্থলত সৃষ্টিৰ আৰম্ভণিৰ ৰহস্য কোৱা যায় বা কোৱা নাযায় তেনে তোৰ ইয়াৰ কিবা মূল্য আছে যদিও সৃষ্টিৰ আৰম্ভণিৰ ৰহস্যৰ বিষয়ে জনোৱা যায়নে?

'সুনকখত্ত ! তই নানা ধৰণে বজ্জি সকলৰ মাজত সংঘৰ বিষয়ে প্ৰশংসা কৰিছ।

'সুনকখত্ত ! মই তোক কৈছো। সুনকখত্ত ! মই তোক ব্যাখ্যা কৰিছো। বহুতবিলাক মানুহ এনেহয় যি তোমাৰ বিষয়ে ক'ব যে সুনকখত্ত লিচ্ছবীয়ে তথাগতৰ অধীনত পবিত্ৰ জীৱন যাপন কৰিবলৈ অসমৰ্থ হোৱাৰ কাৰণেই তেও শ্ৰেষ্ঠ জীৱন ত্যাগ দিছে আৰু হীন জীৱন যাপন কৰিবলৈ লৈছে ।

হে ভগ্গৱ! এইদৰে মই কোৱাত সুনকখত্ত লিচ্ছবীয়ে এই ধৰ্ম বিনয়ক বাদ দি গুছি গ'ল যেন তেওঁৰ ইয়াৰ দ্বাৰা অকল্যাণহে সুনিশ্চিত হৈছে।

তথাগতৰ ধৰ্ম বিনয় বাদ দি গুছি যোৱাৰ কিছু সময়ৰ পিছত সুনকখত্তই মানুহবিলাকৰ মাজত এই কথা কৈ ফুৰিছে যে তথাগতৰ এই ধৰ্ম বিনয়ত কোনো পৰা প্ৰাকৃতিক নাই তথাগতৰ ধৰ্ম তেওঁৰ ধৰ্মৰ বোধিৰ হে ফল আৰু যি এই ধৰ্ম শ্ৰৱণ কৰিছে তেওৰ দুখ অন্ত কৰিবৰ কাৰণে কেৱল এই ধৰ্ম অনুসৰি চলিব লাগিব। যদিও সুনকখত্তই নিজে বুজাত বুদ্ধৰ নিন্দা কৰি আছিল কিন্তু তেও মানুহ বিলাকক যি কৈ আছিল সেইখিনি সঁচা আছিল। কিয়নো ভগবানে নিজৰ ধৰ্ম প্ৰচাৰত কোনো পৰা মানুষিক কথা বা কোনো চমৎকাৰ আদিৰ ওপৰত কেতিয়াও সহায় লোৱা নাছিল।

## ৩ জোৰ জুলুমেৰে ধৰ্ম পৰিবৰ্ত্তন নহয়

এবাৰ পাঁচশ ভিক্ষুসকলৰ মাজঁৰ মহান ভিক্ষু সংঘৰ লগত ভগবান বুদ্ধই ৰাজগৃহ আৰু নালন্দাৰ মাজত ৰাস্তাৰ ওপৰত আছিল। আৰু সেই সময়ত নিজ শিষ্য ব্ৰহ্মাদত্তৰ লগত সুপ্ৰিয় পৰিব্ৰাজক ও ৰাজগৃহ আৰু নালন্দাৰ মাজৰ মহাপথেদি গৈ আছিল। ' সেইসময়ত সুপ্ৰিয় পৰিব্ৰাজকে নানা ধৰণে বুদ্ধৰ নিন্দা কৰি আছিল ধৰ্মৰ নিন্দা কৰি আছিল সংঘৰ নিন্দা কৰি আছিল ধৰ্মৰ প্ৰশংসা কৰি আছিল তথা সংঘৰ প্ৰশংসা কৰি আছিল। এইদৰে তেওঁবিলাক দুয়ো গুৰু শিষ্যই পৰম্পৰ বিৰোধী মত প্ৰকাশ কৰি ভিক্ষু সংঘ আৰু তথাগতৰ পিছে পিছে গৈ আছিল । তেতিয়া ভিক্ষু সংঘৰ সহিত তথাগতে ৰাত্ৰি বিশ্ৰামৰ কাৰণে অম্বাল টিঠকা বনৰ ৰাজোদ্যানত থাকিবলৈ লয় তেতিয়া এই তৰুন শিষ্য ব্ৰহ্মাদত্তই তেওঁৰ গুৰু সুপ্ৰিয় পৰিব্ৰাজকেও তাতেই নিবাস কৰিছিল। এইদৰে সেই বিশ্ৰাম স্থলতে গুৰু শিষ্যৰ মাজত বিবাদ হৈ থাকিল।

ৰাতি পুৱালত যেতিয়া ভিক্ষুসকল উঠিল তেতিয়া তেও বিলাকৰ কথা বাৰ্ত্তাৰ বিষয়ে সুপ্ৰিয় আৰু ব্ৰহ্মাদত্তৰ মাজত পাৰম্পৰিক বিবাদেই আছিল।

ভগবান বুদ্ধই তেওঁবিলাকৰ চৰ্চাৰ বিষয় সমূহ অৱগত হৈ তেও বিলাক গৈ তাত

পালেগৈ তথা সজ্জিত আসনত বহিল। তাত বহি তেওঁ সুধিলে :- "চৰ্চা হোৱাৰ বিষয়নো কি? কি বিষয়ৰ ওপৰত চৰ্চা হৈ আছে? তেওঁ বিলাকে তথাগতক সকলো কথা বিবৰি কলে। তেতিয়া তথাগতে কলে—

'ভিক্ষুসকল যদি কোনোবাই মোৰ নিন্দা কৰে ধৰ্মৰ নিন্দা কৰে অথবা সংঘৰ নিন্দা কৰে তেনে ইয়াত তোমালোকে বেয়া পাব নালাগে এই বিষয়ে তোমালোকৰ হৃদয়ত জ্বলন হ'ব নালাগে ইয়াক লৈ তোমালোকে ক্ৰোধ কৰিব নালাগে।

"যদি তোমালোকে এই কাৰণে ক্ৰোধ বা হিংসাক নিজৰ মনত স্থান দিয়াইক তেনে ইয়াৰ পৰা তোমালোকৰে হানি হ'ব। যদি কোনোবাই বুদ্ধ ধৰ্ম বা সংঘৰ নিন্দা কৰে আৰু তোমালোকে তাক লৈ ক্ৰোধিত বা উদ্বিগ্ন হৈ যোৱাঁহক, তেনে তাৰ কিবা বিচাৰ কৰিব পৰিবাইঁক জানো যে তেওঁবিলাকে যি কৈছে সেইয়া ঠিকেই কৈছে বুলি?

'ভগবান। আমি বিচাৰ কৰিব নোৱাৰিম।' 'কিন্তু যেতিয়া আনমানুহে মোৰ নিন্দা কৰে ধৰ্মৰ নিন্দা কৰে সংঘৰ নিন্দা কৰে তেনে যি কথা অবাস্তৱ হয় তাক তুমি অবাস্তৱ বুলি কোৱাই ভাল। তোমাক কৈ দিয়া ভাল হ'ব যে অমুক কাৰণৰ দ্বাৰাই, এই কথা এনে নহয় এই কথা ইয়াত পোৱা নাযায় এই কথা আমাৰ মাজত নহয়।

'আন মানুহে মোৰ প্ৰশংসাও কৰিব পাৰে ধৰ্মৰ প্ৰশংসাও কৰিব পাৰে সংঘৰ প্ৰশংসাও কৰিব পাৰে। তুমি সুধিবা যে তেওঁ বিলাকে কি কৈ মোৰ প্ৰশংসা কৰিব পাৰে?

'অথবা তেও ক'ব পাৰে যে শ্ৰমণ গৌতম অদিন্নাদানাৰ (= চুৰি) পৰা বিৰত থাকক যি তেওঁৰ নহয় তাক লোৱাৰ ইচ্ছাৰে ৰহিত হৈ বিহাৰ কৰে। যি দিয়া হয় তাকেই তেওঁ গ্ৰহণ কৰে। সেইয়া নিজৰ আৱশ্যকতা পূৰণৰ বিশ্বাস মাত্ৰ। তেওঁ নিজৰ জীৱন হৃদয়ৰ স্বচ্ছতা আৰু পবিত্ৰতাৰে ব্যতিত কৰে।

'অথবা তেও ক'ব পাৰে যে শ্ৰমণ গৌতম অব্ৰহ্মাচৰ্য্যৰ পৰা বিৰত থাকিব লাগে ব্ৰহ্মাচৰ্য্য যুক্তহৈ বিহাৰ কৰে। তেও নিজকে মৈথুন ধৰ্মৰ পৰা, হীন ধৰ্মৰ পৰা বহুত দূৰত ৰাখে।

'অথবা তেওঁ ক'ব পাৰে যে শ্ৰমণ গৌতম মিথ্যা ভাষণ ত্যাগ কৰি মিছা বাক্যৰ পৰা বিৰত থাকে। তেও সত্যহে কয়। সত্যৰ পৰা তেওঁ বিচলিত নহয়। তেওঁ বিশ্বস্বনীয়। তেওঁ কেতিয়াও নিজৰ কথা লংঘন নকৰে।

"অথবা তেও ক'ব পাৰে যে শ্ৰমণ গৌতমে নিজে নিজকে আনৰ মিছা নিন্দাৰ পৰা দূৰত ৰাখে। তেওঁ ইয়াত শুনি ইয়াৰ মানুহৰ মাজত কাজিয়া লগাবৰ কাৰণে, সেই কথা তাত নকয়, আৰু ইয়াত শুনি তাৰ মানুহৰ মাজত কাজিয়া লগাবৰ কাৰণে সেইকথা তাত নকয়। এইদৰে তেওঁ কাজিয়া কৰোতাৰ মাজত মিলাপ্ৰীতি কৰি দিওঁতাহে, বন্ধুৰ মাজত বন্ধুত্ব বঢ়াইহে শান্তিৰ প্ৰশংসক, শান্তিৰ কাৰণে যত্নবান হৈ থাকে তথা এনেধৰণৰ শব্দ ব্যৱহাৰ কৰে, যাৰ দ্বাৰা শান্তি স্থাপন হয়।

'অথবা তেও ক'ব বিচাৰে যে শ্ৰমণ গৌতমে কটু শব্দ ত্যাগ কৰি কঠোৰ বাণীৰ পৰাও দূৰত থাকে, যি বিলাক বাণী নিৰ্দ্দোষ যি বাণী কাণেৰে শুনি ভাল লাগে, যি বাণীয়ে

হৃদয় আকর্ষিত কৰে শিষ্ট হয় মানুহক আনন্দ দিয়ে মানুহৰ মন হৰণ কৰে এনেধৰণৰ কথাহে তেওঁ কয়।

'অথবা তেওঁ ক'ব পাৰে যে শ্ৰমণ গৌতমে ব্যৰ্থ কথা বাৰ্ত্তা ত্যাগ কৰি অলাগতিয়াল কথাৰ পৰা বহুত দূৰত থাকে। তেওঁ সময় মতেহে কথা কয় তেওঁ বাস্তৱ কথাহে কয় তেওঁৰ কথাবিলাক অৰ্থপূৰ্ণ হয় ধাৰ্মিক হয় বিনয়যুক্ত হয়। তেওঁ সময়মতেহে কথা কয় যি কয় সেইয়াই হৃদয়ত প্ৰভাৱ পৰি যায় উদাহৰণ সহিত কথা কয়। যিমান খিনি কোৱা আৱশ্যক হয় সিমানখিনিহে কয়।

'অথবা তেওঁ ক'ব পাৰে যে শ্ৰমণ গৌতমে বীজ বা বৃক্ষক হানি কৰাৰ পৰা নিজকে দূৰত ৰাখিব পাৰে। তেওঁ কেৱল এবাৰহে ভোজন গ্ৰহণ কৰে, তেওঁ ৰাত্ৰি ভোজন গ্ৰহণ নকৰে তেওঁ আবেলি ভোজন গ্ৰহণ কৰাৰ পৰা বিৰত থাকে।

তেওঁ নৃত্য গীত আৰু বাদ্য যন্ত্ৰ খেল ধেমালি চোৱাৰ পৰা বিৰত থাকে।

তেওঁ মালা সুগন্ধিযুক্ত তথা প্ৰসাধনৰ দ্বাৰাই নিজকে নিজে অলংকৃত কৰাৰ পৰা বিৰত ৰাখে'

তেওঁ ওখ সুসজ্জিত বিশেষ বিছনা প্ৰয়োগ নকৰে।"

তেওঁ সোণ ৰূপ স্বীকাৰ নকৰে।

তেওঁ কেঁচা অন্ন স্বীকাৰ নকৰে।

"তেওঁ নাৰী বা ছোৱালীক স্বীকাৰ নকৰে।

তেওঁ দাস দাসী বিলাকক স্বীকাৰ নকৰে।

'তেওঁ ভেড়া ছাগলীক স্বীকাৰ নকৰে।

তেওঁ মুৰ্গা মুৰ্গী তথা গাহৰি স্বীকাৰ নকৰে।

তেওঁ পথিত বা খেতিৰ মাটি স্বীকাৰ নকৰে।

"তেওঁ (বিবাহ কৰোৱাৰ ক্ষেত্ৰত) মধ্যস্থতা হ'ব নিবিচাৰে।

তেওঁ বেচা কিনা স্বীকাৰ নকৰে।

"তেওঁ দগা পাল্লা বা বেপাৰী আদিক ঠগাতে স্বীকাৰ নকৰে।

"উৎকোচ চলনা আৰু ঠগামীৰ বেঁকা বেঁকী ব্যৱহাৰ পৰা বাচি থাকে।

"তেওঁ কাৰোবাক অংগ ভংগ কৰিবলৈ কাৰোবাক মাৰি পেলাবলৈ, কাৰোবাক বান্ধিবৰ কাৰণে, কাৰোবাক লুটিবৰ কাৰণে তথা কাৰোবাক হিংসা কৰাৰ পৰা বিৰত থাকে।

"ভিক্ষুসকল। এনেধৰণৰ কিছুমান কথা আছে। যি এজন সামান্য মানুহ যে তথাগতৰ প্ৰশংসা কৰি কব পাৰে। কিন্তু এনে হলেও তোমাৰ নাই আনন্দ হ'ব লাগে নাই তোমাৰ হৃদয় আনন্দত মতলীয়া হ'ব লাগে। যদি তুমি এনে হোৱা তেনে ইয়াৰ পৰা তোমাৰ সাধনাত বাধা পৰে। যেতিয়া আন মানুহে মোৰ বা ধৰ্মৰ বা সংঘৰ প্ৰশংসা কৰে তেনে তোমাৰ যি কথা বাস্তৱকেন লাগে তাকহে স্বীকাৰ কৰিব লাগে তুমি কোৱা উচিত এই কাৰণৰ দ্বাৰা এইটো এনেকুৱাই। এই কথা আমাৰমাজত আছে। এই গুণ আমাৰ মাজত আছে।"

৪ ভিক্ষুৱে ধৰ্ম প্ৰচাৰৰ কাৰণে সংঘৰ্ষ কৰিব লাগে।

ভিক্ষুসকলক সম্বোধন কৰি ভগবান বুদ্ধই কলে – 'ভিক্ষুসকল। মই সংসাৰৰ লগত কাজিয়া কৰিছো। সত্যৰ উপদেশে সংসাৰত কেতিয়াও কাৰো লগত কাজিয়া নকৰে।

'আমি যোদ্ধা যোদ্ধা বুলি নিজকে নিজে কও। ভগবান আমি কেনেধৰণৰ যোদ্ধা?

'ভিক্ষুসকল আমি যুদ্ধ কৰো কাৰণে যোদ্ধা বুলি কোৱা হয়।

'ভগবান! আমি কি কথাৰ কাৰণে যুদ্ধ কৰোঁহক?

'ভিক্ষুসকল! আমি শ্ৰেষ্ঠতা বুজাবৰ কাৰণে যুদ্ধ কৰোঁহক,শ্ৰেষ্ঠ অপ্ৰমাদৰ কাৰণে যুদ্ধ কৰোঁহক।

য'ত 'শীল'ৰ বিপদ থাকে সংঘৰ্ষলৈ কেতিয়াও ভয় নকৰিবা। এনে অৱস্থাত ভিজা মেকুৰীৰ দৰে বহি নাথাকিবা।

---

১ সংযুক্ত ন, ৪১৪ মহাবগ্গ - ১ ।

২ তন্হা বগ্গো (ধম্মপদ ২৪/২১ )।

৩ তনহা বগ্গো ( ২৪ ২৩ ২৪ ২৫ ২৬ )।

৪ পাধিক সুত্ত ( দীৰ্ঘ নিকায় ২৪ )

৫ দীঘ নিকায ব্ৰহ্মজাল সুত্ত ১।

---

## চতুৰ্থ ভাগ

## ভিক্ষু আৰু গৃহস্থ

### ১ ভিক্ষাৰ বন্ধন

ভিক্ষু সংঘ এটা সংগঠিত সংস্থা আছিল যাৰ কাৰণে দুৱাৰ প্ৰত্যেকৰ কাৰণে খোলা নাছিল। কেৱল প্ৰব্ৰজিত হৈ গ'লেই কোনো সংঘৰ সদস্য হ'ব নোৱাৰিছিল। 'উপসম্পদা গ্ৰহণ কৰিব পাৰিলেহে কোনো মানুহে সংঘৰ সদস্য হ'ব পাৰিছিল। সংঘ এটা স্বাধীন সংস্থা আছিল। ই নিজৰ সংস্থাপকত কৈও স্বাধীন আছিল। এইয়া স্বতন্ত্ৰ আছিল। ই যাক বিচাৰে তাক নিজৰ সদস্য কৰিব পাৰিছিল। যদি কোনো সদস্যই বিনয়ৰ বিৰুদ্ধে যায় তেতিয়া ই সেই সদস্যৰ সদস্যতাও কাটি লৈছিল। কেৱল ভিক্ষাই সেই ৰচী আছিল যাৰ দ্বাৰা ভিক্ষু আৰু গৃহস্থ পৰস্পৰে বান্ধ খাই আছিল। ভিক্ষুৱে ভিক্ষাৰ ওপৰত নিৰ্ভৰ কৰিছিল আৰু গৃহস্থই তেওঁ বিলাকক ভিক্ষা দিছিল। গৃহস্থ সংগঠিত আছিল।

সংঘই দীক্ষাৰ কেন্দ্ৰ আছিল যাৰ অৰ্থ আছিল কোনো ভিক্ষু সংঘত দীক্ষা প্ৰদান কৰা। সংঘৰ দীক্ষাৰ দ্বাৰা মানুহ 'সংঘ তথা ধৰ্ম' এই দুয়োটাতে দীক্ষিত হৈছিল। কিন্তু এনে মানুহৰ কাৰণে যি প্ৰব্ৰজিত হয় তেও বিলাকে 'সংঘ'ৰ দীক্ষা নিবিচাৰিছিল কোনো বেলেগ ধৰ্মৰ দীক্ষা নাছিল।[১] এইটো এটা ডাঙৰ গভীৰ অভাব থাকি গ'ল। ই কেতিয়াবা সেই কাৰণ বিলাকৰ ভিতৰত এটা আছিল যি শেষত গৈ ভাৰতৰ পৰা বৌদ্ধ ধৰ্ম লুপ্ত

হে যোৱাৰ কাৰণ হৈছিল। এই পৃথক ধৰ্ম দীক্ষা নোহোৱাৰ কাৰণে গৃহস্থই এটা ধৰ্মৰ পৰা আন এটা ধৰ্মত ঘূৰি ফুৰিছিল আৰু তাতোতকৈও বেয়া কথা এইটো হ'ল যে বৌদ্ধ ধৰ্মক গ্ৰহণ কৰাৰ সময়ত আন কোনো যেলেগ ধৰ্মও গ্ৰহণ কৰিছিল।

## ২ পৰস্পৰ - প্ৰভাৱ

কিন্তু 'ভিক্ষা'ৰ বন্ধনও এনেকুৱা আছিল যে যাৰ দ্বাৰা কোনো ভিক্ষু কোনো পথ ভ্ৰষ্ট গৃহস্থ'ক পুনৰ প্ৰকৃত ৰাস্তালৈ লৈ আনিব পাৰিছিল। এই বিষয়ে অঙ্গুত্তৰ নিকায়ত বৰ্ণিত নিয়ম ধ্যান দিয়াৰ যোগ্য এই প্ৰতিবন্ধকৰ কোনো গৃহস্থৰ এই সামান্য অধিকাৰ আছিল যে ই কোনো ভিক্ষুৰ নিৰ্দ্দোষ আচৰণৰ আপত্তি যাতে অন্য ভিক্ষুৱে কৰিব পাৰে। যেতিয়া ভগবান বুদ্ধই কোনো এনে আপত্তি শুনিবলৈ পাই তেতিয়া তেওঁবিলাকে ইয়াৰ পৰীক্ষা কৰে যে এইটো শুদ্ধ হয়নে নহয়। আৰু যদি কথাটো শুদ্ধ হ'য় তেনে তেওঁ 'বিনয়'ৰ নিয়মত এনেদৰে পৰিবৰ্ত্তণ কৰি দিয়ে যে ভৱিষ্যতৰ কাৰণে সেই দোষ যাতে সংঘৰ নিয়মৰ সম্বন্ধে কৰা এটা 'অপৰাধ হিচাপে গণ্য হয়। গোটেই বিনয় পিটক গৃহস্থৰ দ্বাৰা কৰা আপত্তিৰ মাৰ্জনা কৰাৰ পৰিণাম মাত্ৰ। ভিক্ষু আৰু গৃহস্থৰ মাজত এয়েই পাৰিবাৰিক সম্বন্ধ আছিল।

## ৩ ভিক্ষুৰ ধৰ্ম তথা উপাসকৰ 'ধৰ্ম

বৌদ্ধধৰ্মৰ কিছুমান আলোচকৰ মতে বৌদ্ধ ধৰ্ম কোনো ধৰ্ম নহয়। এইধৰণৰ আলোচনাৰ প্ৰতি ধ্যান দিয়াৰ কোনো আৱশ্যকতা নকৰে । যদি কোনো উত্তৰ দিয়া হয় তেনে ক'ব পাৰি যে কেৱল বৌদ্ধ ধৰ্মই আচল ধৰ্ম' যাক স্বীকাৰ কৰিব নোৱাৰি তা'ক নিজৰ ধৰ্ম'ৰ পৰিভাষা পৰিবৰ্ত্তন কৰিব লাগে। আনবিলাক সমালোচক সিমান দূৰ নাযায় তেওঁবিলাকে ইয়াকেই কয় যে এটা ধৰ্মৰ ৰূপত বৌদ্ধধৰ্ম কেৱল ভিক্ষুৰ ধৰ্মহে । ইয়াৰ সম্বন্ধ সৰ্বসাধাৰণৰ লগত নাই। বৌদ্ধ ধৰ্মই জন সাধাৰণক নিজৰ মাজৰ পৰা বাহিৰত ৰাখিছে। ভগবান বুদ্ধৰ প্ৰবচন বিলাকত 'ভিক্ষু শব্দ ইমানেই অধিকবাৰ আছে যে ইয়াৰ দ্বাৰা সমালোচকৰ সমালোচনাইহে সমৰ্থন হয়। এই কাৰণে এইটো আৱশ্যক হৈ পৰিছে যে এইকথা স্পষ্ট কৰি দিব লাগে। তেনে কি ভিক্ষু আৰু গৃহস্থৰ কাৰণে ধম এটাইনে ? অথবা ধৰ্ম'ৰ কোনো এটা এনে অংশ আছে যি ভিক্ষুৰ কাৰণেহে আৰু গৃহস্থৰ কাৰণে নহয়? কিয়নো প্ৰবচন প্ৰায় ভিক্ষুসকলকহে সম্বোধিত কৰি কয় এই কাৰণে ইয়াৰ দ্বাৰা এইটো অনুমান কৰিব নালাগে যে সমস্ত প্ৰবচন ভিক্ষু সকলৰ নিমিত্তেহে আছিল। নাই, ভগবান বুদ্ধৰ উপদেশ ভিক্ষুৰ তথা গৃহস্থ এই দুয়োটাৰ কাৰণেই আছিল।

যি সময়ত ভগবান বুদ্ধই পঞ্চশীল অষ্টাঙ্গিক মাৰ্গ তথা দহোটা পাৰমিতাৰ উপদেশ দিছিল তেতিয়া তেওঁৰ দৃষ্টি কেৱল গৃহস্থৰ ওপৰতহে আছিল হ'বলা - এই কথা ইমানেই অধিক স্পষ্ট যে ইয়াৰ কাৰণে কোনো তৰ্কৰ দৰকাৰ নাই। যি ঘৰ দুৱাৰ ত্যাগ কৰা নাই যি কৰ্মময় গৃহস্থী জীৱন ব্যতিত কৰিছে, এক প্ৰকাৰে তেওঁ বিলাকৰ কাৰণে পঞ্চশীল অষ্টাঙ্গি ক মাৰ্গ তথা দহোটা পাৰমিতাই। আৱশ্যক। যি ভিক্ষুৱে গৃহ ত্যাগ কৰিছে তেওঁতকৈ এজন গৃহস্থই (যি ক্ৰিয়াশীল জীৱন যাপন কৰিছে) এই কথাৰঅধিক সম্ভাৱনা থাকে যে তেও

শীল ভংগ কৰিব। এই কাৰণেই ভগবান বুদ্ধই যেতিয়া ধৰ্ম প্ৰচাৰ আৰম্ভ কৰিলে তেতিয়া ই মুখ্যৰূপে গৃহস্থৰ কাৰণেই আছিল বোধহয়। কেৱল অনুমান প্ৰমাণৰ ওপৰতেই নিৰ্ভৰ কৰাৰ আৱশ্যকতা নকৰে। এই আলোচনা খণ্ডন কৰিবৰ কাৰণে আমাৰ ওচৰত প্ৰত্যক্ষ সাক্ষী আছে। নিম্নলিখিত 'প্ৰবচন বো উল্লেখ কৰিব পাৰি। এবাৰ যেতিয়া ভগবান বুদ্ধই অনাথপিণ্ডকৰ জেতবনৰামত আছিল সেই সময়ত আন পাঁচশ উপাসকৰ লগত ধাৰ্ম্মিক নামৰ এজন উপাসক তাঁলৈ আহিল আৰু তথাগতৰ প্ৰতি অভিনন্দন জনাই এফালে বহিল।২ এফালে বহি ধাৰ্ম্মিক উপাসকে তথাগতৰ প্ৰতি এনেদৰে সম্বোধন কৰিলে।

'ভগবান! ভিক্ষু আৰু উপাসক বা ঘৰৰ পৰা ওলাই যোৱা মানুহ তথা গৃহস্থৰ কাৰণে 'শীল'নো কি?

'ভগবান! উপাসক সহিত উপস্থিত ভিক্ষুসকলক নিজৰ নিজৰ শীলৰ বিষয়ে জনোৱাৰ কৃপা কৰে।

তথাগতে ক'লে 'ভিক্ষুসকল! ধ্যান দি শুনা কোৱা নিয়মখিনি পালন কৰা।

'মধ্য আবেলি পিণ্ডপাতৰ (ভিক্ষাটন) কাৰণে নাযাবা। অসময়ত ভিক্ষা কৰোতাৰ কাৰণে জাল পাতি থোৱা থাকে।

'ভিক্ষা কৰাৰ সময়ত প্ৰথমে নিজৰ মনটো ৰূপ ধ্বনি গন্ধ ৰস তথা স্পৰ্শৰ আসক্তিৰ পৰা মুক্ত কৰিব লাগে।

'ভিক্ষা কৰি হ'লে অকলে ঘূৰি আহা আৰু অকলশৰীয়া কৰি বহি একান্তমনে চিন্তা কৰা।

'ভদ্ৰলোকৰ লগত কথাবাৰ্ত্তা কৰিলে ধৰ্মৰ বিষয়েহে আলোচনা কৰিবা।

'ভিক্ষা বিহাৰ শয়ন আৰু পানীৰ দ্বাৰা পৰিস্কাৰ হ'বলৈ সাধনাতকৈ অধিক আৰু অন্য একোৰে ওপৰত মহত্ব দিব নালাগে।

'যদি কোনো ভিক্ষুৱে এই সকলো বিষয়ৰ প্ৰতি অনাসক্ত হৈ থাকে তেতিয়া তেও এনেদৰে অলিপ্ত হৈ থাকিব যেনেকৈ পানীত থকা কমলফুল পানীৰ টোপালৰ দৰে হৈ থাকে।

এতিয়া মই গৃহস্থৰ 'শীল'ৰ কথা কওঁ। তেওঁ বিলাকক এই কও। কোনো প্ৰাণীক হিংসা নকৰিবা কোনো প্ৰাণীৰ প্ৰাণ নামাৰিবা। কাৰোবাক মৰোৱাৰ সমৰ্থন নকৰিবা। সবলেই হওক বা দুৰ্বলেই হওক প্ৰাণী লাগিলে যেনে কুৰাই নহওক কাকো হিংসা নকৰিবা। সকলো প্ৰাণীৰ প্ৰতি প্ৰেম ভাব ৰাখিবা। কোনো গৃহস্থই জানি বুজি চুৰি কৰিব নালাগে, কৰোৱাব নালাগে। আনে যি দিয়ে তাকহে গ্ৰহণ কৰিব লাগে।

'ব্যভিচাৰক জুইৰ শিক্ষা বুলি ভাবিব লাগে। পৰস্ত্ৰী গমণৰ পৰা দূৰত থাকিব লাগে। 'লাগিলে কোনো সভাই হওঁক আৰু লাগিলে কোনো কাছাৰিয়েই হওঁক তাত যাতে কোনো অসত্যৰ আশ্ৰয় ল'ব নালাগে। তেওঁবিলাকে অসত্যক ত্যাগ কৰিব লাগে। 'এনেবিলাক নিয়ম পালন কৰিব লাগে। মদ খাব নালাগে কাকো মদ খুৱাব নালাগে,মদ খোৱাৰ সমৰ্থন কৰিব নালাগে। এইটো কথা বিচাৰ কৰিব লাগে যাতে মদে মানুহক কিমান পাগল কৰি

দিব পাৰে। "সুৰাত মগ্নহে মূৰ্খ মানুহে পাপ কৰে তথা আনক পাপ কৰ্মত লিপ্ত কৰাই। এই কাৰণে পাগল বনাই দিয়া প্ৰবৃত্তিৰ পৰা দূৰত থাকিব লাগে-গতিকে এইয়া হৈছে মূৰ্খৰ স্বৰ্গ।"

"প্ৰাণী হিংসা নকৰিবা, চুৰি নকৰিবা মিছা নকবা ৰাগিয়াল বস্তুৰ পৰা বাচি থাকিব লাগে, আৰু ব্যভিচাৰৰ পৰা দূৰত থাকিব লাগে।" "উপসোথ দিনতহে, উপসোথ ব্ৰত পালন কৰিব লাগে আৰু সেইদিনা অষ্টশীল পালন কৰিব লাগে । "প্ৰাতঃকালৰ সময়ত পবিত্ৰ শ্ৰদ্ধাযুক্তহৈ অন্তঃকৰণেৰে (অষ্ট) শীল গ্ৰহন কৰিব লাগে। বুদ্ধি পূৰক্কৰ ব্যবহাৰ কৰিব লাগে। ভিক্ষুক যথাসাধ্য ভোজন তথা পেয় পদাৰ্থ দান কৰিব লাগে। "নিজৰ মাক বাপেকক ভালদৰে সেৱা কৰিব লাগে। জীৱিকাৰ কোনো ভাল প্ৰবন্ধ কৰিব লাগে। এইদৰে যি গৃহস্থই দৃঢ়তা-পূৰ্বক ধৰ্ম পালন কৰিব তেও দিব্যলোক লাভ কৰিব। ইয়াৰ দ্বাৰা স্পষ্ট হয় যে ভিক্ষু আৰু গৃহস্থৰ ধৰ্ম এটাই আছিল। অৱশ্যে ইয়াত অলপ পাৰ্থক্য নিশ্চয় আছে যে ভিক্ষুতকৈ যিমান অধিক আশা কৰিব পাৰি সিমানখিনি গৃহস্থৰ দ্বাৰা কৰিব নোৱাৰি। ভিক্ষুৰ কাৰণে পাঁচটা ব্ৰত অনিবাৰ্য্য। তেওঁবিলাকে প্ৰাণী হিংসাৰ পৰা বিৰত থাকিবৰ কাৰণে ' ব্ৰত কৰিব লাগিব। তেওঁবিলাক অদিন্ন দানাৰ পৰা অৰ্থাৎ যি বস্তু তেওক দিয়া হোৱা নাই তাক নলবৰ কাৰণে ব্ৰত গ্ৰহণ কৰিব লাগে। তেওঁবিলাকে কেতিযাও মিছা নোকোৱাৰ 'ব্ৰত পালন কৰিব লাগে। তেওঁ এই ব্ৰত লব লাগে যাতে তেও কোনো স্ত্ৰীৰ লগত কাম ভোগৰ সম্পৰ্ক নাৰাখে। তেও এই ব্ৰত ৰাখিব লাগিব যে তেও কেতিযাও কোনো ৰাগিয়াল বস্তু গ্ৰহণ নকৰে। এনেয়ে এই বিলাক নিয়ম গৃহস্থৰ প্ৰতি প্ৰযোগ হয় পাথৰ্ক্য কেৱল ইমানেই যে ভিক্ষুৰ কাৰণে সেইবিলাক অণুলংঘনীয ব্ৰত মাত্ৰ। কিন্তু গৃহস্থৰ কাৰণে সেইবিলাক স্বইচ্ছাৰে গ্ৰহণ কৰা 'শীল মাত্ৰ। আৰু দুটা ভেদৰ ওপৰত ধ্যান দিব লাগে। এজন ভিক্ষুৱে নিজৰ সম্পতি ৰাখিব নোৱাৰে। এজন গৃহস্থই ৰাখিব পাৰে। এজন ভিক্ষুৱে পৰিনিৰ্বাণ'ত প্ৰবেশ কৰিবৰ কাৰণেও স্বতন্ত্ৰতা আছে। এজন গৃহস্থৰ কাৰণে 'নিৰ্বাণ হে পৰ্য্যাপ্ত। এজন ভিক্ষু আৰু গৃহস্থৰ মাজত এই খিনিয়েই সমানতা আৰু অসমানতা দেখিবলৈ পোৱা যায়। কিন্তু ধৰ্ম দুয়োটাৰ কাৰণে একেই।

(১) ত্ৰিশৰণ তথা পঞ্চশীল গ্ৰহন গৃহস্থীৰ কাৰণে হৈছে ধৰ্ম দীক্ষা।

(২) চোৱা ধম্মিক সুত্ত (সংযুক্ত নিকায়)।

(৩) এই 'নিৰ্বান আৰু পৰিনিৰ্বান'ৰ পাৰ্থক্য হৈছে চিন্ত্য—অনু।

## পঞ্চম ভাগ

## গৃহস্থৰ কাৰণে জীৱন নিযম (বিনয়)

### ১ ধনী বিলাকৰ কাৰণে জীৱন নিযম

ভগবান বুদ্ধই 'দৰিদ্ৰতা'ক জীৱনৰ সৌভাগ্য বুলি কৈ তাক ওপৰলৈ উঠোৱাৰ প্ৰয়াস কৰা নাই। গৰীবক তেও কোৱা নাই যে তুমি সন্তুষ্ট থাকা কিয়নো তুমিয়েই এই পৃথিৱীৰ উত্তৰাধিকাৰী হোৱা বুলি। কিন্তু ইয়াৰ বিৰুদ্ধে তেও ধনক স্বাগত জনালে। যি কথাৰ ওপৰত

তেও জোৰ দিলে সি এয়েই আছিল যে ধনৰ ওপৰতো জীৱন মৰ্য্যদাৰ অংকুশ লগাই ৰখা দৰকাৰ। এবাৰ ভগবান বুদ্ধ য'ত বিৰাজমান আছিল তাতেই অনাথপিণ্ডক আহি পালেহি। আহি তেও তথাগতক অভিবাদন জনালে আৰু এফালে বহিল আৰু ক'লে – ভগবান আপুনি অনুগ্ৰহ কৰি কবনে যে সেইয়া কি কথা যি গৃহস্থৰ অনুকূল হয়, গৃহস্থই ভাল পাই, গৃহস্থৰ দ্বাৰা স্বাগত হয় কিন্তু যিবিলাক লাভ কৰাতো কঠিন।

অনাথপিণ্ডকৰ প্ৰশ্ন শুনি তথাগতে উত্তৰ দিলে—— এনেবিলাক কথাৰ প্ৰথম কথা হৈছে ন্যায়সঙ্গত ভাবে ধন লাভ কৰাতো। 'দ্বিতীয় কথা হৈছে এইটো চাব লাগিব যে আপোন মানুহেও ন্যায়সঙ্গত ভাবে ধন লাভ কৰিব পাৰে।" "তৃতীয় কথা হৈছে দীৰ্ঘ জীৱী হোৱা। এই তিনিটা কথা লাভ কৰাৰ আগতে যি জন গৃহস্থী অনুকূল গৃহস্থই ভাল পাই গৃহস্থৰ দ্বাৰা স্বাগত জনোৱা হয়। চাৰিটা কথা প্ৰথমে কৰণীয়। সেই বিলাক হৈছে শ্ৰদ্ধাৰে সৌভাগ্যবান হোৱা শীল ৰূপী সৌভাগ্যবান হোৱা উদাৰতাৰে সৌভাগ্যবান হোৱা তথা প্ৰজ্ঞাৰূপী সৌভাগ্যবান হোৱা। শ্ৰদ্ধাৰূপী ধনৰ অৰ্থ হৈছে তথাগতৰ বিষয়ে এই পদাৰ্থৰ বিষয়ে জ্ঞাতহোৱা যে তেও ভগবান অৰ্হত। সম্যক সম্বুদ্ধ। বিদ্যা তথা আচৰণযুক্ত। সুগত। লোকৰ (= বিশ্ব) জ্ঞাতা। অনুত্তৰ (দুৰ্দমনীয়) পুৰুষক দমন কৰোতা সাৰথি তথা তেও দেৱতা আৰু মনুষ্যৰ পথ প্ৰদৰ্শক।

'শীলৰূপী সৌভাগ্য প্ৰাণাতি পাত (= জীৱহিংসা) অদিন্নাদানা (= চোৰী) কাম মিথ্যাচাৰ (- ব্যাভিচাৰ) মৃষাবাদ (= অসত্য) তথা ৰাগিয়াল বস্তু সমূহক ত্যাগ কৰাত। 'উদাৰতাৰূপী সৌভাগ্য কৃপনালীৰ কলংকৰ পৰা বিৰত থকা উদাৰ হৈ থকাত খোলা হাতেৰে থকা আনক দিয়াত আনন্দ কৰাত দাতা আৰু দান শীল হোৱাত। প্ৰজ্ঞাৰ সৌভাগ্য কি কথাত নিৰ্ভৰ কৰে? প্ৰজ্ঞাৰ সৌভাগ্য এই কথা জনাত হয় যে যি গৃহস্থৰ মন লোভত বশীভূত হৈ থাকে লালসাত বশীভূত হৈ থাকে হিংসাত বশীভূত হৈ থাকে আলস্যতবশীভূত হৈ থাকে তন্দ্ৰাত বশীভূত হৈ থাকে চিত্তৰ ব্যগ্ৰতাত বশীভূত হৈ থাকে যি পাপ কৰ্ম কৰে যি কৰিব লাগে তাক নকৰে। ইয়াৰ ফলস্বৰূপে সি নাই সুখ লাভ কৰে নাই সম্মান লাভ কৰে।

লোভ লালসা হিংসা আলস্য তন্দ্ৰা, মনৰ অস্থিৰতা তথা সংশয় এই বিলাক হৈছে মনৰ ছাপ। যি গৃহস্থই নিজৰ মনক এই ছাপৰ পৰা মুক্ত কৰিব পাৰে, তেওঁ প্ৰজ্ঞাবান হয় পৃথুল প্ৰজ্ঞা হৈ যায়। তেওৰ বুদ্ধি নিৰ্মল হৈ যায় তেওঁ পূৰ্ণ জ্ঞানী হৈ যায়। এইদৰে ন্যায়সঙ্গত বিশেষ পৰিশ্ৰমেৰে বাহুবলেৰে কপালৰ ঘাম মাটিত পেলাই ধন উপাৰ্জন কৰে তেও বৰ সৌভাগ্যবান। এনে গৃহস্থ নিজে নিজে সুখী আৰু আনন্দিত হয় তথা আনন্দমনেৰে থাকে। তেওঁ নিজৰ মাতা পিতা নিজৰ পত্নী ল'ৰাছোৱালী, নিজৰ চাকৰ বাকৰ তথা নিজৰ বন্ধু বৰ্গক সুখী কৰিব আনন্দিত কৰিব তথা সকলোকে আনন্দ মগ্ন কৰি ৰাখিব।

## ২ গৃহস্থ জীৱনৰ কাৰণে নিয়ম

এই বিষয়ে ভগবান বুদ্ধৰ বিচাৰ সেই সুত্তন্তত আছিল যাক 'শৃগালক দিয়া উপদেশ নামেৰে পসিদ্ধ।" সেই সময়ত ভগবান 'বুদ্ধই ৰাজগৃহৰ বেলুৱনত কলন্দক নিবাপত বিহাৰ

কৰি আছিল। এতিয়া সেই সময়ত গৃহপতি পুত্ৰ তৰুণ শৃণাল সময়ত উঠিল আৰু ৰাজগৃহৰ পৰা বাহিৰলৈ গৈ ভিজা চুলি ভিজা বস্ত্ৰ দুয়োখন হাত ওপৰলৈ উঠাই কৰ জোৰে পৃথিৱী আৰু আকাশৰ সকলোফালেনমস্কাৰ কৰিবলৈ ধৰিলে — পূব পশ্চিম উত্তৰ দক্ষিণ তথা ওপৰ আৰু তলত। সেইদিনা তথাগতে সময় থাকোতেই চীবৰ ধাৰণ কৰি পাত্ৰ তথা চীবৰলৈ ৰাজগৃহলৈ ভিক্ষা কৰিবৰ কাৰণে ওলাল তেও তৰুণ শৃণালক এইদৰে নমস্কাৰ কৰি থকা দেখিলে। সুধিলে এইদৰে পৃথিৱী আৰু আকাশৰ সকলো ফালে কিয় পূজা কৰি আছে? “মৰাৰ সময়ত মোৰ পিতাই কৈছি। যে তুমি পৃথিৱী আৰু আকাশৰ সকলো দিক্ষাৰ প্ৰতি পূজা কৰিব লাগে। এই কাৰণে ভগবান। নিজ পিতাৰ বচনৰ প্ৰতি ধ্যান ৰাখি মই এনে কৰি আছো। তথাগতে সুধিলে - 'কিন্তু এই মানুহটোৰ প্ৰকৃত ধৰ্ম কেনেকৈ হ'ব পাৰে বাৰু?” শৃণালে কলে তেনেহলে মানুহৰ আন আৰু প্ৰকৃত ধৰ্ম কি হ'ব? যদি কিবা এটা হয় তেনে ভগবানে ডাঙৰ কৃপা কৰা হ'ব যদি ভগবানে কয়। তেনেহলে তৰুন গৃহপতি। মোৰ কথা একান্ত মনে শুনা। মই কৈ আছোঁ। 'ভগবান। বৰ ভাল কথা। তেতিয়া তথাগতে ক'লে — কোনো ধৰ্ম মানুহৰ তেতিয়াই সৎধৰ্ম ৰূপে পৰিগণিত হয় যেতিয়া তেও বেয়া কথা বিলাক ত্যাগ দিয়াৰ শিক্ষা দিয়ে। প্ৰাণীক হিংসা কৰা চুৰি ব্যভিচাৰ তথা মিছা এইবিলাক হৈছে বেয়া কথা যাক পৰিত্যাগ কৰিব লাগে।

'শৃণাল! এই কথা তই জানি ল যে পাপকৰ্ম পক্ষ পাত, শত্ৰুতা মূৰ্খতা তথা ভয়ৰ কাৰণে কৰা যায়। যদি মানুহ ইয়াৰ পৰা মুক্ত হয় তেনে তেও পাপ কৰ্ম নকৰিব।

কোনো ধৰ্ম মানুহৰ তেতিয়াই হ'ব পাৰে যেতিয়া সি নিজৰ ধন নষ্ট কৰাৰ শিক্ষা নিদিয়ে। মানুহৰ পইচা মদ খোৱাৰ অভ্যাস কৰিলে নষ্ট হয়, অনুচিত সময়ত ৰাতি বজাৰত ঘূৰি ফুৰিলে নষ্ট হয় মেলা খেলা ধূলা চাই ফুৰিলেও নষ্ট হয় জুৱা খেলাৰ অভ্যাস হলেও নষ্ট হয় কুসংগতিত পৰি গলেও নষ্ট হয় আৰু এলেহুৱা হৈ গলেও নষ্ট হয়।

'শৃণাল! মদৰ পাল্লাত পৰিলে ছটা হানি হয় - (১) ধন হানি। (২) কাজিয়া হোৱা (৩) ৰোগৰ সম্ভাৱনা (৪) দু চৰিত্ৰতা (৫) উলংগত তথা (৬) বুদ্ধি হানি।

'অনুচিত সময়ত ৰাতি বজাৰত ফুৰি ফুৰিলে ছটা হানি হয় - (১) সি নিজে অৰক্ষিত হয় (২) তাৰ স্ত্ৰী ল'ৰা ছোৱালী অৰক্ষিত হয়। (৩) তাৰ সম্পতি অৰক্ষিত হয় (৪) যি বিলাক অপৰাধীক নিশ্চিত কৰিব নোৱাৰি তাৰ ওপৰত সন্দেহ কৰা যায় (৫) তাৰ বিষয়ে মিছা অপবাদ বিয়পি পৰে তথা (৬) আৰু অনেক দুঃখ ভোগ কৰিবলৈ ধৰে।

খেলা তামাচা চোৱা বিলাকৰ অভ্যাসৰ ছটা দোষ (১) যি সদায় ইয়াকে ভাবি থাকে যে নাচ ক'ত হৈ আছে? (২) গান ক'ত হৈ আছে? (৩) বাদ্য যন্ত্ৰ ক'ত হৈ আছে? (৪) কাব্য গান ক'ত হৈ আছে? (৫) মাদলৰ বাজনা ক'ত হৈ আছে? টম টম বাজনা ক'ত বাজি আছে?

'জুৱা খেলৰ পাল্লাত পৰাৰ হানি ছটা (১) বিজয়ী হলে ঘৃণাৰ পাত্ৰ হয় (২) হাৰিলেও নিজৰ পৰাজয়ত দুঃখী হয় (৩) তাৰ ভৰন পোষনো নষ্ট হৈ যায় (৪) বিচাৰালয়ত তাৰ কথাৰ কোনো মূল্য নহয় (৫) তেওঁ মিত্ৰ তথা ৰাজকমচাৰী বিলাকৰ

ঘৃণাৰ পাত্ৰ হৈ পৰে (৬) বিবাহ কৰোতাই তাৰ লগত সম্বন্ধ স্থাপিত কৰিব নিবিচাৰে কিয়নো সি কয় যে জুৱাৰীয়ে কেতিয়াও নিজৰ পত্নীক পালন পোষণ কৰিব নোৱাৰে।

'কু সংগতিৰ ছটা দোষ- (১) কোনো জুৱাৰী (২) কোনো ঘূৰি ফুৰা (৩)মদাহী (৪) কোনো ঠগ (৫) কোনো ধূর্ত অথবা (৬) কোনো হিংসুক তাৰ বন্ধু হৈ যায়।

"এলেহুৱা হোৱাৰো ছটা দোষ আছে - (১) বহুত ঠাণ্ডা বুলি কাম নকৰা, (২) বহুত গৰম বুলি কাম নকৰা (৩) বৰ লৰা লবি বুলি কৈ কাম নকৰা (৪) বহুত দেৰি হৈছে বুলি কৈ কাম নকৰা (৫) বৰ ভোক লাগিছে বুলি কৈ কাম নকৰা তথা (৬) বহুত খাই লোৱা বুলি কৈ কাম নকৰা আৰু যি যি কাম তেওঁ কৰিব লাগিছিল সেই সকলো থাকে এই কাৰণে সি নতুনকৈ কোনো উপাৰ্জন নকৰে, যি অৰ্জন কৰে সেইয়াও নষ্ট হৈ যায়।

কোনো এটা ধৰ্ম মানুহৰ সৎধৰ্ম হ'ব পাৰে যেতিয়া সি মানুহক ভাল বেয়া বন্ধুৰ পৰিচয় কৰাই। 'চাৰি জনক মিত্ৰ ৰূপে শত্ৰু বুলি বুজিব লাগে (১) যি লোভী হয় (২) যি কয়হে কিন্তু নকৰে (৩) যি তোষামোদকাৰী (৪) যি অযথা খৰছৰ বন্ধু হয়। এই বিলাকৰ ভিতৰত প্ৰথমটোক এই কাৰণেই শত্ৰু ৰূপে ভাবিব লাগে। কিয়নো সি লোভী হয় যি দিয়ে কম আৰু বিচাৰে অধিক। যি যি কৰে সি ভয়তহে কৰে। সি কেৱল নিজৰ স্বাৰ্থৰ কাৰণেহে ধ্যান দিয়ে। 'যি কয় কিন্তু তাক নকৰে তাকো মিত্ৰ ৰূপত শত্ৰু বুলি ভাবিব লাগে কিযনো সি ভূতকালৰ মিত্ৰতাৰ কথা কয় সি ভৱিষ্যত মৈত্ৰীপূৰ্ণ ব্যৱহাৰৰ কথা পাতে সি কথামতেই লাভ উঠাব বিচাৰে কিন্তু যেতিয়া কোনো এটা কিবা কৰাৰ সময় আহে তেতিয়া সি অসমৰ্থতা প্ৰকাশ কৰে। 'যি তোষামোদকাৰী তাকো মিত্ৰ ৰূপে শত্ৰু বুলি ভাবিব লাগে কিয়নো সি বেয়াৰ লগত মিলি যায় ভালৰ লগত হাত মিলাব নিবিচাৰে সি মুখেৰেহে প্ৰশংসা কৰে পিছ মুহূৰ্ত্ততে নিন্দা কৰে। 'যি অযথা খৰচীৰ লগ হয় তাকো মিত্ৰ বুলি শত্ৰু জ্ঞান কৰিব লাগে কিয়নো অসময়ত বজাৰত ঘূৰি ফুৰাৰ সময়ত সি বন্ধু হয় তুমি খেলা সময়ত তামাচা চাওতাৰ লগত ঘূৰি ফুৰিবা সেই সময়ত সি তোমাৰ বন্ধু হৈ পৰে যেতিয়া তুমি জুৱা খেলত লাগি থাকিবা সেই সময়ত সি তোমাৰ বন্ধু হয় । 'চাৰি ধৰণৰ মিত্ৰক বাস্তৱ বন্ধু ৰূপে গণ্য কৰিব লাগে (১) যি সহায়কাৰী হয় (২) যি সুখ দুঃখ দুয়োতাৰে বন্ধু হয় (৩) যি ভাল পৰামৰ্শ দিয়ে তথা (৪) যি সহানুভূতি ৰাখে।

'যি সহায়ক হয় তাক আচল বন্ধু বুলি জানিব লাগে কিয়নো যেতিয়া তুমি অৰক্ষিত অৱস্থাত থাকিবা সেই সময়ত তেওঁ তোমাক সংৰক্ষণ কৰিব যেতিয়া তোমাৰ সম্পত্তি অৰক্ষিত হৈ থাকে সেই সময়ত তেওঁ তাৰ সংৰক্ষণ কৰে তোমাৰ বিপদৰ সময়ত তেও তোমাৰ শৰণ লব- যেতিয়া তুমি সবাহ বিবাহ কৰিবলৈ ওলোৱা তেতিয়া তেওঁ তোমাৰ আৱশ্যকতাতকৈ দুগুণ বস্তু আনি তোমাক দিয়ে। "যি সুখে দুখে দুয়োতাৰে লগৰীয়া হয় তাক আচল বন্ধু বুলি জানিব লাগে কিয়নো তেওঁ তোমাক নিজৰ ৰহস্য কৈ দিয়ে কিয়নো তেও তোমাৰ ৰহস্যৰ কথা বিলাক লুকুৱাই তোমাৰ বিপদত তেওঁ তোমাৰ লগ এৰি নিদিয়ে

সি তোমাৰ কাৰণে নিজৰ জীৱন পৰ্য্যন্ত বলিদান কৰে। 'যি সৎ পৰামৰ্শ দিয়ে তেওঁক আচল মিত্ৰ বুলি জানিব লাগে কিয়নো তেওঁ তোমাক বেয়াৰ পৰা ৰক্ষা কৰে, তেওঁ তোমাক শুভ কৰ্ম কৰিবলৈ প্ৰেৰণা দিয়ে যি কথা তুমি প্ৰথমে শুনা নাই তেনে কথা শুনাই সি তোমাৰ কাৰণে স্বৰ্গৰ বাস্তাও খুলি দিয়ে। তোমাক ছটা দিশত পূজা কৰাৰ শিক্ষা দিয়াৰ উপৰিও যি ধৰ্মক মানুহৰ ধৰ্ম বুলি কোৱাৰ যোগ্য হয় সেই ধৰ্মক তেওঁ শিক্ষা দিব লাগে যাতে তেওঁ নিজৰ মাক বাপেকৰ সেৱা কৰিব পাৰে আৰু সংকাৰ কৰিব পাৰে নিজৰ গুৰু তথা আচাৰ্য্য সকলক সেৱা কৰিব পাৰে নিজৰ স্ত্ৰী তথা নিজৰ ল'ৰা ছোৱালীক মৰম কৰিব পাৰে, নিজৰ বন্ধু বৰ্গ তথা নিজৰ লগৰীয়া সকলৰ লগত স্নেহপূৰ্ণ কথা বাৰ্তা কৰিব পাৰে তথা নিজৰ চাকৰ বাকৰক যাতে সহায়তা কৰিব পাৰে।

## ৩ ল'ৰা ছোৱালীৰ কাৰণে জীৱন নিয়ম

এজন ল'ৰাই নিজৰ মাক বাপেকক সেৱা কৰিব লাগে। তেও ভাবিব লাগে এটা সময়ত এওঁ বিলাকে মোক পোষণ কৰিছিল এতিয়া মই এও বিলাকক পোষণ কৰিব লাগে। এওঁ বিলাকৰ প্ৰতি মোৰ যি কৰ্তব্য মই তাক পূৰা কৰিম। মই মোৰ বংশ পৰম্পৰা অটুট ৰাখিম। মই মোৰ নিজকে উত্তৰাধিকাৰীৰ যোগ্য কৰি তুলিম। কিয়নো মাতা পিতাই নানা ধৰণে সন্তানৰ প্ৰতি নিজৰ মৰম স্নেহ নিবেদন কৰে তেও বিলাকক বেয়াৰ পৰা বচাই তেওঁ বিলাকে তেওঁক ভাল কাম কৰিবৰ কাৰণে প্ৰেৰণা দিয়ে তেও তেও বিলাকৰ জীৱিকাৰ যোগ্য কৰি দিয়ে তেও বিলাকে তেওঁৰ যথাযোগ্য বিবাহৰ ব্যৱস্থা কৰে আৰু উপযুক্ত সময়ত তেওঁ বিলাকে তেওক উত্তৰাধীকাৰীৰ দায়িত্ব অৰ্পন কৰে।

## ৪ শিষ্যৰ কাৰণে জীৱন নিয়ম

এজন শিষ্যই নিজৰ আচাৰ্য্যৰ প্ৰতি যথাযোগ্য কথা বাৰ্ত্তা কৰিব লাগে। তেও নিজৰ স্থানৰ পৰা উঠি অভিবাদন কৰিব লাগে তেও বিলাকক পঢ়া-শুনাৰ ক্ষেত্ৰত বিশেষ উৎসাহ প্ৰদান কৰিব লাগে তেও বিলাকে নিজৰ আচাৰ্যৰ ব্যক্তিগত সেৱা শুশ্ৰূষা কৰিব লাগে শিক্ষা গ্ৰহণ কৰাৰ সময়ত বিশেষ ধ্যান দিব লাগে। কিয়নো আচাৰ্যই নিজৰ শিষ্যৰ প্ৰতি প্ৰেম ভাব ৰাখিব লাগে। যি তেও বিলাকে শিকে তাকেই তেও বিলাকে শিকাই যিখিনি তেওঁ বিলাকে দৃঢ়তাপূৰ্বক গ্ৰহণ কৰে তাকেই তেও বিলাকে গ্ৰহণ কৰোৱাই। তেওঁবিলাকে তেওক সকলো প্ৰকাৰৰ শিল্পৰ জ্ঞান কৰাই। তেও বিলাকে তেওঁবিলাকক মিত্ৰ আৰু লগৰীয়া সকলৰ লগত তেওঁৰ প্ৰশংসা কৰিব লাগে। তেও বিলাকে সকলো ধৰণে তেও বিলাকৰ সংৰক্ষনৰ চিন্তা কৰে।

## ৫ পতি-পত্নীৰ কাৰণে জীৱন নিয়ম

এজন পতিয়ে নিজৰ পত্নীক সৎকাৰ কৰিব লাগে। তেওঁৰ প্ৰতি আদৰ ভাব প্ৰদৰ্শন কৰিব লাগে। পত্নী ব্ৰত পালন কৰিব লাগে তেওক অধিকাৰী কৰি ল'ব লাগে তথা অলংকাৰ পাতি বনাই তেওঁক পিন্ধাব লাগে। কিয়নো পত্নীয়ে তেওঁৰ তথা নিজৰ মাকৰ সকলো সমন্ধীয় সকলৰ অতিথ্য কৰে তেওঁ পতি ব্ৰতা হয় তেওঁ অনা সম্পত্তি খিনি ৰক্ষা কৰে

আৰু নিজৰ সমস্ত কৰ্তব্য খিনি সাৱধানতাৰে তথা দক্ষতাৰে সম্পন্ন কৰে। এজন কুল পুত্ৰক নিজৰ মিত্ৰ বৰ্গ তথা সঙ্গী সকলৰ লগত উদাৰতা পূৰ্বক ব্যৱহাৰ কৰিব লাগে। শালীনতা তথা উদাৰতাৰে সৈতে মধুৰ ব্যৱহাৰ কৰিব লাগে। তেওঁক তেওঁৰ লগত এনেকুৱাই ব্যৱহাৰ কৰিব লাগে যাতে তেওঁ নিজৰ লগত কৰে আৰু তেও নিজৰ কথাৰ ওপৰত দৃঢ় হ'ব লাগিব। কিয়নো তেওঁৰ মিত্ৰ আৰু তেওঁৰ পৰিচিতে মৰম কৰে। তেওঁৰ অৰক্ষিত অৱস্থাত তেওক তেও ৰক্ষা কৰে আৰু এনে সময়ত তেও সম্পত্তি ৰক্ষা কৰে। বিপদৰ সময়তো তেও বিলাকে তেওঁৰ শ্ৰৱণ স্থান গ্ৰহণ কৰে। বিপদত পৰিলেও তেওঁ বিলাকে লগ এৰা নিদিয়ে। তেও বিলাকে তেওৰ পৰিয়ালৰ প্ৰতি খিয়াল ৰাখে।

## ৬ মালিক আৰু চাকৰৰ কাৰণে জীৱন নিযম

এজন মালিকে তেওঁৰ চাকৰ আৰু কাম কৰা মানুহ বিলাকৰ সাৰ্মথ্য অনুসৰিহে কাম কৰিবলৈ দিব লাগে তেও বিলাকক ভোজন আৰু মজুৰী দিব লাগে বেমাৰ পৰিলে সিহঁতক চোৱাচিতা কৰিব লাগে মূল্যবান স্বাদিষ্ট পূৰ্ণ বস্তু পালে ভাগকৰি খাব লাগে। আৰু সময়ে সময়ে তেও বিলাকক ছুটীও দিবলাগে। কিয়নো চাকৰ আৰু কামকৰা মানুহে নিজৰ মালিকৰ লগত প্ৰেম ভাৱ ৰাখে। সিহত মালিকতকৈ আগতে শুই উঠে মালিক শোৱাৰ পিচতহে তেও বিলাক শুৱলৈ যায় যি পাই তাতেই সন্তুষ্ট থাকে। তেও বিলাকে নিজৰ কাম সুচাৰুপে কৰে আৰু সিহঁতৰ যশস্যা সকলোতে বিয়পি পৰে। এজন কুল পুত্ৰই নিজৰ গুৰুৰ মন বচন তথা কৰ্মৰ দ্বাৰাই পূৰ্ব সেৱা আগবঢাই তেওঁ বিলাকৰ কাৰণে সদায় ঘৰৰ দৰ্জা খোলা থাকে তথা তেওৰ ভৌতিক আৱশ্যকতা খিনি পূৰা কৰে। কিয়নো গুৰুজনে তেও বিলাকক বেয়াৰ পৰা বচাই ভাল কাম কৰিবৰ কাৰণে পেৰণা যোগাই তেও বিলাকৰ প্ৰতি মৈত্ৰীভাৱ ৰাখে। যি কথা তেও বিলাকে এতিয়ালৈকে শুনা নাই তাক তেওঁ শুনাই তথা যি জ্ঞান দিয়া উচিত আৰু তাক নিৰ্দোষ বুলি গন্য কৰে।

## ৭ উপ সংহাৰ

তথাগতে এইদৰে কোৱাত তৰুন গৃহপতি শৃনালে কলে 'ভগবান অদ্ভুত কথা' যেন পতিত হোৱাক উদ্ধাৰ কৰে অথবা ঢাকিৰখাক বাহিৰ কৰি দিয়ে অথবা কোনো পথ ভ্ৰষ্টক ৰাস্তা দেখুৱাই দিয়ে যে চকু থকাই ৰাস্তা দেখিব পাৰে। এই দৰে তথাগতে নানাধৰণে সত্য প্ৰকাশ কৰি দিছে। 'আৰু ইয়ো বুদ্ধ তথা সংঘৰ শৰণ ল'ব বিচাৰো অনুগ্ৰহ কৰি ভগবানে মোক প্ৰাণ থাকে মানে শৰণাগতৰ উপাসক ৰূপে স্বীকাৰ কৰে।

## ৮ কুমাৰী সকলৰ কাৰণে জীৱন নিযম

এবাৰ ভগবান বুদ্ধই ভদ্দিয়ৰ ওচৰৰ জাতীয় বনত আছিল।মেণ্ডকৰ পুত্ৰ উগ্নহ তালৈ আহিল আৰু অভিবাদন কৰি এফালে বহিল। সেইদৰে বহি উগ্নহে তথাগতৰ প্ৰতি নিবেদিলে 'ভগবান অন্য তিনিজন ভিক্ষুৰ লগত কালিলৈ কাৰণে মোৰ বাসভবনত ভোজনৰ নিমন্ত্ৰণ স্বীকাৰ কৰক। তথাগতে মৌনতাৰে স্বীকাৰ কৰিলে। যেতিয়া উগ্নহে দেখিলে যে তথাগতে তেওঁ নিমন্ত্ৰণ স্বীকাৰ কৰিলে তেও তেতিয়া তেও ওচৰৰ পৰা উঠিল। অভিবাদন জনালে

আৰু তথাগতৰ চাৰিওফালে প্ৰদক্ষিণ কৰি গুচি গ'ল। ৰাতি পুৱাল দ্বিতীয় দিনা তথাগতে দুপৰীয়া চীৱৰ ধাৰণ কৰি হাতত চীৱৰ পাত্ৰ লৈ য'ত উগ্নহৰ ঘৰ আছিল তালৈ গ'ল আৰু সজাই থোৱা আসনত বহিল। উগ্নহে তথাগতক নিজ হাতেৰে নানা প্ৰকাৰৰ ভোজন খুৱাই আপ্যায়িত কৰিলে। যেতিয়া তথাগতে ভোজন সমাপ্ত কৰিলে তেতিয়া তেওঁ এফালে বহিল। এইদৰে বহি তেও কলে — "ভগবান! মোৰ এই ছোৱালী কেইজনী নিজৰ নিজৰ স্বামীৰ ঘৰলৈ গুছি যাবগৈ। ভগবান আপুনি সিহতক পৰামৰ্শ দিয়ক আপুনি সিহঁতক উপদেশ দিয়ক যাতে সিহঁতে চিৰকালে হিত আৰু সুখে সন্তোষে থাকিব পাৰে। তেতিয়া ভগবানে সেই ছোৱালী কেইজনীক উপদেশ দিলে- ছোৱালী কেইজনী! তোমালোকে এই ধৰণৰ অভ্যাস কৰা যাতে আমাৰ হিত আৰু মঙ্গল কামনা কৰা সকলে আমাৰ অনুকম্পা মাতা পিতাই যি পতিৰ ওচৰত সম্পৰ্ণ কৰিব আমি তেও বিলাকতকৈ আগতেই শুই উঠিব পাৰো তেও বিলাক শোৱাৰ পিছতহে শুব পাৰোহক আমি যাতে কাম কৰি থাকিব পাৰো আৰু সকলো বস্তু যাতে ব্যৱস্থিত কৰি ৰাখিব পাৰোহঁক আৰু মধুৰ বাক্যৰে সকলোকে মুগ্ধ কৰিব পাৰোহঁক। ছোৱালী কেইজনীক অভ্যাসত পৰিণত কৰিব লাগিব যে সিহঁতৰ পতি সকলৰ মাতা পিতা সম্বন্ধীয় বিলাকক যাতে সিহঁতে আদৰ কৰিব পাৰে। তেও বিলাকক স্বাগত জনাব পাৰে। তেওঁ বিলাক আহিলে আসন দি আৰু জল দান কৰিব লাগিব। ছোৱালীহঁত! আৰু এইটোও অভ্যাস কৰিব লাগিব যে তোমালোকৰ পতিৰ কাম লাগিলে উনৰে হওক আৰু লাগিলে কপাহৰে হওঁক তোমালোক যাতে তাঁতৰ শালৰ শিক্ষাত দক্ষ আৰু সাৱধান হ'ব লাগিব। তোমালোকে সেই কাম সুচাৰুপে কৰিবলৈ আৰু বুজিবলৈ যত্ন কৰিব লাগিব যাৰ দ্বাৰাই তাক নিজে কৰিব লাগিব আৰু আনকো কৰাব পাৰাহঁক। ছোৱালীহঁত আৰু এইটোও অভ্যাস কৰিব লাগিব যে ঘৰত যিমান বিলাক চাকৰ বাকৰ থাকে সিহঁতৰ সেই সকলো কামকে ভালদৰে পৰীক্ষা কৰিব লাগে যাতে কোনে কি আৰু কিমান কাম কৰিলে আৰু কিমান কাম নকৰিলে? তোমালোকে যাতে ৰোগী বিলাকৰ বল শক্তি জানিব লাগে আৰু যাক যেনেদৰে ভোজন দিব লাগে সেই অনুপাতে ভোজন কৰাব লাগে। ছোৱালীহঁত! আৰু এই কথাও অভ্যাস কৰিব লাগে যাতে যি টকা যি ধান যি সোণ তথা ৰূপ পতিৰ ঘৰলৈ আনিবাহঁক তাক সুৰক্ষিত কৰি ৰাখিব লাগে । যাতে কোনো চোৰ ডকাইতে লৈ যাব নোৱাৰে । এই উপদেশ খিনি শুনি উগ্নহৰ ছোৱালী কেইজনী বৰ আনন্দিত হ'ল আৰু তথাগতৰ পৰামৰ্শত বৰ কৃতজ্ঞ হ'ল।

১ সিগালোবাদ সুওনা (দীঘ নিকায় - ৩১ )

২ উগ্নহ সুত্তন্ত (অঙ্গুত্তৰ নিকায়)

## ষষ্ঠ অধ্যায়

## ভগবান বুদ্ধ আৰু তেওঁৰ সমসাময়িক সকল

১ প্ৰথম ভাগ - তেওঁৰ সমৰ্থক।২ দ্বিতীয় ভাগ - তেওঁৰ বিৰোধী সকল।

৩ তৃতীয় ভাগ তেওঁৰ ধৰ্ম সমালোচক ৪ চতুৰ্থ ভাগ - মিত্ৰ প্ৰশংসক।

## প্ৰথম ভাগ

## তেওঁৰ সমৰ্থক সকল

### ১ ৰজা বিম্বিসাৰৰ 'দান'

ৰজা বিম্বিসাৰ তথাগতৰ সামান্য শিষ্য নাছিল। তেও ভগবান বুদ্ধৰ প্ৰতি অত্যন্ত শ্ৰদ্ধাশীল আছিল আৰু ধৰ্ম কাৰ্য্যত বহুত সহায়ক আছিল। গৃহস্থ উপাসক হৈ যোৱাৰ পিচত বিম্বিসাৰে কলে ভগবান! আপুনি ভিক্ষু সংঘ সহিত কালিলৈ ভোজনৰ কাৰণে মোৰ নিমন্ত্ৰণ স্বীকাৰ কৰিব লাগে। তথাগতে মৌনতাৰে স্বীকাৰ কৰিলে। ৰজা বিম্বিসাৰে যেতিয়া জানিলে যে তেওৰ নিমন্ত্ৰণ স্বীকাৰ হৈ গ'ল তেও নিজ স্থানৰ পৰা উঠিল আৰু তথাগতক অভিবাদন কৰি চাৰিওফালে প্ৰদক্ষিণ কৰি গুছি গ'ল। ৰাতি শেষ হোৱাত বিম্বিসাৰে সুন্দৰ সুন্দৰ ভোজন প্ৰস্তুত কৰালে আৰু সময় হোৱাত তথাগতক জনালে ভগবান। ভোজনৰ প্ৰবন্ধ হৈ গ'ল। দুপৰীয়া তথাগতে চীৱৰ ধাৰণ কৰি নিজৰ পাত্ৰ চীৱৰ লৈ পূৰ্বৰ জতিল ভিক্ষুৰ লগত ৰাজ গৃহত প্ৰৱেশ কৰিলে। তথাগতে ৰজা বিম্বিসাৰৰ মহল পালেগৈ আৰু ভিক্ষু সংঘৰ সহিত পাৰি থোৱা আসনত বহিল । ৰজা বিম্বিসাৰে বুদ্ধ প্ৰমুখ্যে ভিক্ষু সংঘক নিজ হাতেৰে ভোজন বিলালে। ভোজনৰ শেষত তথাগতে যেতিয়া নিজৰ হাত আৰু পাত্ৰ ধুই অটালে তেতিয়া বিম্বিসাৰে গৈ তেওৰ ওচৰত বহিল। তেওৰ ওচৰত বহি ৰজা বিম্বিসাৰে ভাবিলে 'মই তথাগতৰ কাৰণে নিবাস স্থানৰ ব্যৱস্থা ক'ত কৰিম? ঠাইখন এনেকুৱা হ'ব লাগিব যাতে গাৱৰ পৰা বেছি দুৰ নহয়। যি মানুহে তেওৰ ওচৰলৈ অহা যোৱা কৰিব বিচাৰে তেও বিলাকৰ কাৰণে অহা যোৱাৰ যাতে সুগম হয় দিনৰ ভাগত যাতে বহুত ভিৰ নহয় আৰু ৰাতিও কোনো হুলস্থুল নহৈ যাতে নিৰ্জন হয়। সমুদ্ৰৰ পৰা যাতে গুপ্ত হৈ থাকে আৰু শান্তিৰে জীৱন যাপনত যাতে সহায় হয়। তেতিয়া ৰজা বিম্বিসাৰৰ মনত পৰিল মোৰ নিজৰ বেলুবন নামেৰে এখন উদ্যান আছে, উদ্যান খন নগৰৰ পৰা বহু দুৰত নহয় আৰু নগৰৰ একেবাৰে সমীপ বাবলৈ অহা যোৱাৰ কাৰণে সুবিধা নাই। সেই উদ্যান খনকে মই বুদ্ধ প্ৰমুখ্যে ভিক্ষু সংঘক দান কিয় কৰি নিদিও? ৰজাই তেতিয়া জলেৰে পূৰ্ণ এটা সোণৰ ঝাৰী ল'লে আৰু ভগবান বুদ্ধৰ হাতত জল ঢালি ক'লে 'মই এই বেলুবন উদ্যান খন বুদ্ধ প্ৰমুখ্যে ভিক্ষু সংঘক দান দিছো। তথাগতে উদ্যানখন স্বীকাৰ কৰি ল'ব লাগে। তেতিয়া তথাগতে ৰজা বিম্বিসাৰক নিজৰ প্ৰবচনৰ দ্বাৰা উৎসাহিত আনন্দিত আৰু আহ্লাদিত কৰিলে তথা নিজৰ স্থানৰ পৰা উঠি গুছি গ'ল তাৰ পিচত তথাগতে ভিক্ষু সকলক সম্বোধন কৰিলে 'ভিক্ষু সকল। মই বিহাৰখন স্বীকাৰ কৰিবৰ কাৰণে অনুমতি দিছো। ১

### ২ অনাথ পিণ্ডিকৰ দান

উপাসকত্ত্ব গ্ৰহণ কৰাৰ পিচত অনাথ পিণ্ডিক এবাৰ ভগবান বুদ্ধৰ ওচৰলৈ গ'ল। অভিবাদন কৰাৰ পিচত তেওঁ এফালে বহিল আৰু ক'লে - "ভগবান। আপুনি জানে যে মই শ্ৰাবস্তীত থাকো য'ত ধন ধানেৰে পৰিপূৰ্ণ আৰু য'ত শান্তি বিৰাজ কৰি আছে। য'ত মহাৰাজ প্ৰসেনজিতৰ শাসন চলে। 'মই তাত এটা বিহাৰ প্ৰতিস্থা কৰিব বিচাৰো। আপুনি অনুগ্ৰহ কৰি তালৈ যাওঁক আৰু সেই বিহাৰৰ দান স্বীকাৰ কৰক। ভগবান বুদ্ধই মৌনতাৰে

সেইদান স্বীকাৰ কৰিলে। যেতিয়া সদাগৰ অনাথপিণ্ডিক ঘৰলৈ ঘূৰি আহিল তেতিয়া তেওঁ জেত ৰাজকুমাৰৰ উদ্যানখন দেখিলে সেউজীয়া ঘাঁহবনেৰে ভৰা নির্মল জলস্রোতেৰে পৰিপূর্ণ। তেওঁ ভাবিলে 'ভগবান বুদ্ধৰ ভিক্ষু সংঘৰ কাৰণে এই স্থান আটাইতকৈ অধিক উপযুক্ত হ'ব।'

ৰাজকুমাৰে উদ্যানখন বেছিব নিবিচাৰিছিল সেই কাৰণে তেও তাৰ দাম বহুত অধিক বুলি ক'লে। প্রথমতেতো তেও অস্বীকাৰ কৰিছিল কিন্তু শেষত ক'লে - 'লবলগীয়া হলেতো গোটেই মাটিৰ ওপৰত কার্ষাপন (শ্রী সোণৰ মোহৰ) সিঁচিব লাগিব। অনাথপিণ্ডিক আনন্দিত হ'ল আৰু সোণৰ মোহৰ পেলাবলৈ ধৰিলে। তেতিয়া ৰাজকুমাৰে ক'লে থাকিবলৈ দিয়া মই বেছিবই বিচৰা নাই। কিন্তু অনাথপিণ্ডিকৰ আগ্রহ হ'ল যে যেতিয়া তুমি এবাৰ তাৰ দৰ দাম কৰি দিলা আৰু মই যিমানখিনি দাম দিবৰ কাৰণেই প্রস্তুত হ'লো তেনেস্থলত তুমি মাটি বিক্রী কৰিবই লাগিব। কথা ইমান দূৰ বাঢ়িল যে ই গৈ ন্যায়ালয় পালেগৈ। ইয়াৰ মাজতে মানুহে এই অসামান্য ঘটনাৰ চর্চা কৰিবলৈ ল'লে আৰু ৰাজ কুমাৰে যেতিয়া এই কথা গম পালে যে অনাথপিণ্ডিক ধনীতো আছিলেই কিন্তু তেও বৰ শ্রদ্ধাবান তথা ধার্মিকও আছিল তেও অনাথপিণ্ডিকৰ পৰা মাটিলোৱাৰ উদ্দেশ্য সুধিলে। যেতিয়া তেও গম পালে যে মাটিডোখৰ তথাগতৰ কাৰণে বিহাৰ বনাবৰ কাৰণে লৈছে গতিকে তেও সেই পুণ্য কার্য্যত অংশীদাৰ হ'বলৈ ইচ্ছা প্রকাশ কৰিলে। তেও মাটিৰ আধা অংশ আধা দামতে বিক্রী কৰিলে আৰু ক'লে 'মাটি তোমাৰ। গছ মোৰ। মই মোৰ ফালৰ পৰা বৃক্ষ দান কৰিছো। এইদৰে বিহাৰৰ শিলন্যাস হৈ যোৱাৰ পিচত তাত সংঘৰ এটা যোগা বিশাল বিহাৰ বনোৱালে সেই বিহাৰ অত্যন্ত মনমোহা কৰি বনাইছিল। এই বিহাৰৰ নাম হ'ল 'অনাথপিণ্ডিকৰ জেতবনাৰাম। সংক্ষেপে। জেতবন বিহাৰ' হৈ গ'ল। অনাথপিণ্ডিক কপিলবস্তুৰ শ্রাবস্তীত গৈ তথাগতক বিহাৰখন স্বীকাৰ কৰিবৰ কাৰণে নিমন্ত্রণ জনালে। যেতিয়া তথাগত জেতবনলৈ আহিল অনাথপিণ্ডিকে পুষ্পবর্ষণ কৰিলে আৰু সুগন্ধিত ধূপ জ্বলালে। তেও এটা সোণৰ ঝাৰীৰে তথাগতৰ হাতত পানী ঢালি ক'লে .- 'মই গোটেই সংসাৰখনৰ ভিক্ষুসংঘক এই বিহাৰখন সমর্পণ কৰিলো। ২ তথাগতে বিহাৰখন স্বীকাৰ কৰিলে আৰু দানানুমোদন কৰি ক'লে - সকলো অমঙ্গল নাশ হওক। এই দান 'দাতা ই যি উদ্দেশ্য দান কৰিছে ই যেন মানৱতাৰ কল্যাণ বৃদ্ধিৰ কাৰক হওঁক। অনাথপিণ্ডিক বুদ্ধৰ প্রধানশিষ্য সকলৰ ভিতৰত এজন আছিল দান দাতা সকলৰ ভিতৰত প্রমুখ।

### ৩ জীৱকৰ 'দান'

যেতিয়াই তথাগত ৰাজগৃহত থাকে বৈদ্য জীৱক দিনে দুবাৰ কৰি তথাগতক দর্শন কৰিবলৈ যায়। জীৱকৰ এনে লাগিছিল যেন বিম্বিসাৰে তথাগতক যি বেলুবন দান কৰিছিল সেইয়া ইয়াতকৈ বহুত দূৰত। ৰাজগৃহত 'আম্রবন নামৰ তেওঁৰ এখন নিজা বাগিচা আছিল যিনেকি তেওঁৰ থকা ঠাইৰ পৰা ওচৰত আছিল। তেও ভাবিলে যে তেও এটা অঙ্গসম্পূর্ণ বিহাৰ বনাব আৰু বিহাৰ আৰু বাগিছাখন তথাগতক সমর্পণ কৰিব। নিজৰ মনত এই বিচাৰ

লৈ তেওঁ তথাগতৰ ওচৰ পালেগৈ আৰু তেওঁৰ প্ৰতি প্ৰাৰ্থনা জনালে যে তেও তেওৰ কামনা যাতে পূৰা হ'বলৈ দিয়ে। তথাগতে মৌনতাৰে তেওঁৰ সৎভাৱক স্বীকাৰ কৰিলে।৩

## ৪ আম্ৰপালিৰ 'দান'

সেইসময়ত তথাগত 'নাদিকা'ত আছিল আৰু স্থান পৰিবৰ্ত্তনৰ কাৰণে চিন্তা কৰিছিল। তেও আনন্দক সম্বোধন কৰিলে আৰু ক'লে - 'আনন্দ! আহা, আমি বৈশালীলৈ যাওঁ।'

'বৰ ভাল কথা বুলি কৈ আনন্দই স্বীকাৰ কৰিলে। তেতিয়া মহান ভিক্ষু সংঘৰ সৈতে তথাগত গৈ বৈশালী পালেগৈ। আৰু সেই বৈশালীতে আম্ৰ পালিৰ কাৰণে আম্ৰবনত থাকিল। তেও কেইবাখনো ৰাজকীয় ৰথ সজালে আৰু সেই বিলাকৰ ভিতৰত এখনত নিজে উঠি বৈশালীৰ নিজৰ উদ্যানৰ ফালে গ'ল। বাকী বিলাক ৰথত তেওঁৰ অনুচৰ সেবীকা বিলাক আছিল। যিমান দূৰ ৰথেৰে গৈ আছিল তেও ৰথেৰেই গৈছিল। তাৰ পিচত তেও ৰথৰ পৰা নামি য'ত ভগবান বুদ্ধ আছিল তাত পালেগৈ আৰু গৈ অভিবাদন জনাই এফালে বহিল। যেতিয়া তেও তাত বহিছিল তেতিয়া তেও ভগবান বুদ্ধৰ পৰা কল্যাণকাৰী 'প্ৰবচণ শুনিবলৈ পাইছিল। তেতিয়া আম্ৰপালিৰ গণিকাই তথাগতক দ্বিতীয় দিনাৰ ভোজনৰ কাৰণে 'নিমন্ত্ৰণ জনালে। তথাগতে সেই নিমন্ত্ৰণ মৌনভাৱে স্বীকাৰ কৰিলে। যেতিয়া আম্ৰপালিয়ে বুজি পালে যে তেওৰ নিমন্ত্ৰণ স্বীকৃত হৈ গ'ল তেও নিজস্থানৰ পৰা উঠিল আৰু অভিবাদন কৰাৰ পিচত প্ৰদক্ষিণ কৰি গুছি গ'ল। যেতিয়া বৈশালীৰ লিচ্ছবী বিলাকে শুনিলে যে ভগবান বুদ্ধ বৈশালীলৈ আহিছে আৰু আম্ৰপালীৰ উদ্যানত আহি আছেহি। তেও বিলাকেও ভগবান বুদ্ধক নিমন্ত্ৰণ দিয়াৰ চেষ্টা কৰিছিল। তেওও বহুত ৰাজকীয় ৰথ সজাই পৰাই ললে আৰু নিজৰ বৈশালীত সকলোবিলাক লগৰীয়াৰ সৈতে তথাগতৰ সেৱাৰ কাৰণে উপস্থিত হ'ল। এই ফালৰ পৰা এওবিলাক গৈ আছিল আৰু সিফালৰ পৰা আম্ৰপালী সকল আহি আছিল। আৰু আম্ৰপালী লিচ্ছবীসকলৰ ৰথৰ ওপৰত ৰথ চকাৰ ওপৰত চকা আৰু ধুৰাৰ ওপৰত ধুৰা খুণ্ডিযাই পাৰহৈ গৈছিল। লিচ্ছবীয়ে সুধিলে আম্ৰপালী। আজিনো কি হ'ল আমাৰ ৰথক চেৰ পেলাই তুমি আহি আছা?

'স্বামীসকল। তথাগতকে প্ৰমুখ্যে কৰি ভিক্ষুসংঘই কালিলৈ কাৰণে মোৰ ভোজনৰ নিমন্ত্ৰণ স্বীকাৰ কৰিব লাগে।

'আম্ৰপালী। আমাৰ পৰা একলাখ টকালৈ লোৱা এই অহা কালিৰ ভোজন আমাক কৰিবলৈ দিয়ক।

স্বামীসকল। যদি আপোনালোকে উপ-নগৰৰ সহিত সমস্ত বৈশালীক মোক দি দিয়ে তথাপি মই এই কালিৰ ভোজন আপোনাক কৰাবলৈ দিব নোৱাৰো।

লিচ্ছবীযে হাতখন মোহাৰি মোহাৰি আগ বাঢ়িল। তেওঁ বিলাকে কৈ গৈ আছিল। — এই আম্ৰপালীয়ে আমাক হৰুৱাই দিলে এই আম্ৰপালীয়ে আমাক হৰুৱাই দিলে। শেষত আম্ৰপালী গৈ উদ্যান পালেগৈ। যদিও তেও জানিছিল যে আম্ৰপালীয়ে বাজি মাৰি লৈ গ'ল তথাপি তেও ভাবিলে যে আমি ভগবান বুদ্ধৰ ওচৰলৈ যামহঁক। তেওঁবিলাকে এতিয়াও আমাৰ নিমন্ত্ৰণক প্ৰথম স্থান দিব লাগে।

যেতিয়া ভগবান বুদ্ধই লিচ্ছবীসকলক দূৰৰ পৰাই আহি থকা দেখিলে তেতিয়া তেওঁ ভিক্ষু সকলক সম্বোধন কৰি ক'লে - "যিবিলাক ভিক্ষুৱে কেতিয়াও দেৱতাসকলক দেখা নাই, তেওঁ বিলাকে এই লিচ্ছবীবিলাকক দেখিলে। তেও বিলাকে এই লিচ্ছবী মণ্ডলীক দেখিলে তেওঁবিলাকে এই লিচ্ছবীসকলক অনুমান কৰিলে যে তেও বিলাক দিব্যলোকৰ দেৱতাসকলৰ সমান। যিমানদূৰ ৰথৰ দ্বাৰা যাব পাৰিছিল সিমানদূৰ ৰথেৰে গৈ লিচ্ছবী সকল নামিল আৰু তেতিয়া য'ত তথাগত আছিল তাত পালেগৈ আৰু অভিবাদন জনাই নিজৰ আসন গ্ৰহণ কৰিলে।তেতিয়া তেওঁ বিলাকে তথাগতৰ প্ৰতি প্ৰাৰ্থনা জনালে - 'ভগবান। কালিলৈৰ কাৰণে আমাৰ নিমন্ত্ৰণ স্বীকাৰ কৰিব লাগে।" 'লিচ্ছবীসকল। কালিলৈৰ কাৰণেতো মই আম্ৰপালীসকলৰ নিমন্ত্ৰণ স্বীকাৰ কৰি ললো। তেতিয়া লিচ্ছবীসকলে বুজি পালে যে সচাঁকৈয়ে আম্ৰপালীয়ে তেওঁ বিলাকৰ লগত বাজি মাৰিলে তেও বিলাকে তথাগতৰ কথাত অনুমোদন জনালে, নিজৰ স্থানৰ পৰা উঠিল আৰু তথাগতক প্ৰাৰ্থনা জনালে। তাৰ পিচতে তেওঁবিলাকে তথাগতক প্ৰদক্ষিণ কৰি তাৰ পৰা বিদায় ললে। ৰাতিপুৱালত আম্ৰপালীসকলে নিজৰ নিবাস স্থানত সুমধুৰ ভোজনৰ সুন্দৰ ব্যৱস্থা কৰালে আৰু সময়ত গৈ খবৰ পঠালে 'সময় হৈ' গ'ল আৰু ভোজন প্ৰস্তুত হ'ল। তথাগতে চীৱৰ ধাৰণ কৰিলে তথা হাতত পাত্ৰ আৰু চীৱৰ লৈ ভিক্ষুসংঘৰ সহিত য'ত আম্ৰপালীৰ নিবাসস্থান আছিল তাত পালেগৈ। তাত পাই তেও বিলাকৰ কাৰণে সজাই থোৱা আসনত বিৰাজমান হ'ল। তেতিয়া আম্ৰপালীয়ে বুদ্ধ প্ৰমুখ্যে ভিক্ষুসংঘক মধুৰ খাদ্য সামগ্ৰীৰে ভোজন অৰ্পণ কৰিলে। তেও ভোজন খাই শেষ নোহোৱা পৰ্য্যন্ত বিলাযেই থাকিল। ভোজনৰ পৰ্ব শেষ হ'লত তথাগতে নিজৰ পাত্ৰ আৰু মুখ হাত ধোৱাৰ পিচত আম্ৰপালীয়ে এখন নিম্ন আসন গ্ৰহণ কৰি বহিল। তেতিয়া তেও তথাগতৰ প্ৰতি নিবেদন জনালে – 'ভগবান! মই মোৰ এই উদ্যানখন বুদ্ধ প্ৰমুখ্যে ভিক্ষু সংঘক অৰ্পণ কৰিলো। তথাগতে মৌন সহকাৰে স্বীকাৰ কৰিলে। তাৰপিচত ভগবান বুদ্ধই দাননুমোদন কৰি প্ৰবচন প্ৰদান কৰিলে। ইয়াৰ পিচত তথাগ'তে তাৰ পৰা প্ৰস্থান কৰিলে।৪

## ৫ বিশাখাৰ দান-শীলতা

বিশাখা শ্ৰাৱস্তীৰ এজনী ডাঙৰ ধনী মহিলা আছিল। তেওৰ বহুত ল'ৰা ছোৱালী আছিল। যেতিয়া তথাগতে শ্ৰাৱস্তীত বিহাৰ কৰি আছিল। বিশাখাই য'ত তথাগত আছিল তাত পালেগৈ আৰু পিচদিনাৰ কাৰণে তেওৰ ঘৰলৈ নিমন্ত্ৰণ জনালে নিমন্ত্ৰণ তথাগতে স্বীকাৰ কৰিলে। সেইৰাতি আৰু পিচদিনা ৰাতিপুৱা খুব বৰষুণ হ'ল। ভিক্ষুসকলে নিজৰ চীৱৰ শুকুৱাবৰ কাৰণে বাহিৰত আঁৰিদিলে আৰু বৰষুণত তেও বিলাকে খালি গাবে তিতি থাকিব ধৰিলে। পিচদিনা যেতিয়া তথাগতে ভোজন সমাপ্ত কৰিলে তাৰপিচতে বিশাখা গৈ তথাগতৰ ওচৰতে বহিল আৰু বিনম্ৰতা পূৰ্বক ক'লে - 'ভগবান। মই আপোনাৰ পৰা আঠোটা বৰ বিচাৰিছো। তথাগতে ক'লে - 'বিশাখা! তথাগতে (নজনাকৈ) বৰ নিদিয়ে।

বিশাখাই পুনৰ নিবেদন কৰিলে 'ভগবান। যি বৰ মই খুজিছো সেইয়া উচিত আৰু আপত্তি ৰহিত। 'বৰ বিচাৰিবৰ কাৰণে অনুমতি পোৱাৰ পিচত বিশাখাই ক'লে 'ভগবান। বৰ বিচাৰিছো এই কাৰণেই যাতে বৰ্ষকালত মই ভিক্ষুসংঘৰ কাৰণে চীৱৰ দান কৰিব পাৰোঁ।

বাহিৰৰ পৰা অহা তথা বাহিৰলৈ যোৱা ভিক্ষুসকলক যাতে ভোজন কৰাব পাৰো। ৰোগীবিলাকক যাতে ভোজন দিব পাৰো। ৰোগীক সেৱা কৰোতা সকলক দিব পাৰোঁ। ভিক্ষুসকলক খীৰ (= গাখীৰ ভাত) দান কৰিব পাৰো আৰু ভিক্ষুসকলৰ কাৰণে গা ধুই ধাৰণ কৰিবৰ কাৰণে যাতে বস্ত্ৰ দান কৰিব পাৰোঁ।

হে বিশাখা! এই আঠোটা বৰ বিচৰাৰ মূল কাৰণ কি প্ৰয়োজনেই বা কিয়?' বিশাখাই ক'লে — 'ভগবান! মই মোৰ চাকৰণীক আজ্ঞা দিছিলো যে তাই বিহাৰলৈ যাওঁক আৰু ভিক্ষু সংঘক ভোজনৰ ব্যৱস্থা হৈ যোৱাৰ খবৰ দি আহিব লাগে। মোৰ চাকৰণী জনী গ'ল। কিন্তু যেতিয়া তাই বিহাৰ পালেগৈ তেতিয়া তাই দেখিলে যে বৰষুণ হোৱাৰ সময়ত ভিক্ষুসকল বস্ত্ৰহীন হৈ আছিল। তেওঁক এজনে ক'লে মই ভিক্ষু নহওঁ। মই নগ্ন তপস্বীহে যি নিজৰ শৰীৰৰ ওপৰত পানী পৰিবলৈ দিছে। তাই তাৰ পৰা গুছি আহিল আৰু মোক সেই বিষয়ে কলে। মই তাইক আকৌ পঠালো। 'ভগবান! নগ্নতা হৈছে অশুচি পূৰ্ণ কথা ভগবান! নগ্নতাৰ দ্বাৰা ঘৃণাৰ উৎপত্তি হয়। ভগবান! কাৰণ এয়েই যে মই মোৰ প্ৰথম বৰৰ প্ৰয়োজন হৈছে যে মই জীৱন জুৰি ভিক্ষু সংঘক বৰ্ষা ঋতুত পিন্ধিবৰ কাৰণে বস্ত্ৰ দিব বিচাৰিছো।

মোৰ দ্বিতীয় বৰ বিচৰাৰ কাৰণ হৈছে এয়েই যে বাহিৰৰ পৰা অহা ভিক্ষু সকলে পোন ৰাস্তাৰ লগত অপৰিচিত হোৱাৰ কাৰণে ভাগৰি জুগৰি আহে তেওঁবিলাকে নাজানে যে ভিক্ষা ক'ত পোৱা যাব। ভগবান! কাৰণ এয়েই যে প্ৰযোজন অনুসৰি যাতে মই জীৱন জুৰি আগন্তুক ভিক্ষুসকলক ভিক্ষা দিব পাৰোঁ।

মোৰ তৃতীয়টো বৰ এইকাৰণেই লাগে এজন ভিক্ষা কৰা ভিক্ষু যদি ভিক্ষাৰ কাৰণে যায় তেনে তেও বাকীবিলাক ভিক্ষুতকৈ পিচত থাকিব পাৰে অথবা য'ত তেও পাব বিচাৰিছে তাতগৈ বহুত দেৰিকৈ পাবগৈ আৰু তেওঁ ইয়াৰ পৰাই ভাগৰে জোগৰে ৰাওনা হ'ব লাগিব।

'চতুৰ্থ বৰ হৈছে যদি এজন বেমাৰী ভিক্ষুৱে ভালদৰে পথ্য নাপায তেনে তেওৰ ৰোগ বাঢ়ি যাব পাৰে আৰু তেও মৰিও যাব পাৰে।'

পঞ্চম বৰ হৈছে যি ভিক্ষুৱে ৰোগীৰ সেৱা শুশ্ৰূষাত লাগি থাকে তেও যদি ভিক্ষা কৰিবৰ কাৰণে সময় নাপাই।'

'ষষ্ঠতে যদিহে ৰোগী ভিক্ষুৱে উচিতমতে ঔষধ নাপায় তেনে তেওৰ ৰোগ বাঢ়ি যাব পাৰে আৰু তেও মৰিও যাব পাৰে।

সপ্তমতে ভগবান! মই শুনিবলৈ পাইছো যে তথাগতে খীৰ পায়সৰ (= খীৰ) প্ৰশংসা কৰে কিয়নো ইয়াৰ দ্বাৰাই বুদ্ধিয়ে আনন্দ পাই আৰু ভোক পিয়াহ দূৰ হৈ যায়। স্বাস্থ্যবান মানুহৰ কাৰণে এইয়া হৈছে সম্পূৰ্ণ ভোজন আৰু ৰোগীৰ কাৰণে এইয়া হৈছে পথ্য এই কাৰণে মই মোৰ জীৱন পৰ্যন্ত সংঘক খীৰ পায়স দান দিব বিচাৰো।

'অন্তিম বৰ ভগবান! মই এই কাৰণেই বিচাৰিছো যে ভিক্ষুণী বিলাকে নগ্ন হৈ অচিৰৱতী নদীৰ পাৰত স্নান কৰে য'ত গণিকাবিলাকে ভগবান! ভিক্ষুণীবিলাকক জোকাই এই তৰুণ অৱস্থাত তোমাৰ এই 'ব্ৰহ্মাচৰ্য্যৰ অৰ্থ কি যেতিয়া বুঢ়ী হৈ যাবা তেতিয়া 'ব্ৰহ্মাচৰ্য্য ৰক্ষা কৰিব লাগে ইয়াৰ দ্বাৰাই তোমালোকৰ দুয়োখন হাতত লাড়ু থাকিব। ভগবান! স্ত্ৰীৰ

কাৰণে নগৈহে থকাতো বৰ বেয়া কথা ই ঘৃণা উৎপন্ন কৰে।

'ভগবান! কাৰণ হৈছে এইবিলাকেই আৰু এইকাৰণেই এইবিলাকবৰৰ মই বোধ কৰিছো। তেতিয়া তথাগতে প্ৰশ্ন কৰিলে 'বিশাখে!! কিন্তু তুমি নিজৰ কাৰণে কি লাভাংশ চিন্তা কৰি এই আঠোটা বৰ বিচাৰিছা? বিশাখাই উত্তৰ দিলে - 'ভগবান! নানা ঠাইত বৰ্ষাবাসপালন কৰি ভিক্ষু সকলে তথাগতৰ দৰ্শণৰ কাৰণে শ্ৰাবস্তীলৈ আহিব। তথাগতৰ ওচৰলৈ আহি তেওঁ বিলাকে জাননী দিব আৰু সুধিব 'ভগবান! অমুক আৰু অমুক ভিক্ষুৰ দেহাবসান হৈ গ'ল। তেতিয়া তেওৰ গতি কি হ'ব? তেতিয়া ভগবানৰ দৰে যাৰ গতি হ'ব তেও ক'ব যদি তেও ভবামতে মাৰ্গ ফল লাভ কৰিছে তেনে তেও ক'ব যে তেও অৰ্হত হৈ গৈছে, তথাপি তেও ক'ব।

'আৰু তেতিয়া মই সেই ভিক্ষু সকলৰ ওচৰত গৈ তেওঁবিলাকক সুধিম যে এই ভিক্ষুজন কেতিয়াবা শ্ৰাবস্তীত আছিলনে? যদি তেও 'হয় বুলি স্বীকাৰ কৰে তেনে মই এনে অৱস্থাত পামগৈ যে অৱশ্যে সেই ভিক্ষুৱে বৰ্ষাবাসৰ কাৰণে চীৱৰ লাভ কৰিছে অথবা আগন্তুক ভিক্ষুসকলে আহাৰ লাভ কৰিছে নতুবা যোৱাখিনি ভিক্ষুৱে আহাৰ গ্ৰহণ কৰিলে হ'বলা বাঁ যোৱাজন ভিক্ষুৱে আহাৰ লাভ কৰিলে হ'বলা বা ৰোগীয়ে ভোজন লাভ কৰিলে বা ৰোগীকশুশ্ৰুষা কৰোঁতাই ভোজন লাভ কৰিলে হ'বলা অথবা ৰোগী হোৱাৰ কাৰণে ঔষধ লাভ কৰিলে হ'বলা অথবা সদায় পাই থকা খীৰ লাভ কৰিলে বোধহয়। তেতিয়া মোৰ মনত আনন্দ উৎপন্ন হ'ব প্ৰসন্নতাৰ কাৰণে আনন্দ উৎপন্ন হ'ব আৰু আনন্দ হ'লে গোটেই শৰীৰে শান্তি লাভ কৰিব। শান্তি অনুভৱ হ'লে দিব্য সুখ অনুভৱ হ'ব আৰু সেই সুখৰ অনুভূতিত মোৰ হৃদয়ে শান্তি লাভ কৰিব। এইয়া হৈছে মোৰ কাৰণে এক প্ৰকাৰ শ্ৰদ্ধা বল আদি তথা সাত সম্বোধি অঙ্গ লাভ হ'ব। গতিকে ভগবান! মই মোৰ কাৰণে এই লাভে হ'ব বুলি ভাবি এই আঠোটা বৰ বিচাৰিছো। তেতিয়া তথাগতে ক'লে 'বিশাখে! এইটো বৰ ভাল কথা। এইটো বৰ ভাল কথা যে তই এই লাভকে ভাবি তথাগতৰ পৰা এই আঠোটা বৰ বিচাৰিছো। যি 'দান যি পাত্ৰত দিয়া যায় সেইয়া ভাল মাটিত ফল হোৱাৰ দৰে য'ৰ পৰা প্ৰচুৰ পৰিমাণে ফল আশা কৰিব পাৰি। কিন্তু যি ৰাগ হিংসাৰ বশীভূত তেওক দিয়া দান বেয়া মাটিত শস্য সিচাঁৰ দৰে। দান গ্ৰহণ কৰোঁতাৰ ৰাগ হিংসা যেন পূণ্য বৃদ্ধিত বাধা স্বৰূপ হয়। তাৰপিচত তথাগতে এনেধৰণৰ কথাৰ দ্বাৰা পুন্যানুমোদন কৰিলে - 'শীলসম্পন্ন উপাসিকাই শ্ৰদ্ধা যুক্ত মনেৰে লোভৰ বশীভূত নহৈ যি দান দিয়ে তেওৰ সেই দিব্যদান। দু খ নাশৰ তথা দিব্য সুখৰ প্ৰাপ্তিৰ কাৰণ হয়। তেও অপবিত্ৰতা আৰু মল ৰহিত হৈ সুখী জীৱন লাভ কৰে। কুশল কৰ্ম কৰাৰ আকাংখ্যাই সেই সুখক লাভ কৰে আৰু তাক দান দিয়াতেই আনন্দ লাভ কৰে। ৫ বিশাখাই পূৰ্বাৰাম বিহাৰ সংঘক দান কৰি দিলে। তেও দানশীল গৃহস্থী উপাসিকাৰ ভিতৰত প্ৰথম আছিল।

---

১ মহাবগ্গ (চতুৰ্থ ভাণৱাৰ) বিনয় পিটক২ চুল্লবগ্গ (বিনয় পিটক)৩ সমঞ্ঞফল সুত্ত (দীঘ নিকায় - অট্ঠ কথা৪ দ্বাপৰি নিৰ্বাণ সুত্ত (দীঘ নিকায়৫ বিশাখা ভাণৱাৰ মহাবগ্গ (বিনয় পিটক)

## দ্বিতীয় ভাগ

## ভগবান বুদ্ধৰ বিৰোধী সকল

### ১ যাদু মন্ত্ৰ কৰি মানুহক ধৰ্ম দীক্ষা দিয়াৰ দোষাৰোপণ

এবাৰ ভগবান বুদ্ধ বৈশালীৰ মহাবনত কূটাগাৰ শালাত আছিল। তেতিয়া ভদ্দিয় লিচ্ছবী তথাগতৰ ওচৰলৈ আহিল আৰু ক'লে 'ভগবান। মানুহে কয় যে শ্ৰমণ গৌতম এজন যাদুগৰ তেও যাদু-মন্ত্ৰ জানে আৰু তাৰ দ্বাৰাই অন্যান্য মতৰ অনুসৰণ কাৰী বিলাকৰ মত পৰিবৰ্ত্তন কৰি দিয়ে। 'যি এনেদৰে কয় তেওঁ বিলাকৰ বক্তব্য হৈছে যে আমি যিকোনো প্ৰকাৰে আন কোনো কথা ক'ব নিবিচাৰো ভগবান! আমি লিচ্ছবীগণৰ মানুহে এই আৰোপত বিশ্বাস নকৰো। কিন্তু আমি জানিব বিচাৰো যে তথাগতে এই বিষয়ে নিজৰ বক্তব্য কেনেদৰে ৰাখিব বিচাৰে।

'ভদ্দিয়। শুনা। কোনো কথাক এই কাৰণেই মানিব নালাগে যে মানুহে কয় কোনো কথা এই কাৰণেই মানিব নালাগে যে যি পৰম্পৰাৰূপে চলি আহিছে, কোনো কথাক এই কাৰণেই মানিব নালাগে যে শুনি অহা কোনো কথা এই কাৰণেই মানিব নালাগে যে সেই (ধৰ্ম) গ্ৰন্থত লিখা আছে কোনো কথা এই কাৰণেই মানিব নালাগে যে ই তৰ্ক (শাস্ত্ৰ)ৰ অনুসৰি কোনো কথা এই কাৰণেই মানিব নালাগে যে ই ন্যায় (শাস্ত্ৰ)ৰ অনুসৰি কোনো কথা এই কাৰণেই মানিব নালাগে যে ওপৰে ওপৰে ই মান্য বুলি ধাৰণা হয় কোনো কথা এই কাৰণেই মানিব নালাগে যে ই অনুকূল দৃষ্টিৰ কোনো কথা এই কাৰণেই মানিব নালাগে যে ই ওপৰে ওপৰে সত্য বুলি তথা কোনো কথা এই কাৰণেই মানিব নালাগে যে কোনো আদৰণীয ব্যক্তিৰ দ্বাৰা কোৱা কথা যাৰ বিষযে তুমি ভাবা যে তেওঁৰ কথা মানিবই লাগিব।

'কিন্তু ভদ্দিয যদি তুমি নিজৰ অনুভৱৰ দ্বাৰাই ইযাক জানিলোৱা যে অমুক কৰ্ম পাপ কৰ্ম বা অমুক কৰ্ম অকুশল কৰ্ম বা অমুক কৰ্ম বিজ্ঞ পুৰুষৰ দ্বাৰা নিন্দনীয় আৰু অমুক কৰ্ম হানিকাৰক তেনে ভদ্দিয এনেবিলাক কৰ্ম তুমি ত্যাগ কৰা।

এতিয়া যিমানদূৰ তোমাৰ প্ৰশ্নৰ লগত সম্বন্ধ মই তোমাক সুধিব বিচাৰো যে যি মানুহে মোক যাদুগৰ বুলি আৰোপ লগাইছে, কিয় এওঁবিলাক মহৎ আকাংক্ষীলোক নহয়নে? ভদ্দিযই ক'লে 'ভগবান। তেওঁবিলাক তেনেই হয়।

তেনেহলে ভদ্দিয়! এনেবিলাক মানুহ মহৎ আকাংক্ষী লোক হ'লে আৰু লোভৰ বশীভূত হ'লে নিজৰ মহৎ আকাংক্ষা পুৰা কৰিবৰ কাৰণে মিছা নামাতেনে বা আন অকুশল কৰ্ম নকৰেনে? ভগবান। কৰে।

তেনেহলে ভদ্দিয়। যেতিয়া এনেকুৱা মানুহ হিংসা আৰু প্ৰতিশোধ লোৱাৰ ভাৱৰ বশীভূত হৈ যায় তেতিয়া সেইবিলাক মানুহৰ বিৰুদ্ধে সি জানে যে সি সেই মহৎ আকাংক্ষীৰ পথৰ বাধক বুলি। মিছা অপবাদ দিবৰ কাৰণে আনক প্ৰেৰিত নকৰেনে?"

ভদ্দিয়ই ক'লে – "ভগবান। কৰে।" তেনেহলে ভদ্দিয়! মই ইয়াকেই কওঁ। মই কওঁ আহা লোভ যুক্ত বিচাৰৰ বশীভূত নহবাইক। যদি তুমি সিহঁতৰ ওপৰত নিয়ন্ত্ৰণ ৰাখা

তেনে তুমি মন, বচন কৰ্মৰ দ্বাৰা কোনো এনেকাম নকৰিবাইক যাৰ মূলতে লোক নিহিত হৈ থাকে। হিংসা আৰু মোহৰ (অবিদ্যা) বশীভূত নহ'বা।

'এই কাৰণে ভদ্দিয় যি শ্ৰমণ ব্ৰাহ্মণে মোৰ ওপৰত এই আৰোপ লগাইছে যে শ্ৰমণ গৌতম হৈছে এজন যাদুকৰ তেওঁ যাদুমন্ত্ৰ জানে আৰু তাৰদ্বাৰা আন মত সমূহৰ অনুসৰণকাৰী সকলৰ মত সলাই দিয়ে। তেওঁবিলাক মিছলীয়া ব্যৰ্থ।

'ভগবান। আপোনাৰ এই যাদু বৰ ভাগ্যৰ কথা সৌভাগ্যৰ কথা। ভগবান এইটো ভাল নহ'বনে যে মোৰ সকলো আত্মীয় সম্বন্ধীয়ৰ ওপৰত আপোনাৰ যাদুৰ প্ৰভাৱ পৰি যাব। নিশ্চয় ই তেওঁ বিলাকৰ হিত আৰু সুখৰ কাৰণে হ'ব ভগবান। যদি সকলো ক্ষত্ৰিয় ব্ৰাহ্মণ বৈশ্য আৰু শূদ্ৰই এই যাদুৰ বশীভূত হৈ যায় তেনে নিশ্চয় এইয়া তেও বিলাকৰ হিত আৰু সুখৰ কাৰণে হ'ব। 'ইয়াত কোনো সন্দেহ নাই ভদ্দিয়। এই কথা তেনে নিশ্চিত ভদ্দিয়! যদি এই যাদুৰ বশীভূত হৈ সকলো অকুশল কৰ্মক ত্যাগ কৰি দিয়ে তেনে এই সংসাৰৰ কাৰণেই হিত আৰু সুখৰ হ'ব।

## ২ সমাজৰ ওপৰত ব্যৰ্থ ভাৰ হোৱাৰ দোষাৰোপণ

ভগৱান বুদ্ধৰ ওপৰত এই আৰোপ লগোৱা হৈছে যে ই সমাজৰ ভাৰস্বৰূপ আৰু কাম কৰি নিজৰ জীৱিকা অৰ্জন নকৰে। আৰোপৰ উত্তৰ ইয়াত দিয়া হৈছে। এবাৰ ভগৱান বুদ্ধই মগধ জনপদৰ দক্ষিণ গিৰি প্ৰদেশত এক নলা নামেৰে ব্ৰাহ্মণ গ্ৰামত আছিল। সেইসময়ত ঋষি ভ্ৰৰদ্বাজ ব্ৰাহ্মণৰ পাঁচশলোকে হালব'ই খেতি কৰিবৰ কাৰণে একেলগ হৈছিল। দুপৰীয়া সময়ত তথাগতে চীৱৰ ধাৰণ কৰি তথা পাত্ৰ হাতত লৈ তাত পালেগৈ য'ত ব্ৰাহ্মণে নিজৰ কামত ব্যস্ত আছিল। য'লৈ অলপদেৰিৰ আগতে ভোজন অনা হৈছিল সেই ঠাইত পাই এফালে থিয় হৈ গ'ল। ভিক্ষাৰ কাৰণে তথাগত তাত থিয় হোৱা দেখি ব্ৰাহ্মণে ক'লে শ্ৰমণ। মই (হাল) বাব ধৰিছো (গুটি) সিঁচো শষ্য উৎপন্ন হয় তাৰপৰাহে মই যি তুমি ও (হাল) বাব লাগিব (গুটি) সিচিৰ্ব লাগিব আৰু তাৰ পিচতহে খোৱা উচিত

ব্ৰাহ্মণ। মই ও খেতি কৰিহে খাও।

'নাই মই শ্ৰমণ গৌতমৰ জুৱাখেল দেখিছো নাই হাল বোৱা দেখিছো নাই হালৰ ফাল দেখিছো নাই হাল টনা মৈ দেখিছো? আৰু নাই হাল বোৱা গৰুহাল দেখিছো তথাপি আকৌ আপুনি কব বিচাৰে যে আপুনি খেতি কৰিহে খাই।

'আপুনি নিজক কৃষক বুলি দাবী কৰিবলৈ যায়, কিন্তু আপোনাৰ ওচৰত কৃষি সম্বন্ধীয় কোনো সাধন দেখা নাই। আপুনি আমাক কৃষি সম্বন্ধে বুজাওকচোন যে আপুনি কেনেকৈ কৃষি কৰে। আমি সেই বিষয়ে শুনিব বিচাৰো।

মোৰ ওচৰত শ্ৰদ্ধাৰূপী বীজ আছে তপস্যাৰূপী বৰ্ষা আছে, প্ৰজ্ঞাৰূপী জোটনী আৰু নাঙ্গল আছে, পাপভিৰুতাৰূপী শান্তি বিচাৰৰূপী ৰচী আছে, স্মৃতি (= মনৰ জাগ্ৰত্য) ৰূপী নাঙ্গলৰ ফাল আৰু অংকুশ আছে।

'কথা আৰু কৰ্মত সংযমী হ'বা তথা ভোজনৰ উচিত মাত্ৰাৰ জ্ঞান। মই মোৰ খেতিক অলাগতিয়াল ঘাঁহৰ পৰা মুক্ত ৰাখিছো আৰু আনন্দৰ ফচল কাটিব পৰালৈকে যত্নশীল

হৈ আছোঁ। অপ্ৰমাদ হৈছে মোৰ বলধ গৰুহাল আৰু যিমান বাধা দেখিলেও পিছলৈ ঘূৰি নাচায় ই মোক পোনে পোনে শান্তি ধামলৈ লৈ যায় সেই শান্তি নিজবালৈকে য'ত দুঃখৰ কোনো নাম নিশান নাই। এইদৰে মই অমৃতৰ খেতি কৰোঁ। যি মোৰ দৰে খেতি কৰে তেওঁৰ দু খৰ অন্তহৈ যায়। এনেধৰণৰ অমৃতবাণী শুনি সেই ব্ৰাহ্মণে পায়সৰে ভৰা কাঁহৰ থালী ভগবান বুদ্ধৰ কাৰণে সম্পৰ্ণ কৰিবৰ কাৰণে ইচ্ছা প্ৰকাশ কৰিলে। আৰু ক'লে শ্ৰমণ গৌতম! ইয়াক গ্ৰহণ কৰক! নিঃসন্দেহে আপুনিও এজন প্ৰকৃত খেতিয়ক কিয়নো আপুনি অমৃতৰ খেতি কৰে।

তথাগতৰ উত্তৰ হ'ল- গাথা (= উপদেশ) দিলে যি লাভ হয় সেইয়া মোৰ অখাদ্য বুদ্ধিয়কসকলে ইয়াক সদায় অস্বীকাৰ কৰে। যেতিয়ালৈকে এই ধৰ্মত বিনয় নিহিত থাকে তেতিয়ালৈকে এই প্ৰথা অটুট থাকিব লাগে। আন শ্ৰমণ ব্ৰহ্মণ হৈছে যি সংযমী, যি শান্তি, যি সম্যক ব্যৱহাৰ কৰে যি নিৰ্দোষী এইয়া হৈছে এনে পূৰ্ণ্য ক্ষেত্ৰ যি প্ৰদান কৰে। এই কথা শুনাৰ পিচত ব্ৰাহ্মণে তথাগতৰ চৰণত মূৰদোৱাই কলে- 'অদ্ভুত শ্ৰমণ গৌতম! সচাঁয় অদ্ভুত! যেনেকৈ কোনো মানুহে পৰি যোৱা জনক উঠাই দিয়ে বা লুকুৱাই ৰখাজনক ধৰি দিয়ে বা পথভ্ৰষ্টক ৰাস্তা দেখুৱাই দিয়ে বা আন্ধাৰত চাকি জ্বলাই দিয়ে যাতে চকু থকাই চাৰিওফালৰ বস্তু চাব পাৰে- এইদৰে তথাগতে নানা প্ৰকাৰেৰে তেওঁ ধৰ্মতো স্পষ্ট কৰি দিলে। 'মই বুদ্ধ ধৰ্ম তথা সংঘৰ শৰণ গ্ৰহণ কৰিছো। মই যাতে আপোনাৰ হাতেৰে প্ৰবজ্যাপাও উপসম্পদা পাও। এইদৰে ঋষি ভাৰদ্বাজ ব্ৰাহ্মণেও প্ৰবজ্যা তথা উপসম্পদা গ্ৰহণ কৰিলো।

## ৩ সুখী গৃহস্থীসকলক নাশ কৰাৰ দোষাৰোপণ

তথাগতৰ প্ৰতি প্ৰভাৱিত হৈ মগধৰ বহুত লোক কুল পুত্ৰই তথাগতৰ শিষ্যত্ব গ্ৰহণ কৰিলে এনে স্থিতিত তাৰ মানুহবিলাক বৰ অসন্তুষ্ট আৰু চক্ৰোধিত হৈ গ'ল। ক'বলৈ ধৰিলে শ্ৰমণ গৌতমে মাতা পিতাক সন্তান বিহীন কৰি দিলে শ্ৰমণ গৌতমে স্ত্ৰীবিলাকক বিধবা কৰি দিলে শ্ৰমণ গৌতমে বংশাকুল নাশ কৰি আছে।

তেওঁ এহেজাৰ জটাধাৰীক দীক্ষিত কৰিলে তেওঁ সঞ্জয়ৰ অনুসৰণকাৰী আঢ়ৈশ পৰিব্ৰাজকক দীক্ষিত কৰিলে আৰু মগধৰ বহুত বিলাক কুল পুত্ৰই শ্ৰমণ গৌতমৰ অধীনত পবিত্ৰ জীৱন ব্যতিত কৰি আছে। আৰু পিচত বা কি হ'ব লগীয়া আছে? কোনেও কব নোৱাৰে। আৰু মানুহ বিলাকে যেতিয়া ভিক্ষু সকলক দেখে তেতিয়া তেওঁক এই বুলি কৈ জোকাবলৈ লাগিল যে মহাশ্ৰমণ এতিয়া মগধৰ ৰাজগৃহলৈ আহিল। তেওঁ এতিয়া সঞ্জয়ৰ সকলো বিলাক শিষ্যকে লগত লৈ ফুৰিছে। এতিয়া ক'ব নোৱাৰি কাৰ পাল পৰে? ভিক্ষু বিলাকে এই আপত্তি শুনি গৈ তথাগতক জনালে। তথাগতে উত্তৰ দিলে - "ভিক্ষুসকল! এই গন্দগোলবিলাক বহুত দিন নাথাকিব। এক সপ্তাহ মাত্ৰ থাকিব। তাৰ পিচত নিজে নিজেই শান্তহৈ যাব। "আৰু ভিক্ষুসকল যদি তেওঁবিলাকে তোমালোকক জোকাই তেনে তোমালোকে তেওঁবিলাকক এনেদৰে উত্তৰ দিবা যে যি মহাবীৰ, যি তথাগত আছে তেওঁ সৎ ৰাস্তাইদিহে লৈ গৈ আছে তেনে তাত কাৰো কোনো আপত্তি থাকিব নালাগে। মোৰ

ধৰ্মত জোৰজুলুম'ৰ কোনো স্থান নাই। মানুহে ইচ্ছা কৰিলে ঘৰ ত্যাগ কৰি প্ৰৱজিত হ'ব পাৰে আৰু মানুহে বিচাৰিলে ঘৰতেই থাকিব পাৰে। যেতিয়া ভিক্ষুসকলে তথাগতৰ আদেশানুসাৰ সমালোচক সকলক উত্তৰ দিলে তেতিয়া মানুহ বিলাকে বুজি পালে 'শাক্য পুত্ৰ শ্ৰমণ গৌতমে মানুহ বিলাকক ধৰ্মৰ ৰাস্তাত লৈ গৈ আছে, অধৰ্মৰ ৰাস্তাত নহয়। তেওঁবিলাকৰ তথাগতৰ প্ৰতি যি ভ্ৰম উৎপন্ন হৈছিল আৰু দোষাৰোপণ কৰিছিল সেই বিলাক বন্ধ হৈ গ'ল। ৩

## ৪ ত্ৰৈথিকৰ দ্বাৰা হত্যাৰ মিথ্যা আৰোপ

অন্য সম্প্ৰদায়ৰ সাধুসকলৰ এনে লাগিল যেন শ্ৰমণ গৌতমৰ কাৰণে মানুহে আদৰ সৎকাৰ কম কৰিবলৈ ল'লৈ এইয়াই নহয় তেও বিলাকে এইটোও নাজানে যে তেও শ্ৰমণ হয়নে নহয়? 'আমি চাও যে কোনো ষড়যন্ত্ৰৰ সহায়ত আমি জনতাৰ মাজত তাৰ প্ৰভাব পেলাব পাৰোনে নাই? সম্ভৱ সুন্দৰীৰ সহায়তাৰ দ্বাৰা যাতে আমি এনে কৰিব পাৰো ত্ৰৈথিক সকলে ভাবিবলৈ ধৰিলে। তেও এজনী সুন্দৰীৰ ওচৰলৈ গ'ল আৰু ক'লে - 'ভন্টী। তুমি সুন্দৰ আৰু মনোৰম। যদি তুমি শ্ৰমণ গৌতমৰ বিৰুদ্ধে কিছুমান অপবাদ বিয়পাই দিব পাৰা তেনে মানুহবিলাকে বিশ্বাস কৰি ল'ব আৰু শ্ৰমণ গৌতমৰ প্ৰভাৱ কমি যাব।

সুন্দৰী জনীয়ে গধূলি সদায় হাতত ফুলৰ মালা আৰু বিভিন্ন ধৰণৰ সুগন্ধিযুক্ত সামগ্ৰী লৈ জেতবনৰ ফালে যাবলৈ লাগিল। জেতবনৰ পৰা ঘূৰি অহা মানুহ বিলাকে তাইক সোধে 'সুন্দৰী! ক'ত যোৱা তুমি? 'তাই উত্তৰ দিয়ে 'মই শ্ৰমণ গৌতমৰ ওচৰত থকা গন্ধকুটীৰত থাকিবলৈ যাও। আৰু ত্ৰৈথিক সকলৰ উদ্যানত ৰাতিটো কটাই তাই ৰাতিপুৱা হ'লত তাৰ পৰা ঘূৰি আহে যদি কোনোৱে তাইক সোধে যে তই ৰাতিটো ক'ত কটালি তেতিয়া তাই উত্তৰ দিয়ে শ্ৰমণ গৌতমৰ ওচৰত। অলপদিনৰ পিচত ত্ৰৈথিকসকলে হত্যাকাৰীসকলক লগত লৈ সুন্দৰী জনীক হত্যা কৰি দিলে আৰু তাইৰ লাশটো জেতবনৰ ওচৰৰ জাবৰৰ দমৰ ওপৰত পেলাই দিয়ালে। তেতিয়া সেই ত্ৰৈথিক সকলক এই ঘটনা চৰকাৰী কৰ্মচাৰী পৰ্য্যন্ত এই খবৰ কাণত পৰিল যে সুন্দৰীজনী সদায় জেতবনলৈ অহা যোৱা কৰি আছিল আৰু এতিয়া দেখোন দেখিবলৈ পোৱা হোৱা নাই। চৰকাৰী অফিচাৰ সকলক লগতলৈ তেও সুন্দৰী জনীৰ লাশটো জাবৰ জোথৰৰ ওপৰত বিচাৰি পালে। তেতিয়া ত্ৰৈথিকসকলে তথাগতৰ শ্ৰাৱক সকলৰ ওপৰত আৰোপ লগালে যে নিজৰ গুৰুৰ লজ্যা ঢাকি ৰাখিবৰ কাৰণে সেই সুন্দৰীক মাৰি পেলালে। কিন্তু হত্যাকাৰীয়ে পৰস্পৰৰ ভিতৰত টকা ভাগ কৰি লোৱাৰ বিষয়ে তেও বিলাকে সুন্দৰীক হত্যা কৰিবলৈ ওলাইছিল তেওঁবিলাকে তেওঁবিলাকক অপৰাধী স্বীকাৰ কৰিলে আৰু সেই ত্ৰৈথিক সকলকো ফান্দত পেলালে যাৰ প্ৰেৰণাত তেওঁবিলাকে সেই অপৰাধ কৰিবলৈ আগবাঢ়িছিল। এইদৰে ত্ৰৈথিক বিলাকৰ মাজত থকা বেয়া প্ৰভাৱ বিলাক লাহে লাহে নিৰ্মূল হ'বলৈ ধৰিলে।

## ৫ ত্ৰৈথিক সকলৰ দ্বাৰা অনৈতিকতাৰ মিথ্যা আৰোপ

সূৰ্য্য উদয়ৰ লগে লগে যেনেকৈ তৰাবিলাক অস্তমিত হৈ যায়, থিক সেই অৱস্থা ত্ৰৈথিক সকলৰো হৈছিল। মানুহ বিলাকে তেও বিলাকক সাক্ষাৎ পূজা দিয়াটোও বন্ধ কৰি

দিলে আৰু তেও বিলাকৰ আদৰ সৎকাৰ কৰাও বন্ধ কৰি দিলে। তেওঁ চাৰিআলিত থিয় দি চিঞঁৰিবলৈ ধৰিলে 'যদি শ্রমণ গৌতম পূর্ণজ্ঞানী (= বুদ্ধ) হয় তেনে আমিও জ্ঞানী। যদি শ্রমণ গৌতমক দান দিলে পুণ্য লাভ হয় তেনে আমাকো দান দিলে লাভ হ'ব। এই কাৰণে আমাক সাক্ষাৎ পূজা কৰা। মানুহবিলাকে তেওঁৰফালে মনেই নিদিলে। তেতিয়া তেওঁবিলাকে মনে মনে এটা ষডযন্ত্র কৰাৰ কথা ভাবিলে যাৰ দ্বাৰা মানুহৰ দৃষ্টিৰ পৰা যাতে সংঘক নমণীয কৰি দিব পাৰে। সেই সময়ত শ্রাবস্তীত চিঞ্ঞানামেৰে এজনী ব্রাহ্মণী আছিল (?) পৰিব্রাজিকা আছিল। তেওৰ ৰূপ ৰঙ্গ অত্যন্ত আকর্ষণীয় আছিল আৰু তাইৰ ভাব ভঙ্গীমাই সকলোৰে মন মুহিব পৰা আছিল।

ষডযন্ত্রকাৰী বিলাকৰ এজন দুষ্টাই পৰামর্শ দিলে যে চিঞ্ঞাৰ সহায়তে বুদ্ধৰ বিৰুদ্ধে অপবাদ প্রচাৰ কৰিব লাগে যাতে তেওৰ লাভ যশ কমোৱাতো সহজ হয়। সকলো মানুহেই সেই প্রস্তাৱত সন্মতি জনালে। এদিন চিঞ্ঞা ত্রৈথিক উদ্যানলৈ আহিল আৰু অভিবাদন কৰি ওচৰতে বহিল। কিন্তু কোনোৱে তেওৰ লগত কথা বার্ত্তা নাপাতিলে। এই কথাত আচৰিত হৈ তেও ক'লে - 'মই আপোনাক তিনিবাৰ নমস্কাৰ কৰিলো আৰু আপুনি এটা শব্দও নকলে।

ত্রৈথিকে ক'লে 'ভন্টী। তই এতিযাও নাজাননে যে শ্রমণ গৌতমৰ জনপ্রিযতা আমাৰ লাভ সৎকাৰত বিৰাত বিঘিনী ঘটাইছে বুলি? 'মই নাজানো। মই কি এই বিষয়ে কিবা কৰিব পাৰোনে কি?

'ভন্টী। তই যদি আমাৰ কিবা উপকাৰ কৰিব বিচাৰিছ তেনে তোৰ নিজৰ সামর্থ্য অনুসৰি শ্রমণ গৌতমৰ বিৰুদ্ধে বদনাম এনেদৰে প্রচাৰ কৰিব লাগে যাতে তেওঁৰ জনপ্রিয়তা সমূলঞ্চে নষ্ট পাই। বৰ ভাল কথা আপুনি এইবিষয়ে চিন্তা নকৰিব মোৰ ওপৰত ভৰষা ৰাখক ইযাকে কৈ তেও তাৰপৰা বিদায় ল'লে।

স্ত্রীচৰিত্র দেখুৱাত চিঞ্ঞা পাকৈত আছিল। যেতিয়া মানুহ বিলাকে জেতবনৰ পৰা বুদ্ধৰ প্রবচন শুনি ঘূৰি আহিবলৈ ধৰে তেতিয়া ৰক্তবৰণীয়া চিঞ্ঞাই হাতত ফুলৰ মালা আৰু সুগন্ধিত দ্রব্য লৈ জেতবনৰ ফালে যোৱা দেখিবলৈ পালে। যদি কোনোবাই প্রশ্ন কৰে - এই সমযত তুমি ক'লৈ যোৱা? তেও উত্তৰ দিয়ে তোমাক কিয় লাগে মই য'তেই নাযাও লাগে? জেতবনৰ সমীপত তীর্থকাৰামত ৰাতিটো কটাই তেওঁ ৰাতিপুৱা চহৰৰ ফালে ঘূৰি আহে, যেতিয়া চহৰৰ মানুহে বুদ্ধৰ দর্শনৰ কাৰণে জেতবনৰ ফালে যায়।

যদি কোনোবাই তেওঁক সোধে - ৰাতিটো ক'ত কটালা' ? তাই উত্তৰ দিয়ে ' তোমাক কিয় লাগে মই য'তেই ৰাতি নকটালো লাগিলে? মই জেতবনৰ শ্রমণ গৌতমৰ লগত (তাৰ) গন্ধ কুটীৰত ৰাতিটো কটালো। কোনো কোনোৰ মনত শংকা উৎপন্ন হৈ যায়। চাৰিমাহ পাৰ হোৱাৰ পিচত তেও পেটত কিছুমান ফটাকানি মেৰিয়াই নিজৰ পেটটো ডাঙৰ কৰি ল'লে আৰু ক'বলৈ আৰম্ভ কৰিলে যে শ্রমণ গৌতমৰ দ্বাৰা তেওঁ গর্ভৱতী হ'ল। বহুতে হয়তো এই কথা বিশ্বাস কৰি লৈছিল। নমাহত তেওঁ পেটত এটুকুৰা কাঠৰ টুকুৰা বান্ধি ল'লে আৰু বিষাক্ত পোকৰ দ্বাৰা হাত ভৰি কামোৰাই হাত ভৰি ফুলাই ল'লে আৰু

যি সময়ত যি স্থানত ভগবান বুদ্ধই ভিক্ষু সংঘক আৰু গৃহস্থ সকলক প্ৰবচন দি আছিল তাত পাই কবলৈ ধৰিলে।

'হে মহান উপদেশক! তুমি বহুত উপদেশ দিছা। তোমাৰ বাণীসমূহ বৰ মধুৰ আৰু তোমাৰ ওঠ দুখন বৰ কোমল। তোমাৰ স্পৰ্শৰ দ্বাৰাই মই গৰ্ভধাৰণ কৰিলো আৰু এতিয়া মোৰ প্ৰসৱ কৰাৰ সময় আহি পৰিল।

'তুমি মোৰ এই প্ৰসুতিৰ কাৰণে কোনো ব্যৱস্থাই কৰা নাই এই অৱস্থাৰ যোগ্য পথ্য আদিও মই দেখিবলৈ পোৱা নাই। যদি তুমি ইয়াৰ ব্যৱস্থা নিজ হাতেৰে কৰিব নোৱাৰা তেনে তোমাৰ শিষ্য সকলৰ ভিতৰ। এজনক লাগিলে কোশল নৰেশক লাগিলে অনাথ পিণ্ডকক অথবা বিশাখাক কৈ ইয়াৰ এটা ব্যৱস্থা কিয় কৰা নাই?

'মই অনুমান কৰিছো তুমি কোনো কুমাৰীক অঙ্গীকাৰ কৰিব জানা তাৰ পৰিণাম স্বৰূপে যি সন্তানে জন্ম গ্ৰহণ কৰিব তাৰ পালন বিধিৰ লগত অপৰিচিত। কথা শুনি জনতাৰ মুখৰ মাত হেৰাল। ভগৱান বুদ্ধই নিজৰ প্ৰবচনৰ মাজতে বৰ গম্ভীৰ ভাবে উত্তৰ দিলে "ভন্টী! তই যি কৈছ তাৰ সত্য সত্যতা কেৱল আৰু মোৰ মাজতহে আছে।

এনেতে চিঞ্ঝাজনীয়ে খুব জোৰেৰে কাঁহিলে 'হয় হয় এনে বিলাক কথাৰ জ্ঞান আমাৰ দুজনৰ মাজতহে হ'ব পাৰে। তেওঁ কাঁহি থাকোতেই কাঁহৰ কোবত পেটৰ বান্ধ ঢিলা হৈ গ'ল আৰু কাঠৰ টুকুৰাটো পিচলি তাইৰ ভৰিৰ ওপৰত পৰিল। চিঞ্ঝাৰ তেতিয়া কোনো মাত নাইকীয়া হ'ল আৰু কি কৰোঁ কি নকৰো অৱস্থাত পৰিল।

মানুহবিলাকে এনে পৰিস্থিতিত লাঠি আৰু পাথৰ মাৰি মাৰি তাইক তাৰ পৰা খেদি পঠালে।৪

## ৬ মামাকৰ পুতেক দেৱদত্তৰ প্ৰতি শত্ৰুভ্ভান

দেৱদত্ত ভগবান বুদ্ধৰ মোমায়েকৰ পুতেক ককায়েক আছিল। কিন্তু আৰম্ভনিৰ পৰাই বুদ্ধ তেওঁৰ প্ৰতি ঈৰ্ষালু আছিল আৰু শেষ পৰ্যন্ত ঘৃণা কৰিছিল। বুদ্ধই যেতিয়া ঘৰ ত্যাগ কৰি গুছি গ'ল তেতিয়া দেৱদত্তই যশোধৰাৰ লগত প্ৰেম কৰিবৰ কাৰণে চেষ্টা চলাই আছিল। এবাৰ যেতিয়া যশোধৰাৰ শোৱাৰ সময় হৈছিল তেওঁক কোনেও বাধা দিব নোৱাৰিছিল আৰু ভিক্ষুৰ ৰূপত তেও গৈ যশোধৰাৰ শয়ণ কক্ষত প্ৰবেশ কৰিলে। যশোধৰাই সুধিলে শ্ৰমণ! তই কি বিচাৰিছ? তই কি মোৰ কাৰণে মোৰ স্বামীৰ পৰা কিবা খবৰ আনিছনেকি?

তোমাৰ পতিৰ তোমাৰ ওপৰত কিহৰ চিন্তা আছে। তেওঁ তোমাক নিৰ্দয় পূৰ্বক দুঃখ নিবাসত এৰি গুছি গ'ল। যশোধৰাই উত্তৰ দিলে 'কিন্তু এইয়া তেওঁ লোক কল্যাণৰ কাৰণে কৰিলে।

'যি কি নহওঁক, এতিয়াও সময় আছে, তেওঁৰ এই ক্ৰোধিত নিৰ্দয়তাৰ প্ৰতিশোধ লোৱাৰ।'

'শ্ৰমণ? মুখচণ্ডালি কথা কবি। তোৰ বিচাৰ আৰু বাণীবিলাক দুৰ্গন্ধেৰে ভৰি আছে।'

'যশোধৰা। তুমি কি মোক চিনি পোৱা নাইনে কি? মই তোমাৰ প্ৰেমীক দেৱদত্ত।

দেৱদত্ত! মই তোক মিছা আৰু দুষ্ট বুলি ভাবো। মই কেতিয়াও এইটো ভবা নাছিলো

যে তই এজন ভাল শ্রমণ হ'ব পাৰিবি বুলি কিন্তু মই ভবা নাছিলো যে তই ইমান বদমাচ বুলি?

দেৱদত্তই চিঞৰিলে -"যশোধৰা! যশোধৰা! মই তোমাৰ লগত প্ৰেম কৰোঁ। তোমাৰ পতিৰ লগত ঘৃণাৰ বাহিৰে মোৰ একো নাই। তেওঁ তোমাৰ প্ৰতি নিৰ্দয়ী হৈ গৈছে। মোৰ লগত প্ৰেমকৰা আৰু তেওৰ ওপৰত প্ৰতিশোধ লোৱা।" যশোধৰাৰ শেতা পৰি থকা চেহেৰা ৰঞ্জিত হৈ উঠিল। তেওঁৰ চকুৰ পৰা চকু পানী ববলৈ ধৰিলে।

দেৱদত্ত। তুমি পিশাচ হোৱা যদি তোমাৰ প্ৰেমত অকমান পবিত্ৰতা থাকিলেও এইয়া মোৰ কাৰণে অপমান। তুমি কৈছা যে তুমি মোৰ লগত প্ৰেম কৰিছা বুলি তেনে তোমাৰ এই আশা মিছা আশা।

যেতিয়া মই তৰুণী আৰু সুন্দৰী আছিলো তেতিয়াতো তুমি মোৰ ফালে চকু তুলি চোৱা নাছিলা। এতিয়া মই জীৰ্ণ হৈ গৈছো আনন্দৰ পৰা দু:খী আৰু এই ৰাতিৰ সময়ত নিজৰ এই পাপ পূৰ্ণ প্ৰেমৰ কথা কবলৈ আহিছ। তই নীচ। তই কাযৰ। এইদৰে তেও জোৰেৰে চিঞঁৰিলে - দেৱদত্ত! ওলা ইয়াৰ পৰা। দেৱদত্ত গুছি গ'ল। দেৱদত্ত ভগবান বুদ্ধৰ প্ৰতি অসন্তুষ্ঠ আছিল কিয়নো তেও সংযত তেওক প্ৰধান পদ নিদি সাৰিপুত্ৰক প্ৰধান কৰি দিছিল। দেৱদত্তই তিনিবাৰ তথাগতৰ প্ৰাণ শেষ কৰি দিবৰ কাৰণে প্ৰয়াস কৰিছিল। কিন্তু সেই কামত সফল হ'ব নোৱাৰিলে। এবাৰ ভগবান বুদ্ধই গৃধকূট পৰ্বতৰ ছায়াত থাকি ওপৰলৈ অহাযোৱা কৰি আছিল। দেৱদত্ত ওপৰলৈ উঠিল আৰু এটা ডাঙৰ শিলতললৈ বগৰাই দিলে যাতে সেই শিলৰ হেচাত তথাগতৰ প্ৰাণ শেষ হৈ যায়। কিন্তু সেই শিলটো গৈ এটা বেলেগ শিলৰ ওপৰতহে গৈ পৰিল। সামান্য টুকুৰা এটা আহি তথাগতৰ ভৰিত লাগিল যাৰ দ্বাৰা তেওৰ ভৰিৰ পৰা তেজ ওলাবলৈ ধৰিলে। ১ তেও ভগবান বুদ্ধৰ প্ৰাণ লবৰ কাৰণে দ্বিতীয় বাৰো চেষ্টা কৰিলে। এইবাৰ দেৱদত্ত ৰাজকুমাৰ অজাত শত্ৰুৰ ওচৰলৈ গ'ল আৰু ক'লে - মোক কিছুমান মানুহ দিয়া। আৰু অজাতশত্ৰুৱে নিজৰ মানুহক আজ্ঞা দিলে যে দেৱদত্তই কোৱামতে তোমালোকে কাম কৰিব লাগে। তেতিয়া দেৱদত্তই এজন মানুহক আজ্ঞা দিলে 'মিত্ৰ। যোৱা শ্ৰমণ গৌতম অমুকতে আছে। গৈ তেওক জান মাৰি দিয়া? মানুহ গৈ ঘূৰি আহিল আৰু ক'লে 'আমি তথাগতৰ প্ৰাণ লোৱাত অসমৰ্থ হৈছো। ৫ তেও তথাগতক মাৰিবৰ কাৰণে তৃতীয়বাৰো যত্ন কৰিলে। এই সময়ত ৰাজগৃহত নালাগিৰী নামৰ এটা ভয়ানক নৰ হত্যাকাৰী হাতী আছিল। দেৱদত্ত গৈ ৰাজগৃহত পালেগৈ আৰু তাত হাতীৰ অস্তবলত তেও হথবান আৰু হাতী ৰখীয়া সকলক কলে - "মিত্ৰসকল। মই ৰজাৰ সম্বন্ধীয়। মই যাক ইচ্ছা কৰোঁ তেওৰ পদমৰ্য্যাদা বঢাব পাৰো আৰু যি মানুহক বিচাৰো তেওঁৰ বেতন বঢাব পাৰো বা ৰেশন বৃদ্ধি কৰিব পাৰো। এই কাৰণে মিত্ৰসকল। যেতিয়া শ্ৰমণ গৌতম এই ৰাস্তাইদি পাৰ হব তেতিয়া নালাগিৰী হাতীটো এৰি দিব লাগে।' দেৱদত্তই ভগবান বুদ্ধক হত্যা কৰিবৰ কাৰণে ধনুৰ বাণধাৰী বিলাকক ক'লে। তেওঁ মদমত্ত হাতীটোক এৰি দিলে। কিন্তু তেওঁ অসমৰ্থ হ'ল। যেতিয়া মানুহ বিলাকে তেওঁৰ এই দুষ্ট প্ৰচেষ্টাৰ কথা গম পালে তেতিয়া জনতাই তেওঁৰ লগত থকা যোগাযোগ বন্ধ কৰি দিলে আৰু ৰজা অজাত

শত্ৰুৱেও তেওঁৰ লগত মিলাজুলা কৰাতো বন্ধ কৰি দিলে। এতিয়া জীয়াই থাকিবৰ কাৰণে তেওঁ ঘৰে ঘৰে ভিক্ষা কৰিব লগাত পৰিল। অজ্ঞাত শত্ৰুৰ পৰা দেৱদত্তই বহুত কিবা কিবি পাইছিল। কিন্তু এই লাভ আৰু সৎকাৰ বন্ধ হৈ গ'ল। নালাগিৰীৰ ঘটনাৰ পিচত দেৱদত্তৰ যি তেজোদীপ্ত প্ৰভাব আছিল সেই সকলো বিলাক সমাপ্ত হৈ গ'ল। নিজৰ দুষ্কৰ্মৰ কাৰণে অপ্ৰিয় হৈ যোৱাৰ কাৰণে দেৱদত্তই মগধ ত্যাগ কৰি কোশল জনপদলৈ গুছি গ'ল। তাতগৈ ৰজা প্ৰসেনজিতৰ লগত মিত্ৰতা বঢাবলৈ আশা কৰিছিল যদিও ৰজা প্ৰসেনজিতেও তেওঁক ঘৃণাৰ দৃষ্টিৰে চাবলৈ ধৰিলে আৰু তাৰ পৰা খেদি পঠালে।

## ৭ ব্ৰাহ্মণ তথা ভগবান বুদ্ধ

এবাৰ যেতিয়া ভগবান বুদ্ধই বহুত ভিক্ষুৰ লগত কোশল জনপদত চাৰিকা কৰি আহিল তেও থূন নামৰ এখন ব্ৰাহ্মণ গাঁৱত পালেগৈ। থূনৰ ব্ৰাহ্মণ গৃহপতিয়ে খবৰ শুনিবলৈ পালে যে শ্ৰমণ গৌতম আমাৰ গাঁৱৰ খেতি পথাৰৰ ওচৰ পালেহি।

ব্ৰাহ্মণ গৃহপতি অশ্ৰদ্ধালু আছিল মিথ্যা দৃষ্টিৰ আছিল আৰু স্বভাৱতে লোভী আছিল। তেও ভাবিলে ৹- যদি শ্ৰমণ গৌতম গাঁৱলৈ আহিছে তেনে দুই তিনিদিন ইয়াত থাকি গ'লে সকলো মানুহ তেওৰ উপাসক হৈ যাব। তেতিয়া ব্ৰাহ্মন্য ধৰ্মৰ কাৰণে কোনো সহায়তা নাথাকিব। আমি তেওক গাঁৱলৈ অহাটোৱেই বন্ধ কৰি দিব লাগিব। সেই গাঁৱত প্ৰবেশ কৰিবলৈ এখন নদী পাৰ হ'ব লগাত পৰিছিল। তথাগতক গাঁৱলৈ অহাত বাধা দিবৰ কাৰণে ব্ৰাহ্মণসকল নদী পাৰ হ'ব পৰা সকলো নাৱঁ আৰু দল৲ অকামিলা কৰি দিলে।

তেও বিলাকে এটা কুৱাঁৰ বাহিৰে বাকী সকলোবিলাক কুৱাঁ ঘাহঁ বনেৰে পূতি দিলে আৰু পানীদুনী বিশ্ৰাম গৃহ আদি লুকুৱাই পেলালে।

ভগৱান বুদ্ধই তেওলোকৰ এনে দুষ্কৃতিকাৰী কাহিনী বিলাক শুনিবলৈ পালে তথাপি তেওলোকৰ ওপৰত দয়াকৰি নিজৰ ভিক্ষুসকলৰ লগত তেও নদী পাৰ হ'ল। গৈ গৈ তেও বিলাক থূণ নামৰ এখন ব্ৰাহ্মণ গাওত গৈ পালেগৈ।

ৰাস্তা বাদদি তেওঁবিলাক গৈ এজোপা গছৰ তলত বহিল গৈ। সেই সময়ত বহুতবিলাক মাইকীমানুহে পানী লৈ ভগৱান বুদ্ধৰ কাষেদি পাৰহৈ গৈছিল।

সেই গাৱত এটা কথা নিশ্চত হৈ পৰিছিল 'যদি শ্ৰমণ গৌতম এই গাৱলৈ আহি যায় তেতিয়া তেওঁৰ যাতে কোনো আদৰ সৎকাৰ নহয়। যদি তেও কাৰোৱাৰ ঘৰলৈ যায় তেনে তেওঁক আৰু তেওৰ ভিক্ষুসকলক কোনো প্ৰকাৰে যাতে অন্ন-জল দিয়া নাযায়।

এজনী ব্ৰাহ্মণৰ দাসীয়ে পানীৰ কলহলৈ গৈ আছিল। তেও তথাগত আৰু ভিক্ষুসকলক দেখিলে আৰু জানিব পাৰিলে যে তেওঁবিলাক ভোকে পিয়াহে ভাগৰি পৰিছে। শ্ৰদ্ধা আৰু শালীনত্ত প্ৰসন্ন হৈ তেও তেওঁবিলাকক পানী দিব বিচাৰিলে।

তেও নিজৰ মনতে ভাবিলে 'যদিও এই গাৱৰ মানুহ বিলাকে নিশ্চয কৰিছে যে শ্ৰমণ গৌতমক একো দিব নালাগে আৰু তেওৰ প্ৰতি কোনো প্ৰকাৰে সৎকাৰৰ ভাৱনা যাতে প্ৰদৰ্শিত কৰিব নালাগে, তথাপি যদি মই এই পূণ্য-ক্ষেত্ৰ পাইয়ো এওবিলাকক অকমান পানী দি নিজৰ কল্যাণৰ আধাৰশিলা যদি প্ৰতিস্থা নকৰো তেনে মই এই দুখৰ পৰা কেতিয়াও

মুক্ত নহ'ম।

'মালিকসকল! মোৰ লাগিলে যি নহওক লাগিলে এই গ্ৰামত থকা সকলো মানুহে মিলিজুলি মোক মাৰিব বা বান্ধি ৰাখিব তথাপি মই এনে এখন পুণ্য-ক্ষেত্ৰ'ত নিশ্চয় পানী সিঁচিম।

যদিও আনবিলাক স্ত্ৰীয়ে তেওক বাধা দিবৰ কাৰণে চেষ্টা কৰিছিল, তথাপি তেওঁ নিজৰ দৃঢ়সংকল্পৰ কাৰণে নিজৰ প্ৰাণ পৰ্য্যন্ত পৰোৱাই নকৰি তেও নিজৰ মূৰৰ পৰা পানীৰ কলহটো নমালে তাক এফালে ৰাখিলে আৰু তথাগতৰ ওচৰলৈ আহিল। তেও তেওঁবিলাকক পানী খুৱালে। তথাগতেও ভৰি ধূলে আৰু পানী খালে।

তেওঁৰ ব্ৰাহ্মণ মালিকে যেতিয়া শুনিলে যে তেও তথাগতক পানী খুৱালে। তেও গাৱঁৰ নিয়ম ভংগ কৰি দিলে আৰু মোক দোষ দি আছে খঙৰ বেগত দাঁত কামুৰি তেওঁ আহিল আৰু তেওক মাটিৰ ওপৰত পেলাই দিলে আৰু চৰ ভুকুৰে তেওক কিলাবলৈ ধৰিলে। সেই ব্ৰাহ্মণৰ মাৰত তাই মৰি থাকিলে।

দোণ নামৰ ব্ৰাহ্মণ এজন তথাগতৰ ওচৰলৈ আহিল আৰু তেওক অভিবাদন জনালে। তাৰ পিচত শুভ খা-খবৰ সুধিলে আৰু এফালে বহিলে। এফালে বহি দোণ ব্ৰাহ্মণে তথাগতৰ প্ৰতি আপত্তি জনালে —

শ্ৰমণ গৌতম! মই মানুহ বিলাকে এনে দৰে কোৱা শুনিবলৈ পালো যে শ্ৰমণ গৌতম কোনো বৃদ্ধ বয়োবৃদ্ধ আয়ুসপ্ৰাপ্ত ব্ৰাহ্মণৰ আগমনত নাই আসনত বহিবলৈ নকয়।

শ্ৰমণ গৌতম! এইকথা সচাঁনে যে শ্ৰমণ গৌতমে কোনো বৃদ্ধ বয়োবৃদ্ধ আয়ুসপ্ৰাপ্ত ব্ৰাহ্মণৰ আগমনত সন্মান প্ৰদৰ্শন নকৰে আৰু নাই আসন গ্ৰহণ কৰিবলৈ কয়। শ্ৰমণ গৌতম। এইটো কথা হ'লে ঠিক নহয়

দোন! তুমি কি নিজকে নিজে ব্ৰাহ্মণ বুলি ভাবিচানে কি?

শ্ৰমণ গৌতম! যদি কোনো ব্ৰাহ্মণৰ বিষয়ে উচিত মতে কিবা ক'ব বিচাৰো তেনে তুমি ক'ব লাগিব যে ব্ৰাহ্মণে নিজৰ মাতা তথা পিতা দুয়োফালৰ পৰা সুজাতৰ হয় সাত পুৰুষ পৰ্য্যন্ত পবিত্ৰ হয় জন্মৰ দৃষ্টিৰে সৰ্বথা নিদোষী অধ্যায়ী বেদমন্ত্ৰ অক্ষৰ আৰু প্ৰভেদ সহিত তিনিও বেদত পাৰঙ্গত শুদ্ধ শাস্ত্ৰৰ জ্ঞাতা ইতিহাস পুৰাণৰ সৰ্বজ্ঞ কাব্য আৰু ব্যাকৰণৰ পণ্ডিত, মহাপুৰুষৰ লক্ষণৰ শিক্ষানবীশ বিশ্বচিন্তক হয় আৰু শ্ৰমণ গৌতম! মোৰ বিষয়েও এইদৰে উচিত বুলি ক'ব পাৰি কিয়নো মইও মাতা-পিতা দুয়োজনৰ ফালৰ পৰা সুজাতৰ — বিশ্বচিন্তক।

দোণ! যি পুৰণি মন্ত্ৰৰ নিৰ্মাতা মন্ত্ৰৰচয়িতা মন্ত্ৰ ধাৰণ কৰা ব্ৰাহ্মণ যি বিলাকনে কি নিজ মন্ত্ৰ সমূহৰ অক্ষৰস শব্দশ . জ্ঞান আছে — যেনে অটঠক বামক যমদেৱ বিশ্বামিত্ৰ, যমদগ্নি অঙ্গীৰস ভাৰদ্বাজ এইসকল মুনিয়ে কয়যে ব্ৰাহ্মণ হৈছে পাঁচ প্ৰকাৰৰ - (১) ব্ৰহ্মা-সদৃশ ব্ৰাহ্মা (২) দেৱসদৃশ ব্ৰাহ্মাণ (৩) বন্ধনযুক্ত ব্ৰাহ্মাণ (৪) বন্ধন ভঞ্জক ব্ৰাহ্মণতথা (৫) অন্ত্যজ ব্ৰাহ্মাণ। এতিয়া তুমি এই পাঁচ প্ৰকাৰৰ ব্ৰাহ্মণৰ ভিতৰত তুমি বাৰু কোন প্ৰকাৰৰ ব্ৰাহ্মাণ হোৱা?'

শ্ৰমণ গৌতম! মই ব্ৰাহ্মণ পাঁচ প্ৰকাৰৰ বুলি নাজানো। কিন্তু তথাপি মই ভাবো যে আমি ব্ৰাহ্মণ। আপুনি আমাক ধৰ্মৰ উপদেশ দিযক যাতে পাঁচ প্ৰকাৰৰ ব্ৰাহ্মণৰ বিষয়ে আমি জ্ঞাত হওঁ।

ব্ৰাহ্মণ। তেনে মনদি শুনা। মই কৈ আছোঁ।

বৰ ভাল কথা তেও ক'লে। তেতিয়া তথাগতে ক'লে- হে দোণ। এতিয়া ব্ৰাহ্মণ ব্ৰহ্মা সদৃশ কেনেকৈ হয়?

হে দোণ! এজন ব্ৰাহ্মণক লোৱা যি নিজৰ মাতা পিতা দুয়োজনৰ ফালৰ পৰা সুজাত হয় সাত পুৰুষ পৰ্য্যন্ত পবিত্ৰ হয় জন্মৰ দৃষ্টিত সৰ্বথাই নিৰ্দোষ তেও আঠচল্লিশ বছৰ পৰ্য্যন্ত ব্ৰহ্ম-চৰ্য্যত বাস কৰে সেইয়া অধৰ্মনুসৰি নহয় কিন্তু ধৰ্মনুসৰি আচৰ্য্যক দক্ষিণা আদায় দিয়াত দৃঢ হৈ থাকে 'আৰু দোণ' ধৰ্ম্যানুসাৰৰ অভিপ্ৰায় কি? তেও নাই কৃষিৰদ্বাৰা নাই বেপাৰৰ দ্বাৰা নাই গুৱালৰ দ্বাৰা নাই ধনুধাৰী হৈ নাই ৰথধৰ্মধাৰী হৈ আৰু নাই কোনো আন ব্যবসায়ৰ দ্বাৰা নিজৰ জীৱিকা অৰ্জন কৰে। তেও জীৱিকাৰ কাৰণে ভিক্ষাও কৰে ভিক্ষা পাত্ৰৰ আদৰ কৰে। তেও নিজৰ গুৰু দক্ষিণা আদায় দিয়ে মূৰৰ চুলি আৰু দাটী খুৰাই হালধীয়া বস্ত্ৰ ধাৰণ কৰে আৰু গৃহ ত্যাগ কৰি অনাগৰিক হৈ যায়।

এইদৰে ঘৰৰ পৰা বেঘৰ হৈ এটা দিশক দ্বিতীয় দিশক তৃতীয় দিশক চতুৰ্থ দিশক তল কৰি সকলোফালেই মৈত্ৰী ভাবনাৰে যুক্ত হৈ বিহাৰ কৰি থাকে দূৰলৈ যোৱা প্ৰশস্ত অসীম ঘৃণা বা দোষৰ পৰা সৰ্বথা শূণ্য। তেও কৰুণাযুক্ত হৈ বিহাৰ কৰে আনন্দযুক্ত হৈ বিহাৰ কৰে উদাসীনযুক্ত হৈ বিহাৰ কৰে দূৰ দূৰণি পৰ্য্যন্ত ভ্ৰমণ কৰোতা প্ৰশস্ত অসীম ঘৃণা বা হিংসাৰ পৰা সদায় শূণ্য।

এইদৰে এই চাৰিও ব্ৰহ্মবিহাৰ সমূহত বিহাৰ কৰি মৃত্যু হলেও শৰীৰ নাথাকিলেও তেও ব্ৰহ্মলোক গামী হয়। হে দোণ। এইদৰে এজন ব্ৰাহ্মণ ব্ৰহ্মসদৃশ হয়।

হে দোণ। এজন ব্ৰাহ্মণদেৱ সদৃশ কেনেকৈ হয়?

হে দোণ! এতিয়া এজন ব্ৰাহ্মণক লোৱা যি প্ৰথমে ব্ৰাহ্মণৰ দৰেই মাতা তথা পিতা এই দুইজনৰ ফালৰ পৰাই সজাত হয় তেও নাই কৃষিৰ দ্বাৰা নাই বেপাৰৰ দ্বাৰা নিজৰ জীৱিকা অৰ্জন কৰে। তেওঁ জীৱিকাৰ কাৰণে ভিক্ষা কৰে। তেও নিজৰ গুৰু দক্ষিণা আদায় দিছে আৰু অধৰ্মনুসৰি নহয় কিন্তু ধৰ্মনুসৰি পত্নী গ্ৰহণ কৰে।

এই বিষয়ে ধৰ্মানুসাৰৰ অভিপ্ৰায় কি? তেও এনেকুৱা কোনো ব্ৰাহ্মণীক গ্ৰহণ নকৰে যি বেচা কিনা কৰিব পাৰে কিন্তু এনেকুৱা হয় যাৰ হাতত জল দিয়া হৈছে তেও এজনী ব্ৰাহ্মণীৰ ওচৰলৈহে যায় কোনো অন্ত্যজ কোনো বহেলী কোনো বংশ ধ্বংসকাৰী কোনো ৰথকাৰ অথবা কোনো আদিবাসীৰ ছোৱালীৰ ওচৰলৈ নাযায়। তেও কোনো ল'ৰা ছোৱালী থকা স্ত্ৰীৰ ওচৰলৈ নাযায় নাই গাৰ্ভীৰ খুউৱা স্ত্ৰীৰ ওচৰলৈ যায় আৰু যি ঋতুনী হোৱা নাই।

দোণ। তেওঁ ল'ৰা ছোৱালী থকা স্ত্ৰীৰ ওচৰলৈ কিয় নাযায়, যদি তেও যায়ো তেওঁৰ নিশ্চয় কৰি বালক বালিকাৰ জন্ম অপৰিশুদ্ধ হৈ থাকে। তেও গাৰ্ভীৰ খুউৱা স্ত্ৰীৰ

ওচৰলৈ কিয় নাযায়? যদি তেওঁ যায়ো তেনে নিশ্চয় কৰি বালক বা বালিকাৰ গাখীৰ পান কৰাতোঁ অপৰিশুদ্ধ হ'ব। আৰু যি ঋতুমতী নহয় তেওঁৰ ওচৰলৈও তেও কিয় নাযায়? হে দোণ। যদি এজনী ব্ৰাহ্মাণী ঋতুমতী নহয় তেওঁৰ ওচৰলৈ নাযায় তেনেহলে তেওঁ কেতিয়াও তেওঁৰ কাৰণে কামাগ্নিৰ তৃপ্তিৰ সাধন হ'ব নোৱাৰে তেওঁ তাৰ কাৰণে কেৱল সন্তানৰ জননী হৈহে থাকে। আৰু যেতিয়া বিবাহিত জীৱনৰ দ্বাৰা সন্তান লাভ কৰে তেতিয়া তেও চুলি দাটী খুৰাই আৰু গৃহত্যাগ কৰি অনাগৰিক হৈ যায়

এইদৰে ঘৰৰ পৰা তেওঁ গৃহহীন হৈ তেওঁ কাম ভোগৰ তৃষ্ণা ত্যাগ কৰি প্ৰথম অবস্থাত ধ্যান প্ৰাপ্ত কৰি বিচৰণ কৰে দ্বিতীয় ধ্যান তৃতীয় ধ্যান, চতুৰ্থ ধ্যান প্ৰাপ্ত কৰি বিচৰণ কৰে। এই চাৰিটা ধ্যান লাভ কৰি বিচৰণ কৰি থাকেতে মৃত্যু হলে শৰীৰটো নাথাকিলে দেৱলোকত উৎপন্ন হয়।

হে দোণ! এইদৰে এজন ব্ৰাহ্মাণ দেৱসদৃশ হয়।

হে দোণ! আৰু এজন ব্ৰাহ্মাণ বন্ধন যুক্ত ব্ৰাহ্মাণ কেনেকৈ হয়?

হে দোণ। এজন ব্ৰাহ্মাণক ধৰা যি সমান মাতা পিতাক আৰু তেনেকৈ বিবাহ কৰাই 'আৰু বিবাহিত জীৱনৰ দ্বাৰা যেতিয়া সন্তান উৎপন্ন হয় তেতিয়া তেওঁ নিজ সন্তানৰ আকৰ্ষণত পৰি যায় আৰু ঘৰতেই থাকে। তেও ঘৰ ত্যাগ কৰি অনাগৰিক নহয়। তেও নিজৰ পৰম্পৰাগত ব্ৰাহ্মাণী গ্ৰহণ কৰে তাক তেও উলংঘন নকৰে। সেই বিষয়ে কোৱা যায় যে তেও সীমাতে থাকে সীমা উল্ংঘন নকৰে। এইকাৰণে এনে ব্ৰাহ্মাণক বন্ধনযুক্ত ব্ৰাহ্মাণ বুলি কয়।

দোণ' এইদৰে ব্ৰাহ্মাণ বন্ধনযুক্ত হয়। আৰু দোণ। এজন ব্ৰাহ্মাণ 'বন্ধন-ভঞ্জক কেনেকৈ হয়?

হে ব্ৰাহ্মাণ। এজন ব্ৰাহ্মাণক ধৰা যি সমান মাতা পিতাৰ তেও আচাৰ্য্যক দক্ষিণা পৰিশোধ কৰে আৰু এজনী স্ত্ৰী গ্ৰহণ কৰে ধৰ্মানুসাৰ বা অধৰ্মানুসাৰ কিনা বা বেচা ব্ৰাহ্মাণী অথবা যি জলভিৰিক্ত হয়।

তেও এজনী ব্ৰাহ্মাণীৰ ওচৰলৈ ও যায় বা কোনো ক্ষাত্ৰিয় কুমাৰীৰ ওচৰলৈ বা কোনো নীচ জাতি বা দাসী স্ত্ৰীৰ ওচৰলৈ কোনো অন্ত্যজ কুমাৰীৰ ওচৰলৈ কোনো বংশকেলেংকাৰী ছোৱালীৰ ওচৰলৈ কোনো নথকাত বা কোনো আদিবাসী ছোৱালীৰ ওচৰলৈ তেও ল'ৰাছোৱালী থকা স্ত্ৰীৰ ওচৰলৈ যায় তেও গাখীৰ খুউৱাওতা স্ত্ৰীৰ ওচৰলৈ যায় আৰু তেও ঋতুমতীৰ ওচৰলৈ ও যায় তথা যি ঋতুমতী নহয় তাইৰ ওচৰলৈ ও যায়। আৰু তাৰ কাৰণে ব্ৰাহ্মাণীয়ে নিজৰ কামাগ্নিক শান্ত কৰিবৰ কাৰণে ক্ৰীড়া কৰিবৰ কাৰণে ভোগ বা সন্তান উৎপত্তিৰ সাধন হৈ যায়। আৰু তেও পুৰণি ব্ৰাহ্মাণী পৰম্পৰাৰ বন্ধনত নাথাকে। তেও সেই সীমা অতিক্ৰম কৰি যায়। তেওৰ বিষয়ে কোৱা যায় যে তেও সীমাত নাথাকে তেও সীমা উলংঘন কৰে। এইকাৰণে তেওঁক 'বন্ধন-ভঞ্জক বুলি কোৱা হয়।

এইদৰে দোণ' এজন ব্ৰাহ্মাণ অন্ত্যজ ব্ৰাহ্মাণ কেনেকৈ হয়?

হে দোণ! এজন ব্ৰাহ্মাণক ধৰা সমান মাতা পিতাৰ তেও আঠচল্লিশ বছৰ পৰ্য্যন্ত

ব্ৰহ্মাচৰ্য্য পালন কৰে তেওঁ (বেদ) মন্ত্ৰৰ জ্ঞাতা হয়। নিজৰ অধ্যয়ন শেষ কৰি শেষত তেও আচাৰ্য্যৰ দক্ষিণা বিচাৰে (তেওঁ ধৰ্মানুসাৰ বা অধৰ্মানুসাৰ হৈ যেনেকৈ জীৱিকা অৰ্জন কৰে। কৃষক হৈ, বেপাৰী হৈ, গুৱাল হৈ, ধনুধাৰী হৈ ৰাজকৰ্মচাৰী হৈ অথবা অন্য শিল্পৰ দ্বাৰা বা ভিক্ষাপাত্ৰক অৱহেলা নকৰি ভিক্ষাৰ দ্বাৰা। 'আচাৰ্য্য ই দক্ষিণা দি অতোৱাৰ পিচত তেওঁ ধৰ্মানুসৰি বা অধৰ্মানুসৰি এজনী স্ত্ৰী লাভ কৰে এজনী কিনিলে বা বেচিলে অথবা হাতত পানী ঢালি লৈ গ'ল। তেওঁ এজনী ব্ৰাহ্মণীৰ ওচৰলৈ যায় অথবা অন্য স্ত্ৰীৰ ওচৰলৈ ল'ৰা ছোৱালী থকা স্ত্ৰীৰ ওচৰলৈ গাখীৰ দি থকা স্ত্ৰীৰ ওচৰলৈ আৰু তেওৰ কামাগ্নি শান্ত কৰিবৰ কাৰণে সাধন পাই যায় অথবা সন্তান উৎপত্তিৰ কাৰণে। তেওঁ এইদৰে কোনো কথা পাতি জীৱন অতিবাহিত কৰে। তেতিয়া ব্ৰাহ্মণে সোধে - এইটো কেনেকৈ সম্ভব যে এজন শ্ৰেষ্ঠ ব্ৰাহ্মণে এনেজীৱন ব্যতিত কৰিব পাৰে বুলি? তেতিয়া তেওঁৰ উত্তৰ যেনেকৈ অগ্নিয়ে পৰিস্কাৰ বা মলিযুক্ত সকলো বস্তুকে পুৰি পেলাই কিন্তু তাৰ কাৰণে অগ্নি অশুদ্ধ নহয় সেইদৰে ভদ্ৰলোক! যদি এজন ব্ৰাহ্মণে এইদৰে সকলো কথা পাতিও জীৱন অতিবাহিত কৰে তেনে তাৰ দ্বাৰা এজন ব্ৰাহ্মণ মলিন হ'ব নোৱাৰে। ১ আৰু এইটো কোৱা যায় যে এনেধৰণৰ সকলো কথাই পাতি জীৱন অতিবাহিত কৰে এইকাৰণে তেওক অন্ত্যজ ব্ৰাহ্মণ বুলি কোৱা যায়। হে দোণ! এইদৰে এজন ব্ৰাহ্মণ অন্ত্যজ ব্ৰাহ্মণ হৈ যায়। সচাঁকৈয়ে দোন। যি পুৰণি মন্ত্ৰনিৰ্মাতা মন্ত্ৰ ৰচোতা মন্ত্ৰধাৰণ কৰা ব্ৰাহ্মণ যি নিজৰ মন্ত্ৰৰ অক্ষৰশ শব্দশ জ্ঞান পাই তেওঁবিলাকৰ মতে ব্ৰাহ্মণ পাঁচ প্ৰকাৰৰ (১) ব্ৰাহ্মসদৃশ ব্ৰাহ্মণ (২) দেৱতা সদৃশ ব্ৰাহ্মণ (৩) বন্ধন যুক্ত ব্ৰাহ্মণ (৪) বন্ধন ভঞ্জক ব্ৰাহ্মণ তথা (৫) অন্ত্যজ ব্ৰাহ্মণ। দোণ! এই পাঁচ প্ৰকাৰৰ ব্ৰাহ্মণৰ ভিতৰত তোমাৰ সংখ্যা কোনটোত পৰে ? শ্ৰমণ গৌতম! যদি এনেই হয় তেনে আমি কোনোমতেই অন্ত্যজ ব্ৰাহ্মণৰ ভিতৰত নপৰো। 'কিন্তু শ্ৰমণ গৌতম! আপুনি কোৱা কথা সঁচা অতি অদ্ভুত আপুনি মোক মোৰ প্ৰাণ থকা পৰ্য্যন্ত বুদ্ধৰ শৰণতে উপাসক ৰূপে থাকিবলৈ কৃপা কৰক।৭

---

১ অঙ্গুত্তৰ নিকায়।

২ কুসী ভাৰদ্বাজ সুত্ত।

৩ ধৰ্ম্ম পদ অট্ঠ কথা।

৪ স নি ১ ৪ ৮ অট্ঠ কথা।

৫ চুল্লবগ্গ (সংঘ ভেদক সংঘ)৭।

৬ বিমান বৎথু তথা বিমান বৎথু অট্ঠ কথা।

৭ অঙ্গুত্তৰ নিকায় ৫ ৪ ৫ ২ ।

# তৃতীয় ভাগ

## তেওঁৰ ধৰ্মৰ সমালোচক

### ১ সকলোৰে কাৰণে সংঘৰ সদস্য হ'ব পৰাৰ সমালোচনা

কোনো উপাসক গৃহস্থক ভিক্ষু সংঘই নিজৰ সদস্য কৰি ল'ব পাৰিছিল। কিছুমান মানুহ এনে আছিল যি ভগবান বুদ্ধৰ সমালোচনা কৰিছিল যে তেওঁ সকলোৰে কাৰণে ভিক্ষু সংঘৰ দুৱাৰ খুলি ৰাখিছিল। তেওঁৰ তৰ্ক আছিল যে এই ব্যৱস্থাত এই দোষ যে কিছুমান মানুহে সংঘত প্ৰবেশ কৰাৰ পিচত পুনৰ গৃহস্থ হ'ব পাৰে আৰু তেওঁ বিলাক এইদৰে সংঘৰ পৰা ওলাই যোৱাত মানুহ বিলাকে কবলৈ হয়তো সুবিধা পাইছিল যে শ্ৰমণ গৌতমৰ ধৰ্ম নিকৰ্ম্মা হ'ব সেইকাৰণে হয়তো মানুহে ইয়াক ত্যাগ দিছে। এই সমালোচনা একেবাৰে নিৰাধাৰ আছিল। যি উদ্দেশ্যলৈ তথাগতে এই নিয়ম বনাইছিল সেই উদ্দেশ্য সমালোচকৰ ধ্যানলৈ অহাই নাছিল। তথাগতৰ উত্তৰ আছিল যে তেও সংধৰ্মৰ প্ৰতিস্থা কৰি অমৃতেৰে ভৰা সৰোবৰ নিৰ্মাণ কৰিলে। ভগবান বুদ্ধৰ ইচ্ছা আছিল যে মলিন মনৰ কোনোবা হ'লে এই সংধৰ্মৰূপী সৰোবৰত স্নান কৰি নিজকে নিজে নিৰ্মল কৰিব পাৰে। আৰু যদি কোনোবাই সংধৰ্মৰূপী সৰোবৰ পাইয়ো তাত স্নান নকৰে আৰু আগৰদৰেই লেতেৰা হৈ থাকে সেইয়া তেওৰহে দোষ সংধৰ্মৰূপী সৰোবৰৰ নহয়।

'অথবা কি মই 'তথাগতৰ বক্তব্য আছিল এনেকুৱা কৰিব পাৰে যে সংধৰ্মৰূপী সৰোবৰ নিমাণ কৰাৰ পিচত কম যে যি প্ৰথমৰ পৰাই নিৰ্মল মনৰ হয় তেও বিলাকেই ইযাত স্নান কৰিবলৈ যায় আৰু যি প্ৰথমৰ পৰাই নিৰ্মল নহয় তেও বিলাকে তাত কি স্নান কৰিবলৈ নাযায়?

তেতিয়া মোৰ এই সংধৰ্মৰ প্ৰয়োজনেই বা হ'ব কি? সমালোচকে পাহৰি গ'ল যে তথাগতে নিজৰ ধৰ্ম চন্দলোকৰ মাজতে সীমিত কৰি ৰাখিব নিবিচাৰিছিল। তেওঁবিলাকে বিচাৰিছিল যে ইযাৰ দুৱাৰ সকলোৰে কাৰণে খোলা থাকিব সকলোৱেই ইয়াক পৰীক্ষা কৰিব পাৰে।

### ২ ব্ৰত গ্ৰহণ কৰাৰ সমালোচনা

পঞ্চশীলেই যথেষ্ট কিয় নহয়? তেও বিলাকে আন ব্ৰতক ব্ৰতৰূপত গ্ৰহণ কৰাৰ কি আৱশ্যকতা আছে? তৰ্ক কৰোতাই তৰ্ক কৰিছিল যে যদি বিনা ঔষধে ৰোগ আৰোগ্য হ'ব পাৰে, তেনে কৰ্ম কৰোৱাৰ দৰব, জুলাপ কৰোৱাৰ দৰব তথা অন্য এনেকুৱা ঔষধৰ প্ৰয়োজনেইবা কি?

এইদৰে যদি গৃহস্থ উপাসকে পঞ্চশীল গ্ৰহণ কৰিয়েই ইন্দ্ৰিয় সমূহ ভোগ কৰিয়েই শান্ত হয়, শ্ৰেষ্ঠ নিৰ্বাণ লাভ কৰিব পাৰে তেনে ভিক্ষুক সেই শীল তথা আন ব্ৰত সমূহক ব্ৰতৰূপে গ্ৰহণ কৰাৰ কি আৱশ্যকতা আছে? ভগবান বুদ্ধই ইয়াক 'ব্ৰত'ৰ স্বৰূপক এইকাৰণেই দাঙি ধৰিছে, যিহেতু নৈতিকতাৰ দৃষ্টিৰে ইয়াৰ নিশ্চিত মুল্য আছে।

যিটো জীৱন ব্ৰতযুক্ত যি নৈতিক পথৰ ওপৰত অগ্ৰসৰ হোৱাতো নিশ্চিত। ব্ৰত

নিজৰ পতনৰ বিৰুদ্ধে এটা ডাঙৰ সংৰক্ষণ যি 'ব্ৰত' গ্ৰহণ কৰে আৰু সিবিলাকে স্বতন্ত্ৰৰূপে পালন কৰে, তেওঁ বিলাকৰ মানসিক উন্নতি হয়।

'ব্ৰত'ৰ পালনে কাম তৃষ্ণা, ঈৰ্ষা অহংকাৰ তথা অন্য কু বিচাৰ বিলাকৰ বাধক।

যি 'ব্ৰত গ্ৰহণ কৰে তেওঁ তাক পালন কৰে তেওঁ বিলাক নিশ্চিতৰূপে সংৰক্ষিত হয় আৰু তেওঁৰ মন তথা কৰ্ম নিৰ্মল হৈ থাকে। কেৱল 'শীল গ্ৰহণ কৰিলেই নহ্ৰ+ 'শীল গ্ৰহণ কৰাতো পতনৰ পৰা সিমান বাচিব নোৱাৰে যিমান ব্ৰতে বচাব পাৰে।

ব্ৰতী ৰ জীৱন বেছি কঠিন কেৱল শীল গ্ৰহণ কৰা সকলেই নহয়। মানৱতাৰ কল্যাণৰ কাৰণে এইটো আবশ্যক যে সমাজত কিছুমান 'ব্ৰতী ও থাকে। এইকাৰণে ভগৱান বুদ্ধই 'শীল তথা 'ব্ৰত দুয়োটাৰে ব্যৱস্থা ৰাখিছে।

৩ অহিংসা সিদ্ধান্তৰ সমালোচনা

এনে কিছুমান মানুহ আছিল যি 'অহিংসা'ৰ সিদ্ধান্তৰ সমৰ্থক নাছিল। তেওঁৰ বক্তব্য আছিল যে 'অহিংসা'ৰ অভিপ্ৰায় হৈছে 'অন্যায় তথা 'অত্যাচাৰ'ৰ সন্মুখত নতি স্বীকাৰ কৰা।

ভগবান বুদ্ধৰ 'অহিংসা'ৰ যি অভিপ্ৰায় আছিল সেইয়া তাৰ মূলত ভুল ব্যাখ্যাহে। ভগবান বুদ্ধই অনেক সময়ত তেওৰ স্থিতি স্পষ্ট কৰি দিছে যাৰ দ্বাৰা কাৰোৰে যাতে কোনো প্ৰকাৰৰ অস্পষ্ট বা ভুল ধাৰণা নহয়।

ই হৈছে এনে এটা সুবিধা যাক উল্লেখ কৰিব পাৰি যেতিয়া এজন সৈনিক সংঘত প্ৰবেশ কৰিব বিচাৰে তেনে সেই বিষয়ে নিযম কৰিব লাগে।

এবাৰ মগধৰ সীমান্ত প্ৰদেশত উৎপাত হৈ আছিল। তেতিয়া মগধ ৰজাই সেনিয বিম্বিসাৰে নিজৰ সেনাপতিক আজ্ঞা দিলে এতিয়া যোৱা আৰু নিজৰ সেনা নায়কক কৈ দিয়া যে সীমান্ত প্ৰান্তৰ অপৰাধী বিলাকক বিচাৰি উলিয়াব লাগে আৰু তেওঁবিলাকক শাস্তি বিহিব লাগে আৰু শান্তি প্ৰতিস্থা কৰিব লাগে। সেনাপতিয়ে ৰজাৰ আজ্ঞা পালন কৰিলে সেনাপতিৰ আজ্ঞা পাই সেনাপতি বৰ অসুবিধাত পৰিল। তেও জানিছিল যে তথাগতৰ শিক্ষা হৈছে যি যুদ্ধত যুদ্ধ কৰিবলৈ যায় আৰু যি যুদ্ধ কৰাত আমোদ পাই তেওলোকে বহুত পাপ কৰে আৰু অপূণ্য লাভ কৰে। অন্যফালে ৰজাৰ আজ্ঞা আছিল এইয়ে যে অপৰাধী সকলৰ ঠিকনা লৈ তেওঁবিলাকক মাৰি পেলাবা। সেনা নায়কে নিজকে নিজে সুধিব ধৰিলে আমি এতিযা কি কৰিম?

তেতিয়া সেই সেনানায়ক কেইজনে ভাবিবলৈ ধৰিলে — 'যদি আমি তথাগতৰ ভিক্ষু সংঘত প্ৰবেশ কৰো তেতিয়া আমি এই অশান্তিৰ পৰা ৰক্ষা পৰিম। তেতিয়া সেই সেনানায়ক কেইজন ভিক্ষুৰ ওচৰ পালেগৈ আৰু তেওঁবিলাকৰ ওচৰত প্ৰব্ৰজ্যালোৱাৰ প্ৰাৰ্থনা জনালে। ভিক্ষুসকলে তেওঁবিলাকক প্ৰব্ৰজিত তথা উপসম্পন্ন কৰি দিলে। সেনা নায়ক সেনাৰ দলৰ পৰা অন্তৰ্ধ্যান হৈ গ'ল। সেনাপতিয়ে যেতিয়া দেখিবলৈ পালে যে সেনা নায়ক জনক দেখা নাই তেতিয়া তেওঁবিলাকে সৈনিক সকলক সুধিলে— কি কথা সেনাৰ নায়কজনক দেখা পোৱা নাই? সৈনিক সকলে উত্তৰ দিলে সেনাপতি সেনা নায়কজন ভিক্ষুসংঘত সম্মিলিত

হৈ গ'ল।' সেনাপতি তেতিয়া বৰ অপ্ৰসন্ন আৰু ক্ৰোধিত হৈ পৰিল। ৰাজকীয় সেনাৰ মানুহবিলাকক কেনেকৈ প্ৰব্ৰজিত কৰিব পাৰে? সেনাপতিয়ে এইবিষয়ে ৰজাক জনালে। ৰজাই ন্যায়ধীসসকলকপ্ৰশ্ন কৰিলে— অনুগ্ৰহ কৰি কওঁকচোন যি ৰাজকীয় সেনাৰ মানুহক প্ৰব্ৰজিত কৰে তেওলোকে কেনেকুৱা ধৰণৰ শাস্তি পাব লাগে?' মহাৰাজ! উপাধ্যায়ৰ মূৰটো কাটি পেলাব লাগে কাম্মাৱাচা পঢ়োতা সকলৰ জিভা কাটি পেলাব লাগে আৰু সংঘত সেই সদস্যসকলক যি ৰাজকীয় সৈনিক সকলক প্ৰব্ৰজিত কৰে সিহঁতৰ কামিহাড ভাঙ্গি দিব লাগে। তেতিয়া ৰজা আহি তাত পালেহি, য'ত তথাগত বিৰাজমান হৈ আছিল আৰু অভিবাদন কৰাৰ পাচত তেওঁ ভগবান বুদ্ধৰ প্ৰতি সকলো বৃতান্ত কৈ শুনালে।

'ভগবান। আপুনি জানেনে কেইবাজনো ৰজা ধৰ্মৰ বিৰোধী এই বিৰোধী ৰজা বিলাকে সামান্য কথাৰ কাৰণে ভিক্ষু সকলক কষ্ট দিবৰ কাৰণে প্ৰস্তুত হৈ আছে। যদি তেওঁবিলাকে জানিব যে ভিক্ষুসৈনিক সকলক ফুচুলাই মেলি ভিক্ষুসংঘত ভৰ্ত্তি কৰে তেতিয়া ইয়াৰ কল্পনা কৰাই টান হৈ পৰে। বা ভিক্ষুসকলৰ বিৰুদ্ধে কি কি ব্যৱস্থা ল'ব পাৰে? এই সমস্যাৰ পৰা বাচিবলৈ তথাগতে কিবা এটা যথাযোগ্য ব্যৱস্থা কৰিব লাগে। তথাগতে তেতিয়া উত্তৰ দিলে যে — মোৰ এইটো উদ্দেশ্য নহয় যে 'অহিংসাৰ আৰঁত থাকি সৈনিকে নিজৰ ৰজা বা দেশৰ প্ৰতি থকা তেও বিলাকৰ যি কৰ্তব্য তাৰ পৰা তেওঁবিলাক বিমুখ হৈ যাওক। সেই অনুপাতে ভগবান বুদ্ধই ৰাজকীয় সৈনিকে সংঘত প্ৰবেশ পোৱাৰ বিৰুদ্ধে এটা আইন বনাই দিলে আৰু ইয়াৰ ঘোষণা কৰি দিলে। - 'ভিক্ষু সকল কোনো ৰাজকীয় সৈনিবে প্ৰব্ৰজ্যা পাব নোৱাৰে। যদি কোনোবা প্ৰব্ৰজ্যা দিবলৈ আগবাঢ়ি আহে তেন্তে তেওঁৰ দুষ্কৃতিৰ আপত্তি (দোষ)। ১

এবাৰ শ্ৰমণ মহাবীৰৰ অনুসৰণকাৰী সিংহ সেনাপতিয়ে 'অহিংসাৰ বিষয়ে প্ৰশ্ন কৰিছিল। সিংহই সুধিলে - এতিয়াও এটা সন্দেহ মোৰ মনত বাকী আছে। আপুনি কি মোৰ মনৰ এই অন্ধকাৰ দূৰ কৰি দিবনে যাতে মই ধৰ্মক সেই ৰূপত বুজিব পাৰো যি ৰূপত আপুনি প্ৰতিপাদন কৰিছে। তথাগতে স্বীকাৰ কৰি লোৱাত সিংহ সেনাপতিয়ে সুধিলে -'ভগবান। মই সেনাপতি হও। মোক ৰজাই যুদ্ধ কৰিবৰ কাৰণে আৰু নিজৰ আইনক জনতাৰ দ্বাৰা কৰোৱাৰ কাৰণে নিযুক্ত কৰিছে। তেন্তে কি তথাগতে দুঃখী বিলাকৰ কাৰণে দয়া আৰু অসীম কৰুণাৰ শিক্ষা দিছে, অপৰাধীক দণ্ড দিবৰ কাৰণে অনুমতি দিছে নেকি? আৰু তথাগতৰ এইটোও বক্তব্য হৈছে যে নিজৰ ঘৰ নিজৰ পত্নী ল'ৰা ছোৱালী আৰু নিজৰ সম্পতি ৰক্ষা কৰিবৰ কাৰণে যুদ্ধ কৰাটোৱেই ঠিক কথা নহয় জানো? তথাগতে সম্পূৰ্ণ আত্মসমৰ্পণৰ শিক্ষাকে দিছেনে কি যে আততায়ীয়ে যি ইচ্ছা কৰে তাকে কৰিব পাৰে আৰু জোৰ জুলুম কৰি আমাৰ সম্পত্তি কাঢ়ি নিব বিচাৰে সিহঁতক লৈ ল'বলৈ দিব লাগেনে কি? তথাগতৰ বক্তব্য হৈছে যে সকলো প্ৰকাৰৰ যুদ্ধই ন্যায় ৰক্ষাৰ কাৰণে যুদ্ধ কৰা যায় সেইয়া বৰ্জিতনে কি?

তথাগতৰ উত্তৰ এই সম্পৰ্কে এনে আছিল - 'যি দণ্ডনীয় তাক দণ্ড দিয়াটো উচিত। যি উপহাৰৰ যোগ্য তাক উপহাৰ দিব লাগে। জগতে কোনো প্ৰাণীকে কষ্ট দিব নালাগে

কিন্তু তেওৰ লগত প্ৰেম আৰু দয়া সহকাৰে কথাবাৰ্ত্তা হোৱা দৰকাৰ। এইবিলাক আদৰ্শ পৰস্পৰ বিৰোধী নহয়। যি কোনো নিজৰ অপৰাধৰ কাৰণে দণ্ড ভোগ কৰিব লগাত পৰে সেইয়া ন্যায়াধীশৰ দ্বেষ-বুদ্ধিৰ কাৰণে নহয় কিন্তু সেইয়া হৈছে নিজৰ অকুশল কৰ্মৰ পৰিণাম স্বৰূপে। ন্যায়াধীশৰ দ্বাৰা দিয়া নিজৰ কৰ্ম ফলৰ ন্যায়াধীশে যেতিয়া দণ্ড দিয়ে তেতিয়া তেওঁৰ মনত দণ্ডণীয় ব্যক্তিৰ প্ৰতি কোনো প্ৰকাৰৰ হিংসাৰ ভাৱনা থাকিব নালাগে আৰু এজন হত্যাকাৰীক ফাঁচীৰ শাস্তি দিব লাগে তেনে ইয়াকেই ভাবিব লাগে যাতে সেইয়া তেওৰ নিজৰ কৰ্মৰ ফল মাত্ৰ। ন্যায়াধীশে যেতিয়া দণ্ড দিয়ে তেতিয়া তেওৰ মনত দণ্ডণীয় ব্যক্তিৰ প্ৰতি কোনো প্ৰকাৰৰ হিংসাৰ ভাৱনা থাকিব নালাগে আৰু এজন হত্যাকাৰীক ফাঁচীৰ শাস্তি দিব লাগে তেনে ইয়াকেই ভাবিব লাগে যাতে সেইয়া তেওৰ নিজৰ কৰ্মৰ ফল মাত্ৰ। যেতিয়া তেও বুজিব যে 'দণ্ড'ই তেওঁৰ অন্তৰাত্মাক শুদ্ধ কৰি তুলিব তেনে কোনো দণ্ডনীয় ব্যক্তিয়ে নিজৰ ভাগ্যকলৈ কেতিয়াও কান্দিব লগাত নপৰে কেৱল প্ৰসন্ন হৈহে থাকিব।

এই বিলাক কথা ভালদৰে বিচাৰ কৰিলে এইটো স্পষ্ট হোৱা উচিত যে ভগবান বুদ্ধৰ দেশনাত 'অহিংসাই সম্পূৰ্ণ মূখ্য স্থান পাইছে, কিন্তু সেইয়া নিৰপেক্ষ নহয়েই। তেও ভালদৰে শিকালে যে বেয়াক ভালদৰে জানিব লাগে কিন্তু এইটো কেতিয়াও শিকাব নালাগে যে বেয়াই হে ভালক জানিব লাগে। তেও অহিংসাৰ সমৰ্থক আছিল আৰু হিংসাৰ নিন্দক। কিন্তু তেও ক'তো অস্বীকাৰ কৰা নাই যে বেয়াৰ পৰা ভালক ৰক্ষা কৰিবৰ কাৰণে শেষত কোনো কোনো ঠাইত হিংসাৰ আশ্ৰয় ল'ব লগাত পৰে।

ভগবান বুদ্ধই কোনো বিপদজনক সিদ্ধান্তৰ প্ৰতিবাদন কৰা নাই। সমালোচকেই তাৰ বাস্তৱিক স্বৰূপ আৰু যি ক্ষেত্ৰক ভালদৰে বুজি পোৱা নাযায়।

## ৪ শীলৰ প্ৰচাৰে সংসাৰক অন্ধকাৰ বৃত্ত কৰাৰ দোষাৰোপন।

দু খক কপিলে যি অৰ্থ কৰিছিল সেইয়া আছিল চঞ্চলতা অশান্তি আৰু অস্থিৰতা। আৰম্ভণিতে এই শব্দই কিছু তাত্বিক অৰ্থ ৰাখিছিল। পিচত ইয়াৰ অৰ্থ শৰীৰ আৰু মনৰ কষ্ট হৈ পৰিল। দুযোটা অৰ্থই পৰস্পৰৰ বহুত দূৰত নাছিল। দুয়োটাই ওচৰা ওচৰি আছিল। অশান্তিৰ দ্বাৰাই শৰীৰ তথা মনৰ কষ্টৰ উৎপন্ন হয়। অচিৰ কালতেই ইয়াৰ অৰ্থ সামাজিক তথা আৰ্থিক কাৰণৰ দ্বাৰাই শাৰীৰিক আৰু মানসিক কষ্ট সহ্য কৰিব পৰা হ'ল। ভগৱান বুদ্ধই 'দু খ শব্দক কেনেবিলাক অৰ্থত প্ৰয়োগ কৰিছে? ভগৱান বুদ্ধৰ এটা প্ৰবচন আছে, যাৰ দ্বাৰা এইটো স্পষ্ট হয় যে তথাগতে এই কথাৰ দ্বাৰা অপৰিচিত নাছিল যে দৰিদ্ৰতা হৈছে দুঃখৰ জননী। তেওৰ এই প্ৰৱচনত তথাগতে কৈছে ঃ- ভিক্ষুসকল সাংসাৰিক মানুহৰ কাৰণে দৰিদ্ৰতা কি দু.খদ বস্তু নে কি? 'ভগৱান! নিশ্চিত ৰূপে। আৰু মানুহ যেতিয়া দুখীয়া হয় তেতিয়া তেওৰ দৰ্কাৰি হয়, হাত খালি থাকে তেও বিলাকৰ ঋণ লোৱাৰ আৱশ্যকতা আহি পৰে তেনে কি সেই অৱস্থাও দুংখদনে কি? 'ভগৱান! নিশ্চিত ৰূপে। আৰু যেতিয়া তেও ঋণ লোৱাৰ আৱশ্যক হৈ পৰে তেতিয়া তেও ধাৰ লয় তেতিয়া কি সেইয়াও দুংখদনে কি? 'ভগৱান! নিশ্চিত ৰূপে। আৰু যেতিযা ধাৰ মৰাৰ সময় আহি

পৰে তেনে ঋণ পৰিশোধ কৰিব নোৱাৰে আৰু তাৰ ওপৰত জোৰ জুলুম কৰে তেতিয়া এইয়াও কি দু:খদনে?

'ভগবান। নিশ্চিত ৰূপে। আৰু তেওঁ জোৰ কৰিলেও যেতিয়া ধাৰ পৰিশোধ কৰিব নোৱাৰে তেতিয়া তেও তেওঁক মাৰপিত কৰে তেনে এইয়াও কি দুঃখদ নে ? "ভগবান। নিশ্চিত ৰূপে আৰু যেতিয়া মাৰপিত কৰিলেও ধাৰ পৰিশোধ কৰিব নোৱাৰে তেতিয়া তেও তেওক বান্ধি পেলাই, তেনে এইয়াও কি দু:খদনে?

'ভগবান! নিশ্চিত ৰূপে।' আৰু এই কাৰণে ভিক্ষুসকলে দৰিদ্ৰতা, আৱশ্যকতা ধাৰ লওতা জোৰ জুলুমকৰা মাৰপিত কৰা তথা বান্ধিপেলোৱা এই সকলো বিলাক সাংসাৰিক পুৰুষৰ কাৰণে কষ্টপ্ৰদ। 'সংসাৰত দৰিদ্ৰতা আৰু ধাৰ কৰা ডাঙৰ দু খদ।" ইয়াৰ দ্বাৰাই স্পষ্ট হয় যে ভগবান বুদ্ধৰ দুঃখৰ কল্পনা ভৌতিক ও।১

## (২)

## 'অনিত্যতা'ক অন্ধকাৰৰ কাৰণ বুলি কোৱা

এই 'অন্ধকাৰ বৃত্ত'ৰ আৰোপৰ দ্বিতীয় কাৰণ হৈছে 'অনিত্যতা এই সিদ্ধান্তক কোৱা যায় যে যি বিলাক নেকি কোনো বস্তুৰ দ্বাৰাই হৈছে সেই সকলো বিলাকেই অনিত্য। এই সিদ্ধান্তৰ পবিত্ৰতাক সকলোৱেই স্বীকাৰ কৰিছে। প্ৰত্যেকেই এইটো জানিব বিচাৰে যে সকলো বস্তুয়েই অনিত্য।

যদি কোনো সিদ্ধান্ত 'সত্য হয় তেনে তাৰ ঘোষণা হ'ব লাগে যেনে - স্বয়ং 'সত্য লাগিলে সি অৰু চিকৰেই কিয় নহওঁক। কিন্তু ইয়াৰ দ্বাৰা এটা নিৰাশাবাদী পৰিণাম কিয় উলিয়াব লাগে? যদি জীৱনটো অলপ দিনৰ কাৰণেই হয় তেনে ই অলপ দিনৰ কাৰণেহে, এই বিষয়ত কোনো দু খী হোৱাৰ আৱশ্যক নকৰে। এইয়া কেৱল নিজৰ নিজৰ দৃষ্টিকোণৰ কথাহে। বৰ্মী বিলাকৰ দৃষ্টিকোন সম্পূৰ্ণ ভিন্ন। কোনো এজনৰ মৃত্যুৰ উৎসৱ ধৰ্মীয় পৰিয়ালত এনেদৰে পালন কৰা যায় যেন ই আনন্দ কৰাৰ কথাহে। যি দিনা কাৰোবাৰ মৃত্যু হয় গৃহস্থই সকলো পৰিচিতকে এটা ভোজ' দিয়ে আৰু মানুহ বিলাকে নাচি-বাগি গান গাই মৃতদেহ শ্মশান ভূমিলৈ লৈ যায়। মৃত্যু হ'ব লগীয়া আছিল এই কাৰণে কোনেও তাৰ কাৰণে পৰোৱাই নকৰে। যদি অনিত্যতাৰ সিদ্ধান্ত নিৰাশজনক হয় তেনে কি ই এই কাৰণেই হয় যে 'নিত্যতাক যি আচলতে অসত্যক সত্য বুলি মানি লোৱা হৈছে। এই কাৰণে বুদ্ধৰ দেশনাৰ ওপৰত এই আৰোপ লগোৱা হোৱা নাছিল যে ই মানুহক নিৰাশ কৰোতাহে।

## (৩) বৌদ্ধ ধৰ্ম নিৰাশাবাদীনে কি?

ভগবান বুদ্ধৰ ধৰ্মৰ ওপৰত 'নিৰাশাবাদী' ধৰ্ম হোৱাৰ আৰোপ লগালে এই আৰোপৰ প্ৰথম কাৰণ হৈছে আৰ্য্য সত্য, যি কব বিচাৰে যে সংসাৰত দুঃখ (= চিন্তা কষ্ট) আছে। এইটো সঁচাকৈয়ে আচৰিত কথা যে দুঃখৰ উল্লেখ হোৱা মাত্ৰকে বুদ্ধ ধৰ্মৰ ওপৰত এই আৰোপ লগোৱা হয়। কাৰ্লমাৰ্ক্সেও কৈছিল যে সংসাৰত শোষণ আছে, যাৰ দ্বাৰাই দৰিদ্ৰ আৰু দৰিদ্ৰহৈ গৈ আছে, ধনী আৰু অধিক ধনী হৈ গৈ আছে, কিন্তু তথাপিতো কোনেও কোৱা নাই যে কাৰ্লমাৰ্ক্সৰ সিদ্ধান্ত 'নিৰাশাবাদী বুলি। তেতিয়া হ'লে বুদ্ধ দেশনাৰ কাৰণেই

এটা ভিন্ন দৃষ্টিকোণ কিয় ৰখা হৈছে ? ইয়াৰ এটা কাৰণ এইটোও হ'ব পাৰে যে তেওঁ নিজৰ প্ৰথম উপদেশতেই কোৱা হৈছে যে জন্মও দুঃখ, জৰাও দু.খ আৰু মৰণো দুঃখ আৰু ইয়াৰ দ্বাৰা বুদ্ধৰ ধৰ্মক গভীৰ ভাবে নিৰাশবাদীৰ ৰঙ লগাই দিলে। কিন্তু যি শব্দ শিল্পী ৰূপে তেওঁ বিলাকে জানে যে এইটো এটা কলাপূৰ্ণ অতিশয়োক্তি মাত্ৰ আৰু যি এই সাহিত্যিক কলাত নিষ্ণাত তেওঁ বিলাকে প্ৰভাৱ উৎপন্ন কৰিবৰ কাৰণে ইয়াৰ প্ৰয়োগ কৰে। কথা হৈছে যে 'জন্ম দুখ' এইয়া হৈছে অতিশয়োক্তি এইয়া ভগবান বুদ্ধৰ এটা বেলেগ প্ৰবচনৰ দ্বাৰা সিদ্ধ কৰিব পাৰিল য'ত তেওঁ কৈছে যে 'মনুষ্য জন্ম হৈছে এটা দুৰ্লভ বস্তু।

পুনৰ যদি বুদ্ধই কেবল 'দুঃখৰ কথাকে কয়, তথাপি সম্ভৱ তথাগতৰ ওপৰত এই আৰোপকে লগোৱা হৈছিল । কিন্তু ভগবান বুদ্ধৰ দ্বিতীয় আৰ্য্য সত্যই এই কথাৰ ওপৰত জোৰ দিছে যে এই দুঃখৰ অন্ত হ'ব লাগে। দুঃখক অন্ত কৰিবৰ কাৰণে এই কথাৰ ওপৰত জোৰ দিবৰ কাৰণে তথাগতক দুঃখৰ অস্তিত্বৰ বিষয়ে চৰ্চা কৰিব লগাত পৰিল। ভগবান বুদ্ধই দুঃখ দূৰ কৰিব পৰাৰ কথাৰ ওপৰতহে বেছিকৈ মহত্ব দিছে। কাৰণ এয়ে যে যেতিয়া তেওঁ দেখিলে যে কপিলে কেবল দুঃখৰ অস্তিত্বৰ চৰ্চাহে কৰি আছে আৰু ইয়াতকৈ অধিক আৰু একো কৰা নাই। তেতিয়া তেও অসন্তুষ্ট হ'ল আৰু তেওঁক আলাৰকালামৰ আশ্ৰমলৈ এৰি দিলে। তেনে স্থিতিত ধৰ্মক নিৰাশাবাদী ধৰ্ম বুলি কেনেকৈ কোৱা যায়? নিশ্চয় কৰি যি গুৰুৱে দুঃখৰ অন্ত দেখিবৰ কাৰণে ইমান উৎসুক আছিল তেনে স্থিতিত তেওঁক নিৰাশাবাদী বুলি কোৱা নাযায়।

### ৫ 'আত্মা' তথা 'পুৰ্নজন্ম' সম্বন্ধে সমালোচনা।

ভগবান বুদ্ধই কলে- 'আত্মা' নাই। ভগবান বুদ্ধই ক'লে- 'পুৰ্নজন্ম' আছে। এনে মানুহৰ সংখ্যা কম নাছিল যি ভগবান বুদ্ধৰ ওপৰত এই দোষ লগাইছিল যে তেওঁ পৰস্পৰ বিৰোধী সিদ্ধান্তৰ প্ৰচাৰক বুলি। তেওঁ বিলাকৰ শঙ্কা হৈছিল- যদি 'আত্মা' নাই তেনে পুৰ্নজন্ম কেনেকৈ হ'ব পাৰে? ইয়াত ক'তো কোনো বিৰোধ নাই। বিনা 'আত্মা'ই পুনৰ্জন্ম হ'ব পাৰে। আমৰ গুটিৰ পৰা আমৰ গছ হয়। আমৰ গছত আমৰ ফল লাগে। এইয়া হৈছে- 'আম'ৰ পুৰ্নজন্ম। কিন্তু ইয়াত 'আত্মা হলে ক'তো নাই। এইদৰে বিনা 'আত্মা'ই পুনৰ্জন্ম হ'ব পাৰে।

### ৬ উচ্ছেদবাদী হোৱাৰ দোষাৰোপন

এসময়ত ভগবান বুদ্ধই যেতিয়া শ্ৰাবস্তীৰ জেতবনাৰামত আছিল, তেতিয়া তেওঁ অৰিট্ঠক মাতি পথালে। অৰিটঠ আহিল। প্ৰশ্ন কৰিলত তেওঁৰ মুখ বন্ধহে গ'ল। তেতিয়া তথাগতে তেওঁক কলে- "কিছুমান ব্ৰাহ্মণে মোৰ ওপৰত ভুল ধাৰণাৰে মিথ্যা ভাৱত, মিছা ৰূপত- উচ্ছেবাদী হোৱাৰ দোষাৰোপন' কৰে। কয় যে মই প্ৰাণী বিলাকক উচ্ছেদৰ অভাবাত্মক বিনাশৰ শিক্ষা দিও। এইয়া হৈছে বাস্তৱিকতাৰ একেবাৰে বিৰুদ্ধ কথা। এইয়াতো মই নহও, এইয়াতো মই নিশিকাও। প্ৰথমতো আৰু আজিও মই ইয়াকেই শিকাও যে দুঃখ আছে দুঃখৰ নিৰোধ আছে।

---

১, অলগদ্দূপম সূত্ত, মজ্ঝিম নিকায়।

## চতুৰ্থ ভাগ

## সমৰ্থক আৰু প্ৰশংসক

### (১) ধানংজানী ব্ৰাহ্মণীৰ শ্ৰদ্ধা।

তথাগতৰ অসংখ্য সমৰ্থক আৰু প্ৰশংসক আছিল। সেই বিলাকৰ ভিতৰত ধানংজানীও এজনী আছিল। তেওঁ ভাৰদ্বাজ ব্ৰাহ্মণৰ পত্নী আছিল। তেওঁৰ পতিয়ে তথাগতৰ প্ৰতি ঘৃণা কৰিছিল। কিন্তু ধানংজানী ভগবান বুদ্ধৰ ভক্ত আছিল। তেওঁৰ শ্ৰদ্ধা উল্লেখযোগ্য। সেই সময়ত ভাৰদ্বাজ পৰিয়ালত এজন ব্ৰাহ্মণৰ ধানংজানী নামৰ পত্নীয়ে নিজৰ পতিৰ সৈতে ৰাজগৃহত আছিল। তেওঁৰ পতি তথাগতৰ বৰ বিৰোধী আছিল, কিন্তু ধানংজানী বুদ্ধ, ধৰ্ম আৰু সংঘৰ প্ৰতি ইমানেই প্ৰসন্ন আছিল যে তেওঁ ত্ৰি- ৰত্নৰ স্তুতি কৰাত বৰ আনন্দ পাইছিল। যেতিয়াই তেওঁ এই ধৰণৰ মুখ খুলি প্ৰশংসা কৰিবলৈ ধৰে, তেতিয়াই তেওঁৰ পতিয়ে কান বন্ধ কৰি দিয়ে। এসময়ত যেতিয়া তেওঁ ব্ৰাহ্মণ সকলক ভোজনৰ কাৰণে নিমন্ত্ৰণ জনালে তেওঁ ব্ৰাহ্মণীক কলে যে তেওঁ আৰু যি বিচাৰে তাকে কৰক কিন্তু বুদ্ধৰ স্তুতি শুনাই তেওঁ তেওঁৰ অতিথি সকলক অপ্ৰসন্ন নকৰে যেন।

ধানংজানীয়ে এনে কোনো কথা দিবৰ কাৰণে প্ৰস্তুত নাছিল।তেওঁ তেওঁক ধমকি দিলে যে তৰোৱালেৰে কল কটাৰ দৰে টুকুৰা টুকুৰ কৰি কাটি পেলাব। তেওঁ আত্ম বলিদানৰ কাৰণে প্ৰস্তুত আছিল। এইদৰে তেওঁ নিজৰ কথাৰ স্বাধীনতা ৰক্ষা কৰিছিল, আৰু তেওঁ ভগবান বুদ্ধৰ স্তুতিত পাঁচশ গাথা কৈ শুনালে। ব্ৰাহ্মণে বিনা চৰ্ত্তত পৰাজয় স্বীকাৰ কৰিলে। ভোজনৰ পাত্ৰ আৰু সোণৰ চামোচ দিয়া হৈছিল। অতিথিয়ে ভোজনৰ নিমিত্তে বহিল। অতিথিক ভোজন কৰোৱাৰ সময়তে তেওঁৰ শক্তিশালী ভাৱনাক জোৰাৰ তুলিলে। তেওঁ বেলুবনাভিমুখী হ'ল আৰু তেওঁ ত্ৰি-ৰত্নৰ স্তুতি কৰিলে। অপমানিত হৈ অতিথি সকল থিয় হ'ল। এজনী নাস্তিকাৰ উপস্থিতিৰ দ্বাৰা গোটেই ভোজন অপবিত্ৰ হৈ গ'ল। থু-থু কৰি তেওঁ বিলাকে তাৰ পৰা বিদায় ললে। ব্ৰাহ্মণে গোটেই ভোজটো নষ্ট কৰিলি বুলি ব্ৰাহ্মণীক বহুত গালি পাৰিলে।

তেওঁ পুনৰ ভাৰদ্বাজ ব্ৰাহ্মণক ভোজন কৰোৱাৰ সময়ত ত্ৰি-ৰত্নৰ স্তুতি কৰিলে বুদ্ধক নমস্কাৰ, ধৰ্মক নমস্কাৰ, সংঘক নমস্কাৰ। এনে কথাত ভাৰদ্বাজ ব্ৰাহ্মণ বৰ ক্ৰোধান্বিত হ'ল আৰু চিঞৰিলে "কৰবাৰ চণ্ডালিনী, সকলো সময়তে মূৰ- খুৰাই থকা বিলাকৰ গীতকে গাই থাক। হেৰ' চণ্ডালিনী! মই তোৰ গুৰুক গৈ ভালদৰে এসেকা দিম। ধানংজানীৰ উত্তৰ হ'ল- হে ব্ৰাহ্মণ। সদেৱ, সমাৰ, স ব্ৰাহ্ম লোকত কোনো শ্ৰমণ ব্ৰাহ্মণ,কোনো দেৱতা বা কোনো মনুষ্যকলাগ পোৱা নাই যি সেই অৰ্হত সম্যক সম্বুদ্ধক এইদৰে যেয়া কথা কব পাৰে। কিন্তু তুমি তেওঁৰ ওচৰলৈ যোৱা, তেতিয়া তুমি নিজেই দেখিবলৈ পাবা।"

তেতিয়া খঙত অতীৱ অপ্ৰসন্ন ব্ৰাহ্মণে তথাগতক বিচাৰি ওলাল। তাত পাই, য'ত তথাগত আছিল, তেওঁ শিষ্টাচাৰেৰে কথা পাতিলে আৰু একাষে বহিল। এইদৰে বহি ব্ৰাহ্মণে তথাগতৰ প্ৰতি প্ৰশ্ন কৰিলে-"সুখেৰে থাকিবৰ কাৰণে আমি কাক হত্যা কৰিব লাগে? আৰু

কান্দিব লগাত নপৰে ইয়াৰ কাৰণে আমি কাক হিংসা কৰিব লাগে? গৌতম! সেইটো কি যাক হত্যা কৰাতো তুমি আটাইতকৈ অধিক সমৰ্থন কৰানে? তথাগতে উত্তৰ দিলে - — 'সুখ পূবক থাকিবৰ কাৰণে ক্ৰোধক হত্যা কৰিব লাগিব। আৰু কান্দিব লগাত নপৰে ইয়াৰ কাৰণ আমি ক্ৰোধক হিংসা কৰিব লাগে। হে ব্ৰাহ্মণ! ক্ৰোধৰ- যাৰ বিষেই হৈছে মূল, যাৰ শিখৰ উত্তেজনা পূৰ্বক আৰু য'ত হত্যাকাৰী আনন্দিত হয়। শ্ৰেষ্ঠ সকলে এই ধৰণৰ হিংসাৰ প্ৰশংসা কৰে। যদি ভবিষ্যতে কন্দাকটা মাৰপিত নহয়, তেনে ক্ৰোধক হিংসা কৰিব লাগে।"

ভগবান বুদ্ধৰ প্ৰবচনৰ শ্ৰেষ্ঠত্বক বুজি পাই ভাৰদ্বাজ ব্ৰাহ্মণে কলে — 'ভগবান অদ্ভুত! ভগবান অদ্ভুত! যেনেকৈ কোনো মানুহে পৰি থকা বস্তুটোক স্থিৰ কৰি দিয়ে অথবা লুকাই থকাক দেখুৱাই দিয়ে অথবা পথ ভ্ৰষ্টক উচিত ৰাস্তা দেখুৱাই দিয়ে অথবা অন্ধকাৰৰ প্ৰদীপ প্ৰজ্বলিত কৰি দিয়ে যাতে চকু থকাই বাহিৰৰ বস্তু দেখি পাই । এইদৰে ভগৱান বুদ্ধই নানা প্ৰকাৰে নিজৰ সৎ ধৰ্মক উচ্চ স্থান দিয়ে। ভগৱান! মই বুদ্ধ ধৰ্ম তথা সংঘত শৰণ গ্ৰহণ কৰিছো। মই গৃহস্থীধৰ্ম ত্যাগ কৰি প্ৰব্ৰজিত হ'ব বিচাৰো। এই দৰে ধানংজানী কেবল স্বয়ং ভগবান বুদ্ধৰে ভক্ত নাছিল। কিন্তু তেও আনকো ভক্ত কৰি লৈছিল।১

## ২ বিশাখাৰ দৃঢ শ্ৰদ্ধা

বিশাখাই অঙ্গজন পদৰ ভদ্দিয় নগৰত জন্ম গ্ৰহণ কৰিছিল। পিতাকৰ নাম ধনঞ্জয় আৰু মাকৰ নাম সুমনা আছিল। এবাৰ সেল ব্ৰাহ্মণৰ নিমন্ত্ৰণত বহুত বিলাক ভিক্ষু সহিত তথাগতে ভদ্দিয়ৰ ফালে যাত্ৰা কৰিলে। সেল ব্ৰাহ্মণৰ নাতিনী বিশাখাৰ আয়ুস সেই সময়ত সাত বছৰ আছিল। যদিও বিশাখাৰ বয়স কেবল সাত বছৰহে আছিল তথাপি তেও ভগবান বুদ্ধৰ দৰ্শনৰ কাৰণে ইচ্ছা কৰিছিল। মেণ্ডকে তেওঁক আজ্ঞা দি দিলে যে তেও তথাগতক দৰ্শন কৰি আহিব। লগত তেওঁ পাচঁশ লগৰীয়া পাঁচশ দাস আৰু পাঁচশ ৰথো দিলে।

ৰথ অলপ দূৰত ৰাখি তেওঁ খোজ কাটি তথাগতৰ ওচৰ পালেহি। ভগবান বুদ্ধই তেওক ধৰ্ম্মৰ উপদেশ দিলে আৰু তেও তেওঁৰ গৃহস্থ শিষ্যা (= উপাসিকা) হৈ গ'ল।

ইয়াৰ পিচত পোহ্ধৰ দিন পৰ্য্যন্ত মেণ্ডকে ভগবান বুদ্ধ আৰু তেওৰ ভিক্ষু সংঘক প্ৰতিদিনে নিমন্ত্ৰণ কৰি ভোজন কৰাবলৈ ধৰিলে। শেষত প্ৰসেনজিতৰ কথামতে বিম্বিসাৰে ধনঞ্জয়ক কোশল জন পদত থাকিবৰ কাৰণে পঠালে আৰু বিশাখা নিজ পিতা মাতাৰ লগত গ'ল আৰু সাকেতত থাকিবলৈ ল'লে। শ্ৰাবস্তীত এজন সদাগৰ আছিল। নাম আছিল মিগাৰ। তেওৰ নিজ পূণ্য বৰ্দ্ধন নামৰ পুত্ৰৰ বিবাহৰ চিন্তা কৰি তেওঁ কোনো লোকক উপযুক্ত কন্যা বিচাৰি পঠাইছিল।

ছোৱালী বিচৰা মানুহ ঘূৰি ঘূৰি আহি সাকেত পালেহি তেও বিলাকে দেখিলে যে কোনো উৎসৱৰ দিনত বিশাখাই সৰোবৰত স্নান কৰিবলৈ গৈ আছে।

সেই সময়ত বৰ জোৰেৰে বৰষুণ আহিল। বিশাখাৰ সখীয়েক বিলাক দৌৰি আহি থিয় দিলেহি কিন্তু বিশাখাই তেনে নকৰিলে। তাই ধীৰ স্থিৰ গতিৰে গৈ সেই ঠাইত পালেগৈ

য'ত মিগাৰৰ 'দূত' থিয় দি আছিল। তেওঁ বিলাকে তেওঁক সুধিলে তই দৌৰি গৈ নিজৰ কাপোৰ কাণিখিনি কিয় নবচালি? তাই উত্তৰ দিলে যে, তাইৰ কাপোৰৰ অভাব নাই, কিন্তু দৌৰিলে পিচলখাই পৰিলে হাড় মূৰ ভঙ্গাৰ ভয় থাকে। 'অবিবাহিত ছোৱালী কেইজনী'ক তাই কলে 'সেই বস্তুৰ দৰে ৰাখিব লাগে যাক বিক্ৰীৰ কাৰণে লৈ ৰাখি থোৱা যায়। তেওঁৰ চেহেৰা পাতি থিক সেই ধৰণে থাকিব লাগে'।

যাক তেওঁৰ সৌন্দৰ্য্যই প্ৰথমৰ পৰাই প্ৰভাৱিত কৰি দিছিল তেওঁ বিলাকে তেওঁৰ বুদ্ধিৰ কাৰণেও প্ৰভাৱিত হৈছিল। দূতে তেওঁক এধাৰ ফুলৰ মালা উপহাৰ দিলে যি বিবাহৰ প্ৰস্তাৱৰ প্ৰতীক আছিল। সেইয়া স্বীকৃত হ'ল। বিশাখা ঘৰলৈ ঘূৰি অহাত দূতো তেওঁৰ পিছে পিছে ঘৰলৈ আহিল। তেওঁ পূণ্য বৰ্দ্ধনৰ দ্বাৰা বিবাহ কৰোৱাৰ প্ৰস্তাব বিশাখাই পিতাক ধনঞ্জয়ৰ সম্মুখত উপস্থিত কৰিলে। প্ৰস্তাৱ স্বীকৃত হ'ল আৰু পত্ৰৰ দ্বাৰা বিনিময় স্থিৰ হ'ল। ৰজা প্ৰসেনজিতে যেতিয়া শুনিলে তেতিয়া তেওঁ লগতে সাকেতলৈ যাবৰ কাৰণে ক'লে। এইয়া অসাধাৰণ সন্মানৰ কথা আছিল। ধনঞ্জয় ৰজাই তেওৰ উত্তৰাধিকাৰী মিগাৰ পূণ্যবৰ্দ্ধন তথা সকলো বিবাহ যাত্ৰীক বৰ আদৰ সৎকাৰ কৰিলে। আতিথ্যত কোনোধৰণৰ হীনদেৰি কৰা নাছিল। বোৱাৰীৰ অলংকাৰ বনাবৰ কাৰণে পাঁচশ সোনাৰী নিযুক্তি দিলে। ধনঞ্জয়ে নিজৰ ছোৱালীক যৌতুকৰ ধনেৰে ভৰা পাঁচশ গাড়ী তথা সোণ আৰু পশুৰে ভৰা পাঁচশ গাড়ী দিলে।

যেতিয়া বিশাখাৰ বিদায় লোৱাৰ সময় আহিল তেতিয়া ধনঞ্জয়ে তেওঁক দহোটা উপদেশ দিলে যাক মিগাৰেও ওচৰৰ কোথাত থকাৰ কাৰণে সুনিলে। এই দহোটা উপদেশ এনে ধৰণৰ আছিল। (১) ঘৰৰ জুই বাহিৰত যাবলৈ দিব নালাগে। (২) বাহিৰৰ জুইও ঘৰলৈ আহিব দিব নালাগে। (৩) যি বদলি কৰি দিয়ে তাকেই দিবা। (৪) যি বদলি কৰি নিদিয়ে তাক দিব নালাগে (৫) যি দিয়ে তাকে দিয়া (৬) যি নিদিয়ে তাক দিব নালাগে। (৭) প্ৰসন্নমনেৰে বহি থাকিব লাগে। (৮) প্ৰসন্ন পূৰ্ব্বক খোৱা বোৱা কৰিব লাগে (৯) জুইক সম্ভালিব লাগে তথা (১০) গৃহ দেৱতা সকলক সন্মান কৰিব লাগে।

দ্বিতীয় দিনা ধনঞ্জয়ে আঠজন গৃহস্থক নিজৰ ছোৱালীৰ গুণ দোষৰ বিবেচনা কৰিবৰ কাৰণে নিযুক্ত কৰিলে আৰু তেওঁৰ কৰ্ত্তব্য আছিল যে যদি বিশাখাৰ ওপৰত কোনো আৰোপ লগোৱা হয় তেনে তাৰ পৰীক্ষা কৰি ল'ব লাগে। মিগাৰে ইচ্ছা কৰিছিল যে তেওঁৰ পুত্ৰ আৰু বোৱাৰীক শ্ৰাৱস্তীৰ জনতাই যাতে দেখিবলৈ পাই। মানুহ বিলাক ৰাস্তাৰ দুয়ো কাষে থিয় দিলে আৰু বিশাখাই ৰথত থিয় দি শ্ৰাৱস্তীত প্ৰবেশ কৰিলে। জনতাই তাৰ পৰা বিভিন্ন ধৰণৰ বস্তু আগ বঢ়ালে, কিন্তু সকলো বিলাক বস্তু তেওঁ মানুহ বিলাকৰ মাজত ভগাই দিলে।

মিগাৰ নিৰ্গ্ৰন্থো সকলৰ উপাসক আছিল বিশাখা ঘৰলৈ অহাৰ পিছত শীঘ্ৰে তেওঁ বিলাকক মাতি পঠালে । তেওঁ বিলাক অহাত মিগাৰে বিশাখাক স্বাগত জনাবৰ কাৰণে তেওঁক ক'লে। কিন্তু তেওঁ বিলাকৰ নগ্নতা দেখি বিশাখা উদিগ্নহৈ উঠিল। তেওঁ তেওঁৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিবলৈ অস্বীকাৰ কৰিলে। নিগন্থো সকলে আগ্ৰহ কৰিলে যে বিশাখাক

এতিয়া ঘূৰাই পঠোৱা হওঁক, কিন্তু মিগাৰে প্ৰতিস্কা কৰাতো উচিত বুলি ভাবিলে। এদিন মিগাৰে খাই আছিল আৰু বিশাখাই ওচৰতে বহি বিচি আছিল, বাহিৰত এজন ভিক্ষুক দেখিবলৈ পালে। বিশাখাই অকলমান আঁতৰি দিলে, যাতে মিগাৰে ভিক্ষু জনক দেখা পায়। কিন্তু মিগাৰে ভিক্ষু জনৰ প্ৰতি কেৰাহীকৰি নাচালেই। তেওঁ কেৱল ভোজন কৰিয়েই থাকিল।

এনে পৰিস্থিতিত বিশাখাই ভিক্ষুৰ প্ৰতি ক'লে, ভন্তে! আগবাঢ়ি যাওঁক, মোৰ শহুৰে বাঁহি ভোজন কৰি আছে। মিগাৰৰ বৰ খং উঠিল। তেওঁ তেওঁক ঘূৰাই পঠাব বিচাৰিলে। কিন্তু বিশাখাই কোৰাত মামলা সেই আঠজন 'পঞ্চ'ৰ সন্মুখত উপস্থিত কৰালে। বিশাখাৰ বিৰুদ্ধে যিমানখিনি আৰোপ লগালে, তেওঁ বিলাকে তেওঁক সকলো বিলাক পৰীক্ষা কৰিলে। কিন্তু বিশাখা নিৰ্দ্দোষী বুলি প্ৰমাণিত হ'ল। বিশাখাই তেতিয়া আজ্ঞা বিচাৰিলে যে তাইক তেওঁৰ পিতাকৰ ঘৰলৈ পঠাব লাগে। তেতিয়া মিগাৰ আৰু তেওঁৰ পত্নীয়ে ক্ষমা বিচাৰিলে। বিশাখাই এনে চৰ্ত্তৰ ওপৰত থাকিবৰ কাৰণে স্বীকাৰ কৰিলে যে, মিগাৰে ভগবান বুদ্ধ আৰু তেওঁৰ ভিক্ষু সকলক ঘৰলৈ নিমন্ত্ৰণ কৰিব লাগিব। এইয়া তেওঁ কৰিলে। কিন্তু নিৰ্গন্ঠো বিলাকৰ হৈচাৰ কাৰণে তেওঁ তথাগতক ভোজন কৰোৱাৰ কাম বিশাখাৰ ওপৰত দায়িত্ব দিলে কিন্তু নিজে পৰ্দাৰ আঁৰৰ পৰা তথাগতৰ প্ৰবচন শুনিবলৈ ধৰিলে। সেই প্ৰবচনৰ প্ৰ ভাৱ তেওঁৰ ওপৰত এনে দৰে পৰিল যে তেও উপাসক হৈ গ'ল। বিশাখাৰ প্ৰতি তেওঁ অত্যন্ত কৃতজ্ঞ আছিল। ইয়াৰ পিচত তেওঁ তেওঁক নিজৰ মাকৰ সমানেই বুজিবলৈ ধৰিলে আৰু সেই আদৰ সৎকাৰ কৰিবলৈ ধৰিলে। এই কাৰণে ইয়াৰ পিচৰ পৰাই বিশাখাৰ নাম মিগাৰ মাতা হ'ল। বিশাখাৰ এনে দৰেই তথাগতৰ প্ৰতি দৃঢ় শ্ৰদ্ধা উপজিল।

## ৩ মল্লিকাৰ শ্ৰদ্ধা

এসময়ত যেতিয়া ভগবান বুদ্ধই শ্ৰাবস্তীৰ জেতবনাৰামত আছিল এজন গৃহস্থৰ প্ৰিয় পুত্ৰৰ বিয়োগ ঘটিলে। পিতাকে তাৰ শোকত ইমান সন্তপ্ত হ'ল যে তেওঁৰ খোৱা বোৱা আৰু ব্যৱসায় বাণিজ্য ও বন্ধ হোৱাৰ দৰে হ'ল। তেওঁ সদায় শ্মশানলৈ যায় আৰু জোৰেৰে চিঞঁৰে পুত্ৰ তুমি ক'ত আছা? পুত্ৰ তুমি ক'ত আছা? শোক সন্তপ্ত পিতাক ভগবান বুদ্ধৰ ওচৰলৈ আহিল আৰু অভিবাদন জনাই একালে বহিল। ইয়াকে দেখি তেওঁৰ মস্তিষ্ক প্ৰায় খালি হৈছিল, তেওঁৰ কোনো কামত কোনো বস্তুতে মন নবহিছিল। তেওঁ এইটোও কোৱা নাছিল যে তেওঁ কিয় আহিল, তেওঁৰ এনে অৱস্থা দেখি তথাগতে ক'লে, তুমি এতিয়া নিজৰ হৈ থকা নাই। তোমাৰ মন স্থিৰ নহয়।"

মোৰ মনটো কেনেকৈ স্থিৰ হৈ থাকে যেতিয়ানে কি মোৰ একমাত্ৰ পুত্ৰটোও মৰি থাকিল?" "হয় গৃহপতি। আমাৰ পৰিয়াল বৰ্গত শোক, সন্তাপ কষ্ট, দুঃখ আৰু অনুতাপে জৰ্জৰিত কৰি ৰাখিছে।" গৃহপতিৰ খংউঠি গ'ল। ক'লে, এই কথা কোনে স্বীকাৰ কৰিব পাৰে। আমাৰ প্ৰিয়জন আমাৰ কাৰণে আনন্দ আৰু সুখৰ কাৰণ বুলি" ইয়াকে কৈ অসন্তুষ্ট গৃহ পতিয়ে ভগবান বুদ্ধৰ কথাক অস্বীকাৰ কৰি উঠি গুচি গ'ল। ওচৰতে এজন জুৱাৰীয়ে জুৱা খেলি বহি আছিল। গৃহপতি তেওঁৰ ওচৰ পালেগৈ আৰু তেওঁক নিজৰ সকলো কথা কৈ শুনালে যে কেনেকৈ তেওঁ তথাগতৰ ওচৰলৈ গ'ল, তথাগতে তেওঁক কেনেকৈ স্বাগত

জনালে তথাগতে তেওঁক কি ক'লে আৰু কেনেকৈ তেওঁ উঠি গুছি আহিল।

জুৱাৰীয়ে ক'লে ' তোমাৰ বক্তব্য একেবাৰে ঠিক। আমাৰ প্ৰিয় জন আমাৰ কাৰণে আনন্দ আৰু সুখৰ কাৰণ হয়"। গৃহপতিৰ এনে লাগিল যেন তেওঁ সেই জুৱাৰী সকলক সমৰ্থন কৰে। এই দৰে এই কথা প্ৰচাৰ হৈ হৈ ৰজাৰ ৰাণীবাস পৰ্য্যন্ত পালেগৈ। তাত ৰজাই মল্লিকাৰাণীক ক'লে যে তোমাৰ শ্ৰমণ গৌতমে ক'লে যে প্ৰিয়জন সদায় পৰিয়ালৰ কাৰণে শোক, সন্তাপ, কষ্ট, দুখ আৰু অনুতাপৰ কাৰণ হয়।

'স্বামী। যদি তথাগতে এনেদৰে কৈছে তেনে ঠিকেই কৈছে।"

'মল্লিকা। যেনেকৈ কোনো শিষ্যই নিজৰ গুৰুৰ প্ৰত্যেকটো কথাক এনেকুৱাই বুলি স্বীকাৰ কৰি লয় সেইদৰে তুমিও শ্ৰমণ গৌতমে যি কয় তাকে যদি ঠিকেই কৈছে বুলি স্বীকাৰ কৰি লোৱা তেনে ইয়াৰ পৰা আঁতৰি যোৱা।"

তেতিয়া মল্লিকাই নলী খান ব্ৰাহ্মণক মাতিলে আৰু ক'লে 'ভগৱান' বুদ্ধৰ ওচৰলৈ যোৱা। মোৰ ফালৰ পৰা চৰণত মূৰটো নমস্কাৰ কৰি। শুভ খা-খবৰ সোধাৰ পিছত সুধিবা যে ভগবান বুদ্ধৰ বিষয়ে যি কথা কোৱা হৈছে সেইয়া কি তেৱেঁই কৈছিলনে, সেই কথা তেওঁ প্ৰকৃততে কৈছিলনে?" আৰু যি উত্তৰ তথাগতে দিয়ে ঘূৰি আহি মোক সেইদৰে ক'ব লাগিব।"

মল্লিকা ৰাণীৰ আজ্ঞামানিলৈ ব্ৰাহ্মণ ভগবান বুদ্ধৰ ওচৰ পালেগৈ আৰু গৈ তেওঁক প্ৰশ্ন কৰিলে যে প্ৰকৃততে তেওঁ এই দৰে কৈছিলনে ? "হে ব্ৰাহ্মণ। প্ৰিয়জন শোক, সন্তাপ, কষ্ট, দুখ আৰু অনুতাপৰ কাৰণ হয়। এইবিলাক তাৰেই প্ৰমাণ।" "এবাৰ এই শ্ৰাৱস্তীতেই এজনী স্ত্ৰীৰ মাক মৰিল। ছোৱালীজনীয়ে নিজৰ বিবেকক হেৰুৱাই, পাগলবদৰে ইখন ৰজাৰৰ পৰা সিখন ৰজাৰলৈ এটা চাৰি আলিৰ পৰা আন এটা চাৰি আলিলৈকে চিঞঁৰি ফুৰিব ধৰিলে। ঘূৰি ফুৰিব ধৰিলে - "তোমালোক কোনোবাই মোৰ মাঁক দেখিছানে বাৰু? মোৰ মাঁক কোনোবাই দেখিছিলানে?" "এটা দ্বিতীয় প্ৰমাণ শ্ৰাৱস্তীৰে এজনী স্ত্ৰীৰ বাপেক মৰি গ'ল,ভায়েক মৰি গ'ল, ভনীয়েক মৰিল, ল'ৰাটো মৰিল, ছোৱালীজনী মৰিল, স্বামী মৰি গ'ল। তাই একো ক'ব নোৱাৰা হ'ল,পাগলীৰ দৰে এখন ৰজাৰৰ পৰা আনখন ৰজাৰলৈ এটা চাৰি আলিৰ পৰা আন এটা চাৰি আলিলৈ চিঞঁৰি চিঞঁৰি ঘূৰি ফুৰিছিল - তোমালোক কোনোবাই মোৰ এই প্ৰিয়সকলক দেখিছিলাইকনে?

আৰু এটা প্ৰমাণ শ্ৰাৱস্তীৰ এজনী স্ত্ৰী নিজৰ মাকৰ ঘৰলৈ গ'ল তাইৰ মাক বাপেকে তাইক তাইৰ পতিৰ পৰা কাঢ়ি আনি আন কোনো বেলেগ মানুহৰ লগত বিবাহ দিব বিচাৰিছিল, যাক তাই পচন্দ নকৰিছিল। "তাই নিজৰ পতিক এই কথা কৈ দিলে তাইৰ পতিয়ে তাইক দুটুকুৰা কৰি কাটিলে আৰু শেষত তেওঁও আত্মহত্যা কৰিলে যাতে তেওঁ বিলাকে দুয়োৰে মৰণ একেলগে হয়।" ব্ৰাহ্মণ নলীখানে এই সকলোবিলাক কথা প্ৰত্যেকটো শব্দকে ৰাণী মল্লিকাক কৈ শুনালে। তেতিয়া ৰাণী মল্লিকাই ৰজাৰ ওচৰ পালেগৈ আৰু ক'লে "স্বামী। তোমাৰ কি একমাত্ৰ পুত্ৰী বজিৰা প্ৰিয়নে কি?" হয় প্ৰিয়।" "যদি আপোনাৰ বজিৰাৰ কিবাহৈ যায় তেনে আপোনাৰ কষ্ট হ'বনে নহয়?" যদি বজিৰাৰ কিবা হৈ যায় তেতিয়া মোৰ জীৱনৰ

ওপৰত ইয়াৰ বৰ বেয়া প্ৰভাব পৰিব।

'স্বামী। আপোনাৰ কাশী কোশলৰ জনতা প্ৰিয়নে কি? হয় প্ৰিয়"। "যদি তেওঁৰ কিবা হৈ যায় তেনে আপোনাৰ কিবা অনুতাপ হ'বনে নাই।" "যদি কাশী কোশলৰ জনতাৰ কিবা হৈ যায় তেনে মোৰ বৰ অনুতাপ হ'ব, এইটো কেনেকৈ হ'ব পাৰে যে এনেকুৱা নহয় বুলি।" "তেনে ভগৱান বুদ্ধই ইয়াতকৈ বাৰু কিবা ভিন্ন কথা কৈছিলনে?" ৰজাই পশ্চাতাপ কৰি উত্তৰ দিলে 'মল্লিকা। নাই ইয়াকেই কৈছিল।" ৩

## ৪ এজনী গৰ্ভিনীৰ তীব্ৰ অভিলাষা

এসময়ত ভগবান বুদ্ধই মগ্ন দেশৰ সুংসুভাৰ পৰ্বতৰ ওপৰত অৱস্থিত ভেস কলাবনৰ মৃগদায়ত আছিল। পদ্ম নামৰ বোধি ৰাজ কুমাৰৰ প্ৰাসাদ টো এতিয়াহে সম্পূৰ্ণ হৈছিল। তাত কোনো শ্ৰমণ ব্ৰাহ্মণ বা অন্য কোনো ব্যক্তিৰ তাত বাস হোৱা নাছিল।৪ ৰাজকুমাৰে সংজিক পুত্ৰ নামৰ এজন ব্ৰাহ্মণক কলে ঃ- ভগৱান বুদ্ধৰ ওচৰলৈ গৈ মোৰ ফালৰ পৰা নমস্কাৰ নিবেদন কৰিবা। তেওঁৰ শুভ খা-খবৰ ল'বা আৰু তেওঁক ভিক্ষু সংঘ সহিতে কালিলৈ ভোজনৰ নিমিত্তে নিমন্ত্ৰণ দিবা।" নিমন্ত্ৰণ ভগবান বুদ্ধই পালে, যাক মৌন সহকাৰে বুদ্ধই স্বীকাৰ কৰিলে আৰু যাৰ খবৰ ৰাজকুমাৰেও পালে। ৰাতি পুৱালত ৰাজ কুমাৰে নিজৰ পদ্ম নামৰ মহলত শ্ৰেষ্ঠ ভোজন প্ৰস্তুত কৰালে আৰু জখলাটো শুদ্ধ বগা কাপোৰেৰে সজাই তুলিলে । ইয়াৰ পিছত তেও সেই তৰুণ ব্ৰাহ্মণৰ উৎকৃষ্ট ভোজনৰ প্ৰস্তুতিৰ খবৰ পঠালে। দুপৰীয়া চীৱৰ ধাৰণ কৰি পাত্ৰ (= চীৱৰ) হাতত লৈ তথাগত তালৈ আহিল য'ত তেওঁৰ মহলৰ বাহিৰত ৰাজকুমাৰে প্ৰতীক্ষা কৰি আছিল।

তথাগতক অহা দেখি ৰাজকুমাৰে আগবাঢ়ি, অভিবাদন জনালে আৰু তথাগতৰ পিচে পিচে মহলৰ ফালে ঘূৰি আহিল। জখলাৰ তলত মনে মনে ভগৱান বুদ্ধ বৈ গ'ল। ৰাজকুমাৰে কলে 'মই প্ৰাৰ্থনা কৰিছো যে পাৰি থোৱা বস্ত্ৰৰ ওপৰত পদ ধূলা পৰিবলৈ দিয়ক। মই তথাগতৰ প্ৰতি প্ৰাৰ্থনা জনাইছো যে এই বস্ত্ৰৰ ওপৰত চৰণৰ ধূলি পৰিবলৈ দিয়ক যি নেকি মোৰ চিৰ কালৰ হিত আৰু সুখৰ নিমিত্ত হ'ব"। কিন্তু তথাগত মনে মনে থাকিল।

দ্বিতীয় বাৰো ৰাজকুমাৰে প্ৰাৰ্থনা জনালে, তেতিয়াও তথাগত আগ নাবাঢ়িল। তৃতীয় বাৰো তেওঁ প্ৰাৰ্থনা জনালে। তেতিয়া তথাগতে আনন্দৰ ফালে চালে। আনন্দই বুজি পালে আৰু তেওঁ ক'লে যে উলৰ চাল আঁতৰাই দিয়া যাওঁক কিয়নো তথাগতে পিচত অহা মানুহ বিলাকৰ প্ৰতি ধ্যান ৰাখি, ভবিষ্যত জনতাৰ ধ্যান ৰাখি তেওঁ উলৰ চালৰ ওপৰত ভৰি নিদিয়ে। ৰাজ কুমাৰে উলৰচাল বিলাক গোটোৱালে আৰু মহলৰ ওপৰত বহিৰৰ কাৰণে পৰাইদিয়ালে।

ভগবান বুদ্ধই ভিক্ষু সহিত গৈ পাৰি থোৱা আসনত বহিল। ৰাজকুমাৰে নিজ হাতেৰে ভিক্ষু সংঘ আৰু তথাগতক ভোজন কৰালে। ভোজনৰ পৰ্ব শেষ হোৱাৰ পিচত ৰাজকুমাৰ তথাগতৰ কাষত বহি বুদ্ধৰ প্ৰতি সুধিলে - "ভগবান। বাস্তৱিক কল্যাণ আৰামৰ ৰাস্তাত গলেই হয়নে কি? নাই কষ্টৰ মাজেদি যোৱা ৰাস্তাত?" তথাগতে তেতিয়া উত্তৰ দিলে "প্ৰথমতে মইয়ো বোধি লাভ কৰাৰ আগতে এনেদৰে বিচাৰ কৰিছিলো। যেতিয়া মোৰ ক'লা

ক'লা চুলি আছিল, তৰুণ হৈ আছিলো মই মোৰ কান্দি থকা মাঁ দেউতাক ত্যাগ কৰি মই মোৰ মূৰৰ চুলি আৰু দাটি খুৰাই পেলাইছিলো আৰু হালধীয়া বস্ত্র ধাৰণ কৰি প্রব্রজিত হৈছিলো- এজন পৰিব্রাজক কল্যাণ পথৰ পথিক অনুপম শান্তিৰ অনুসন্ধান কৰোতা ।

এতিয়া মোৰ দৃঢ় নিশ্চিত মত হৈছে যে মানুহে সৎ ধৰ্মক জানিলে, দু.খৰ অন্ত কৰিব পাৰে। ৰাজকুমাৰে ক'লে - 'কি যে অদ্ভুত সৎধৰ্ম। কিয়ে অদ্ভুত ব্যাখ্যা। ইয়াক বুজাতো কিমান সহজ। তেতিয়া তৰুণ ব্ৰাহ্মণে কৈ উঠিল - 'ৰাজকুমাৰ। যদিও আপুনি এনেদৰে সমৰ্থন কৰিছে, কিন্তু আপুনি বুদ্ধ, ধৰ্ম তথা সংঘৰ শৰণ গ্রহণ কৰা নাই

ৰাজকুমাৰৰ উত্তৰ আছিল - এনেদৰে নকবা। কিয়নো মই নিজৰ মাতাশ্রীৰ পৰা শুনিবলৈ পাইছো যে যি সময়ত ভগবান বুদ্ধ কোসাম্বীৰ ঘোষিতাৰামত আছিল তাই গৰ্ভিনী অৱস্থাৰেই ভগবান বুদ্ধৰ ওচৰলৈ গ'ল আৰু গৈ এফালে বহিল। আৰু ক'লে - ভগবান। লাগিলে ল'ৰাই হওক বা ছোৱালীয়েই হওক যি শিশুক মই গৰ্ভত এই সময়ত ধাৰণ কৰি আছো মোৰ দ্বাৰা উৎপন্ন এই সন্তানে বুদ্ধধৰ্ম তথা সংঘৰ শৰণ গ্রহণ কৰিব। ভগৱান। এই শিশুটোক জীৱনভৰ আপোনাৰ শৰণাগত উপাসক ৰূপে যাতে স্বীকাৰ কৰে।

'দ্বিতীয়বাৰ যেতিয়া ভগবান বুদ্ধই ইয়াৰ এই ভগ্ন দেশৰ সিংসুভাৰ গিৰিৰ ওপৰত ভেসকলাবনত আছিল, তেতিয়া মোৰ ধায়ে মোক তথাগতৰ ওচৰলৈ লৈ গ'ল আৰু সম্মুখত থিয়হৈ ক'লে - এই বোধি ৰাজকুমাৰে বুদ্ধ, ধৰ্ম তথা সংঘত শৰণ গ্রহণ কৰিলে। এতিয়া মই নিজেই তৃতীয়বাৰ শৰণ গ্রহণ কৰিছো আৰু তথাগতৰ প্রতি প্রাথনা জনাইছো যে তেওঁ যেন মোক তেওঁৰ শৰণাগত উপাসক ৰূপে স্বীকাৰ কৰে।

## ৫ কেনিয় বিলাকৰ দ্বাৰা কৰা অভিনন্দন

আপণত সেল নামৰ এজন ব্রাহ্মণ আছিল যিনেকি তিনিখন বেদৰ ভিতৰত পাৰঙ্গত আছিল ব্যাখ্যা সহিত কৰ্ম কাণ্ডৰ পণ্ডিত আছিল শব্দ শাস্ত্র তথা শব্দ সমূহৰ ব্যুৎপত্তিৰ জ্ঞাতা আছিল পঞ্চম বিদ্যা ইতিহাসৰ লগত পৰিচিত আছিল। তেওঁ ব্যাকৰণ জানিছিল আৰু লোকায়ত শাস্ত্রও জানিছিল তথা মহাপুৰুষ সকলৰো জ্ঞাতা আছিল। তেওঁ তিনিশ তৰুণ ব্ৰাহ্মণক বেদ মন্ত্র শিকাইছিল।৫

অগ্নি পূজক কেনিয় ব্ৰাহ্মণে এই সেল ব্ৰাহ্মণক মানিছিল। নিজৰ তিনিশ শিষ্যৰ লগত যেতিয়া গৈ তাত পালেগৈ তেতিয়া সকলো অগ্নিপূজক ভিন্ন ভিন্ন কাৰ্যত ব্যস্ত আৰু কেনিয়ই নিজেই বেলেগে বেলেগে ভোজন কৰাইছিল। ইয়াকে দেখি সেল ব্ৰাহ্মণে কেনিয় ব্ৰাহ্মণক সুধিলে - এই বিলাকনো কি? কোনো বিবাহৰ দৰা যাবলৈ ওলাইছেনেকি? বা কোনো যজ্ঞ ৰচনা কৰিছেনে কি? অথবা তাৰ সকলো ৰাজকৰ্ম চাৰীৰ লগত মগধ ৰজা বিম্বি সাৰক কালিলৈ ভোজনৰ কাৰণে নিমন্ত্রণ কৰিছেনে কি?

' সেল। এইয়া কোনো বিবাহৰ যাত্ৰী যোৱা নাই আৰু মই সকলো কৰ্মচাৰী সহিত মগধৰজা বিম্বিসাৰকো নিমন্ত্রণ জনোৱা নাই। কিন্তু মই এটা ডাঙৰ যজ্ঞহে আয়োজন কৰিছো। শ্রমণ গৌতম আৰু বাৰশ পঞ্চাশজন ভিক্ষু সহিত ভ্রমণ কৰি আহি আপণত সোমাইছেহি। 'শ্ৰমণ গৌতমৰ বিষয়ে এই কীৰ্ত্তি শুনিবলৈ পোৱা গৈছে যে তেওঁ এজন অৰ্হত, সম্যক্

সম্বুদ্ধ বুলি।" "কালিলৈ ভিক্ষু সংঘ সহিত তথাগতক মই মোৰ ইয়াত ভোজনৰ নিমিত্তে নিমন্ত্রণ জনাইছো। এইযে প্রস্তুতি চলি আছে তাৰ কাৰণেই।' সেলে প্রশ্ন কৰিলে - কেনিয়! তইযে কৈছ যে তেওঁ এজন সম্যক্ সম্বুদ্ধ বুলি?" "হয়। মই কৈছো তেওঁ এজন সম্যক্ সম্বুদ্ধ।" "বাৰু তই সচাঁয় কৈছনে তেওঁ এজন সম্যক্ সম্বুদ্ধ বুলি?" 'হয়! মই তেওঁ এজন প্রকৃত সম্যক সম্বুদ্ধ বুলি কৈছো।"

## ৬ তথাগতৰ প্রতি ৰজা প্রসেনজিতৰ দ্বাৰা কৰা স্তুতি

এসময়ত ভগবান বুদ্ধই শ্রাবস্তীৰ অনাথ পিণ্ডকৰ জেতবনাৰামত আছিল। সেই সময়ত কোশল ৰজাই প্রসেনজিতে সজোৰা যুদ্ধ ক্ষেত্রৰ পৰা ঘূৰি আহিছিল য'ত তেওঁ বিজয় লাভ কৰিছিল। উদ্যান পাই তেওঁ সিফালে ঘূৰি গ'ল। যিমানদূৰ ৰথেৰে তেওঁ যাব পাৰিছিল গ'ল বাকী ৰাস্তা তেওঁ খোজ কাঢ়ি গ'ল। সেই সময়ত কিছুমান ভিক্ষুৱে মুক্ত ভাৱে ঘূৰি ফুৰিছিল। প্রসেনজিত তাঁলৈ গ'ল আৰু ক'লে - 'ভন্তে! এই সময়ত তথাগত ভগবান অর্হত সম্যক সম্বুদ্ধ কোন ঠাইত আছে? মই তেওঁক দর্শন কৰিব বিচাৰিছো।

'মহাৰাজ। তেওঁ তাত আছে। দুৱাৰ বন্ধ আছে। বিনা সংকোচে আপুনি তাঁলৈ যাওঁক বাৰান্দাত প্রবেশ কৰিব কাঁহিব আৰু দর্জাৰ শলখাডাল খটখটাই দিব। তথাগতে আপোনাক দর্জা খুলি দিব।' এইদৰে কোশল ৰজা প্রসেনজিতক যেনেদৰে নির্দেশ দিয়া হৈছিল তেনেদৰে গৈ দর্জাৰ শলখাত শব্দ কৰিলে আৰু তথাগতে তেওঁক দুৱাৰ খুলি দিলে। প্রসেনজিতে তথাগতৰ গন্ধকুটীৰ'ত প্রবেশ কৰিলে আৰু তথাগতৰ চৰণত মুৰ দোৱালে দুখানি চৰণত চুমা খালে আৰু হাতেৰে স্পর্শ কৰিলে তথা তেওঁৰ আগমনৰ অভিপ্রায় জনালে । 'ভগবান! মই হৈছো কোশল নৰেশ প্রসেনজিত।'

ভগবান বুদ্ধই সুধিলে - "কিন্তু মহাৰাজ ! এই শৰীৰত এনে কি বিশেষতা আছে যে আপুনি এই শৰীৰৰ প্রতি ইমান ভক্তি আৰু শ্রদ্ধা নিবেদন কৰিছে?"

---

১ সংযুক্ত নিকায়।
২ ধর্ম্ম পদ অ ক ৪ ৮ ।
৩ মজ্ঝিম নিকায় ৩ ৪ ৭।
৪ মজ্ঝিম নিকায় ৪ ৪৫।
৫ সেল সুত্ত (মজ্ঝিম নিকায়)।
৬ মজ্ঝিম নিকায়।

---

# সপ্তম অধ্যায়

## মহান পৰিব্রাজকৰ অন্তিম চাৰিকা

প্রথম ভাগ - সম্বন্ধীয় সকলৰ লগত সাক্ষাৎ ।
দ্বিতীয় ভাগ - বৈশালীৰ পৰা বিদায়। তৃতীয় ভাগ - মহাপৰি নির্বাণ।

## প্ৰথম ভাগ

## সম্বন্ধীয় সকলৰ লগত সাক্ষাৎ

### ১ ধৰ্ম প্ৰচাৰৰ কেন্দ্ৰ

ধৰ্ম দূতৰ নিযুক্তিৰ পিচত ভগবান বুদ্ধই স্বয়ং কোনো নিৰ্দিষ্ট ঠাইত বহা নাছিল। তেওঁ ও ধৰ্ম দূত হৈয়ে থাকিল। ভগবান বুদ্ধই কিছু বিশেষ স্থানক ধৰ্ম প্ৰচাৰৰ কেন্দ্ৰ পাতি লৈছিল। এনেবিলাক কেন্দ্ৰৰ ভিতৰত প্ৰধান আছিল শ্ৰাবস্তী আৰু ৰাজগৃহ। তেওঁ প্ৰায় পয়সত্তৰ বাৰ শ্ৰাবস্তীলৈ যাত্ৰা কৰিছিল, আৰু চৌৱাশীবাৰ ৰাজ গৃহলৈ। আন কিছুমান সৰু স্থানো ধৰ্ম প্ৰচাৰৰ কেন্দ্ৰ আছিল। যেনে কপিল বস্তুলৈ তথাগত ছবাৰ গৈছিল, বৈশালী লৈ ছবাৰ আৰু কম্মাসদম্মলৈ চাৰিবাৰ।

### ২ ভগবান বুদ্ধ ক'ত ক'ত গৈছিল?

প্ৰধান ঠাই সমূহ ভ্ৰমণ কৰাৰ উপৰিও সৰু সৰু কেন্দ্ৰ বিলাকলৈ ও গৈছিল আৰু এনে ধৰণৰ বহুত বিলাক স্থান আছে য'লৈ ভগবান বুদ্ধ গৈছিল। তেওঁ আৰু ক'ত ক'ত গৈছিল - উকটঠা নাদিকা সালা অম্বপুৰ, ঘোৰিতাৰাম, নালন্দা আপণ তথা এতুম্মল। ওপসাদ ইচ্ছা নঙ্গল চণ্ডাল কপ্প আৰু কুশীনাৰালৈয়ো গৈছিল। তাৰোপৰি দেৱদহ, পাৱা, অম্বসণ্ডা সেতব্যা অনুপিয়া তথা উজুঞ্ঞালৈও গৈছিল। যিবিলাক ঠাইলৈ তথাগত গৈছিল সেই বিলাকৰ নাম বিলাক দেখি অনুমান কৰিব পাৰিযে তেওঁ শাক্য জনপদ কুৰুজনপদ তথা অঙ্গজন পদলৈও গৈছিল।

মূঠৰ ওপৰত তেওঁ সমস্ত উত্তৰ ভাৰত তেওঁ ভ্ৰমণ কৰিছিল। এই বিলাক স্থানৰ সংখ্যা অধিক নহয়। কিন্তু এই বিলাকৰ মাজত দূৰত্বনো কিমান? লুম্বিনীৰ ৰাজগৃহলৈ আঢৈশ মাইলৰ কম নহয়।

এই বিলাক ঠাইলৈ ভগবান বুদ্ধই খোজ কাটিয়েই গৈছিল। তেওঁ গৰু গাড়ীও প্ৰয়োগ কৰা নাছিল। তেওঁ ভ্ৰমণ কৰি থকা অবস্থাত ৰাস্তাত থাকিবলৈ অকনমান জেগা নাপাইছিল। গৃহস্থী উপাসক সকল থাকিবৰ কাৰণে বিহাৰ সজাই দিয়াইছিল। তথাগতে প্ৰায় ৰাস্তাৰ কিনাৰৰ বৃক্ষৰ ছায়াত ৰাতি যাপন কৰিছিল। যাৰ মনত শংকা উদয় হৈছিল তেওঁ বিলাকৰ শংকা ভঞ্জন কৰিছিল· বিৰোধী বিলাকৰ তৰ্কৰ উত্তৰ দিছিল ল'ৰা ছোৱালীৰ দৰে তেওঁ বিলাকে তেওঁক বিশ্বাস কৰিছিল। তেওঁ বিলাকক সৎ পথ দেখুৱাই তথাগতে এঠাইৰ পৰা আন ঠাইলৈ আৰু এখন গাঁৱৰ পৰা আনখন গাঁৱত বিচৰণ কৰিছিল

ভগবান বুদ্ধই অনুমান কৰিছিল যে যি বিলাক মানুহ তেওঁৰ উপদেশ শুনিবৰ কাৰণে আহিছিল সিবিলাক যে সমান বুদ্ধিয়ক নাছিল আৰু প্ৰথমৰ পৰাই তেওঁ বিলাকৰ কোনো পূৰ্ব ধাৰণা নাছিল। তেওঁ ভিক্ষু সকলক বুজাই দিছিল যে শ্ৰোতা সকল তিনি প্ৰকাৰৰ - 'শূণ্য মগজু, যি বিলাক মূৰ্খ, তেওঁ বিলাকে একো বুজি নাপায় যদিও তেওঁ বিলাক বাৰে বাৰে ভিক্ষুৰ ওচৰলৈ যায়, আদি মধ্য আৰু শেষলৈকে তেওঁৰ 'প্ৰবচন শুনে কিন্তু একো বুজি নাপায়। তেওঁ বিলাক হৈছে বুদ্ধিহীন। 'কিন্তু তেওঁ বিলাকতকৈ ভাল মানুহ সেই বিলাক

যাৰ চিত্ত একাগ্ৰ নহয় ভিক্ষুৰ ওচৰলৈ বাৰে বাৰে যায় আদি মধ্য আৰু শেষ পৰ্য্যন্ত প্ৰৱচন শুনি থাকে যিপৰ্য্যন্ত বহি শুনি থাকে সেই পৰ্য্যন্ত সকলো বুজি পাই কিন্তু তাৰ পৰা উঠি অহাৰ পিচত তেওঁ বিলাকৰ মুৰত একো নাথাকে। তেওঁ বিলাকৰ মুৰ বিলাক ফটা চিতা কাগজৰ দৰে হয়। এই দুয়োটাৰ ভিতৰত প্ৰশান্ত হৈছে প্ৰজ্ঞ মানুহ। তেও বাৰে বাৰে ভিক্ষুৰ ওচৰলৈ যায় আদি মধ্য আৰু শেষ পৰ্য্যন্ত তেওঁৰ প্ৰৱচন' শুনি থাকে তাত বহি বহি সকলো কথাৰ ধ্যান ৰাখে স্থিৰচিত্ত একাগ্ৰ আৰু ধৰ্ম তথা ধাৰ্মিক বিষয় সমুহত দক্ষ। এই বিলাকৰ উপৰিও ভগবান বুদ্ধই ধৰ্ম উপদেশৰ উদ্দেশ্যে এঠাইৰ পৰা আন ঠাইলৈ বিচৰণ কৰি থাকে। তেওঁ কেতিয়াও ক্লান্তি অনুভৱ নকৰে। এজন ভিক্ষুৰ দৰে ভগবান বুদ্ধই তিনিখন চীৱৰত কৈ কেতিয়াও অধিক নাৰাখিছিল। দিনত কেৱল এবাৰহে ভোজন কৰিছিল। প্ৰত্যেক দিনে ঘৰে ঘৰে ভিক্ষা কৰিছিল। কোনো মানৱেই ইয়াত কৈ কঠোৰ 'কৰ্ত্তব্য পালন কৰা নাই আৰু ইমান প্ৰসন্নতাৰে।

## (৩) মাতা আৰু পুত্ৰ তথা পতি আৰু পত্নীৰ লগত শেষ সাক্ষাৎ

মৃত্যুৰ আগতে মহাপ্ৰজাপতি আৰু যশোধৰাই তথাগতক সাক্ষাৎ কৰিছিল। এয়েই তেও বিলাকৰ অন্তিম সাক্ষ্যৎ আছিল। প্ৰথমতে মহাপ্ৰজাপতি গৈ তথাগতৰ পূজা কৰিলে। তেও তেওঁৰ ওচৰত ঋণী আছিল কিয়নো তথাগতে তেওক সৎ ধৰ্ম পান কৰাইছিল যিহেতু তেওঁৰ (অধ্যাত্ম) শৰীৰে তথাগতৰ মাধ্যমেৰে জন্ম গ্ৰহণ কৰিছিল তেওৰ শৰীৰত ধৰ্মই তথাগতৰ মাধ্যমত বিকাস পাইছিল তথাগতে ধৰ্মৰূপে গাখীৰ পান কৰিছিল কিয়নো তেও ইয়াৰ সহায়েৰে সাগৰ পাৰ হ'ব পাৰিছিল- এইটো কিমান যে ডাঙৰ কথা আছিল বুদ্ধই তেওক জননীৰূপে স্বীকাৰ কৰিছিল।

তাৰ পিচত যশোধৰাই নিজৰ কথা ক'লে-

এতিয়া মই এই দেহ ত্যাগ কৰি মৃত্যুক আকোৱালী ল'ব বিচাৰিছো। হে দু খৰ অন্তকাৰী ভগবান৷ মোক এতিয়া তাৰ বাবে অনুমতি দিব লাগে।

এইদৰে যশোধৰাই ভগবান বুদ্ধৰ লগত কথা-বাৰ্ত্তা হৈছিল আৰু কলে এতিয়া আপোনাৰ আঠসত্তৰ বছৰ হৈ গ'ল। তেতিয়া তথাগতে কলে নহয় মোৰ এতিয়া আশীবছৰ হ'ল।

যশোধৰাই কলে আজিৰ ৰাতিটোৱেই হৈছে তেওৰ অন্তিম ৰাতি। মহা প্ৰজাপতিতকৈ তেওঁৰ মাত কথা সংযত আছিল। তথাগতৰ পৰা বাচি থাকিবৰ কাৰণে অনুমতি বিচাৰিলে আৰু মহা প্ৰজাপতিৰ দৰে তেওঁও শৰণ গ্ৰহণ কৰিলে।

প্ৰতি বিৰূদ্ধে তেও কলে-'মই নিজৰ শৰণত নিজেই।' তেও জীৱনৰ সকলো বন্ধন চিঙি পেলাইছিল তেওক কৃতজ্ঞতা জনাবৰ কাৰণে আহিছিল কিয়নো তথাগতেই আছিল তেওঁৰ পথ প্ৰদৰ্শক আৰু তথাগতৰ পৰাই তেও ধৰ্মৰ বল লাভ কৰিছিল।

## (৪) পিতা আৰু পুত্ৰৰ মাজত অন্তিম সাক্ষাৎ

যি সময়ত ভগবান বুদ্ধই ৰাজগৃহৰ বেলুবনত নিবাস কৰি আছিল সেই সময়ত ৰাহুল অম্বলটিঠকা নামে ঠাইত আছিল।

আবেলি সময়ত বুদ্ধই সমাধিৰ পৰা উঠি ৰাহুলৰ ওচৰলৈ গ'ল। ৰাহুলে তেওক দূৰৰ পৰা অহা দেখি তেওৰ কাৰণে আসন প্ৰস্তুত কৰিলে আৰু ভৰি ধুবৰ কাৰণে পানী দিলে।

বুদ্ধই ও হাত ভৰি ধুই নিজৰ আসন গ্ৰহণ কৰিলে আৰু ৰাহুলেও তথাগতৰ প্ৰতি নমস্কাৰ জনাই ওচৰতে বহিল।

ৰাহুলক সম্বোধন কৰি তথাগতে কলে- যি জানি শুনিও মিছা কবলৈ লজ্জ্যাবোধ নকৰে তেও যি কোনো পাপ কৰ্ম কৰিব পাৰে সেই কাৰণে ৰাহুল। এই কথা আমি শিকিব লাগে যাতে আমি হাঁহি তামচাৰেও কেতিয়াও মিছাৰ আশ্রয় ল'ব নালাগে।

এইদৰে যেতিয়া কোনো এটা কাম কৰিবলৈ ল'বা তেতিয়া প্ৰথমে সেই বিষয়ে ভাবিবা কোনো কথা মনত উৎপন্ন হলে সেই বিষয়ে চিন্তা কৰিবা।

যেতিয়া কোনো কাম কৰিবলৈ যাবা তেতিয়া সেই কামৰ বিষয়ে ভাবিবা সেইয়া যাতে তোমাৰ আৰু আনৰ কাৰণে অহিতকৰ নহয় কোনো এটা দুষ্কৰ্ম অহিত বা কষ্টদায়ী হয়। যদি তোমাৰ বিচাৰে কয় যে এই কাম এনেকুৱাহে তেনে তাৰ পৰা বিৰত থাকিবা।

'কিন্তু যদি তুমি ভাবি চিন্তি চাই দেখা যে এই কাম হিতকৰ তেনে তুমি তাক কৰিব পাৰা।

মৈত্ৰীৰ অভ্যাস কৰা কিয়নো মৈত্ৰী ভাৱনাৰ অভ্যাসে হিংসা-ভাৱ নাইকিয়া কৰে।

'করুণাৰ অভ্যাস কৰা কিয়নো করুণা' ভাৱৰ অভ্যাস কৰিলে খণ্ড ভাৱৰ উপশম হয়।

প্ৰসন্নতাৰ অভ্যাস কৰা প্ৰসন্নতা ভাৱনাৰ অভ্যাস কৰিলে অসন্তোষ নিবৃত্ত হয়।

'উপেক্ষাৰ অভ্যাস কৰা কিযনো উপেক্ষা ভাৱৰ অভ্যাস কৰিলে চঞ্চলতা নোহোৱা হয়।

'শৰীৰৰ অশুভ ৰূপৰ চিন্তা কৰা এনে কৰিলে কাম-ৰাগ-নেহোৱা হয়।

'সকলোবিলাক বস্তুকে অনিত্যতা'ৰ ভাৱ কৰিব লাগে কিয়নো এনে ভাৱ কৰিলে অহংকাৰ নিবৃত্তিহয়।'

এইদৰে ভগবান বুদ্ধই পুত্ৰ ৰাহুলক বুজালে। ৰাহুলেও শুনি আনন্দ অনুভৱ কৰিলে আৰু অভিনন্দন জনালে।

## (৫) ভগবান বুদ্ধ আৰু সাৰিপুত্ৰৰ অন্তিম সাক্ষাৎকাৰ

সেই সময়ত ভগবান বুদ্ধ শ্ৰাবস্তীৰ জেতবন বিহাৰত গন্ধ কুটীৰত বিৰাজমান আছিল। পাঁচশ ভিক্ষুক লগত লৈ সাৰিপুত্ৰই গৈ তাত পালেগৈ। ৪ তথাগতক প্ৰাৰ্থনা জনাই সাৰিপুত্ৰই নিবেদন কৰিলে যে এতিয়া মোৰ অন্তিম সময় আহি পৰিছে। তথাগতে এতিয়া মোক শৰীৰ ত্যাগৰ অনুমতি দিব লাগে ভগবান বুদ্ধই পুত্ৰৰ প্ৰতি সুধিলে - 'তুমি কি 'নিৰ্বাণ প্ৰাপ্তিৰ নিমিত্তে কোনো স্থান বাচি লৈছানেকি?' সাৰিপুত্ৰই কলে - 'মই মগধৰ নালক নামৰ গাৱত জন্ম গ্ৰহণ কৰিছিলো। যিটো ঘৰত মই জন্ম লৈছিলো সেইটো এতিয়াও আছে। মই সেইটো ঘৰকে লৈছো।"

তথাগতে ক'লে - 'প্ৰিয় সাৰিপুত্ৰ। তুমি যি ভাল দেখা, তাকে কৰা।

সাৰিপুত্ৰই তথাগতৰ চৰণ স্পৰ্শকৰি ক'লে - "মই এহেজাৰ কল্পলৈকে পাৰমিতা সমূহক অভ্যাস কেৱল এটা হিতৰ কাৰণেই কৰিলো, সেইয়া হৈছে যাতে মই আপোনাৰ চৰণ বন্দনা কৰি থাকিবলৈ পাওঁ। মোৰ সেইইচ্ছা পূৰ্ণ হ'ল। মোৰ এতিয়া আনন্দৰ সীমা নাই।

"আমাৰ আৰু পুনৰ উৎপত্তিৰ সম্ভাৱনা নাই। সেয়ে আপোনাৰ ওচৰত আমাৰ এয়ে অন্তিম সাক্ষাৎ। তথাগতে যেন আমাৰ অপৰাধ ক্ষমা কৰে। তথাগতে ক'লে - "সাৰিপুত্ৰ! ক্ষমা কৰিবলৈ একো নাই।" সাৰিপুত্ৰই যেতিয়া তথাগতৰ পৰা বিদায় ল'লে তেতিয়া তথাগতে তেওঁকলৈ গৌৰৱ বোধ কৰি গন্ধকুটীৰৰ পৰা বাহিৰলৈ ওলাই আহিল আৰু বাৰান্দাত থিয় দি চাই থাকিল। তেতিয়া সাৰিপুত্ৰই কলে - যেতিয়া মই প্ৰথমবাৰ তেওঁক দৰ্শন কৰিছিলো তেতিয়া মই অত্যধিক আনন্দিত হৈছিলো। আৰু এতিয়া সেই আনন্দই হৈছে মোৰ অন্তিম দৰ্শন।" পিঠি পিছ নকৰাকৈয়ে সাৰিপুত্ৰই হাতজোৰ কৰি তাৰ পৰা বিদায় ললে। ভগবান বুদ্ধই সমবেত ভিক্ষু মণ্ডলীক উদ্দেশী ক'লে - তোমালোকৰ জেষ্ঠ ভ্ৰাতৃৰ পিছে পিছে তোমালোকো যোৱাইক। তেতিয়া ভিক্ষু সংঘই তথাগতক এৰি পিছ ললে।

সাৰিপুত্ৰ গৈ নিজ গাঁৱ পালেগৈ আৰু নিজ জন্ম গৃহৰ কোথাত প্ৰবেশ কৰিলে। আৰু তাতেই তেওঁ পৰিনিৰ্বাণ লাভ কৰিলে। সাৰিপুত্ৰৰ দাহ সংস্কাৰ কৰা হ'ল। তেওৰ অস্থি তথাগতৰ ওচৰলৈ লৈ যোৱা হ'ল। সাৰিপুত্ৰৰ অস্থি সন্মুখত আহি পোৱাৰ পিচত তথাগতে কলে - তেও আটাইতকৈ বুদ্ধিমান আছিল তেওঁৰ কোনো সংগ্ৰহ বৃত্তি নাছিল তেওঁ উৎসাহী আৰু পৰিশ্ৰমী আছিল। তেও পাপক ঘৃণা কৰিছিল। ভিক্ষু সকল! তেওঁৰ ফুল ৰূপী অস্থি চোৱা। ক্ষমাশীলৰ ভিতৰত তেওঁ আটাইতকৈ পৃথিবীৰ সমান আছিল। তেও ক্ৰোধক বিজয় কৰিছিল। তেওঁ কেতিয়াও কোনো ইচ্ছাৰ বশীভূত হোৱা নাছিল। তেও ইন্দ্ৰিয় বিজয়ী আছিল। তেওঁ কৰুণা আৰু মৈত্ৰীৰ জ্বলন্ত মূৰ্ত্তি আছিল।৫

সেই সময়ত মহা মৌদ গল্যান ও ৰাজগৃহৰ সমীপৰ এখন একান্ত বিহাৰত আছিল। তথাগতৰ শত্ৰু বিলাকৰ দ্বাৰা নিযুক্ত হত্যাকাৰী বিলাকে মহামৌদগল্যানক হত্যা কৰিলে। মহা মৌদগল্যানৰ মৃত্যুৰ দুঃখদ খবৰ তথাগতে পালে। সাৰিপুত্ৰ আৰু মোগল্যান তেও বিলাকৰ দুজন মূখ্য শিষ্য আছিল। সাৰিপুত্ৰক ধৰ্ম সেনাপতি বুলি কোৱা হৈছিল। তথাগতে নিজৰ ধৰ্ম পৰম্পৰা বজাই ৰাখিবৰ কাৰণে কদাচিতহে তেওঁৰ ওপৰত নিৰ্ভৰ কৰিছিল। তেওঁবিলাক দুজনৰ মৃত্যুত তথাগতৰ মনত বহুত সংবেগ উৎপন্ন হ'ল। তাৰ পিচত তেওঁ আৰু শ্ৰাৱস্তীত থকাতো ভাল নাপালে। তেও শ্ৰাৱস্তীৰ পৰা বিদায় ললে।

---

১ তিক নিপাত (অঙ্গুত্তৰ নিকায়)।

২ থেৰী গাথা তথা থেৰী গাথা অট্ঠকথা।

৩ ৰাহুলোৱাদ সুত্তন্ত (ম. নি ২ ২ : ১)।

৪ সং. নি ৪৫ ২ ৩, তথা অটঠ কথা।

৫ চুন্দ সুত্ত।

## দ্বিতীয় ভাগ

### ১ বৈশালীক নমস্কাৰ

অন্তিম ভ্ৰমণত ওলোৱাৰ আগতে তথাগত ৰাজগৃহৰ গৃধ্ৰকূট পৰ্বতত আছিল। অলপ সময় তাত থাকোতে তেও কলে - 'আহা আনন্দ। অম্বলাটিঠকালৈ ব'লা।'১

'যি আজ্ঞা আনন্দই কলে। মহান ভিক্ষু সংঘৰ লগত তথাগত অম্বটিঠকালৈ ৰাওনা হ'ল। কিছু দিন অম্বলাটিঠকাত থাকি তথাগত নালন্দালৈ গুছি গ'ল। নালন্দাৰ পৰা তেও মগধৰ ৰাজধানী পাটলী গ্ৰামলৈ (পাটলী পুত্ৰ) গ'ল পাটলী গ্ৰামৰ পৰা তেও কোটি গ্ৰামলৈ গ'ল আৰু কোটি গ্ৰামৰ পৰা নাদিকালৈ। এই বিলাক ঠাইত তেও কিছুদিন থাকিছিল আৰু ভিক্ষু সংঘ অথবা উপাসক সকলক প্ৰবচন প্ৰদান কৰিছিল। নাদিকাৰ পৰা তথাগত বৈশালীলৈ গ'ল। বৈশালী নিৰ্গন্থ নাথৰ পুত্ৰ (= মহাবীৰৰ) জন্ম স্থান আছিল। ইয়াক জৈন মতৰ মতে গঢ বা খাৰৈ আছিল।

কিন্তু তথাগতে অনতিপলমে তাৰ বাসিন্দা বিলাকক নিজৰ শিষ্য কৰি লোৱাত সফল হৈছিল। কথিত আছে যে অনাবৃষ্টিৰ কাৰণে বৈশালীত এনে এক আকাল হ'ল যিটো কাৰণে তাত অনেক মানুহৰ দেহাবসান হ'ল। বৈশালীৰ জন সাধাৰণে এখন সভা আযোজন কৰিলে। সেই সভাত এই বিষয়ে আলোচনা কৰিলে। অনেক বাদ বিবাদৰ পিচত তথাগতক বৈশালীলৈ আমন্ত্ৰণ জনোৱাৰ সিদ্ধান্ত কৰিলে। বৈশালীৰ পুৰোহিতৰ পুত্ৰ ৰজা বিম্বিসাৰৰ মিত্ৰ মহালী নামৰ লিচ্ছবীক তথাগতক নিমন্ত্ৰণ দিবৰ কাৰণে পঠালে। ভগবান বুদ্ধই নিমন্ত্ৰণ স্বীকাৰ কৰি পাঁচশ ভিক্ষু লগতলৈ তালৈ আহিল। যেতিয়া তেও বিলাক আহি বজ্জি বিলাকৰ সীমাত প্ৰৱেশ কৰিলে সেই মূহূৰ্ততে বৰ বেগেৰে তুফান আহিল ধাৰাসাৰে বৰষুণ হ'ল আৰু আকাল সিমানতে সমাপ্ত হ'ল।

বৈশালীৰ জন সাধাৰণ এনে স্থিতিত অভিভূত হৈ তথাগতক অভিনন্দন জনালে। যেতিয়া ভগবান বুদ্ধই বৈশালীৰ জনসাধাৰণৰ মন আকৰ্ষণ কৰিলে তেতিয়া বৈশালী বাসীয়ে তেওক অন্তঃকৰণেৰে শুশ্ৰুষা কৰিবলৈ ধৰিলে। সেই সময়তে বৰ্ষাবাসৰ (= চাতুৰ্মাস) সময় আহিল। ভগবান বুদ্ধই বৰ্ষাবাসৰ কাৰণে বেলুবনলৈ গুছি গ'ল। ভিক্ষু সকলক বৈশালীতে বৰ্ষাবাস পালন কৰিবলৈ পৰামৰ্শ দিলে। বেলুবনত (ৰাজগৃহ) বৰ্ষাবাস সমাপ্ত কৰি তথাগতে বৈশালীলৈ পুনৰ যাত্ৰা আৰম্ভ কৰিলে।

এদিন দুপৰীয়া তথাগতে চীবৰ ধাৰণ কৰি পাত্ৰ চিবৰ হাততলৈ ভিক্ষাৰ কাৰণে বৈশালীত প্ৰবেশ কৰিলে। ভিক্ষাৰ অন্তত ভোজন গ্ৰহণ কৰি গজহস্তীৰ দৃষ্টিৰে বৈশালীৰ ফালে দৃষ্টি নিক্ষেপ কৰিলে আৰু আনন্দৰ প্ৰতি ক'লে — আনন্দ। এইয়া শেষবাৰৰ কাৰণে তথাগতে বৈশালীৰ ফালে চাই আছে। ইয়াকে কৈয়ে তেওঁ বৈশালীৰ মানুহৰ পৰা বিদায় ললে। বিদায় লোৱাৰ সময়ত তথাগতে বৈশালীৰ মানুহ বিলাকক নিজৰ ভিক্ষা পাত্ৰটো স্মৃতি স্বৰূপে অৰ্পণ কৰিলে। এয়াই তথাগতৰ বৈশালীৰ অন্তিম যাত্ৰা আছিল। ইয়াৰ পিচত তথাগত বৈশালীলৈ আৰু ঘূৰি নাহিল।

## ২ পাৱাত (পডাৱ) কিছু সময

বৈশালীৰ পৰা তথাগত ভণ্ড গ্ৰামলৈ গ'ল।২ ভণ্ড গ্ৰামৰ পৰা হ্‌টঠী নগৰ আৰু তাৰ পিচত ভোগ নগৰলৈ ভোগ নগৰৰ পৰা পাৱা পালেগৈ। পাৱাত গৈ ভগবান বুদ্ধই চুন্দ নামক সোণাৰীৰ আম্ৰবনত থাকিল।

চুন্দই এই কথা গম পালে যে ভগবান বুদ্ধ পাৱালৈ আহিছে আৰু তেওৰ আম্ৰবনত আছেহি। চুন্দ গৈ আম্ৰবনত পাই তথাগতৰ ওচৰত বহিল। তথাগতে তেওক ধৰ্মৰ উপদেশ দিলে। চুন্দ প্ৰসন্ন হৈ ভগবান বুদ্ধক তেওৰ কুটীৰলৈ নিমন্ত্ৰণ জনালে 'ভিক্ষু সংঘ সহিত ভগবান বুদ্ধই কালিলৈ আমাৰ গৃহত ভোজন গ্ৰহণৰ কৃপা কৰিব লাগে। ভগবান বুদ্ধই মৌন সহকাৰে তেওৰ নিমন্ত্ৰণ স্বীকাৰ কৰাত চুন্দই আনন্দ মনেৰে নিজ গৃহাভিমুখে গমন কৰিলে।

দ্বিতীয় দিনা চুন্দই নিজৰ ঘৰত ক্ষীৰ আৰু স্বাদিষ্ট পূৰ্ণ ভোজনৰ সৈতে 'সূকৰ মদ্দৱ'ৰ ব্যৱস্থা কৰিলে। সময় হোৱাত তেও ভগবান বুদ্ধলৈ খবৰ পঠালে যে 'ভগবান' সময় হৈছে আহিব লাগে। ভগৱান বুদ্ধই চীৱৰ ধাৰণ কৰি হাতত পাত্ৰলৈ চুন্দৰ ঘৰত উপস্থিত হ'ল। চুন্দৰ দ্বাৰা আযোজিত স্বাদিষ্ট পূৰ্ণ ভোজন তেও গ্ৰহণ কৰিলে। ভোজনৰ শেষত চুন্দক পুনৰ ধৰ্ম দেশনা কৰি নিজস্থানে গমন কৰিলে। চুন্দই যি ভোজন আগবঢাইছিল সেই ভোজন তথাগতৰ কাৰণে অনুকূল নাছিল। তেওক ৰোগে আৱৰি ধৰিলে। ৰক্তস্ৰাৱ হ'বলৈ ধৰিলে আৰু মৰ্মান্তিক বেদনাই তেওক ব্যতি ব্যস্ত কৰিব ধৰিলে। কিন্তু তথাগতে সেইযা স্মৃতি সম্প্ৰজন্য বুলি যি কোনো প্ৰকাৰে সহ্য কৰিলে।

আম্ৰবনলৈ ঘূৰি আহিল আৰু কিছু স্বস্থ অনুভৱ কৰিলে আৰু ভগবান বুদ্ধই আনন্দৰ প্ৰতি ক'লে 'আহা আনন্দ' এতিয়া কুসীনাৰালৈ যাব লাগে। ভিক্ষু সংঘ সহিত ভগৱান বুদ্ধ গৈ কুসীনাৰা পালেগৈ।

## ৩ কুসীনাৰালৈ যাত্ৰা

অলপ দূৰ যোৱাৰ পিচতে ভগবান বুদ্ধই বিশ্ৰামৰ অনুৰ্ভৱ কৰিলে। ৩ ৰাস্তাত গৈ থাকোতে হঠাতে তেও ৰাস্তাৰ পৰা নামিগৈ এজোপা বৃক্ষৰ ছাযাত গৈ বহিল। আনন্দৰ প্ৰতি কলে - 'আনন্দ' কাপোৰ এখন মেৰিযাই পাৰি দিয়া। মই বৰ ক্লান্তহৈ পৰিছো অকনমান ইযাত বিশ্ৰাম কৰিম। 'বৰ ভাল কথা বুলি কৈযেই আনন্দই চীৱৰ খনকে চাৰিমেৰ কৰি পাৰি দিলে। তথাগতে বিশ্ৰাম কৰিলে। আৰু ক'লে আনন্দ' অলপ পানী আনা। পিযাহ লাগিছে। পানী খাম।

আনন্দই ক'লে 'ককুৎথ নদীখন ওচৰতে আছে। ইযাৰ পানী বৰ পৰিস্কাৰ আৰু নিৰ্মল। সহজে নামি যাব পাৰি। তাৰ্লৈ ভগবান বুদ্ধ গ'ল আৰু হাত ভৰি ধুই পানী খালে। তথাগতৰ শৰীৰ ইমানেই দুৰ্বল হৈ গৈছিল যে খোজ কঢাৰ শক্তিযেই নোহোৱা হৈছিল। সেই কাৰণে জলাশয়ৰ পানীতে সন্তুষ্ট হৈছিল। পানী আনি দিলে আৰু খালে। অলপদেৰি বিশ্ৰামৰ পিচত ভিক্ষু সংঘ সহিত তথাগত গৈ ককুৎথ নদীৰ পাৰ পালেগৈ। তাত পাই নদীত নামিল আৰু স্নান কৰিলে আৰু জলপান খাই উঠি আম্ৰবনৰ ফালে যাত্ৰা কৰিলে।

তাত পায়েই আনন্দক ক'লে - চীবৰ পাৰি দিব লাগে "মোৰ বৰ ভাগৰ লাগিছে, শুম।" আজ্ঞানুসৰি চীবৰ পাৰি দিলে আৰু তথাগতে বিশ্ৰাম কৰিলে।

অলপদেৰি বিশ্ৰাম কৰাৰ পিচত তথাগতে আনন্দক কলে - "আনন্দ। এতিয়া আমি মল্লসকলৰ শালবনলৈ যাব লাগে। তাত হিৰণ্যবতীৰ আন পাৰে থকা কুসীনাৰাৰ উপবন।" তাত পাই তথাগতে আনন্দক ক'লে - 'আনন্দ! এই জোৰা শাল গছৰ মাজতে মোৰ সংঘাটী পাৰি দিয়া। মই ভাগৰি পৰিছো ইয়াতে অকনমান বিশ্ৰাম কৰিম।" আনন্দই সংঘাটী পাৰি দিয়াৰ পিচত তথাগতে নিজকে নিজে তাৰ ওপৰত শুৱাই দিলে।

---

১ মহা পৰি নিৰ্বাণ সুত্ত।

২ মহা পৰি নিৰ্বাণ সুত্তন্ত (দীঘ নিকায় - ১৬)।

৩ মহা পৰি নিৰ্বাণ সুত্ত (দীঘ নিকায় - ১৬)।

---

# তৃতীয় ভাগ

## মহা পৰি—নিৰ্বাণ

### ১ উত্তৰা ধিকাৰীৰ নিযুক্তি

এসময়ত ভগবান বুদ্ধই শাক্য সকলৰ মাজত বিচৰণ কৰি আছিল সেই সময়ত তথাগত ধনুধাৰী নামক এজন শাক্য পৰিবাৰৰ আম্ৰবনত আছিল।১ পাবাত নিৰ্গন্থি নামৰ পুত্ৰ (= মহাবীৰৰ) মৃত্যু হোৱা বেছি সময় হোৱা নাছিল। তেওঁৰ মৃত্যুত নিৰ্গন্থি (= জৈন) সকলে পৰস্পৰৰ ভিতৰত কাজিয়া কৰি দুটা দলত বিভক্ত হৈ পৰস্পৰে পৰস্পৰক শব্দভেদী বাণেৰে থকা সৰকা কৰিবলৈ ধৰিলে। তেনেতে চুন্দই শ্ৰামণেৰ পাৱাত বৰ্ষাবাস সমাপ্ত কৰি আনন্দ স্থবিৰক লগ কৰিবলৈ আহিল। তেও খবৰ দিলে যে 'নিৰ্গন্থিনাথৰ পুত্ৰৰ অলপতে পাৱাত শৰীৰান্ত হ'ল। এনে স্থিতিত তেওঁবিলাকৰ কথন হ'ল যে তেওঁবিলাকৰ কোনো গুৰু নাই।

আনন্দ স্থবিৰে কলে - 'চুন্দ! তেনে এই বিষয়টো তথাগতৰ দৃষ্টিগোচৰ কৰাতো ভাল হ'ব। চুন্দই কলে - 'বৰ ভাল কথা। তেনেতে চুন্দ আৰু আনন্দ দুয়ো তথাগতৰ ওচৰলৈ গ'ল। তথাগতক নিবেদন কৰিলে যে নিৰ্গন্থিনাথৰ পুত্ৰৰ বিয়োগ ঘটিল। গতিকে তথাগতে কোনো এজনক উত্তৰাধিকাৰী ৰূপে নিযুক্তি দিব লাগে। চুন্দৰ কথাত তথাগতে ক'লে - 'চুন্দ! বিচাৰ কৰি চোৱাচোন পৃথিৱীত এজন সংগুৰুৰ জন্ম হৈছে তেওঁ হৈছে অৰ্হত সম্যক সম্বুদ্ধ যদি তেও সৎ ধৰ্মৰ দেশনা কৰে যি সুন্দৰ নামজ্বলা, প্ৰভাৱশালী পথ প্ৰদৰ্শক শান্তিৰ বাটত লৈ যাওঁতা কিন্তু যদি তেওঁৰ শ্ৰাৱকৰ সংধৰ্মত সম্যক্ প্ৰতিষ্ঠিত নহয় তেনে তেওৰ সেই সংধৰ্মত সেই গুৰু নাথাকে তেনে পাৰ কৰিব কোনে পাৰিব। তেনে

হে চুন্দ! এনে স্থিতিত যদি কোনো গুৰু নাথাকে তেনে শ্ৰাবকৰ কাৰণে এইয়া

ৰ পৰিতাপৰ কথা হ'ব আৰু তেওঁৰ ধৰ্মৰ কাৰণেও ডাঙৰ বিপৰ্য্যয় হ'ব।

"কিন্তু চুন্দ! এই সংসাৰত এনে এজন গুৰুৰ আৱিৰ্ভাৱ হৈছে যি জন হৈছে অৰ্হত, সম্যক্ সম্বুদ্ধ, বিজ্ঞনে সংধৰ্মৰ দেশনা কৰিছে, যাৰ সৎ ধৰ্ম সুন্দৰ বিখ্যাত যাৰ সংধৰ্ম প্ৰভাৱশালী আৰু পথ প্ৰদৰ্শক, যি শান্তিৰ ফালে লৈ গৈ আছে, যি শ্ৰাৱক সংধৰ্মত সম্যক্ৰূপে প্ৰতিষ্ঠিত তেনে অৱস্থাত যদি গুৰু নাথাকে তেনে সেই শ্ৰাৱক সকলৰ সম্যক্ ৰূপটো ওলাই পৰে তেনে

'তেনেহলে চুন্দ! এনেধৰণৰ গুৰু সেইসকল শ্ৰাৱকৰ কাৰণে দুখৰ বিষয়। তেনেস্থলত কোনো উত্তৰাধিকাৰী আৱশ্যকেই বা কিয়? অন্য এক সময়ত যেতিয়া আনন্দই এই কথা দোহাৰিলে তেতিয়া তথাগতে ক'লে - 'আনন্দ! দুজন ভিক্ষুক তুমি এনেদৰে দেখিছানে যাৰ ধৰ্মৰ বিষয়ত একমত বুলি?

একে মত নহয় কিন্তু যি তথাগতৰ আশে পাশে আছে তেও বিলাকে হয়তো তথাগতৰ মৃত্যুৰ পিচত বিনয় সম্বন্ধে সংঘৰ নিয়ম সম্বন্ধে বিবাদ থিয় কৰি দিব পাৰে আৰু এনে বিবাদ হয়তো বহুত মানুহৰ দু খদ হ'ব পাৰে বহুতৰে অহিত হ'ব পাৰে। 'আনন্দ! বিনয় আৰু নিয়ম সম্বন্ধে বিবাদ বৰ মহত্বপূৰ্ণ নহয় হয়তো ভিক্ষু সংঘত ধৰ্মক লৈয়ো বিবাদ উপস্থিত হ'ব ইহে চিন্তাৰ কাৰণ। কিন্তু ধৰ্ম সম্বন্ধীয় বিবাদৰ বিষয়ত কোনো ডিক্টেটৰে একো কৰিব নোৱাৰে। যদি এজন উত্তৰাধিকাৰী ডিক্টেটৰ হ'ব নোৱাৰে তেনে তেও কি কৰিব পাৰে?

'ধৰ্ম সম্বন্ধীয় বিবাদৰ নিৰ্ণয় কৰাতো কোনো ডিক্টেটৰ'ৰ বিষয় নহয়। কোনো বিবাদৰ বিষয় স্বয়ং সংঘইহে নিৰ্ণয় কৰিব পাৰে। সংঘই একত্ৰিত হৈ বিচাৰ কৰিব লাগে। যেতিয়ালৈকে কোনো নিৰ্ণয়ত উপনীত হোৱা নাযায় তেতিয়ালৈকে সেই সম্বন্ধে ভালদৰে চিন্তা চৰ্চা কৰিব লাগে পিচত সেই নিৰ্ণয়ক স্বীকাৰ কৰিব লাগে। 'বিবাদৰ নিৰ্ণয় বহুমতৰ দ্বাৰা হ'ব লাগে। উত্তৰাধিকাৰী নিযুক্তি দিলেই ইয়াৰ চিকিৎসা নহয়।

## ২ অন্তিম ধৰ্ম দীক্ষা

সেই সময়ত সুভদ্ৰা পৰিব্ৰাজক কুসীনাৰাত আছিল।২ সুভদ্ৰ পৰিব্ৰাজকে শুনিলে শুনা গৈছে যে আজি ৰাতিৰ শেষ পহৰত তথাগতে পৰিনিৰ্বাণ লাভ কৰিব। সুভদ্ৰ পৰিব্ৰাজকৰ মনত পেলালে। 'মই আন কোনো বয়োবৃদ্ধ পৰিব্ৰাজক সকলৰ পৰা গুৰু তথা শিষ্য সকলৰ পৰা শুনিবলৈ পাইছো যে এই সংসাৰত তথাগত অৰ্হত সম্যক্ সম্বুদ্ধই দিনে দিনে জন্ম গ্ৰহণ নকৰে। আজি শেষ ৰাতিয়েই শ্ৰমণ গৌতমে পৰিনিৰ্বাণ লাভ কৰিব। মোৰ মনত এটা সন্দেহ উৎপন্ন হৈছে। মোৰ বিশ্বাস আছে যে তেও মোক এনে উপদেশ দিব পাৰে যাৰ দ্বাৰাই মোৰ সন্দেহ নিবৃত্তি হ'ব পাৰে।

সুভদ্ৰ পৰিব্ৰাজকে সৰু এটা ৰাস্তাইদি মল্লসকলৰ শালবনত পালেগৈ। তাত আনন্দ স্থবিৰো আছিল। আনন্দ স্থবিৰ। মই অলপ সময়ৰ কাৰণে তথাগতক লগ পাব পাৰোনে বাৰু? আনন্দই ক'লে সুভদ্ৰ! এতিয়া থাকিবলৈ দিয়া। তথাগতক কষ্ট নিদিবা। তথাগতে এতিয়া বিশ্ৰাম কৰি আছে, তেওঁ বৰ ক্লান্ত।

সুভদ্র পৰিব্ৰাজকে বাৰে বাৰে অনুমতি বিচাৰি ও আনন্দৰ পৰা সহাৰি নাপালে।

আনন্দ স্থবিৰ আৰু সুভদ্ৰৰ মাজত চলি থকা কথোপ কথন তথাগতে শুনি আছিল। তথাগতে আনন্দ স্থবিৰক সম্বোধি কলে - আনন্দ! সুভদ্ৰক বাধা নিদিবা। সুভদ্ৰক তথাগতক দৰ্শন কৰিবলৈ দিয়া সুভদ্ৰই মোক যি প্ৰশ্ন কৰিব সেইয়া তেওঁ জানিবৰ কাৰণেহে কৰিব। মোক কষ্ট দিবৰ কাৰণে নহয়। উত্তৰত মই যি কম সেইয়া তেওঁ তুৰন্তে বুজি পাব।

আনন্দ স্থবিৰে সুভদ্ৰক ক'লে - যোৱা ভিতৰলৈ যোৱা তোমাক তথাগতে অনুমতি দিছে।

সুভদ্ৰ পৰিব্ৰাজক গৈ তথাগতৰ ওচৰত উপস্থিত হ'ল নমস্কাৰ জনালে আৰু স্বাস্থ্যৰ খা খবৰ ললে। সুভদ্ৰ পৰিব্ৰাজকে তথাগতৰ প্ৰতি প্ৰশ্ন কৰিলে -

শ্ৰমণ গৌতম। যিমান বিলাক শ্ৰমণ আছে, যিমান বিলাক জন সমুদ্ৰ আছে, যি গণনা কাৰী যি মত সমুহৰ সংস্থাপক ৰূপে জ্ঞাত যাক জনতাই ধৰ্মাত্মা বুলি মানে - যেনে পূৰ্ণ কাশ্যপ, মকখলী গোশাল অজিত কেশ কম্বলী পকুধ কচ্চায়ন সঞ্জয় বেল্টঠী পুত্ৰ নিগুণ্ঠ নাথ পুত্ৰ এই সকলো বিলাকেই যেনেদৰে কয় সেইদৰে নিজে নিজে সত্য জ্ঞান লাভ কৰেনে নকৰে? তেওঁ বিলাকৰ কোনোবাই নকৰেনে কি? অথবা কোনোৱে কৰে আৰু কোনোৱে নকৰেনে কি?

'সুভদ্ৰ! তুমি এনেবিলাক পাক চক্ৰত সোমাব নালাগে। কোনোৱে জ্ঞানপ্ৰাপ্ত কৰিছেনে নাই? তোমাক মই যি ধৰ্মৰ উপদেশ দিছো তাকহে একান্তমনে মন দি শুনা।

'ভগবান! বৰ ভাল কথা এই বুলি কৈয়েই সুভদ্ৰ পৰিব্ৰাজকে তথাগতৰ প্ৰতি মনোনিবেশ কৰিলে। তথাগতে কব ধৰিলে

'সুভদ্ৰ! যি ধৰ্মত বিনয় (= মত) অষ্টাঙ্গিক মাৰ্গ নাই তাত কোনো শ্ৰমণ নাই। যি ধৰ্মত অষ্টাঙ্গিক মাৰ্গ আছে তাত শ্ৰমণো আছে।

'সুভদ্ৰ! তথাগতৰ ধৰ্ম বিনয়ত (= মত) আৰ্য্য অষ্টাঙ্গিক মাৰ্গ আছে। সেই কাৰণে তথাগতৰ ধৰ্ম বিনয়ত শ্ৰমণো আছে। শ্ৰোতাপন্ন সকৃদাগামী অনাগামী আৰু অৰ্হত আছে। আনবিলাক মত শ্ৰমণৰ মাজত শূণ্য। কিন্তু হে সুভদ্ৰ ! যদি এই ধৰ্ম বিনয়ত সম্যক্‌জীৱি হ'লহেতেন তেনে এই সংসাৰত কেতিয়াও অহতৰ অভাৱ নহ'লেহেতেন?

'ঊনত্ৰিশ বছৰ বয়সত মই কল্যাণ পথৰ পথিক হলো।

'সুভদ্ৰ। এতিয়া পঞ্চাশ বছৰৰো অধিক হ'ল যেতিয়াৰ পৰা মই এই সৎ ধৰ্মৰ পক্ষ গ্ৰহণ কৰি আছো।

তথাগতে এনেদৰে কোৱাত সুভদ্ৰ পৰিব্ৰাজকে কলে অতি অদ্ভুত শ্ৰমণ গৌতম। অদ্ভুত শ্ৰমণ গৌতম।

যেনেকৈ কোনোৱে দলিয়াই পেলোৱাক পুনৰ প্ৰতিষ্ঠিত কৰে অথবা ঢাকি ৰখাক মুক্ত কৰে, অথবা পথ ভ্ৰষ্টক ৰাস্তা দেখুৱাই দিয়ে অথবা আন্ধাৰত চাকি জ্বলাই দিয়ে যাতে চকু থকাই দেখিব পাৰে।

এইদৰে তথাগতে মোক সত্য পথৰ সন্ধান দিলে। এই কাৰণে মই বুদ্ধ, ধৰ্ম তথা

সংঘৰ শৰণ গ্ৰহণ কৰিছো।"

"সুভদ্ৰ! যি প্ৰথমতে আন কোনো ধৰ্মত দীক্ষিত হৈছে, তেওঁ যদি সংঘত প্ৰবিষ্ট হ'ব বিচাৰে তেনে তেওঁ চাৰিমাহ প্ৰতীক্ষা কৰিব লাগিব।'

"যদি এয়েই হয় তেনে মই প্ৰতীক্ষা কৰিবলৈ প্ৰস্তুত আছো। কিন্তু তথাগতে কলে - মানুহে মানুহে ভেদো আছে। তেওঁ আনন্দক মাতি আনি ক'লে - 'আনন্দ! সুভদ্ৰক এতিয়া সংঘত অন্তৰ্ভুক্ত কৰি ল'ব লাগে।

বৰ ভাল কথা বুলি কৈ আনন্দই তথাগতৰ আজ্ঞা স্বীকাৰ কৰি ল'লে সুভদ্ৰ পৰিব্ৰাজকে আনন্দ স্থবিৰক কলে - 'আনন্দ তোমাৰ বহুত লাভ হ'ব। আনন্দ! তুমি বৰ ভাগ্যবান তোমাক তথাগতে নিজেই নিজ হাতেৰে ভিক্ষু সংঘত দীক্ষিত কৰিছে, ধৰ্ম জলেৰে তোমাক অভিসিক্তিত কৰিছে।

আনন্দ স্থবিৰৰ উত্তৰ আছিল - 'তোমাৰ বাবে তো এয়ে সত্য।' এইদৰে তথাগতৰ আজ্ঞাপাই সুভদ্ৰ পৰিব্ৰাজকে ভিক্ষু সংঘত যোগদান দিলে। স্বয়ং তথাগতৰ দ্বাৰা দীক্ষিত হৈ তেওঁ তথাগতৰ অন্তিম শ্ৰাৱক হ'ল।

## ৩ অন্তিম বচন

সেই সময়ত ভগবান বুদ্ধই আনন্দক কলে - 'আনন্দ! এই সময়ত তুমি ভাবিব পাৰা যে আমাৰ পথ প্ৰদৰ্শক গুৰু গুছি গ'ল। আমাৰ এতিয়া মাৰ্গ দৰ্শক নাই। কিন্তু আনন্দ! তুমি এনেদৰে ভাবিব নালাগে। মোৰ অনুপস্থিতিত মই যি ধৰ্ম বিনয় শিকালো পঢ়ুৱালো সেয়েই তোমালোকৰ গুৰু হ'ব। ৩

'আনন্দ। এই সময়ত পৰস্পৰে পৰস্পৰক সমানে সম্বোধন কৰাতোহে আচল প্ৰথা। ডাঙৰ সৰুৰ ভেদ ৰাখিব নালাগে। মোৰ পিচত এই প্ৰথা বন্ধ হৈ যাব লাগে। ডাঙৰে সৰুৰ নামলৈ বা আবুসো (= আয়ুষ্মান) বুলি কৈ মাতিব লাগে কিন্তু সৰুৱে নিজতকৈ ডাঙৰক যেতিয়া মাতিব তেও তেওঁৰ গোত্ৰৰ দ্বাৰা মাতিব লাগে অথবা ভন্তে বুলি মাতিব লাগে। আৰু আনন্দ! যদিহে সংঘই বিচাৰে তেনে মই মৰাৰ পিচত যি সৰু বৰ নিয়ম আছে তাক এৰি দিব লাগে।

'আনন্দ! তুমি জানানে ছন্ন কিমান জেদি ওলোটা মাৰ্গত চলোতা কিন্তু তেও জানো বিনয়'ক সম্মান কৰা নাছিল?

'আনন্দ। মোৰ পিচত ছন্নক ব্ৰহ্ম-দণ্ড'ৰ পদ দিব লাগে।

'ভগবান! ব্ৰহ্ম-দণ্ড মানেনো কি বুজাই?

'আনন্দ! ছন্নই লাগিলে যিয়েই নকওঁক তাক কবলৈ দিব লাগে তাৰ কথাত মাতিব নালাগে তাক একো ক'ব নালাগে তাক একো শিক্ষা দিব নালাগে। হয়তো এইদৰে সি সংস্কাৰ হৈ যাব পাৰে।

তথাগতে তেতিয়া ভিক্ষু সকলক সম্বোধন কৰিলে - কোনো ভিক্ষুৰ মনত বুদ্ধৰ বিষয়ে ধৰ্মৰ বিষয়ে সংঘৰ বিষয়ে কোনো শঙ্কা সন্দেহ ভুল ধাৰণা হ'ব পাৰে সন্দেহ উৎপন্ন হ'ব পাৰে আৰু মাৰ্গৰ বিষয়লৈ কোনো শঙ্কা উৎপন্ন হলে ভিক্ষু সকল! এতিয়াও

সময় আছে সুধিলোৱা। পিচত যাতে পশ্চাতাপ কৰিব লগাত নপৰে গতিকে সকলো দূৰ কৰি ল'ব লাগে। এনেদৰে কোৱাত ভিক্ষু সংঘ মনে মনে থাকিল।

দ্বিতীয় আৰু তৃতীয় বাৰো তথাগতে নিজৰ বক্তব্য দোহাৰিলে কিন্তু ভিক্ষু সকল মৌন হৈয়ে থাকিল।

তথাগতে ক'লে - "হয়তো মোৰ প্ৰতি গৌৰৱ থকাৰ কাৰণেই তোমালোক মৌন হৈ আছাইক। এজন মিত্ৰই আনজন মিত্ৰক সোধাৰ দৰে।" তেতিয়াও ভিক্ষু সংঘ মৌন হৈ থাকিল। আনন্দ স্থবিৰে তথাগতৰ প্ৰতি কলে - "ভগবান। অদ্ভুত। ভগবান আচৰিত। মোৰ নিজ সংঘৰ প্ৰতি বিশ্বাস আছে। ইমান বিলাক ভিক্ষুৰ ভিতৰত এজনো নোলাল, যাৰ বুদ্ধৰ বিষয়ে, ধৰ্মৰ বিষয়ে, সংঘৰ বিষয়ে শঙ্কা আছে বুলি অথবা (আৰ্য্য) মাৰ্গৰ বিষয়লৈ শঙ্কা আছে।"

"আনন্দ। তোমাৰতো এই বিষয়ে বিশ্বাস আছে। কিন্তু তথাগতৰ এই বিষয়ে জ্ঞান আছে যে এই বিলাক ভিক্ষুৰ ভিতৰত কোনো এজনেই কোৱা নাই যে ত্ৰই বিষয়ত শংকা আছে বুলি। মোৰ এই পাঁচশ ভিক্ষুৰ ভিতৰত যি আটাইতকৈ কম উন্নত তেওঁ ও নাই ক্ৰমে স্ৰোতাপন্ন অৰ্থাৎ গতিত আহি আছে আৰু তেওঁ বিলাকেও বোধি প্ৰাপ্তি কৰাতো সুনিশ্চিত।"

তেতিয়া ভিক্ষু সকলৰ প্ৰতি তথাগতে সম্বোধন কৰিলে।

"ভিক্ষু সকল। মই তোমালোকক পুনৰ স্মৰণ কৰি দিছো। সকলো সংস্কাৰেই অনিত্য অপ্ৰমাদ পূৰ্বক, নিজ লক্ষ্য প্ৰাপ্তিত লাগি আছে।'

তথাগতৰ অন্তিম কথা এইু বিনিয়েই আছিল।

## ৪ আনন্দৰ শোক

বয়স অধিক হোৱাৰ কাৰণে ভগবান বুদ্ধৰ লগত কোনোবা এজন নিজৰ সেৱক ৰূপে থকাতো আৱশ্যক হৈ পৰিল। প্ৰথমতে তেওঁ নন্দক বাচি ল'লে। তাৰ পিচত আনন্দক। আনন্দই তথাগতৰ অন্তিম সময়লৈকে সেৱা কৰি থাকিল। আনন্দ কেৱল সেৱকেই নাছিল, কিন্তু তেঁওৰ দিন ৰাতিৰ প্ৰিয়তমৰ লগৰীয়া ৰূপে থাকিল। যেতিয়া ভগবান বুদ্ধ কুসীনাৰা পালেগৈ আৰু দুজোপা শাল বৃক্ষৰ মাজত বিশ্ৰাম কৰিবলৈ ধৰিলে, তেতিয়া ভগবানৰ এনেহেন লাগিল যেন তেওঁৰ অন্তিম সময় আহি পৰিল আৰু তেওঁৰ এনেহেন লাগিল যেন তেওঁ আনন্দক কৈ দিয়া ভাল হ'ব। ৪

এই কাৰণে তেওঁ আনন্দক সম্বোধন কৰি কলে - 'হে আনন্দ। এই শাল বৃক্ষৰ মাজতে কুসীনাৰাৰ উপবনতে ৰাত্ৰিৰ তৃতীয় পহৰত তথাগতৰ পৰিনিৰ্বাণ হৈ যাব।" তথাগতে এনেদৰে কোৱাত আনন্দ স্থবিৰে কলে- "ভগবান। আপুনি বহুজনৰ হিতৰ কাৰণে, বহুজনৰ সুখৰ কাৰণে লোক সকলৰ ওপৰত অনুকম্পা কৰিবৰ কাৰণে তথা দেৱতা সকল আৰু মনুষ্য সকলৰ কল্যাণৰ কাৰণে কল্পভৰ পৰ্য্যন্ত (জীৱিত) থাকিবৰ কাৰণে কৃপা কৰক।" আনন্দই তিনিবাৰ এই প্ৰাৰ্থনা কৰিলে। তথাগতে উত্তৰ দিলে এতিয়া থাকিবলৈ দিয়া। এতিয়া আৰু এনে প্ৰাৰ্থনা নকৰিবা। এনে প্ৰাৰ্থনা কৰাৰ সময় পাৰহৈ গ'ল।

"আনন্দ। এতিয়া মই বুঢ়া হ'লো সম্পূৰ্ণ আয়ুস হ'ল। এতিয়া মোৰ অন্তিম সময় ওচৰ চাপিল। মোৰ দিন সম্পূৰ্ণ হৈ গ'ল। মোৰ এতিয়া আশীবছৰ হ'ল। যেনেকৈ কোনো পুৰণা গাড়ীৰ চকা জীৰ্ণ শীৰ্ণ হৈ যায়, থিক তেনেকৈ সেই গতি এই তথাগতৰ শৰীৰতো হৈ গ'ল।' এই কথা শুনি আনন্দ স্থবিৰ আৰু তাত থাকিব নোৱাৰিলে। যেতিয়া আনন্দ স্থবিৰক তাত দেখা নাপালে তেতিয়া ভগবান বুদ্ধই ভিক্ষু সকলক সুধিলে- "আনন্দ ক'ত?" ভিক্ষুজনে ক'লে আনন্দ স্থবিৰ ইয়াৰ পৰা গুছি গ'ল আৰু কান্দি আছে।'

তথাগতে এজন ভিক্ষুক মাতি কলে - 'যোৱা, আনন্দক কবা যে তথাগতে মাতিছে বুলি।"

'বাৰু" বুলি কৈ ভিক্ষুজনে মাতিবলৈ গ'ল। আনন্দ ঘূৰি আহিল আৰু তথাগতৰ সমীপতে বহিল। "আনন্দ। নাকান্দিবা। মই কিয় অনেকবাৰ কোৱা নাছিলো জানো যে এই বস্তুৰ স্বভাৱেই হৈছে এইটো যে নিজৰ প্ৰিয়জনৰ পৰা পৃথক হ'বই লাগিব বিদায় ল'বই লাগিব সম্বন্ধ এৰিবই লাগিব।

"আনন্দ। ইমান দিন তুমি মৈত্ৰীপূৰ্ণ বচন আৰু মৈত্ৰীপূৰ্ণ ব্যৱহাৰৰ দ্বাৰাই মোৰ সমীপত আছা।

'আনন্দ। তুমি এতিয়া কুশলে আছা! আনন্দ তুমি ও চেষ্টা কৰা সকলো আস্ৰৱৰ পৰা পূৰ্ণ মোক্ষ লাভ কৰিবলৈ।' আনন্দৰ বিষয়ে তেনেকৈ কৈয়ে তথাগতে ভিক্ষু সকলক ক'লে- "ভিক্ষু সকল। আনন্দ হৈছে বুদ্ধিমান। ভিক্ষু সকল ! আনন্দই তেও এই কথাও জানে যে তথাগতক সাক্ষাৎ কৰাৰ উপযুক্ত সময় কেতিয়া? ভিক্ষু আৰু ভিক্ষুণীৰ কাৰণে উপাসক-উপাসিকাৰ কাৰণে ৰজা অথবা ৰজাৰ মন্ত্ৰী সকলৰ কাৰণে তথা আন আচাৰ্য্য শিষ্য সকলৰ কাৰণে উচিত সময় কেতিয়া?

'ভিক্ষু সকল। আনন্দৰ চাৰিটা বিশেষতা আছে। 'সকলোৱেই আনন্দক লগ কৰি প্ৰসন্ন হয়। সকলোৱেই আনন্দক দেখিলে আনন্দিত হয়। সকলোৱেই আনন্দই কোৱাতো ভাল পাই। সকলোৱেই আনন্দই মনে মনে থকাতো ভাল নাপাই।

সেই সময়ত আনন্দই তথাগতৰ পৰিনিৰ্বাণৰ কথাকে ক'লে- 'তথাগত। আপুনি এই জংঘলৰ মাজত, এই নীৰৱ নিস্তব্ধ নগৰত পৰিনিৰ্বাণ প্ৰাপ্তি যেন নকৰে। চম্পা, ৰাজগৃহ শ্ৰাবস্তী সাকেত কোসাম্বী তথা বাৰাণসীৰ দৰে ডাঙৰ ডাঙৰ নগৰ আছে। ভগবানে যেন সেই বিলাক নগৰৰ কোনো এখন নগৰত পৰিনিৰ্বাণ কৰক।

'আনন্দ! এইদৰে নকৰা। আনন্দ। এইদৰে নকৰা। আনন্দ। এই কুসীনাৰাতেই কোনো এক সময়ত মহাসুদৰ্শন ৰজাৰ ৰাজধানী আছিল। সেই সময়ত ইয়াৰ নাম কেশৱতী আছিল। আনন্দক তেতিয়া তথাগতে দুটা কথা ক'লে - আনন্দক কলে চুন্দৰ ভোজনৰ দ্বাৰাই যে তথাগতৰ পাৰিনিৰ্বাণ হ'ল এই কথা যাতে আন কোনোৱে নাজানে। হয়তো এই কথা আনৰ মুখত পৰিলে চুন্দ বিপদত পৰিব পাৰে দেখিবা যাতে এই খবৰ জনতাৰ মাজত প্ৰচাৰ নহয়। দ্বিতীয় কথা হৈছে যে মল্লসকলক জনাই দিব লাগে তথাগত আহি কুসীনাৰাত আছেহি বুলি। আৰু ৰাতি তিনি পহৰত তথাগতে পৰিনিৰ্বাণ লাভ কৰিব। 'পিচত যাতে মল্লবিলাকে

এই বিষয়লৈ দোষাৰোপ কৰিব নোৱাৰে। এই কথা যাতে হ'বলৈ নাপাই আমাৰ গাঁৱতে তথাগতে পৰিনিৰ্বাণ লাভ কৰিলে আমি খবৰকে নাপালো বুলি। শেষ অৱস্থাত আমি তেওঁৰ দৰ্শণকে নাপালো বুলি।

এইদৰে অনুৰুদ্ধ স্থবিৰ আৰু আনন্দ স্থবিৰে ধাৰ্মিক আলোচনাৰ মাজেদিয়েই শেষ ৰাতিটো কটাই দিলে। তথাগতে যেনেদৰে কৈছিল সেইদৰেই ৰাতিৰ তিনি পহৰত পৰিনিৰ্বাণ লাভ কৰিলে। যেতিয়া তথাগতৰ পৰিনিৰ্বাণ লাভ হ'ল তেতিয়া কিছুমান ভিক্ষুৱে আৰু আনন্দই বুকু থপৰিয়াই কান্দিবলৈ ধৰিলে, দুখত ক'ব নোৱাৰাকৈ মাটিত বাগৰি পৰিছিল - "তথাগতে সোনকালেই পৰিনিৰ্বাণ লাভ কৰিলে। তথাগত চকুৰ পচাৰতে দৃষ্টিৰ পৰা অদৃশ্যহৈ গ'ল। এই ভুবন প্ৰদীপ অতিসোনকালেই নুমাই গ'ল।

বহাগী পূণিমাৰ ৰাত্ৰিৰ তৃতীয় পহৰত তথাগতে পৰিনিৰ্বাণ লাভ কৰিলে। ৪৮৩ (চাৰিশ তিৰাশী) খৃ পূৰ্বত তেওঁৰ পৰিনিৰ্বাণ লাভ হ'ল।

পালী ভাষাত কৈছে —

দিবা তপতি আদিচ্চো
ৰত্ৰিং আভাতি চন্দিমা
সন্নদ্ধো খত্তিয়ো তপতি
ঝাযী তপতি ব্ৰাহ্মণো
অথ সব্বং অহোৰাত্তিং
বুদ্ধো তপতি তেজসা।।

সূৰ্য্য কেৱল দিনতহে জিলিকি উঠে চন্দ্ৰ কেৱল ৰাতি। ক্ষত্ৰিয় তেতিয়া জিলিকি উঠে, যেতিয়া তেওৰ অস্ত্ৰধাৰী পাই। ব্ৰাহ্মণ তেতিয়াহে জিলিকি উঠে যেতিয়া তেওঁ ধ্যান মগ্নহৈ থাকে। কিন্তু বুদ্ধ নিজৰ শক্তিৰে দিন আৰু ৰাতি সকলো সময়তে জিলিকি থাকে।

ইয়াত অকনো সন্দেহ নাই যে ভগবান বুদ্ধ ভুবন প্ৰদীপ আছিল - সমস্ত লোকৰ প্ৰকাশস্তম্ভ আছিল।

## ৫ মল্লসকলৰ বিলাপ, এজন ভিক্ষুৰ প্ৰসন্নতা

তথাগতৰ আদেশানুসাৰ আনন্দই গৈ মল্লসকলক খবৰ দিলে। ৬ যেতিয়া মল্লসকলে এই খবৰ শুনিলে তেতিয়া বৰ দুখ পালে তেও বিলাকৰ স্ত্ৰী বিলাক দুখীত হ'ল তেওঁ বিলাকৰ তৰুণ সকল দুখী হ'ল কুমাৰী বিলাক দুখী হ'ল এইদৰে সকলোৱেই মৰ্মান্তিক দুখ পালে। কান্দোনত চুলি আউল বাউল হৈ গৈছিল, বুকু ভুকুৱাই কান্দিবলৈ ধৰিলে কিছুমান মাটিত বাগৰি কান্দিবলৈ ধৰিলে। কুমাৰ কুমাৰী বিলাকে মল্লসহিত উপবনলৈ গ'ল আৰু শাল বৃক্ষৰ ওচৰতে তথাগতৰ যাতে অন্তিম সাক্ষাৎ কৰিব পাৰে।

আনন্দ স্থবিৰে ভাবিলে - 'যদি কুসীনাৰাৰ মল্লবিলাকে এজন এজন কৰি তথাগতৰ মৃত শৰীৰক বন্দনা কৰে তেনে বহুত পলম হৈ যাব। সেই কাৰণে তেওঁ পৰামৰ্শ দিলে যে এটা মণ্ডলী এটা পৰিয়ালে একে লগে বন্দনা/কৰাৰ ব্যৱস্থা কৰিব লাগে এইদৰে প্ৰত্যেক পৰিয়ালে একে লগে বন্দনা কৰি বিদায় ল'ব ধৰিলে। সেই সময়ত বহুত বিলাক ভিক্ষু

সহিত মহাস্থবিৰ মহাকাশ্যপে পাৱাৰ পৰা কুসীনাৰালৈ আগবাঢ়ি আহিছিল।

সেই সময়ত এজন নগ্ন পৰিব্ৰাজক পাৱাৰ ফালে গৈ আছিল।

মহাস্থবিৰ মহাকাশ্যপে নগ্ন পৰিব্ৰাজক জনক দূৰৰ পৰাই অহা দেখিলে। ওচৰ পোৱাত সুধিলে - 'আপুনি নিশ্চয় আমাৰ গুৰুক চিনি পাই।  'হয়! নিশ্চয় চিনি পাওঁ। শ্ৰমণ গৌতমৰ পৰিনিৰ্বাণ হোৱা আজি সপ্তম দিন।' এই খবৰ পোৱাৰ লগে লগে ভিক্ষু সকল শোকত ম্ৰিয়মান হ'ল আৰু কান্দিবলৈ ধৰিলে।  সেই সময়ত এজন প্ৰব্ৰজিত সুভদ্ৰ নামৰ ভিক্ষু ও লগত আছিল। তেওঁকলে - 'নাকান্দিবা বিলাপ নকৰিবা। আমি এতিয়া শ্ৰমণ গৌতমৰ পৰা মুক্ত হলোঁহওঁক। আমাক তেওঁ এই দৰে কোৱাত আমি অতিশয় দুখীত হৈছিলোহঁক। এইটো এতিয়া কৰিব পাৰা আৰু নকৰিবও পাৰা। এতিয়া আমি আমাৰ ইচ্ছামতেই কৰি থাকিম নতুবা নকৰো। তেওৰ মৃত্যুতো জানো ভাল হোৱা নাই? কান্দিব কিয় লাগে। বিলাপ কিয় কৰিব লাগে। এইয়া আনন্দৰ কথাহে।' তথাগত এনে আছিল যিনেকি বিৰাত কঠোৰ নিয়মৰ বান্ধোনেৰে ভিক্ষু সকলক বান্ধি ৰাখিছিল।

## ৬ অন্তিম সংস্কাৰ

কুসীনাৰাৰ মল্লসকলে আনন্দ স্থবিৰক সুধিলে - এতিয়া তথাগতৰ শৰীৰটো কেনে দৰে কি কৰা যায়? আনন্দ স্থবিৰে ক'লে - যেনেকৈ প্ৰজাই ৰজাক, মহাৰজাক দাহ ক্ৰিয়া কৰে থিক তেনেদৰে তথাগতৰো হোৱা উচিত।  'ৰজা সকলৰ মৃতদেহটোনো কেনেদৰে কি কৰে?  আনন্দ স্থবিৰে উত্তৰ দিলে - 'ৰজা মহাৰজাৰ শৰীৰটো এখন নতুন কাপোৰেৰে মেৰিয়াই দিয়া হয়। পুনৰ কপাহ আৰু উলৰ দ্বাৰাই মেৰোৱা হয় এইদৰে গোটেই মৃত শৰীৰটো ক্ৰমে পাঁচশ বাৰ মেৰাব লাগে। ইয়াৰ পিচত তেলেৰে ভৰা লোহাৰ কেৰাহীত থৈ দিব লাগে আৰু এখন বেলেগ লোহাৰ কেৰাহীৰে ঢাকি ৰাখিব লাগে। এইদৰে অনেক সামগ্ৰীৰে চিতাখন নিৰ্মান কৰিব লাগে। যেনেদৰে কোনো এজন মহাৰাজক অন্তিম সংস্কাৰ কৰে থিক সেইদৰে নিয়ম এয়ে।।!

মল্লবিলাকে ক'লে - তেনেকৈয়ে হ'ব। মল্লবিলাকে ক'লে - "আজি তথাগতৰ মৃত দেহৰ শৰীৰৰ দাহ ক্ৰিয়া কৰিবৰ কাৰণে বহুত পলম হ'ল। গতিকে কালিলৈহে কৰা হ'ব।' কুসীনাৰাৰ মল্ল সকলে নিজৰ মানুহখিনিক আজ্ঞা দিলে তথাগতৰ অন্ত্যেষ্টি ক্ৰিয়াৰ ব্যৱস্থা কৰিব লাগে। সুগন্ধিত সামগ্ৰী, ফুল তথা কুসী নগৰৰ বাদ্যযন্ত্ৰ বজোৱা সকলক সংগ্ৰহ কৰাহঁক।  এইদৰে তথাগতৰ শৰীৰৰ প্ৰতি আদৰ সৎকাৰ গৌৰৱ প্ৰদৰ্শন কৰি পূজা অৰ্চন কৰি, নৃত্যৰ দ্বাৰা, গীতৰ দ্বাৰা, বাদ্য যন্ত্ৰৰ দ্বাৰা মালাৰ দ্বাৰা সুগন্ধিত সামগ্ৰীৰ দ্বাৰা আৰু কাপোৰৰ চন্দ্ৰতাপ বনাই তাৰ ওপৰত আঁৰি দিবৰ কাৰণে ফুলৰ মালা গুঁথি দ্বিতীয় দিনও কটাই দিলে এইদৰে তৃতীয় দিন, চতুৰ্থ দিন পঞ্চম দিন আৰু ষষ্ঠ দিন ও অতিবাহিত কৰিলে। তাৰ পিচত মল্ল সকলৰ আঠজন মুখীয়ালে মূৰতিয়াই স্নান কৰিলে, নতুন বস্ত্ৰ পিন্ধিলে যাতে তথাগতৰ মৃত শৰীৰৰ চাঙিখন কান্ধত ল'ব পাৰে।

তেওঁ বিলাকে তথাগতৰ মৃতদেহটো মুকুট বন্ধন স্থানলৈ লৈ গ'ল য'ত নগৰৰ

পূব ফালে মল্ল সকলৰ চৈত্ৰ্য আছিল। তাত তথাগতৰ শৰীৰটো ৰাখি অগ্নি স্পৰ্শ কৰিলে।

অলপ দেৰিৰ পিচত তথাগতৰ নশ্বৰ দেহ ছাঁইত পৰিণত হৈ গ'ল।

### ৭ ভগবান বুদ্ধৰ ফুলৰ কাৰণে কাজিয়া

যেতিয়া তথাগতৰ শৰীৰ অগ্নিয়ে ভস্ম কৰি দিলে তেতিয়া কুসীনাৰাৰ মল্লোবিলাকে সমস্ত ছাঁই আৰু অস্থি সমূহ এক কৰি ললে আৰু নিজৰ সম্মাগাৰত ৰাখি শূলেৰে বেৰাদি তাত ধনু ধাৰীৰ দ্বাৰা পহৰা দিয়ালে যাতে সেই ফুল কোনেও চুৰি কৰিব নোৱাৰে। ৮

এইদৰে একাদিক্ৰমে সাতদিন ধৰি মল্লোবিলাকে নৃত্য গীত, বাদ্য মালা তথা সুগন্ধিত সুবাসৰ দ্বাৰা তেওঁৰ প্ৰতি আদৰ সংকাৰ তথা গৌৰব প্ৰদৰ্শন কৰি তেঁওৰ পূজা কৰিলে।

মগধ ৰজা অজাত শত্ৰুৱে শুনিবলৈ পালে যে কুসীনাৰাত তথাগতে পৰিনিৰ্বাণ লাভ কৰিলে।

এই কাৰণে তেও মল্লোসকলৰ ওচৰলৈ দূত পঠালে যাতে তেও বিলাকে তেওক ফুলৰ অৱশিষ্ট অংশ দিব লাগে।

এইদৰে বৈশালীৰ লিচ্ছৰ্বী বিলাকেও দূত পঠালে কপিল বস্তুৰ শাক্য বিলাকেও দূত পঠালে অহকপ্যৰ বল্লিয় সকলেও দূত পঠালে ৰাম গ্ৰামৰ কোলিয় বিলাকেও দূত পঠালে তথা পাৱাৰ মল্লো বিলাকেও পঠালে।

অস্থিৰ এটা অংশ বিচৰাৰ ভিতৰত ৱেঠদ্বীপৰ এজন ব্ৰাহ্মণো আছিল।

যেতিয়া কুসীনাৰাৰ মল্লোবিলাকে ইমান বিলাক দেশৰ মানুহে অস্থি আৰু ভস্ম বিচৰাৰ খবৰ শুনিলে তেতিয়া তেও বিলাকে কলে - 'আমাৰ সীমাত তথাগতে পৰিনিৰ্বাণ লাভ কৰিলে। গতিকে আমি ইয়াৰ অংশ কাকো দিব নোৱাৰো। ইয়াৰ ওপৰত আমাৰহে কেৱল অধিকাৰ আছে।

এই বিষয়লৈ যেতিয়া পৰিস্থিতিয়ে বেলেগ মোৰ ললে তেতিয়া দ্ৰোণ নামৰ এজন ব্ৰাহ্মণে মধ্যস্থতা কৰি কলে - মোৰ দুটা শব্দ শুনক।

দ্ৰোণে ক'লে - 'তথাগতে শান্তি আৰু সহন শীলতাৰ শিক্ষা দিলে। এনে স্থিতিত এইটো উচিত হোৱা নাই যে তথাগতৰ অস্থিৰ কাৰণে কাজিয়া কৰিব লাগে। প্ৰাণীৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ জনক লৈ এনেদৰে বিবাদ উৎপন্ন কৰাতো থিক কথা নহয়।

'আমি সকলোৱেই একত্ৰিতহৈ অস্থিখিনি আঠ ভাগ কৰিব লাগে আৰু প্ৰত্যেক জনপদৰ মাজত স্তুপ সজাব লাগে যাতে প্ৰত্যেক জনপদতে তেওৰ পূজা বন্দনা হৈ থাকে।"

এনে পৰামৰ্শত কুসীনাৰাৰ মল্ল সকল একমত হ'ল। কলে - "বাৰু ব্ৰাহ্মণ! তুমিয়েই এই অস্থিখিনি সমানে আঠ ভাগ কৰি দিয়া। 'বৰ ভাল কথা বুলি দ্ৰোণে স্বীকাৰ কৰিলে - এইদৰে তথাগতৰ অস্থি আৰু ভস্ম ধূলাখিনি সমানে আঠ ভাগ কৰি ভাগ কৰিলে। ভাগ জোখ যেতিয়া হৈ গ'ল তেতিয়া দ্ৰোণ ব্ৰাহ্মণে ক'লে এই বাচনটো মোক দিব লাগে মই ইয়াৰ ওপৰত এটা স্তুপ সাজিম। সকলোৱে সৰ্বসম্মতি ক্ৰমে ব্ৰাহ্মণে বাচনটো পালে।

এইদৰে তথাগতৰ অস্থিৰ ভাগ হৈ গ'ল, আৰু যি কাজিয়াৰ সূত্ৰপাত হ'ব লগীয়া হৈছিল সেইয়া শান্তিৰে সমাধান হ'ল।

## ৮ বুদ্ধ ভক্তি

এই কথা শ্ৰাৱস্তীতেই ঘটিছিল                                  সেই সময়ত বহুত বিলাক ভিক্ষুৱে এই কথা ভাবিছিল যে তিনিমাহৰ পিচত তথাগতে ভ্ৰমণৰ কাৰণে ওলাব গতিকে তথাগতৰ কাৰণে এখন চীৱৰ প্ৰস্তুত কৰিছিল। ৯

সেই সময়ত ইসিদত্ত আৰু পূৰ্ণনামৰ দুজন ৰাজ্যাধিকাৰীয়ে কিবা কামত সাধুকতাত আছিল। তেতিয়া তেও বিলাকে এই খবৰ শুনিলে 'বহুতখিনি ভিক্ষুৱে ভাবিছে যে যেতিয়া চীৱৰ প্ৰস্তুত হৈ যাব তেতিয়া তথাগতৰ ভ্ৰমণৰ কাৰণে ওলাব গতিকে তথাগতৰ কাৰণে এখন চীৱৰ প্ৰস্তুত কৰি আছে।

ইসিদত্ত আৰু পূৰ্ণই এজন মানুহক ৰাস্তাত নিযুক্ত কৰিলে। যেতিয়াই তুমি সেই ভগবান অৰ্হত, সম্যক সম্বুদ্ধক অহা দেখিবা তুৰন্তে আহি তুমি আমাক খবৰ দিবাহি।

দুই তিনি দিন একাদিক্ৰমে ৰাস্তাত খাপপাতি থাকি তথাগতক অহা দেখিলে। দৌৰি দৌৰি গৈ ৰাজ্যাধিকাৰী ইসিদত্ত আৰু পূৰ্ণক গৈ জনালে যে তথাগতক আহি থকা দেখিছো। 'ভগবান, অৰ্হত সম্যক্ সম্বুদ্ধ আহি আছে। আপুনি যি ভাল দেখে তাকে কৰক। তেতিয়া ৰাজ্যাধিকাৰী ইসিদত্ত আৰু পূৰ্ণই তথাগত অহাৰ ফালে আগবাঢ়ি গ'ল। ওচৰ পাই তেও বিলাকে তথাগতক অভিবাদন জনালে আৰু তথাগতৰ পিছে পিছে আহিবলৈ ধৰিলে।

তথাগতে ৰাস্তাৰ পৰা নামি এজোপা গছৰ তলত পাৰি থোৱা আসনত বহিল। ইসিদত্ত আৰু পূৰ্ণইও তথাগতক নমস্কাৰ জনাই বহিল। আৰু তথাগতৰ প্ৰতি কলে -

'ভগবান! আমি শুনিবলৈ পালো যে তথাগতে কোশলজন পদত ভ্ৰমণ কৰিব। এই কথা শুনি আমি নিৰাশহৈ গলো অৰ্থাৎ তথাগত আমাৰ পৰা বহুত দূৰলৈ যাবগৈ।

'ভগবান। জানিবলৈ পালোহঁক যে তথাগত কোশলজন পদত ভ্ৰমণ কৰি পুনৰ শ্ৰাৱস্তীৰ পৰা বহুত দূৰহৈ যাব।

'ভগবান! আকৌ শুনিবলৈ পোৱা হ'ল যে তথাগতে কোশল জনপদ এৰি মল্ল জন পদত ভ্ৰমণৰ কাৰণে গুছি যাব                তেও গুছি গ'লত আমি বেজাৰ পাইছিলোহঁক।

'ভগবান। যেতিয়া আমি শুনিবলৈ পান্সো যে তথাগতে মল্লজনপদ ত্যাগ কৰি বজ্জীজনপদলৈ গুছি যাব              প্ৰকৃততে তেও গুছি গ'লনে কি?              বজ্জী ত্যাগ কৰি কাশীলৈ গুছি যাব              বাস্তৱতে তেও গ'লনে কি              তেও কাশীৰ মানুহ বিলাক ত্যাগ কৰি মগধ ভ্ৰমণৰ কাৰণে গুছি যাবনে              তেও গুছি গ'লনে কি আমি দুখীত হৈ গৈছিলো আমাৰ হৃদয় বিদিৰ্ণ হৈ গৈছিল              তথাগত আমাৰ পৰা বহুত দূৰহৈ গ'লনে কি? কিন্তু ভগবান! যেতিয়া আমি শুনিবলৈ পালো যে তথাগতে মগধ ত্যাগ কৰি কাশীলৈ যাব তেতিয়া আমি আনন্দিত হ'লো আৰু আমাৰ হৃদয় আনন্দত উথলি উঠিল আৰু তেতিয়া তথাগত আহি বল্লিৰ ওচৰ পাইছেহি।

'আৰু যেতিয়া আমি শুনিবলৈ পালো যে তেও আহি কাশী পালেহি তেতিয়া আমি বৰ আনন্দিত হ'লো              তেও বিলাকে তথাগত কাশীৰ পৰা বজ্জীৰ বজ্জীৰ পৰা মল্লোৰ

জনপদত , ,,,,, মল্লোৰ জনপদৰ পৰা কোশলৰ জনপদত অহাৰ এনেদৰে বৰ্ণনা কৰিলে। কিন্তু ভগবান! যেতিয়া আমি শুনিবলৈ পালোযে তথাগত কোশল জনপদৰ পৰাও শ্ৰাৱস্তীৰ ফালে ভ্ৰমণৰ কাৰণে গৈ আছে তেতিয়া আমি বৰ আনন্দিত হৈছিলো আৰু আমাৰ মন বল্লিয়ৰ প্ৰতি নাচিবলৈ ধৰিলে যে তথাগত আমাৰ বহুত সমীপত আহি পালোহি।

তেতিয়াই যেতিয়া আমি শুনিবলৈ পালো যে তথাগতৰ শ্ৰাৱস্তীৰ অনাথ পিণ্ডিকৰ জেতবনাৰামত আছেহি তেতিয়া আমি অসীম প্ৰফুল্লিত হ'লোহঁক আমি অসীম আহ্লাদিত হলোহঁক যে তথাগত এতিয়া আমাৰ ওচৰতে আছে।'

---

১ সামগাম সুত্তন্ত (মজ্ঝিম নিকায় ১০৪ ) সামগামত বিহাৰ কৰি আছিল।
২ মহা পৰিনিৰ্বাণ সুত্তন্ত (দীঘ নিকায় ১৬ )।
৩ মহা পৰিনিৰ্বাণ সুত্তন্ত (দীঘ নিকায় ১৬ )।
৪ মহা পৰিনিৰ্বাণ সুত্ত (দীঘ নিকায় ১৬ )।
৫ ব্ৰাহ্মণ বগ্গো (ধম্ম পদ ২৫/৫ )।
৬ মহা পৰিনিবাণ সুত্ত (দীঘ নিকায় ১৬ )।
৭ মহা পৰিনিৰ্বাণ সুত্ত (দীঘ নিকায় ১৬ )।
৮ মহা পৰিনিৰ্বাণ সুত্ত (দীঘ নিকায় ১৬ )।
৯ স নি ৫৪ ১ ৬ ।

---

# অষ্টম অধ্যায়

# মহা মানব সিদ্ধাৰ্থ গৌতম

প্ৰথম ভাগ - তেওঁৰ ব্যক্তিত্ব

দ্বিতীয় ভাগ - তেওঁৰ মানবতা

তৃতীয় ভাগ - তেও কি ভাল পাইছিল আৰু কি ভাল নাপাইছিল?

## প্ৰথম ভাগ

## তেওঁৰ ব্যক্তিত্ব

### ১ তেওঁৰ ব্যক্তিগত আকৃতি ইত্যাদি

যিমান বিলাক বৰ্ণনা পোৱা হৈছে সেই বিলাকৰ পৰা ইয়াকেই জনা যায় যে তথাগতৰ শৰীৰৰ গঠন বৰ সুন্দৰ আছিল। তেওঁ স্বৰ্ণ পৰ্বতৰ শিখৰৰ সমান আছিল। তেওঁৰ শৰীৰ টো ওখ পাখ আছিল আকাৰ প্ৰকাৰ বিলাক আকৰ্ষণীয় আছিল। দীঘল দীঘল তেওঁৰ বাহু, সিংহৰ দৰে চাল চলন, বৃষভৰ দৰে চকু, তেওঁৰ সৌন্দৰ্য্য সোণৰ দৰে উজ্বল, বহল বুকু এনে বিলাক অঙ্গই সকলোকে মোহিত কৰিছিল

তেওৰ্ঁ চকুৰ চেলাউৰি মাথ্য চেহেৰা, চকু হাত, ভৰি আৰু চাল চলন আদিৰ

ওপৰত যদি কাৰোবাৰ দৃষ্টি পৰে তেনে কোনো তেওঁৰ ওচৰৰ পৰা আঁতৰি আহিব নোৱাৰে। যি তেওঁক দেখিছে, তেওঁৰ তেজস্বীতা সাৰ্মথ্য আৰু অনুপম সৌন্দৰ্য্যৰ প্ৰভাব সেই জনৰ ওপৰত পৰি যায়।

তেওঁক দৰ্শন পোৱা লোকে এখোজো আগবাঢি যাব নোৱাৰে যি সন্মুখত থিয় হয় পিছলৈ ঘূৰি যায়, যি শান্তি পূৰ্বক লাহে লাহে যায় আনে বেগাই দৌৰিবলৈ ধৰে আৰু যি বহি থাকে তেওঁ তুৰন্তে থিয়হৈ যায়। ১ তেওঁক যি দৰ্শন কৰিবলৈ আহে, দেখাৰ লগে লগে হাতজোৰ কৰি নমস্কাৰ কৰে কোনোৱে মূৰ দোৱাই নমস্কাৰ কৰে, কোনোৱে স্নেহসিক্ত ভাৱে সম্বোধন কৰে অৰ্থাৎ কোনেও গৌৰব বোধ নকৰাকৈ নাযায়। ১ তেও সকলোৰে প্ৰিয় পাত্ৰ আছিল আৰু সকলোৰে আদৰ ভাজন। স্ত্ৰী পুৰুষ সকলোৱেই তেওঁৰ কথা শুনিবৰ কাৰণে উৎসুক হৈ থাকিছিল। তেওঁৰ মাত কথা অসাধাৰণ ৰূপে মধুৰ আছিল গভীৰ আকৰ্ষণীয় গতিমান আৰু স্পষ্ট আছিল। তেওৰঁ বাণী সমূহ দিব্য সংগীতৰ দৰে আছিল। তেওঁৰ মাতৰ লহৰে শ্ৰোতাৰ মন মুহিব পাৰিছিল। তেওঁৰ তেজস্বীতা মোহনীয় আছিল। তেওঁৰ ব্যক্তিত্ব যেন সকলোৰে মনৰ দেৱতাহে। তেওঁৰ ওচৰত শ্ৰোতা কম নাছিল। তেওঁৰ কথা বিলাক ইমানেই মহত্বপূৰ্ণ আছিল যে শ্ৰোতাৰ মন সলনি হৈ গৈছিল। তেওঁৰ ইচ্ছা শক্তিৰ ওচৰত সকলোৱেই নতমস্তক। তেওঁৰ বাণীৰ দ্বাৰাই শ্ৰোতা সকলৰ বিশ্বাস হৈ গৈছিল যে তেও যি কৈছে সেইয়া প্ৰতি আখৰেই সত্য লগতে সেইয়া 'মুক্তি'ৰ মাৰ্গও। তেওৰ বাণী বিলাকত শ্ৰোতা সকলৰ সত্যৰ দৰ্শন হৈছিল য'তনেকি দাস সকলক মুক্ত কৰাৰ সামৰ্থ্য আছিল। গোলাম বিলাকক স্বাধীন কৰিব পৰাৰ শক্তি আছিল।

যেতিয়া তেও কোনো স্ত্ৰী পুৰুষৰ লগত কথা-বাৰ্ত্তা পাতে তেওৰ গভীৰ শান্ত স্বৰূপে মানুহৰ মনত আদৰৰ ভাব সঞ্চাৰ কৰে আৰু তেওৰ মধুৰ বাণীয়ে মানুহক আনন্দ বিভোৰ কৰি দিয়ে।

ডকাইত আঙ্গুলিমাল আৰু আলৱীৰ আদমখোৰক কোনে ধৰ্ম দীক্ষা দিব পাৰিছিল? এটা শব্দৰ দ্বাৰাই কোনে ৰজা প্ৰসেনজিত তথা ৰাণী মল্লিকাৰ মাজত মিলন ঘটাব পাৰিছিল? যাৰ ওপৰত তেওঁৰ এই মন্ত্ৰ পৰিছিল তেও চিৰ দিনৰ কাৰণে তেওঁৰ হৈ যায়। তেওঁৰ ব্যক্তিত্ব ইমানেই আকৰ্ষণীয় আছিল।

## ২ চকুৰে দেখোতাৰ সাক্ষী

এই পৰম্পৰাগত মতৰ সমৰ্থন সেই সকলৰ সাক্ষীৰ দ্বাৰাই প্ৰমাণিত হয় যি বিলাকে ভগবান বুদ্ধক জীৱন কালত দেখা পাইছিল, যি বিলাকে তেওঁক সাক্ষাৎ কৰিছিল। এনে প্ৰত্যক্ষ প্ৰমাণৰ সাক্ষী আছিল সাল নামৰ এজন ব্ৰাহ্মণ। ভগবান বুদ্ধক তেওঁৰ সন্মুখত দেখিলে তেও তেওঁৰ স্তুতি এইদৰে কৰিছিল। যেতিয়া তথাগতৰ সন্মুখলৈ আহিছিল, তেতিয়া সেই ব্ৰাহ্মণে তেওঁৰ ওচৰত বহি শুভ খবৰ লোৱাৰ পিচত ভগবান বুদ্ধৰ শৰীৰত বত্ৰিশটা লক্ষণ মহাপুৰুষৰ আছেনে নাই তাৰ পৰীক্ষা কৰিছিল। বত্ৰিশটা মহাপুৰুষৰ লক্ষণৰ বিষয়লৈ সন্দেহ উৎপন্ন হোৱা সত্বেও তেওঁ ভাবিলে যে এওঁ বুদ্ধ হয়নে নহয়? কিন্তু পুৰণি বৃদ্ধ ব্ৰাহ্মণ সকলৰ পৰা আচাৰ্য্য সকলৰ পৰা তেও শুনিবলৈ পাইছিল যে যি অৰ্হৎ হয়, সম্যক্

সম্বুদ্ধ হয়, তেওঁ নিজ স্তুতি শুনি নিজকে নিজে প্ৰকাশিত কৰে। এই কাৰণে তেওঁ নিম্নলিখিত শব্দৰে তথাগতক স্তুতি কৰিবলৈ ঠিৰাং কৰিলে। ভগবান। আপোনাৰ শৰীৰৰ অঙ্গবিলাক সম্পূৰ্ণ শ্ৰেষ্ঠ সমৃদ্ধ আকৰ্ষক। স্বৰ্ণ, দাঁতৰ পৰা স্বৰ্ণ ৰশ্মি ওলাই থাকে, অঙ্গ বিলাক পুষ্ট, সচাঁয় সম্পূৰ্ণ বত্ৰিশটা লক্ষণৰে যুক্ত। "দৃষ্টি স্পষ্ট, সুন্দৰ, ওখ আৰু সৰল। নিজৰ শিষ্য সকলৰ ভিতৰত সূৰ্য্যৰ দৰে প্ৰজ্বলিত হৈ থাকে। আপুনি এনে প্ৰকাশযুক্ত এনে স্বৰ্ণিম বৰ্ণ যুক্ত আপোনাৰ এই সুন্দৰ যৌৱনে তলবলাই থকা দেহাটোক শ্ৰমণ বনাই কিয় আলাই আথানি কৰিছে? "আপুনি চক্ৰবৰ্ত্তী ৰজা হ'ব লাগে সমুদ্ৰ পৰ্য্যন্ত আপোনাৰ ৰাজ্য হ'ব লাগে। অভিমানী ৰজাবিলাকে আপোনাৰ ওচৰত মূৰ দোৱাই থাকিব লাগে আৰু আপুনি সমস্ত জগতৰ চক্ৰবৰ্ত্তী ৰজা হ'ব লাগে।" ২

আনন্দ স্থবিৰৰ মতে তেওঁৰ শৰীৰটো ইমান স্বচ্ছ আৰু উজ্জল যে যদি তেওঁৰ শৰীৰত কোনো স্বৰ্ণ যুক্ত বস্ত্ৰ ৰাখি দিয়া যায় তেনে সেই স্বৰ্ণ যুক্ত বস্ত্ৰও তেওঁৰ শৰীৰৰ জ্যোতিত ম্লান পৰি যায়। তেনেস্থলত ইয়াত আচৰিত হ'ব লগা কি আছে যদিও তথাগতৰ বিৰোধী বিলাকে তেওক যাদুগৰ বুলি ভাবিছিল তথাপি সন্দেহ কৰিব লগা নাই।

## ৩ তেওঁৰ নেতৃত্বৰ সামৰ্থ্য

ভিক্ষু সংঘৰ কোনো বিধি সম্মত অধ্যক্ষ নাছিল। তথাগতৰ সংঘৰ ওপৰত কোনো অধিকাৰ নাছিল। ভিক্ষু সংঘ স্বয়ং এটা স্বায়ত্বপূৰ্ণ সংস্থা আছিল। তথাপি সংঘ আৰু তেওৰ সদস্য সকলৰ ওপৰত তথাগতৰ অধিকাৰ কি আছিল। এই বিষয়ে আমাৰ ওচৰত তথাগতৰ সমসাময়িক দুজন ব্যক্তিৰ বক্তব্য প্ৰণিধানযোগ্য। এসময়ত তথাগতে ৰাজগৃহৰ বেলুবনত বিহাৰ কৰি আছিল। এদিন তথাগতে ৰাজগৃহত ভিক্ষাৰ কাৰণে ওলাল। কিন্তু সময় তেতিয়া কিছু লৰালৰি এনে ভাবি তথাগত পৰিব্ৰাজক ৰামৰ সকলুদায়ীৰ ওচৰ পালেগৈ। ৩

সকলুদায়ী সেইসময়ত অনেক পৰিব্ৰাজকৰে পৰিবেষ্টিত হৈ আছিল। তেও আছে অথবা নাই এইদৰে তাত্বিকতা পূৰ্ণ চৰ্চাৰ দ্বাৰাই হাল্লা কৰি আছিল। অলপ দূৰৰ পৰা যেতিয়া সকলুদায়ীয়ে দেখিলে যে তথাগত আহি আছে, তেতিয়া তেওঁ তেওঁৰ লগৰীয়া সকলক কলে 'মনে মনে থাকা। হুলস্থুল নকৰিবা। শ্ৰমণ গৌতম আহি আছে। তেও হুলস্থুল ভাল নাপাই।'

তথাগত আহি তেওঁবিলাকৰ ওচৰত উপস্থিত হ'ল। সকলুদায়ীয়ে কলে - "ভগবান। আপোনাৰ আগমনৰ কাৰণে ইয়াত প্ৰাৰ্থনা কৰা হৈছে। আপোনাৰ সেই হৃদয়ৰ প্ৰতি অভিনন্দন। বহুত দিন আপোনাৰ আগমন এই ফালে হোৱা নাই। আপোনাৰ কাৰণে আসন সুসজ্জিত। অনুগ্ৰহ কৰি আসন গ্ৰহণ কৰক।

তথাগতে আসন গ্ৰহণ কৰি সুধিলে কি চৰ্চানো চলি আছিল? সকলুদায়ীয়ে কলে এই বিলাক কোনো মহত্বপূৰ্ণ কথা নহয়। এই বিলাকে হয়তো কেতিয়াবা বিপদহে কৰিব পাৰে। তেনেতে সেই সংস্থাগাৰত বিভিন্ন মতাৱলম্বীৰ শ্ৰমণ ব্ৰাহ্মণ সকল আহি উপস্থিত হৈ চৰ্চা কৰিবলৈ ধৰিলে যে এইয়া মগধৰ জনসাধাৰণৰ কাৰণে বৰ উত্তম কথা, কাৰণ ইয়াত যিমান বিলাক গণাচাৰ্য্য বিখ্যাত শ্ৰমণ আৰু নানা মতৰ সংস্থাপক সেই সকলো বিলাকেই

সকলোৰে কাৰণে আদৰণীয় তেওঁ বিলাকে ৰাজগৃহত বৰ্ষাবাসৰ নিমিত্তে আহিছে।

সেই সকলৰ ভিতৰত পূৰ্ণকাশ্যপ মকখলী গোশাল অজিত কেশ কম্বল পকুধ কচ্চায়ন, সঞ্জয় বেলাট্‌ঠিত পুত্ৰ নিৰ্গণ্ঠ নাথ পুত্ৰ- এই বিশিষ্ট অতিথি সকলে ইয়াত বৰ্ষাবাসৰ কাৰণে আহিছে। সেই সকলৰ ভিতৰত শ্ৰমণ গৌতমো আছে, যি সংঘৰ নায়ক জ্ঞাত বিখ্যাত মৌনুশাসক ধৰ্ম সংস্থাপক তথা অন্য শ্ৰদ্ধাভাজন লোক।

এতিয়া প্ৰশ্ন হৈছে এই বিশিষ্ট পুৰুষ সকলৰ ভিতৰত কোননো বাস্তৱ বিধিমতে আদৰণীয়,সংকৃৎ আৰু সম্মানীয় ? তেওঁ বিলাকে কেনে গৌৰৱৰ ধাৰণাৰে নিজ গুৰুৰ ওচৰত থাকে বাৰু?

কোনোৱে ক'লে- পূৰ্ণ কাশ্যপক কোনেও আদৰ সংকাৰ নকৰে তেওঁৰ নিজৰ শিষ্যবৰ্গৰ দ্বাৰা গৌৰব অৰ্জন কৰিব নোৱাৰে। তেও বিলাকে নিজৰ গুৰুৰ প্ৰতি অকনো শ্ৰদ্ধা নাৰাখে।

পূৰ্ণকাশ্যপক কোনো এজন শিষ্যই প্ৰশ্ন কৰিব বিচৰাত আন এজনে মাত লগালে- 'এই বিষয়ে পূৰ্ণকাশ্যপক একো নুসুধিবা। তেও এই বিষয়ে একো নাজানে। মোক সোধা। মই জানো মই আপোনালোক সকলোকে সকলো কথা বুজাই দিম।

এনে অৱস্থাত পূৰ্ণকাশ্যপৰ চকুৰেদি চকুলো বাগৰি গ'ল আৰু ক'লে- 'মনে মনে থাকা হুলস্থুল নকৰিবা।

১ অশ্বঘোষ কৃত বুদ্ধ চৰিত
২ সেল মুখ (মজ্জিম নিকায় (২ ৫ ৩)।
৩ অঙ্গুত্তৰ নিকায়।

## দ্বিতীয় ভাগ

## তেওৰ মানৱতা

### ১ তেওৰ কৰুণা- মহাকাৰুণিক

এসময়ত তথাগত যেতিয়া শ্ৰাৱস্তীত আছিল তেতিয়া ভিক্ষু সকলে আহি আপত্তি জনালে যে দেৱ-গণ বিলাক আহি তেও বিলাকক আমনি কৰে আৰু তেও বিলাকৰ ধ্যান ধাৰণাত বিঘিনী ঘটায়।

তেওঁবিলাকক দিযা কষ্টৰ কথা শুনিলত ভগৱান বুদ্ধই তেও বিলাকক নিম্নলিখিত উপদেশ খিনি দিলে ঃ- 'যি পাৰমাৰ্থিক বিষয়ত কুশল যি শান্তিপদ লাভ কৰিব বিচাৰে তেও বিলাক এনেধৰণে থাকিব লাগিব। সমৰ্থ হ'ব লাগিব ঋজু সঋজু হ'ব লাগিব সু কথাৰ অধিকাৰী হ'ব লাগিব তেওঁ কোমল তথা বিনম্ৰ হ'ব লাগিব। ১

সন্তোষী হ'ব লাগিব আৱশ্যকতা অধিক হ'ব নালাগিব বহুত দায়িত্ব হ'ব নালাগিব (জীৱিকা) বৃত্তি পাতল হ'ব লাগিব ইন্দ্ৰিয় সংযমী হ'ব লাগিব জ্ঞানী হ'ব লাগিব নিৰহঙ্কাৰী হ'ব লাগিব (গৃহস্থী) সকলৰ প্ৰতি আসক্ত হ'ব নালাগিব।

'সৰু সুৰা ভুল বিলাক যাতে নকৰে বিজ্ঞজনে যাতে দোষাৰোপ কৰিবলৈ সুবিধা

নাপাই, কামনা এয়ে কৰিব লাগে যাতে সকলো প্ৰাণী মঙ্গলে থাকে কুশলে আৰু সুখী থাকে।"

'প্ৰাণী লাগিলে যেনেকুৱাই নহওঁক দুৰ্বল হওঁক বা সবল হওঁক উচ্চই বা নীচই, মধ্যম অৱস্থাৰ বা নিম্ন অৱস্থাৰে আকাৰত সৰুৱেই হওঁক বা ডাঙৰে হওঁক সকলোৰে প্ৰতি সমভাবাপন্ন হ'ব লাগে।"

'লাগিলে দেখাই হওঁক বা নেদেখাই, ওচৰৰে হওঁক বা দূৰৰে, জন্ম হোৱা বা জন্ম হ'ব লগীয়া সকলো প্ৰাণীয়েই সুখী থাকক।

কোনেও কাকো ফাঁকি দিব নালাগে কাৰো প্ৰতি ঘৃণা কৰিব নালাগে কোনেও কাৰো বেয়া চিন্তা কৰিব নালাগে কোনেও কাকো হিংসা কৰিব নালাগে।

"মাঁকে যেনেকৈ নিজৰ একমাত্ৰ পুত্ৰক ৰক্ষা কৰিবৰ কাৰণে প্ৰস্তুত হৈ থাকে সেই ভাব সকলো প্ৰাণীৰ প্ৰতি থাকিব লাগে।

'সমস্ত লোকতে তেওঁৰ অসীম মৈত্ৰী ভাব সঞ্চাৰ কৰিব লাগে তলত ওপৰত ত্ৰৈলোক্যত বিনা বাধাৰে হিংসা ভাবৰ পৰা সম্পূৰ্ণ বিৰত থাকিব লাগে।

'লাগিলে তেও থিয়হৈ থাকক বহি থাকক শুই থাকক যিমান সময় তেওঁ জাগি থাকে সততে জাগ্ৰত হৈ থকাটোৱেই হৈছে শ্ৰেষ্ঠ জীৱন।

কোনো মিথ্যা দৃষ্টিত পৰিব নালাগে শীলৱান হ'ব লাগে জ্ঞানী হ'ব লাগে ইন্দ্ৰিয় সুখত আসক্ত হ'ব নালাগে এনেধৰণৰ হলেহে পুন পুন গৰ্ভজাত হ'ব লগীয়াত নপৰে।

কেইটামান শব্দত ভগবান বুদ্ধই কলে -

'নিজৰ শত্ৰুৰ লগতো প্ৰেম কৰা।

(১)

## বিশাখাক দিয়া সান্ত্বনা

বিশাখা এজনী উপাসিকা আছিল। নিতৌ তেও ভিক্ষু সকলক ভিক্ষা দিছিল। এদিন তেওৰ নাতিজনী বেমাৰত পৰিল আৰু মৰি থাকিল।

বিশাখাৰ কাৰণে সেই শোক মৰ্মান্তিক হ'ল। নাতিনীয়েকৰ দাহ সংস্কাৰ কৰাৰ পিচত তেও ভগবান বুদ্ধৰ ওচৰলৈ গ'ল আৰু কান্দি কান্দি তেওৰ ওচৰতে বহিল।

তথাগতে সুধিলে 'বিশাখে! ইমান শোকাভিভূতহৈ কান্দি কাটি কিয় বহি আছা? তেও নাতিনীয়েকৰ মৃত্যুৰ কথা ক'লে আৰু ক'লে যে তাই বৰ আজ্ঞাকাৰিনী আছিল এনে এজনী নাতিনী তেও আৰু নাপাব।

'বিশাখে! শ্ৰাবস্তীত মুঠ কিমান ছোৱালী আছে?

'ভগবান! মানুহে বহুত থকা বুলি কয়।

'যদি সেই গোটেই খিনিয়েই তোমাৰ নাত্তিনী হয়, তেনে তুমি সিহঁতক মৰম নকৰিবানে কি?

'ভগবান! নিশ্চয় কৰিম।

'আৰু প্ৰতিদিনে শ্ৰাবস্তীত কিমান সংখ্যক ছোৱালীৰ মৃত্যু হয়?

'ভগবান! অনেক।"

তেনে তোমাৰ এনে ক্ষণ নহব যেতিয়ানেকি তুমি শোকত ব্যাকুল নোহোৱাকৈ থাকিব নোৱাৰিবা।"

'ভগবান! সত্য কথা।

তেনেহলে তুমি দিনে ৰাতিয়ে কান্দিয়েই থাকিবানে কি?'

"ভগবান! আপুনি মোক ঠিকেই বুজাই দিলে। মই এতিয়া বুজি পালো।

'তেনেহলে পুনৰ আৰু শোক নকৰিবা। ২

## (২)

## কিসা গৌতমীৰ সন্তোষ

কিসা গৌতমীৰ বিবাহ শ্ৰাৱস্তীৰ এজন বেপাৰীৰ পুত্ৰৰ লগত হৈছিল।৩ বিবাহৰ কিছুদিনৰ পিচত তাই পুত্ৰৱতী হ'ল। দুভাৰ্গ্যবিশত এতিয়া তেওঁ চলা ফুৰা কৰাৰ শক্তি হেৰুৱাই পেলাইছিল তেনেতে তেওৰ পুত্ৰটিক সৰ্পই দংশন কৰিলে আৰু ল'ৰাটি মৰি থাকিল।

সাপে কামোৰাৰ সামান্য এটা দাগ শিশুটোৰ মৃত্যুৰ কাৰণ কেনেকৈ হ'ব পাৰে?

সৰ্পদংশনত পুত্ৰৰ বিয়োগ হোৱা কথা তেওঁ বিশ্বাসেই কৰিব নোৱাৰিছিল। অৰ্থাৎ তেওঁ কোনো 'মৃত্যু দেখা পোৱা নাছিল। সেই কাৰণে মৃত পুত্ৰক লৈ অনাই বনাই ঘূৰি ফুৰিব ধৰিলে। মানুহে তাইক পাগল বুলি ভাবিবলৈ ধৰিলে।

এনেতে এজন বৃদ্ধ পুৰুষে তেওক শ্ৰাৱস্তীত থকা শ্ৰমণ গৌতমৰ ওচৰলৈ যাবলৈ পৰামৰ্শ দিলে। তেওঁ গৈ শ্ৰাৱস্তীৰ শ্ৰমণ গৌতমৰ ওচৰ পালেগৈ আৰু মৃত পুত্ৰৰ কাৰণে দৰব বিচাৰিলে তথাগতে তেওৰ কষ্ট গাথা আৰু বিলাপ শুনিলে। তেতিয়া তথাগতে তেওক ক'লে - 'নগৰলৈ যোৱা এনেএঘৰ মানুহৰ পৰা এমুঠি সৰিয়হ আনি দিয়া যি ঘৰত কোনো মানুহ মৰা নাই। মই তোমাৰ সন্তানটো জীৱিত কৰি দিম। কামটো একেবাৰে সহজ বুলি ভাবি মৃত পুত্ৰক কোলাত লৈ নগৰত প্ৰবেশ কৰিলে। কিন্তু তাই তেতিয়াই অনুভৱ কৰিলে যে তাই কিমান অজ্ঞান অন্ধকাৰত ডুবি আছিল। এনে এঘৰ মানুহ তাই নাপালে যি ঘৰত কোনো মানুহ মৰা নাই। এজন গৃহস্থই ক'লে - যি খিনি মানুহ জীৱিত আছে,সেইযা একেবাৰে সীমিত মৰাৰ সংখ্যাহে অধিক। তাই তথাগতৰ ওচৰলৈ নিৰাশা আৰু খালি হাতেৰে ঘূৰি আহিল।

তথাগতে তেতিয়া সুধিলে - 'কিসা গৌতমী! মৃত্যু কিয় সকলোৰে কাৰণে নহয়নে কি কেৱল তোমাৰ ক্ষেত্ৰতহে এই অপ্ৰিয় ঘটনা ঘটিছেনে কি?' কিসা গৌতমীয়ে তথাগতৰ ওচৰৰ পৰা বিদায় ললে আৰু শিশুটোৰ অন্তিম সংস্কাৰ কৰি দিলে। কিসা গৌতমীয়ে কৈ আছিল - 'সকলো বস্তুৰেই অনিত্য। এয়ে সংসাৰৰ নিয়ম।

## ৩ ৰোগী শুশ্ৰুষক তথাগত

এবাৰ এজন ভিক্ষুৰ গ্ৰহণী ৰোগ হৈছিল আৰু তেওঁ নিজৰ মল মূত্ৰৰ ওপৰতে খচি থাকিব লগাত পৰিছিল। ৪ তথাগতে আনন্দ স্থবিৰৰ সৈতে ঘূৰি পকি গৈ সেই ভিক্ষু জনৰ

নিবাস স্থান পালেগৈ। তথাগতে দেখিবলৈ পালে যে ভিক্ষুজন মল মূত্ৰৰে ভৰা বিচনাত পৰি আছে। সেই অৱস্থা দেখি ভগবান বুদ্ধ তেওঁৰ ওচৰ পালেগৈ আৰু সুধিলে-

'ভিক্ষু! তোমাৰনো কি হৈছে।

'ভগবান! মই গ্ৰহণী ৰোগত আক্ৰান্ত।'

'ভিক্ষু! তোমাক কোনেও শুশ্ৰুষা কৰা নাইনে কি?

'নাই! ভগবান!

'ভিক্ষু! তোমাক আন ভিক্ষুৱে কিয় চোৱা চিতা কৰা নাই?'

'ভগবান! মই ভিক্ষু সকলৰ কাৰণে কোনো কামৰে উপযোগী নহওঁ। সেই কাৰণে ভিক্ষু সকলে মোক নাচাই।' তেতিয়া তথাগতে আনন্দ স্থৱিৰক কলে - "আনন্দ! যোৱা পানী লৈ আনা। মই এই ভিক্ষুজনৰ মলমূত্ৰখিনি পৰিস্কাৰ কৰি দিওঁ।'

'বৰ ভাল কথা। এই বুলি আনন্দই পানী আনিলে তথাগতে পানীৰে তেওঁৰ ময়লা বিলাক চফা কৰিলে আৰু আনন্দই ৰোগীৰ গাৰ মলি বিলাক মোহাৰি মোহাৰি নিকা কৰিলে। আৰু তথাগত আৰু আনন্দই তেওঁক ধৰি বিচনাত বহুৱাই দিলে এনে পৰিস্থিতিত তথাগতে সকলো ভিক্ষুকে এক কৰিলে আৰু সুধিলে -

'ভিক্ষু সকল। অমুক আৱাসত (= কোথাত) কোনো বেমাৰী ভিক্ষু আছেনে কি?

'ভগৱান। আছে

সেই ভিক্ষু জনেনো কি কষ্ট পাইছে?

'ভগৱান। সেই ভিক্ষু জন গ্ৰহণী ৰোগত ভুগি আছে।"

'কিন্তু ভিক্ষু সকল। কোনোবাই তেওক চোৱাচিতা কৰিছেনে বাৰু?

'ভগবান। নাই কৰা।

'কিয় কৰা নাই? ভিক্ষু সকলে তেওঁৰ প্ৰতি কিয় যত্ন লোৱানাই?

'ভগবান। সেই ভিক্ষু জন ভিক্ষু সকলৰ কোনো কামত নাহে। সেই কাৰণে ভিক্ষু সকলে তেওঁৰ শুশ্ৰুষা কৰা নাই।

'ভিক্ষু সকল। তোমালোকক চোৱা চিতা কৰিবলৈ তোমালোকৰ পিতা-মাতা ইয়াত নাই। যদি তোমালোকে পৰস্পৰে পৰস্পৰৰ প্ৰতি সহানুভূতিশীল নোহোৱাইক তেনে কোনে কৰিব? ভিক্ষু সকল। যি ৰোগীৰ সেৱা কৰে তেওঁবিলাকে মোৰো সেৱা কৰা হয়।

"যদি কোনো উপাধ্যায় হয় তেনে তেওঁ জীৱন জুৰি ভিক্ষুৰ সেৱা কৰিব লাগে স্বাস্থ্য সুস্থ নোহোৱা পৰ্য্যন্ত প্ৰতীক্ষা কৰিব লাগে, যদি আচাৰ্য্য হয়, প্ৰবাসী ভিক্ষু হয় শিষ্য হয়, লগত থকা হয়, গুৰু ভাই হয় প্ৰত্যেকেই পৰস্পৰৰ স্বাস্থ্য উন্নতি নোহোৱা পৰ্য্যন্ত শুশ্ৰুষা কৰিব লাগে। যদি কোনো ৰোগীৰ সেৱা শুশ্ৰুষা নহয় তেনে সেইয়া তেওঁবিলাকৰ দোষ বুলি ধৰা হয়।"

(৪)

এসময়ত ভগবান বুদ্ধই ৰাজগৃহৰ মহাৱনৰ কলন্দক নিৱাপত বাস কৰিছিল।৫

সেই সময়ত স্থৱিৰ বককলী এজন কুমাৰৰ আশ্ৰয়ত আছিল। তেওঁ কগ্ন পীড়িত

আৰু ভয়ংকৰ বেমাৰত পৰি আছিল।

স্থবীৰ বক্ককলীয়ে তেওঁৰ উপস্থাপকক মাতি ক'লে - 'বন্ধু! তুমি তথাগতৰ ওচৰলৈ যোৱা। মোৰ নামলৈ তেওঁক বন্দনা কৰি কৰা - 'ভগবান ভিক্ষু বক্ককলী ভয়ংকৰ ৰোগত আক্ৰান্ত। তেওঁ তথাগতৰ চৰণত বন্দনা কৰিছে। 'তুমি তেওঁক কৰা যে অনুগ্ৰহ কৰি এবাৰ মোৰ এই পীড়িত অৱস্থাটো চাই যাবৰ কাৰণে অনুৰোধ কৰিবা।

উপস্থাপকৰ নিবেদনত তথাগত স্থবিৰ বক্ককলীৰ ওচৰলৈ আহিল।

স্থবীৰ বক্ককলীয়ে দূৰৰ পৰাই তথাগতক অহা দেখিলে। তেওঁক দেখি বিচনাৰ ওপৰতে গাটো লৰাব ধৰিলে। তথাগতে বক্ককলীক ক'লে - 'তুমি তোমাৰ শৰীৰটো নলৰাবা। আসন ওচৰতে সজাই থোৱা আছে। মই বহিম। 'তথাগত বহিল আৰু বক্ককলীক তেও ক'লে

'বক্ককলী তুমি বৰ কষ্ট পাইছা। মই ভাবো তুমি বৰ সহনশীলতাৰ কাম কৰিছা। তোমাৰ বেমাৰ এতিয়া কমিবহে নাবাঢেতো?

"ভগবান! মই সহিব পৰা নাই। সহনশীলতাৰ কাম মই কৰিব পৰা নাই। মোৰ তীব্ৰ বেদনা হৈছে। কষ্ট কমি যোৱা নাই। কমাৰ কোনো লক্ষণ নাই।

'বক্ককলী! তোমাৰ মনত কিবা প্ৰকাৰৰ সন্দেহ আছেনে কি? কোনো অনুতাপ আছেনে কি?'

'ভগবান। মোৰ মনত কোনো সন্দেহ বা অনুতাপ নাই।

'বক্ককলী। এনে কোনো কথা নাই যাৰ দ্বাৰা তুমি নিজৰ শীলৰ প্ৰতি ধ্যান ৰাখি নিজে নিজে অনুতাপ কৰিছা?

'ভগবান। মই মোৰ নিজৰ শীলক লৈ কিয় কুপিত হ'ম?

'তথাপিতো বক্ককলী। তোমাৰ কিবা নহয় কিবা অনুতাপ আছে।

'ভগবান! মই বহুত দেৰিৰ পৰা ভগবানৰ দৰ্শনৰ কামনা কৰি আছিলো কিন্তু কি হ'ব মোৰ গাত শক্তিয়েই নাই।

'বক্ককলী। মোৰ এই লেতেৰা শৰীৰটোৰেনো আপোনাৰ দৰ্শনৰ নিমিত্তে কি বাকী ৰাখিছে। যি জনে ধৰ্মক দেখা পাইছে তেও মোকো দেখিছে। যি মোক দেখিছে, তেও ধৰ্মকো দেখিছে।

(৫)

এনেকুৱা মই শুনিবলৈ পালো যে এসময়ত ভগবান বুদ্ধই ভৰ্গীজনপদত, ভৃগদায়ত ভেসুকলা বনত সিসুমাৰ পৰ্বতত বাস কৰিছিল। তেতিয়া গৃহপতি নকুল পিতা আহিল আৰু তথাগতক অভিবাদন জনাই এফালে বহিল।৬

গৃহপতি নকুল পিতাই তথাগতৰ প্ৰতি নিবেদন কৰিলে : "ভগবান! জৰাজীৰ্ণ হৈছো বয়স হৈছে, মৃত্যুৰ ক্ষণ গণি আছো মই বেমাৰী, সকলো সময়তে কষ্ট পাই আছো। গতিকে ভগবানে মোক কেইটামান সান্ত্বনাৰ শব্দ ক'ব লাগে যি মোৰ মনত আনন্দৰ জোৱাৰ তোলে আৰু যি মোক চিৰকাল হিত আৰু সুখৰ যাতে কাৰণ হয়।"

এইটো থিক কথা, গৃহপতি তোমাৰ শৰীৰটো বৰ দুৰ্বল আৰু কষ্ট অনুভৱ কৰি

আছো। এনেধৰণৰ শাৰিৰীক অৱস্থা হ'লে স্বাস্থ্যৰ আশা কৰিব নোৱাৰি। কিন্তু তথাপিতো গৃহপতি! তুমি এনে ভাব কৰিব লাগিব যে যদিও তোমাৰ শৰীৰটো ৰোগত পীড়িত কিন্তু তুমি মনেৰে নিৰোগী। গৃহপতি! তুমি এনে অভ্যাসকে কৰিব লাগিব।

গৃহপতি নকুল পিতাই বৰ প্ৰসন্ন মনেৰে তথাগতৰ কথা শুনিলে। পুনৰ নিজৰ ঠাইৰ পৰা উঠিল তথাগতক অভিনন্দন জনালে আৰু প্ৰদক্ষিণ কৰি গুছি গ'ল।

(৬)

এবাৰ তথাগতে শাক্য বিলাকৰ কপিলাবস্তুত অঞ্জীৰোৰ উদ্যানত আছিল।

সেই সময়ত বহুত বিলাক ভিক্ষুৱে তথাগতৰ কাৰণে চীৱৰ প্ৰস্তুত কৰাত ব্যস্ত আছিল। তেওঁ কৈছিল 'চীৱৰ প্ৰস্তুত হৈ যোৱাত, তিনিমাহ পূৰা হোৱাত তথাগত ভ্ৰমণৰ কাৰণে ওলাল। তেতিয়া মহানাম শাক্যই শুনিলে যে বহুত বিলাক ভিক্ষুৱে তথাগতৰ কাৰণে চীৱৰ প্ৰস্তুত কৰি আছে আৰু তেও কৈছে যে আৰু তেও তেতিয়া তথাগতৰ ওচৰত পাই একাষত বহিল। এফালে বহি মহানাম শাক্যই তথাগতৰ প্ৰতি নিবেদন কৰিলে

'ভগৱান! মই শুনিছো যে বহুতো ভিক্ষুৱে তথাগতৰ কাৰণে চীৱৰ তৈয়াৰ কৰিবলৈ লাগিল আৰু তেওঁ কয়যে চীৱৰ প্ৰস্তুত হৈ গ'লে তিনিমাহ পূৰাহলে তথাগত ভ্ৰমণৰ কাৰণে ওলাব। ভগৱান! এতিয়া আমি আপোনাৰ শ্ৰীমুখৰ পৰা এইটো কোতয়াও শুনা নাইযে এজন বুজা পৰা গৃহস্থই নিজৰ লগৰীয়া ৰোগী পীডিত দুখী গৃহস্থক কেনেদৰে সান্ত্বনা দিব পাৰি কি কৰিলে তেওঁৰ মনক প্ৰসন্ন কৰিব পাৰি?

এজন জ্ঞানী গৃহস্থই নিজৰ লগৰীয়া ৰোগী পীডিত দুখী গৃহস্থক চাৰি প্ৰকাৰে সান্ত্বনা দিব লাগে।

'আৰে ভাই! ধৰ্ম আৰু সংঘত শ্ৰদ্ধা ৰাখিবা আৰু সেই শীলত যি অখণ্ড ভাৱে থাকি পৰিশুদ্ধহৈ থাকিলে মনক শান্তি দিয়ে।

'মহানাম নামৰ এজন জ্ঞানী গৃহস্থই আনৰোগী, পীডিত দু খী গৃহস্থক এইদৰে সান্ত্বনা দিব পাৰিলে তেওৰ আগত এনেদৰে ক'ব লাগে ঃ- ধৰিলোৱা যে সেই মৰণাসন্ন ৰোগীয়ে নিজৰ মাতা পিতাক চাবৰ কাৰণে ব্যাকুল হয় বা নহয় তোমাৰ মৃত্যু আহি পৰিছে। এই কাৰণে এইটো ভাল হ'ব যে তুমি নিজৰ মাতা পিতাক দেখা কৰাৰ ইচ্ছা ত্যাগ দিয়া।

'যদি ৰোগীয়ে কয় যে মাতা-পিতাৰ প্ৰতি থকা কামনাও বাদ দিয়া হৈছে। ল'ৰা ছোৱালী কেইটা চাবলৈ ইচ্ছা কৰা কিন্তু তুমি মৃত্যুমুখী সেই কাৰণে সেই কামনাও ত্যাগ দিয়া।

'এইদৰে তেওঁ পাঁচ প্ৰকাৰ ইন্দ্ৰিয় সুখ ভোগৰ কথা ক'লে। ধৰিলোৱা ৰোগীয়ে পঞ্চ ইন্দ্ৰিয় সুখৰ কামনা কৰে যদি তেওঁক কোৱা হয়যে পঞ্চ ইন্দ্ৰিয় সুখৰ পৰিবৰ্ত্তে দিব্য লোকৰ সুখহে অধিক গ্ৰহণ যোগ্য।'

ৰোগীয়ে যেতিয়া দিব্যলোকৰ সুখৰ ওপৰতেই কেন্দ্ৰিত হয় তেতিয়া ক'ব লাগে যে তোমাৰ ধ্যান ব্ৰহ্মালোকৰ সুখৰ কাৰণে চিন্তা কৰিব লাগে ।

'মিত্ৰ! ব্ৰহ্মালোক হৈছে অনিত্য পৰিবৰ্ত্তনশীল অৰ্থাৎ তাতো মমতা থাকিব পাৰে।

গতিকে মিত্ৰ! ব্ৰহ্মালোকৰ আশাও ত্যাগ কৰা আৰু মমত্বৰ মূলকো উচ্ছেদ কৰাৰ ফালে ধ্যান দিয়া। আৰু যদি সেই ৰোগীয়ে এনেকুৱা কৰে তেনে তেও মায়াৰ পৰা মুক্ত হোৱাৰ প্ৰশ্ন আহি যায়। গৃহস্থই এইদৰে মমত্বৰ পৰা মুক্ত হ'ব পাৰে আৰু শ্ৰাৱকে আস্ৰৱ ক্ষয় কৰে তেনে তাত এই দুয়োটাৰ মাজত কোনো প্ৰাৰ্থক্য নাই।

## (৬) অসহনশীলৰ প্ৰতি সহনশীলতা

এসময়ত ভগবান বুদ্ধ আলবক যক্ষৰ ৰাজ্যৰ সীমাত আলবীত আছিল। ৭ তেতিয়া আলবক যক্ষ তথাগতৰ ওচৰলৈ আহিল আৰু ক'লে - শ্ৰমণ! ইয়াৰ পৰা বাহিৰ হোৱা। তথাগতে ক'লে 'মিত্ৰ! বৰ ভাল কথা। 'ইয়াকে কৈ তেও বাহিৰলৈ ওলাই গ'ল।

যক্ষই আজ্ঞা দিলে - শ্ৰমণ! ভিতৰলৈ আহা। তথাগত ভিতৰলৈ সোমাই আহিল আৰু ক'লে 'মিত্ৰ! বৰ ভাল কথা। আকৌ আলবক যক্ষই তথাগতক ক'লে - শ্ৰমণ! ওলাই যোৱা ইয়াৰ পৰা। তথাগত বাহিৰলৈ ওলাই গ'ল। ক'লে 'মিত্ৰ! বৰ ভাল কথা।' আকৌ যক্ষই আজ্ঞা দিলে শ্ৰমণ! ভিতৰলৈ যোৱা। তথাগত ভিতৰলৈ সোমাই আহিল আৰু কলে - 'মিত্ৰ! বৰ ভাল কথা। আকৌ আলবক যক্ষই তথাগতক ক'লে শ্ৰমণ! ইয়াৰ পৰা বাহিৰ হোৱা। তথাগত বাহিৰলৈ ওলাই গ'ল আৰু ক'লে - 'মিত্ৰ! বৰ ভাল কথা। আকৌ যক্ষই আজ্ঞা দিলে শ্ৰমণ! ভিতৰলৈ সোমাই আহা। তথাগত ভিতৰলৈ সোমাই আহিল। ক'লে 'মিত্ৰ! বৰ ভাল কথা। অন্তিমবাৰ আলবক যক্ষই ক'লে শ্ৰমণ! ইয়াৰ পৰা বাহিৰ হৈ যোৱা। এইবাৰ তথাগতে ক'লে 'মিত্ৰ! মই বাহিৰ নহওঁ। তই যি কৰিব লাগে কৰ।

যক্ষৰ খঙ উঠি গ'ল। ক'লে - 'মই এটা প্ৰশ্ন সুধিম শ্ৰমণ। যদি তই মোৰ প্ৰশ্নৰ উত্তৰ দিব নোৱাৰ তেনে মই তোক পাগল কৰি দিম অথবা তোৰ কলিজা ফালি পেলাম আৰু নহলে ভৰিত ধৰি নদীৰ সিপাৰলৈ দলিয়াই দিম।

'মিত্ৰ! মই এই লোকত তেনে কোনো দেখা নাই যিনেকি মোক পাগল কৰি দিব বা হৃদয় ফালি পেলাব অথবা মোৰ ভৰিত ধৰি নদীৰ সিপাৰলৈ দলিয়াই দিব। কিন্তু তথাপি তই কি প্ৰশ্ন সুধিব বিচাৰিছ সোধ

তেতিয়া আলবক যক্ষই তলৰ প্ৰশ্নখিনি সুধিলে-

'এই সংসাৰত মানুহৰ কাৰণে সৰ্বশ্ৰেষ্ঠ ধন কি? কোনবিলাক কুশল কৰ্ম সুখদায়ক? ৰসৰ ভিতৰত মধুৰতম ৰস কি? কেনে ধৰণৰ জীৱনক সৰ্বশ্ৰেষ্ঠ জীৱন বুলি কোৱা যায়?

তথাগতে উত্তৰ দিলে -

শ্ৰদ্ধা সৰ্বশ্ৰেষ্ঠ ধন। ধৰ্মানুসাৰে থাকিলে সুখ পোৱা যায়। সত্যৰ ৰসেই হৈছে মধুৰ তম ৰস। প্ৰজ্ঞাবান জীৱনত কৈ আন একো জীৱন হ'ব নোৱাৰে।"

আলবক যক্ষই সুধিলে -

'মানুহে ভৱবাৰিধাৰ বানপানী কেনেকৈ পাৰ হ'ব পাৰে? মানুহে ভৱৰূপী সমুদ্ৰ কেনেকৈ পাৰ হ'ব পাৰে? মানুহে দুখৰ অন্ত কেনেকৈ কৰিব পাৰে?"

তথাগতে উত্তৰ দিলে -

'মানুহে শ্ৰদ্ধাৰ দ্বাৰাই ভৰৰূপী বানপানী পাৰ হ'ব পাৰে। মানুহে অপ্ৰমাদৰ দ্বাৰাই ভৱ (সাগৰ) পাৰ হ'ব পাৰে। মানুহে যত্নৰ দ্বাৰাই দুঃখ নাশ কৰিব পাৰে। মানুহে প্ৰজ্ঞাৰ দ্বাৰা পৰিশুদ্ধ হ'ব পাৰে।

আলবক যক্ষই সুধিলে

'মানুহে জ্ঞান কেনেকৈ লাভ কৰিব পাৰে? মানুহে ধন কেনেকৈ লাভ কৰে? মানুহে গৌৰৱ কেনেকৈ লাভ কৰে? মানুহে মিত্ৰ কেনেকৈ লাভ কৰে? এই লোকৰ পৰা পৰলোকলৈ গ'লে মানুহে অনুতাপ কিয় কৰিব নালাগে?'

তথাগতে উত্তৰ দিলে -

'নিৰ্বাণ প্ৰাপ্তিৰ কাৰণে অৰ্হৎ তথা ধৰ্মত শ্ৰদ্ধা ৰাখিলে, আজ্ঞাকাৰী হ'লে অপ্ৰমাদী হ'লে ধ্যান দি শুনিলে মানুহে জ্ঞান লাভ কৰিব পাৰে।

'যি উচিত কাম কৰে দৃঢ়নিশ্চয়ী জাগ্ৰত সি ধন লাভ কৰে। যি দান দিয়ে তেওঁ মিত্ৰ লাভ কৰিব পাৰে।

'যি জন শ্ৰদ্ধাবান উপাসকৰ গাত সত্য সদাচাৰ সদাশয়তা তথা উদাৰতা গুণ থাকে তেওঁ মৰিলেও অনুতাপ কৰিব নালাগে।

'আহা! এনে বহুত শ্ৰমণ ব্ৰাহ্মণ আছে, তেওঁ বিলাকক সুধিলোৱা যে সত্য কি সংযম কি দান-শীলতা কি আৰু ধৈৰ্য্যত কৈ কিবা থাকিব পাৰে জানো?

আলবক যক্ষই তেতিয়া তথাগতৰ প্ৰতি ক'লে - মই এতিয়া কোনো শ্ৰমণ ব্ৰাহ্মণক সুধিবলৈ নাযাওঁ। আজি মই ভৱিষ্যত ঐশ্বৰ্য্যৰ লগত পৰিচয় হৈ গ'লো।

'নিশ্চয়। তথাগত মোৰ কল্যাণৰ কাৰণে আলবীলৈ আহিল। আজি মই বুজি পালো কাক (দান) দিলে অধিকতকৈ অধিক ফল পোৱা যায়।

'আজিৰ পৰা মই তথাগত তথা ধৰ্মক নমস্কাৰ জনাইছো আৰু এখন গাঁৱৰ পৰা আনখন গাঁৱলৈ এখন নগৰৰ পৰা আনখন নগৰলৈবিচৰণ কৰিম।

## ৫ সমানতা তথা সমান ব্যৱহাৰৰ সমৰ্থক

যিমান বিলাক নিয়ম তথাগতে ভিক্ষু সংঘৰ কাৰণে নিৰ্দ্ধাৰিণ কৰিলে নিজ ইচ্ছাৰে সেই নিয়ম সমূহক তেওঁ নিজৰ ওপৰতো প্ৰয়োগ কৰিলে।

কাৰণ এয়েই যে তেৱেঁই সংঘৰ মূল বা সংঘৰ নায়ক নিজৰ কাৰণে কোনো নিয়মকে উলংঘন কৰাতো তেওঁ নিবিচাৰিছিল। যদি তেওঁ ইচ্ছা কৰে তেনে সেই অসীম আদৰ আৰু প্ৰেমৰ ভাৱনাৰ কাৰণে সংঘৰ সদস্য সকলৰ মনত আছিল তেওঁ বিলাকে তথাগতক বৰ আনন্দেৰে সেই নিয়ম সমূহৰ পৰা মুক্ত কৰিছিল।

ভিক্ষুৱে কেৱল আহাৰ এবাৰহে গ্ৰহণ কৰিব পাৰে সেই নিয়ম তথাগতেও পালন কৰিছিল। ভিক্ষুৰ ওচৰত কোনো সম্পত্তি থাকিব নোৱাৰে সেই নিয়ম তথাগতৰো আছিল। ভিক্ষুৱে তিনিখন চীৱৰহে ধাৰণ কৰিব পাৰে সেই নিযম তথাগতৰো। এবাৰ যেতিয়া ভগবান

বুদ্ধ শাক্যজনপদৰ কপিল বস্তুৰ ন্যাগ্রোধাৰামত আছিল, তেতিয়া ভগবান বুদ্ধৰ মাহীমাক প্রজাপতি গৌতমীয়ে নিজ হাতেৰে সূতা কাটি, কাপোৰ অৰ্থাৎ চীৱৰ প্রস্তুত কৰি তথাগতক স্বীকাৰ কৰিবৰ কাৰণে প্ৰাৰ্থনা জনালে। ৯

তথাগতে তেওঁক ক'লে - "মাতা। প্রজাপতি। সেই যোৰা চীৱৰ সংঘক দিয়ক।"

দ্বিতীয় আৰু তৃতীয়বাৰ অনুৰোধ কৰা সত্বেও তেওঁ একেটা উত্তৰকে দিলে। এনে স্থিতিত আনন্দই আগ্ৰহ কৰিলে —

"ভগবান। প্রজাপতি গৌতমী আপোনাৰ মাহী মাঁ। তেওঁ আপোনাক গাখীৰ খুৱাই পালন পোষণ কৰি ডাঙৰ কৰিলে। আপুনি তেওঁ দিয়া চীৱৰ যোৰা গ্ৰহণ কৰক। তথাগতে পুনৰ ক'লে চীৱৰ যোৰা সংঘকহে দিব লাগে।

আৰম্ভণিতে ভিক্ষু সংঘৰ নিয়ম আছিল যে জাবৰ জোঠৰৰ ওপৰত পৰি থকা ফটাকাণিৰ দ্বাৰাই হে ভিক্ষুৰ কাৰণে বস্ত্ৰ তৈয়াৰ কৰিব লাগে। এই নিয়ম এই কাৰণেই বনোৱা হৈছিল যাতে ধনী শ্ৰেণীৰ মানুহে আহি সংঘত ভৰ্ত্তি হ'ব নোৱাৰে।

কিন্তু এবাৰ জীৱকে তথাগতক নতুন বস্ত্ৰ প্ৰস্তুত কৰি চীৱৰ দিবলৈ সমৰ্থ হ'ল তথাগতে যেতিয়া সেই চীৱৰ স্বীকাৰ কৰিলে ফটাকাণিৰ দ্বাৰা বনোৱা চীৱৰ ধাৰণ কৰাৰ নিয়ম শিঠিল কৰি দিলে। ১

১ কৰণীয় মেও সুত্ত খুদ্দ কপাঠো (খুদ্দ কানি কায়ো)।

২ বিশাখা সুত্তন্ত (উদান ৮ ৮ )। এই সুত্তত পোতী ৰ স্থানৰ ওপৰত নাতো অনুবাদক।

৩ থেৰী - অপদান তৃতীয় ভাণবাৰ।

৪ মহাবগ্গ (বিনয় পিটক)।

৫ সংযুক্ত নিকায়।

৬ নকুল পিতা সুত্ত (সংযুক্ত নিকায়)।

৭ সুত্ত নিপাত অটঠ কথা।

৮ ম নিকায়ৰ দক্ষিণা বিভংগ সুত্তন্ত (৩ ৪ ১২)।

৯ মহাবগ্গো (বিনয় পিটক)।

## তৃতীয় ভাগ

## তেওঁ কি ভাল পাইছিল আৰু কি ভাল নাপাইছিল?

### ১ তেও দৰিদ্ৰতা ভাল নাপাইছিল

এসময়ত ভগবান বুদ্ধই শ্ৰাৱস্তীৰ অনাথ পিণ্ডিকৰ জেতবনাৰামত বিহাৰ কৰি আছিল। সেই সময়ত অনাথ পিণ্ডিক গৃহপতি তথাগতৰ দৰ্শনাৰ্থে আহিল। তথাগতৰ প্ৰতি তেওঁ প্ৰশ্ন কৰিলে - 'মানুহে ধন উপাৰ্জন কিয় কৰিব লাগে? ১

'তুমি সুধিছা যেতিয়া শুনা বাৰু।'

কোনো এজন আৰ্য্য শ্ৰাৱকক লোৱা ঃ যি জনে বৰ কষ্ট কৰি ধন উপাৰ্জন কৰিছে, যি জনে নিজ হাতেৰে পৰিশ্ৰম কৰি ধন উপাৰ্জন কৰিছে, যি জনে গাৰ ঘাম পেলাই ধন ঘটিছে, সেই ধনেৰে নিজকে নিজে প্ৰসন্ন কৰি ৰাখিছে, নিজৰ মাক বাপেকক সুখ আৰু আনন্দ দিছে, নিজৰ পত্নী আৰু ল'ৰা-ছোৱালীক নিজৰ চাকৰ বাকৰক আনন্দ প্ৰদান কৰিছে। এইয়া হৈছে ধন উৰ্পাজনৰ প্ৰথম উদ্দেশ্য।

'এইদৰে ধন লাভ কৰি নিজৰ বন্ধু সকলক নিজৰ লগৰীয়া সকলক সুখ আৰু আনন্দ দিয়ে। সুখী আৰু আনন্দিত কৰাই হৈছে দ্বিতীয় উদ্দেশ্য।

যেতিয়া এইদৰে ধন লাভ হয় তেতিয়া তেওঁ অগ্নি বা পানীৰ দ্বাৰাই তাক নষ্ট হ'বলৈ নিদিয়ে ৰজা বা চোৰৰ দ্বাৰা নিজৰ হানি কৰিব নিবিচাৰে শত্ৰু বা উত্তৰাধিকাৰীৰ পৰা নিজৰ হানি হ'বলৈ নিদিয়ে তেওঁ নিজৰ সম্পত্তি ভালদৰে সুৰক্ষিত কৰি ৰাখে। এইয়া হৈছে তৃতীয় উদ্দেশ্য।

যেতিয়া এইদৰে ধন প্ৰাপ্তি হয় তেতিয়া তেও অতিথিযজ্ঞ কৰিব পাৰে পিতৃ যজ্ঞ কৰিব পাৰে ৰাজ যজ্ঞ কৰিব পাৰে দেৱ যজ্ঞ কৰিব পাৰে এইয়া হৈছে চতুৰ্থ উদ্দেশ্য।

'এইদৰে যেতিয়া ধন লাভ হয় তেতিয়া গৃহপতিয়ে সেই সকলো বিলাক শ্ৰমণ তথা সন্ত পুৰুষক দান দিয়ে যি অহংকাৰ তথা প্ৰমাদৰ পৰা বাচি থাকে যি সকলো কথা বিনম্ৰ ভাৱে সহন কৰি লয় যি সংঘত শান্ত আৰু আত্ম বিকাসত লাগি থাকিব পাৰে তেওঁৰ সেইদান উচ্চতম সৎ উদ্দেশ্যত লাগে সুখ দিয়ে আৰু স্বৰ্গৰ ফালে লৈ যায়। এইয়া হৈছে ধন উপাৰ্জনৰ পঞ্চম উদ্দেশ্য।'

অনাথপিণ্ডিকে তেতিয়া বুজি পালে যে ভগবান বুদ্ধই দৰিদ্ৰ সকলৰ দৰিদ্ৰতাৰ প্ৰশংসা কৰি তেওঁক সান্ত্বনা নিদিয়ে। তেওঁ 'দাৰিদ্ৰতাক' উচ্চস্তৰলৈ উঠাই তাৰ বিষয়ে এইটোও কোৱা নাই যে দৰিদ্ৰ জীৱন সুখী জীৱন বুলি।

## ২ তেওঁ সংগ্ৰহ বৃত্তি ভাল নাপাইছিল

ভগবান বুদ্ধই এসময়ত কুৰুজনপদৰ কম্মাসদম্ম নামক নগৰত বাস কৰিছিল।১

আনন্দ স্থবিৰো গৈ ভগবান বুদ্ধৰ ওচৰ পালেগৈ আৰু অভিনন্দন জনাই তেওঁৰ কাষতে বহিল।

আনন্দস্থবিৰে ক'লে - "তথাগতৰ দ্বাৰা উপদিষ্ট প্ৰতীত্য সমুৎপাদৰ নিয়ম অদ্ভুত। এইটো একেবাৰে গভীৰ কথা। মই হ'লে স্পষ্ট দেখা পাইছো।"

'আনন্দ। এনেদৰে নকবা। এনেদৰে নকবা। এই 'প্ৰতীত্য সমুৎপাদ'ৰনিয়ম বহুত গভীৰ। এই নিয়মক বুজি নোপোৱাৰ কাৰণে ইয়াৰ ভিতৰলৈ প্ৰবেশ কৰিব নোৱাৰাৰ কাৰণে এই সংসাৰ সমস্যাত পৰি গৈছে, ই দুখৰ অন্ত কৰিব নোৱাৰে।

'মই কৈছো তৃষ্ণা হলেই উপাদান হয়। য'ত কোনো ব্যক্তিৰ মনত যি কোনো বস্তুৰ কাৰণে কোনো তৃষ্ণা উৎপন্ন নহয় তেতিয়া কিম্বা প্ৰকাৰৰ উপাদান হ'ব জানো?"

"ভগবান। নহব।"

'তৃষ্ণা হলেই মানুহ লাভৰ পিছত যায়।

'লাভৰ পিচত ঘূৰিলে কাম আৰু ৰাগৰ উৎপন্ন হয়।

"কাম আৰু ৰাগ হ'লে বস্তুৰ কাৰণে আগ্ৰহ-জন্মে।

'আগ্ৰহ হলেই অধিকাৰ (= মালকীয়ত) হৈ যায়।

'মালকীয়ত হ'লে লাভ তথা অধিক সম্পত্তিৰ গৰাকী হয়।

"মালকীয়ত হ'লে সম্পত্তিৰ চোৰা চিতা কৰিব লগাত পৰে।

"সম্পত্তিৰ নিমিত্তেই বহুত বিলাক অকুশল ধৰ্ম সৃষ্টি হয়। যেনে কটা মৰা কাজিয়া যুদ্ধ বদনাম আৰু মিছাৰ আশ্ৰয় লয়।

'আনন্দ। এয়াই হৈছে প্ৰতীত্য সমুৎপাদৰ নিয়ম। আনন্দ। তৃষ্ণা নহলেতো লাভৰ পিছত নুঘুৰে? লাভৰ পিছত নুঘূৰিলেতো কামনা উৎপন্ন নহব। কামনা নাথাকিলে আগ্ৰহ নহব। সম্পত্তিৰ কাৰণে যদি আগ্ৰহ নাথাকে তেনে ব্যক্তিগত সম্পত্তিৰ কাৰণে জানো প্ৰেম হ'ব? যদি সম্পত্তিয়েই নাথাকে তেনে লোভ ক'ৰ পৰা হ'ব।

'ভগবান! নহ'ব।

"নিজৰ সম্পত্তিৰ কাৰণে যদি কোনো আসক্ত নহয় তেনে কি সংসাৰত শান্তি নহবনে কি?

'ভগবান! হ'ব। তেতিয়া তথাগতে ক'লে - 'মই পৃথিবীক পৃথিৱী বুলি ভাবো। কিন্তু মোৰ মনত ইয়াৰ বাবে তৃষ্ণা উৎপন্ন নহয়।

'এই কাৰণে মই কওযে সমস্ত তৃষ্ণাৰ মূলচ্ছেদ কৰি দিলো পিছে পিছে নুঘূৰিলো ত্যাগ কৰি দিয়াৰ কাৰণেই মই 'বুদ্ধত্ব লাভ কৰিলো। ভিক্ষু সকল। ভৌতিক বস্তুৰ কাৰণে নহয় মোৰ ধৰ্মৰহে উত্তৰাধিকাৰী হোৱা। কাৰণ তৃষ্ণাৰ দ্বাৰা আসক্তি উৎপন্ন হয় আৰু আসক্তিৰ দ্বাৰা মানসিক দাসত্ব উৎপন্ন হয়।

ভগবান বুদ্ধই আনন্দস্থবিৰ আৰু ভিক্ষু সংঘক এনেবিলাক সংগ্ৰহ বৃত্তিৰ পৰা আঁতৰি থাকিবলৈ আৰু ইয়াৰ দুষ্পৰিনামৰ বিষয়ে বুজালে।

## ৩ তেওঁ সৎসঙ্গ ভাল পাইছিল

ভগবান বুদ্ধই সৎ সঙ্গতি ইমানেই ভাল পাইছিল যে তেওঁক সৎসঙ্গতি প্ৰিয় বুদ্ধ নামেৰেই বিভূষিত কৰিব পাৰি। এই কাৰণে তেওঁ শিষ্য সকলক কৈছিল - 'কল্যাণ মিত্ৰৰ সঙ্গতিৰ দ্বাৰাহে হয়।

ভিক্ষু সকলক সম্বোধন কৰি তেও কৈছিল - ভিক্ষু সকল। মই এনে কোনো আন কথা নাজানো। অনুৎপন্ন কুশল ধৰ্ম বৃদ্ধি কৰিব লাগে বুলি অথবা উৎপন্ন হোৱা অকুশল ধৰ্ম সমূহ হ্ৰাস কৰি দিব লাগে যেনেদৰে কল্যাণ মিত্ৰতা হয়।৩

"যি সুসংগতিত থাকে তাত অনুৎপন্ন কুশল ধৰ্মৰ উৎপন্ন হয়। আৰু উৎপন্ন অকুশল ধৰ্ম হ্ৰাস হৈ যায়। অকুশল ধৰ্ম তথা অকুশল প্ৰবৃত্তি হ্ৰাস হৈ যায় কুশল ধৰ্মৰ প্ৰতি প্ৰবৃত্তিৰ কম খিনি হ্ৰাস হৈ যায় কুশল ধৰ্ম তথা কুশল ধমৰ প্ৰতি প্ৰবৃত্তি বাঢ়িযায় তথা অকুশল ধৰ্মৰ প্ৰতি প্ৰবৃত্তিৰ নুন্যতা খিনি বৃদ্ধি হৈ যায়।

'ভিক্ষু সকল! মই আন অন্য কোনো কথা নাজানো যি অনুৎপন্ন বোধিৰ অঙ্গ

সমূহক উৎপন্ন হ'বলৈ নিদিয়ে অথবা উৎপন্ন হোৱা বোধিৰ অঙ্গ সমূহৰ পূৰ্ণতা প্ৰাপ্তিৰ ফালে লৈ নাযায়, এনে বিচাৰ কৰাতো নিয়মৰ বাহিৰ।

'ভিক্ষু সকল! যি অন্যায় ভাৱে বিচাৰ কৰে তাত অনুৎপন্ন বোধিৰ অঙ্গ উৎপন্ন নহয় আৰু উৎপন্ন বোধি অঙ্গই পৰিপূৰ্ণতা লাভ কৰিব নোৱাৰে।

'ভিক্ষু সকল। কোনো ইষ্ট কুটুম্বৰ হানি বৰ ডাঙৰ হানি নহয়। প্ৰজ্ঞাৰ হানিহে ডাঙৰ হানি।

'ভিক্ষু সকল। ইষ্ট কুটুম্বৰ বৃদ্ধি হোৱাতো কোনো ডাঙৰ অভিবৃদ্ধি নহয়। প্ৰজ্ঞাৰ বৃদ্ধিহে ডাঙৰ অভিবৃদ্ধি।

এই কাৰণে ভিক্ষু সকল! তোমালোকে এই অভ্যাসকে কৰিব লাগিব যে আমি প্ৰজ্ঞা লাভ কৰিমেই। তোমালোক প্ৰজ্ঞাবান হ'ব লাগিব।

'ভিক্ষু সকল। ধন বৃদ্ধি হলেই ডাঙৰ বৃদ্ধি নহয়। সকলো অভিবৃদ্ধিৰ ভিতৰত শ্ৰেষ্ঠ হৈছে প্ৰজ্ঞাৰ অভিবৃদ্ধি। গতিকে তোমালোকে প্ৰজ্ঞাৰ অভিবৃদ্ধিৰ কাৰণেহে চেষ্টা কৰিব লাগিব।

'ভিক্ষু সকল। যশস্যাৰ হানি কোনো ডাঙৰ হানি নহয়। প্ৰজ্ঞাৰ হানিহে ডাঙৰ হানি।

## ৪ তেওঁ সু সংগতিক ভাল পাইছিল

তথাগত এবাৰ শাক্যজনপদৰ সককৰত আছিল।৩ আনন্দ স্থবিৰ তেওঁৰ ওচৰলৈ আহিল আৰু অভিবাদন জনাই সুধিলে। 'ভগবান! সৎস্‌ংগতিৰ আধা হৈছে শ্ৰেষ্ঠ জীৱন কল্যাণৰ মিত্ৰতা হৈছে আধা শ্ৰেষ্ঠ জীৱন ভালৰ সংগতিৰ আধা হৈছে শ্ৰেষ্ঠ জীৱন।

'আনন্দ! এনেদৰে নকবা। পূৰ্ণ শ্ৰেষ্ঠ জীৱন সৎস্‌ংগতিৰ আধা নহয়। পূৰা শ্ৰেষ্ঠ জীৱন কল্যাণ মিত্ৰতাৰ আধা নহয়। সম্পূৰ্ণ শ্ৰেষ্ঠ জীৱন ভাল সৎস্‌ংগতিৰ আধা নহয়।

'ভিক্ষু সকল! যি জন ভিক্ষু সৎসংগতিত থাকে যাৰ কল্যাণৰ আধাৰ হৈছে মিত্ৰ আৰু যি ভালৰ সংগতিত থাকে তাৰ দ্বাৰা আমি ইয়াকে আশা কৰিব পাৰো যে তেও আৰ্য্য অষ্টাঙ্গিক মাৰ্গত অধিকতকৈও অধিক প্ৰগতি কৰিব পাৰে।

'আনন্দ। এনে ভিক্ষুৱে আৰ্য্য অষ্টাঙ্গিক মাৰ্গৰ ওপৰত অধিকতকৈও অধিক প্ৰগতি কেনেকৈ কৰিব পাৰে?

'আনন্দ! তেও সম্যক দৃষ্টিৰ অভ্যাস কৰে ত্যাগৰ আশ্ৰিত বৈৰাগ্যৰ আশ্ৰিত আবদ্ধাশ্ৰিত সম্যক সংকল্পৰ অভ্যাস কৰে সম্যক বাণীৰ অভ্যাস কৰে। সম্যক কৰ্মান্তৰ অভ্যাস কৰে। সম্যক আজীৱিকাৰ অভ্যাস কৰে সম্যক ব্যায়ামৰ অভ্যাস কৰে সম্যক স্মৃতিৰ অভ্যাস কৰে সম্যক সমাধিৰ অভ্যাস কৰে - এই সকলো বিলাক হৈছে ত্যাগাশ্ৰিত বিৰাগাশ্ৰিত তথা আবদ্ধাশ্ৰিত।

'এইদৰে আনন্দ। তুমি এইটো বুজা দৰ্কাৰ যে যি সৎ সংগতিত থাকিব কল্যাণ মাৰ্গত থাকিব, ভালৰ সঙ্গত থাকিব সেয়ে সম্পূৰ্ণ শ্ৰেষ্ঠ জীৱন।

'নিশ্চয় আনন্দ! যি জৰা ধৰ্ম প্ৰাণী যি মৰণ ধৰ্ম প্ৰাণী যি দুঃখ শোক, কান্দি কাতি আহৰি তেও বিলাক কল্যাণ মিত্ৰতাৰ পৰিণাম স্বৰূপে এই বিলাকৰ পৰা মুক্ত হৈ যায়।

'এইদৰে আনন্দ! এইটো তুমি বুজা উচিত যে যি সৎ সংগতিত থাকিব লাগে, যি কল্যাণ মিত্র যি ভাল সংগতিত থাকে সেয়ে হৈছে পূর্ণ শ্রেষ্ঠ জীৱন।"

১ অঙ্গুত্তৰ নিকায় (পঞ্চক নিপাত)।
২ আনংজ সপ্পায় সুত্তন্ত (মজ্জিম নিকায় ১০৬ )
৩ অঙ্গুত্তৰ নিকায় (একক নিপাত)।

## সমাপ্তি

### ১ ভগবান বুদ্ধৰ প্ৰশংসা

ভগবান বুদ্ধৰ জন্ম পচ্চিশ শ বছৰত হৈছিল। আধুনিক বিচাৰক আৰু বৈজ্ঞানীক সকলে তেওঁৰ ধৰ্মক লৈ কি ক'ব বিচাৰে? এই সংগ্ৰহত বিচাৰ কৰা সমীচিন হ'ব।

প্ৰো এস এস ৰাঘৱা চাৰ্য্যই কয় - 'ভগবান বুদ্ধৰ আবিভাৱৰ থিক আগতে ভাৰতীয় ইতিহাসৰ সৰ্বাধিক অন্ধকাৰময় যুগ আছিল।

'চিন্তনৰ ফালৰ পৰা এই যুগ পিচ পৰা আছিল সেই সময়ত বিচাৰ আৰু ধৰ্ম গ্ৰন্থ সমূহৰ প্ৰতি অন্ধ বিশ্বাসে আবৰি আছিল।

"নৈতিকতাৰ দৃষ্টিতও অন্ধকাৰ পূৰ্ণ যুগ আছিল।

'বিশ্বাসী হিন্দু সকলৰ কাৰণে নৈতিকতাৰ অৰ্থ ইমানেই আছিল যে ধৰ্ম গ্ৰন্থ সমূহৰ অনুসৰি যজ্ঞাদি বিলাক থিকে থাকে কৰিব পৰা।

"আত্ম ত্যাগ বা মনৰ পবিত্ৰতা আদি যেনে বাস্তৱিক নৈতিক বিচাৰ সমূহে সেই সময়ৰ নৈতিক চিন্তনত কোনো উপযুক্ত স্থান পোৱা নাছিল।

শ্ৰী আৰ জে জেক্সনৰ বক্তব্য হৈছে ৹- 'ভগবান বুদ্ধৰ শিক্ষা সমূহৰ অনুপম ৰূপ ভাৰতীয় ধাৰ্মিক বিচাৰ ধাৰাৰ অধ্যয়নৰ দ্বাৰাই স্পষ্ট হয়।

'ঋকবেদৰ ঋচা সমূহত আমি পাও যে মানুহ হৈছে বৰ্হিমুখী তেওঁ বিলাকৰ সমস্ত চিন্তন দেৱতা সকলৰ প্ৰতি অভিমুখী। বৌদ্ধ ধৰ্মৰ বিষয়ে মানুহৰ মনত যি সামৰ্থ্য লুকাই আছে, ই সেইফালে ধ্যান আকৰ্ষণ কৰিলে।

'বেদ সমূহত আমি প্ৰাৰ্থনা প্ৰশংসা আৰু পূজাহে কেৱল দেখিবলৈ পাওঁ।

বৌদ্ধ ধৰ্মতহে আমি পোন প্ৰথমবাৰ মনক প্ৰকৃত ৰাস্তাত চলিবৰ কাৰণে শিক্ষা ক্ৰমৰ আভাস পাইছো।

শ্ৰী বিন ড্ৰুড ৰীডৰ বক্তব্য হৈছে °- আমি যেতিয়া প্ৰকৃতিৰ কিতাপ খুলি চাও লাখ কোটি বছৰৰ তেজ তথা চকুৰ পানীৰে লিখা 'বিকাস'ৰ ইতিহাস পঢ়োইক যেতিয়া আমি জীৱনক নিয়ন্ত্ৰণ কৰা নিয়ম সমূহ পঢ়োইক আৰু সেই নিয়ম সমূহ যি বিকাসক জন্ম দিয়ে সেই বিলাকে আমাক এইটো স্পষ্ট কৰি দেখুৱাই দিয়ে এই সিদ্ধান্তৰ পৰমাত্মা হৈছে প্ৰেমৰূপ ই কিমানযে ভ্ৰম জনক।

প্ৰতিটো বস্তুতে বদমাচী ভৰি আছে আৰু অপব্যয় মাত্ৰাৰ কোনো লেখ জোখ নাই।

যিমান বিলাক প্ৰাণী জন্ম হৈছে সেই বিলাকৰ ভিতৰত বাচি থাকোতা প্ৰাণীৰ সংখ্যা খুবেই তাকৰ।

'লাগিলে সমুদ্ৰৰ ফালে চোৱা লাগিলে বায়ুৰ ফালে চোৱা লাগিলে জংঘলৰ ফালে চোৱা প্ৰত্যেক ঠাইতে এয়ে নিয়ম হৈছে যে আনক খোৱা আনৰ দ্বাৰা খাবৰ কাৰণে প্ৰস্তুত হৈ থকা হত্যাই হৈছে বিকাসক্ৰমৰ কানুন মাত্ৰ।'

শ্ৰী ৰীডে এই কথা নিজৰ 'মাৰটায়ৰ ডম আফ্ মেন (Martyr dom of man) নামৰ কিতাপত উল্লেখ কৰিছে। ভগবান বুদ্ধৰ ধৰ্ম যে ইয়াত কৈ কিমান ভিন্ন।

ডা ৰঞ্জনৰায়ৰ বক্তব্য হৈছে - 'উনৈশ শতাব্দিৰ উত্তৰাৰ্দ্ধত তিনিটা কানুনক বজোৱা পেপা বুলি অভিহিত কৰিছিল। কোনেও তাক অস্বীকাৰ কৰিবলৈ সাহস নকৰিলে।

এই কানুন সমূহ আছিল (ক) জড পদাৰ্থৰ কানুন, (খ) জড পদাৰ্থ সমূহৰ কানুন, (গ) শক্তিৰ কানুন।

এইয়া সেই আদৰ্শবাদী চিন্তাবিদ সকলৰ জয়ঘোষ আছিল, যি বুজিছিল কৈছিল এই তিনিওটাই অবিনাশী।

'উনৈশ শতিকাৰ বৈজ্ঞানীক সকলৰ অনুসৰি এই তিনিটা কানুনেই সৃষ্টিৰ সঞ্চালক আছিল।

তেওঁ বিলাকৰ কল্পনা আছিল যে বিশ্ব অবিনাশী অনু বিলাকৰ (Attoms) সমূহ।

উনৈশ শতিকা সমাপ্ত হ'বলৈ ধৰিছে - শ্ৰী জে জে থামসন আৰু তেওঁ বিলাকৰ শিষ্য সকলে অণুবিলাকৰ ওপৰত হাতুৰি চলাবলৈ আৰম্ভ কৰি দিলে।

'আচৰিত কথা যে অণুবিলাক টুকুৰা টুকুৰ হ'ল।

এই টুকুৰা বিলাককে পৰমাণু বুলি কবলৈ ধৰিলে সকলো সমান আৰু সকলোতে ঋণাত্মক বিদ্যুৎ আছে।

'যি বিলাক অণুক মেক্সৱেলে বিশ্বৰ অথবা বাস্তবিকতাৰ অবিনাশী আধাৰ স্তম্ভ বুলি মানিছিল সেই বিলাক খণ্ড খণ্ড হৈ গ'ল।

সেই বিলাকৰ বহুত সৰু সৰু খণ্ড হ'ল প্ৰোটীন তথা এলেকট্ৰোন (Protons & Electrons) ধনাত্মক তথা ঋণাত্মক বিদ্যুৎ লৈহে হৈছে।

'এবিধ নিশ্চিত অবিনাশী জড পদাৰ্থই কল্পনা বিজ্ঞানৰ পৰা বিদায় ল'লে। এই শতাব্দীত সকলোৰে বিশ্বাস হৈছে যে জড তত্বৰ প্ৰতিক্ষণে নিৰোধ হৈ আছে।

'ভগবান বুদ্ধৰ অনিত্যতা সিদ্ধান্তৰ সমৰ্থন প্ৰাপ্ত হৈছে।

'বিজ্ঞানে এই কথা সিদ্ধ কৰি দিছে যে বিশ্বৰ গতিৰ (বস্তুৰ) মিলনত কোনো বস্তু হ'লে সেই বস্তু খণ্ড খণ্ড হৈ গলে তথা পুনৰ মিলন নিয়মৰ ওপৰতহে আশ্ৰিত হয়।

'আধুনিক বিজ্ঞানৰ মতে অন্তিম তত্ব অনেকহৈ প্ৰকাশিত কৰাৰ পথত।

"আধুনিক বিজ্ঞান ভগবান বুদ্ধৰ অনিত্যতা তথা অনাত্মবাদ সিদ্ধান্তৰ প্ৰতিধ্বনি।

শ্ৰী ঈ জী টেলৰে নিজৰ 'বুদ্ধিজীম্ এণ্ড মৰ্ডান থট (Budhism and modern thaught') ত লিখিছে -

'বহুত সময়ৰ পৰা মানুহে বাহ্যিক শক্তিৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰাত লাগিছে। যদি তেওঁবিলাকে 'সভ্য শব্দৰ বাস্তৱিক অৰ্থত সভ্য হোৱাতো বিচাৰে তেনে তেও বিলাক নিজৰ নিয়মৰ দ্বাৰা অনুশাসিত হৈ থাকিবলৈ শিকিব লাগিব বৌদ্ধ ধৰ্মই হৈছে সেই প্ৰাচীনতম নৈতিক বিচাৰ ধাৰা য'ত মানুহক স্বয়ং নিজে নিজে অনুশাসক হোৱাৰ শিক্ষা দিয়া হৈছে।

এই কাৰণে এই প্ৰগতিশীল সংসাৰ খনত বৌদ্ধ ধৰ্মৰ আৱশ্যকতা হৈছে যাতে ই ইয়াতকৈ এই উচ্চ শিক্ষা লাভ কৰিব পাৰে।

শ্ৰী লেসলী বোলটন (The Rev Leslie Botton) নামৰ খৃষ্টান ধৰ্মৰ ইউনিটেৰিয়ন সম্প্ৰদায়ৰ পুৰোহিতৰ বক্তব্য হৈছে -

বৌদ্ধৰ দৰে আমি ইউনিটেৰিয়ন সম্প্ৰদায়ৰ বুলি মনা সকলেও পৰম্পৰা কিতাপ বা মত সমূহৰ বাহ্যিক অধিকাৰক প্ৰমাণিক বুলি নামানো। আমি মানুহৰ নিজৰ ভিতৰতে তাৰ মাৰ্গ দৰ্শক প্ৰদীপ দেখিবলৈ পাওহক।

ইউনিটেৰিয়ন মতৰ শিষ্য সকলে যীশু আৰু বুদ্ধ এই দুয়োজনকেই শ্ৰেষ্ঠ জীৱনৰ শ্ৰেষ্ঠ ব্যাখ্যাকাৰ ৰূপে চিহ্নিত কৰিছে।

প্ৰো ডিবিট গোৰ্ডৰ মন্তব্য হৈছে - এই সংসাৰত যিমান বিলাক ধৰ্ম সংস্থাপন হৈছে, সেই বিলাকৰ ভিতৰত ভগবান বুদ্ধইহে এই গৌৰৱ লাভ কৰিবলৈ সক্ষম হৈছে কিয়নো তেওহে মানুহৰ মাজত মৃগত বিদ্যমান সেই শক্তিক চিনি পাইছিল যি বাহ্যিক নিৰ্ভৰতাৰ ওপৰত ভৰষা নকৰাকৈ তেও বিলাকক মোক্ষৰ পথত অগ্ৰসৰ কৰিব পাৰিছে।

'যদি কোনো বাস্তৱিক মহান পুৰুষৰ মাহাত্ম্য এই কথাত আছে তেনে সেই মানৱতাক কিমান মাত্ৰাত মানৱতাৰ ফালে আগ্ৰসৰ কৰে তেনেস্থলত তথাগতক বাদ দি জানো আন মানুহ মহান হ'ব পাৰিছে?

'ভগবান বুদ্ধই কোনো 'বাহ্য শক্তি'ক মানুহৰ ওপৰত জাপি দি তাৰ মানদণ্ড হানি কৰা নাই কেৱল তেওক প্ৰজ্ঞাৰ ফালে লৈ গৈ উচ্চ শিখৰত বহুৱাই দিছে।

'বুদ্ধিঝীম গ্ৰন্থৰ লেখক শ্ৰী ঈ জে মিলৰ বক্তব্য হৈছে

আন কোনো ধৰ্মত বিদ্যা'ক ইমান মহত্ব দিয়া নাই আৰু 'অবিদ্যা'ক গুৰুত্ব দিয়া নাই যিমান খিনি বুদ্ধ ধৰ্মত দিয়া হৈছে।

'আন কোনো ধৰ্মক নিজৰ দৃষ্টিত ৰাখি ইমান জোৰ দিয়া হোৱা নাই।

'আন কোনো ধৰ্মই আত্ম বিকাসৰ নিমিত্তে ইমান বিলাক বিস্তৃত ইমান বিলাক গভীৰ তথা ইমান ব্যৱস্থিত পৰিকল্পনা কৰা হোৱা নাই।

নিজৰ 'বুদ্ধিষ্ট এথিক্স নামক গ্ৰন্থত প্ৰো উবলিউ টী ষ্টাসে লিখিছে

বৌদ্ধ ধৰ্মৰ নৈতিক আদৰ্শ পুৰুষ অৰ্হৎ কেৱল সদাচাৰৰ দৃষ্টিৰেই নহয কিন্তু মানসিক বিকাসৰ দৃষ্টিৰেও মহান হ'ব পাৰিছে।

তাৰ দাৰ্শনিক তথা শ্ৰেষ্ঠ ব্যৱহাৰ দুয়োটাই এক হ'ব লাগিব।

বৌদ্ধ ধৰ্মই 'বিদ্যা'ক সদায় মুক্তিৰ কাৰণে অনিবাৰ্য্য ৰূপে মানে আৰু 'অবিদ্যা'ক তথা 'তৃষ্ণা'ক মোক্ষৰ প্ৰধানবাধাৰ কাৰক ৰূপে স্বীকাৰ কৰিছে।

'ইয়াৰ বিৰোধী খৃষ্টানে আদৰ্শ পুৰুষ হ'বলৈ জ্ঞানী হোৱাতো কেতিয়াও আৱশ্যক বুলি নাভাবে।

'কিয়নো সংস্থাপকৰ নিজৰ স্বৰূপেই দাৰ্শনিক নাছিল। এই কাৰণে খৃষ্ট ধৰ্মত দাৰ্শনিকতা মানুহৰ নৈতিকতাৰ লগত কোনো সম্বন্ধ নাই বুলি ভাবে।

'সংসাৰত দুখৰ মূলতে হৈছে দুষ্টামীতকৈ অধিক অজ্ঞানতা আৰু অবিদ্যাহে।

'ভগৱান বুদ্ধই তাৰ কাৰণে ঠাই ৰখা নাই। ইয়াক দেখুৱাবৰ কাৰণেই ভগবান বুদ্ধ আৰু তেওঁৰ ধৰ্ম কিমান মহান আৰু কিমান অনুপম এয়ে পৰ্য্যাপ্ত।

এনে কোন আছে যিনেকি ভগবান বুদ্ধক নিজৰ গুৰু ৰূপে স্বীকাৰ কৰিব নিবিচাৰে?

## ২ তেওঁৰ ধৰ্ম প্ৰচাৰৰ শপত

অনন্ত প্ৰাণী আছে। আমি শপত গ্ৰহণ কৰো যাতে সকলো প্ৰাণীকে এই ভৱ সাগৰৰ পৰা উদ্ধাৰ কৰিম। আমাৰ মাজত অনন্ত দুৰ্বলতা আছে, আমি শপত গ্ৰহণ কৰিম যে এটা এটাকৈ সকলো দুৰ্বলতা দূৰ কৰিম।

অস্ংখ্য সত্য আছে, আমি শপত গ্ৰহণ কৰিম যাতে সকলো সত্য বোধ লাভ কৰিব পাৰোইঁক। ভগবান বুদ্ধৰ অনুপম মাৰ্গ আছে, আমি শপত গ্ৰহণ কৰিম যাতে সেই মাৰ্গত আমি সকলোৱেই চলিম।

## ৩ ভগবান বুদ্ধ পুনৰ স্বদেশলৈ ঘূৰি অহাৰ প্ৰাৰ্থনা

হে পুৰুষোত্তম! মই সকলো ভাবনাৰে তথাগতৰ শৰণ গ্ৰহণ কৰো যাৰ জ্যোতিয়ে নিৰ্বাদ্ধৰূপে দশোদিশত ব্যাপ্ত কামনা কৰো যে মই আপোনাৰ সেই সুখাৱতি লোকত জন্ম গ্ৰহণ কৰো।

আপোনাৰ সেই লোকক যেতিয়া মই মোৰ মানস চক্ষুৰে চাও তেতিয়া জানো যে এই তিনি ভুবনৰ সমস্ত ভূমি প্ৰকৃষ্টতৰ। এইয়া আকাশৰ সমান সৰ্বগ্ৰাহী অনন্ত আৰু অসীম। আপোনাৰ ধৰ্মানুসৰি কৰুণা আৰু মৈত্ৰী সকলো ভৌতিক বস্তুতকৈ শ্ৰেষ্ঠতম সেইয়া সেই পূণ্য ৰাশিৰ পৰিণাম যাক নিজৰ অনন্ত জন্মৰ ভিতৰত সঞ্চিত কৰি ৰাখিছে।

আপোনাৰ প্ৰকাশ সূৰ্য্য তথা চন্দ্ৰৰূপী দৰ্পণৰ সমানেই সৰ্বব্যাপ্ত। মোৰ কামনা হৈছে যে যিমান বিলাক প্ৰাণীয়ে সেই সুখাৱতি বেহুত জন্ম গ্ৰহণ কৰে তেও বিলাক সকলোৱেই তথাগতৰ সমানেই সৎধৰ্মৰ ঘোষণা কৰক। ইয়াত মই এই ৰচনা লিখি আছো লগতে পূণ্য শ্লোকো মোৰ প্ৰাৰ্থনা হৈছে যে মোৰ যাতে তথাগতৰ সাক্ষাৎ দৰ্শন হ'ব পাৰে

আৰু মই সমস্ত প্ৰাণী সহিত সুখাৱতি বেহৰ মাজত যাতে জন্ম গ্ৰহণ কৰিব পাৰো।

## DEDICATION OF MERIT

May the merit and Virtues
accrued from this work,
Adorn the Budha's pure land,
Repaying the four kinds
of kindness above,
and relieving the sufferings of
Those in the three Paths below
May those who see and hear of this,
All bring forth the heart of
understanding,
And live the teachings for
the rest of this life,
Then be born together in
The land of ultimate Bliss
Homage to Amitabha Budha !

NOMA AMITABHA